# বাঁহী

প্ৰথম খণ্ড

(প্ৰথম বছৰ আৰু দ্বিতীয় বছৰ)

সংকলয়িতা ঃ শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

সহযোগী ঃ ড° বসন্তকুমাৰ গোস্বামী







অসম সাহিত্য সভা

২০০১

***BANHI* : A Collection of the Assamese monthly (Vol. 1 and 2), edited by Lakshminath Bezbaroa, and compiled by Jatindranath Goswami, Ex-President of Asam Sahitya Sabha, and published by Dr. Basanta Kumar Goswami, General Secretary, Asam Sahitya Sabha. Price Rupees five hundred.**

---

প্ৰকাশক : ডক্টৰ বসন্ত কুমাৰ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট- ৭৮৫ ০০১

প্ৰথম প্ৰকাশ : জানুৱাৰী, ২০০১

মূল্য : ৫০০.০০ টকা

বেটুপাতৰ পৰিকল্পনা : শ্ৰীবেৰ্ণ মিশ্ৰ

মুদ্ৰক : চাৰ্নালিথো গ্ৰাফিক্‌চ
কলেজ হোষ্টেল ৰোড
পাণবজাৰ
গুৱাহাটী- ৭৮১ ০০১

# সভাপতিৰ একাষাৰ

'বাঁহী' কেৱল এখন আলোচনীয়েই নহয়, 'বাঁহী' অসমৰ একালৰ সামাজিক আৰু সাংস্কৃতিক এক ইতিহাসো। বিংশ শতাব্দীৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া লক্ষ্মীনাথ বেজবৰুৱাৰ নিৰৱচ্ছিন্ন সাধনা আৰু ত্যাগ এই আলোচনীৰ লগত জড়িত। বেজবৰুৱাই নিজে কোৱা মতেই, এখন এখন 'বাঁহী' তেওঁৰ বুকুৰ এডোখৰ এডোখৰ। 'বাঁহী'ৰ প্ৰথমটো সংখ্যাৰ পৰাই বেজবৰুৱা সম্পাদক। প্ৰথম বছৰ প্ৰথম সংখ্যা 'বাঁহী'ৰ আটাইবোৰ ৰচনা বেজবৰুৱাৰে। পাছলৈ চন্দ্ৰকুমাৰ আগৰৱালা আৰু যতীন্দ্ৰ নাথ দুৱৰাৰ উদ্যোগ আৰু সক্ৰিয় সহযোগত আলোচনীখন প্ৰকাশ হৈ আছিল।

আধুনিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাপনৰ বেলিকা এই আলোচনীৰে ভূমিকা অত্যন্ত গুৰুত্বপূৰ্ণ। শ্ৰীমন্ত শংকৰদেৱক নামঘৰৰ মণিকূটৰ বাহিৰতো অসমীয়াৰ হৃদয়ত স্থাপন কৰিলে 'বাঁহী'ৰ যোগেদিয়েই। অসমীয়া সমাজৰ দোষ-দুৰ্বলতা, ভণ্ডামি-কপটতা আদি নিৰ্মূল কৰাৰ অভিযানো চলালে 'বাঁহী'য়েই।

অসমৰ জাতীয় জীৱনৰ পৰম সম্পদ সেইখন ঐশ্বৰ্যমণ্ডিত 'বাঁহী'ক অসম সাহিত্য সভাৰ ফালৰ পৰা পুনৰ্মুদ্ৰণ কৰি আমি অনুগৃহীত আৰু ধন্য হৈছোঁ। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সাহিত্যাচাৰ্য্য শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে গ্ৰন্থখনৰ সংকলন আৰু সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰি আৰু লগতে এটি সুদীৰ্ঘ ভূমিকা লিখি আমাক অনুগৃহীত কৰিছে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে 'বাঁহী'ৰ মূল কপিখিনি ছপাৰ বাবে দি আমাক কৃতজ্ঞ কৰিছে। সেই বিভাগৰ সঞ্চালক ডঃ জিতেন দাসক আমাৰ ঐকান্তিক শুভেচ্ছা জনালো। অতি কম সময়ৰ ভিতৰতে পৰম নিষ্ঠা আৰু আগ্ৰহেৰে গ্ৰন্থখন ছপা কৰা বাবে শ্ৰীৰমেন্দ্ৰনাৰায়ণ দত্তবৰুৱাক আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

গুৱাহাটী
জানুৱাৰী, ২০০১

শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া
সভাপতি, অসম সাহিত্য সভা

# প্ৰধান সম্পাদকৰ একাষাৰ

বিংশ শতাব্দীৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই ১৯০৯ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত বাঁহীত 'ফুঁ' দিলে "একেটি মাখোন মাত ... একেটি আনন্দ তাত" ... গীতেৰে। মাত আৰু গীতেৰে অসমীয়া আলোচনী সাহিত্যৰ বাঁহী ইতিহাস হৈ নাথাকি আধুনিক অসমীয়া ভাষা-সাহিত্য-সমাজ-সংস্কৃতিৰ পূৰ্ণতা প্ৰাপ্তিৰো ইতিহাস হৈ পৰিল। নিমাত অসমীয়াৰ মাত উলিয়াবলৈ, পতানৰপৰা ধান বাচিবলৈ বীত চকু দান কৰি বাঁহীয়ে প্ৰতিজন অসমীয়াৰ মনক আধুনিকতাৰ ফালে আগবাঢ়িবলৈ প্ৰেৰণা দিছিল। সভ্যতাৰ দুটি মূৰ্তিৰ অন্যতম মৈত্ৰেয়ী মূৰ্তিৰ যোগেদি বাঁহীয়ে এটি বৌদ্ধিক পৰিমণ্ডল সৃষ্টি কৰি কেনেকৈ অসমীয়া ভাষা-সাহিত্যক পূৰ্ণতা দান কৰিছিল তাৰ বিস্তৃত ইতিহাস বাঁহীৰ প্ৰতিখিলা পাতৰ মাজত উপলব্ধিৰ বস্তু। আধুনিক অসমীয়া মনৰ লগতে সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখাই কেনেকৈ বাট কাটি লৈছিল, আসাম বন্ধু, জোনাকীয়ে হাবি-কাটি উলিয়াই থৈ যোৱা পটিয়েদি বাঁহীয়ে কেনেকৈ ভাষা-সাহিত্যৰ লগত জাতীয় সত্তাক সম্পৃক্ত কৰিছিল, চৌদিশৰ পৰা অহা আক্ৰমণ, তীব্ৰ আঘাত, অৰ্থনৈতিক, দুৰৱস্থা অনাটনৰ মাজেদি বেজবৰুৱাই স্থিতপ্ৰজ্ঞৰ দৰে কেনেকৈ ঐকান্তিক নিষ্ঠা আৰু মনোবলেৰে বাঁহীত ফুঁ দি অসমীয়াৰ আত্মমৰ্যাদা জাগৃত কৰিছিল বাঁহী তাৰো ইতিহাস হৈ ৰ'ল।

আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসৰ দলিল স্বৰূপ বাঁহীৰ সকলো সংখ্যাৰ ক'তো একত্ৰ সংৰক্ষণ নহ'ল। ব্যক্তিগত আৰু চৰকাৰী, বেচৰকাৰী, সংৰক্ষণত থকা সংখ্যাসমূহ ঠাইতে পোৱাটোও সম্ভৱ নহয়। অসম সাহিত্য সভাৰ দৰে জাতীয় অনুষ্ঠানে এই ইতিহাস একত্ৰ সংকলনৰ যোগেদি সংৰক্ষণৰ দায়িত্ব লোৱাটো নৈতিক দায়িত্ব বুলি বিবেচনা কৰি বিষয়টি কাৰ্যনিৰ্বাহক সমিতিত উত্থাপন কৰা হ'ল। সমিতিয়ে অনুমোদন জনালে আৰু লগে লগে সভাৰ প্ৰাক্তন সভাপতি, সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীক বেজবৰুৱাৰ সম্পাদনাৰ কালছোৱাৰ বাঁহীৰ একত্ৰ সংকলকৰ দায়িত্ব দিয়া হ'ল। লগতে সমিতিয়ে সহযোগী স্বৰূপে আমাকো মনোনীত কৰিলে। প্ৰথম বছৰৰ বাঁহীৰ আকাৰ সৰু। বছৰত প্ৰায় ৫০০ পৃষ্ঠাকৈ ন বছৰত ৪৫০০ পৃষ্ঠা হয়। সেয়ে প্ৰতি দুবছৰৰ বাঁহী লগলগাই একোটা খণ্ড প্ৰকাশ কৰিবৰ কাৰণে আঁচনি কৰা হ'ল। এই খণ্ডটি প্ৰথম আৰু দ্বিতীয় বছৰৰ একত্ৰ সংকলন। খণ্ডটিৰ

ঐতিহাসিক মূল্য অক্ষুণ্ণ ৰাখিবৰ বাবে' আধুনিক অক্ষৰ বিন্যাস নকৰি ফিল্ম যুগুত কৰি প্ৰকাশ কৰিবলৈ লোৱা হ'ল। বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা বাঁহী সংগ্ৰহ কাৰ্যত ডিব্ৰুগড়ৰ শ্ৰীকল্যাণ বৰুৱা, শিৱসাগৰৰ শ্ৰীপ্ৰফুল্ল বেজবৰুৱা, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ড° জিতেন দাস, গুৱাহাটীৰ শ্ৰীসূৰ্য হাজৰিকা- – এইসকলে সহায় কৰিছে, সভাৰ প্ৰাক্তন সভাপতি ডঃ নগেন শইকীয়াই বাঁহীৰ সংগ্ৰহ কাৰ্যৰ লগতে বিভিন্ন উৎসৰ সন্ধান দিয়াৰ উপৰিও দিহা-পৰামৰ্শ দিছে। এই সকলোলৈকে সভাৰ হৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

বাঁহীত সেই সময়ত ব্যৱহৃত ডোম, হাড়ী, মিৰি, মিকিৰ আদি শব্দ আজিকালি অ-চলিত, সংকলনটিৰ ঐতিহাসিক মূল্য ৰক্ষা কৰিবৰ কাৰণেহে শব্দসমূহ হুবহু ৰখা হ'ল, কোনো ব্যক্তি বা গোষ্ঠী বিশেষক আঘাত কৰিবৰ কাৰণে নহয়।

অসম সাহিত্য সভাৰ মাননীয় সভাপতি শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া ডাঙৰীয়াৰ ঐকান্তিক আগ্ৰহ, সদিচ্ছা আৰু প্ৰচেষ্টাৰ বলতহে বাঁহীৰ প্ৰকাশ সম্ভৱ হ'ল। ইয়াৰ বাবে শ্ৰদ্ধেয় শ্ৰীশইকীয়া ডাঙৰীয়া শলাগৰ পাত্ৰ হৈ ৰ'ব। তৎসত্ত্বেও বাঁহীৰ প্ৰকাশ সম্ভৱ হৈ নুঠিলহেঁতেন যদি অসম সাহিত্য সভাৰ প্ৰকল্প আহ্বায়ক শ্ৰীসুৰেশ গাড়োদিয়াই অৰ্থ সংগ্ৰহ কাৰ্যত সহায় কৰি নিদিলেহেঁতেন। এই ছেগতে শ্ৰীগাড়োদিয়াৰ শলাগ ললোঁ। ছপাশালৰ আগগুৰি ধৰি সভাৰ সহকাৰী সম্পাদক ডঃ এন. গোবিন্দ সিংহ, শ্ৰীজয়ন্ত তালুকদাৰে সহায় কৰি সভাক কৃতজ্ঞতাৰ পাশত আৱদ্ধ কৰিলে। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কৰ্মচাৰী শ্ৰীফুকন চন্দ্ৰ কলিতাই মূল বাঁহী ছপাশাললৈ অনা-নিয়াৰ দায়িত্ব লৈ সহযোগ আগবঢ়াই ধন্যবাদৰ পাত্ৰ হ'ল। চানলিঠু গ্ৰাফিকচৰ স্বত্বাধিকাৰী শ্ৰীৰমেন্দ্ৰনাৰায়ণ দত্তবৰুৱাই নিষ্ঠাৰে গ্ৰন্থখন ছপা কৰি দি আমাক অনুগৃহীত কৰিলে। বেজবৰুৱাই বাঁহীত ব্যৱহাৰ কৰা বেটুপাতৰ আৰ্হিৰেই শিল্পী শ্ৰীবেণু মিশ্ৰই বাকলি পৃষ্ঠা সজাই দিছে। শ্ৰীমিশ্ৰৰো শলাগ ললোঁ।

দুৰ্লভ হৈ পৰা বাঁহী কোনো ব্যক্তি বা অনুষ্ঠানৰ হাতত যদি আছে সভাৰ প্ৰধান সম্পাদকৰ লগত যোগাযোগ কৰিবৰ বাবে বিনীতভাৱে অনুৰোধ জনালোঁ যাতে পৰৱৰ্তী খণ্ডসমূহ পোনপটীয়াকৈ ফিল্ম কৰি ছপাব পৰা হয়।

আশাকৰো সংকলখনি ৰাইজে আদৰি ল'ব।

জানুৱাৰী, ২০০১ — **বসন্তকুমাৰ গোস্বামী**

চন্দ্ৰকান্ত সন্দিকৈ ভৱন — প্ৰধান সম্পাদক
যোৰহাট- ৭৮৫ ০০১ — অসম সাহিত্য সভা

# ভূমিকা

ডঃ মহেশ্বৰ নেওগে লক্ষ্মীনাথ বেজবৰুৱাৰ বিষয়ে মন্তব্য কৰিছে, "বেজবৰুৱা অসমীয়া সাহিত্যৰ এক সাহিত্যিক ব্যক্তি মাথোন এনে নহয়। তেওঁ এটি আন্দোলন। বেজবৰুৱাৰ বিকাশ সেই আন্দোলনত আৰু সেই আন্দোলনেই তেওঁৰ সাহিত্য-প্ৰচেষ্টাক দিশ দিলে, মহত্ত্ব দিলে।" (লক্ষ্মীনাথ বেজবৰুৱা ঃ অসম প্ৰকাশন পৰিষদ)। তেওঁ যি সময়ত কলিকতাত পঢ়িবলৈ গৈছিল সেই সময়ত পাশ্চাত্ত্য শিক্ষাৰ প্ৰভাৱত এটা নৱ-জাগৰণৰ ঢৌ উঠিছিল। সেই কালত কলিকতা ভাৰতবৰ্ষৰ ৰাজধানী আছিল। এই প্ৰভাৱে বেজবৰুৱা আৰু তেওঁৰ সতীৰ্থসকলক স্পৰ্শ কৰিছিল। এইসকল ছাত্ৰই অসমীয়াৰ পৰিৱৰ্তে বাংলা ভাষাৰেহে স্কুলীয়া শিক্ষা লাভ কৰিছিল।

সেই সময়ত কলিকতাত পঢ়ি থকা অসমীয়া ছাত্ৰসকলৰ মাজত অসমীয়া ছাতৰৰ সাহিত্য সভা (এ.এছ.এল. ক্লাব) নামৰ এটা সামাজিক অনুষ্ঠান আছিল। ছাতৰসকলৰ ৬৭ নং মীৰ্জ্জাপুৰ ষ্ট্ৰীটৰ বহাত ১৮৮৮ চনৰ ২৫ আগষ্ট তাৰিখে হোৱা টি-পাৰ্টিত অসমীয়া ভাষাৰ উন্নতি সাধিবৰ অৰ্থে গ্ৰহণ কৰা এটা প্ৰস্তাৱ কাৰ্যত পৰিণত হোৱাৰ ফলস্বৰূপে অসমীয়া ভাষা-উন্নতি সাধিনী সভাৰ জন্ম হয়।

অ.ভা.উ.সা. সভাৰ উদ্দেশ্য হৈছে অসমীয়া ভাষাৰ উন্নতি সাধন কৰা। এই সভাৰ উদ্দেশ্য সম্পৰ্কে কাৰ্য বিৱৰণীত আছে, "কেঁচুৱা মাতৃভাষা কেনেকৈ ডাঙৰ-দীঘল হ'ব, কেনেকৈ সি পৃথিৱীৰ আন আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰৱ বেলিৰ পোহৰ চাৰিওফালে পেলাই দুখীয়া আৰু এন্ধাৰ আসামৰ মুখ পোহৰাব পাৰিব, কেনেকৈ সি দুৰ্ব্বল, ৰুগীয়া আৰু জীৰ্ণ অৱস্থাৰপৰা সবল সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই এই সভাৰ উদ্দেশ্য।" (মোৰ জীৱন সোঁৱৰণ ঃ লক্ষ্মীনাথ বেজবৰুৱা)।

"এই উদ্দেশ্য সাধন কৰিবলৈ সভাই অসমীয়া পুথিবিলাক একে ঠাইতে গোটাবলৈ যত্ন কৰিছে। পুৰণি পুথিবিলাক যাতে নষ্ট নেপায় আৰু ক্ৰমে ছপা হৈ প্ৰকাশিত হয় সভা তাৰো চেষ্টাত আছে। আসামৰ সকলো বিধৰ পঢ়াশালিত যাতে অসমীয়া ভাষা প্ৰচলিত কৰা হয় আৰু অসমীয়া ল'ৰা-ছোৱালীয়ে যাতে নিজ নিজ ভাষা সুকলমে পঢ়িবলৈ পায়, তাৰ নিমিত্তে অসমৰ শিক্ষা বিভাগৰ অধিকাৰসকলৰ মনোযোগ আকৰ্ষণ কৰা, লেখা-পঢ়া কাৰ্য্যত অশুদ্ধ ব্যাকৰণ,

অশুদ্ধ বৰ্ণবিন্যাস ক্ৰমে লোপ কৰি তাৰ স্থলত পৰিশুদ্ধ ভাষা ব্যৱহাৰ কৰিবলৈ, পঢ়াশালী আদিত দূষিত ভাষাৰ পুথিৰ সলনি শুদ্ধ ভাষাৰ পুথি চলাবৰ নিমিত্তে আন্দোলন কৰিবলৈ, শ্ৰীধৰ কন্দলি শঙ্কৰদেৱ আদি পুৰণি গ্ৰন্থকাৰ আৰু কবিসকলে লিখা পুথিবিলাকৰ টান টান ভাগৰ টীকা-টিপ্পনী লেখিবলৈ আৰু দোষ-গুণ আলচ কৰিবলৈ, আমাৰ ভাষাত নোহোৱা লাগতিয়াল পুথিবিলাকৰ সংস্কৃত বা আন ভাষাৰ পৰা অনুবাদ কৰি বা সংক্ষিপ্ত সাৰ সংগ্ৰহ কৰি আমাৰ ভাষালৈ আনিবলৈ, আসামৰ আগৰ দিনৰ বা এতিয়াৰ যিবিলাক ধৰ্ম্মনীতি, সমাজনীতি, ৰাজনীতি আৰু খেল, মেল, গাওঁ-ভূঁইৰ আনুপূৰ্ব্বক বৃত্তান্ত আছে, তাক সংগ্ৰহ কৰি এখন বিস্তৃত বুৰঞ্জী লেখিবলৈ, দেশৰ ইতৰ সাধাৰণ সকলো শ্ৰেণীৰ মানুহৰ ভিতৰত যাতে লেখা-পঢ়াৰ চৰ্চ্চা হয়, তাৰ নিমিত্তে উজু উপায় উলিয়াবলৈ, বাতৰি কাকতৰ প্ৰতি লোকৰ আগ্ৰহ বঢ়াবলৈ আৰু অসমৰ সকলো অঞ্চলতে এটা মাত্ৰ লিখিত ভাষাৰ সৃষ্টি কৰিবলৈ সভাৰ যত্ন থাকিব।” (মোৰ জীৱন সোঁৱৰণ ঃ লক্ষ্মীনাথ বেজবৰুৱা)। এইখিনিতে উল্লেখ কৰিব পাৰি যে অ.ভা.উ.সা. সভাৰ ‘পৰিশুদ্ধ ভাষাৰ’ ব্যৱহাৰ ফৰাচী একাডেমীৰ আদৰ্শৰ প্ৰায় অনুৰূপ আছিল।

ছাত্ৰসকলৰ কি সুগভীৰ চিন্তা! তেওঁলোকে সভাৰ বিভিন্ন অধিৱেশনত পাঠ কৰা প্ৰবন্ধসমূহো ওখ খাপৰ আছিল। এই প্ৰসঙ্গত হেমচন্দ্ৰ গোস্বামীৰ ‘অসমীয়া ভাষা’ আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ ‘অসমীয়া ভাষা’ প্ৰবন্ধৰ কথা উল্লেখ কৰিব পাৰি। বেজবৰুৱাৰ প্ৰবন্ধটো প্ৰায় বাৰটা অধিৱেশনত (১৮৯৫) পাঠ কৰা হৈছিল।

এই ছাত্ৰসকলেও কলিকতাত আধুনিক অসমীয়া নাটকৰ অভিনয় কৰি পাশ্চাত্য নাট্য-শৈলীক আদৰণি জনোৱাৰ উপৰি অসমীয়া ভাষাৰ নিচান উৰুৱাইছিল। তেওঁলোকে সঙ্কলন কৰা “অসমীয়া পুৰণি পুথিৰ তালিকা” (১৮৯৬ খ্ৰীঃ) প্ৰকাশ হোৱাৰ পিছৰ পৰাই “দেশৰ গতিৰ এটা আচৰিত পৰিৱৰ্ত্তন দেখা গ'ল। আমাৰ মনলৈ এটা জাতীয় গৌৰৱৰ ভাব আহিল যি আত্ম-গৌৰৱৰ ভাব নহলে কোনো জাতিৰ উন্নতি নহয়। ইয়াৰ পিছৰপৰা শিক্ষা বিষয়ত আমাৰ উন্নতি হ'বলৈ ধৰিলে।” (ৰাধানাথ ফুকন, সাহিত্য সভা বাৰ্ষিকী, প্ৰথম ভাগ)।

কলিকতীয়া ছাত্ৰসকলৰ আন এটি মহৎ প্ৰচেষ্টা হ'ল ‘জোনাকী’ (১৮৮৯) কাকতৰ প্ৰকাশ। অ.ভা.উ.সা. সভাৰ শনিবৰীয়া অধিৱেশনত পঠিত ৰচনা, কবিতা আদি ছপাই উলিয়াবলৈ সিদ্ধান্ত কৰা হ'ল। কিন্তু তাৰ কাৰণে পুঁজি ক'ত? এই সমস্যা সমাধানৰ অৰ্থে হৰিবিলাস আগৰৱালাৰ পুত্ৰ চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮) আগবাঢ়ি আহিল। তেওঁ তেতিয়া প্ৰেচিডেন্সি

কলেজৰ দ্বিতীয় বাৰ্ষিকৰ (এম.এ.) শ্ৰেণীৰ ছাত্ৰ আছিল। তেওঁ দুটা চৰ্তত আলোচনী এখন সম্পাদনা আৰু প্ৰকাশ কৰিব বুলিলে– (১) অ.ভা.উ.সা. সভাৰ সভ্য মাত্ৰেই 'জোনাকী'ৰ আলপৈচান ধৰিব লাগিব, আৰু (২) প্ৰত্যেকেই 'জোনাকী'লৈ একোটা প্ৰবন্ধ লিখিব লাগিব,– কোনো সভ্যই সেই নিয়ম ভঙ্গ কৰিলে পোন্ধৰ টকা জৰিমনা ভৰিব লাগিব। সভ্যসকলে সেই বন্দৱস্তমতে কাম কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। চন্দ্ৰকুমাৰ একাধাৰে সম্পাদক, কাৰ্যাধ্যক্ষ আৰু স্বত্বাধিকাৰ হ'ল। ১৮১০ শকৰ মাঘ বিহুৰ আগে আগে (১৮৯৯ খ্ৰীঃৰ ৯ জানুৱাৰী, খেনোৰ মতে ১৩ জানুৱাৰী) সমাজ, সাহিত্য, বিজ্ঞান, দাৰ্শনিক বিষয়ক মাহেকীয়া আলোচনী 'জোনাকী' ১০ নং আৰ্মেনিয়ান ষ্ট্ৰীটৰ (কলিকতা) পৰা ওলায়। এই কাকতৰ মূলতে ঘাই তিনি– চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। "চন্দ্ৰকুমাৰ হৰিবিলাস আগৰৱালাৰ মাজু পুতেক। সেইদেখি তেওঁলোকৰ ঘৰৰ সকলোৱে তেওঁক 'মাজিউ' বুলি মাতে। ময়ো সেই মাতকে ললোঁ।.. মই আহৰি পালেই ১০ নম্বৰ আৰ্ম্মেনিয়ান ষ্ট্ৰীটলৈ তিক্ তিক্ কৰে লৰ ধৰোঁ, আৰু তেওঁ আহৰি পালেই মই থকা ঠাইত ওলায়হি। ... মাজিউৰ ঘৰত সাহিত্য-চৰ্চ্চা, পেটত নানা বিধ সাহিত্য-চৰ্চ্চা আৰু মই থকা ঠাইত অকল শুকান সাহিত্য-চৰ্চ্চা চলিছিল, এই মাথোন প্ৰভেদ। কিছুদিনৰ পিছত বন্ধুবৰ পণ্ডিত হেমচন্দ্ৰ গোস্বামীও আমাৰ ভিতৰত সোমাল, আৰু আমি নিৰহ-নিপানীকৈ 'ত্ৰিনিটি' হলোঁহক। অৰ্থাৎ একেই তিনি, তিনিয়েই এক।" (ল. বে.-মো. জী. সোঁ)।

'জোনাকী'ৰ প্ৰথম ভাগ প্ৰথম সংখ্যাত সম্পাদকে কয়, "সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়। এইবিলাক সাধ্যমতে বুজিবলৈ ও প্ৰকাশ কৰিবৰ যত্ন কৰিম।.. নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙ্গতিৰ পোহৰত বাট পাওঁ, তেন্তে আমাৰ শক্তি মিছা ব্যয় হোৱা নাই বুলি ভাবিম। .. আমি যুঁজিবলৈ ওলাইছো 'আন্ধাৰৰ' বিপক্ষে– উদ্দেশ্য দেশৰ উন্নতি, 'জোনাক'। .. তুঁহৰ জুইৰ দৰে অসমীয়াৰ 'তেজ' আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে-– এবাৰ ভমকাই উঠিবই উঠিব।" (পৃঃ ২-৩)। সম্পাদকৰ 'দেশৰ উন্নতি', 'জোনাক' আৰু "ভমকাই উঠিবই উঠিব" এনে উক্তিয়ে কলিকতাৰ শৰাইঘটীয়া দলৰ ভাষাপ্ৰেম তথা দেশপ্ৰেমৰ নিদৰ্শন। তেওঁলোকে 'জোনাকী'ক আৱৰি ধৰিলে। সেইসকলৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা আছিল উজ্জ্বল নক্ষত্ৰ। তেওঁ ধেমেলীয়া নাটক, কৃপাবৰী প্ৰবন্ধ, উপন্যাস, গল্প আদিৰে 'জোনাকী'ক সমৃদ্ধ কৰিছিল। 'জোনাকী'ৰ দ্বিতীয় ভাগ তৃতীয় সংখ্যাতেই টেটকুটীয়া কৃপাবৰ

বৰুৱাৰ আবিৰ্ভাৱ।

'জোনাকী'য়ে অসমীয়া সাহিত্যত নৱন্যাস বা ৰমাণ্টিচিজিমৰ ধল বোৱালে। অসমীয়া সাহিত্যত যুগোপযোগী নতুন আংগিকৰ উদ্ভৱ হ'ল। লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনাসমূহেই তাৰ উৎকৃষ্ট নিদৰ্শন। লক্ষ্মীনাথ বেজবৰুৱাই চতুৰ্থ ভাগ 'জোনাকী' সম্পাদনা কৰিছিল।

কালক্ৰমে কলিকতাত পঢ়া ছাত্ৰসকল অসমলৈ ঘূৰি আহিল ভাষা-সাহিত্য প্ৰীতিৰ অনিৰ্বেয় আৰিয়া লৈ। লক্ষ্মীনাথ বেজবৰুৱা বিদেশতে থাকিল সজাগ প্ৰহৰীৰূপে।

এই প্ৰসঙ্গত ড° বাণীকান্ত কাকতিয়ে মন্তব্য কৰিছে, "কলিকতাৰপৰা যোৱা শতিকাৰ শেষ ভাগত 'জোনাকী' কাকত উলিয়াই যিসকলে অসমীয়া জাতীয় চৈতন্য উদ্বোধনৰ চেষ্টা কৰিছিল, সেইসকলৰ ভিতৰত বেজবৰুৱা ডাঙৰীয়াও এজন। তেওঁৰ সহকৰ্মীসকলেও 'জোনাকী'ৰ আৰম্ভণি- প্ৰভাৱৰ উদ্দীপনা লৈ নিজ দেশলৈ উভতি আহি নিজ নিজ শক্তি আৰু অৱসৰ অনুসাৰে অসমীয়া সাহিত্যৰ পুষ্টিসাধন কৰিবৰ চেষ্টা কৰিছিল। কিন্তু 'জোনাকী'ৰ অন্তৰ্নিহিত আদৰ্শ বেজবৰুৱা সাহিত্যত বাজে আন কাৰো সাহিত্যত ফট্‌ফটীয়াকৈ ফুটি ওলাব পৰা নাই। সেই আদৰ্শৰ পোহৰে তেওঁৰ জীৱনকো প্ৰভাৱান্বিত কৰিছিল আৰু তেওঁৰ সকলো ৰচনাতেই সেই প্ৰভাৱেই প্ৰতিবিম্ব পৰিছে আৰু এতিয়ালৈকে সেই মাৰ নোযোৱা প্ৰভাৱে বিকাশ দেখি আছোঁ।" (ড° বাণীকান্ত কাকতি ঃ বেজবৰুৱা)।

বেজবৰুৱাই কলিকতাৰ ঠাকুৰ পৰিয়ালৰ জীয়ৰী প্ৰজ্ঞাসুন্দৰী দেৱীক বিয়া (১৮৯১) কৰিছিল। তেওঁক অসম চৰকাৰে দুবাৰকৈ মুন্সিফৰ পদ যাচিছিল। কিন্তু তেওঁ তাক গ্ৰহণ নকৰি সাউদ ভোলানাথ বেজবৰুৱাৰ সৈতে কলিকতাত কাঠৰ কাৰবাৰ কৰিছিল। কিছু বছৰৰ মূৰত (১৯০৪চন) উভয়ৰে ভিতৰতে মনোমালিন্যৰ সৃষ্টি হয়। বেজবৰুৱাই উপায়ান্তৰ হৈ নিজাববীয়াকৈ কাঠৰ কাৰবাৰ আৰম্ভ কৰে। প্ৰথম বিশ্বযুদ্ধৰ সময়ত (১৯১৪-১৮) তেওঁৰ ব্যৱসায়ৰ পৰালি পৰে। তেওঁক বাৰ্ড কোম্পানীয়ে টিম্বাৰ আৰু চিভিল চেনিটেৰী বিভাগৰ কামৰ দায়িত্ব দিয়ে। তেওঁ কাৰ্যোপলক্ষে কেইবছৰমান সম্বলপুৰত থাকিব লগা হয়। তেওঁ ১৯২৮ চনত সেই চাকৰি এৰি সম্বলপুৰত কাঠৰ কাৰবাৰ কৰে। লক্ষ্মীনাথ বিদেশত কাঠৰ ব্যৱসায়ত জড়িত হৈ নানান সংঘাতৰ মাজেদি মাতৃভাষাৰ উৎকৰ্ষ সাধনত জড়িত হৈ আছিল। তেওঁ অ.ভা.উ.সা. সভাত কৈছিল, "আপোনাসকলে সাৰোগতকৈ জানিব অসমীয়া ভাষাৰ উন্নতি অসমীয়া সাহিত্যৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম ঢাপ। আমি একান্তমনে পৰিশ্ৰম কৰি তাৰ উন্নতিৰ অৰ্থে লাগি গ'লে নিশ্চয় আমাৰ যত্নই ফল ফলিয়াবই।" (অসমীয়া

ভাষাৰ সম্পৰ্কে আবাৰচেৰেক কথা— বাঁহী, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৮৩১)। লক্ষ্মীনাথৰ বন্ধু চন্দ্ৰকুমাৰ অসমলৈ আহি চাহনিত (তোমোলবাৰী চাহ বাগিচা) সোমালত চাহপাতৰ গোন্ধে তেওঁক উম্মনা কৰিলে; তেওঁ আওপকীয়াকৈ সাহিত্যত প্ৰোৎসাহ যোগালে। ত্ৰিমূৰ্তিৰ অন্যতম হেমচন্দ্ৰ গোস্বামী সাৰস্বত সাধনাত ব্ৰতী হ'ল।

স্বদেশানুৰাগ বেজবৰুৱাৰ সাহিত্যৰ মূলমন্ত্ৰ। তেওঁ কঠোৰ জীৱন-সংগ্ৰামত ব্ৰতী হৈয়ো অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিছিল, যেন শ্বাস-প্ৰশ্বাসৰ নিচিনা কথা। তেওঁ বিদেশত অসমৰ অতন্দ্ৰ প্ৰহৰীৰূপে থাকি অসমীয়া জাতি আৰু ভাষাক আক্ৰমণ কৰোঁতাসকলক শ্লেষাত্মক বাক্য-বাণেৰে নিৰস্ত্ৰ কৰিছিল। সেইজন বেজবৰুৱাই বাঁহীৰ মধুৰ স্বৰেৰে কৰ্ণ-কুহৰত যি জাতীয় উন্নতিৰ তথা জাতীয় চৈতন্যৰ অমোঘ বাণী শুনাই গ'ল সেই প্ৰসঙ্গত কিছু কথা আলোচনা কৰা আমাৰ উদ্দেশ্য।

ঊনবিংশ শতিকাৰ প্ৰথম দশকতে অনাৰেবল পদ্মনাথ বৰুৱা সম্পাদিত 'উষা' (১৯০৭) নামৰ মাহেকীয়া আলোচনী ওলায়। সেই কাকতখন ওলোৱা দিন অৱধি লক্ষ্মীনাথ বেজবৰুৱাই কৃপাবৰ বৰুৱা ছদ্মনামত প্ৰবন্ধ লিখি পোষকতা কৰি আহিছিল। কিন্তু ১৮৩০ শকৰ ভাদ মাহৰ তৃতীয় ভাগ, তৃতীয় সংখ্যা 'উষা'ত 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' নামৰ ঘাই প্ৰবন্ধৰ তলে 'এংলো-ইণ্ডিয়ান' নামৰ এটা পালী প্ৰবন্ধ প্ৰকাশ হৈছিল। সেই প্ৰবন্ধটোৰ কোনো কথাত খুঁত ধৰি চৰকাৰে 'উষা'ৰ সম্পাদকৰ কৈফিয়ৎ তলব কৰিলে। ৰাজ-ৰোষত পৰি 'উষা'ৰ সম্পাদকে উক্ত প্ৰবন্ধটো তেওঁৰ কাকতৰ পৰা তুলি লয়। কৃপাবৰ বৰুৱাৰ অমত প্ৰকাশ কৰি 'উষা'ত লিখে, "সেই প্ৰবন্ধ সেই নামৰ আগৰ ৰহস্যমূলক প্ৰবন্ধৰ অংশ বুলি ভাবিহে তাক ভ্ৰমবশতঃ 'উষা'ত ঠাই দিয়া হৈছিল। গতিকে ছপা হোৱাৰ আগেয়ে তাৰ ভিতৰুৱা কথালৈ দকৈ মন কৰিবলৈ নহ'ল। কিন্তু পিচত দেখা গ'ল যে সেই প্ৰবন্ধৰ মত আৰু কথাৰ লগত আমাৰ মত আৰু কথা একেবাৰেই নিমিলে, আৰু আমাৰ দৃঢ়াৱস্থান হৈছে যে, সেই প্ৰবন্ধই ৰাজভক্ত অসমীয়া প্ৰজাৰ মনত নিশ্চয় অত্যন্ত বিৰক্তি জন্মাইছে। ভ্ৰমবশতঃ প্ৰবন্ধটো ছপোৱাৰ আগেয়ে তাক ভালকৈ পৰীক্ষা কৰি চাবলৈ নহ'ল কাৰণে, এতিয়া আমাৰ মনত ঘোৰ অনুতাপ হৈছে। আশাকৰোঁ, যেন আমাৰ ৰজা আৰু ৰাইজে অনুগ্ৰহকৈ আমাৰ সেই ত্ৰুটী মাৰ্জ্জনা কৰিব। লগতে আমি ইয়াকো জনাওঁ যে, ইয়াৰ দ্বাৰাই আমি 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' প্ৰবন্ধ 'উষা'ৰপৰা উঠাই ললোঁ; আমাৰ গ্ৰাহক-পাঠকসকলেও যেন সেই প্ৰবন্ধ বাদ দি 'উষা' পঢ়িব। আৰু সেই প্ৰবন্ধৰ লগত 'উষা'ৰ সম্বন্ধ নাই বুলি জানিব।" সম্ভৱ 'উষা'ৰ সম্পাদকৰ এনে কাৰ্যই লক্ষ্মীনাথ বেজবৰুৱাক বিক্ষুব্ধ

কৰিলে। তেওঁৰ 'উষা'ৰ সৈতে সম্বন্ধ নাইকিয়া হ'ল।

১৯০৯ চনৰ আগষ্ট মাহৰ কোনো এটা দিনত কলিকতা মহানগৰীত অধ্যয়নৰত কেইজনমান ছাত্ৰ আৰু দুজনমান প্ৰৱাসী অসমীয়া ভদ্ৰলোকে মীৰ্জাপুৰ ষ্ট্ৰীটৰ জুবিলী ইনষ্টিটিউচনৰ এটা কোঠাত গোট খায়, উদ্দেশ্য কেইবাবছৰো নিসাৰ হৈ পৰি থকা এ.এছ.এল. ক্লাবক পুনৰুজ্জীৱিত কৰা। সভাপতি আছিল যোৰহাটৰ বি.এছ.ফুকন। সভাপতিয়ে সভাত ক'লে যে আগৰ কলিকতীয়া ছাত্ৰসকলে 'জোনাকী' কাকতখন চলাইছিল আৰু এতিয়াও সেই সভাৰ যোগেদি যদি সেই কাকতখন উলিয়াবলৈ গাত লয়, তেন্তে তেখেতে যথাসাধ্যে সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিছিল। "পাঁচ-ছদিন মানৰ পিছতে আমি পাঁচজন শ্ৰীযুত ভোলানাথ কাকতি, শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুত ৰোহিনী কুমাৰ চৌধুৰী আৰু শ্ৰীযুত পূৰ্ণানন্দ পাঠক আৰু ময়ো হেয়াৰ ষ্ট্ৰীটৰ অফিচত বেজবৰুৱাদেৱক দেখা কৰি সকলো কথা বিৱৰি কলোঁহক। তেখেতে সকলো কথা শুনি হাঁহি মাৰি ক'লে, "তোমালোকে প্ৰবন্ধ গোটাবা; সম্পাদনা কৰিবা, তাৰ পিছত যোৰহাটলৈ পঠাবা, তাত ছপা হৈ আকৌ কলিকতা পাবহি; তাৰ পিছত আকৌ তোমালোকে ইয়াৰ পৰা বিলাবা। থোৱাহে তোমালোকৰ এইবিলাক তিনি ফেৰেঙনীয়া কথা। কাকত উলিয়াব খুজিছা, বাৰু দিয়া মোক তিনিমাহৰ কাৰণে ছটা-ছটাকৈ ওঠৰটা প্ৰবন্ধ; মই উলিয়াই দিম কাকত।" আমিও গাত লৈ তেখেতে দিয়া চাহ-মিঠাইৰ সদ্‌ব্যৱহাৰ কৰি ঘৰমুৱা হ'লো। আহিবৰ সময়ত তেখেতে হাঁহি-হাঁহি 'ফ্ৰাইট্ ফ্ৰোট্ ফ্লোৰেইট' মাতেৰে আমাক বিদায় দিলে।"

"তাৰ এমাহমানৰ পিছত যেতিয়া আমি গৈ ওঠৰটাৰ ঠাইত বাইশটামান প্ৰবন্ধ তেখেতৰ হাতত দিলোঁ, তেতিয়া তেখেতে ক'লে, 'তোমালোক বৰ দুষ্ট ল'ৰা। মই তেতিয়া ফোৰোহানি মাৰি তোমালোকক উৰুৱাই দিছিলোঁ, পাছে তোমালোকে মোক ভাল ফান্দত পেলালা।' মই তেতিয়া ক'লো, 'আমাৰ ফালে হ'লে হাতীৰ দাঁত এবাৰ ওলালে আৰু নোসোমায়। আপোনালোকৰ কলিকতীয়া হাতীৰ দাঁত কেনে বিধৰ ক'ব নোৱাৰো।' তেখেতে ক'লে, 'তোমালোকৰ বিধৰ দৰেই; আৰু প্ৰবন্ধবোৰ থৈ যোৱা। মই আৰু পৰহিলৈ ঝাড়াচাগোড়ালৈ যাব লাগিব। দেখা যক কি কৰিব পৰা যায়।' আমিও হাঁহি হাঁহি বিদায় লৈ আহিলোঁ। পিছত শুনিবলৈ পালোঁ আমি দিয়া প্ৰবন্ধবোৰ বাছোতেই হেনো ৰাতি দুই বাজি গৈছিল।" (উদ্বোধনী ভাষণ, যতীন্দ্ৰনাথ দুৱৰা, বাঁহী, ৩০শ বছৰ, একাদশ-দ্বাদশ সংখ্যা)।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি বালক লক্ষ্মীনাথৰ পিতৃ দীননাথ বেজবৰুৱাই একালত উত্তৰ লক্ষীমপুৰত কাৰ্যনিৰ্বাহ কৰিছিল। বালক

লক্ষ্মীনাথহঁতৰ ঘৰৰ ওচৰত প্ৰতিমা-খনিকৰ দুৰ্গেশ্বৰ শৰ্মা আছিল। তেওঁ খনিকৰী কাম চাই চাই সুতুলি সাঁজিবলৈ শিকিছিল। তাৰ সুৰে লক্ষ্মীনাথৰ প্ৰাণত আনন্দৰ সঞ্চাৰ কৰিছিল। এদিন বেজবৰুৱাই প্ৰস্তাৱিত আলোচনীখনৰ নাম 'বাঁহী' ৰাখিলে কেনে হয় বোলাত যতীন্দ্ৰনাথ দুৱৰাই বৰ ভাল হ'ব বুলি শলাগিলে।

লক্ষ্মীনাথৰ হাওড়া ঘৰৰ ওচৰতে 'সলকিয়া প্ৰিণ্টিং ৱৰ্কচ' নামৰ এটা ছপাখানা আছিল। এই ছপাখানাৰ পৰা ১৮৩১ শকৰ আঘোণ মাহত "নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে" গীতাৰ বাণী শিৰত লৈ লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত ৩২পিঠীয়া 'বাঁহী' মাহেকীয়া কাকতৰ প্ৰথম বছৰ, প্ৰথম সংখ্যা ওলায়। প্ৰকাশক আছিল হৰিনাথ বেজবৰুৱা, আসাম বেঙ্গল ষ্টোৰ্চ, ২ নং লালবাজাৰ ষ্ট্ৰীট, কলিকতা। বেচ বছৰি এটকা আঠ অনা। নৱম বছৰলৈকে 'বাঁহী' ডিমাই আকাৰৰ (১৪ চেঃ মিঃ × ২২ চেঃ মিঃ) আছিল।

প্ৰথম বছৰ, প্ৰথম সংখ্যা 'বাঁহী'ৰ প্ৰথম পিঠিত এগৰাকী মহিলাই গছৰ তলত বাঁহী বজোৱা এখন ছবিৰ তলতে লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী' নামৰ কবিতাটো আৰম্ভ হৈছে—

ত্ৰিভুৱন মাজে যত বস্তু মধুময়
সিসৱৰ সাৰভাগ কৰি একে ঠাই
পূৰালি উদৰ তোৰ হে বাঁহী অমিয়া।
ধৰা মধুময় হক, ক্ষৰোক অমৃত
উটি যাওক সি সোঁতত মোৰ কাঠ চিত।

এই সংখ্যাৰ অন্যান্য সম্ভাৰ হ'ল— জগৰা মণ্ডলৰ প্ৰেমাভিনয়, ৰেডিয়ম, আনন্দৰাম বৰুৱাৰ জীৱন চৰিত (কৃপাবৰ), অসমীয়া ভাষাৰ সম্পৰ্কে আযাৰচেৰেক কথা আৰু কৃপাবৰৰ কবিতা— দিনৰ সপোন, চন্দ্ৰ, কুলি, ধোঁৱা-খোৱা, ক'লা-বগা, আমাৰ জন্মভূমি আৰু ছয় ঋতুৰ ডাক। 'বাঁহী'ৰ সময়ত ৰেডিয়ম আৱিষ্কাৰৰ চাৰি কি পাঁচ বছৰ হৈছিল মাত্ৰ। তেনে বিষয়ৰ এটা প্ৰবন্ধৰ অন্তৰ্ভুক্তিয়ে বেজবৰুৱাৰ আধুনিক মনৰ পৰিচায়ক। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে বেজবৰুৱাই ১৮৯৫ চনত অসমীয়া ভাষা উন্নতি-সাধিনী সভাৰ বাৰটা অধিৱেশনত অসমীয়া ভাষা শীৰ্ষক এটা সুদীৰ্ঘ বক্তৃতা দিছিল। বাৰটা অধিবেশনতো বক্তৃতা শেষ নহ'ল। যি অৱশিষ্ট থাকিল তাৰ দুটা বক্তৃতা মথুৰামোহন বৰুৱা সম্পাদিত 'আসাম-বন্তি' আৰু তেওঁৰে সম্পাদিত 'এডভকেট অব আসাম'ত প্ৰকাশিত হয়। এইকেইটা বক্তৃতাত যিখিনি এৰাই পৰি গৈছিল তাকে আকৌ পিছত সময়োপযোগী কৰি 'বাঁহী'ৰ প্ৰথম বছৰ, প্ৰথম সংখ্যা' আৰু দ্বিতীয় সংখ্যাত 'থাপি সাঞ্চি' থোৱা হয়। নাম দিয়ে 'অসমীয়া

ভাষাৰ সম্পৰ্কে আষাৰচেৰেক কথা'।

'বাঁহী'ৰ প্ৰথম বছৰ প্ৰথম সংখ্যাত 'জোনাকী'ৰ নিচিনাকৈ 'আত্মকথা' তথা সম্পাদকীয় নথকাৰ কাৰণে এজন বন্ধুৱে প্ৰশ্ন কৰাত বেজবৰুৱাই দ্বিতীয় সংখ্যাৰ পৰা 'সম্পাদকৰ চৰা' আৰম্ভ কৰে। তেওঁ উক্ত সংখ্যাত লিখে, "প্ৰথম সংখ্যা 'বাঁহী'ত 'আত্মকথা' নথকাৰ বাব এজন বন্ধুৱে আমাক শুধিছে, 'প্ৰচলিত 'আত্মকথা' আপোনাৰ 'বাঁহী'ত নথকাৰ কাৰণ কি?' আমাৰ 'কৈফিয়ৎ' বিচৰাজনক কওঁ যে 'বাঁহী'ৰ আত্মকথা নাছিল দেখিহে নোলাইছিল, থকাহেঁতেন ওলালহেঁতেন। আমি এইবাবে ওলাইছোঁহি, সেইবাবে ওলাইছোঁহি, এনে কৰিম, তেনে কৰিম, এনেবিলাক কথাৰ ঢোল বজাই সৰ্ব্বসাধাৰণৰ আগত ওলোৱাটো 'বাঁহী'ৰ মনত অভিলাষ নাছিল। কাৰ্য্যক্ষেত্ৰত সোমাই নিজৰ ক্ষুদ্ৰ শক্তি অনুসৰি লাহে লাহে কাম কৰি যোৱাটো 'বাঁহী'ৰ ইচ্ছা। কাৰ্য্যহে যোগ্যতা অযোগ্যতাৰ চিনাকি, ডাঙৰ দীঘল জাননী নহয়। ক্ষুদ্ৰ 'বাঁহী' টিকিবৰ অযোগ্য হ'লে ৰসাতললৈ যাব আৰু যোগ্য হ'লে ওপৰলৈ উধাব, এইটো নিশ্চয়।"

এইখিনিতে উল্লেখ কৰিব পাৰি যে চন্দ্ৰকুমাৰ আগৰৱালা সম্পাদিত 'জোনাকী'ৰ প্ৰথম ভাগ, প্ৰথম সংখ্যাত 'আত্মকথা' আছিল। সেইটোত কোৱা হৈছে, "সকলো কথাৰে আৰম্ভণ আছে— আমাৰো আত্মকথা আছে। আমাৰ ক'বলগীয়া বহুত আছে, লাহে লাহে কৈ থাকিম। এই নিমিত্তেই ওলাইছোঁহি। যেই কামতে কি হওঁক হাত দিবলৈ গ'লেই আমাৰ নিজৰ পৰিচয় দিব লাগে এয়ে সংসাৰৰ নিয়ম।" 'আত্মকথা'ও যেন ইয়াৰে প্ৰতিধ্বনি।

প্ৰথম বছৰৰ 'সম্পাদকৰ চৰা'ৰ বেছি ভাগ কথাই স্বাস্থ্য বিষয়ক। যেনে-– পানী লগা (৩য় সংখ্যা), ফটিকা (৫ম সংখ্যা), মেলেৰিয়া (৭ম সংখ্যা), দীৰ্ঘ জীৱন (৮ম সংখ্যা), প্লেগ (৯ম সংখ্যা) বাকীবোৰ বেলেগ বেলেগ। তাৰে এটা কোন কাৰ বিকৃতি? (১০ম সংখ্যা) সমালোচনামূলক প্ৰবন্ধহে, কিছুমান 'সম্পাদকৰ চৰা'ও আধ্যাত্মিক বিধৰ (যেনে বিশ্বেশ্বৰৰ বিশ্বৰূপ) ইত্যাদি। 'বাঁহী'ত (১ম বছৰ, ৬ষ্ঠ সংখ্যা) পুৰণি অসমৰ জিলিঙনি এটি নামৰ (ল.বে.) প্ৰবন্ধ ওলাইছিল। সেই প্ৰবন্ধটোৰ বঙলাত লেখি বেজবৰুৱাই মৃন্ময়ী নামৰ বঙলা কাকতলৈ পঠাইছিল। এই বঙ্গলা মাহেকীয়া কাকতখনৰ সম্পাদক আছিল ক্ষীৰোদ চন্দ্ৰ ৰায়চৌধুৰী, এম.এ., অধ্যক্ষ ৰেভেনছ্ খলেজ (হাৰ্মিটেজ, কটক)। এওঁ গুণাভিৰাম বৰুৱাৰ জোঁৱায়েক।

যোগেশ চন্দ্ৰ ৰায় বিদ্যানিধিয়ে সেই প্ৰবন্ধটোৰ কিছু কথা প্ৰতিবাদ কৰি মৃন্ময়ীত 'আসামেৰ ও উৎকলেৰ বঙ্গভাষা' নামেৰে এটা প্ৰবন্ধ লিখে। সেইটোকে বেজবৰুৱাই 'বাঁহী'ৰ সম্পাদকৰ চৰাত কঠোৰভাৱে সমালোচনা কৰি লিখে, "এতিয়া যদি হেট-কোট বা ইজাৰ পাইজামা পিন্ধা বিবি-বিবাহিত বিলাত-

ফেৰৎ বৰ্তমান বঙ্গলা ভাষাই পুৰণি চুৰিয়া আৰু উত্তৰীয় বস্ত্ৰ পৰিহিত অসমীয়া ভাষাৰ বিৰুদ্ধে প্ৰাচীন বঙ্গভাষাৰ (অৰ্থাৎ আচলতে অসমীয়া ভাষাৰ) পিণ্ডৰ অধিকাৰী হ'বলৈ দাবি কৰি গোচৰ কৰে, তেন্তে তেওঁ হিন্দু স্মৃতি শাস্ত্ৰৰ "ল-অৱ-পিণ্ডৰ' অৰ্থাৎ পিণ্ড-আইনৰ বিধান মতে এই গোচৰ কৰি চাওক।" (পৃঃ ২৯৭) ইত্যাদি। লেখকৰে এনে উক্তিৰ পৰা বুজিব পাৰি যে, অসমীয়া ভাষাৰ ওপৰত কোনোবাই আক্ৰমণ কৰিলে বেজবৰুৱা বা তেওঁৰ মানস পুত্ৰ কৃপাবৰ বৰুৱাই কোঁহ-কোঁহাই উঠে। বাক্যবাণ নিক্ষেপ কৰে। স্বদেশহিতৈষণাৰ উজ্জ্বল দৃষ্টান্ত।

বেজবৰুৱাৰ সময়ত ৰাজ্যখনৰ নাম আসাম আৰু অসম দুয়োটাই ব্যৱহৃত হৈছিল। 'বাঁহী'ত সণ্টলনিকৈ 'আসাম' ব্যৱহাৰ হৈছিল। বেজবৰুৱাৰ 'বাঁহী'ত কেইবাটাও উচ্চ খাপৰ প্ৰবন্ধ ওলাইছিল। সেইবোৰ হ'ল কমলাকান্ত ভট্টাচাৰ্যৰ গুটিদিয়েক চিন্তাৰ ঢৌ, বেজবৰুৱাৰ আসাম, অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য-সভা, ৰজনী কুমাৰ দাসৰ পুৰণি আসামত ভুমুকি, দুৰ্গাকিঙ্কৰ গোস্বামীৰ বেদান্ত ব্যাখ্যা, জ্ঞানানন্দ জগতীৰ মণিপুৰ যাত্ৰা প্ৰভৃতি। জ্ঞানদাভিৰাম বৰুৱাৰ বিলাতৰ চিঠি 'বাঁহী'ৰ কেইবাটাও সংখ্যাত প্ৰকাশিত হৈছিল। খটৰা সত্ৰৰ তুৱাৰাম মহন্তই বৰদোৱাৰ পৰা সংগ্ৰহ কৰা 'গুৰু চৰিত'খনো দ্বিতীয় বছৰৰপৰা ধাৰাবাহিকভাৱে 'বাঁহী'ত ওলাইছিল।

বিংশ শতিকাতো অসমক বহুত সমস্যাই আৱৰি ধৰিছিল। যেনে গোৱালপাৰা লৈ টনা-আঁজোৰ, অসমীয়া ভাষাৰ প্ৰাচীনতা, প্ৰভৃতি।

দ্বিতীয় বছৰ, ৩০৮ পৃষ্ঠাত এখন ব্যঙ্গ চিত্ৰৰ (কাৰ্টুন) তলত 'অসমীয়া বঙ্গজ-গুৱালপাৰ' এইদৰে লিখি কৈছে,

"গুৱালপাৰ— নিলে, নিলে, নিলে, মোক বঙ্গালী চিলাই থাপ্ মাৰি নিলে ঐ। কোন আছ ৰাখ ঐ।

"অসমীয়া— মই আহিছোঁ, ভয় নাখাবা, নোৱাৰে নিব। মোৰ ধেনুখন বাতলু গুটিটোৱে আনোতে যি ফেৰা পলম হৈছে মাথোন। একেটা বাতলু গুটিতে টলব। নোচোৱা কেলৈ, তোমাক 'তেজ-মঙহ আৰু ভাষা' এই দুডাল জৰীৰে আসামেৰে সৈতে কেনেকৈ বান্ধি থৈছে? কাৰ শকতি আছে সেই জৰী দুডাল ছিঙি তোমাক নিয়ে। কামৰ ভিতৰত টনা-আজোৰা আৰু আমনি কৰা, আউৰ কুচ্ নাহি হ্যায়।"

অসমীয়া ভাষাৰ প্ৰাচীনতা সম্পৰ্কে বেজবৰুৱাই অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য সভা, পদ্মনাথ বিদ্যাবিনোদ আৰু দীনেশচন্দ্ৰ সেনক যুক্তিৰে থকা-সৰকা কৰি কৈছে, "আমাৰতো দৃঢ় বিশ্বাস যে আসামত অসমীয়া আৰু বঙ্গালীৰ

ভিতৰত প্ৰচলিত অসম্ভাৱৰ এটা প্ৰধান কাৰণ বঙ্গালীসকলৰ অসমীয়া ভাষাৰ প্ৰতি চিৰপোষিত বিদ্বেষ ভাব।" (১মঁ বছৰ, ১০ম সংখ্যা)।

'বাঁহী'ৰ প্ৰথম বছৰৰ বাঁৰটা সংখ্যাৰ সকলো বাকলি পাত আমি চাবলৈ পোৱা নাই। প্ৰথম বছৰ, প্ৰথম সংখ্যাত ভিতৰৰ প্ৰথম পৃষ্ঠাৰ আৰম্ভণিতে এগৰাকী মহিলাই বাঁহী বজোৱাৰ ছবি থকা বুলি ওপৰত কোৱা হৈছে। দ্বিতীয় সংখ্যাৰ ভিতৰৰ প্ৰথম পিঠিত ছবি নাই। তৃতীয় সংখ্যাৰ ভিতৰৰ প্ৰথম পিঠিত মেঠনি মৰা এগৰাকী গাভৰুৱে বাঁহী বজোৱা আৰু ম'ৰাই চালি ধৰা ছবি ('বাঁহী' কবিতাৰ ওপৰত) প্ৰকাশ হৈছিল। উক্ত সংখ্যাৰ বাকলি পাতৰ একেখন ছবিয়েই আছিল। বাকলি পাতৰ সেই ছবি একাদশ সংখ্যাতো আমি দেখা পাইছোঁ। প্ৰথম আৰু তৃতীয় সংখ্যাৰ প্ৰথম আৰু পইষষ্ঠি পিঠিৰ ছবিৰ বাহিৰে বাকী সংখ্যাবোৰৰ ভিতৰত ছবি নাই। আকৌ মেঠনি মৰা ছবিৰ প্ৰসঙ্গত আউনীআটী গোস্বামীয়ে (কমলদেৱ গোস্বামী) 'বাঁহী'ত নিৰ্ম্মালি নামৰ এটা কবিতাত লিখে ঃ

"আজি ৰাতি দহ বজাত স্নান কৰি আহি।  
পঢ়িবলৈ ধৰোঁতে পৰিল হাতত 'বাঁহী'।।  
ময়ূৰ পক্ষীয়ে পাখি কৰি পাহি পাহি।  
বাঁহীত নাচিছে ম'ৰা দেখি উঠিল হাঁহি।।  
নন্দৰ নন্দনে বাঁহীত ম'ৰা নচুৱায়।  
ব্ৰজবাসী গোপীগণে বেৰি বেৰি চায়।।  
আজিকালি কলিকতাত ৰাধাই বজায়।  
বুকত মেথনি মাৰি ম'ৰা নচুৱায়।।  
ৰাধাই বজাই বাঁহী কতো শুনা নাই।  
উত্তৰ পঠাব মোলৈ বেজবৰুৱাই।।"— বাঁহী, ৮ম সংখ্যা

কিন্তু এই ছবিৰ বিষয়ে সম্পাদকৰ উত্তৰ বা মন্তব্য বাঁহীত প্ৰকাশ নহ'ল।

## বাঁহী আৰু অসম প্ৰদীপিকাৰ থৈয়া-নথৈয়া

অসম প্ৰদীপিকাৰ সম্পাদক ৰজনীকান্ত বৰদলৈৰ উক্তিতে (১ম বছৰ, ১ম সংখ্যা, ১৮৪২ শক) এই বিতৰ্কৰ কাৰণ নিহিত আছে। অসম প্ৰদীপিকাৰ সম্পাদকে লিখে, "আজি ন দহ বছৰে দামোদৰপন্থীৰ ওপৰত যে কিমান কিমান অযথা আক্ৰমণ হৈছে সেইবিলাক ক'বলৈ গ'লে এক মহাভাৰত হ'ব। দামোদৰপন্থীসকলে এই কেইবছৰ কোনো মাতকে মতা নাই। (বিবিধ বাতৰি আৰু সমালোচনা)। দামোদৰপন্থী আৰু শঙ্কৰদেৱ তথা মহাপুৰুষীয়া ধৰ্ম্মৰ বিষয়ে অসম প্ৰদীপিকা আৰু বাঁহীৰ ভিতৰত ঘোৰ বাদানুবাদ হয়। একাদশ-দ্বাদশ বছৰৰ বাঁহীয়েই সেই কথাৰ প্ৰমাণ। বাঁহীৰ পক্ষত আছিল ভৱানন্দ পাঠক তথা

প্ৰসিদ্ধ বিদ্বান ডঃ বাণীকান্ত কাকতি। অসম প্ৰদীপিকাৰ আঁৰত থকা যশস্পতি শৰ্মাই নিজৰ পৰিচয় দিছে এইদৰে– 'আমাৰ পৰিচয়। আমি যিদিনাই প্ৰদীপিকা কাকতত প্ৰবন্ধ লেখিবলৈ আৰম্ভ কৰিলোঁ, সেইদিনাই কামৰূপী পৰিচয় দিয়া হৈছিল। .. যশস্পতি বেনামী নহয়– কামৰূপ জিলাৰ বড়িগোগ মৌজাত আমাৰ ঘৰ। নলবাৰীৰ পৰা অগ্নিকোণ ফালে ১১।১২ মাইলমান আহিলে আমাৰ ঘৰ পৰে। সংস্কৃত অধ্যাপনা আমাৰ ব্যৱসায়। আমাৰ বয়স ৩৮ বছৰৰ ওপৰ হৈছে।" যশস্পতি দেৱ আৰু বাঁহী (অসম প্ৰদীপিকা, ১ম বছৰ, ১২শ সংখ্যা)।

ভৱানন্দ পাঠকে 'বাঁহী'ত বিজুলী শিতানত কেইবাটাও প্ৰবন্ধ লিখে। সেইবোৰ ওখখাপৰ প্ৰবন্ধ। প্ৰতি পক্ষই বিপৰীত পক্ষৰ যুক্তি খণ্ডন কৰিবলৈ যাওঁতে অনেক তত্ত্বমূলক কথা প্ৰকাশ হৈছিল।

লক্ষ্মীনাথ বেজবৰুৱা কিয় এই তৰ্কযুদ্ধত প্ৰবৃত্ত হ'ল সেই বিষয়ে তেওঁ কৈছে, "শিক্ষিত বৰদলৈয়ে সেইসকলৰে কৰ্ণধাৰ হৈ, আমাক স্বদেশদ্ৰোহী, ভাই-ভাই বিৰোধ বুলি সন্তোষ লভিছে। দুখৰ বিষয় তেওঁ নাজানে নে ভবাই নাই যে আজি আমি অতকালৰ পৰা যেনে অৱস্থাত, যেনেদৰে দূৰ-দেশত আৰু বাহিৰে-ভিতৰে যেনে বিদেশী atmosphere অত আছোঁ, আমাৰ পৱিত্ৰ জনমভূমিৰ, জননী অসমৰ "আই মোৰ অসমৰ" পুণ্য স্মৃতিৰ বাহিৰে প্ৰায় সকলো সম্পৰ্কই আমাৰ পৰা গুচিছে, অসমৰ এক ধনিষ্ঠামানো অনিষ্ট হ'লেও, অসম আইৰ গাত এতিলমানো দাগ পৰিলেও আসামৰ গৌৰৱ, আসামৰ শ্ৰেষ্ঠ ৰত্নসকলৰ বিন্দুমাত্ৰ অসম্মান লাঘৱ বা প্ৰকৃত মূল্যৰ কোনোৱে ইচ্ছাপূৰ্ব্বক কম প্ৰদান কৰা দেখিলেও প্ৰাণত ভয়ানক আঘাত লাগে, এনে আমি হ'লো বৰদলৈৰ মতে স্বদেশদ্ৰোহী, ভাই ভাই বিৰোধী আৰু অসমৰ চুকতে থাকি বুকুতে কামোৰা শঙ্কৰ-মাধৱক লঘু কৰা বাঙ্গালী বিদেশীৰ চৰণত দিবলৈ হাতত প্ৰদীপিকা অস্ত্ৰ লৈ মিছাৰ জাল পতাসকল হ'ল ধাৰ্ম্মিক আৰু স্বদেশমিত্ৰ। বিধিৰ কি বিড়ম্বন!" (বাঁহী, দশম বছৰ, অষ্টম সংখ্যা)। গাজত লগা কথা।

## কামৰূপীয়া ভাষা সম্পৰ্কে বিতণ্ডা

লক্ষ্মীনাথে 'বাঁহী'ত 'কামৰূপীয়া ভাষা'ত ৰচনা কৰা গল্প বিচাৰি জাননী দিছিল। সিফালে বাঁহী দ্বিতীয় বছৰ, প্ৰথম সংখ্যাত নামনি অসমৰ ভাষাৰে লেখা 'হা মোৰ কাপাল" (তোহনাই কিনো কৰাহাঁ, এই গ্লান কিনো বকাহা? ...) নামৰ এটা কবিতা ওলায়। সেই প্ৰসঙ্গত 'বাঁহী'ত (২য় বছৰ, ২য় সংখ্যা) 'এজন অসমীয়া ডাঙৰীয়াই লিখে, "আপোনাৰ গত সংখ্যা বাঁহীত 'কামৰূপীয়া ভাষাৰে' লিখা গল্প খোজাৰ বিজ্ঞাপন দেখি বটাৰ লোভ সামৰিব নোৱাৰি দুই ফাঁকিমান লিখিবলৈ আশা কৰিলো। ... কামৰূপীয় ভাষাৰ কেৱল এটি বা দুটি গল্প পঢ়ি

আপোনাৰ অভিলাষ পূৰণ নহ'ব যেন পাওঁ। সেই নিমিত্তে 'কামৰূপীয়া ভাষাৰ' ভড়ালৰ সঞ্চাৰ পেটিকে দিব ইচ্ছা কৰিছো। সেই সঞ্চাৰ পেটি এই বৰ্ত্তমানৰ আমাৰ অসমীয়া ভাষাই যি আকৃতি ধাৰণ কৰিছে তাৰেই কিছুমান শব্দ অলপ পৰিবৰ্ত্তন কৰিলে 'কামৰূপীয়া ভাষা' এই ফটফটীয়াকৈ ওলাব।" লেখকৰ নাম উত্তম চন্দ্ৰ বৰুৱা কামৰূপীয়া নিভাঁজ ধেকেৰী।

ওপৰৰ পত্ৰৰ চূৰ্ণিকাত 'বাঁহী'ৰ সম্পাদকে তলত দিয়া দৰে পোহ দিলে—

"আমাৰ নামনি অসমৰ বন্ধুসকললৈ প্ৰতি, আমি শুনি দুখিত হৈছোঁ যে গত সংখ্যা বাঁহীত ওলোৱা "হা মোৰ কাপাল" পদ্যটো পঢ়ি আমাৰ নামনি আসামৰ বন্ধুসকলে বেজাৰ পাইছে। আৰু তেওঁলোকক বা আন কাকো বেজাৰ দিবৰ মনেৰে বা নামনি অসমৰ কথাক ইতিকিং কৰিবৰ মনেৰে তাক চলোৱা নাছিলোঁ অথবা অসমীয়া আৰু কামৰূপীয়া যে দুটা ভাষা সেইটো দেখুৱাবলৈ একো চেষ্টা কৰা নাছিলো, আৰু কৰিমেই বা কিয়? অসমীয়া ভাষা মানে কামৰূপীয়া ভাষা, কামৰূপীয়া ভাষা মানে অসমীয়া ভাষা। গত সংখ্যা বাঁহীত শ্ৰদ্ধাস্পদ শ্ৰীযুত ভোলানাথ কাকতিৰ প্ৰবন্ধটো (অসমীয়া হুজুগ-সংকলয়িত বাঁহী) মন দি পঢ়িছে তেৱেঁই আমাৰ অভিপ্ৰায় বুজিছে। ভাটীৰ অসমীয়া কথাৰে কেনে একোটি সুন্দৰ কবিতা ৰচনা কৰিব পাৰি এইবাৰৰ "হা মোৰ হৰি" পদ্যটো পঢ়িলেই বুজা যাব (বাঁহী, ২য় বছৰ, ২য় সংখ্যা)। এই প্ৰসঙ্গত টেটকুটীয়া আৰু মলিমিয়ান কৃপাবৰেও কয়— "কামৰূপীয়া ভাষা কথাষাৰ লৈ তোলপাৰ লগোৱাসকলক বৰবৰুৱাই সোধে, যে কামৰূপীয়া কথাটোৰ ওপৰত তেওঁলোকৰ অকলশৰীয়া 'দাবি' কেতিয়াৰ পৰা হ'ল? আমি বুজোঁ কামৰূপীয়া ভাষা মানেই অসমীয়া ভাষা, অসমীয়া ভাষামানেই কামৰূপীয়া ভাষা। তেওঁলোকৰ ঘৰুৱা মাতক লোকে কি নাম দি মাতে সেই নামতহে তেওঁলোকৰ একাধিপত্য আছে, এইটো তেওঁলোকে পাহৰে কিয়?" (বাঁহী, কৃপাবৰ বৰুৱা সামৰণি, ৩য় বছৰ-২০ সংখ্যা)।

অৱশ্যে শব্দ বিভ্ৰাট সম্বন্ধে বেজবৰুৱাই স্পষ্টভাৱে কৈছিল, "লোকৰ ওপৰত খং কৰি "চকুৰ" ঠাইত "চক্ষু", "শিকিব" ঠাইত 'শিখি' লেখি থাকিলে সিমান হানি-বিঘিনি নাই, কাৰণ দুৰন্ত ল'ৰাই জেদ কৰি ভাত নেখাও ভাত নেখাও বুলি থাকিলেও মাকৰ মৰম নেযায়, মাকে আতৌ-পুতৌ মাতি আনি বা বলেৰে ধৰি আনি ভাত খুৱাই দিব, কিন্তু সেই ল'ৰাই বাঢ়ি গৈ জেদৰ কোব টান কৰি দি 'সোমোৱা'ক 'সুমুৱা', 'ওলোৱাক' 'উলুৱা', 'তোলাক' 'তুলা' আদি কৰি ব্যাকৰণ বিভ্ৰাট ঘটায় তেন্তে তাৰ বিপদ সন্নিকট।" (বাঁহী, ৫ম বছৰ, ৬ষ্ঠ সংখ্যা)। যেন তপত তেলত পানীৰ ছিটিকনি।

## বাঁহী আৰু আসাম বান্ধৱ

তাৰানাথ চক্ৰৱৰ্তীয়ে ১৯১০ চনত ডিব্ৰুগড়ৰ পৰা 'আসাম বান্ধৱ' নামৰ মাহেকীয়া কাকত এখন উলিয়ায়। ডিব্ৰুগড়ৰ গদাৰাম চৌধুৰী প্ৰমুখ্যে কেইজনমান ব্যক্তি এই কাকতৰ সৈতে জড়িত আছিল। উজনি আৰু নামনিৰ ভাষা লৈ 'বাঁহী' আৰু 'আসাম বান্ধৱ'ৰ মাজত বিতৰ্ক হৈছিল। তাৰ নিদৰ্শন তলত দাঙি ধৰা হ'ল–

(১) "নিৰুপায়ক উপায় স্বৰূপে তেওঁ এটা কৰিব পাৰে। যথা– বাঁহীখন গামোছা, পোহৰী কাকতখন চুৰিয়া, অশুধ ডিবুৰুগৰীয়া কাকতখন চেলেং; আৰু একেবাৰেই "শুধ, নিৰ্ভুল, নিৰ্মল" ব্যাকৰণৰ বহ্নি দ্বাৰাই পৰিশোধিত, পৰিশোভিত, পতিত সাধু তৰ্ক চঞ্চুসকলৰ ঠোটৰ দ্বাৰাই "পৰিখুটিত" চতুৰঙ্গ দল বলেৰে দকচি সম্পাদিত বহিস্কৃত আৰু প্ৰকাশিত সেই লাৱণ্যময়ী সৰস্বতী বাগ্দেবীৰ "হাথী" অৱতাৰৰ শুৰৰ দ্বাৰাই তলিছা-তলত পৰা আদি কৰি বিহিত সাজি-পাৰি ওলাই ডেকালি কৰাঁ।" বিহুৱা ডাঙৰীয়া শ্ৰীকৃপাবৰ স্বয়ং (বেৰবৰুৱাৰ গাত চতৰ বিহু, চতুৰ্থ বছৰ, ষষ্ঠ সংখ্যা, বহাগ, ১৮৩৫)।

'আসাম বান্ধৱ' কাকতত লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতীয়ে লক্ষ্মীনাথ বেজবৰুৱাৰ ৰচনা ব্যঙ্গ কৰি এটা প্ৰবন্ধ লিখিছিল। লেখক ভাগৱতীয়ে বেজবৰুৱা ৰচনাৰ পৰা মাছমৰীয়াসকলৰ উপমাৰ উদ্ধৃতি দি সেইবোৰ 'ধীবৰস্য উপমা' বুলিছিল।

কৰ্মবীৰ চন্দ্ৰনাথ শৰ্ম্মাই উজনি-নামনিৰ ভাষা লৈ যি অশুভ বিতৰ্কৰ সৃষ্টি হৈছিল, তাত তেওঁ সুখী নহৈছিল। তেওঁ সমন্বয়ৰ সেতু নিৰ্মাণৰ প্ৰয়াস কৰিছিল।

## পিট চন্দ্ৰনাথ শৰ্ম্মা

লক্ষ্মীনাথ বেজবৰুৱাই 'বাঁহী'ত পদ্মনাথ বৰুৱাৰ 'টেটোন তামুলী' নাটকখন কঠোৰভাৱে সমালোচনা কৰাত চন্দ্ৰনাথে ফেৰপাতি ধৰি "হেমকোষ আৰু বাঁহী" (উষা, চতুৰ্থ ভাগ, ১৮৩৩ শক) প্ৰবন্ধত "উলুৱাকো নেপাতি" বোলা দৰেই বাঁহীৰ ভুল ধৰি পাৰেমানে থেতালি পেলালে।" তেওঁ যেন কিতাপৰ (টেটোন তামুলীৰ) ভুল দুটামান ধৰি, ধৰিছো ধৰিছো বুলি দীঘলকৈ জপিয়াই নিজৰ তপা মূৰটো চাটত লগাই ফালি দোষ ধৰি দণ্ড পোৱা লোক পৰিক্ষীত হৈ এই পৰামৰ্শ দিছে। তেওঁ আৰু লেখে বাঁহীৰ সম্পাদকে এবছৰ সৰ্বাঙ্গ সুন্দৰকৈ চলালোঁ বুলি যদ্যপি হেঁকাই টিলিকি মাৰি মাগুৰ মাছৰ খোলা খাইছে, তথাপি বাঁহীত যিমান অলেখ অগণন ভুল দোষ আমাৰ চকুৰে দেখো, সিমান সৰহীয়া ভুল আন কোনো বাঁহীৰ বাই-ভনী কাকতত আমি দেখা পোৱা

নাই।”

বেজবৰুৱাই তেওঁক “ডাঢ়ি-গোফ ঠুটিওৱা কুমলীয়া মনৰ ছাতৰ” বোলাৰ উপৰি তেওঁক ‘পিট’ আখ্যা দিছিল। তেওঁ তাৰ প্ৰত্যুত্তৰত ক’লে, “কিন্তু পিট চাহাবৰ বৰ ভাগ্য যে, তেওঁৰ আগেয়ে বা তেওঁৰ জীৱদ্দশাতে এই দৰৰ পাণ্ডুলিপি এখন (আনন্দৰাম বৰুৱাৰ অসমীয়া অভিধান– সংকলয়িতা বাঁহী) এখন প্ৰচাৰ হোৱা নাছিল, হোৱা হ’লে ২৫ বছৰীয়া গোঁফ ঠুটিওৱা পমীয়া বুদ্ধিৰ পিট চাহাবে ইংলণ্ড হেন দেশৰ (Prime Minister) প্ৰধানমন্ত্ৰী হৈ যাব নোৱাৰিলেহেঁতেন।...” (বাঁহীৰ সম্পাদকৰ চিঠিৰ উত্তৰ– উষা)। কেনে যুক্তিপূৰ্ণ আৰু তেজস্বী উত্তৰ।

বেজবৰুৱা অসমীয়া লোক-সাহিত্যৰ পথ প্ৰদৰ্শক। তেওঁৰ বুঢ়ী আইৰ সাধু আৰু ককাদেউতা আৰু নাতিল’ৰা পুথিয়েই তাৰ প্ৰমাণ। লোক সাধু সংগ্ৰহ সম্পৰ্কে বাঁহীত তলত দিয়া দৰে এখন জাননী ওলায়ঃ “আমালৈ সাধু পঠিওৱাসকলক কওঁ যে তেওঁলোকে ব্যস্ত নহ’ব। আমি আৰু এমাহৰ মূৰত হে সাধুবোৰৰ ভাল বেয়া বিচাৰ কৰিম। এতিয়া আমালৈ তেওঁলোকে আৰু ন ন সাধু পঠিয়াই থাওক। বহুতে আমালৈ বিদেশী সাধুৰ অসমীয়া ভাঙনি কৰি পঠিয়াইছে। তেওঁলোকক কওঁ, যে সেইটো তেওঁলোকৰ বৃথা পৰিশ্ৰম। আমাৰ “বুঢ়ী আইৰ সাধু” আৰু “ককাদেউতা আৰু নাতি ল’ৰা” কিতাপত থকা সাধুকে অলপ নকৈ তাত ৰহণ সানি পঠিয়াইছে, এইটোও তেওঁলোকৰ বৃথা চেষ্টা।” (লক্ষ্মীনাথ বেজবৰুৱা, ‘বাঁহী’ ৪ৰ্থ বছৰ-১ম সংখ্যা)।

সেইদৰে লোকগীত সংগ্ৰহৰ বিষয়েও ‘বাঁহী’ত তলৰ জাননীখন ওলায়– “আসামত ল’ৰা নিচুকুৱা, ওমলোৱা, শুউৱা, ল’ৰা-ছোৱালীয়ে ধেমালিতে গোৱা নামবোৰ লেখি যি আমালৈ পঠিয়াব, তেওঁ জুনুকা কিতাপকে পাব, আৰু পিছত এইখন কিতাপ ছপা হ’লে এনেই পাব। সকলোৱে এই সুবিধা অলপ পৰিশ্ৰম কৰি ল’ব পাৰে।” (বাঁহী, ৫ম বছৰ, ১ম সংখ্যা)। এইখিনিতে উল্লেখ কৰিব পাৰি যে বেজবৰুৱাৰ মাজু জীয়ৰী ৰত্না বৰুৱাৰ ঘৰত বেজবৰুৱাৰ কাগজ-পত্ৰ আদি চালি-জাৰি চাওঁতে পটিয়ৰি সত্ৰৰ কোনো এগৰাকী মহিলাই সংগ্ৰহ কৰা গীতৰ কেইটামান পাত পাইছিলোঁ।

## বাঁহীৰ ভাষানীতি

লক্ষ্মীনাথ বেজবৰুৱাই আখৰ-যোঁটনি সম্পৰ্কত ‘বাঁহী’ত লিখে, “ভাষা ৰঙা ঘোৰা, ব্যাকৰণ আৰু অভিধান ঘোৰা-শাল। ঘোৰা-শালটো বাতি-বুতি নাথাকিলে তেজী ৰঙা ঘোৰাই পুৰণি পৰা শাল লথিয়াই ভাঙি ওলাই চেকুৰি বাটত খুন্দা-খুন্দলি খাই “দেউতাৰ ঘোৰা চাই ঠেং খোৰা” হৈ পৰিব।...

হেমকোষৰ আখৰ-যোঁটনিৰ পৰা যে চুলি এডাল আঁতৰিব নেপায়, তেহেঁলে "বামুনেই মৰক বা লগুনেই ছিগক" এনে কথা কতো নাই। অৱশ্যে যুক্তিশূন্য হৈ মইমতভাৱে আঁতৰা অযুগুত। হেমকোষৰ আখৰ যোটনিৰ কোনো কোনো ঠাইত যে অলপ অসঙ্গত নহয় এনে নহয়। অসঙ্গতক সঙ্গত কৰিবলৈ চেষ্টা কৰাতো মানে যে হেমকোষৰ ওপৰত পোৰাসুধান ওলোৱা, এনে সিদ্ধান্ত ভুল। হেমকোষক মান্য কৰিও তাৰ দুই-চাইটা আখৰ যোঁটনি ল'ৰাই চলিলেও পাপে নপৰশাকৈ অসমীয়া ৰচনা লেখিব পাৰি।..." (বাঁহী, ২য় বছৰ, ১ম সংখ্যা)।

### ছদ্মনাম

বাঁহীত মাজে মাজে ছদ্মনামত লেখা কবিতা, প্ৰবন্ধ আদি আছে। সেইবোৰ হ'ল– আকৰা, আবৰ, কথাচহকী সাজতোলা, চিৰ প্ৰবাসী, জ্ঞানানন্দ জগতী (তুলসী প্ৰসাদ দত্ত), দেশ (দেবেশ্বৰ শৰ্ম্মা), বম (প্ৰেমধৰ চলিহা), বুঢ়া ল'ৰা (শিৱৰাম শৰ্ম্মা বৰদলৈ), ভুবনচন্দ্ৰ বৰুৱা (বিশ্বনাথ বৰুৱা), মৰাশ (মহাদেৱ শৰ্ম্মা), শ্ৰীজিলি (শ্ৰীজিলিনাথ শৰ্ম্মা), সিন্ধুৰা, মিৰি, যদু (যতীন্দ্ৰনাথ দুৱৰা) ইত্যাদি।

### বাঁহী প্ৰকাশন

'বাঁহী' লক্ষ্মীনাথ বেজবৰুৱাই পোনতে কলিকতাৰ পৰা উলিয়াইছিল। তেওঁ ব্যৱসায় এৰি বাৰ্ড কোম্পানীৰ চাকৰি গ্ৰহণ কৰাত তেওঁক উক্ত কোম্পানীয়ে ঝাৰচোগোড়ালৈ (উৰিষ্যা) বদলি কৰে। কলিকতাত থকা অৱস্থাতো নানা অসুবিধাৰ মাজেদি 'বাঁহী'খন উলিয়াইছিল। ৰাতিপুৱাৰ পৰা গধূলিলৈ আহৰি নেপাইছিল। 'বাঁহী' প্ৰথম বছৰৰ পৰা নিয়মীয়াকৈ ওলাই আছিল। নৱম বছৰৰ পৰা অসুবিধা হ'ল। আঘোণৰ 'বাঁহী' পিছৰ বহাগত ওলাইছিল। ইয়াৰ মূল কাৰণ হ'ল তেওঁৰ ব্যৱসায় বন্ধ। নতুন চাকৰিত যোগদান। তেওঁ লেখে, "এই কালডোখৰৰ শেহছোৱাত বাঁহী ওলোৱা নিয়মৰ ব্যতিক্ৰম ঘটিছে। তাৰ কাৰণ, আমাৰ কাৰ্য্যোপলক্ষে হাওড়া পৰিত্যাগ আৰু প্ৰবাসত নিবাস। গ্ৰাহকসকলে অৱশ্যে বাঁহীৰ এনে গঢ় দেখি আমনি পাইছে।" (সম্পাদকৰ চৰা- বাঁহী, ৯ম বছৰ, ১ম সংখ্যা)। 'বাঁহী'ৰ এই দুৰ্যোগ কালত চন্দ্ৰকুমাৰ আগৰৱালাই 'বাঁহী'খন ডিব্ৰুগড়ৰ অসমীয়া প্ৰেছত মুদ্ৰণ আৰু প্ৰকাশনৰ দায়িত্ব লয়। গতিকে দশম বছৰৰ পৰা বেজবৰুৱা 'বাঁহী'ৰ কেৱল সম্পাদক হৈ থাকিল। লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত 'বাঁহী' চতুৰ্ব্বিংশ বছৰলৈকে ওলাই আছিল।

### গ্ৰাহকৰ প্ৰতিক্ৰিয়া

'বাঁহী'ৰ গ্ৰাহকৰ প্ৰতিক্ৰিয়া প্ৰসঙ্গত সম্পাদকে লেখিছে–

(১) “বাঁহীৰ ডিণ্ডিত প্ৰশংসাৰ জয়মালা আৰু পিঠিৰ ওপৰত ৰাম-টাঙোন সমান। সিদিনা এজনে বাঁহী এখন পুৰি তাৰ ছাইসোপা লেফেপা এটাৰ ভিতৰত সুমাই ইংৰাজী নিয়মেৰে লেফেপাটোৰ ওপৰত ক'লা দাগ দি আমালৈ পঠিয়াইছিল।” (বাঁহী, সম্পাদক চৰা, ৩য় বছৰ, ১ম সংখ্যা, ১৮৩৩ শক)।

(২) “সিদিনা আমাক এজনে কৈছিল যে, ‘আজিকালি বাঁহীখন ধৰ্ম্মৰ কাকত হ'ল, গতিকে সি অপাঠ্য হৈ পৰিছে।' আমি ক'লোঁ, ধৰ্ম্মৰ কাকত অৰ্থাৎ ধৰ্ম্মপ্ৰাণ কাকত বাঁহী হ'ব পৰা নাই। হৈছে যদি সেইবাবেহে সি অপাঠ্য হৈছে। বাঁহীক ধৰ্ম্মপ্ৰাণ কৰিব পৰাহেঁতেন নিশ্চয় সি পাঠ্য হ'লহেঁতেন।” (বাঁহী, ৫ম বছৰ, ১ম সংখ্যা, ১৮৩৫ শক)।

বাঁহীৰ বিভিন্ন সংখ্যাত লক্ষ্মীনাথ বেজবৰুৱাৰ পুথিসমূহৰ যি বিজ্ঞাপন ওলাইছিল তাৰ উদ্ধৃতি দিয়া হ'ল–

১) কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা– আপুনি এখন কিনি থওক। আপুনি স্বৰ্গলৈ বাটকুৰি বাই যাওঁতে বাটত ৰূপৰ পাত আৰু সোণৰ গুটিৰে বৰগছবোৰৰ তলত বহি জিৰাওঁতে এই কিতাপৰ একো আধ্যা পঢ়ি গ'লে অচিনাকি স্বপ্ন চিনাকী হ'ব– থিৰাং কথা।

১) (ক) কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা। বেচ ।।০ অনা। সদায় ন। সদায় ন। এই কিতাপ কেতিয়াও পুৰণি নহয়। ইংৰাজীত "Laugh & Grow" বুলি কয়। কাকতৰ টোপোলা তাৰ উপায়। চিঠি লেখি নিয়াওক।

২) কৃপাবৰ বৰুৱাৰ ওভতনি। বেচ ১৲ টকা।

আনন্দৰ আকৰ, হাঁহিৰ পুং, সন্তোষৰ সুখ। হাঁহি, হাঁহি, হাঁহি, মাথোন হাঁহি। দুখ বেজাৰ মনত ৰং লগাবলৈ আৰু এনে লগৰীয়া নাই।

৩) বুঢ়ী আইৰ সাধু। বেচ ১৲ ।

অসমীয়া বুঢ়ী আইৰ মুখে অসমীয়া সাধু শুনা, কেনে সুখ লাগে চোৱাঁ। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ এইখন কিতাপ তোমাৰ সৰুতে ঢুকুৱা বুঢ়ী আইক আগতে আনি দিবা।

৪) ককাদেউতা আৰু নাতিল'ৰা ১৲।

তোমাৰ মৰমৰ ককা-দেউতাৰাক ওচৰত লাগে যদি শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই পৰা এই কিতাপখন কিনি পঢ়া।

৫) লিতিকাই– । অনা।

পঢ়া, হাঁহিত পেটু-নাড়ী ছিগিব। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাৰ এইখন ধেমেলীয়া নাটৰ ভাৱনা তুমি দেখা নাই নে? এবাৰ চাই লোৱাঁ, সৰহ একো

নকওঁ। ইত্যাদি।

অসম সাহিত্য সভাই লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী' (১ম বছৰৰ পৰা চতুর্ব্বিংশ বছৰ পর্য্যন্ত) প্রকাশৰ আঁচনি গ্রহণ কৰি আমাক তাৰ সঙ্কলনৰ দায়িত্ব দিয়ে। ইয়াৰ বাবে সভাৰ কার্য্যনির্ব্বাহক সমিতিৰ শলাগ লৈছো। বর্ত্তমান সময়ত 'বাঁহী'ৰ সকলো সংখ্যা একে ঠাইতে পোৱা টান। তাৰ ভিতৰত কিছুমানৰ আগৰ বা পিছৰ পাত নাই। এনে অৱস্থাত সংকলনৰ কাম দুৰূহ।

'বাঁহী' বাৰটা খণ্ডত সংকলন কৰিবৰ কাৰণে সিদ্ধান্ত কৰি, সম্প্রতি প্রথম খণ্ড (প্রথম বছৰ আৰু দ্বিতীয় বছৰ) আৰু দ্বিতীয় খণ্ড (তৃতীয় বছৰ আৰু চতুর্থ বছৰ) ছপাখনাৰ কাৰণে যুগুত কৰা হৈছে। মই এতিয়া অশীতিপৰ আৰু কিছুদূৰ অথর্ব্ব। তথাপি কাচিয়ে কাটেমানে আৰু বেলিয়ে আতে মানে কাম কৰিবলৈ সাজু।

আমাক এই কার্য্যত সহায় কৰাৰ বাবে অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক ড° এন. গোবিন্দ সিংহ, বালিগাঁও মিলনমন্দিৰ কীর্ত্তিচন্দ্র লাইব্রেৰীৰ পুথি ভড়ালী শ্রীকুশল চন্দ্র গোস্বামী, অসম সাহিত্য সভাৰ পুথি ভঁড়ালৰ কর্মচাৰী শ্রীগোবিন্দ দত্ত, অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক ডঃ জিতেন দাস, ডাঃ মহানন্দ বৰুৱা পুথিভঁড়ালৰ গৰাকী প্রাক্তন অধ্যক্ষ শ্রীকল্যাণ কুমাৰ বৰুৱা, ডিব্রুগড় বিশ্ববিদ্যালয়ৰ প্রাধ্যাপক ড° নগেন শইকীয়া, গুৱাহাটীৰ শ্রীসূর্য্য হাজৰিকা প্রভৃতিৰ শলাগ ললোঁ। অসম সাহিত্য সভাই আমাৰ ওপৰত এই দায়িত্ব ন্যস্ত কৰাৰ নিমিত্তে সভাপতি শ্রীচন্দ্রপ্রসাদ শইকীয়া প্রমুখ্যে কর্ম-কর্ত্তাসকলক ধন্যবাদ জনালোঁ।

'ৰ'দালি'
নতুনপাৰা
যোৰহাট-৭৮৫ ০০১
১.১.২০০১

**যতীন্দ্রনাথ গোস্বামী**

# প্রথম খণ্ড

## প্রথম বছর



## দ্বিতীয় বছর

**প্ৰথম বছৰ, প্ৰথম সংখ্যা**

# সূচী

প্ৰথম বছৰ। ]  আঘোণ, ১৮৩১ শক।  [ প্ৰথম সংখ্যা।




ত্ৰিভুবন মাজে যত বস্তু মধুময়,
সিসবৰ সাৰ ভাগ কৰি একে ঠাই,
পূৰালি উদৰ তোম হে. বাঁহী অমিয়া।
প্ৰেমিকে মাগিছে কণা পূৰ্ণ কৰ' হিয়া।

সুধামৃত সুৰাগৰ, আদৰ আঙুলি
বুলাই মাগিছোঁ, ভিক্ষা দে প্ৰাণ খুলি!
স্বৰ্গৰ অমৃত বাণী পশোক কাণত,
প্ৰকৃতি মুগ্ধ হক, দেৱ বিমানত।
মৰ্ত্তৰ সন্তাপ আঁতৰক এখন্তক,
দিব্যলোক প্ৰকাশক, আত্মা জাগক।
ধৰা মধুময় হক, ক্ষৰোক অমৃত,
উটি যাওক সি সোঁতত মোৰ কাঠ চিত।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# জগৰা মণ্ডলৰ প্ৰেমাভিনয়।

মাজতে চাওখাট মৌজাৰ মণ্ডল জগৰাৰ এটা বৰ বিপদ গল। কুগ্ৰহ, কুগ্ৰহ। ভাগ্যে দুপতীয়াতে ডাইল দৰবৰ গুণত তাৰ জইন মৰিল নতুবা বপুৰাক সি জোলোকা-জোলোকে পানী খুৱালেহেঁতেন।

মণ্ডলে এদিন জোৰহাটৰপৰা গধূলি উন্নতি আহি, ঘৰ পাই, হাত ভৰি ধুই, ভাত খাই উঠি চোতালতে পাটী-ঢৰা এখনত বহি, ঘৈণীয়েকে ওচৰতে বহি আগত বঁটাটো লৈ কাটি দিয়া তামোল খনচেবেক একেবেলিয়েই এমো-কোৰাকৈ মুখত সুমাই, জোনাক আকাশলৈ একেথৰে অলপমান পৰ চাই থাকি মাত লগালে,—"শুনিছনে বোলোঁ। নিচলীৰ মাক শুনিছনে, আমাৰ জীৱন সমুলি মিছাতে গল! আমাৰ একোটো নহল!"

জগৰাণী। "কিয় নো মিছাতে গল?"

জগৰা। "কি কম নিচলীৰ মাক কি কম, আৰু কবলৈ বেজাৰ লাগে!"

জগৰাণী। কোঁৱাঁচোন কোঁৱাঁ কি হল?"

জগৰা। "আজি আমাৰ জোৰহাটৰ ন উকিল সকৰাম শৰ্ম্মা ডেকা ডাঙৰীয়াই ভেওঁৰ লগৰীয়া ডেকালৰা জনচেৰেকৰ সৈতে গোটখাই বহি, কলিকতাত 'ছেপাত মাৰি অহা' এখন অসমীয়া কিতাপ ৰবকৈ মাতি পঢ়ি

থাকোঁতেই মই তাতে ওলালোঁগৈ। উকিল ডাঙৰীয়াই মোক সৰ্ব্বতিকা “চৈহ” মৰম কৰে, মই গলেই মোৰে সৈতে তালৈকে মাত-কথা লৈ মোক মাতি-বুলি বহুৱায়। তেওঁলোকে খুপ্ খুপীয়াকৈ ধৰি নেজ পাতি ইমানকৈ মন দি নো কি পঢ়িছে শুনোঁৱেইচোন বুলি মযো তেওঁলোকৰ কাষতে বহিলোঁ। তাৰ পিছত অলপমান বেলি টলকা মাৰি থাকি লাহেকৈ সুধিলোঁ, ‘ডাঙৰীয়াই নো কি পঢ়িছে, মই মহা মুৰুখকো অলপ তাৰ ভাগ দি গিয়ান দিবনে?’ উকিল ডাঙৰীয়াই সমিধান দিলে, ‘এইখন আমি নেভেল পঢ়িছোঁহঁক।’ মই সুধিলোঁ, ‘ডাঙৰীয়া, নেভেল নো আকৌ কাক বোলে? তাত নো কি লেখিছে বন্ধীয়ে জানিব খুজিছোঁ।’ উত্তৰ পালোঁ, ‘নেভেল এবিধ কিতাপ। এইবিধ কিতাপত পেমৰ কথা লেখা থাকে।’ মই সুধিলোঁ, ‘ঈশ্বৰ কৃষ্ণৰ ভকতি পেম নে কি ডাঙৰীয়া?’ উকিল ডাঙৰীয়াই কলে, ‘নহয়, এক ডেকা আৰু এক ডেকেৰীৰ পেম।’ মই সুধিলোঁ ‘ঈশ্বৰ কৃষ্ণৰ সৈতে গোপিনী সকলৰ পেমৰ কথা শুনিলে পুইণ হয়। ডেকাৰ সৈতে ডেকেৰীৰ পেমৰ কথা শুনিলে কি পুইণ হব ডাঙৰীয়া? বৰং সেই কথা লৈ গোচৰ লাগিলে আমাক সাক্ষী দিবলৈহে টনা-আজোৰা কৰিব পাৰে। মোৰ কথা শুনি উকিল ডাঙৰীয়াই মাত লগালে, ‘কিবা বোলেনে মণ্ডল, তুমি কোৱা কথা সঁচা, কিন্তু তেনেকুৱা পুইণ নহলেও নেভেলত লেখা পেম স্বৰ্গৰ পেম, শুধ পেম; তুমি আজুলিয়াৰ খোজা ছোৱালী-চুৰি বকন্দবাৰ পেম নহয়।” মই কলোঁ ‘ডাঙৰীয়া দয়া কৰি মোক তালৈকে বুজাই দিয়কচোন এই পেম কেনে?’ মোৰ কথা শুনি ভেখেত এবকলা বক্তৃতা দি পেম কাক কয় মোক বুজাই দিলে। অৱশ্যে মই সেই এটাইবোৰ ভালকৈ বুজিব নোৱাৰিলোঁ; তথাপি ভেখেতৰ বাইথা মোৰ শুনি থাকিবলৈ ভাল লাগিছিল; আৰু সচাঁকৈ কবলৈ গলে মই তাৰপৰা অনেক গিয়ান পালোঁ। অন্তত মই সুধিলোঁ, ‘ডাঙৰীয়া গিৰিয়েক ঘৈণীয়েকৰ ভিতৰত পেম হব নোৱাৰেনে?’ ভেওঁ কলে, ‘কিয় হব নোৱাৰিব, কৰিলেই হব পাৰিব; বস্তু থিনালেই সোৱাদ হওক, জুবালবুৰিকৈ একেবাৰেই গিলি পেলালে তাৰ সোৱাদৰ উমান ভালকৈ পোৱা নাযায়; ছোৱাই বা চুহি লাহে লাহে সোৱাদ লৈ খালেহে তাৰ ভালকৈ সোৱাদ পোৱা যায়।’ তেওঁৰ কথাবাৰ মোৰ মনত বৰকৈ সোৱাদ।

আমি বিয়া কৰিলোঁ, লৰা ছোৱালীৰ বাপেক মাক হলোঁহঁক, খোবাত উঠি ছুটি মেলাদি মেলিলোঁ, কিন্তু পেম কি বস্তু তাৰ ভু-ভা লবলৈ কতো এখোজ ৰবলৈ নহল! সেইদেখি আমি স্বৰ্গৰ পেমৰপৰা বঞ্চিত হলোঁ! গৰু মহেও পোৱালি ফুকাইছে, আমিও লৰা ছোৱালী ওপজাইছোঁ. কিন্তু সৰগৰ পেমৰ ভু গৰু মহেও নাপালে আমিও নাপালোঁ! দেখ নিচলীৰ মাক! মই মনতে ভাবি থিৰ কৰিছোঁ যে আমাৰ জীৱনৰ যি ছোৱা এইদৰে গল গল, কিন্তু বাকী ছোৱা আৰু এইদৰে যাবলৈ নিদিওঁ; পেম কৰি পেমৰ সোৱাদ লৈহে ভাক পঠিয়াম।"

জগবাণী। 'কিবা বোলেনে উভৰ সাত পুৰুষ মৰি গল কেঁচা মাছ খাওঁ-তেই, এতিয়া তাৰ মাছ পুৰি খাবৰ বতৰ আহিল! তিনি কাল গল একাল আছে, এতিয়া বৰুৱা ফুকন উকিল মুনচুপৰ লৰাবে সৈতে জোৰ মাৰি কিবা পেম কৰিব লগীয়া হল! নকৰা সেইবোৰ দেওহে, সেইবোৰ আমাক নালাগে, আমি এতিয়া পেম-ভেম কৰিব নোৱাৰোঁ।"

জগৰা। "নহয় নহয় নিচলীৰ মাক, তই বুজিব পৰা নাই, সেইবোৰ আমাক এতিয়া লগা হৈছে। আমি আগেয়ে আছিলোঁ। এক, এতিয়া হৈছে। এক। চৰ্কাৰৰ ঘৰৰ মণ্ডলৰ বিষয়খন পাবৰেপৰা আমি ডাঙৰৰ শাৰীলৈ উঠিলোঁ। ৰজাঘৰে প্ৰজাঘৰে এতিয়া আমি লেখৰ মানুহ হলোঁ। এতিয়া আমি আগৰ গঢ়-গতি নসলালে নহয়। বৰ লাগে নিচলীৰ মাক, তই বিধি-পথালি নকৰিবি; মই তোমে সৈতে আজিৰপৰা পেম কৰিম।'

জগবাণী। "শপত দিব লাগিছে কেলৈ, কি পেম কৰিব খুজিছা কৰা। মই কিন্তু সেইবোৰ একো বুজ নাপাওঁ; কি কৰিব লাগে কৈ দিবা, দেখুৱাই দিবা, সেইদৰেই কৰিম। তুমি সন্তোষ পালেই মোৰো সন্তোষ।"

জগৰা। "বেছ কথা, ভাল কথা, সুন্দৰ কথা, চন্দৰ-বন্দনী বধু-মুখী, সুৰলা কথা। আমি এতিয়াই আৰম্ভ কৰি দিওঁহঁক আহ; কিয়নো, শুভ কাৰ্য্যত বিলম নকৰাই ভাল।"

এই বুলি জগৰা মণ্ডলে জগবাণীৰ থুটবিটোত লাহেকৈ ধৰি জোনৰ ফালে জগবাণীক ঘুৰাই দি মাত লগালে,—"এ হে! কোনটি জোন? এইটি নে সেইটি?

জগৰাণী। "ধোৱাঁ দেও হে, চুৱা-চকৰ তলি যেন মোৰ মুখৰ বৰণ, তাক পাহৰিছা জোন! ইমানকৈ ঠেটা কৰিব লাগিছে নো কলৈ? গোসাঁয়ে বাক যেনেকৈ চজিছে সি তেনেহে হব।"

জগৰা। "কি ঠেটা কৰিছোঁ; নাই কৰা; কাইৰ হে কৰিছোঁ। পেম কৰিবলৈ গলে পোনতে কাইৰ কৰি লব লাগে।'

জগৰাণী। "কি কৰি লব লাগে সোনকালে কৰি লোৱাঁ দেওহে; মোৰ আথল মছিবলৈ আছে, চুৱা কাঁহী বাটি ধুবলৈ আছে।"

জগৰা। "কেনে ফুৰ্ফুৰকৈ জুৰ বতাহ বলিছে, যেন ইন্দ্ৰই সৰগত বহি ৰূপ-খটোৱা ধোৱাঁ-খোৱাত মচলা-দিয়া মলা-ধপাতৰ হোপাটোহে মাৰি সেই ধোৱাঁবোৰ নাকৰ বিন্ধাইদি লাহে লাহে ফুৰ্ফুৰকৈ আমাৰ কাললৈ এৰি দিছে! সঁচাকৈ কৈছোঁ, নিচলীৰ মাক চন্দৰ-বন্দনী, এই বতাহ মোৰ গাত লাগি গাটো শাঁত কৰি গৈছে। সখি! তোমাৰ নাকৰ নিশাহটোও তেনে জুৰ; আৰু সি মোৰ গাত লাগিলে মোৰ গাটো জুৰাই যায়।"

জগৰাণী। "অতদিনৰ মূৰত মই সখী হলোঁ! বড়িয়া হৈছে! দিনৌ কথায় কথায় অমুকৰ জীয়েক তমুকৰ জীয়েক, অমুক খাঁতী তমুক খাঁতী, হত চিৰী হতী মাত পাই আছিলোঁ, আজি আমুকা উকিলৰ মহত্ত পেমত পৰি সখী হলোঁ! মোৰ নাকৰ নিশাহ কোনোবাকাচিৎ যাৰ মুখত পৰিলে গালি খাই তৎ এৰিছিলোঁ, এতিয়া সি হঠাতেকতে ফুৰ্ফুৰীয়া বতাহ হল। এই বাবে-ভচহ কথাখনকে তোমাৰ উকিল ডাঙৰীয়াই কাইৰ পেম বোলেনে? বলিয়া গছত নালাগে যেওহে, এইদৰেইহে ওলায়।"

জগৰা। "পিয়া! পিয়তমা! তুমি এতিয়াও একোকে বুজ নাপালা; লাহে লাহে পাবা; মই পাব লাগিছোঁ। আহা! পেম কি সোৱাদ, কি মউ!"

জগৰাণী। "মাখি-মৌ! আৰু কি কৰ লাগে সোনকালে কৈ লোৱাঁ, মোৰ পলম হৈ গৈছে। ভালেমান কাম আছে। তুমি তো এতিয়াই গোণা মহে কোঁচ্‌কোচোৰা দি কোচ-কোচাই শুই থাকিবা, মই বাতি হুপৰলৈকে খাকি ঘন কৰি মৰিব লাগিব।"

জগৰা। "মই কি তম? লোপোঙু। মই গোৱাপাচীত পৰি তোমাৰ মউ যেন ৰূপ সৰাজিকত চুহিম হে।"

জগবাণী। "এইখন পেম নহয় দেওহে, কিবা ঠেটা-মস্কৰাহে। পেম নকৰিলে যদি ডাঙৰ মানুহ হব নোৱাৰি, আৰু বকৰা ফুকনৰ লৰাৰ শাৰীত চলিব নোৱাৰি, তেন্তে তুমি কাইলৈ গৈ কেনেকৈ পেম কৰে, উকিল ডাঙৰীয়াক ভালকৈ সুধি শিকি আহাঁ; এইখন অলিয়া-বলিয়া গাই নাথাকিবা।"

জগবা। "পিয়া কি কৈছা? মই কি বলকিছোঁ? পেমিক কবিয়ে কাইৰ কৰি পেমৰ ভাবত বুৰি থাকিলেহে সঁচা পেম হয় বুলি মোক উকিল ডাঙৰীয়াই ভালকৈ বুজাই কৈছে। পিয়া, তোমাৰ মউ যেন মাতে মোৰ কাণৰ দুইটা বিন্ধা ভৰি গৈছে। মই পেমৰ গুম্‌গুমনিৰ বাহিৰে আন একো শুনিবলৈ পোৱা নাই আৰু সুগুনো।'

জগবাণী। "মই এইখন তোমাৰ ফাকতি বুজিলোঁ এতিয়া। মোক ঠেটা-মস্কৰা কৰি বং চাবলৈ তুমি আজি বুধি কৰি আহিছা? মই একেষাৰ ডাঙৰকৈ মাত মাতিলেই বাওমুঞ্জ গৰুৱাগালী বুলি মোক গালি নপৰাকৈ নথকা মানুহটোৱে আজি মোৰ মাতত মৌ পালে! এনেখন ঠেটা কৰি থাকিব নালাগে, জোৰহাটত গৈ কৰিবা গৈ, ইয়াত নহয়। মই উঠিলোঁ।"

জগবা। "নাযাবা পিয়া নাযাবা। বিৰহ-অগণিয়ে মোক পুৰি মাৰিব. মই সহিব নোৱাৰিম, মোৰ প্ৰাণ যাব। নিচলীৰ মাক চন্দৰ-বন্দনী! মই তোমাৰ শ্ৰীচৰণৰ নিকিনা গোলাম! মোক তোমাৰ ৰঙা চৰণত ঠাই দিয়াঁ।"

এই বুলি জগবাই জগবাণীৰ ভৰিত ধৰিব খোজোঁতেই জগবাণী একেচাবেই উঠি আঁতৰিল; আৰু গিৰিয়েকৰ গতি দেখি তাই ভাবিলে যে নিশ্চয় গিৰিয়েকে আজি কৰবাত ভাং ধুতুৰা খাই আহি এইখন বলিয়ালি কৰিছে। ইয়াকে মনত সিদ্ধান্ত কৰি জগবাণীয়ে লৰালৰিকৈ গৈ একলহ পানী আনি, সোধ-পোচ নাই জগবাৰ মুৰত হুৰ-হুৰ-কৰে ঢালি দিলে! জগবা নিৰ্ব্বাক! সেইহে জগবাই তিতি-বুৰি শিকি একোকে নামাতি গা মচি তিতা চুৰিয়া সলাই পাটীত পৰিলগৈ; আৰু ঘৈণীয়েকে লৰালৰিকৈ এখুৰি তেল-পানী আনি জগবাৰ মুৰত থপিয়াই দি বিচনিৰে বিচিবলৈ ধৰিলে।

জগবাই কিছুমান পৰ শোৱাপাটীত টলকা মাৰি পৰি থাকি মাত লগালে —"শুনিচনে নিচলীৰ মাক, মই বলিয়া হোৱা নাই, তই ভয় নাখাবি। যি হল হল, এই কথা তই আৰু কাকো নকবি। মই তোৰে মুৰখোৱা শপত খাই কৈছোঁ, আজিৰপৰা এনে কাম নকৰোঁ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# ৰেডিয়ম।

এই প্ৰবন্ধৰ শিতানত লোৱা বস্তুটো আবিষ্কৃত হবৰ চাৰি কি পাঁচ বছৰ মানহে হৈছে। কিন্তু এই অলপ কালৰ ভিতৰতে তাৰ প্ৰভাৱত বিজ্ঞানৰাজ্য কঁপিব লাগিছে। এই কেচুৱাৰ জনম বাতৰিত বিজ্ঞান-ৰাজ্যৰ ৰাজ মুকুট লৰিছে, বহু কালৰপৰা বিধিবদ্ধ হৈ ভাত চলি অহা নিয়মবোৰৰ গুৰি জোকাৰ খাইছে আৰু মত আৰু ব্যৱস্থাবোৰৰ আসন টলিছে। বাস্তৱতে কবলৈ গলে, এই ৰেডিয়ম নামৰ পদাৰ্থ আবিষ্কৃত হোৱাৰ পিছত, ভালেমান কালৰপৰা বৈজ্ঞানিক পণ্ডিতসকলে যিবোৰ সিদ্ধান্ত কৰি আহিছিল, সেই-বোৰৰ মাজত যেনে খেলিমেলি লাগিছে, ইয়াৰ আগেয়ে হোৱা কোনো আবি-ষ্কাৰৰ দ্বাৰাই তেনে হোৱা নাছিল। বিজ্ঞান শাস্ত্ৰত পাৰ্গত পণ্ডিতসকলে কণ্ঠ কাল আলচ আৰু পৰীক্ষা কৰি উত্তাপ পোহৰ আৰু শক্তিৰ বিষয়ে যিবোৰ সিদ্ধান্ত কৰিছিল, ৰেডিয়মে সেইবোৰৰ ভেটি খান্দি ভুলি দালিয়াই পেলাব লগীয়া কৰিছে।

১৮৯৪ খৃষ্টাব্দত প্ৰফেচৰ কুৰী আৰু স্মীড্ট্ৰে একে সময়তে য়ুৰেণিয়ম আৰু থৰিয়মকে আদি কৰি, আলো আৰু শক্তি বিকীৰ্ণকাৰী পদাৰ্থ গোটাচেৰেক আবিষ্কাৰ কৰে। সেইবোৰৰ ভিতৰত য়ুৰেণিয়ম নামৰ বস্তুটো যদিও অনেক কালৰ আগৰেপৰা ৰাসায়ণিক পণ্ডিতসকলৰ জনা আছিল তথাপি তাক বিশেষ লাগতিয়াল বস্তু তেওঁলোকে লেখত লোৱা নাছিল। য়ুৰেণিয়ম আৰু থৰিয়ম আদি বস্তুবোৰ পিছ্ব্লেণ্ড নামৰ এবিধ কলা খনিজ পদাৰ্থৰপৰা ওলিৱা হৈছিল। পিছ্ব্লেণ্ড এটা অতি আশ্চৰ্য্যজনক পদাৰ্থ। যতবোৰ জ্ঞাত খনিজ পদাৰ্থ আছে, প্ৰায় সেই এটাইবোৰৰ Sulphate অৰ্থাৎ গন্ধক দ্ৰাৱকদিগ্ধ পদাৰ্থ তাত আছে। থৰিয়ম আৰু য়ুৰেণিয়ম নামৰ পদাৰ্থ দুটাক, সিহঁতৰ লগত মিহলি হৈ থকা আন আন পদাৰ্থবোৰৰপৰা অম্লদ্ৰাৱক আৰু পানী আদিৰে ৰাসায়ণিক প্ৰক্ৰিয়া যন্তে বিশ্লেষণ কৰি সুকীয়া কৰাৰ পিছতো দেখা গল যে সিহঁতৰ ভিতৰত আৰু এনে এটা পদাৰ্থ আছে যাৰপৰা

এনেকুৱাকৈ উত্তাপ আৰু পোহৰ থকা শক্তি বিকীৰণ হব লাগিছে যে সেই শক্তি অকল য়ুৰেণিয়ম আৰু থৰিয়মৰ পাৰপৰা ওলাব নোৱাৰে। সেইটো কি পদাৰ্থ তাক উলিয়াবলৈ অনেক দিন ধৰি ৰাসায়নিক পৰীক্ষা আৰু গবেষণা চলিল। সেই পৰীক্ষা আৰু গবেষণাৰ ফল—ৰেডিয়ম আবিষ্কাৰ। বৈজ্ঞানিক পণ্ডিতসকলে এতিয়াও ৰেডিয়মক ব্ৰমাইড আদি আন আন পদাৰ্থৰপৰা একেবাৰেই নিখুঁত আৰু বিশুদ্ধৰূপে আঁতৰ কৰি উলিয়াব পৰা নাই। কিন্তু অচিৰতে তেওঁলোকৰ সেই চেষ্টা সফল হব বুলি আশা কৰা যায়।

ৰেডিয়ম আজিলৈকে বেহাৰ বস্তুৰ শাৰীলৈ নিব পৰা হোৱা নাই; কাৰণ এতিয়ালৈকে যিমান ৰেডিয়ম পোৱা গৈছে সি ইমান তাকৰ আৰু তাৰ বেচ ইমান সৰহ যে তেনে হোৱাটো এতিয়াও সম্ভৱ হৈ উঠা নাই। ফ্ৰান্সত প্ৰ্যাথোন ৰেডিয়ম প্ৰস্তুত কৰিবৰ নিমিত্তে এটা কাৰখানা আছে। বৰ কষ্টেৰে অতিৰিক্ত খৰচেৰে আৰু ভালেমান দিন অশেষ পৰিশ্ৰমেৰেহে এখুন্দমান ৰেডিয়ম পোৱা যায়। আধেৰ ৰেডিয়মৰ বেচ ১২০০০০০০০ টকাতকৈও সৰহ। কিন্তু আধেৰ ৰেডিয়ম দূৰৰ কথা, আজিলৈকে বৈজ্ঞানিক পণ্ডিত সকলে দুখুন্দ-চাৰিখুন্দৰ বাহিৰে ৰেডিয়ম পৰীক্ষা কৰিবলৈ পোৱা নাই। এটা আলপিনৰ মূৰটোৰ দহভাগৰ এভাগৰপৰা, টানিমানি, আদভাগৰ সমানলৈকে একোখুন্দ ৰেডিয়ম গ্লাচৰ সৰু চুঙা এটাত ভৰাই চুঙাটোৰ মুখখন ভালকৈ মাৰি থোৱা হয়। তেনেকুৱা অলপ-অচৰপ ৰেডিয়ম লৈহে তেওঁলোকে যি পৰীক্ষা কৰিছে। দুবছৰ মানৰ আগেয়ে অধ্যাপক ৰেগ (Professor Wragg চাহাবৰ এখুন্দ কি দুখুন্দ ৰেডিয়ম আনি, তাৰ উৎপত্তিৰ ইতিহাস আৰু গুণাগুণৰ বিষয়ে কলিকতাত বক্তৃতা দিছিল। এই প্ৰবন্ধ লেখকে তিনি-চাৰিবাৰ অধ্যাপক ৰেগৰ তেনে বক্তৃতা শুনিছিল আৰু সেই অতি আচৰিত ৰেডিয়ম দেখিছিল।*

ভবিষ্যতে যেতিয়া ৰেডিয়ম সৰহকৈ উলিয়াব পৰা যাব, আৰু সি সস্তা হব, তাৰ দ্বাৰাই জগতত মহা আশ্চৰ্য্যজনক কাৰ্য্য সাধিত হব বুলি বৈজ্ঞানিক

---

* কাবুলৰ আমীৰ হবিবুল্লা কলিকতালৈ আহোঁতে, অধ্যাপক ৰেগে আমীৰক ৰেডিয়ম এখুন্দ উপঢৌকন স্বৰূপে দিছিল; কিন্তু কি ভাবি কব নোৱাৰোঁ, আমীৰে সেই উপঢৌকন গ্ৰহণ নকৰিলে।

পণ্ডিতসকলৰ বিশ্বাস। বেডিয়মৰ অতি আচৰিত গুণবোৰৰ ভিতৰত এইটো ৰৰ মন কৰিব লগীয়া যে সকলো অৱস্থাতে সি সমান আৰু নিৰবচ্ছিন্নভাৱে উত্তাপ আৰু পোহৰ দিয়ে, অথচ তাৰ ওজন নকমে, গাৰ গঢ়ৰ পৰিবৰ্ত্তন নহয়, বা আন কোনো প্ৰকাৰে তাৰ অৱনতি নঘটে। এই জগতত উত্তাপ কেনেকৈ উৎপন্ন হয় সকলোৱে জানে, কিন্তু ৰেডিয়মে নিজৰ উত্তাপ নিজে সৃজন কৰে; আৰু সম্প্ৰতি তাৰ বিষয়ে যি জানিব পৰা গৈছে, সেই উত্তাপ সৃষ্টিকাৰ্য্য সি অনন্তকাল অশেষভাৱে সমানে কৰি আছে আৰু কৰি থাকিব বুলি বৈজ্ঞানিক পণ্ডিতসকলৰ ধাৰণা। উত্তাপ সৃষ্টি সম্বন্ধে আমাৰ ভিতৰত প্ৰচলিত যি জ্ঞান আছে ৰেডিয়মে তাৰ ওলট-পালট কৰি দিছে। ৰেডিয়ম দেখিবলৈ সাধাৰণ লোণৰ সৰু "দানা" এটাৰ নিচিনা।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

## অসমীয়া।

—ঃ—

আমি যাক অসমীয়া বোলোঁ তেওঁলোক কোন? তেওঁলোক সদায় আসামতে আছিল নে? অসমীয়া জাতি কেনেকৈ সংগঠিত হল? ইত্যাদি প্ৰশ্নৰ উত্তৰ এই প্ৰবন্ধত আমি অলপ-অচৰপ দিবলৈ চেষ্টা কৰিম।

আৰ্য্যবিলাক ভাৰতবৰ্ষৰ আদিম অধিবাসী নহয়। তেওঁলোক মধ্য-এচিয়াৰ হিন্দুকুশ পৰ্ব্বতৰ কাষৰপৰা, কোনো কোনোৰ মতে আৰু ওপৰৰ ফালৰ উত্তৰৰপৰা অহা মানুহ। আৰ্য্যবিলাক ভাৰতলৈ অহাৰ আগেয়ে ভাৰতত অনেক জাতৰ আৰু অনেক কৈদৰ মানুহ আছিল। সেই মানুহবোৰো সদায় ভাৰততে আছিল নে, নাইবা কোনবা-কলিশ-যুগতে বাহিৰৰপৰা আহি ভাৰতত সোমাই ভাৰতবাসী হৈছিল, সেইটো নিৰ্ণয় কৰা টান। আৰ্য্য-সোঁত ভাৰতলৈ বলাৰ আগৰেপৰা, যাইকৈ দ্ৰাবিড়ী জাতিৰ মানুহ প্ৰায় গোটেই ভাৰত জুৰি আছিল বুলি পুৰণি কালৰ বৃত্তান্ত জনা পণ্ডিতসকলে সিদ্ধান্ত কৰিছে। কিন্তু দ্ৰাবিড়ীবিলাকো যে ভাৰতৰ আদিম অধিবাসী নহয়, বাহিৰৰপৰা আহি ভাৰতত বাস কৰিছিল, এনে অনুমান পণ্ডিতসকলে কৰে।

সম্ভৱতঃ দ্ৰাবিড়ীবোৰ আফ্ৰিকা মহাদেশৰ মানুহ আছিল, আৰু বুৰঞ্জীয়ে ঢুকি পোৱা কালৰ অনেক আগেয়ে তেওঁলোক আৰব দেশেদি আহি ভাৰতৰ উত্তৰ-পশ্চিম ফালৰ পৰ্ব্বতৰ মাজৰ ঠেক বাটেদি ভাৰতত সোমাইছিলহি। কোনো কোনো পণ্ডিতে ভাবে, যে এনেকুৱা হোৱাটোও সম্ভৱ যে সেইকালত আফ্ৰিকাৰ মাডাগাস্কাৰৰ সৈতে ভাৰতবৰ্ষক লগ লগোৱা লিমুৰিয়া বুলি যি এডোখৰ ঠাই আছিল আৰু যাক এতিয়া সমুদ্ৰই বুৰাই থৈছে, সেই ঠাই ডোখৰেদি আহি দ্ৰাবিড়ীবোৰ ভাৰত সোমাইছিল। দ্ৰাবিড়ীবোৰৰ শাৰীৰিক গঢ়-পিণ্ডবোৰ আফ্ৰিকাৰ নিগ্ৰোৰ গঢ়-পিণ্ডেৰে ভালেখিনি মিলে দেখি "এথ্‌নলজিষ্ট" সকলে অৰ্থাৎ মনুষ্য জাতিৰ মূল বিভাগ আৰু পৰম্পৰ সম্বন্ধ বিচাৰ বিষয়ক বিজ্ঞানশাস্ত্ৰ জনাসকলে দ্ৰাবিড়ীবোৰক আফ্ৰিকাৰপৰা অহা মানুহ বোলে। দ্ৰাবিড়ীজাতিৰ মানুহৰ মূৰ দীঘলীয়া, চকু ডাঙৰ আৰু কলা, মুখত ঘন দাড়ি, বৰণ কলা, ভৰিৰ কলা-ফুল সৰু, বহল নাক, ইত্যাদি গঢ় আফ্ৰিকাবাসী নিগ্ৰোৰ সৈতে মিলে। কোনো কোনো পণ্ডিতে কয়, দ্ৰাবিড়ীবোৰ ভাৰতৰে আদিবাসী মানুহ, বাহিৰৰপৰা অহা নহয়; তপৃত দেশ ভাৰতত যুগ-যুগান্তৰৰপৰা থাকি থাকি তেওঁলোকৰ বৰণ কলা হৈছে। এইবোৰ যি হওক, এইটো ঠিক যে দ্ৰাবিড়ীবোৰক প্ৰবল আৰ্য্য-সোঁতে ঠেলি নি দক্ষিণত পেলালেগৈ। এইবাবেই ভাৰতৰ উত্তৰ-পশ্চিম ফালে দ্ৰাবিড়ী জাতিৰ মানুহ এতিয়া পাবলৈ নাই। কিন্তু ভাৰতৰ উত্তৰ-পূবত দ্ৰাবিড়ীৰ চিন এতিয়াও চুকে-কোণে লাগি থকা পোৱা যায়। আসামৰ ডোম জাতিটো আগৰ আসাম বাসী দ্ৰাবিড়ীৰ অৱশিষ্ট বুলি অনেক পণ্ডিতে সিদ্ধান্ত কৰে; কাৰণ ডোমৰ মূৰ মুখ নাক ভৰি গাৰ গঢ় আৰু বৰণত অনাৰ্য্য দ্ৰাবিড়ীৰ ভালেমান চিন আছে।

বাহিৰৰপৰা মানুহ আহি যামেদি ভাৰতবৰ্ষ সোমাবলৈ ছটা মাথোন বাট। —এটা, ভাৰতবৰ্ষৰ উত্তৰ পশ্চিমৰ খাইবৰ নামে.পৰ্ব্বতীয়া ঠেক বাট; আনটো উত্তৰ-পূবৰ অসামেদি। এইটো ঠিক যে দ্ৰাবিড়ীবোৰ উত্তৰ-পূবৰ বাটেদি অহা নাই, সিহঁত আহিছিল যদি উত্তৰ-পশ্চিমৰ বাটেদি হে আহিছিল। উত্তৰ-পশ্চিমৰ বাটেদি দ্ৰাবিড়ী আৰ্য্য আৰু চেমিটিক আদি জাতিৰ সোঁত ভাৰতলৈ এটাৰ পিছত এটাকৈ বলি আছিল। উত্তৰ-পূবৰ বাটেদি মঙ্গল

জাতিৰ মানুহহে ভাৰতত সোমাইছিল। আৰ্য্যবোৰ ভাৰতলৈ অহাৰ আগৰে পৰা ইণ্ডো-চাইনিজ ভাষা কওঁতাসকলৰ ভিতৰত পৰা মন-খমেৰ, তিৰ্ব্বত-বৰ্ম্মান, আৰু চায়েম-চাইনিজ ভাষাত কথা কোৱা জাতিৰ মানুহ আসামত আৰু আসামেদি বঙ্গদেশত সোমাইছিলহি অনুমান হয়। প্ৰথমতে মন-খেমাৰ, তাৰ পিছত তিৰ্ব্বত-বৰ্ম্মাণ, আৰু তাৰ পিছতহে চায়েম-চাইনিজ ভাষা কওঁতা সকলৰ ফৈদবোৰ আহিছিল। তিৰ্ব্বত-বৰ্ম্মাণ ভাষা কওঁতা জাতিবোৰে মন-খেমাৰ ভাষা কওঁতাবোৰক গিলি পেলাইছিল মনে ধৰে। নগা, কুকি আৰু বড়ো তিৰ্ব্বত-বৰ্ম্মাণ শ্ৰেণীৰ লোক। ব্ৰহ্মপুত্ৰ উপত্যকাত আজিও জীয়াই থকা অনাৰ্য্য ভাষাবোৰ বড়োৰ ভিতৰুৱা। কছাৰী বা মেচ, গাৰো, ডিমচা, ত্ৰিপুৰা, লালুং, ৰাভা, আৰু ছুটীয়া, বড়োপৰিয়ালৰ ভিতৰৰ। চান ভাষাবোৰ—যাৰ ভিতৰত আহোম ভাষা পৰিছে—চায়েম-চাইনিজ ভাষাৰ পৰিয়ালৰ ভিতৰুৱা। বড়ো পৰিয়ালৰ জাতিবোৰে অসমত অনেক আগৰ কালৰপৰা অনেক কাল প্ৰাধান্য কৰি আহিছিল যে এইটো নিশ্চয়; কাৰণ সেই পৰিয়ালৰ ভিতৰুৱা জাতিৰ চিন-মোকাম আসামত সৰহ। বড়ো-পৰিয়ালৰ ভিতৰুৱা কছাৰী, ছুটীয়া, বৰাহী আদি ৰাজ্যবোৰৰ পৰাক্ৰম আৰু আয়ুস আসামত বৰ প্ৰবল আৰু দীঘল আছিল। খৃষ্টাব্দৰ ১৩ শতিকাত আসামত সোমোৱা চায়েম-চাইনিজ পৰিয়ালৰ ভিতৰুৱা আহোমবোৰে যদিও বড়ো-পৰিয়ালৰ ভিতৰুৱা সকলক প্ৰভাৱিত হকৱাইছিল; তথাপি তেওঁলোকৰ ৰাজত্ব আসামত ৭০০ বছৰৰ বেছি নিটিকিল দেখি আসামত তেওঁলোকৰ খোজৰ চিন বড়োৰ বোৱা দৰে নৰল।

আসামলৈ দ্ৰাবিড়ীবিলাক, প্ৰথমবোৰ মঙ্গল জাতিৰ মানুহ অহাৰ আগেয়ে আহিছিল নে পিছত আহিছিল; এই কথাৰ মীমাংসা কৰা এক প্ৰকাৰ অসম্ভৱ। কিন্তু এইটো ঠিক যে আৰ্য্যবিলাক আসামত সোমোৱাৰ আগেয়ে সেই দুই জাতিৰ মানুহ আসামত আছিল। কালক্ৰমত আৰ্য্যবিলাকে তেওঁলোকৰ ওথ থাপৰ সভ্যতা আৰু ধৰ্ম্মৰ সোঁতেৰে যেতিয়া আসাম ঢৌৱাই পেলালে; সেই ঢৌত খাচীয়া আৰু জয়ন্তীয়া ভাষাৰ বাহিৰে, মন-খেমাৰ পৰিয়ালৰ ভাষা-বোৰ উটি গল। কিন্তু আৰ্য্য ভাষাই বড়ো ভাষাক একেবাৰেই আসামৰ পৰা খেদাব নোৱাৰি তাৰ লগে লগে আছিল। ইয়াৰ পিছত কাল-

ক্ৰমত আসামত আৰ্য্য ভাষাই যদিও বডোক পিছ পেলালে, তথাপি বডোৰ নানান প্ৰভাৱৰ চিন আসামৰপৰা মছি গুচাব নোৱাৰিলে, বৰং আৰ্য্য-ভাষাৰ নিজৰ গাত বডোৰ প্ৰভাৱৰ ছাব অনেক পৰিছে বল।

আসামৰ মাটি সাৰুৱা ; অলপ আয়াসতে ভাত শস্য উৎপাদিত হয় ; সেই দেখি ভাৰতবৰ্ষৰ আন ঠাইৰপৰা আৰু ভাৰতৰ বাহিৰৰপৰাও আসামলৈ মানুহ আহি সুচল পাই তাত বসতি কৰি থাকিছিল। যাইকৈ আসামত কামাখ্যা, পৰশুৰাম কুণ্ড আদি অনেক তীৰ্থস্থান থকাৰ নিমিত্তে আসামলৈ তীৰ্থ কৰিবলৈ অহা বিদেশী মানুহেও উৰ্ব্বৰা আসাম এৰি নিজৰ কটুৰ দেশলৈ উভতি নগৈছিল। তাৰ উপৰিও আৰু এটা মস্কিল এই আছিল যে সেই কালত আসামলৈ অহা যোৱা কৰা বাট বৰ দুৰ্গম আছিল, সেই বাবেও কোনো বিদেশী মানুহ এবাৰ আসামলৈ আহিলে পৰাপক্ষত তেওঁ আসাম এৰি উভতি নিজৰ দেশলৈ যাবলৈ মন নেমেলিছিল। আগৰ কালত আসাম ৰজাসকলেও বিদেশী গুণাকৰ মানুহ পালে তেওঁলোকক মাটি-বাৰী বিষয়-বাসনা দি আসামতে পাতি আসাম দেশ চহকী কৰিছিল। পশ্চিমীয়া মানুহ স্বভাৱতে কষ্টসহিষ্ণু আৰু তীৰ্থৰত। সেই দেখি গুৰিতে পশ্চিমীয়া হিন্দুস্থানী মানুহ আসামলৈ যোৱাৰ লেখ সৰহ। কালক্ৰমত সেইসকলে আসামত বসতি কৰি অসমীয়া মানুহৰ সৈতে বিয়া-বাৰুৰ সম্বন্ধ কৰি আসা-মতে থাকি অসমীয়া হৈ গৈছিল। তেওঁলোকৰ পো-নাতিসকলে যে আসামৰ অসমীয়াৰ লেখত ভালেমান পোহ দি তাক সৰহ কৰিলে এইটো গুৰুপ। উড়িষ্যাৰ সৈতে আগৰ কালত আসামৰ সম্পৰ্ক প্ৰবল আছিল ; পুৰীৰ তীৰ্থ জগন্নাথ ক্ষেত্ৰই তাৰ প্ৰধান কাৰণ। ইত্যাদি কাৰণত অসমীয়া মানুহ আৰু অসমীয়া ভাষাত হিন্দী আৰু উড়িয়া মানুহ আৰু ভাষাৰ বৰঙনিৰ ভাগ সৰহ দেখিবলৈ পোৱা যায়। সেইদেখি আমি কব পাৰোঁ যে যাক আমি আজি অসমীয়া মানুহ বোলোঁ, আৰু যি ভাষাক অসমীয়া ভাষা বোলোঁ, সেই দুয়ো অনেক জাতিৰ অনেক দেশৰ মানুহ আৰু ভাষাৰ সানমিহলি হৈ হোৱা বস্তু। ভাৰতৰ আন আন দেশতকৈ আসামত সমাজ-বান্ধোন ঢিলাসোলোকা হোৱাৰ কাৰণো সেয়েই। কিন্তু আমি অলপ দকৈ ভাবি চালেই বুজিম যে যদিও বাৰ ঠাইৰ বাৰটা লৈ অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ সৰহ ভাগ গঠিত,

তথাপি সেইবোৰ সগলগাই বাদ্ধি একেটা কৰিবৰ নিমিত্তে আসামত এনে এটা খাই বান্ধোন আছে যে আন দেশত তেনে বান্ধোনৰ অনেক গুণে অভাৱ। সেই বান্ধোন—আসামত, বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰা সত্ৰবিলাক। সেই সত্ৰবিলাকৰ ধৰ্ম্মৰ সূতাই অসমীয়া মানুহক একেডাল সূতাতে গুঠিছে, আৰু আসামত ওখ, মাজ আৰু তল থাপৰ মানুহক ধৰ্ম্ম নীতি সদাচাৰৰ অখণ্ড নিয়মবিলাকৰ তলতীয়া কৰি বান্ধিছে। পৃথিবীৰ আন দেশত এনে দৃশ্য আটকীয়া। সেই কাৰণৰ নিমিত্তেই হিন্দুধৰ্ম্ম প্ৰচাৰৰ ভাষা সংস্কৃত ভাষাত অসমীয়া ভাষাৰ সৰ্ব্বাঙ্গ মজি আছে, আৰু সেইবাবেই সংস্কৃত ভাষাই অসমীয়া ভাষাত মাতৃৰ আসন অধিকাৰ কৰি বল, আৰু সেইবাবেই কি বড়ো ভাষা, কি আহোম ভাষা, কোনো অনাৰ্য্য ভাষাই অসমীয়া ভাষাক সংস্কৃতৰ বুকুৰপৰা কাঢ়ি নিব নোৱাৰিলে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি।

## আনন্দৰাম বৰুৱাৰ চমু জীৱনচৰিত।

১৮৩১ শকৰ নিশ্চয় ভালেমান বছৰৰ আগেয়ে, আসাম দেশৰ অন্তৰ্গত গুৱাহাটীৰ উত্তৰ পাৰত পিছত বিখ্যাত হব লগীয়া কপালেৰে আনন্দৰাম বৰুৱাই পানী-কেচুৱাতে জন্মগ্ৰহণ কৰে। তেওঁ জন্ম হোৱাৰ আগেয়ে সিপুৰীত এই কেইটা কথা থিৰাং কৰি থৈছিল যেন অনুমান হয়।

(১) ডাঙৰীয়া গৰ্গৰাম বৰুৱা সদৰামিনক তেওঁ বাপেক আৰু সদৰামিনৰ সহধৰ্ম্মিণী দুৰ্লভেশ্বৰী বৰুৱানীক মাক মনোনীত কৰিব।

(২) উল্লিখিত বৰুৱা বৰুৱানীৰ ৰৰবোপা জনকীৰাম আৰু মাজুবোপা পৰশুৰামৰ পিছতহে তেওঁ পৃথিবীত প্ৰবেশ কৰি সৰু বোপাৰ পদ লব; আৰু সৰু ভায়েক মণিৰামৰ মূৰত ভৰি দি তেওঁ উপজিব আৰু তাৰ পিছতহে বণিৰাম উপজিব পাৰিব।

(৩) তেওঁক অসমীয়াৰ ভিতৰত প্ৰথম বি, এ, প্ৰথম বেৰিষ্টৰ আৰু প্ৰথম চিভিলিয়ান পাতিব লাগিব।

(৪) তেওঁ ছত্রিশ জাতৰ মানুহৰ হাতে ভাত খাবলৈ তেওঁক কয়তা দি. লাগিব ; আৰু সেই অন্ন খাই উঠি গামোছাৰে মুখ মছি সেই মুখেৰেই বেদ বেদান্তাদি শাস্ত্ৰৰ শ্লোক মাতিবলৈ দিব লাগিব।

(৫) ইংৰাজ গভৰ্ণমেণ্টে তেওঁক হাকিমৰ বিষয়খন খাবলৈ দিব লাগিব ; আৰু সেই বিষয় তেওঁ খাই.থাকোঁতেই তেওঁৰ ৩৯ বছৰ বয়সত, অসমীয়া মানুহৰ মুখ নেদেখাকৈ কলিকতাত বঙালীৰ মাজত পক্ষাঘাত ৰোগত তেওঁক মৰিবলৈ এৰি দিব লাগিব। আচৰিত কথা যে বৰুৱাদেৱে এই বন্ধবস্তৰ স্বৰ্ত্তবোৰ অলপো লৰচৰ হবলৈ নিদিয়াকৈ "উচল" কৰি ললে। আনন্দৰাম বৰুৱাই পূৰ্ব্বজন্মৰ প্ৰাক্তনৰ ফলত বিশ্ববিদ্যালয়ৰ মহলাদিলাকুত "টপাটপ্" উঠি গৈছিল। তেওঁৰ বুদ্ধিটো সকৰেপৰা ভোটা আছিল দেখি সৰ্ব্বসাধাৰণ লৰাবিলাকে যিবোৰ কাৰ্য্য কৰি বহ আৰ্জ্জে, তেওঁ সেইবোৰ কাৰ্য্য কৰিব নোৱাৰিছিল। যেনে ;—তেওঁ সিহঁতৰ দৰে মিছা মাতিব নাজানিছিল ; দন্দ কৰিব নাজানিছিল ; কিলাকিলি কৰিব নোৱাৰিছিল, নপঢ়ি হৈ-গুছ খেলি ফুৰি সময় কটাব নোৱাৰিছিল ; মাৰ মহীয়া মেজিলৈ লোকৰ বাৰীৰ কাঠ বাঁহ মনে মনে কাটি আনিব আৰু লোকৰ ঢেকিশালৰপৰা ঢেকি চুৰকৈ আনিব নাজানিছিল। সকলে যেনেকৈ তেওঁ মিছা কথাৰ ফলা মুখস্থ কৰিব নোৱাৰিছিল, তাওৰ হলতো সেইদৰে কোনোমতে সেই ফলা মুখস্থ কৰিব নোৱাৰিছিল, নতুবা তেওঁ বিলাতৰপৰা চিভিলিয়ান হৈ উভতি আহিলত, মিছাকৈ পৰাচিত হব নোৱাৰি বাপেকক মনকষ্ট নিদিলেহেঁতেন ; আৰু তেওঁৰ পিছৰ কালৰ ছোকা বুধীয়া "বিলাত ফেৰ্ত্তা" সকলৰ দৰে, "আমি বিলাতত টৌ-খুটি মাৰিহে ভাত খাই আহিছোঁ" বুলি ডাঠকৈ কৈ, পকা তেলত ভজা সৰিয়হ শাকৰ খৰলিৰ দৰে লণ্ডন হৈ সিজি অসমীয়া মানুহৰ জাতৰ পেটত সোমাই গলহেঁতেন। সৰহ নকওঁ, তেওঁ তেওঁৰ ভোটা আৰু ঠৰঙা বুধিৰ নিমিত্তেই আসাম এৰি "দেশান্তৰী" হব লগীয়াত পৰিছিল, আৰু শেহত মৰিবৰ সময়ত বঙালৰ ঘৰত বঙালে মুখত দিয়া পানী এধোকা খিলিহে প্ৰাণ পৰিত্যাগ কৰিব লগীয়াত পৰিছিল। আনন্দি বৰুৱাই সংস্কৃত ভাষাটো ভালকৈ খৰচি মাৰি শিকি লৈছিল, আৰু সংস্কৃত অভিধান ব্যাকৰণ আৰু টীকা পুথি ৰচনা কৰিছিল। সেই পুথি বা কিতাপবোৰ আজিকালি অনাদৰত ভেকুৰা লাগি

পৰি আছে বুলি মানুহে কোৱা-কুই কৰা শুনা যায়। সংস্কৃত বা ভাষা; মৃতকৰ সৈতে কথা পতা যেনে, মৰা ভাষা শিকি তাৰে কিতাপ-পত্ৰ লেখাও তেনে; গতিকে আনন্দি বৰুৱাই সেই ভাষাটো খাটি-খুটি সময় নষ্ট কৰি অনাহকতে জীৱনটো ক্ষতাৰ নালাগিছিল। মানুহৰ বুধিটোত যদি চোক নাথাকিল তেন্তে ভাবপৰা একো আশা কৰিব নোৱাৰি। "উষা" কাকতত চমুকৈ তেওঁৰ জীবন-চৰিত বৰ্চোভাজনে লেখিছে, যে "বিলাতত থাকোঁতেই তেওঁ ফ্ৰান্চ্ দেশৰ ভাষা এনে ভালকৈ শিকিছিল যে তেওঁৰ কথাবাৰ্ত্তা শুনি সেই দেশৰ মানুহেও তবধ মানিছিল।" জীৱন-চৰিত' লেখোঁতাই এই কাৰ্য্যি কথাৰ দ্বাৰাই আনন্দি বৰুৱাৰ সুখ্যাতি কৰিবলৈ গৈছে নে অখ্যাতি কৰিবলৈ গৈছে কব নোৱাৰোঁ, কিন্তু মই হলে কওঁ যে বৰুৱাদেওঁৰ ভোটা বুদ্ধিৰ ইও এটা জ্বলন্ত প্ৰমাণ। তেওঁ মানুহ আছিল অসমীয়া, থাকিছিল ভাৰতবৰ্ষত, আৰু বিষয়-বাসনা থাই আছিল ইংৰাজ গবৰ্ণমেণ্টৰ, অথচ ভাষা শিকি "শৰীল পাত" কৰিছিল ফ্ৰান্সৰ। তেওঁ দিনো ফ্ৰেন্স ভাষাৰে মাত নামাতিলে তেওঁৰ কোনটো কাম নচলাত পৰিছিল কোনবাই কব পাৰেনে? ইয়াৰ পিছত, অকাৰ্য্যত সময় নষ্টৰ উদাহৰণ বিচাৰি আৰু দুৰলৈ যাব লাগিবনে? এই হিচাপে চাবলৈ গলে, তোমালোকে ববৰুৱাকো হনলুলু আৰু হংকং দেশৰ ভাষা শিকিবলৈ পঠিয়াব পাৰা, কাৰণ তাৰ দ্বাৰাই তোমালোকৰ কিজানি কিবা উপকাৰ হয়েই।

আনন্দৰাম বৰুৱা খৰচীয়া লোক নাছিল। তেওঁৰ দেউতাক চহকী; তথাপি তেওঁ দেউতাকৰ হাতনি-পেৰাত হাত নিদি নিজে পোৱা জলপানিৰ-পৰা ৰূপ গোটাই বিলাতত পঢ়ি-শুনি ফুৰিচাকি আহিল। প্ৰবাদ আছে যে তেওঁ বিলাতৰপৰা ভাৰতলৈ উভতি আহোঁতে, জলপানিৰপৰা সচা এমোনা ৰূপ-লগত লৈ আহিছিল। ইয়াৰপৰাই ভালকৈ বুজি লোৱাঁ, বৰুৱা ঢাঙৰীয়াৰ হাতৰ আঙুলিৰ মাজৰ বিন্ধাবোৰ কেনে পানী-নসৰকা আছিল। কিন্তু ইয়াৰ পিছৰ ডোখৰ কালত তেওঁৰ আঙুলিবোৰ সেৰেঙা হৈছিল; নতুবা তেওঁ অকলসৰীয়া মানুহ, তেওঁৰ পো নাই পোৱালি নাই, ঘৈণী নাই শাহু নাই, এনে স্থলত তেওঁ এথেলা ধন ভাঙ্গি মুৰ্চিদাবাদৰ বহৰমপুৰত ইমানটো ভব্য ঘৰ কিনি ভাত ধ্বংস কৰি থাকিবৰ দিহা কৰিছিল কিয়? আনৰ কথাকে নকওঁ,

স্টেটো ঘৰৰ গ্লোটালি কেইটাত বাহিৰে ভিতৰে চাকি লগাবলৈকে বাতি-টোৰেপতি এখন তেলী-শালে তেলৰ যোগান ধৰিছে কোনোমতে ভৰণি পাব।

বকৰাদেওৰ গাত বল আছিল; সেইদেখি তেওঁ আসামলৈ উভতি আহোঁতে জাহাজত যিটো খোটালিত আছিল তাত এজন বগা চাহাব বলেৰে সোমাবলৈ যোৱাত বকৰাদেৱে সেইজনক তালকৈ কিলাই দিলে। একিল খাই এবুধি চাপিলত চাহাবে বকৰাদেওৰ ওচৰলৈ আহি ইংৰাজী ভাষাত বিং-বিং-বাং-বাং কৰি কিবা "এপলজি" কৰি অৰ্থাৎ হেনো ক্ষমা মাগি "হেণ্ডচেক" কৰি গুচি গল।

কিম্বদন্তি আছে যে আনন্দৰাম বকৰাই তেওঁৰ বয়সৰ আবেলি বেলিকা বেইভ্ৰ ঘূৰিবৰ মন কৰিছিল আৰু সেই অভিপ্ৰায়ে এঠাই কি দুঠাইত খোৱালী চাবলৈকো গৈছিল। অনুমান হয়, তেওঁ কালিদাসৰ শকুন্তলাৰ টীকা কৰি থাকোঁতে হঠাৎ মনত কিবা ভাবোদয় হৈহে তেনে কৰিছিল। নাইবা, তেওঁৰ "খানচামাই" বজাৰ খৰচৰ পয়চা চুৰকৈ থাকোঁতে থাকোঁতে কোনো এদিন তেওঁৰ হাতত ধৰা পৰিলত, বৰলা ভাতগলাৰ ওপৰৰ তেওঁৰ ৰেজা লাগিছে তেওঁ সেই শঙ্কটময় খোজ চলাইছিল। অৱশ্যে মই মোৰ এই অনুমানৰ প্ৰমাণ দিব নোৱাৰোঁ। হব পাৰে সি গোটেই সঁচা, হব পাৰে সি গোটেই মিছা, অথবা হব পাৰে সি আদখিনি সঁচা আদখিনি মিছা। এটা কথা কিন্তু এইখিনিতে মন কৰিবলৈ পাহৰিব নালাগে যে সকলোকে সকলো কথাই সুমুজে। বকৰাদেৱেও এই ন কথাৰ "হাৰা-পানী বৰ্দ্দাস্ত" কৰিব নোৱাৰিলে; নতুবা তেওঁ ইয়াৰ অলপ পিছতে ইহলোকৰপৰা পৰ-লোকলৈ পুলুকা মাৰিলে কিয়?

আনন্দৰাম বকৰা শিৱসাগৰত হাকিম হৈ থাকোঁতে কোনো অসমীয়া মানুহৰ ঘৰলৈ তেওঁ নগৈছিল; আৰু পৰাপক্ষত কোনো অসমীয়া মানুহও তেওঁৰ ঘৰলৈ নগৈছিল। বকৰাদেও হাকিম মানুহ, যাৰে তাৰে ঘৰলৈ তেওঁ গলে সেইসকলে তেওঁৰ ওপৰত কোনো সুবিধা লবলৈ বিচাৰিব পাৰে; সেইদেখি তেওঁ কাৰো ঘৰলৈ নগৈছিল। অসমীয়া ভাল মানুহ তেওঁৰ ঘৰলৈ নোযোৱাৰ কাৰণ,—বকৰাদেৱে তেওঁলোকক তেওঁৰ ঘৰত পাই

অপ্ৰস্তুত কৰি বিপদত পলাবৰ দিহা কৰা সহজটো তেওঁৰ গাত আছিল। আমাৰ কথাৰ প্ৰমাণ "উষাউ"* ওলোৱা জীৱন-চৰিত্ৰৰ পৰাই দিওঁ।—তেওঁ শিৱসাগৰত থকাত, এদিন তেওঁৰ বঙ্গলালৈ এজন দিহিঙৰ বৰসাজতোলা দেখা কৰিবলৈ গৈছিল। দুয়ো দুখন চকিত বহি কথাবাৰ্ত্তা পাতি আছিল, এনেতে ডেপুটী কমিচনৰ কৰ্ণেল কেম্বেলকে আদি কৰি কেইজনমান চাহাব তেওঁৰ বঙ্গলাত ওলাইহি। চাহাব যোৱা দেখিয়েই সাজতোলাজনক উঠিব খোজা দেখি, বৰুৱাদেৱে তেওঁক কলে যে 'আপুনি স্বাধীন মানুহ, কেলৈ উঠিব; বহি থাকক।' ইপিনে তেওঁৰ ভাত সৰহ চকি নথকাত নিজৰ খন চকি ডেপুটী কমিচনৰক এৰি দি নিজে থিয় হৈ বল; কেইজনমান চাহাবক চকি অনাই দিয়ালে. কিন্তু আৰু চকি নোহোৱাত কেইজনমান চাহাব সেইজন্য ভয় দি থিয় দি থাকিল, আৰু বহি থকা সাজতোলাজনৰ ফালে কেবাহি কেবাঁ-হিকৈ চাবলৈ ধৰিলে। সাজতোলাজন তাৰপৰা উঠি লৰ মাৰিব পাৰিলে এতিয়া ৰক্ষা পৰে; কিন্তু বৰুৱাদেৱে চকুৰ ঠাৰেৰ সাহ দিয়াত যদিও তেওঁ বহি থাকিল, ভয়ত ঘামি-জামি নগুৰনাগুি হল। চাহাবসকল গুচি যোৱাৰ পিছত সাজতোলাই বৰুৱাদেৱক 'ডাঙৰীয়া, আপোনাৰ ইয়ালৈ অহা বৰ বিপদৰ কথা; আমাৰ আৰু ইয়ালৈ অহা নহব বুলি কৈ বিদায় ললে।" মাহৰ মাৰ দেখি তিলে বেত মেলাৰ দৰে, বৰ সাজতোলৰ সেই দুৰ্দ্দশা দেখি, বৰুৱাদেৱে সৈতে শাক্ষাৎ কৰিবলৈ কুকংকাবাং কৰা আন অসমীয়া ভদ্ৰলোকসকলেও বেত., মেলিয়েই বল।

ওপৰত কোৱা জীৱন চৰিতৰপৰা আৰু অলপ তুলি দিওঁ। —'শিৱ সাগৰত এচিষ্টেণ্ট কমিচনৰ হৈ থকা সময়ত, কৰ্ণেল কেম্বেল তাত ডেপুটী কমিচনৰ আছিল আৰু লেফ্‌টেনেণ্ট গ্ৰে এচিষ্টেণ্ট কমিচনৰ আছিল। পদত বৰুৱাদেও লেফটেনেণ্ট গ্ৰেৰ ওপৰত আছিল, সেইবাবে ডেপুটী কমিচনৰ বাহিৰত থকাত বৰুৱাদেৱে গ্ৰে চাহাবৰ ওপৰত কিবা এটা দোষ ধৰি তেওঁৰ কৈফিয়ৎ খোজাত, তেওঁ সেই কথাত অপমান বোধ কৰি, ডেপুটী কমিচনৰক জনোৱাত, পিচৰ বাৰ ডেপুটি কমিচনৰ চক্ৰলৈ যাওঁতে তেওঁ জিলাৰ ভাৰ বৰুৱাদেৱৰ গাত নিদি গ্ৰে চাহাবৰ গাত থৈ গল। বৰুৱাদেৱে এই কথাত অপমান পাই গৱৰ্ণমেণ্টলৈ আবেদন কৰি বঙ্গদেশলৈ বদলি হৈ

গুচি গল ; তেতিয়াবেপৰা আৰু অসাম দেশলৈ উভতি নাহিল।” জীৱন-চৰিত লেখকে ওপৰত লেখা কথা কৈ এইটো সিদ্ধান্ত কৰিছে যে “তেওঁৰ প্ৰতি কথাতে তেওঁৰ মনৰ তেজ আৰু স্বাধীনতাৰ চিনাকি পোৱা যায়। তেওঁ অসম এৰি বঙ্গদেশলৈ যোৱাৰ কাৰণো এয়ে।” মই জীৱনচৰিত লেখকৰ সিদ্ধান্তৰ পোষকতা কৰিব নোৱাৰি মনত বিষম পালোঁ। মোৰ সিদ্ধান্ত,—কৰ্ণেল কেম্বেলে বৰুৱাদেৱে দুখ পাব বুলি মৰম কৰি জিলাৰ ভাৰৰ বোজা কুমলীয়া বৰুৱাদেৱৰ গাত নিদি পৈণত গ্ৰে চাহাবৰ গাত দিছিল, বৰুৱাদেৱে দয়ালু কেম্বেল চাহাবৰ দয়াৰ ভাব নুবুজি কেম্বেলে তেওঁক অপমান কৰাটো যেনহে বুজিলে ; আৰু সেইবাবে বোহ পাতি আসামকে পৰিত্যাগ কৰিলে। জ্ঞানৰ লোক পণ্ডিত লোক আমি সক মানুহৰ দৰে পোন বাটেদি নাযায়, আৰু আমাৰ দৰে পোন পটিৰ কথা নুবুজি যে ওলোটা বুজে এইটোৱেই তাৰ প্ৰমাণ। সেই দেখিহে বোধকৰোঁ গীতাত লেখিছে, “যা নিশা সৰ্ব্বভূতানাং তস্যাং জাগৰ্ত্তি সংযমী। যস্যাং জাগ্ৰতি ভূতানি সা নিশা পশ্যতো মুনেঃ॥” অৰ্থাৎ সৰ্ব্বসাধাৰণ লোকৰ পক্ষে যিটো ৰাতি, শ্ৰেষ্ঠসকলৰ পক্ষে সেইটো দিন ; সকলো যেতিয়া সাৰে থাকে, তেওঁলোক তেতিয়া ফন্তি মাৰি শোৱে।

আৰু এবাৰ কথা জীৱন-চৰিত লেখকৰ লেখাৰপৰা তুলি দি সামৰণি মাৰিম।—“তেওঁ অনেক দুখীয়া লৰাক পঢ়াৰ খৰছ দি সহায় কৰিছিল, আৰু মগণীয়াবিলাকক ভিক্ষা দি তেওঁ বৰ সুখ লাভ কৰিছিল।” দুখৰ বিষয় যে সেই দুখীয়া লৰা আৰু মগণিয়াৰবোৰ অসমীয়া মানুহ নাছিল। বৰুৱাদেও বঙ্গদেশত থকা বাবে অসমীয়া দুখীয়া লৰা আৰু মগণিয়াৰবিলাকে ছুটি হাতেৰে তেওঁক চুকি নাপাইছিল। গতিকে অসমীয়াই তেওঁৰ সেই দানৰ পাত্ৰ হৈ তেওঁ পুণ্য উপাৰ্জ্জন কৰা কাৰ্য্যত তেওঁক সহায় কৰিব নোৱাৰিছিল।

এইবোৰ যি হওক, বৰুৱাদেও আসাম আইৰ সুপুত্ৰ, আৰু সেইবাবে তেওঁ অসমীয়াৰ কুলৰ ভূষণ। তেওঁ পৃথিবীৰ সকলো সভ্য দেশত অসমীয়াৰ মুখ পোহৰাইছিল, আৰু সেই পোহৰ মুখ তেওঁ ধুকাবৰপৰা আকৌ এন্ধাৰ হল। আসাম গল আৰু তেওঁ চাকি আছিল। চাকিৰ পোহৰ দুৰলৈহে পৰে, গছাত নপৰেং গতিকে, গছাই সেইবাবে দুখ নকৰি পোহৰ চাকি-

টোক যে সি তাৰ মূৰত তুলি লৈ আছিল তাৰ বাবেই নিজক ধন্য মানিছে। আনন্দৰাম বৰুৱাৰ জীৱন অসমীয়াৰ আহি জীৱন। ৰবৰুৱাৰ অদৃষ্টৰ গুণে চিবাজ-গঞ্জীয়া গৰুৰ মিউত "দানা" পৰাদি ভেওঁৰ মূৰৰ মিউত আনন্দ বৰুৱাৰ বুদ্ধিৰ নিচিনা বুদ্ধিৰ "দানা" নপৰিল। ভেওঁ বৰ পুৰুষাৰ্থ কৰিও আনন্দি ৰবুৱাৰ নিচিনা বুদ্ধিমান হব নোৱাৰিলে; কিন্তু উঠি অহা অসমীয়া ডেকা লবাৰ ভিতৰত যাৰ মগজুত তেনেকুৱা বুদ্ধিৰ "দানা" পৰিছে, বা পৰিবৰ আগন্তুক আছে, সি নিৰাশ হবৰ কোনো কাৰণ ৰবৰুৱাই দেখা পোৱা নাই।

শ্ৰীকৃপাবৰ।

---



দিনৰ সপোন।

যিমান পৈণত হৈ পৰিছে বৰুৱা,
সিমান কৰিছে বস হৈছে সাচতীয়া।

সিদিনা মজলা "শিশুশিক্ষা" হাতে লই,
পঢ়িছিলোঁ হেলনি-চকিত পাটো থই।
মুখত ঢেলেউ এটা গুজি এক চিতে,
থোৱাঁকোৱা কৰিছিলোঁ হোপোঁতে হোপোঁতে।
"ৰমণী আসিছে ভৰণী ভাসিছে"
যেভিয়া পালোঁ পঢ়োঁতে।
ভাবে গদ গদ, টানি হোপা দিলোঁ,
সুন্দৰী ওলাল থোৱাঁতে।
দেখি স্তব্ধ হলোঁ, চকুখাই গলোঁ,
"শিশুশিক্ষা" গল পৰি।
দুচকু মোহাৰি, দেখোঁ কন্যা নাই,
থোৱাঁ সৈতে গল উৰি।

শ্ৰীৰূপাবৰ।

---

## চন্দ্ৰ

( গীত )

( ঝিঝিট—কাৱালি )

হাতে চুকি পোৱা আছিল জোনাই সমুদ্ৰ মথা কালত হে,
দেৱাসুৰে দ্বন্দ কৰি থাকোঁতেই, উঠে ওথ আকাশত হে।
ফটিকা-টেকেলি লৈ পলাই গল,
ভেবা লাগি দেৱ দৈত্য চাই বল,
ভেভিয়াবেপৰা বুঢ়াজুলি দেখাই জোনায়ে ফটিকা পিয়ে হে।
সোমৰস এক পক্ষ পান কৰি,
পূৰ্ণিমাত পকি-জকি ঢলি পৰি,
এক পক্ষ শুই গা'টওাই লৈ আকৌ তাত লাগি দিয়ে হে॥
চকোৰ বিৰহী ভেট কৃৰি খালি
পূৰ্ণচন্দ্ৰ চাই মৰিছে টপালি,
ফুটুকাৰ কেণ কেঁচা-কলা মাধোঁ ভেওঁলোকৰ আছে ভাগ্যত হে।

সাতাম পুৰুষৰ আজোককাতকৈ
বুঢ়া চন্দ্ৰমাৰ টোটোৰা মুখকেই
বালিয়াই বিজাই বুৰি চন্দ্ৰাননী প্ৰিয়াৰ মুখেৰে সৌতে হে।
চন্দ্ৰকান্ত চন্দ্ৰধৰ নাম থৈ,
হোজা বাপে পোক মাতে আদৰ কৈ,
নাজানে সি নাম কাঠফুলা গজা ভেকুৰা মামৰে খোৱা হে।
জ্যোতির্ব্বিদে কয় চন্দ্ৰগ্ৰহ যৰা,
জন প্ৰাণীহীন গোটেই চন পৰা,
কৃপাবৰে কয় অতি ফটিকাৰ কৰ্ম্মফল ধৰি লোৱা হে॥

শ্ৰীকৃপাবৰ।

## কুলি।

(গীত)

ৰামপ্ৰসাদী সুৰ।

আয়ে লুকাই পাবিলে কণী।
কাউৰীৰ বাহত মনেমনে মোৰ আয়ে পাৰিলে কণী॥
ফুটিল কণী জগিলোঁ মই,
কাউৰী মাহী তুলি লয়,
আপোনাৰ পোৱালি ভাবি মুখত দিয়ে টোপ্ কণি॥
চকু মুদি খাই থাকি,
উৰণীয়া পাই পাখি,
চেগ বুজি ভুৰং কৰে উৰি গলোঁ দূৰ বননি॥
পিছে পিছে খেদে মোৰ,
কাউৰী বুলি জুৱাচোৰ,
খেদাৰ ভাপত প্ৰাণ যায় গাত মোৰ নাই তৰণি॥
কালিদাস ভৱভূতি,
শ্যেলি কীট্‌চ্ নৰামতি,
জাকে জাকে কবিৰ পেদাত থাকোঁ মই প্ৰমাদ গণি॥

গোটেই বছৰ ভয়ত টেপা,
লাগি থাকোঁ খাই ছেপা,
ফাগুণ চতত আমৰ ডালত বহি মাতোঁ একণমানি ॥
"সৰ্ব্বনাশ কৰিলে কুলি,
বুকুৰ বান্ধ কলৈ গলি ?"
দায় দিয়ে মোৰ গাত ভতালিকে বিৰহিণী ॥

শ্ৰীৰূপাবৰ।

## ধোৱাঁখোৱা।

(গীত)

ৰাগেশ্ৰী—আড়াঠেকা।

অনন্ত আকাশ মাজে দে ধোৱাঁ উকৱাই।
গল ভোক গল শোক দে ভাগৰ পলুৱাই ॥
নলি লগা ধোৱাঁখোৱা,
কৰি দে ঐ ধোৱাঁকোৱা,
তোবোক ভৈৰৱ নাদে বিশ্ব জগৎ কপোৱাই ॥
সম্বৰ্ত্তক বলাহক,
মেঘবৃন্দ স্তব্ধ হক,
বামুণ-ভেকোলাবোৰে যেন আৰু নোতোৰ্তোৰায় ॥
ধূপ ধুনা আতৰ হ,
ধোৱাঁখোৱা চাপি ৰ
মলা-ধপাতৰ গোন্ধে যক বিশ্ব মলমলাই ॥

শ্ৰীৰূপাবৰ

---

## কলা বগা।

(ভৈৰবী ৰাগতাল)

কলাই বগাই মিল নাই
কোনে নজনাই কয়।

পদুমৰ পাহীৰ বুকুত
তোমাৰ কিয়ৰা গুপুত ?
সোণৰ কোলাত শহা কিয় বয় ?
কৃষ্ণৰ কোলাত কিয় ৰাধা ?
সৌদামিনী মেঘত বন্ধা ?
হিমালয়ৰ টিং কিয় ৰবকেৰে ঢকা হয় ?

শ্ৰীক্ৰুপাবৰ।

---

## আমাৰ জন্মভূমি।

(গীত)

হেৰা আমাৰ জন্মভূমি !
হেৰা আমাৰ জন্মভূমি !
এনে দেশ কতো নোপোৱা হেৰা ভূমি !
হেৰা আমাৰ জন্মভূমি !
কত আছে এনে চাউল পানীত দিলে ভাত ?
কত এনে কুঁজী-থেকেৰা টেঙাই যায় দাঁত ?
কত পাবা পকা-খৰিচা, কত ঢেকীয়া শাক ?
এঠা দৈ কত এনে নেবায় খুলে যাক ?
হেৰা আমাৰ জন্মভূমি ... ... ইত্যাদি।

কত এনে ধানৰ পথাৰ ভাঁমোল পাণৰ বাৰী ?
ভলুকা মকাল আদি আছে বাঁহৰ চাৰি ?
লুইতৰ দৰে বব নৈ কত আছে কোন্নাঁ ?
ঘূৰি আহাঁ বসুমতী তথাপি নোপোৱা !
হেৰা আমাৰ জন্মভূমি ... ... ইত্যাদি।

কত এনে বিৰি-নাচ কত এনে বিহু ?
কত পাবা জপা পাইৰ এনেকুৱা কেহ ?
হৃষ্ট পুষ্ট হাঁহি-মুখ মুকলি-মূৰীয়া
শৰা ছোৱালী কত এনে দেখুৱাই দিয়াঁ। ?

এনেখনি দেশ কতো নোগোল্লা বিচাৰি ,
নিশ্চয় নিশ্চয় মই কওঁ এটাহ মাথি
হেৰা আমাৰ জন্মভূমি ... ইত্যাদি।

শ্ৰীকৃপাবৰ।

---

## ছয় ঋতুৰ ডাক।

(গীত)

ঘোষা। জহ জাৰ বাৰিখাৰে মিলি জুলি লবা।
নহলে তোমাৰ নাও বুৰিব জানিবা ॥

পঁদ। বসন্তই কুউৱায় সুহুৰি ফুৰ্ফুৰ।
জাৰে সেহায় কাহ মাৰে কুহুৰ কুহুৰ ॥
জহৰ তপত মাত যেনে চেঙা পানী।
বাৰিখাই ঘৰ্ঘৰায় ৰিং মাৰে টানি ॥
জহ জাৰ বাৰিখাৰে ... ... ইত্যাদি।

পানী-লগা হেমন্তই হাঁচি-ও মাতে।
আজোৰত চুৰিয়াৰ খোচোনাটো ফাটে ॥
চন্দ্ৰাৱলী শৰতৰ নূপুৰৰ ধ্বনি।
মন কাণ পাতি দিলে ভালকৈয়ে শুনি।
জহ জাৰ বাৰিখাৰে ... ... ইত্যাদি ॥

শ্ৰীকৃপাবৰ।

---

# অসমীয়া ভাষাৰ সম্পৰ্কে আষাৰচেৰেক কথা।

আজিৰ বক্তব্য অসমীয়া ভাষাৰ সম্পৰ্কে আষাৰচেৰেক কথা নতুনো নহয় পুৰণিও নহয়—আপোনাসকলক উপদেশৰ দৰে কব খুজিছোঁ। আগেয়ে যে এনে উপদেশ আপোনাসকলে শুনা নাই বা জনা নাই এনে নহয়। জনা বা শুনা পুৰণি উপদেশকো মাজেসময়ে ন-কৈ খুচৰি উজাৰি দিলে এইফেৰা

উপকাৰ হয়, যে পাহৰণিত বন্ধ থাই অচল হৈ থকা মনে আকৌ তাৰ ফালে ঢাল লয়। সঁচা কথা কেতিয়াও পুৰণি নহয়, মাত্র কালক্রমত তাৰ গাৰ ওপৰত শেলায়ে ধৰে। সেই শেলাই ঘঁহি গুচাই দিলেই সি আকৌ আগৰ নিচিনা চিকুণ হৈ ওলায়। সকলো কামতকৈ উপদেশ দিয়াটো উজু। সেই দেখি উজু কাম হাতত লৈ শলাগ-মগণিয়াৰ হবৰ আকাঙ্ক্ষা মোৰ নাই। কিন্তু বয়সৰ লগে লগে লোকক উপদেশ দিয়াটো এটা অভ্যাসত পৰেগৈ; আৰু লাহে লাহে সেই অভ্যাসটো গোট মাৰি মানুহৰ পৰ্কিতি অৰ্থাৎ স্বভাৱৰ দ্বিতীয় শাৰীলৈ উঠে। সেইদেখি প্রায় দেখা যায় যে বয়সিয়াল মানুহে তেওঁ-তকৈ কম বয়সীয়া কাকো কাষত পালেই, বয়সীয়াজনৰ সেই পৰ্কিতি উক দিয়ে, আৰু মুখখন মেল খাই তাৰ পৰা, ভাপ-কলৰ চুঙা অৰ্থাৎ চিম্‌নিৰ মুখৰ-পৰা ধোৱাঁ ওলোৱাদি হো-হো-কৰে উপদেশৰ ধোৱাঁ ওলাই নিৰুপায় কম বয়সীয়াজনক ছাতি পেলায়। সেই উপদেশৰ দ্বাৰাই শ্রোতাৰ কোনো উপকাৰ হওক বা নহওক, বক্তাৰ কিন্তু নহৈ নাথাকে। কাৰণ, সি ইংৰাজীত কবৰ নিচিনা "চেফ্‌টি-ভাল্‌ভ" অৰ্থাৎ "ইঞ্জিনৰ বইলৰ" টো নফটাকৈ ৰাখিবৰ নিমিত্তে এৰি দিয়া ওপৰঞ্চি ধোৱাঁ! বক্তাৰ মনত গোটখাই থকা কিছুমান ধোৱাঁ ওলাই গলে বক্তাই যে সকাহ পায় সেইটো সুই কৰিব নোৱাৰি।

সি যিহওক, উপদেশ মুখেৰে সৰ্‌সৰ্‌কৰে কৈ যোৱাতকৈ, পাৰিলে আৰু সুবিধা হলে, লেখি গঢ়াটো ভাল যেন মোৰ মনে ধৰে। কিয়নো, তেতিয়া-হলে সি ভৰ্‌ভৰ্‌কৰে অপৰিমিত হৈ ওলাব নোৱাৰি জোখৰ নিয়ম মানিহে ওলাব পাৰিব। শ্রোতাৰ ফালৰপৰাও অনেক সুবিধাৰ ভিতৰত তাত এই-ফেৰা সুবিধা আছে যে, বক্তাই হুৰ্‌হুৰ্‌কৰে কি কৈ গল তাৰ আগ গুৰি ভাল বেয়া ইত্যাদি ধীৰে সুস্থিৰে সেই লেখা পঢ়ি পিছতো বুজিব পাৰি; আৰু বক্তাৰ কথাবোৰে কৰবাৰপৰা পচোৱা বতাহৰ আগৰ বৰষণৰ দৰে আহি ছাটি মাৰি শ্রোতাৰ গা তিয়াই গুচি যাব নোৱাৰে।

কুৰি বছৰৰ আগেয়ে কলিকতাৰ কলেজত পঢ়িবলৈ অহা অসমীয়া ছাত্তৰ-সকলৰ ভিতৰত এটা আন্দোলনৰ সূত্রপাত হয়। সেই আন্দোলন আজি-কালিৰ নিচিনা গোলমালীয়া স্বদেশী, ভয়-লগা "বইকট," ফকৃফকনি মৰা "এক-ষ্ট্রীমিষ্ট," নাইবা কোচ-পাতোঁতা "মডৰেট" ৰ অন্দোলন নহয়। সেই অন্দোলন

অতি সবল, অতি মৃদু, অতি নম্ৰ, অথচ বৰ ওখ, বৰ মহৎ; অৰ্থাৎ সি আমাৰ কৰ্ত্তব্য পুণ্যকাম মাতৃভাষাৰ উন্নতিসাধন ব্ৰত। সেই মহাব্ৰতত দীক্ষিত হৈ নিঃসহায় নিঃসম্বল প্ৰবাসী ছাত্ৰসকলে আসামৰ ইমূৰৰপৰা সিমূৰলৈকে আন্দোলনৰ এনে এটা ডাঙৰ ঢৌ তুলি দিলে যে তাৰ ফলত আমাৰ জুমুৰা বিৰস বিবৰ্ণ মাতৃভাষা সজীৱ সেউজাল হৈ পাত ফুল ফলেৰে সুশোভিত হৈ উঠিল অৱশ্যে সেই চলৰ পিছত যে লানিকৈ থৰ হৈয়েই আছিল আৰু আছে, এনে বুলিব নোৱাৰোঁ; কিন্তু এইফেৰা দুখ নকৰি নোৱাৰি যে, সেই মুঠি ডেকা ছাত্ৰৰ পিছত তেওঁলোকতকৈও বেছি নাইবা তেনেকুৱাও উৎসাহ লৈ মাতৃভাষাৰ হকে খাটোঁতা ছাত্ৰ নোলাল আৰু ওলোৱা নাই। অৱশ্যে তেতিয়াৰ পৰা এই ডোখৰ কাল যে একেবাৰেই উদং আৰু টকলা হৈ আহিছে এনেও নহয়; বৰং মোৰ কথাৰ ব্যতিক্ৰম স্বৰূপে কেইজনো যোগ্য আৰু উৎসাহী ডেকাই এইডোখৰ কালত নিজৰ সময় আৰু যত্ন মাতৃভাষাৰ অৰ্থে ব্যয় কৰি নিজৰ জীৱন সাৰ্থক কৰিছে। কিন্তু আগৰ সেই অদম্য উৎসাহ আৰু একাগ্ৰতা পিছৰ ছাত্ৰসকলৰ ভিতৰত যে দেখা পোৱা নগল এইটো কথা স্বই কৰিলে নচলে। নতুবা আজি আমি আমাৰ মাতৃভাষাৰ অৱস্থা আৰু ওখ দেখিলোঁহেঁতেন, আৰু সি নিশ্চয় ভাৰতৰ আন আন ওখ ভাষাবোৰৰ শাৰীত নিজৰ প্ৰাপ্য ঠাই অধিকাৰ কৰি বহিব পাৰিলেহেঁতেন। কুৰি বছৰ নিচেই কম সময় নহয়। ৩০।৪০ বছৰৰ ভিতৰত আদ সভ্য জাপানে অদম্য উৎসাহ আৰু যত্নৰ ফলত পৃথিৱীৰ সুসভ্যজাতিৰ শাৰী পালেগৈ।

এনেহুৱা মানুহে সদায় নিজৰ গাৰ এলাহ ঢাকিবৰ মনেৰে, নিজে নকৰা বা কৰিব নোৱাৰা কামবোৰৰ বিষয়ে এণ্ডাই কয়। আমাৰ মাতৃভাষাৰ ভালৰ হকে পুৰুষাৰ্থ নকৰা বা কৰিব নোৱাৰাসকলেও এণ্ডাই কবলৈ আগা-হবে যে "অসমীয়া ভাষাত কি আছে। সি যেনে দুখীয়া সিবে এই পৃথিৱীত আত্মৰক্ষা কৰি টিকিব পাৰিব এনে আশা নাই।" কিন্তু বস্তুপাৰ্থত অসমীয়া ভাষা দুখীয়ানে আছিলে সেই আত্মসম্মানৰ দুখীয়া ভাব ওৰ আছি নলও। তিনি শ বছৰৰ আগেয়েই যি অসমীয়া ভাষাই ব্যাসৰ মহাভাৰত, শ্ৰীমদ্ভাগৱত গীতা, বাল্মীকিৰ ৰামায়ণ, আৰু অন্য পুৰাণ উপপুৰাণৰ ভাৱ শিক্ষা আৰু তত্ত্বমোৰ নিজৰ কৰায়ত্ত কৰি অসমীয়া মানুহেৰে ৰমক-জমককৈ পিন্ধাই-উৰাই

ৰজাৰ চৰা, প্ৰজাৰ সভা, বিষানৰ মেল. ধৰ্ম্ম সত্ৰ আৰু সমাজ-শৰীৰৰ অঙ্গ প্ৰত্যঙ্গাদিৰ ব্যৱহাৰৰ উপযোগী কৰি উলিয়াব পাৰিছিল, আৰু যি ভাষাই বুৰঞ্জী, উপাখ্যান, কাব্য আদি প্ৰকাশ কৰিবলৈ আটিছিল, যি ভাষাই স্বাধীন আৰু আপুনি-শকত আসাম ৰাজ্যৰ অসমীয়া প্ৰজাৰ তেওঁলোকৰ সুখ দুখ হৰ্ষ আনন্দ শোক পৰিতাপ আৰু জ্ঞান বিদ্যা চৰ্চ্চা বিষয়ত আটকত নেপেলাইছিল, সেই ভাষা ভিকহু! সেইভাষা দুখীয়া? বাস্তৱিক পক্ষত সেইভাষা দুখীয়া নহয়, আজি কালিৰ আমি অসমীয়াবোৰহে মাতৃভাষা-লক্ষ্মীৰ পৰা বঞ্চিত হৈ ভিকহু হৈছোঁহঁক। আমাৰ ভাষা-ভঁৰালত লোণ তেল ধান চাউল আছে, ভাষা-শাকনিত শাক, পাচলি আছে, ভাষা-বিলত মাছ আছে, কিন্তু আমি সেইবোৰ গোটাই আনি ৰান্ধি খাব নাজানি ভোকত আঁট শুকাই মৰি কান্দি কৈছোঁ। "আমি দুখিত প্ৰাণী, আমাৰ একো নাই!" আমি চকু নেমেলি পাটীতে পৰি টোপনিৰ আলস্ত বি-বিয়াইছোঁ, "পোহৰ নাই. এন্ধাৰ!" ইয়াতকৈ বেজাইৰ কথা কি আছে! আমি নিজৰ ভাষা নিজে ব্যৱহাৰ কৰিব নাজানো, আৰু কওঁ আমাৰ মাতৃভাষা দুখীয়া! মোৰ কথাৰ প্ৰমাণ বিচাৰি সৰহ দূৰলৈ নগৈ অসমীয়া ভাষাৰ অভিধান হেমকোষৰ পাত এটা মেলি চালেই দেখা যাব যে তাৰ এপাতত থকা চাৰি ভাগৰ এভাগ শব্দৰ মানে আমি বুজ নাপাওঁ, আৰু সেইবোৰ ব্যৱহাৰ কৰিব নাজানো। এনেকুৱা কিয় হৈছে'? সৰহ নালাগে ২০।৩০ বছৰৰ ভিতৰতে আমি আমাৰ ভাষাত আগায়ে প্ৰচলিত থকা ইমানবিলাক শব্দ হেৰুৱালোঁ যে ভাবিলে দুখ লাগে। সহস্ৰলোচন ভাষাৰ এটা এটা শব্দ একোটা একোটা চকুৰ নিচিনা। ইয়াৰ বেগাবেগিকৈ যদি এটা এটাকৈ অসমীয়া ভাষাই নিজৰ চকুবোৰ হেৰুৱাই আছে, তেন্তে অলপ কালৰ ভিতৰতে সি অন্ধ্যা হৈ খালত পৰি প্ৰাণত্যাগ কৰিবৰ সম্ভৱ; আৰু তেতিয়া আমি সুপুত্ৰসকলে গোটখাই তেওঁৰ দহা-কাজ আড়ম্বৰেৰে সমাপন কৰি বঙ্গলা ভাষাৰ ব্ৰাহ্মণসকলক ব্ৰহ্মভোজন খুৱাব পাৰিম এইটো ধ্ৰুৱ। আমি অসমীয়া ভাষা নিশিকোঁ আলচ নকৰোঁ চৰ্চ্চা নকৰোঁ আৰু কওঁ তাত একো নাই! নাই মানে আমাৰ মূৰত নাই, মনত নাই, বুদ্ধিত নাই, অসমীয়া ভাষাত নহয়। আমি নাই বুলি সাপত বিষ নথকাটো ভাবি লব পাৰোঁ। কিন্তু ফেটী-সাপৰ খোপ্টে আমাৰ ভুল

ভাবনাৰ ছালখন ফুটাই তাত কালকূট ঢালি দি যে আমাক কালৰ হাতত সমৰ্পণ নকৰি নেৰে এইটো থিৰাং জানিবা।

হিন্দুৰ পুৰাণত বকদল ঋষি নামে এজন ঋষিৰ উপাখ্যান আছে। বকদল ঋষিয়ে তেওঁৰ জীৱদশাত কতবাৰ এই পৃথিবী আৰু ব্ৰহ্মাণ্ডৰ ধ্বংশ দেখিছিল, কত প্ৰলয় মহাপ্ৰলয় দেখিছিল, কেইজন সৃষ্টীকৰ্ত্তা ব্ৰহ্মাৰ মৰণ দেখিছিল তাৰ লেখজোখ নাই। সেইবোৰ দেখি ঋষিৰ মনত ইমান ভয় আৰু আতঙ্ক সোমাইছিল যে তেওঁ বিয়া-বাৰু কৰাই গৃহস্থ হৈ থকা দূৰতে থাওক, বহি সন্ধ্যা পূজা কৰি থাকিবলৈ বৰতাৰ বেৰ দিয়া আৰু উলুখেৰেৰে ছোৱা ঘৰ বা পজা এটা সাজি লবলৈ সাহ নকৰি "ইকনমি" কৰি, অৰ্থাৎ ঘৰ সজা পৰিশ্ৰম আৰু খৰচ ফেৰা যাতে মিছাতে ভগণ নহয় সেই বিষয়ে সতৰ্ক হৈ বৰ-গছৰ সৰিপৰা পকা পাত একোটা মূৰত লৈ সমুদ্ৰৰ পাৰত যুগ-যুগান্তৰ কাল বহি সন্ধ্যা পূজা কৰি কটাইছিল। আমাৰ দেশতো কিছুমান মানুহ আছে, যাৰ বুকুত অসমীয়া ভাষাৰ ভবিষ্যত সম্পৰ্কে বকদল ঋষিৰ নিচিনা ভয় সোমাই তেওঁলোকক এনে কাবু কৰিছে যে, কালক্ৰমত অসমীয়া ভাষা নিটিকে আৰু লোপ পাব, এই দুৰ্ভাবনা তেওঁলোকে ভাবি, তাৰ চৰ্চ্চা আৰু উন্নতিৰ অৰ্থে চেষ্টা কৰা বিষয়ত নিজৰ হাত সামৰি থৈ ধ্যান কৰি বহি থাকি বিভীষিকা দেখিব লাগিছে; আৰু আনকো তেওঁলোকৰ ভয়ৰ কাৰণটো অতি সাৱধানে জনাই, এই মিছা প্ৰয়াস আৰু নাহক চেষ্টাৰপৰা বিৰত থাকিবলৈ পৰামৰ্শ দি সাৱধান কৰি দিব খোজে। অসমীয়া ভাষাৰ এই ভয়াতুৰ বকদলসকলৰ পৰামৰ্শ-তাচৰ পাতৰ ওপৰতে মোৰ পৰামৰ্শৰ তাচ এপাত ৰং-তুৰুপ কৰি তেওঁলোকক কওঁ যে "আপোনাসকলে মনটো ডাঠ কৰি থিৰ হওক; বৈবস্বত মনুৰ ৰাজত্বৰ পিছত এক মন্বন্তৰ গলে অসমীয়া ভাষাৰ মহাপ্ৰলয় হয় হওক; সেই চিন্তাত ব্যাপৃত থাকি আপোনালোকে এতিয়াৰপৰা অসুখ অশান্তিত কাল নকটাই বৰ্ত্তমান মাতৃভাষাৰ ভালৰ হকে চেষ্টা কৰক; তেনে কৰিলে আপোনালোকে সুখেৰে ভাত এমুঠি খাই শুব পাৰিব।

-আজিকালি যাক বঙ্গলা ভাষা বোলে, সেই ভাষাৰ যেতিয়া অস্তিত্বই নাছিল, তেতিয়া অসমীয়া ভাষা উন্নতিৰ জখলাৰ ওখ খাপত। আজিৰ উন্নত

বঙ্গলা ভাষা তো সিদিনাৰ ভাষা। কিন্তু ইংৰাজী শিক্ষিত বঙ্গালী লেখক সকলৰ যত্নত সি হাফোলা-হাফোলে কেনেকৈ আগ বাঢ়িব লাগিছে চাওক চোন। সৰহ দিনৰ কথাকে মকওঁ, বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ৰ আগেয়ে বঙ্গলা ভাষা বিদ্যাসাগৰী বঙ্গলা আৰু "আলালেৰ ঘৰেৰ দুলালী" বঙ্গলাৰ মাজৰ এটা অপৰূপ অৱস্থাতহে ওলমি আছিল। কিন্তু মাতৃভাষা হিতৈষী নতুন সম্প্ৰদায়ৰ বঙ্গালী লেখকসকলৰ যত্নত এই অলপ কালৰ ভিতৰতে তাৰ কি আচৰিত উন্নতি হৈছে সকলোৱে দেখিছে। আমাৰো যদি শিক্ষিত ডেকা সকলে লোকৰ হাঁহি ঠাট্টা বিদ্ৰূপ আদিলৈ কাণ নকৰি আৰু ধাইকৈ নিজৰ পৰম শত্ৰু এলাহ দলিয়াই পেলাই মন পুতি প্ৰাণ টাকি আৰু ওথ আঁহি আগন্ত ধৰি মাতৃভাষাৰ উন্নতি কামনা কৰি কাৰ্য্য কৰি যায়, তেন্তে মোৰ ডাঠ বিশ্বাস যে অলপ কালৰ ভিতৰতে আমাৰ অসমীয়া ভাষাই ভাৰতবৰ্ষীয় ওথ ভাষা-বিলাকৰ শাৰী সগৰ্ব্বে সগৌৰবে পুৰাব পাৰিব; কাৰণ অসমীয়া ভাষাৰ ভিতৰুৱা অবস্থা বৰ চহকী।

ভাষাৰ আলোচনা কৰা মানে কিছুমান শব্দ বা কথা যেনেতেনেকৈ গুঁঠি একে লগ কৰি এটা বাক্য বা বচন সাজি উলিওৱা নহয়। মনৰ ন আৰু পুৰণি ভাব সুৱলাকৈ প্ৰকাশ কৰিবলৈ শব্দ যোঁটাই বাক্য ৰচনা কৰি তাত প্ৰাণ প্ৰতিষ্ঠা কৰাটোহে। ভাবৰ সৈতে ভাষাই সমানে তাল ধৰি যাব নোৱাৰিলে সি বিফল।

ইংৰাজী ভাষাৰ দুৱাৰ আমালৈ মুকলি হৈ পৰিলত আমি বাস্তৱতে পৃথিবীৰ জ্ঞান-ভঁৰালৰ নানান ভাব, অসংখ্য চিন্তা, অলেখ নতুন গবেষণা সুকি পোৱা হলোঁ। আমি সেইবোৰ আমাৰ ভাষাত নিজৰ কৰি লৈ প্ৰকাশ কৰি অসমীয়া সৰ্ব্বসাধাৰণেও হাতে চুকি পোৱা কৰি দিব লাগিব, নতুবা আমাৰ কৰ্ত্তব্যৰ ত্ৰুটী হব। জ্ঞান, জ্ঞান, আমাক জ্ঞান লাগে, আৰু সেই জ্ঞান আমি পৰক বিলাব পাৰিব লাগে। জ্ঞান চৰ্চ্চা আৰু জ্ঞান বিতৰণ অতি পবিত্ৰ কাৰ্য্য। "নহি জ্ঞানেন সদৃশং পবিত্ৰমিহ বিদ্যতে।"

কোনোটো ভাব কোনোটো চিন্তা আমাৰ ভাষাৰ শব্দেৰে প্ৰকাশ কৰিব নোৱাৰিলে, সহজে বুজা বিদেশী ভাষাৰ শব্দ ধাৰ কৈ আনি সেই কাৰ্য্যৰ নিমিত্তে তাৰ সহায় ললে ভাষাৰ মঙ্গলৰ বাহিৰে অমঙ্গল নহয়, আৰু

ভাষাৰ জাতো মাৰায়। আজিকালি পৃথিবীৰ ভিতৰত সকলো ভাষাতকৈ উন্নত ভাষা ইংৰাজী ভাষাত কত দেশৰ শব্দ সোমাই তাক চহকী কৰিছে তাৰ অন্ত নাই। কিন্তু সেইবোৰ অনাবশ্যকত আৰু অদৰ্কাৰত থাবে লোৱা হোৱা নাই, নাইবা ইংৰাজী ভাষাৰ অনিষ্ট সাধন কৰিবৰ মনেৰে গাৰ বলেৰে সেইবোৰ ভাত প্ৰৱেশ কৰা নাই দেখি অনধিকাৰ প্ৰৱেশ দোষত সিহঁত অপৰাধী নহয়। সেইশব্দবোৰ "দমিচাইল" অৰ্থাৎ ঘৰুৱা হৈহে ইংৰাজী ভাষাত সোমাইছে। সিহঁতে থাকিবলৈ ইংৰাজী ভাষাৰ দেশত "গ্ৰামাৰ" অৰ্থাৎ ব্যাকৰণৰ বস্তী মাটি একোচমকা পাইছে, "স্পেলিং" অৰ্থাৎ বৰ্ণ-বিন্যাসৰ কাপোৰ একোডোখৰ পিন্ধিবলৈ পাইছে, আৰু সকলো বিষয়তে সেইবোৰে ইংৰাজী ভাষাৰ প্ৰজাস্বত্ব ভোগ দখল কৰিবলৈ পাইছে। ফলত সিহঁতৰ দ্বাৰাই ইংৰাজী ভাষৰ সম্পদ বাঢ়িছে, টুটা নাই।

অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতি নহল বুলি মাথোন আমি বহি থাকিলে আমাৰ বেজাৰতহে কাল যাব। দিনো নোৱাৰোঁ যদি কম পক্ষেও সপ্তাহৰ ভিতৰত দুদিন দুঘণ্টাকৈও অসমীয়া ভাষাত ৰচনা লেখোঁ, অসমীয়া ভাষাৰ চৰ্চ্চা কৰোঁ, তেন্তে এবছৰত আমি নিজৰ আৰু আমাৰ ভাষাৰ সম্পদ বঢ়া কিমান কাম কৰিব পাৰোঁ এবাৰ ভাবি চাওক। যদি বিদেশী ইংৰাজী ভাষা পঢ়ি শিকি চৰ্চ্চা কৰি আমি শুধকৈ তাক লেখিব পঢ়িব পাৰোঁ, তাৰপৰা আমাৰ মনৰ নৈতিক বলৰ উপকৰণ, চৰিত্ৰ বলৰ সজুলি সংগ্ৰহ কৰিব পাৰোঁ, আৰু তাৰ দ্বাৰাই আমাৰ উপাৰ্জ্জিত ওখ চিন্তাবোৰ সুৱলাকৈ প্ৰকাশ কৰিব পাৰোঁ; তেন্তে নো আমাৰ চাৰি ভাগৰ একভাগ সময় আৰু যত্ন মাতৃভাষাত লগালে কিয় মাতৃভাষাৰ ভাল আৰু লগতে আমাৰ ভাল কৰিব নোৱাৰিম? আমি গাইপতি আমাৰ গাত মাতৃভাষাৰ উন্নতি কৰিবৰ ভাৰ পৰিছে বুলি ভবা আৱশ্যক। আনে কৰক, মই নোৱাৰোঁ, এনেটো ভাব এৰেহেঁতাৰ হে নিজা সম্পত্তি, উদ্যোগী পুৰুষক এৰেহেঁতাই তাৰ ভাগ যাচিলে উদ্যোগী পুৰুষে সেই ভাগ ভৰিৰে ঠেলি দি ঘিণকৈহে এৰিব।

মাতৃভাষাত ৰচনা বক্তৃতা কিতাপ লেখা আদিত নিজৰ ইচ্ছাৰ গতি মানি চলা উচিত। এজনে বুৰঞ্জী লেখি যশ আৰ্জিছে, আন এজনে কবিতা লেখি সুখ্যাতি লভিছে, তৃতীয়জনে নাট লেখি শলাগ পাইছে বুলিয়েই যে

মোৰ ক্ষমতা আৰু মনৰ গতিলৈ আওকাণ কৰি মই বুৰঞ্জী কৰিতা বা নাট লেখিবলৈ যাব লাগিব তাৰ কোনো মানে নাই ; বৰং তেনে কৰিবলৈ গৈ মই যে মোৰ ক্ষমতা আৰু সময়ৰ অপব্যৱহাৰ কৰিম তাত কোনো সন্দেহ নাই।

আজিকালি দেখা যায় যে অসমীয়া লেখকৰ সৰহভাগে অসমীয়া ভাষাৰ ব্যাকৰণ বৰ্ণবিন্যাস আৰু বাক্যৰচনাৰ ভঙ্গীলৈ বিশেষ চকু নাৰাখি লেখে। দুটা কি এটা উদাহৰণ স্বৰূপে আঙুলিয়াই দিওঁ :—অসমীয়াত "মই" শব্দ এক বচন ; তাৰ বহুবচন "আমি", "আমালোক" নহয়। "আমালোক" অশুধ, তাক "তোমালোক" শব্দৰ আৰ্হি লৈ কৰা হৈছে। কিন্তু আমাৰ মাজত অনেক লেখক আছে যি ভুল "আমালোক" শব্দ ব্যৱহাৰ কৰে। অনেকে সকৰ্ম্মক আৰু অকৰ্ম্মক ক্ৰিয়াৰ কৰ্ত্তাত "এ" কাৰ আৰু "অ" ব্যৱহাৰ কৰাত ভুল কৰে ; আৰু সমাপিকা আৰু অসমাপিকা ক্ৰিয়াত "য়" আৰু "ই" ব্যৱহাৰ কৰোঁতে গণ্ডগোল লগায়। কোনো কোনোৱে "সিঁহতৰ" ঠাইত "তাহাঁত," "পুতেকৰ" ঠাইত "পিতেকৰ"ৰ নিচিনা চহা শব্দ ব্যৱহাৰ কৰি নিজৰ ৰচনাত মলি মানে। আমাৰ উঠি অহা ডেকা লেখকসকলে এইবোৰ দোষলৈ চকু ৰাখি চলিলে উপকাৰ হব।

আমাৰ আজিৰ কৰ লগীয়া কথাৰ ওৰ পেলোৱাৰ আগেয়ে আমাৰ অসমীয়া বন্ধুসকলক এইটো ডাঠকৈ কওঁ যে, আপোনাসকলে সাৰোগতকৈ জানিব, অসমীয়া ভাষাৰ উন্নতি অসমীয়া সাহিত্যৰ উন্নতি অসমৰ উন্নতিৰ প্ৰথম চাপ। আমি একান্তমনে পৰিশ্ৰম কৰি তাৰ উন্নতিৰ অৰ্থে লাগি পলে নিশ্চয় আমাৰ যত্নই ফল ফলিয়াবই। বঙ্গদেশৰ মানুহৰ লেখ সৰহ, আমাৰ দেশৰ লেখ তাকৰ, সেইবাবে আমি তেওঁলোকৰ সৈতে সমানে আগবাঢ়িব পৰা নাই," এনেবিধৰ কথা কৈ মনক প্ৰবোধ দিয়াসকলে জানিব যে সেই প্ৰবোধ মিছা, তাৰে আমাৰ গা নবয়। লেখত তাকৰীয়া মানুহেও লেখত সৰহীয়াতকৈ ডাঙৰ আৰু প্ৰবহ কাম কৰিছে আৰু কৰিব পাৰে। জাপান আৰু চীন, ইংলণ্ড আৰু ভাৰতবৰ্ষ, আমাৰ কথাৰ জলজলীয়া প্ৰমাণ। আমি মানুহ-মূৰা বলেই আমাৰ উন্নতিৰ প্ৰবল গতি কোনেও বোধ কৰিব নোৱাৰে। আমি যেতিয়া মনুষ্যত্বৰ আকৌ লভিব পাৰিলে আমাৰ উন্নতিৰ প্ৰচণ্ড প্ৰতাপে

আকৌ দিশ্-বিদিশ তোলপাৰ লগাব। আমাৰ গাবপৰা মিছা ভেম নৈ ভাৰ ঠাইনৈ প্ৰকৃত আত্মসন্মান আহিলে আমি এইদৰে মূৰ্খৰা লাগি থাকিব নোৱাৰোঁ। নিশ্চয় জানিব। এইবোৰ পাবৰ প্ৰধান উপায় জ্ঞান উপাৰ্জ্জন, বিদ্যা উপাৰ্জ্জন আৰু মাতৃভাষাৰ উন্নতি সাধন। স্বদেশৰ আৰু স্বজাতিৰ উন্নতি আৰু মঙ্গল-মন্দিৰৰ সিংহদুৱাৰ হৈছে মাতৃভাষা এনে মাতৃভাষাৰ সেৱক হৈ প্ৰগাঢ় ভক্তিৰে তাৰ কুশলৰ অৰ্থে নিজৰ এই নশ্বৰ দেহৰ সকলো ক্ষমতা সমৰ্পণ কৰি আমি এহাতধীয়া ভাৱে আমাৰ কৰ্ত্তব্য কাম কৰি গলে নিশ্চয় অচিৰতে মঙ্গলক্ষ্মী উন্নতিৰ কিৰীটয়ে আসাম আইৰ পবিত্ৰ মূৰ শোভা কৰিব, আসাম দেশৰ ইমূৰৰপৰা সিমূৰলৈকে আকৌ সুখৰ সুশীতল সুমন্দ মলয়া পৱন বব, আকৌ শান্তিৰ সুবিমল জেউতিয়ে আসাম আকাশ পোহৰ কৰিব, আকৌ জ্ঞানৰ ওখ পতাকা আসাম-আইৰ পবিত্ৰ মন্দিৰৰ চূড়াত উৰিব, আকৌ আসামৰ সম্পদৰ বাতৰি মহাবাহু ব্ৰহ্মপুত্ৰই দেশ বিদেশত আনন্দ মনেৰে বিলাই ফুৰিব, আকৌ আসামৰ লুপ্ত পুৰণি গৌৰৱ নীলাচলৰ পবিত্ৰ শিখৰে অম্লান বদনে পূব পশ্চিম উত্তৰ দক্ষিণত প্ৰচাৰ কৰিব, স্বৰ্গৰ পৰা দেৱাঙ্গনাসকলে অসমীয়াৰ মূৰত আশীৰ্ব্বাদৰ পাৰিজাত-পুষ্প বৃষ্টি কৰিব আৰু আমিও আমাৰ ইহজনম সফল কৰি নিজক ধন্য মানিমহঁক।*

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

*কলিকতাৰ অসমীয়া ছাত্ৰৰ সভাত পঢ়া হৈছিল।

প্ৰথম বছৰ, দ্বিতীয় সংখ্যা

# সূচী

# মিলন।*

বাজিছে দুনাই আজি পুৰণি বীণত
সুমধুৰ মিলনৰ তান।
আশাৰ কিৰণ পুষ্প জিলিকি পৰিছে
শুনি সেই অতীতৰ গান॥

টোপনি কোলাৰপৰা এটি দুটি কৰি
সাৰ পাই সকলো উঠিছে।
উৎসাহী সেৱকদলে মাতৃ মন্দিৰত
উলাহেৰে আসন পাতিছে॥

জননীৰ কাষ চাপি ভকতি ভাবেৰে
কোচ ভৰি ফুল তুলি লই।
প্ৰীতি উপহাৰ আজি মাতৃ চৰণত
হেপাহেৰে সমৰ্পিছে গই॥

লয়লাসে হাঁহিমাহি ভাই ভাই বুলি
সাদৰেৰে কৰে আলিঙ্গন,
খিয়লাখিয়লি আজি পাহৰি ভেনেই
সকলোটি আনন্দে মগন॥

বহুদিন আগে মোৰা আশাৰ পুলিটি
আছিল সমূলি পৰি জঁয়

* এই কবিতাটি এই বছৰত হোৱা A. S. L. Clubৰ ১ম অধিবেশনৰ দিনা পঢ়া হৈছিল।

ই মিলন গুণে আজি সতেজ হইছে,
ধুমুহাৰ নাই একো ভয়॥

বলোক ধীৰেৰে আহি মলয় সমীৰ,
আকৌ চৰায়ে গক গান।
ৰূপহী জোনায়ে আহি জগত মোহক
মৰতত কৰি সুধা দান॥

হেঙুলি ৰহণ লৈ পুৱাৰ সুৰুযে
পাতে পাতে খেমালি কৰক,
আধা ফুলা চোপা কলি ফুলি ফুলি পৰি
ফুলেৰেই ফুলনি ভৰক॥

সঞ্জীৱনী বীণ দেৱী বজোৱাঁ এবাৰ,
যি বীণৰ অমিয়া সুৰত
ধৰিছিল একেলগে স্বৰগ মৰতে
মিলনৰ গান উলাহত॥

যি বীণৰ সুৰতেই পৰ্ব্বতীয়া জুৰি
মিলিছেহি তটিনী বুকত;
আউলী-বাউলী হই কুলু কুলু সুৰে
তটিনী মিলিছে সাগৰত॥

যি বীণৰ সুৰতেই পৃথিবী মাজত
অকলসৰীয়া কোনো নাই;
নতুন ভাবেৰে দিয়ে ইটিয়ে সিটিক
নৱ প্ৰেম হিয়া উদঙাই॥

তেনে মিলনৰ সুৰ বজোৱাঁ এবাৰ,
উঠে যদি ছুটি এটি প্ৰাণ।
বিংশতি শতিকা এই কালৰ সময়,
কোনে থাকে হই অচেতন॥

আহাঁ সবে মিল মনে একে লগ হৈ
আওৱাওঁ সংসাৰ ক্ষেত্ৰত,
বাধা বিঘ্নি দূৰ কৰি কৰ্ত্তব্য সাধিম,
সুফল লভিম জগতত ॥

"বন্ধু"

---

# লোভ।

গছত উঠি চৰাইৰ বাহৰপৰা চৰাই-পোৱালি পৰা, আম কঠালৰ গছত উঠি আম কঠাল পৰা আদি কাৰ্য্যৰ লগতে বৰষি বাই মাছ ধৰাটোও একালত মোৰ উৎসাহৰ কাম আছিল। আমাৰ পুখুৰীটোৱে মোৰ মনত জীৱহিংসা প্ৰবৃত্তিৰ উদ্ৰেক কাৰ্য্যত যে নথৈ সহায়তা কৰিছিল এই কথা কোৱা বাহুল্য মাথোন। কাৰণ, মাগুৰ কাৱৈ শল কান্দুলি শিঙৰা পুঠি আদি মাছক সি নিজৰ গৰ্ভত সাদৰেৰে এনেকৈ ঠাই দিছিল যে, সেইবোৰ দেখিলে মোৰ নিচিনা তামসিক প্ৰকৃতিৰ মানুহৰ তো কথায়েই নাই সাত্বিক প্ৰকৃতিৰ মানুহৰ স্বভাৱো প্ৰলোভনৰ দোলেৰে টান নাথাই নাথাকিছিল।

এদিন মই আমাৰ পুখুৰীত বৰষি বাই থাকোঁতে এবাহ পোনাৰে এটা শল মাছ দেখিলোঁ। ৰঙচুৰা পোনাবাহ একে ঠাইতে থুপখাই এনেকৈ পানীৰ ওপৰলৈ উঠিছে আৰু তললৈ নামিছে যে, ঠিক যেন একটা ৰঙা সৰিয়হ কিবা এক প্ৰকাৰে দীঘলীয়া হৈ পানীত সেইদৰে উঠা নমা কৰি সাতুৰিব লাগিছে। হঠাৎ সিহঁতক দেখিলে কোনোৰ মনত খেলাব যেন এটা ফুলা পদুম ফুলৰ ভিতৰৰ চকাৰ চাৰিউ ফালৰ পাপৰিবোৰে চলিবৰ ক্ষমতা লভি সেইদৰে চলা-ফুৰা কৰিব লাগিছে। ক্ষন্তেকমান এক দৃষ্টিৰে চাই থাকি দেখিলোঁ যে পোনাবাহৰ তলতে সন্তানবৎসল মাক শল মাছটোৱে সতৰ্কভাৱে থাকি সিহঁতক ৰখি চলাই চৰাই লৈ ফুৰিছে আৰু পোনাবোৰে মাতৃ-স্নেহ-ৰসত আপ্লুত হৈ আনন্দত নাচি নাচি ওপৰৰপৰা তললৈ গৈ মাকৰ ওচৰ পাইছে আৰু চঞ্চল স্বভাৱৰ গুণে ততালিকে তলৰপৰা নাচি নাচি ওপৰলৈ উঠিছে। সেই স্বৰ্গীয় দৃশ্য দেৱতাৰহে উপভোগ্য, লুভীয়া মানুহৰ নহয়।

নিমিষতে মোৰ হিংসাকুৰীয়া লুভীয়া স্বভাৱ উত্তেজিত হৈ উঠিল; আৰু পিছ মুগুণি নিকৰুণভাৱে, বৰলৰ টোপেৰে গধূৰ বৰষিটো পোনাবাহৰ মাজত পেলাই দিলোঁ। নিমিষতে পোনাবাহৰ মাকে মোৰদৰেই পিছ মুগুণি লোভত, সম্ভৱতঃ খণ্ডত, টোপেসৈতে সেই বৰষিতো গিলি পেলালে। মই চিপ মাৰি দিলোঁ আৰু তাৰ পিছতে সেই শল মাছটো আজলা আৰু আত্মৰক্ষাৰ নিমিত্তে অসমৰ্থ পোনাবাহক অনাথ কৰি মোৰ বৰষিত লাগি বামত পাৰিল। মাছটোৱে কষ্টত আৰু মৃত্যুকাল উপস্থিত ভাবি চট্‌ফটাবলৈ ধৰিলে, আৰু মোৰ মনেও সেইদিনৰ পৰিশ্ৰম আৰু চেষ্টা সফল হোৱা দেখি উত্তেজিত হৈ উলাহত নাচিবলৈ ধৰিলে। দীঘলীয়া কাম চমু কৰি থবৰ নিমিত্তে মই মাছটো ধৰি মাটিত ঠেকেচা মাৰি দিলোঁ! তাৰ পিছত—তাৰ পিছত—কষ্টেকীয়া নিঠুৰ উত্তেজনাৰ পিছত পানীত থকা অনাথ শিশু পোনাবিলাকলৈ মোৰ চকু গল। ভাল নালাগিল। পানীৰপৰা মোৰ চকু তুলি আনি বামৰ মাছটোত দিলোঁ। দেখিলোঁ, মাছটোৱে মুখেৰে কাপ-কাপ কৰিব লাগিছে। ধিমিক-ধিমিক মাত্ৰ তাৰ ধাতু পৰিব লাগিছে। এই দুই দৃশ্যই মোৰ অন্তৰৰ নিভৃত খোটালিৰ নিভৃত চুক এটাত থকা কিবা এটা সচেতন বস্তুত অলপ খোচা-বিন্ধা কৰা যেন পালোঁ। কিন্তু মই তালৈ বৰকৈ মন নিদি উলাহক সাৰথী কৰি লৈ মাছটো ঘৰলৈ লৈ আহিলোঁ। সংসাৰৰ অলেখ কামৰ চিন্তাৰ চকোৱাই অলপৰ পিছতে সেই মাছধৰা বিষয়টো সেই দিনালৈ ঢাকি পেলালে। কিন্তু গধূলি আয়ে যেতিয়া পূৰাৰ সেই শল মাছত মূলা দি আঞ্জা ৰান্ধি মোক খাবলৈ দিছিল, মোৰ অন্তৰৰ সেই ঠাইত বেজিৰ ফুটনি বুজনকৈয়ে অনুভৱ কৰিছিলোঁ; গতিকে ৰুচিৰে সৈতে সেই আঞ্জা মই খাব নোৱাৰিলোঁ।

ৰাতি শুবলৈ বুলি শোৱাপাটীত পৰিলত অনাহুত অসংলগ্ন নানাভাবে খেলিমেলি লগাই মোৰ মনটো অস্থুখীয়া কৰি পেলালে। তেনে অৱস্থাত মোৰ কেতিয়া টোপনি আহিল কব নোৱাৰোঁ। টোপনিত এইটো সমাজিক দেখিলোঁ:—মোৰ শোৱাপাটীৰ চাৰিউ ফালে অসংখ্য কেচুৱা লৰাই মোক বেঢ়ি কান্দিব লাগিছে। ইমানবোৰ কেচুৱা লৰা কৰপৰা কিয় আহি মোক বেঢ়ি ধৰি কান্দিছে মই বুজিব নোৱাৰি মাত লগালোঁ “বোপাইহঁত! মোক

চিনুণিইঁত! তইঁত কৰপৰা আহিছ? তইঁতৰ কি হৈছে? কিয় কান্দিছ মোক কচোন?" মোৰ প্ৰশ্ন শুনি সিইঁতে সিইঁতৰ কণ কণ মুখবোৰেৰে মাত লগাই উত্তৰ দিলে,—"আমাক তই এতিয়া চিনিকে নোপোৱা হলি! আমি কিয় কান্দিছো নজনাই হলি! নিষ্ঠুৰ! তই আমাৰ আইক কিয় বধ কৰিলি? তেওঁ তোৰ কি অপকাৰ কৰিছিল? তুই আমাক মাউৰা কৰিলি কিয়? পপীয়া! লুভীয়া! তই আমাকো মাৰি পেলা! আমাকো মাৰি খাই পেলা! হায়! তই আমাক মাৰি যেখোন আমাৰ দুখীয়া আইক এৰি দিব পাৰিলিহেঁতেন। আমাকো তই আজি মাৰিব লাগিব, নহলে আমি তোক নেৰোঁ। তোৰ হাতত মৰিবলৈ বুলি থিৰ কৰিহে আমি আজি তোৰ গুৰিলৈ আহিছোঁহঁক। আমাক এতিয়াই মাৰ, মাৰ, মাৰ, নামাৰিলে তোক আমি নেৰোঁ!"

হঠাৎ চাট্ কৰে মোৰ টোপনি ভাগিল; মই থপ্ কৰে উঠি শোৱাপাটীতে বহিলোঁ। দুখ শোক আৰু অনুতাপত মোৰ হৃদয় দগধ হল। সেই অৱস্থাতে মই ভালেখিনি পৰ থাকি, পুৱেকণ দি আহিলতে পাটীৰপৰা নামি গৈ, ঘৰৰ পানীপাছত আৰি থোৱা দাড়িৰে সৈতে বৰষিটো ডোখৰ-ডোখৰকৈ ভাঙি দলিয়াই পেলালোঁ; আৰু তেতিয়াই শপত খালোঁ যে মোৰ জীৱদ্দশাত মই আৰু বৰষিত হাত নিদিওঁ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# শিল্প শিক্ষা।

আগৰ দৰে গছৰ ছালেৰে গা ঢকা আৰু কেঁচা মঙহ খোৱাৰ দিন সভ্য জগতত এতিয়া নাই। মানুহে জীৱাই থকাৰ লগে লগে নিজৰ ধৰ্ম্ম কৰ্ম্ম সকলোতে উন্নতি, আৰু অভাৱ অনুসৰি জাৱনৰ উৎকৰ্ষ বিধানৰ অৰ্থে নানা কৌশল নানা শিল্প বিদ্যা ইত্যাদিৰ আবিষ্কাৰ কৰি আজিৰ দিন আৰু আগৰ দিনৰ লগত বিষম প্ৰভেদ ঘটাইছে। কাজেকাজেই শিল্প বিদ্যাক আমি সভ্যতা জখলাৰ এটি প্ৰধান খোপ বুলি ধৰি লব পাৰোঁ। বিশেষ কি, এই জগ-

লাৰ যোগেও ভৰি নিদিছলিলেহে জাতীয় উন্নতি আৰু জীৱনৰ সুখ সম্পূৰ্ণভাৱে লাভ কৰা যায়।

কোনো এটা ব্যৱসায়ত হাত দিয়াৰ আগতে আমি সেই ব্যৱসায়ৰ উপযোগী যন্ত্ৰাদি আৰু সঞ্জুলিৰ ব্যৱহাৰৰ বিষয়ে যি শিক্ষা কৰোঁ সেয়ে হৈছে শিল্প শিক্ষা। এই সঞ্জুলি আৰু শিক্ষাৰ কাম হৈছে আমাক হাত দিয়া কাৰ্য্যত সিদ্ধিলাভ কৰিবলৈ সহায় কৰি নিৰ্ব্বিঘিনিয়ে আৰু সুকলমে কাৰ্য্যফল লাভ কৰোৱা। যেনেকৈ পণ্ডিত উকীল দাৰোগা আদি ভিন ভিন কামত ভিন ভিন শিক্ষাৰ দৰকাৰ তেনেকৈ শিল্প শিক্ষাও ব্যৱসায়ৰ বিভাগ অনুসৰি বেলেগ বেলেগ। ইয়াকো লগতে কোৱা যাওক যে কেতিয়াবা-কাচিৎ শিক্ষাৰ অলপ সামঞ্জস্য থাকিলেও সঞ্জুলিৰ লগত নাই বুলি আমি ডাঠি কব পাৰোঁ।

হাতৰ সজা-পৰা কৌশল আৰু যন্ত্ৰাদিৰ ব্যৱহাৰ শিকাটোৱেই পুৰণি আৰু অতি সাধাৰণ শিল্প শিক্ষাৰ আৰ্হি আছিল। অলপ পৈণত আৰু চোকা বুদ্ধিৰ লৰাই হলে এনে শিক্ষা পঢ়াশালিলৈ অহা যোৱা নকৰাকৈ প্ৰকৃত কাৰ্য্যত হাত দিয়েই অতি সোনকালে লভিব পাৰে। কিন্তু আচল শিল্প শিক্ষা সি নহয়। আচল শিক্ষাই লৰাক প্ৰথমতে চকু আৰু হাতৰ কাৰ্য্যত মিল ৰাখি সিহঁতৰ ওপৰত প্ৰভুত্ব চলাবলৈ সমৰ্থ কৰে; দ্বিতীয়ত, কাৰ্য্যৰ গতি আৰু প্ৰকৰণ বুজি পুঙ্খানুপুঙ্খৰূপে নিপুণভাৱে সৈতে তাৰ তত্ত্ব লবলৈ বুদ্ধিৰ যোগান দিয়ে। কেৱল কাৰ্য্যৰে এইবোৰ বিষয়ৰ সকলো সময়তে আঁতিগুৰি ভাঙি ভত লোৱা অতি টান কথা। লৰাক কিছু দিন কাৰখানা (workshop) আদি ঠাইত শিক্ষা দিয়ালে বহুত প্ৰকাৰে সি শিক্ষা পায় হয় কিন্তু সেই শিক্ষা বৰ ডাঙৰ আৰু কৌশলযুক্ত ব্যৱসায়ৰ উপযোগী নহয়; ডাঙৰত হাত দিবলৈ গলে সেই শিক্ষাক বৈজ্ঞানিক উপায়েৰে আৰু প্ৰবল আৰু কামিলা কৰিব লাগে। জৰ্ম্মাণিত বৈজ্ঞানিক প্ৰক্ৰিয়াৰে কৰ্ম্ম-জীবিবোৰক শিল্প শিক্ষা দিয়াত সেই প্ৰদেশৰ বেহা বেপাৰাদিয়ে দিনে দিনে চাগি ধৰি উঠিছে।

কেৱল অতি উচ্চ শিক্ষাৰেহে যে মানুহে শিল্পাদিত উন্নতি লাভ কৰে এই কথাও অমূলক। অলপ শিক্ষা পোৱা মানুহেও বহুত বিধৰ শিল্পাদি কাম অতি অনায়াসে আৰু চকুত লগাকৈ কৰা দেখা যায়। অৱশ্যে এই কথা নিশ্চয় স্বীকাৰ কৰিব লাগিব যে উচ্চ শিক্ষা পালে শিল্পী বুদ্ধি আৰু দক্ষতাত বেছি

উন্নত হয়। চহা শ্রেণীৰ বা শ্ৰমজীবিবিলাকৰ ভিতৰত যে ক্ষমতাবান বা কাৰ্য্যদক্ষ মানুহ নোপজে এনে নহয়; যাধোন শিক্ষাৰ অভাৱত বহুৎ কাৰ্য্য কৰা শক্তিয়ে তলৰ পোনে ঢাল খায় নাইবা সি বিকাশ হবলৈ নেপাই পুলিতে কেৰোণে খোৱা হয়।

অকল আসামতে নহয়, গোটেই ভাৰতত্তে চহা শ্ৰেণীৰ ভিতৰত বাপেকৰ বৃত্তিকে পুতেকে অৱলম্বন কৰা দেখা যায়। বাপেকে নিজ বৃত্তিৰ কৌশল আদি পুতেকক নিজে শিক্ষা দিয়ে বা কোনো ওচৰচুবুৰীয়া বা সম্পৰ্কীয় মিতিৰ-কুটুমৰ দ্বাৰাই দিয়ায়। লৰাই কাম কৰাৰ সময়ত চাই থাকি বা নিজে কামত লাগি সেই বৃত্তিৰ উপযোগী সকলোবোৰ সজুলিৰ ব্যৱহাৰ শিকি লয়। তাৰ পাছত কিছুদিন শিকাওঁতাৰ লগতে পেটে-ভাতে পোহ গৈ থাকি অৱশেষত লৰাই স্বাধীনভাৱে সেই বৃত্তিত ধৰে নতুবা কাৰো লগত লগধাই যুটীয়াকৈ ধৰে। আসামৰ কহাঁৰ, মৰিয়া, এৰি মুগাৰ কাৰবাৰী, সোণাৰী ইত্যাদি মানুহেই তাৰ জ্বলন্ত উদাহৰণ। এইবোৰ মানুহে শিক্ষাৰ অভাৱতে আগৰ যাউতিযুগীয়া একে সাঁচৰ একে গঢ়ৰ বস্তুৰ বাহিৰে আজিকালিৰ শিক্ষিত শিল্পীৰ লগত গঢ়-পিটত ফেৰ মাৰি উঠিব নোৱাৰে। তাৰ বহিৰেও সহজ আৰু চমু উপায়েৰে প্ৰস্তুত হৈ অহা সস্তা বিদেশী বস্তুৰ সমানে, নিজৰ বস্তু মূলৰ হানি কৰি সিহঁতে দিব নোৱাৰাতে ক্ৰমাগ্বয়ে তল পৰি পৰি কি কৰিম কেনেকৈ তৰিমকৈ উৱাদিহ হেৰুৱাইছে, নাইবা সিহঁতৰ বোপা-ককাৰ বৃত্তিত জলাঞ্জলি দি চোৰ ডকাইতৰ লেখত পৰিছেগৈ। নিজৰ ব্যৱসায় এৰা পৰিলে এই বিধৰ মানুহে ভিক্ষা কৰি বা বেয়া উপায়েৰে জীবিকা উলিয়াই খালেও তেও আন ব্যৱসায়ত হাত নিদিয়ে, আৰু সঁচাকৈয়ে সিহঁত দিয়াৰ উপযুক্তও নহয়। আসামৰ বজাৰ দিনত মৰিয়াই ধানৰ খেতি কৰাৰ কথা সকলোৱে জানে। ঘৰত এই হোৱাত বিদেশী বস্তুয়ে চাৰিও ফালৰপৰা খাওঁ খাওঁ মূৰ্ত্তিৰে বেঢ়ি ধৰি লাগিছে।

আমাৰ মানুহৰ গাত যে দোষৰ ভাগ পূৰা ই ধুৰূপ। প্ৰথমত, কুল বিচাৰৰপৰা ওপজা ঘিণ। ই আমাৰ অতি ঘৃণনীয় দোষ আৰু উন্নতিৰ বাটত এডাল আচল কাঁইট। হাজাৰ দুখত পৰিলেও আমি উচ্চ কুলীয়া মানুহে নাম ভুলীয়াক স্নেহৰ চকুৰে নেচাওঁ বা সহায় নকৰোঁ আৰু আমিও মুখত

পৰিলে সিইঁতৰপৰা কেতিয়াও সহায় নিবিচাৰোঁ। কাচিৎ ভেনে অবিচাৰ হলে গুৰুৰ দণ্ড আৰু সমাজৰ দণ্ড সকলোৱে আগভেটা দি অমাক বহুৎ ৰকমে লাঞ্ছনা ভোগ নকৰাই নেৰে। দ্বিতীয়ত, স্থুলত পঢ়া আৰু সদাই ব্যৱহাৰ কৰি থকা যন্ত্ৰৰ ঠাইত নতুন বিধৰ যন্ত্ৰাদিৰ ব্যৱহাৰ কৰা, এই দুই বিষয়তো আমাৰ চহা শ্ৰেণীৰ মানুহৰ বহুতৰ বিপৰীত আৰু আচৰিত ভাবৰ সমাগম হোৱা দেখা যায়। স্থুলত বাৰ ঠাইৰ বাৰটাৰ লগত ছুই মেলি বহা আৰু একহি-পুৰুষত নোহোৱা কাম কৰা লৰাক আমাৰ চহা সমাজৰ বৰমূৰীয়াসকলে মনে মনে শাও দিয়ে আৰু স্থুলৰপৰা ওলোৱাৰ পাছতো তাক অলপ ঘিণ আৰু বিদ্ৰুপৰ চকুৰে নোচোৱাকৈ নেথাকে। তৃতীয়ত, বাপেকতকৈ পুতেক চোকা, মাকতকৈ জীয়েক কাজী হোৱাটো আমাৰ শাস্ত্ৰনিষিদ্ধ; কোনোবা হলে সি পাপৰ ভাগী।

এই সামাজিকদোষবোৰৰ বাহিৰেও আমাৰ জাতিগত আৰু শাৰীৰিক বহুতো দোষ আছে। শাৰীৰিকৰ ভিতৰত প্ৰথমতে আমাৰ অঙ্গাদিৰ কাৰ্য্যৰ লগত মূৰৰ বিয়োগ অৰ্থাৎ হাতেৰে বা ভৰিৰে কোনো এটা কাম কৰি থাকোঁতে আমি তাত আমাৰ মূৰৰ কাৰ্য্য অৰ্থ্যাৎ বুদ্ধি খটাই বা একেবাৰে বাহিৰৰ কথালৈ বা বিষয়লৈ মন নিদি একাণপতীয়া হৈ কেতিয়াও নেলাগোঁ। কোনো এটা কামত ধাঁৰ ভাত অলপ আমনি পালেই এধাডোখৰীয়াকৈ এৰোঁ৷ আৰু হাতৰে কাম কৰি থাকোঁতে মনটো পাটত-দিয়া মাছৰ পানী টুকি দিয়াত থাকে। দ্বিতীয়ত, অলপ পঢ়াৰ গোন্ধ পালেই আমি শৰীৰক কষ্ট দি কৰিব লগীয়া কামলৈ আওকাণ কৰি বাগিছাত বা কছাৰিত মহৰী সোমাই মান ৰক্ষা কৰোঁগৈ। কোৱা বাহুল্য যে আমাৰ দেশৰ বহুৎ মানুহৰ লেখা-পঢ়াৰ উদ্দেশ্য "মহৰী কাম"। তৃতীয়ত, আজিকালি শিল্প পঢ়াশালি দুই এঠাইত হলেও তাতো লৰাই বেছিকৈ সাহিত্য শিক্ষা হে পোৱা যেন দেখা যায়, আৰু পৰীক্ষাত উত্তীৰ্ণ হৈ অহাৰ পাছত হাতুৰি ৰটালি কাতিকৈ থৈ মগুদ আমিন ইত্যাদিৰ ঠাই অধিকাৰ কৰা দেখা যায়। কাজেই ভেওঁবিলাকে শিকা নিশিকাত আমাৰ দেশৰ শিল্পোন্নতিৰ লগত কোনো সম্পৰ্ক নাই। সাহিত্য শিক্ষাৰ তৰকত কম বুদ্ধিৰ প্ৰকৃত কামলৈ ধাউতি থকা বহুৎ লৰাই ভেনে পঢ়াশালিৰপৰা বছে-

বেক বা হুমাহব মুবতে বিদায় লব জগাত্ত পবে। সেইবোব নামস্ত হে শিল্প পঢ়াশালি কামত বিপৰীত। চতুৰ্থতঃ আজিকালিব কাটেকত আক চবিত্র সংশোধক স্কুলতো বহুতে শিল্প শিক্ষা পায়। কুথব বিষয় গুলাই আছি সেইবিলাক মানুহে আক মুবিবাব সেই শিক্ষাব কতো প্রয়োগ নকবে।

এতিয়া উপায় কি চোৱা যাওক। যদি বাস্তৱিক দেশব উন্নতি হব লাগে তেন্তে আমাব শিল্প পঢ়াশালিত দুটা বিভাগ থকা উচিত। সাহিত্যাকে শিল্পকে একে লগ নকবি সাহিত্যালৈ প্রবৃত্তি থকা লবাক এটা শ্রেণীত আক শিল্পলৈ প্রবৃত্তি থকা লবাক আন এটা শ্রেণীত বিভক্ত কবা উচিত। তাব পাছত প্রথমটোত সাহিত্য আক শিল্প দুইবো শিক্ষা দিয়া উচিত, আক দ্বিতীয়-টোত কেৱল শিল্পব বিষয়ে শিক্ষা দিয়া উচিত। তেনেহলে ওপবৰ্বোবে সাহিত্যিক বুদ্ধিবে সহজ আক চমু উপায় উদ্ভাবনা কবি কাৰ্য্যত সহায় কৰিব পাবিব আক তলববোবে অতি সাধাবণ নকচা, অঙ্কগণনা আক নাম-ধাম পঢ়িব পবা বিদ্যাবে শাৰীৰিক হাত চকুব আক যন্ত্রাদিব কামত নিযুক্ত হব পাবিব। ওপবৰ শ্রেণীয়ে পঢ়ি-শুনি আনক শিকাব আক তলব শ্রেণীয়ে প্রকৃত কামেবে দেশব উন্নতি কবিব। তলব শ্রেণীয়ে যে, সুবিধা লগাই দিলে কামত উন্নতি কবিব পাবিব তাব প্রমাণ আমাব বেইলওৱে কাবখানাত কাম কবা লেখা পঢ়াব ভু-ভা নোপোৱা শ্রেণীব মানুহলৈ চালেই যথেষ্ট প্রমাণ পোৱা যায়। আসামত এতিয়াও শিল্প পঢ়াশালি দুই এঠাইত বাজে কতো সংস্থাপিত হোৱা নাই, কাজেই এইবোব নিয়ম তাত খটোৱাটো অতি সহজ হব।

অৱশেষত, শিল্প পঢ়াশালিব শিকাওঁতাজন বৰ্ত্তমান প্রণালীব শিল্পব যোল বুজা মানুহ হলে ভাল; নহলে বিশেষ লাভ নাই। লবাক আজিকালিব শিল্প জগতব যন্ত্রাদিবে আজি কালিব নকচাবে আজিকালিব ঠগেবে কাম কবিবলৈ শিকাব নোৱাবিলে সকলো মিছা। পৰীক্ষাত উত্তীৰ্ণ হোৱাব পাছতে লবাবোবক একেবাবে এবি নিদি সিহঁতক ঠায়ে ঠায়ে সমাজবপবা বা পঢ়াশালিবপবা যন্ত্রাদিবে আক পাবিলে মূলধনেবে সহায় কবি থান-থিত লগাই দিব লাগে। তাওব ব্যৱসায়াদিত হাত দিবলৈ বিশ্বাসী আক উৎসাহী মানুহেবে সমাজবপবা নথৈ সহায় পাব লাগে আক আবম্ভতে কৃত-কাৰ্য্য হব নোৱাবিলেও উৎসাহহীন হৈ একেবাবে হতাশ নহবব কাবণে

সঙ্গতিপন্ন আৰু যুথীয়াল মানুহৰ উদগণি পাব লাগে। এওঁবিলাকৰ দ্বাৰাই আমাৰ দেশৰ লুপ্ত হোৱা শিল্প আৰু কৃষি বিষয়ক বহুত ব্যৱসায়ৰ ক্ৰমান্বয়ে উন্নতি বিধান কৰাই সেইবোৰ নতুন সাজেৰে সজাই তোলাব লাগে। আন আন দেশৰ শিল্পৰ অৱস্থাৰে আমাৰ দেশৰ শিল্পৰ অৱস্থা বিজাই চাই হীন ভাগ পূৰাবলৈ এওঁবিলাকৰ হতুৱাই যথেষ্ট যত্ন কৰোৱা উচিত। শিক্ষিত শ্ৰেণীয়ে তেওঁবিলাকৰ কাৰ্য্য মাজেসময়ে পৰিদৰ্শন কৰি আৰু তৈয়াৰি হোৱা বস্তুৰ গঢ়-পিট চাই তেওঁবিলাকক সন্তোষ আৰু বুদ্ধি দিয়া উচিত। ওপৰত কোৱা দোষবোৰ সংশোধন কৰি কৈ অহা নিয়ম মতে কাৰ্য্য কৰিব পাৰিলেই আমাৰ শিল্পৰ উন্নতি অতি সোনকালে সাধিত হব বুলি আমাৰ বিশ্বাস।

শ্ৰীবোধনাথ পটঙ্গিয়া।

---

# অসমীয়া ভাষাৰ সম্পৰ্কে আৰু দুআষাৰমান কথা।

আজিৰ বক্তৃতাৰ কথাবোৰ মোৰ ইয়াৰ আগৰ বক্তৃতাটোৰপৰা মেলা ঠেঙুলি। তাৰপৰা এই ঠেঙুলি মেলা উচিত নাছিল; কিন্তু মেলিলে যেতিয়া তাৰ এটা দিহা কৰা কৰ্ত্তব্য হল। আগৰ সেই বক্তৃতাৰ ওপৰত নিজৰ মন্তব্য প্ৰকাশ কৰাৰ সময়ত আমাৰ কোনো কোনো বন্ধুৱে দুটা চাইটা নতুন অথচ পুৰণি কথা উলিয়াইছিল যিবোৰৰ সৈতে সেই দিনাৰ যাই বক্তৃতাৰ সাক্ষাৎভাৱে সমন্ধ কম। কিন্তু যদিও সেইবোৰৰ সৈতে মোৰ বক্তৃতাৰ লগা-ভগা নিচেই পাতল আছিল, তথাপি সেই দিনা সময়ৰ নাটনি নোহোৱাহেঁতেন সেইবোৰৰ বিষয়ে তেতিয়াই মোৰ কবলগীয়া কথা কলোঁহেঁতেন। সি যি হওক, সেই দিনাৰ সভাৰ সুযোগ্য সভাপতি শ্ৰদ্ধাস্পদ বন্ধু বৰকাকতী ডাঙৰীয়াই সেইবোৰৰ চমুকৈ উত্তৰ দিছিল। মই আজি সেই উত্তৰৰ সমৰ্থন স্বৰূপেহে দুআষাৰমান কথা কব খুজিছোঁ।

সেই দিনাৰ সভাত কোনো কোনো সভ্যৰ মুখৰপৰা ওলোৱা এটা দুটা কথা শুনি মোৰ মনত খেলাইছিল যে, অসমীয়া ভাষা কাক কয়, শুৱিৰ সেই

কথাতে তেওঁলোকৰ মনত আচৰিত মানিৰ লগীয়া খুকুৰি আছে। আজি-কালি প্ৰচলিত অসমীয়া ভাষাটো উজনিৰ আহোম ভাষাৰ শবদেৰে বৰকৈ উবুৰাই প্ৰস্তুত কৰা হৈছে নে ভাটীৰ কামৰূপীয়া শবদৰ সত থাবৰ চাপ দি বান্ধি তাক অসমীয়াৰ পাতত বাঢ়ি দিয়া হৈছে? অসমীয়া ভাষাটো বাস্তবিক পক্ষত আহোম ভাষাৰ বিজয়-দুন্দুভি বজাবলৈকে সাজি উলিয়া হৈছে নে কামৰূপীয়া ভাষাৰ মৃত্যুশয্যাৰ কাষত শঙ্খধ্বনি কৰিবলৈকে কৰা হৈছে? এই প্ৰশ্নৰ মীমাংসা তেওঁলোকে আজিলৈকে কৰি উঠিব নোৱাৰি বিমুধি হৈ যেন এক প্ৰকাৰ হাত-সামৰি বহি আছে। অসমীয়া ভাষাৰ সম্পৰ্কে এতকাল ধৰি হোৱা ইমানবিলাক আলোচনা আন্দোলনৰ পিছত এই প্ৰশ্ন নিশ্চয় আচৰিত। যি ভাষাই ভালেমান দিন ভালেমান যুঁজ কৰি ভালেমান অপায়-অমঙ্গলৰ হাত সাৰি অলপ দুখিৰ হৈ বিশ্ববিদ্যালয়ত ঠাই পাইছে, গৱৰ্ণমেণ্টৰ ঘৰত আদৰ পাইছে, নতুনকৈ ৰচিত বিস্তৰ কিতাপ পুথিৰ অলঙ্কাৰ গাত পিন্ধিবলৈ পাইছে, আৰু অসমৰ ইমুৰৰপৰা সিমুৰলৈকে সকলো অসমীয়াৰ মাতৃভাষা বুলি সন্তান সকলৰপৰা ভক্তি-ফুলৰ অঞ্জলি পাইছে, সেই অসমীয়া ভাষাৰ গুৰিত ধৰি আজি তাক আজোৰ-পিজোৰ কৰিবলৈ যোৱাটো অৱশ্যে আচৰিত। অসমীয়া ভাষা সম্পৰ্কে নিজে মন দি আলচ নকৰা, আৰু লোকে আলচ কৰি কৰা মীমাংসা আৰু সিদ্ধান্তবিলাকলৈ চকু নিদিয়াটোৱেই যে তেওঁলোকৰ মনত ওপজা সংশয়ৰ কাৰণ সেইটো আমি বুজিছোঁ।

অসমীয়া ভাষা উজনিৰো অকলসৰীয়া ভাষা নহয় ভাটীৰো অকলসৰীয়া ভাষা নহয়, সি গোটেই অসমৰ ভাষা। শঙ্কৰ মাধৱ আৰু কন্দলিসকলৰ দিনৰেপৰা আজিলৈকে যি ভাষাত কিতাপ পুথি ৰচিত হৈ আহিছে, যি ভাষাত অসমৰ মানুহে, ঘাইকৈ ওপৰ থাপৰ মানুহে ইজন সিজনৰ ভিতৰত দিনো মনৰ ভাব সলনা-সলনি কৰি আহিছে আৰু কৰে, সেইটোৱেই অসমীয়া ভাষা। সেই ভাষাটোত উজনিৰ প্ৰাধান্য থাকিব পাৰে, উজনিৰ মাত-কথা প্ৰকাশ কৰিবৰ ভঙ্গী সৰহীয়াকৈ থাকিব পাৰে, আৰু ভাটীৰ ভাকৰীয়াকৈ থাকিব পাৰে, কিন্তু সি যে অসমৰ আচল অসমীয়া ভাষা তাত সন্দেহ নাই। হব পাৰে ভাটীৰ ভাষাও এসময়ত অসমত উজনিৰ ভাষাৰ নিচিনা বলী আছিল, হব পাৰে সেই ভাষাই বজাৰ আশ্ৰয় আৰু প্ৰজাৰ

সহায় প্ৰচুৰ পৰিমাণে পোৱাহেঁতেন নিজৰ আসনৰ সৰহভাগ উজনিৰ ভাষাক এৰি দিব নালাগিলহেঁতেন; কিন্তু জীৱন-যুদ্ধত যে সি টিকিব নোৱাৰি যোগ্য-তমক থিৰ লগীয়া হৰ এৰি দি হুহকি পৰিল এইটো মুই কবিলে নচলে। ভাটীৰ ভাষা আৰু উজনিৰ ভাষা বোলোঁতে যাক প্ৰকৃতপক্ষে ভাষাৰ শাৰীলৈ তুলি ভাষা বোলা যায় মই তাক বুজুৱা নাই; অসমৰ উজনি আৰু ভাটীত ব্যৱহাৰ কৰা স্থানীয় মাত অৰ্থাৎ dialect হে বুজাইছোঁ। ভাল অৱস্থাৰ সুবিধা পাই কোনো এডোখৰ ঠাইৰ স্থানীয় মাতে নিজৰ গাত শক্তি সঞ্চয় কৰি শেহত আগৰ সমনীয়া আন আন dialect বোৰৰ ওপৰত যে নিজৰ প্ৰাধান্য সংস্থাপন কৰে এইটো স্বাভাবিক নিয়ম। যেনেকৈ অৱস্থাৰ সুচলত স্বাভাবিক নিয়ম মতে কোনো এটা ফৈদে ওচৰচুবুৰীয়া আন ফৈদবিলাকৰ ওপৰত লাহে লাহে প্ৰাধান্যতা লাভ কৰি শেহত এটা জাতিত পৰিণত হয় গৈ, কোনো এটা dialectএও অৱস্থাৰ তাৰতম্য অনুসাৰে কালক্ৰমত সেইদৰে এটা ভাষাত পৰিণত হয় গৈ। সৰহ দূৰলৈ যাবৰ সকাম নাই, আজিকালিৰ বঙ্গলা ভাষাত আৰু ইংৰাজী ভাষাতো এই কথাৰ প্ৰমাণ ফট্‌ফটীয়াকৈ দেখি-বলৈ পোৱা যায়। নদীয়াৰ ভাষা বঙ্গদেশৰ ভাষা হোৱা আৰু আজিকালিৰ কলিকতীয়া ভাষাই সেই ভাষাৰ ওপৰত বহণ সানি তাৰ জেউতি চৰোৱা, কেল্‌টিক্ ৰচ স্নেল্‌চ নৰ্‌মাণ জুট্ পিক্‌টচ্ ভাষাৰ ওপৰত এংলোচেক্‌চন্ ভাষাই প্ৰাধান্যতা লাভ কৰাই এই কথাৰ উদাহৰণ। আমাৰ অসমীয়া ভাষাইও এই স্বাভাবিক নিয়ম অনুসৰি বড়ো ৰবাহী চুটীয়া আহোম ভাষাৰ ওপৰত প্ৰাধান্যতা স্থাপন কৰিলে। যাইকৈ ৰাজধানীৰ ভাষাই যে কালক্ৰমত গোটেই ৰাজ্যৰ ভাষা হয় সেইটো এক প্ৰকাৰ স্বতঃসিদ্ধ বুলিব পাৰি। আজি-কালিৰ বঙ্গলাভাষা কলিকতীয়া সাঁচত চলা হোৱাৰ কাৰণো সেয়েই। যদি আমাৰ ৰজাৰ ভাষা কলিকতাৰ ভাষা হলহেঁতেন তেন্তে আজি গোটেই ভাৰত বঙ্গলা ভাষাৰ টৌৱে যে টৌৱাই পেলালেহেঁতেন এইটো ঠিক অনুমান কৰিব পাৰি। আকবৰৰ "কেম্পৰ" উৰ্দ্দু ভাষাই উত্তৰ ভাৰত এইদৰেই টৌৱাই পেলাইছিল। কোনো এটা প্ৰবল ধৰ্ম্মৰাজ্যৰ ভাষাইও কম-বেছি এনে প্ৰতাপ দেখুৱায়। পঞ্জাবৰ শিখ গুৰুসকলৰ ভাষা গুৰমুখী ভাষাৰো প্ৰাধান্য এইদৰেই, আৰু দক্ষিণৰ পালীভাষাৰ প্ৰাধান্যও এইদৰেই হৈছিল।

যি ভাষা শক্তিশালী হয় তাতে সকলোয়ে যোগ দি তাক সাকল্যা আৰু উন্নত কৰে। সেই ভাষাত স্থানীয় মাত-কথাৰ লেখ স্বভাৱতে সৰহ হয়। অসমীয়া ভাষাত শিৱসাগৰ ডিষ্ট্ৰিক্টৰ শব্দৰ প্ৰাধান্যৰ গুৰিও সেয়েই। দিয়া-লোৱাৰ ৰীতি সকলো বিষয়তে আছে আৰু থাকিবই। সদায় গাইগোটা-পেটে-ভঁৰাল হৈ কোনো ভাষা থাকিব নোৱাৰে, আন কি, তাৰাৰ মেপলি-য়নেও নোৱাৰে। উজনিৰ প্ৰাধান্যতা থকা ভাষাইও ভাটীৰপৰা শব্দ-সম্পদ লবই লাগিব; সেইদেখি লৈছে আৰু আগলৈকো লব। আদান-প্ৰদান ব্যতিবেকে কোনো জীবিত ভাষা, জীবিত জাতি আৰু সৃষ্ট জীবিত বস্তুৰ সংসাৰযাত্ৰা নচলে। সেই আদান প্ৰদানত বলী নিৰ্ব্বলী দুইৰো স্বভাৱ আৰু গঢ়ৰ পৰিবৰ্ত্তন সাধিত হোৱাটো চিৰকলীয়া নিয়ম। বৰ্দ্ধিষ্ণু ভাষাই চাৰিউফালৰপৰা ভাব আৰু ভাবব্যঞ্জক শব্দ নিজৰ ভিতৰুৱা কৰি লয়, মৃত বা মৰিবলৈ ওলোৱা ভাষাইহে লব নোৱাৰে। মোৰ ঘৰৰ ভিতৰত এঘৰ আচহুৱা বিদেশী মানুহে বসতি কৰিলে, প্ৰথমতে মই সেই বিদেশীৰ সৈতে নিমিলোঁ আৰু কোনো সম্পৰ্ক নাৰাখোঁ বুলি গপ মাৰি থাকিব পাৰোঁ, কিন্তু যেতিয়া সেই ঘৰ মানুহ তাত চিৰস্থায়ী হব, তেতিয়া অৱস্থাৰ প্ৰবল নিয়মে মোক বলেৰে তেওঁলোকৰ সৈতে মিলাই দিবই, মোৰ কোনো ওজৰ আপত্তি নুশুনে।

উজনি ভাটী একেটা হৈ অসমীয়া জাতি আৰু অসমীয়া ভাষা। যাক লৈ অসমীয়া ভাষাৰ গৌৰৱ, যাৰ অমৃতময়ী লেখনীয়ে অসমীয়া ভাষাক অমৰ কৰিলে, সেই শঙ্কৰদেৱ মাধৱদেৱৰ প্ৰধান কৰ্ম্মস্থান ভাটীহে আছিল। উজনি বৰদোৱাৰ শঙ্কৰদেৱৰ প্ৰধান প্ৰিয় শিষ্য মাধৱদেৱে ভাটীৰ বৰপেটাতহে অসমীয়া ভাষাৰ অদ্বিতীয় পুথি ঘোষা ৰত্নাৱলী ৰচি ভক্তি প্ৰেমৰ অমৃত নৈৰ পাৰ ভাঙি দি অসৰ বুৰাই দিছিল। সেইদেখিহে কওঁ যে এতিয়া এনে দিনত অসমৰ উজনি ভাটী বিচাৰি ভিন্ন ভাব খুচৰিবলৈ যোৱাটো বৰ অশোভন কাৰ্য্য; আৰু খোচৰাসকল কেতিয়াও কৃতকাৰ্য্য নহয়।

আসাৰ আগৰ অকাই-চুক নহয় যে আমি অজপীয়া নিজকে লৈ এতিয়া সন্তুষ্ট থাকিব পাৰিম। এতিয়া পৃথিবীৰ সকলো জাতিৰ ভিতৰত চলি থকা যুঁজৰ চাকনৈয়াত আমি পৰিছোঁ। সেইদেখি এতিয়া নিজক আৰু নিজৰ

ভাষাক সম্মানেৰে সৈতে থিয়কৈ থব লাগিলে আমাৰ ভিতৰত অসাৰ্থক ঘৰুৱা দন্দ আৰু বাকবিতণ্ডাবোৰ আমি পৰিত্যাগ কৰি আমি সামান্য বিভিন্নতা আৰু অমিল বোৰলৈ চকু নিদি একতাৰ দোলেৰে নিজক বান্ধি শকত হৈ আগুৱাব লাগিব নতুবা আমাৰ ধ্বংশ অনিবাৰ্য্য।

এজন ৰজাৰ শাসনৰ অধীন থাকি সেই ৰজাৰ হকে যুজিবলৈ হলে, আমি সকলোৱে একে মনৰ হৈ লগলাগি এজন প্ৰধান সেনাপতিৰ আদেশ মানি যুজিব লাগিব, তেহে আমাৰ জয় হব। কাৰো শাসন আৰু আদেশ নামানি আমি গাইপতি মইমত ভাবে যুগযুগান্তৰ ব্যাপি যুজি শৰীৰ পাত কৰিলেও যুদ্ধত জয় লাভ কৰিব নোৱাৰোঁ। গোটেইখন বঙ্গদেশৰ মাত-কথা একে নহয়। কিন্তু আজিকালি পূৰ্ব্ববঙ্গ পশ্চিমবঙ্গ উত্তৰবঙ্গৰ সকলোৱে কলিকতাৰ বঙ্গলাভাষাৰ শাসন মানি তাৰ সুযোগ্য সেনাপতিসকলৰ আদেশ শুনি উন্নতিৰ বাটত যুজ কৰি যাব লাগিছে দেখি তেওঁলোক অলপ কালৰ ভিতৰতে কৃতকাৰ্য্য হৈছে। ঢাকাৰ কালীপ্ৰসন্ন ঘোষে কলিকতাৰ দ্বিজেন্দ্ৰ নাথ ঠাকুৰৰ নেতৃত্ব মানি আগুৱাব লাগিছে; তেওঁৰ নিজৰ ঠাই অৰ্থাৎ ঢাকাৰ বঙ্গাল মাত-কথা, প্ৰচলিত উন্নত কলিকতাৰ বঙ্গলা ভাষাৰ বিপক্ষে থিয় কৰিবলৈ চেষ্টা কৰি নিজৰ শক্তি সামৰ্থ্যৰ অপব্যৱহাৰ কৰা নাই। মাতৃ-ভাষাৰ স্থান পুৰীৰ জগন্নাথৰ মন্দিৰ বা মক্কাৰ কাবাৰ নিচিনা। সকলো সুসন্তানে নিজৰ ক্ষুদ্ৰতা আৰু মনৰ বৈষম্য গৰ্ব্ব অভিমান পৰিত্যাগ কৰি নিৰ্ম্মল অন্তঃকৰণেৰে তাত প্ৰবেশ কৰা উচিত। পুৰীত উড়িয়াৰ প্ৰাধান্য, মক্কাত আৰবীয়ৰ প্ৰাধান্য আছে বুলি আপত্তি কৰি মন বিদ্বেষ-বিষেৰে পুৰাই লৈ তীৰ্থযাত্ৰী আৰু হজ কৰিবলৈ যোৱাসকলে তাত প্ৰবেশ নকৰিব গুচি আহিবনে? ধৰ্ম্মমন্দিৰ আৰু তীৰ্থস্থানত যেনেকৈ বিভিন্ন ভাবৰ ঠাই নাই, মাতৃভাষাৰ পবিত্ৰ মন্দিৰ আৰু তীৰ্থস্থানতো তেনেকৈ উজনি ভাটী আহোম কামৰূপীয়াৰ ভিন্ন ভাব থাকিব নাপায়। মাতৃভাষাৰ প্ৰকৃত সেৱক-সকলে হৃদয়ৰ অভ্যন্তৰৰপৰা ভক্তি আৰু কৃতজ্ঞতা ফুলৰ অঞ্জলিৰে সৈতে মাতৃভাষাৰ মন্দিৰত ষোড়শোপচাৰে পূজা দিবলৈ কেতিয়াও নোযোৱাকৈ থাকিব নোৱাৰে জানিবা।

ভাটীৰ অসমীয়াসকলে তেওঁলোকৰ নিজৰ ঘৰুৱা মাত-কথাত নিজৰ

দেশৰ পচুপতি যিমান মন যায় ৰাখক তাত আমাৰ আপত্তি কৰিবলৈ বিশেষ কাৰণ নাই ; বৰং তাৰ দ্বাৰাই তেওঁলোকৰ নিজৰ ঠাইলৈ মমতাহে প্ৰকাশ পাব। কিন্তু গোটেই অসমীয়াৰ ৰাজহুৱা সম্পত্তি অসমীয়া ভাষাৰ বেলিকা সেইবোৰ তেওঁলোকে দূৰত থৈ দিয়া উচিত, আৰু তাৰ বিৰুদ্ধে সেইবোৰ থিয় কৈ দি বিৰোধ ভাবৰ অৱজন নকৰিবলৈ যাথোন মই তেওঁলোকৰ ওচৰত মিনতি কৰোঁ। স্কট্‌লণ্ডৰ মানুহে ইংৰাজী কওঁতে নিজৰ প্ৰাদেশিক স্কচ্‌ উচ্চাৰণ দুটা চাইটা ৰাখি চলে। ইংৰাজী এ (A) উচ্চাৰণৰ বেলিকা তেওঁলোকে নিজৰ দেশৰ মাতৰ নিয়মে তাক আ (A') উচ্চাৰণ কৰে। তাৰ দ্বাৰাই তেওঁলোকে নিজৰ ঠাইৰ প্ৰতি মমতাৰহে চিনাকি দিয়ে, ইংলণ্ডৰ ইংৰাজী ভাষাৰ প্ৰতি বিদ্বেষ ভাব নহয় ; বৰং তেওঁলোকে ইংৰাজী ভাষাক নিজৰ মাতৃভাষাৰ আসন দি তাৰ সৰ্ব্বতোভাবে মঙ্গল কামনা কৰিহে চলে। ইয়ৰ্কচায়াৰৰ মানুহে ইংৰাজী কওঁতে নিজৰ ঠাইৰ মাতৰ বৈষম্য অনেক সময়ত ৰাখি চলিও প্ৰচলিত ইংৰাজী ভাষাক হে মাতৃভাষাৰ সিংহাসনত বহুৱায়। নগঁয়া মানুহে আইতক আপথ, টেঙা-আম্লাক শাক বুলি চলিলেও অসমীয়া ভাষাৰ ক্ষতি নহয়। দৈনিক জীৱনত মানুহে যেনেকৈ নিজৰ বিভিন্নতা ৰাখি চলিও জাতীয় জীৱন গঠন কৰে, স্থানীয় মাত-কথাত বিভিন্নতা ৰাখি চলিলেও জাতীয় ভাষাত সেই বিভিন্নতা বিসৰ্জ্জন দি জাতীয় ভাষাক বলৱন্ত কৰাটো উচিত। বিৰাট স্বাধীনতা লাভ কৰিবলৈ হলে যেনেকৈ ক্ষুদ্ৰ স্বাধীনতাক বিলোপ কৰিব লাগে, জাতীয় ভাষা লভিবৰ বেলিকাও সেইদৰে ক্ষুদ্ৰ ভাষাৰ ক্ষুদ্ৰ বিভিন্নতাবোৰত জলাঞ্জলি দিয়া আৱশ্যক। জাতীয় ভাষা এখন মহা সমুদ্ৰৰ নিচিনা। নানা ঠাইৰ নদ নদীয়ে সমুদ্ৰত নপৰালৈকে যেনেকৈ নিজৰ পানীৰ বৰণ আস্বাদ আদি স্বকীয়া লক্ষণবোৰ ৰাখি চলে, কিন্তু সমুদ্ৰত পৰিলেই সেইবোৰৰ অস্তিত্বৰ বিলোপ সাধিত হয়, নানা ঠাইৰ মাত-কথাইও কিছু দূৰ নিজৰ স্বকীয়া লক্ষণবোৰ ৰাখি চলিলেও জাতীয় মহা ভাষা-সমুদ্ৰত পৰি আত্মবিলোপ নকৰি নাথাকে। উন্নতিৰ মূল মন্ত্ৰই এই। এই কথাত কোনোৱে কব পাৰে যে আমি তেনেহলে আকৌ আগৰ পুৰণি এটা লিখিত আৰু আন এটা কথিত ভাষাৰ লেঠাত পৰিম গৈ। মই কওঁ, নপৰোঁ ; কাৰণ, যিবিলাক বিভিন্নতা ৰাখি চলিলে হানি নাই বুলি কৈছোঁ

সেইবিলাক বিভিন্নতা এটা স্বকীয়া ভাষা প্রস্তুত কৰিবৰ নিমিত্তে যথেষ্ট নহয় ; সেইবোৰ কেৱল মাত্তৰ হেনো-হচা কথাৰ কেৰা-বেঁকা মাথোন, যিবোৰ ৰাখি আমি নিজৰ কালৰ বা ঠাইৰ প্রতি থকা মমতাৰ মায়াজৰিডাল নাকাটি সুখ পাওঁহঁক মাত্র।

এটা কথা এইখিনিতে যই আমাৰ অসমীয়া বন্ধুসকলক সোধোঁ।—অসমীয়া ভাষাটো যে আন ভাষাৰ অপভ্রংশ নহয়, আৰু সি যে স্বকীয়া ভাষা আৰু গোটেই আসামৰ নিজা ভাষা এইবোৰ কথা প্রমাণ কৰি থাকিবলৈ এতিয়াও আমি মাজেমাজে থনে থনে খুন্দাখুন্দে যুজ কৰিয়েই থাকিব লাগিব নে কি? আমাৰ আগৰ জ্ঞানী বিদ্বান বুদ্ধিমান ভাষাজ্ঞ পণ্ডিতসকলে এই বিলাক বিষয়ৰ আলচ কৰি মীমংসা কৰি যোৱা কথাবোৰে আমাক শিকনি দিবলৈ নটা হৈছেনে? মহাত্মা আনন্দৰাম ঢেকিয়াল ফুকন, অদ্বিতীয় পণ্ডিত হেমচন্দ্র বৰুৱা, বুৰঞ্জীবিজ্ঞ উদাৰহৃদয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ আদি মহানুভৱ অসমীয়াসকলে, ৰবিন্সন, ব্রাউণ, গেইট্, গ্রিয়েৰ্চন আদি বিদেশী প্রগাঢ় পণ্ডিতসকলে অসমীয়া ভাষাৰ বিষয়ে যিবোৰ সিদ্ধান্ত কৰি থৈ গৈছে সেইবোৰে আমাৰ এক্কাৰ বাটত আৰিয়াৰ পোহৰ দিব পৰা নাই নে যে আমি কণামুনা দেখি আকৌ "লণ্ঠন" বিচাৰিছোঁ? আমি অসমীয়া ভাষাৰ উন্নতিৰ মাজবাট পাই আকৌ উভতি গৈ, আগেয়ে যি ছোৱা বাটকুৰি বাই আহিছিলোঁ. সেই ছোৱা অহা শুধ হৈছিল নে নাই তাৰ বিচাৰ কৰিবলৈ বহিব লাগিব নেকি? আমি "প্রমোশ্যন" আৰু "ডবল প্রমোশ্যন" নলৈ "ডিগ্রেড্" হৈ ক খ শ্রেণীলৈ গৈ, আমাৰ কোনো কোনো লেখাৰুৱে লেখা দৰে "অধোন্নতি" কৰিব লাগিব নে কি? আনৰ কথাকে নকওঁ, গবৰ্ণমেণ্টে অসমীয়া ভাষাক বিশ্ববিদ্যালয়ৰ ওখ মহলালৈকে প্রবেশৰ অনুমতি দিলে, অথচ আমি আজিও আমাৰ ভাষা ভালকৈ শিকিবলৈ আৰু তাৰ ভাল কৰিবলৈ কাৰবাৰ নকৰি, আমাৰ অৱহেলা আৰু অক্ষমতাৰ ওপৰত ঢাকোন দিবৰ মনেৰে বিজ্ঞ বোলাই আকৌ গুৰিতে খামোচ মাৰি ধৰি সুধিছোঁ—অসমীয়া ভাষা কাক কয়?

ভাৰতবৰ্ষত একেটা ভাষা হোৱাটো ভাল কথা। কিন্তু ভাৰত এপ-এটা স্বকীয়া ভাষাৰ বাহ। এপ-এটা ভাষাই নিজৰ অস্তিত্ব বিলোপ কৰি একেটা

হুবলৈ এতিয়াও অনেক কাল আছে। কিন্তু সেই একতাজনক কাৰ্য্যৰ সহায় কাৰক হবৰ আশা কৰি এটাইৰে আগেয়ে মহানুভৱ অসমীয়া কেইটাই নিজৰ মাতৃভাষাটো নিধন কৰি বহি থাকি নিজৰ উদাৰতা দেখুৱাব লাগিব নে কি? অসমীয়া ভাষাৰূপী দধীচি ঋষিয়ে নিজৰ বুঢ়াহাড় কেইডাল দান কৰি তাৰে বজ্ৰ প্ৰস্তুত কৰাই, ভাৰতৰ এশ-এটা ভাষা-অসুৰক বধ কৰি বঙ্গলা বা হিন্দী ভাষাৰ ইন্দ্ৰত্ব স্থাপন কৰিবৰ নিমিত্তে চেষ্টা কৰাটো সি-পুৰীত পুণ্যৰ কাম হব পাৰে কিন্তু সম্প্ৰতি এই পুৰীত সেই পুণ্যকাম স্থগিত ৰখাটোকেই উচিত বিবেচনা কৰোঁ। ভাৰতবৰ্ষৰ একেটা জাতীয় ভাষা গঢ়া কাৰ্য্যত আগৰণুৱা হোৱাৰ লোভ সম্প্ৰতি অসমীয়াসকলে সম্বৰণ কৰক তেওঁলোকৰ ওচৰত মোৰ এই বিনীত প্ৰাৰ্থনা। সৰু সৰু জন্তুবোৰে এটা অজগৰৰ পেটত প্ৰবেশ কৰি সেই অজগৰটোক ওকোন্দাই ফুলাই ডাঙৰ কৰি ৰখাতকৈ, মোৰ মনেৰে সেই ক্ষুদ্ৰ জন্তুবিলাক স্বকীয়া হৈ থাকি এই সুন্দৰ পৃথিবীত ভগৱন্তৰ বৈচিত্ৰব্যঞ্জক মঙ্গল অভিপ্ৰায় সাধন কৰি থকাটোৱেই হে শ্ৰেয়ঃ; নতুবা, ভগৱন্তই গুৰিতে আন ক্ষুদ্ৰ জন্তুবিলাক শ্ৰজন নকৰি মাথোন এটা অজগৰ শ্ৰজন কৰিয়েই তেওঁৰ প্ৰাণী সৃষ্টি কাৰ্য্যৰ আথ্যা পেলালেহেঁতেন। ভাৰতত ক্ষুদ্ৰ ক্ষুদ্ৰ ভাষা-ৰাজ্যবোৰে আত্মৰক্ষা কৰি এখন বিশাল যুক্ত-ভাষাসাম্ৰাজ্যত পৰিণত হৈ নিজৰ স্বকীয়া ৰাজস্বত্ব আৰু সেই সাম্ৰাজ্যৰ প্ৰজাস্বত্ব ভোগ কৰি জীৱনযাত্ৰা নিৰ্ব্বাহ কৰাটোহে কৰ্ত্তব্য আৰু সেইটোৱেইহে সম্ভৱো। সাম্ৰাজ্যৰ মঙ্গল কাৰ্য্যত সকলোবোৰ মিলিজুলি এক হোৱা, অথচ ঘৰুৱা কাৰ্য্যত বেলেগ থকাটো লক্ষ্যও নিচেই দূষণীয় নহয়। ভাৰত সাম্ৰাজ্যৰ Lingua Franca অৰ্থাৎ সকলোৰে সাধাৰণ এটা ভাষা হোৱা যদিও বৰ আৱশ্যকীয় কিন্তু তাৰ নিমিত্তে ভাৰতৰ ক্ষুদ্ৰ ভাষাবোৰে নিজৰ প্ৰাণ বিসৰ্জ্জন দিবৰ সকাম নেদেখোঁ। এটা Lingua Franca হলেও তাৰ ছাঁতে এশ-এটা ভাষা থাকি পৰস্পৰ বিবাদ বিসম্বাদ নোহোৱাকৈ জীৱনযাত্ৰা নিৰ্ব্বাহ কৰি থাকিব পাৰিব বুলি মোৰ বিশ্বাস। আজিকালি ভাৰতৰ Lingua Franca ইংৰাজীৰ তলতে ভাৰতৰ আন ভাষাবোৰো বাঢ়িব লাগিছে। ভাৰতৰ একতা সম্পাদনৰ অৰ্থে অসমীয়া ভাষাটো মৰি বঙ্গলা ভাষাৰ কলেবৰ বৃদ্ধি কৰিবলৈ পৰামৰ্শ দিওঁতাসকলে যদি সঁচাকৈয়ে একতাৰ ওথ ভাৰত পৰিচালিত হৈছে, তেন্তে মই তেওঁ-

লোকক ওলোটা পৰামৰ্শ দি কওঁ যে তেওঁলোকে প্ৰথমতে বঙ্গলা ভাষাটোক মাৰি, ভাৰতত ইংৰাজী ভাষাৰ পিছতে Lingua Franca হিন্দী ভাষাৰ কলেৰৰ বৃদ্ধি কৰক, আমাৰ লেবেলা অসমীয়া ভাষাটোক লাগে যদি পাছে-পৰেও বলিৰ শাললৈ তেওঁলোকে পঠিয়াবলৈ আজ্ঞা কৰিব। ছুৰীয়া নিশ-কভীয়াক দহে দশ আষাৰ কৈ যোৱাটো আৰু সততে তাক আমনি কৰি থকাটো নতুন কথা নহয়। অসমীয়া ভাষাটোকো আজিকালি ছুৰীয়া আৰু নিশকভীয়া দেখি সকলোৱে তাক মৰি যমৰ ঘৰলৈ যাবলৈ সত্তা উপদেশ দিবলৈ নেৰে। কিন্তু অসমীয়া ভাষাই সেই উপদেশ প্ৰতিপালন কৰিবলৈ অমান্তি হৈ তেওঁলোকৰ ওচৰত বিনীতভাৱে এই মাথোন জনায় যে, এই পৃথিবীত মৃত্যুৰ ওপৰত সকলোৰে সাধাৰণ অধিকাৰ; কিন্তু পুণ্য ওপলোৱা মৃত্যুহে বিশিষ্ট, আৰু অসমীয়া ভাষাই তেনে মৃত্যুলৈহে হাবিলাষ কৰে। ভাৰতৰ বহু ভাষা কেন্দ্ৰীভূত কৰি এটা মহাভাষা ৰচনা কৰা মহাকাৰ্য্যৰ হকে যদি প্ৰথমতে তাওৰ বঙ্গলা ভাষাই নিজৰ পঞ্চভূতাত্মক কণভঙ্গুৰ দেহ পঞ্চভূতত বিলীন কৰি দিয়ে, তেন্তে তেওঁৰ সেই পৱিত্ৰ আত্মবিলোপ কাৰ্য্যৰ পিছতে অসমীয়া ভাষাইও সেই উদ্দেশে আৰু অক্ষয়স্বৰ্গ প্ৰাপ্তিৰ কামনা কৰি বঙ্গলা ভাষাৰ চিতাতে উঠি সতী যাবলৈ গাত লৈছে; নতুবা দিনৌ তেওঁৰ নিচিনা "ক্ষুদ্ৰ জন্তবঃ জীয়ন্তি চ মৃয়ন্তে চ," তেনে মৃত্যুৰ যাবাই লাভ লোকচান কি? নিশকভীয়াৰ ওপৰত বৰমতা ওলাই সকলোৱে মন্তব্য প্ৰকাশ কৰিবলৈ লাজ হয়। আগেয়ে উড়িয়া ভাষাকো বঙ্গলাভাষাৰ অন্তৰ্গত হবলৈ এনে পৰা-মৰ্শ দিয়া হৈছিল; কিন্তু আজিকালি আৰু সেই বিষয়ে কোনেও উচ্চবাচ্য নকৰে; কাৰণ এতিয়া উড়িয়াৰ গাত বল হৈছে; গতিকে এতিয়া অনাহকত পৰামৰ্শ দি থাকোঁতাই কিল খাবৰ সম্ভৱ। সেইদেখিহে কওঁ যে আমি অস-মীয়াই, যেয়ে যি কয় তালৈ কাণ নিদি, মাতৃভাষাক শকত কৰিবলৈহে প্ৰাণ-পণে পুৰুষাৰ্থ কৰিব লাগে; অসমীয়া ভাষাৰ গাত বল দেখিলে হাটকৰা-বাট-কৰা পৰামৰ্শ দিওঁতাসকলে কিল খোৱাৰ ভয়ত আৰু মুখ নেমেলা হব।

যোৱা ৭ আগষ্ট তাৰিখৰ "টাইমচ্ অব্ আসাম" কাকতত নগাঁৱৰ খাতিৰি দিওঁতা এজনে, অলপতে নগাঁৱত, আমাৰ শ্ৰদ্ধাস্পদ সুযোগ্য উকীল-আৰু বেৰিষ্টৰ এই সভাৰ সহকাৰী সম্পাদক শ্ৰীযুক্ত তৰুণৰাম ফুকন ডাঙৰীয়াই

লিয়া বক্তৃতা এটাৰ ৰাতৰি লেখিছে। তাৰ ভিতৰত এই কেইষাৰ কথা দেখি আচৰিত হলোঁ। ঃ—"He deprecated the creation of a separate language" অৰ্থাৎ শ্ৰীযুক্ত ফুকনে এটা স্বকীয়া ভাষা চৰ্জন কৰাটো বেয়া বুলিছে। আশা কৰোঁ এই ৰাতৰি ভুল; আৰু ৰাতৰি দিওঁতাজনে ফুকন ডাঙৰীয়াৰ আচল মানে বুজাত ব্যতিক্ৰম ঘটিছে। আমি দিন দুপৰত লোকৰ চকুত ধূলি মাৰি অসমীয়া ভাষা বুলি এটা ভাষা চৰ্জন কৰা নাই, আৰু কৰিবও নোৱাৰোঁ। প্ৰাকৃতিক আৰু সামাজিক অৱস্থাহে অসমীয়া ভাষাৰ সৃষ্টি-কৰ্ত্তা। যিবোৰ কাৰণৰ নিমিত্তে পৃথিবীৰ আন আন দেশতো ভাষা সৃষ্টি হৈ আহিছে সেইবোৰ কাৰণতে আসামতো অসমীয়া ভাষা সৃষ্টি হল। যিবিলাক কাৰণত এক সংস্কৃত বা প্ৰাকৃত ভাষা দেশ কাল পাত্ৰ ভেদত বিভিন্ন হৈ একোটা স্বকীয়া ভাষাৰূপে পৰিণত হল, যিবোৰ কাৰণত অভীজৰ আৰ্য্য-বোৰৰ ভাষা ফাটি বাঢ়ি নানা স্থানীয় ভাষাৰ সৈতে মিহলি হৈ গ্ৰীক লেটীন জৰ্ম্মাণ, পাৰস্যীয় আদি হল, তেনে বিধৰ কাৰণতে সংস্কৃতৰ সন্ততি অসমীয়া ভাষাও স্বকীয়া হৈ পৰিল। আসাম এখন স্বকীয়া স্বাধীন ৰাজ্য আছিল। আসামলৈ যোৱা আৰ্য্যবোৰ আৰু ভাৰতৰ আন আন ঠাইত থকা আৰ্য্যবোৰৰ ভিতৰত দূৰতাৰ ব্যৱধান আৰু গমনাগমনৰ অসুবিধা ঘটিল। কালক্ৰমত আসামবাসী আৰ্য্যৰ ভাষাই দেশী ভাষাৰ সৈতে সানমিহলি হৈ এটা নতুন আকৃতি ধাৰণ কৰিলে। সেই নতুন গঢৰ আৰ্য্যভাষাই অসমীয়া ভাষা। অসমীয়া ভাষাটো আজিৰ অসমীয়া ডেকাসকলে বা আগৰ অসমীয়া বুঢ়াসকলে নিজৰ স্বকীয়া জাতি বোলাবলৈ সাজি উলিওৱা বস্তু নহয়। ভাষা কোনোৱে ইচ্ছা কৰি গঢ়িব নোৱাৰে; কিন্তু ইচ্ছা কৰি তাক হলে বধিব পাৰে। যেনেকৈ প্ৰাণী বধ কৰিব পাৰি কিন্তু স্ৰজন কৰিব নোৱাৰি, ভাষাকো সেই দৰে মাৰিব পাৰি স্ৰজন কৰিব নোৱাৰি। প্ৰাণী সৃষ্টি যেনেকৈ নৈসৰ্গিক নিয়মৰ কাৰ্য্য, ভাষা সৃষ্টিও সেইদৰে প্ৰাকৃতিক অৱস্থাৰ কাৰ্য্য। প্ৰকৃতিৰ দ্বাৰাই সৃষ্ট প্ৰাণীক আহাৰ নিদি যেনেকৈ আমি বধ কৰিব পাৰোঁ, ভাষাকো সেইদৰে আঁটিগুকাই বাধি বাধি শেহত নিপাত কৰিবৰ ক্ষমতা আমাৰ আছে। কিন্তু সেই ক্ষমতাৰ ব্যৱহাৰত আমাৰ যশস্যা নাই। পৃথিৱীত

অনেক ভাষা মৰিছে, অনেক ভাষা উঠিছে, কিন্তু সেই জন্মমৃত্যু প্ৰাকৃতিক অৱস্থাৰ কাৰ্য্য, দুজন চাৰিজন বা দহজন লোকৰ কাৰ্য্য নহয়।

ভাষাৰ বিভিন্নতা দুটা চাইটা বা একুৰি দুকুৰি শব্দৰ মিল অমিলৰ ওপৰত নিৰ্ভৰ নকৰে। ব্যাকৰণে দেখুৱা নিয়মবিলাকৰপৰাহে তাৰ লক্ষণ নিৰ্ণয় কৰা হয়। এভেকে কোনো ভাষাৰ লৈতে আমাৰ ভাষাৰ কম-বেছি শব্দৰ মিল নাইবা দুটা চাইটা আন বিষয়ত মিল দেখিয়েই আমাৰ অসমীয়া বন্ধুসকলে ভয় খাই কঁপিজপি তেওঁলোকৰ আসন টলালে তেওঁলোকহে বাগৰি পৰিব অসমীয়া ভাষাৰ হৰণ-ভগণ একো নহয়। যি আমাৰ ভাষাটো আৰু বঙ্গলা ভাষাটো অলপ দকৈ আলোচনা কৰি চাইছে, সিয়েই ফট্‌ফটীয়াকৈ দেখিবলৈ পাইছে যে ঢাকা মৈমনসিঙৰ স্থানীয় মাতৰ লৈতে প্ৰচলিত বঙ্গলা ভাষাৰ যি সম্পৰ্ক, অসমীয়া ভাষাৰ লৈতে তাৰ তেনে সম্পৰ্ক নহয়। অসমীয়া ভাষাৰ বাক্যৰচনা প্ৰণালী, বিভক্তি প্ৰত্যয়ৰ গঢ়, একবচন বহু বচনৰ নিয়ম, কাৰক আদিৰ আকৃতি প্ৰকৃতি, শব্দযোঁটনি, বাক্যবিনাস আৰু বৰ্ণবিন্যাস প্ৰকৰণ, উচ্চাৰণ ইত্যাদিৰ লৈতে বঙ্গলা ভাষাৰ সেইবোৰ বিষয়ত এনে বেছি প্ৰভেদ যে তেনে প্ৰভেদ যত বিদ্যমান তাত ঐক্য নাথাকি পাৰ্থক্য হে থাকে; আৰু তেনেকুৱা স্থলত তাৰ পৃথকত্ব স্বীকাৰ নকৰাটো নিজৰ গাৰ বল প্ৰকাশ কৰিবলৈ যোৱা নাইবা তালকৈ সেই বিষয়ে গমি নোচোৱাটোহে মাথোন।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# বিলাতৰ চিঠি।

সম্পাদক ডাঙৰীয়া,

আপোনাক এই নতুন ভাৱে সম্বোধন কৰি মনত যে কিমান আনন্দ অনুভৱ কৰিছোঁ তাক এই চিঠিৰ দ্বাৰাই কেনেকৈ জনাম? আপুনি সাহিত্যানুৰাগী। * * * ভগৱানে আপোনাক সুস্থ শৰীৰে সানন্দে মনৰ প্ৰান্তিৰে এই কাম কৰি থাকিবলৈ অৱসৰ দিয়ে তেওঁৰ ওচৰত আমাৰ এই প্ৰাৰ্থনা।

আপুনি মোক বিলাতী বাতৰি দি এখন চিঠি লেখিবলৈ নিমন্ত্ৰণ কৰিছে।

সেই নিমন্ত্ৰণ সানন্দেৰে গ্ৰহণ কৰিছোঁ।—কিন্তু সেই নিমন্ত্ৰণৰ যোগ্য মই নহঁও—তেও আপোনাৰ নিমন্ত্ৰণ ৰক্ষা নকৰি নোৱাৰিলোঁ।

আমাৰ দেশ দুখীয়া। ভাৰত দুখীয়া। দুখীয়া ভাৰতৰ ভিতৰত আমাৰ নিজৰ আসাম সকলোতকৈ দুখীয়া। দুখীয়া হলেও আমাৰ দেশত যে ধনী মানুহ নাই এনে নহয়—আসামত দুখীৰ দুখী অৱস্থাৰে ধনী মানুহ আছে। কিন্তু টকা থাকিলে কি হব? টকাৰ সদ্ব্যৱহাৰ কেইজনে কৰে? আমি শুনিছোঁ যে ১৮৯৭ খৃষ্টাব্দত যে আসামত ভূমিকম্প হৈ গৈছিল সেই সময়ত মাটিৰ তলত পুতি থোৱা টকা এজনৰ ঘৰৰপৰা ৮০,০০০৲ ওলাইছিল। আৰু কোনো এজন ডাঙৰ মানুহৰ মোকৰ্দ্দমা হোৱাত উকীল মুক্তিয়াৰ সকলে এনে টকা ফীজ্ পাইছিল যে সেইবোৰ টকা তপত পানীত ধুই তেতেলিৰে ঘঁহি মাজি লোৱাৰ পাছত হে কনা গৈছিল টকা বুলি। এই-বোৰ টকাৰে দেশৰ কত উপকাৰ হব পাৰিলেহেঁতেন। এইবোৰ টকা ব্যৱসায়ত লগোৱা হলে কিমান মানুহৰ ভৰণ-পোষণ হলহেঁতেন, দেশৰ শ্ৰী কিমান বাঢ়িলহেঁতেন, আমাৰ দুখীয়া দেশৰ কত উন্নতি হলহেঁতেন। ইয়াৰ নিমিত্তে কোন দায়ী?

উত্তৰত কওঁ যে আমি নিজে দায়ী। আমি নিজে নিজৰ উন্নতি নকৰিলে আমাক সাহায্য কৰোঁতা কোনো নাই। কোনো কোনোৱে গৱৰ্ণমেণ্টৰ দোষ ধৰে। গৱৰ্ণমেণ্টে কিমান কৰিব? যিমান তেওঁলোকে পাৰে কৰে। গৱৰ্ণমেণ্টৰ ওপৰত ভৰসা কৰি থাকি আমি হাত ভৰি বান্ধি বহি থাকিম নে? সেইটো পুৰুষৰ কাম নহয়। গৱৰ্ণমেণ্টে যেনেকৈ আমাক সাহায্য কৰে আমিও গৱৰ্ণমেণ্টক সাহায্য কৰা উচিত। আপুনি কিজানি সুধিব, এই সাহায্য কেনেকৈ কৰিম কোৱাঁ? মই উত্তৰ দিম—শিক্ষাৰে।

পৰীক্ষা পাছ কৰি শিক্ষা নহয়। মনৰ শিক্ষা। মনৰ শিক্ষা বিশ্ববিস্তালয় কি স্কুল কলেজৰ পৰীক্ষা পাছ কৰি যে নহয় আমি এই কথা কোৱা নাই। স্কুল কলেজ বিশ্ববিদ্যালয় মনৰ উন্নতিৰ প্ৰধান সহায়; কিন্তু এই প্ৰধান সহায়ৰ বিনা সাহায্যতো মনৰ উন্নতি হব পাৰে; যদিও সি টান কথা। মনত বহিও মনৰ উন্নতি কৰা যায়। ভাতকৈও, বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাছ কৰি কৰাতকৈও, মনৰ উন্নতি হয় ভ্ৰমণৰপৰা।

বৃটিচ জাতিৰ‌পৰা আমাৰ বহুতো শিকিবৰ আছে। এওঁলোকে যদি ইংলণ্ড, স্কটলণ্ড, আয়ৰলণ্ডত থাকি মাটিত তেওঁলোকৰ ধন সম্পত্তি পুতি থৈ ঘৰতে বহি থাকিলহেঁতেন, আজি বৃটিচ জাতিৰ নাম জগতত ইমান ডাঙৰ ইমান শক্তিশালী হলহেঁতেন নে? আপোনাৰ সকতকৈও সক পড়োঁতা বাপাটি আইটাইতে কব "কেতিয়াও নহয়—তেনে হোৱাহেঁতেন ব্ৰিটিচইত কেতিয়াও ভাৰতবৰ্ষলৈ আহিব নোৱাৰিলেহেঁতেন, আমি সিইঁতৰ নামকে শুনিবলৈ নেপালোঁহেঁতেন।" দেশত বহি, ঘৰৰ খুলনি কি বৰ-ঘৰত কি চৰা-ঘৰত বহি গপ কৰি কোনো জাতিয়েই পৃথিবীত কোনো সময়ত প্ৰধান স্থান কি শিক্ষাত কি বলত কি বীৰ্য্যত অধিকাৰ কৰিব পৰা নাই।

আমাৰ দেশৰ যাৰ টকা আছে তেওঁলোকে দেশ ভ্ৰমণ কৰি আন দেশত যি শিকিব লগীয়া আছে সেইবোৰ শিকি দেশৰ বাণিজ্যৰ দেশৰ শিল্পৰ উন্নতি নকৰে কিয়? "আমাৰ নো আৰু কি আছে, সেই এডৰা মাটিত ধান কই কোনোমতে প্ৰকাৰে পেটত চাউল-সিজোৱা কেটামান পৰিলেই হয়" এনেবোৰ কথা কোৱা মানুহ যি দেশত সৰহ সেই দেশৰ উন্নতি এতিয়াও বহু দূৰৈত। আৰু এজনে হয়তো কব "কত লেতেৰাইতে বাহ্নি দিয়া ভাত বিদেশত খাম গৈ, আমাৰ যি আছে সেয়েই ভাল।" আশা কৰোঁ এনেবোৰ কথা কোৱা মানুহ আমাৰ আলামত এতিয়া তাকৰ।

দেশ ভ্ৰমণ শিক্ষাৰ প্ৰধান উপায়। ভাৰতবৰ্ষলৈ কত দিনৰপৰা বিদেশী পৰিব্ৰাজক আহিবলৈ আৰম্ভ কৰিছিল। মেগাস্থনীচ, হুৱেন্‌চাং, মোগল সকলৰ সময়ত বাৰ্ণিয়েৰ, টেভাৰ্ণীয়েৰ, আৰু কত নাম কম? সেই যুৰ সময়ত, ভ্ৰমণৰ কত অসুবিধা আছিল. তথাপি অসুবিধা বাধা বিঘিনি অতিক্ৰম কৰি দূৰৰ য়ুৰোপৰ আৰু চীন দেশৰপৰা এইবোৰ পৰিব্ৰাজক ভাৰতলৈ গৈছিল। আমি এই বিংশতি শতাব্দীৰ সুবিধা পাইও যদি আমাৰ গাৱঁত, আমাৰ মহকুমাত, আমাৰ জিলাত পৰি থাকোঁ তেনেহলে ই যদি পাপ নহয় পাপনো আৰু কাক বোলে?

ভাৰতৰ নানান ঠাইৰপৰা অহা মানুহ আমি ইংলণ্ডত দেখিছোঁ; কিন্তু আসামৰ মানুহেই আটাইতকৈ তাকৰ! ইউৰোপৰ আন আন জাতিতকৈ ইংলণ্ডৰ লৈতেই আমাৰ বেছি সম্বন্ধ। ভাৰতৰ সম্ৰাট এড্‌ওৱাৰ্ড

ইংলণ্ডত থাকে। ভাৰতৰ ৰাজ মন্ত্ৰীৰ কছাৰীঘৰ (India office) ইংলণ্ডত। পৃথিৱীৰ প্ৰধান জাতিৰ ভিতৰত ব্ৰিটেনে এটি প্ৰধান ঠাই অধিকাৰ কৰে। ব্ৰিটেনত আমাৰ বহুতো শিকিব লগীয়া জানিব লগীয়া কথা আছে। এইবোৰ নানান কাৰণত আমাৰ ব্ৰিটেনলৈ অহা উচিত। ব্ৰিটেনৰ অবাৰিত দ্বাৰ। যেয়েসেয়ে ইয়ালৈ আহিব পাৰে। আমি ভাৰতীয়, যাৰ দেশৰ সৈতে ইংলণ্ডৰ ইমানৰ সম্পৰ্ক, আমি নাহিম কিয় ?

ইংলণ্ডৰ ৰাজধানী লণ্ডন পৃথিৱীৰ ভিতৰত এখন প্ৰধান ঠাই। লণ্ডনক কোনোৱে প্ৰধান স্থান দিয়ে কোনোৱে নিদিয়ে। আমাৰ কামৰ অৰ্থে আমি এই ঠাইক প্ৰধান স্থান দিছোঁ। লণ্ডনত আন কোনো কাম কাজ নিশিকি যদি কোনোৱে দিনৌ তাৰ দুখন এখন বাতৰি কাকত এবছৰ মান পঢ়ে আৰু লণ্ডনৰ বাটে গলিয়ে চকু মেলি কাণ ঠিয় কৰি ফুৰে তেনেহলে তেওঁ সেই এবছৰত যিমান কথা শিকিব, কলিকতা কি ভাৰতৰ আন কোনো ঠাইত সিমান কথা শিকিবলৈ সিমান বস্তু দেখিবলৈ পাঁচ বছৰ থাকিলেও সুবিধা নহব। লণ্ডনলৈ আমি কেৱল এই কামৰ নিমিত্তে আমাৰ দেশৰ মানুহক আহিবলৈ নকওঁ, ইয়াত শিকা নেপায় এনে কাম খুব তাকৰ। আপুনি যদি ভাৰতীয় চিভিল চাৰ্ভিচ কাম লব খোজে ইয়ালৈ আহিব লাগে, যদি ব্যাৰিষ্টাৰ হব খোজে ইয়ালৈ আহিব লাগে, যদি এঞ্জিনিয়েৰ হব খোজে ইয়ালৈ আহিব লাগে, ইয়াত আপুনি এঞ্জিনিয়েৰৰ সকলো ৰকম শাখা প্ৰশাখা শিক্ষা কৰিব পাৰে; যদি ইণ্ডিয়ান মেডিকেল চাৰ্ভিচত সোমাব খোজে ইয়ালৈ আহিব লাগে; যদি ডাক্তৰ হব খোজে ইয়ালৈ আহিব লাগে। ইয়াত কি আছে তাক বিচাৰিবলৈ ৰামায়ণ মহাভাৰত লেখিব লাগিব; ইয়াত কি নাই তাক হে মানুহৰ সোধা উচিত।

লণ্ডনৰ প্ৰধান বাট এটাত আমি যদি ঠিয় হৈ কেইমিনিটমান থাকোঁ আৰু আমি যদি মানুহবোৰ লেখিবলৈ ধৰোঁ তেনেহলে আমি লেখ-জোখ হেৰুৱাম। অক্‌চ্‌ফোৰ্ড চাৰ্কাচ কি পিকাডেলি-চাৰ্কাচ ( এইয়া কলিকতালৈ ভাৰকলি যি চাৰ্কাচ আহে সেই চাৰ্কাচ নহয়, বাটৰ নাম; সেই ঠাইবোৰ প্ৰায় গোলাকাৰ; বহুতো ঠাই গোটখায় আহি; সেইদেখিয়েই ৰোধকৰোঁ চাৰ্কাচ বোলে) দুপৰীয়া; ভাল দিনত

চাবৰ ঠাই। প্ৰত্যেক দিন ( দেওবাৰ বাদে ) এনে গেজাগেজি ভাত যেন মেলাহে। আৰু এক ৰকম চাবলৈ গলে সি সচাঁসচিকৈয়ে মেলা। লণ্ডনৰ প্ৰত্যেক প্ৰধান প্ৰধান ঠাইত দোকান—সি কেনে দোকান? কলিকতাৰ চৌৰঙ্গীৰ গ্ৰাণ্ড হোটেলৰ তলত দোকানবোৰ দেখিলে অলপ ইয়াৰ আভাস পোৱা যায়—টেইট্‌চ ডায়েমণ্ডৰ দোকান দেখিলে অলপ আভাস পোৱা যায়। ইয়াত কামকাজ নোহোৱা, ৰূপবান থকা কি নথকা, তিৰুতা মানুহে দোকানবোৰৰ আগত ঠিয় দি চাই ফুৰাই ভেওঁলোকৰ জীৱনৰ এটা প্ৰধান কাম। "Looking at the shops" তিৰুতা-জীৱনৰ এটা প্ৰধান কাম, উচ্চ আশা। তৃতীয়া তিৰুতা ছোৱালী, অথচ ভাল কাপোৰ পিন্ধাৰ হেপাহ, সেইবোৰে West endৰ দোকানলৈ আহি ক্যাচন চাই গৈ নিজেই কিম্বা আন দৰ্জিনীৰ হতুৱাই চোলা কাপোৰ কৰায় লয়। ইয়াত গৃহস্থৰ ঘৰৰ ছোৱালীয়ে নিজৰ কাপোৰ নিজেই প্ৰায় কৰে—অতি কদাচিত হে দৰ্জিৰ হতুৱাই কৰায়। অৱশ্যে যাৰ টকাকড়ি সৰহ তাৰ বেলেগ কথা; আমি গৃহস্থ কথা ঠিক আমাৰ দেশত যি ভাবত গৃহস্থ ব্যৱহাৰ হয় সেই ভাবেই ব্যৱহাৰ কৰিছোঁ। খৃষ্টমাচৰ সময়ত দোকানবোৰ সঁচাকৈয়ে চাব লগীয়া। দোকান সজোৱাৰ কি নিয়ম! বস্তুবোৰে কাঁচৰ দুৱাৰৰ ভিতৰৰপৰা "মোক কিনহি মোক কিনহি" বুলি মাতি থাকে। এইখিনি সময়তে গাৱঁৰ ছোৱালী আৰু বয়সীয়াল তিৰুতাৰ উলাহ চাব লগীয়া; আৰু সৰু সৰু লৰা ছোৱালীৰ তো কথায় নাই। যাৰ যত ভাই বন্ধু মিতিৰ কুটুম আই বোপাই আছে আটাইবোৰ একে লগ হয়হি। আৰু লগ হব নোৱাৰিলে চিঠি দি শুভইচ্ছা পঠোৱা, "প্ৰেজেণ্ট" পঠোৱা, মৰম পঠোৱা খ্ৰীষ্টমাচৰ সময়ত নিত্যনৈমিত্তিক কাৰ্য্য। ডাকোৱালৰ ইমান কাম বাঢ়ে যে বহুতো বাহিৰা মানুহ ডাকোৱাল নিযুক্ত হয়।

আমাৰ দেশৰ মানুহে প্ৰথমে এই কথা সুধিব—"বিলাতত কিমান খৰচত এজন মানুহ থাকিব পাৰে?" তাৰ উত্তৰত ইংলণ্ডীয় ভাষাত এটি কথা আছে—It all depends, সেই উত্তৰ আমি দিওঁ। যদি ঘৰবাৰী চাই লবৰ শক্তি আছে তেনেহলে খোৱা থকাৰ খৰচ প্ৰতি সপ্তাহে এটা খোটালিত এক পাউণ্ড, এক গিনিত বিচাৰি লব পাৰি। কিন্তু ই টান।

প্ৰথমে আহিলে অলপ বেছি দি থাকিব লাগিবই লাগিব—তাৰ পাছত চালাক চতুৰ মানুহে নিজেই বিচাৰি লব। সপ্তাহত ২৫।৩০ চিলিং সচৰাচৰ খৰচ। ৩৫ চিলিং,দু পাউণ্ড দিলে সুবিধামতে থাকিব পাৰি; অন্যন্তে ধোবাৰ খৰচ বেলেগ। কলিকতাতে হওক কি আসামতে হওক যি মানুহৰ ধোবাই নিয়মমতে কাপোৰ দিয়ে তেওঁ ৰবং সৌভাগ্যশালী—আপুনি তো জানেই। ইয়াত ধোবাৰ কষ্ট ভেনে নাই। সোমবাৰে কাপোৰ লৈ যাব, শুকুৰ কি শনিবাৰে নিশ্চয় দিবই দিব, কিয়নো, দেওবাৰে গির্জ্জালৈ ধোৱা কামিজ কলাৰ পিন্ধি যাব লাগিব। ধোবাৰ খৰচ অন্যন্যে হাড় ভঙা—এটা কামিজ ধোৱাৰ খৰচ চাৰি অনা, এটা ডবল কলাৰ চাৰি পয়চা, এটা চিংগিল কলাৰ দুই পয়চা, যোজা চাৰি পয়চা, বগা ওৱেষ্টকোট ছয়অনা, কমাল দুই পয়চা, ইত্যাদি ইত্যাদি। প্ৰতি সপ্তাহে অতি সাৱধানে চলিলে ধোবাৰ খৰচ প্ৰায় এটকামান লাগে। বিছানাপাতি, গামোছা ইত্যাদি ঘৰৰ মালিকৰ। সেইবোৰ বস্তুৰ ধোৱা খৰচো মালিকৰ। আৰকালি কয়লা এক খৰচৰ বস্তু। প্ৰত্যেক scuttle (স্কাটল; কয়লা ৰখা এটা সৰু পাত্ৰ) ছ অনা। অতি সাৱধানে পুৰিলে এক স্কটল কয়লা দিনৌ যায়। কোনো ঠাইত কয়লাৰ আকৌ দাম বেছি—এক স্কটলৰ দাম আঠ অনা, বাৰ অনা, ঘৰ হিসাবে। ছয় অনাই সচৰাচৰ নিয়ম। আকৌ কোনো ঠাইত চাকিবো দাম লয়—প্ৰত্যেক গ্যাচৰ নিমিত্তে সপ্তাহত ছয় অনা। ভালকৈ চাই চিন্তি লব পাৰিলে এইবোৰ দিব নলগা ঠাই বিচাৰি লব পাৰি।

আপোনাৰ নিমন্ত্ৰণ ডাঙৰ নিমন্ত্ৰণ। কি লেখিম; কি এৰিম; যি মনত আহিছে লেখিছোঁ। বিলাতৰ বিষয় জানিবৰ হলে, আমাৰ দেশৰ মানুহে ডিকেন্‌চ, থ্যাকাৰে, মিচেজ হেন্‌ৰী-উড, মিচ ব্ৰাউন ইত্যাদি উপন্যাস লেখকৰ উপন্যাস পঢ়া ভাল। যি উপন্যাস হাতৰ ওচৰত পায় পঢ়িব; পঢ়োঁতে বিলাতৰ আচাৰ ব্যৱহাৰ চলিব ফুৰিবৰ ৰীতি নীতি কণ্ঠস্থ হৈ যাব। উপন্যাস পঢ়ি সামাজিক ৰীতি নীতি, মানুহৰ আচাৰ ব্যৱহাৰ যিমান দূৰ জানিব পাৰি তেনে বোধকৰোঁ ইতিহাসতো নোৱাৰি। তাৰ মানে ইতিহাস আমি প্ৰায় স্কুলীয়া কিতাপ হেন ভাবি পঢ়োঁ—উপন্যাস তাৰ ঠিক ওলোটা। সাময়িক সামাজিক উপন্যাস পঢ়ি ভিন ভিন দেশৰ ৰীতি নীতি আচাৰ ব্যৱহাৰ

সহজে জনা যায়। ইংলণ্ডীয় ভাষাত ভাল ভাল উপন্যাস বহুতো আছে—সময় থাকিলে সেইবোৰ পঢ়া ভাল।

লণ্ডনত ব্যাৰিষ্টাৰী শিক্ষাৰ কলেজবোৰ।—আমি আন কথাৰ অভাৱত "কলেজ" বুলিছোঁ। এইবোৰ inn of court কয়। এই inn of court চাৰিটা—Inner Temple, Middle Temple, Lincoln's Inn, gray's Inn.। চাৰিউটা Innৰ পৰীক্ষা একে, পঢ়া একে, শিক্ষক একে, কেৱল মাত্র ঘৰ বেলেগ। ব্যাৰিষ্টাৰ হলে চাৰিটা টাৰ্ম ৰাখিব লাগে আৰু পাঁচোটা পৰীক্ষা পাচ হব লাগে। শুদা ১২টা টাৰ্ম কিম্বা শুদা পৰীক্ষা পাচ হলে ব্যাৰিষ্টাৰ হব নোৱাৰে। আমাৰ দেশৰ কোনো কোনো মানুহৰ ভুল বিশ্বাস আছে যে কেৱল "ডিনাৰ" অৰ্থাৎ ভোজ খালেই ব্যাৰিষ্টাৰ হব পাৰে। পৃথিবীত আটাইবোৰ ভুল বিশ্বাসৰ ভিতৰত এই ভুল বিশ্বাস প্ৰধান পাৰীৰ। প্ৰত্যেক টাৰ্ম ছটা ডিনাৰ খাই ৰাখিব লাগে; ই পুৰণা নিয়মৰ অৱশিষ্ট মাত্র। ডিনাৰৰ সময়ত কোনো আইন সম্বন্ধীয় তৰ্ক বিতৰ্ক নহয়। কিন্তু এইবোৰ ডিনাৰ খাবই লাগে, নেখালে ব্যাৰিষ্টাৰ হোৱাৰ মূৰৰ ওপৰত টাঙোন। আমাৰ দেশীয় হাইকোৰ্টৰ উকীলবোৰে নতুন নিয়মানুসাৰে এবছৰ ছুটি পায়। কিন্তু এই ছুটি পোৱা হবলৈ হলে উকীলজনা এজন ব্যাৰিষ্টৰৰ আফিচত এবছৰৰ নিমিত্তে সোমাব লাগিব—সেই ব্যাৰিষ্টাৰে চাৰ্টিফিকেট দিলেহে তেওঁ এবছৰৰ ছুটি পায়। উকীলে inn ত ভৰ্ত্তি হোৱাৰ সময়তে এজন ব্যাৰিষ্টাৰৰ আফিচত সোমালে একেলগে এবছৰ কাটি যায়। আৰু এটি নিয়ম আছে; ফাইনেল অৰ্থাৎ শেহ পৰীক্ষাটো যদি প্ৰথম বিভাগত পাছ হোৱা যায় তেনেহলে ছটা টাৰ্ম এৰি দিয়ে। তেনেহলে উকীল জনাই চাৰিটা টাৰ্ম অৰ্থাৎ এবছৰ ব্যাৰিষ্টাৰৰ অফিচত সোমাবৰ নিমিত্তে এৰা পায় আৰু তাৰ লগত প্ৰথম বিভাগত ফাইনেল পাচ হলে আৰু ছটা টাৰ্ম এৰা পায়—তেনেহলে তেওঁ দেড় বছৰৰ ভিতৰতে ব্যাৰিষ্টাৰ হৈ ঘৰলৈ উভতি যাব পাৰে। আৰু এটি জানিব লগীয়া কথা, উকীল জনা যদি পঁচিশ বছৰ বয়সৰ ভিতৰত প্ৰথম বিভাগত প্ৰথম হয়, তিনিশ গিনি পুৰস্কাৰ পায় আৰু আন আন প্ৰথম বিভাগত পাচ হোৱা ছাত্ৰই ৫০ গিনি পায়। প্ৰথম বিভাগত তাকৰ ছাত্ৰ পাচ হয়। আমাৰ আসামৰ উকীল যদি

কোনো হাইকোর্টৰ উকীল আছে তেনেহলে তেওঁ ব্যাৰিষ্টাৰী পৰীক্ষাৰ বিষয় চিন্তা কৰা উচিত জানিহে ইমানখিনি লেখিলোঁ।

মই জানো বহুতৰ বিলাতলৈ অহিবলৈ ইচ্ছা। বিলাত যেতিয়া দেখা নেযায় তেতিয়া কিমান বিলাতৰ ছবি মনত হয়; বিলাত তেতিয়া স্বপ্নৰাজ্য। বিলাত কেৱল ৰোগ শোক তাপ নোহোৱা ঠাই হেন লাগে। কিন্তু বিলাতলৈ আহিলে স্বপ্নৰাজ্যৰপৰা বাস্তৱিক ৰাজ্যলৈ অহা যায়। তেতিয়া জনা যায় যে বিলাততো ভোক লাগে, বিলাততো নৰীয়াপাতি আছে। মানুহৰ যিবোৰ কাৰ্য্য বিলাতৰ মানুহেও সেইবোৰ কাৰ্য্য কৰে। আমি বহুৎ মানুহক এই স্বপ্নৰাজ্যলৈ টকাকড়ি নোহোৱাকৈ অহা দেখিছোঁ। তেনে মানুহক আমি আহিবলৈ উৎসাহ কেতিয়াও নিদিওঁ। বিলাতলৈ টকাকড়ি লৈ অহা উচিত। বিদেশত কত কষ্ট কত বিপদ; বন্ধু বান্ধৱ নাই। সেইদেখি টকাক বন্ধু কৰি লৈ অহা উচিত। টকাৰ সমান বন্ধু আমাৰ দেশতো নাই; আৰু বিলতত তো ক্বথায় নাই। যদি কোনো লৰা লেখা পঢ়াত বৰ চোকা, অথচ টকা কড়ি নাই, তেনেহলে টকা পুঁজি থোৱা মানুহসকলে টকা পুঁজি থোৱা এৰি তেনে লৰাক ব্ৰিটেনলৈকে হওক বা আমেৰিকালৈকে হওক, কি জাপানলৈকে হওক, কি য়ুৰোপৰ আন ঠাইলৈকে হওক পঠিৱা উচিত। দেশৰ উপকাৰ কৰাৰ ই এটা প্ৰধান বাট।

আজি আৰু ইমানতে এৰিলোঁ। যদি আপুনি ভাল পায় আৰু আপোনাৰ পঢ়োঁতা ডাঙৰীয়া ডাঙৰীয়ানীসকলৰ আজ্ঞা হয় ক্ৰমে ব্ৰিটনৰ বিষয় লেখিবলৈ চেষ্টা কৰিম।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।
৭ ফ্লিন্টন এভেনিউ। হাইগেট। লণ্ডন।
১৮-১১-০৯

# ৰূপাবৰ বৰুৱাৰ সামৰণি।

## সম্মোহন "কাব্য"।



মোৰ ঘৰত, নহয় পৰত, সিদিনা বহি, যেন আলহী পিৰালিত। বদ পুৱাই, আলিলৈ চাই, আছিলোঁ, মন বিষাদিত। দেখিলোঁ কইনা, সুন্দৰী মইনা, নাই গহনা, পিন্ধিছে "গাউন"। কাপোৰ কোঁচাই, "জেকেট" মেৰাই, হৈছিল যেন "কলেক্টিভ নাউন"। পিন্ধি খুৰা দিয়া জোতা, ককালটো সৰু আৰু গোটা, খট্ খট্ গুচি গল! বাটত জোতাৰ সাঁচ পৰি ৰল। খুন্দা লাগি মোৰ বুকু মেৰ্-মেৰ্-কৰে ভাগি গল! বগা মুখ, মুগা চুলি, চকু ডঁহা. "পাউডৰ" ঘঁহা, মন মোহা, বিলাতী "মিচ"। তেতিয়াবেপৰা, মই যেন মৰা, চৰণ পৰা, কি কম ইচ্! যি কাম কৰোঁ, যি বস্তুত ধৰোঁ, একোতে নাপাওঁ সুখ। চকে ধৰি যায়, ডিঙিটো শুকায়, হুমুনিয়াহ কাঢ়োঁ, পানী সোহা মাৰোঁ, গিলাচতো দেখোঁ সেই মুখ।

মন-নৰিয়া ভূৰ্কপলীয়া কবিবৰ ৰূপাবৰ।

---

## বৃন্দা চন্দ্ৰাৱলী সংবাদ।

সিদিনা সমাজিকত ৰৰবকৰুৱাই বৃন্দাবন পাই ঘূৰি ফুৰি চন্দ্ৰাৱলীৰ কুঞ্জত ওলাইছিল গৈ। ঠিক সেই সময়তে তলত লেখা বৃন্দা চন্দ্ৰাৱলীৰ কথা বাৰ্ত্তা

ভেওঁৰ কাণত পৰিছিল। নকলেও হব যে চন্দ্ৰাবলীৰ কুঞ্জৰ ওচৰতে শ্ৰীকৃষ্ণই বজোৱা বাঁহীৰ ধ্বনিও ভেওঁৰ কাণত নপৰাকৈ নাছিল।——

চন্দ্ৰা। Now look here Brinda Bai! go tell him, go.
মই ৰাধা নহওঁ, বাঁহী বাই নচুৱাব মোক so.
Let him go to Radha's Bower, here no *chalaki*.
ইমান পাতল নহয় চন্দ্ৰা, ভালৰ জীয়াৰী নহয় কি?

বৃন্দা! হব পাৰা ভালৰ জীয়াৰী, হব পাৰা গধুৰ।
But why abuse our Radha, what is her কচুৰ?
হাক দিলেও কলাই বাঁহী বজাবলৈ নেৰে।
Awful naughty that boy ৰাধাক বলিয়া কৰে!

চন্দ্ৰা। Steal the flute, pay him back in his own coin.
ফুটা কেইটাত মাটি সুমাই মাৰি দিয়া ভাৰ জইন।
That's the best way to put an end to that nuisance.
মোৰ্‌ বৃন্দা, মোৰ্‌ লক্ষীটি, Pray have no nonsence.

শ্ৰীকৃপাবৰ।

---

# কলা আৰু বগা।

কলীয়া কুলিয়ে মুখৰ মাতেৰে
জগত বলিয়া কৰে;
বগা বগলিয়ে পধাৰত ৰহি
তপস্বীৰ বেশ ধৰে।
কুলিয়ে বঞ্চনা কৰে কাউৰিক,
বগলিয়ে ধৰে মাছ;
কলা বগা ভেদ নোৱাৰি বুজিব
দুয়োৰো একেটি সাঁচ।

শ্ৰীপ্ৰেমধৰ গোঁহাই।

---

# সম্পাদকৰ চৰা।

প্ৰথম সংখ্যা বাঁহীত "আত্মকথা" নথকা বাবে এজন বন্ধুৱে আমাক সুধিছে, "প্ৰচলিত আত্মকথা আপোনাৰ বাঁহীত নথকাৰ কাৰণ কি?" আমাৰ "কৈফিয়ৎ" বিচৰাজনক কওঁ যে বাঁহীৰ আত্মকথা নাছিল দেখিহে নোলাইছিল, থকাহেঁতেন ওলালহেঁতেন। আমি এইবাবে ওলাইছোঁহি, সেইবাবে ওলাইছোঁহি, এনে কৰিম, তেনে কৰিম, এনেবিলাক কথাৰ ঢোল বজাই সৰ্ব্বসাধাৰণৰ আগত ওলোৱাটো বাঁহীৰ মনত অভিলাষ নাছিল।

কাৰ্য্যক্ষেত্ৰত সোমাই নিজৰ ক্ষুদ্ৰ শক্তি অনুসৰি লাহে লাহে কাম কৰি যোৱাটোহে বাঁহীৰ ইচ্ছা। কাৰ্য্যহে যোগ্যতা অযোগ্যতাৰ চিনাকি, ডাঙৰ দীঘল জাননী নহয়। ক্ষুদ্ৰ বাঁহী টিকিবৰ আযোগ্য হলে ৰসাতললৈ যাব, আৰু যোগ্য হলে ওপৰলৈ উধাব, এইটো নিশ্চয়। আমাৰ বন্ধুজনক এই ফেৰা কৈ থওঁ যে যদি আমাৰ এই ক্ষুদ্ৰ নগণ্য বাঁহীৰ বিনাশ ঘটে, তেন্তে তাৰ নিমিত্তে আমিহে জগৰীয়া, গ্ৰাহকসকল নহয়। আমি নিজৰ ক্ৰটী আৰু যোগ্যতাৰ অভাৱত টিকিব নোৱাৰিম, অথচ গ্ৰাহকৰ গাত সোপাকে দায় দি নিজৰ গাটোত এপোচ্ছ ধল সানি তাক বগাকৈ দেখুৱাম এনে অভিপ্ৰায় আমাৰ নাই। আমাৰ কাকতক গ্ৰাহকৰ লাগতিয়াল কৰি তুলিব পাৰিলে, আমি গ্ৰাহকসকলৰ অনুগ্ৰহৰপৰা বঞ্চিত নহওঁ বুলি আমাৰ বিশ্বাস। আৰু এটা কথা,— আমি যদি বতৰত ওলাব নোৱাৰি, কেনাই খোৱা যুজুৰা আৰু আৰতৰীয়া হৈ ওলাই "মোক তোল, মোক তোল" কৰি তেওঁলোকক আমনি কৰি থাকোঁ তেন্তে তেওঁলোকে যদি আমাক তুলি লবলৈ অমান্তি হয় তেনেহলে আমাৰ নিজৰ গাত জগৰৰ ভাগ তেওঁলোকৰ গাত কৈ যে সৰহ হব সেইটো আমি সুবুজি নাথাকোঁ।

আসামত কাকত নচলাৰ যিবোৰ কাৰণ আজিলৈকে আমি শুনি আহিছোঁ, সঁচাকৈ কবলৈ গলে সেইবোৰৰ ওপৰত আমাৰ আস্থা নাই। আমি যদি লোকক গাখীৰৰ নামে পানী খুৱাবলৈ যাওঁ, আৰু সোণাৰ নামে পিতিকিৰাত তুলি নিবলৈ যাওঁ, তেন্তে সেই পনীয়া পদাৰ্থ পান কৰিবলৈ আৰু সোণায়-মান বাহনত পণ্ডি কৰিবলৈ অমান্তি হোৱাসকলৰ গাত দায় দিয়াটো যুক্তি-

সম্ভৱ হৰ নে ? আমাৰ কথাৰ এটি মাথোন প্ৰমাণ দিওঁ।— "টাইম্‌চ্‌ অব আসাম" কাকতখন আজি ইমান বছৰ সুকলমে চলি আহিছে কিয় ? গ্ৰাহক পাঠক সকলৰ অনুগ্ৰহৰপৰা সেখান টাইমচ বঞ্চিত হোৱা নাই ? কাৰণ কি ?

কাকতৰ অনেক কৰ্ত্তব্যৰ ভিতৰত গ্ৰাহক পাঠক (যাক ইংৰাজীত "ৰিডিং পব্লিক" বোলে) চৰ্জ্জন কৰাটোও এটা বুলি ধৰা উচিত। কাকতে সেই কামত অক্ষমতা দেখুৱাই, দোষৰ সাতালি-পৰ্ব্বতৰ ভাৰটো অকল নিৰুপায় গ্ৰাহকসকলৰ ওপৰত হঃ বুলি পেলাই দিয়াটো মগজুৰ সহায় বিবৰ্জ্জিত বীৰত্ব হব পাৰে, কিন্তু ধৰম-বুধিৰ যে কাম নহয় এইটো আমি নিৰ্ভয়ে কব পাৰোঁ। তেনে কাকতে জনা উচিত, যে তেওঁৰ গ্ৰাহকসকলৰ ভিতৰত এনে ৰামচন্দ্ৰ কোনো নাই যে তেওঁ নিজৰ বুঢ়া আঙুলিটো পাতি দি সেই সাতালি-পৰ্ব্বত ধৰে।

আশা কৰোঁ, ওপৰৰ কথাৰ দ্বাৰাই কোনেও যেন এনেটো নুবুজে, যে আমি বাঁহীক স্পৰ্দ্ধাৰে সৈন্তেউলিয়াই বাইজৰ আগলৈ ঠেলি পঠিয়াইছোঁ। তেনে কৰিবলৈ যোৱাটো টিপচী বাঁহীক গৰুগুৰ উবাও মাৰিবলৈ পঠিয়া হব, আৰু মঙ্গলা মাণ্ডেৰে কৰলৈ গলে সেইটো "জ্যাঠামি" কৰাহে হব। মাহেকীয়াই হওক বা সাদিনীয়াই হওক, কাকত এখন ভালকৈ থিয় কৰিবলৈ আমাৰ বিদ্যা বুদ্ধি ক্ষমতা নাই বুলি আমি জানো। কলিকতাত থকা অসমীয়া ছাত্ৰসকলৰ অনুৰোধত আমি বাঁহী হাতত লওঁ; তাত নুহলাই সুৰ উলিয়াৱ পাৰিম নে নোৱাৰিম সেই কথা ভাবিবলৈকে নহল। বিশেষ, ইয়াৰ আগেয়ে ওলোৱা মাহেকীয়া কাকত দুখন ওলাব বুলিও আমি শুনিছিলোঁ জনা নাছিলোঁ। তেজপুৰীয়া উষা কেইবামাহো নোলোৱা দেখি তাৰ জীয়নৰ আশা আমি পৰিত্যাগ কৰিছিলোঁ। এতিয়া আকৌ উষা ওলাব বুলি শুনি আশ্বস্ত হৈছোঁ; আৰু কেউখন কাকতৰে মঙ্গল কামনা কৰিছোঁ। আমি এইটো পাহৰা নাই যে আমাৰ কামৰ ঠাই বহল, কাম কৰোঁতাহে তাকৰীয়া। বিশেষকৈ, "অধিকন্তু ন দোষায়" বুলি শাস্ত্ৰত কৈছে।

অকল ভাল লেখা হলেই যে কাকত টিকিবৰ যোগ্য হল এনে নহয়; নহুৱা "আসাম নিউচ" নমৰিলহেঁতেন। অকল ধনেৰে গুৰি খকত হলেই

হোৱাহেঁতেন "আসাম বিলাসিনীয়ে" এতিয়াও আসামত বিলাস কৰি থাকিলহেঁতেন। ওপৰত কোৱা দুইটাৰ অভাৱত নগৰিও যাহেকীয়া যৌ নাইকিয়া হল। ওপৰত কৈ অহা দুটা লাগতিয়াল বস্তু কাকতৰ থাকিলেই নহয়, তাৰ লগতে আৰু এটা যাই বস্তুৰ আৱশ্যক।

সেইটো ব্যৱসায়-বুদ্ধি। এই সংসাৰখন এনে ভাৱে গঠিত যে তাত আজিকালি কোনোৱে কোনো বিষয়ত কৃতকাৰ্য্য হব খুজিলে তেওঁ ব্যৱসায় বুদ্ধিৰ ওচৰত হাত পাতিব লাগিব। বাতৰি কাকত চলোৱাতো ব্যৱসায়-বুদ্ধিৰ সহায় লাগে; নহলে, এই দুৰ্ঘোৰ অবিয়াঅৰিৰ দিনত তাত সিদ্ধি লাভ কৰাটো টান। বাতৰি কাকত বোলোঁতে আমি এদিনীয়া, সাদিনীয়া, পষেকীয়া, মাহেকীয়া আদি সকলোবিধৰ কাকতকে তাৰ ভিতৰত পেলাইছোঁ। আগেয়ে আমাৰ দেশৰ নিচিনা বঙ্গদেশতো বঙ্গলা বাতৰি কাকত ভালকৈ নচলিছিল। তাৰ কাৰণ, আমাৰ দেশৰ কাৰণৰ নিচিনাই। কিন্তু ব্যৱসায়-বুদ্ধিৰ সহায় লৈ প্ৰথমতে জনচেৰেক শিক্ষিত ডেকাই সেই কাৰ্য্যত যেতিয়া হাত দিলে তেতিয়া তেওঁলোকে আশাতীত ফল লাভ কৰিলে। যোগেন্দ্ৰনাথ বসুৰ "বঙ্গবাসী" কাকত তেওঁৰ ব্যৱসায়-বুদ্ধিৰ সুফল। তাৰ পিছত বঙ্গবাসীৰ অতিৰিক্ত "হিন্দুয়ানীৰ" অতিৰিক্ত সোতত ভেটা দিবৰ মনেৰে পণ্ডিত কৃষ্ণকমল ভট্টাচাৰ্য্যকে আদি কৰি জনচেৰেকে "হিতবাদী" উলিয়ালে। কিন্তু হিতবাদীৰ গুৰিত ধন বিদ্যা আৰু সৰ্ব্বসাধাৰণৰ সহানুভূতি আদি যথেষ্ট সম্বল থাকিও, ব্যৱসায়-বুদ্ধিৰ অভাৱত সি লাহে লাহে জঁয় পৰি যাবলৈ ধৰিতল হিতবাদী হাত সলাব লগীয়াত পৰিল। কাব্যবিশাৰদৰ হাতলৈ হিতবাদী আহি তেওঁৰ ব্যৱসায়-বুদ্ধিৰ সহায়ত হিতবাদীয়ে ঠন ধৰি একে দোপেই বঙ্গবাসীৰ ভয়ঙ্কৰ প্ৰতিদ্বন্দী হল। আজিকালি বঙ্গলা কাকত-বিলাকৰ প্ৰভাৱ আৰু সফলতাৰ গুৰিত যাইকৈ সেই লাগতিয়াল ব্যৱসায়-বুদ্ধি।

আমাৰ এইবোৰ কথাৰপৰা কোনোৱে যেন এনে নাভাবে যে আমি ওপৰত কৈ অহা এটাই কেইটা আৱশ্যকীয় সমলেৰে সৈতে বাঁহী হাতত লৈ সজাত নামিছোঁ। সম্ভৱতঃ আমাৰ লগত সেইবোৰৰ ভিতৰৰ এটা সমলো নাই। নিশ্চয় নগণ্য বাঁহীক চকুৰ আগত ৰাখি আমি সেইবোৰ কথা কোৱা নাই।

প্ৰথম বছৰ, তৃতীয় সংখ্যা

# সূচী






# বাঁহী

কোনে নো বজাইছে বাঁহী সন্ধিয়া বেলিকা ?
কোনে নো সুৰেৰে মাতে ৰাধিকা ৰাধিকা ?
গধূলি বতাহ ধীৰে ৰিব ৰিব বয়,
কোনে ৰাধা বুলি মাতে হই তন্ময় ?

নোৱাৰোঁ ধৰত ৰব টানে বাঁহী মোক !
লাজ ভয় সকলোতে নেওচা পৰোক।
কেনি যাম বাট সখি দেখুৱাই দিয়া ?
উগুল-থুগুল মন থিৰ নাই হিয়া।

মুখখনি চাই আছোঁ,
মলাধাৰি পিন্ধাই আছোঁ,
হাঁহিৰ মাধুৰী পিওঁ আনন্দত ভাহোঁ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# সম্পাদকৰ চৰা।

*পানী-লগা।* পানী লাগি কষ্ট নোপোৱা মানুহ নাই; বিশেষকৈ জাৰকালি। এই কাকতৰ সম্পাদককো পানী-লগাই এই জাৰকালিতে চাৰি বাৰ দুখ দিবলৈ পাহৰা নাই। সেইবাবে আজি পানী-লগাৰ জনম-জাতি বিচাৰিব খুজিছোঁ।

ডাক্তৰসকলৰ ভিতৰত এনে অনেক আছে যি পানী-লগাৰ গুৰিত এবিধ জীৱাণু আছে বুলি ভাবে। বাহিৰৰপৰা ভাৰতলৈ "আমদানি" হোৱা নবিয়াবোৰৰ ভিতৰৰ ইন্‌ফ্লুৱেঞ্জাৰ গুৰিতেও জীৱাণু বুলি ডাক্তৰসকলে থিৰ কৰিছে। ইন্‌ফ্লুৱেঞ্জা পানী-লগাৰে ববটোৰ বাহিৰে আন একো নহয়। পানী-লগাৰ বাবে জগৰীয়া জীৱাণু অৰ্থাৎ ক্ষুদ্ৰাতিক্ষুদ্ৰ পোকৰ কথা সম্প্ৰতি এৰি, পানী-লগাৰ সাধাৰণ দুটা চাইটা কাৰণৰ কথা আমি আলচ কৰিম।

পানী-লগাৰ এটা মাই কাৰণ হৈছে, মানুহৰ গাটো মূৰটোতকৈ সৰহ ভপত হোৱা। গা, হাত, ভৰি; কাপোৰেৰে ভালকৈ ঢাকি মূৰটো নাঢাকি ভাক আৰৰ হাতত পেলাই দিলেই জাৰে তাৰ ওপৰত বৰ-মতা ওলায়। সেইদেখি গাৰ ঢাকোনেৰে সৈতে মূৰৰ ঢাকোনৰ সামঞ্জস্য ৰাখিব লাগে, অন্ততঃ ৰাতি শোওঁতে। কেনোৱে জাৰকালি বৰ-কাপোৰেৰে বা কঁঠাৰে মুখ নাক মূৰ ঢাকি ঘুম-মাৰি শোৱে। সেইটো বেয়া কাম। মূৰটো ঢাকিব লাগেই; আৰু মুখখন ঢাকিলেও একো হানি নাই; কিন্তু নাক ঢকাটো বৰ অন্যায়। তেনেকৈ শুলে, নিশাহত ওলোৱা দূষিত বায়ুবোৰ আকৌ উশাহত শৰীৰৰ ভিতৰলৈ সোমাই স্বাস্থ্যভঙ্গ নিশ্চয় কৰিব। নাক

মুখ আপৰ তলত সুমাই শোবাটো অভ্যাস যিসকলৰ আছে, তেওঁলোকে যেন সেই কু অভ্যাস এৰি দিয়ে, এই কাকতৰ সম্পাদকে তেওঁলেকৰ ওচৰত এই বিনীত নিবেদন কৰিলে।

আন কোনো কাৰণৰ বাবেও মুৰটোৰ তকৈ গাটো সৰহ তপত হলে পানী লাগে। দূষিত বায়ু উশাহত শৰীৰৰ ভিতৰলৈ নিলেও পানী লাগে। সেই-দেখি ৰাতি শোৱা খোটালিৰ খিলিক-দুৱাৰবোৰ এনে ভাৱে মেলি থব লাগে, যেন খোটালিটোৰ ভিতৰত বাহিৰৰ বিশুদ্ধ বতাহ চলাচল কৰি থাকিব পাৰে। অৱশ্যে শোওঁতাজনৰ গাৰ ওপৰেদি বা গাত লগাকৈ বাহিৰৰ সেই চেঁচা বতাহৰ সোঁত যাতে নবলে সেইটোলৈ চকু ৰাখিব লাগিব। ৰাতি তেনে বতাহ গাত লাগিলে পানী যে লাগিবই তাৰ উপৰিও পিছত পানী-লগা জ্বৰ হবৰ সম্ভৱ।

হঠাৎ "গৰম-ঠাণ্ডা" কৰিলেও পানী নালাগি নাথাকে। ৰাতি তপত ঘৰৰ ভিতৰত থাকি হঠাৎ বাহিৰলৈ ওলালে পানীলাগে। আমাৰ মানুহে ঘৰৰ ভিতৰত কম্বল কঁঠা লৈ উম লগাই বহি থাকি, বা জুহালৰ গুৰিত জুই পুৱাই পৰি থাকি হঠাৎ জুহালৰ কাষ এৰি বা কানি-কঁঠা সোলোকাই পেলাই বাহিৰত গা ধুবলৈ বা হাত মুখ ধুবলৈ যায়। তেনে কৰাটো মানে মাথোন পানী-লগাক আদৰি অনা। এই বাবেহে কৈছোঁ, যাতে শৰীৰক হঠাৎ তপত-চেঁচা কৰা নহয় তালৈ সকলোৱে চকু ৰখা উচিত। কাঁচৰ গিলাচ এটা তপতাই লৈ তাত হঠাৎ চেঁচা পানী ঢালি দিলে সি ঠুঙুৰাই ভগাটো সকলোৱে দেখিছে। তাৰ কাৰণ ?

শৰীৰটো বেছি তপত হলে তাৰ ছালখন ঢিলা হয় ; আৰু তাৰ ওপৰত বাহিৰৰ বায়ুমণ্ডলৰ কাৰ্য্যৰ প্ৰতিৰোধ কৰিবৰ ক্ষমতা তাৰ কমি যায়। সেই বাবে বাহিৰৰ চেঁচা বতাহেইহে অকল পানী-লগাৰ কাৰণ এনে নহয় ; পানী-লগাৰ ঘাই কাৰণ—বাহিৰৰ চেঁচাক গাত সোমাবলৈ নিদিয়াকৈ ৰাখিব পৰা গাৰ ছালৰ ক্ষমতাৰ ন্যূনতা। এটা বন্ধ তপত খোটালিৰ ভিতৰত মানুহ থাকিলে তেওঁৰ গাত থকা প্ৰতিৰোধ শক্তি অনেক গুণে কমি থাকে ; সেই-দেখি সেই তপত বায়ুমণ্ডলৰপৰা লোকজন হঠাৎ চেঁচা বায়ুমণ্ডললৈ সলনি হলে, (যাইকৈ জেকা আৰু চেঁচা বতাহলৈ) তেওঁৰ পানী-লাগিবৰ খুব

সম্ভৱ। অনেক সময়ত প্ৰথমতে অলপ পানী-লগাই, ৰোগী সাৱধান নহলে, পিছত ব্ৰঙ্কাইটিজ আৰু নিউমনিয়া আদি ৰোগত পৰেগৈ।

পানী-লগাৰ প্ৰথম অৱস্থাতে মূৰ আৰু ভৰিৰ সৈতে গোটেইটো গাৰ তাপ আৰু ৰক্ত-প্ৰবাহৰ সামঞ্জস্য সাধন কৰিবলৈ যতন কৰিব লাগে। পানী-লগাৰ প্ৰথমাৱস্থাৰ চিকিৎসা,—গা হাত ভৰি আৰু মূৰ তপত কৰি ৰখা; "ফুট-বাথ" অৰ্থাৎ সহিব পৰা তপত পানীত আঠুলৈকে ভৰি দুটা কিছুমান পৰ বুৰাই ৰখা, বা গা ধোৱা ঘৰৰ দুৱাৰ মাৰি লৈ তপত পানীত ভালকৈ গোটেইটো গা ধুই তাৰ পিছত শুকান গামোছাৰে ভালকৈ গা মূৰ মচি গাত ফেলেলুনৰ চোলা পিন্ধা; নোমৰ কাপোৰ গাত লোৱা, মূৰত টুপি আৰু ভৰিত নোমৰ মোজা পিন্ধা; ভৰিৰ তলুৱাত সৰিয়হৰ তপত তেল ঘঁহা; ধপাতৰ গুৰি উজাই হাঁচিবা; "মেলিংচল্ট" শুঙা; "ইউকেলিপ টচ" তেল টোপা-চেৰেক উৰ্মালত পেলাই লৈ সেই উৰ্মালখন ঘনে ঘনে শুঙা; ভজা পনৰু খোৱা; এদা চৰুলিয়াই লোণেৰে খোৱা; "জিঞ্জৰেড" পানী খোৱা; লোণ দি তপত চাহ খোৱা; তপত কফি খোৱা; এটা বতলত তপত পানী ভৰাই সেই বতলটো ভৰিৰ তলুৱাত দি তলুৱা সেকা; গোট-কৰাই ভাজি সেই তপত গোটকৰাই গামোছত বান্ধি তাৰে কপাল মূৰ গলধন আৰু ভৰিৰ তলুৱা সেকা; এটেকেলি বৰ তপত পানীত চাহ খোৱা চনৰ আদচন ইউ-কেলিপ্‌টচ তেল পেলাই দি সেই টেকেলিটোৰ ওপৰত নিজৰ মুখখন মেলি দি পানীৰ ভাপ লোৱা; ইত্যাদি।

এইবা হলে, দোবোণ গছৰ পাতৰ অলপ ৰসত এটা সৰিয়হৰ সমান লোণ দি, এডাল খৰিকাত তুলা পকাই লৈ সেই তুলা-লগোৱা খৰিকাডাল সেই ৰসত জুবুৰিয়াই লৈ, দিনটোত তিনি চাৰি বাৰকৈ তাক নাকত সুমাই উজাব লাগে। নাকৰ সেঙুন গুচাবলৈ বৰকৈ নাক বজাই বল দিব নালাগে; তেনে কৰিলে নাকৰ ভিতৰৰ ক্ষুদ্ৰ স্নায়ুবিলাকৰ বিথিনি হব পাৰে আৰু কাণৰ ভিতৰতো তেনে অৱস্থা ঘটি ৰোগীজন কলা হবও পাৰে।

পানী-লগা নৰিয়াত পৰাজনৰ প্ৰায়েই কোষ্ঠবদ্ধ হোৱা দেখা যায়। সেই-দেখি ভেঙুৰ পেটটো পৰিষ্কাৰ কৰি ৰাখিব লাগে। অলপকৈ বিবেচন হোৱা ৰ্দ"জুাপ" লব লাগে।—যেনে, আজিকালি ওলোৱা "এপেণ্টা" "হুনিয়াদি"

“কট্‌নৌ-পাউডৰ” “চিড্‌লিজ পাউডৰ” “ফ্রুটচল্ট” ইত্যাদি। তেল জুলাপো ভাল, কিন্তু সৰহ পৰিমাণে নহয়। ৰাতি শুবৰ সময়ত শিলিখা এটা চোবাই খাই শুই থাকিলেও পিছদিনা পেট খোলোচা হয়। শুদা কুহুমীয়া পানীৰে বা চাবোন-পানীৰে এনিমা (Enema) লৈ পেট নিকা কৰাটোও সহজ উপায়।

পানী-লগা ব্যাধিত পৰাজনে দুই চাৰি দিন তেওঁৰ কামৰপৰা হাত একৰাই জিৰোৱা আৱশ্যক। তাকে নকৰি সেই অৱস্থাতে কাম কৰি থাকিলে পানী-লগা ব্যাধিটো অবাধ্য হৈ উঠে; আৰু সহজে তাক গাৰপৰা একৰাব নোৱাৰি। পানী-লগাৰ আদিতে ৰুগীয়াই এৰাতি লঘোন দিলে ভাল। সমূলী লঘোন দিব নোৱাৰাসকলে লঘু আহাৰ কৰিব, গধুলি ভাত নাখাব; এখন বা দুখন কটী, চাহ, বা ফলাহাৰ. বা আখৈ, অট্‌মিল, বাৰ্লি, ইত্যাদি বিধৰ আহাৰ কৰিব।

মানুহৰ বিশ্বাস আছে যে পানী-লগাটো খোচোৰা ব্যাধি নহয়। কিন্তু জীৱাণু বা পোকৰ theory বা মত যদি সঁচা হয়, তেন্তে সি খোচৰা ব্যাধিৰ শাৰীলৈ নাযাবৰ কোনো কাৰণ নাই। সি যি হওক, পানী-লগা নৰিয়াত পৰাজন নৰিয়াৰ কেইদিন তেওঁৰ ঘৰৰ আন সুস্থ মানুহবিলাকৰ কাষৰপৰা আঁতৰি থকাই ভাল; আৰু তেওঁ বেলেগ খোটালি এটাত বেলেগে শুলেই সকলোৰে মঙ্গল।

শুৰিতে পানী-লগাক অগ্রাহ্য কৰি অসাৱধান হৈ তাক গুচাবলৈ চেষ্টা নকৰিলে শেহত তাৰপৰা বিশেষ অনিষ্ট হবৰ সম্ভাৱনা। তাৰপৰা নাকত ঘা, কাণত পুঞ্জ, ডিঙিত বিষ, ইত্যাদি নৰিয়া হৈ পুৱণি হৈ নাকেৰে একেবাৰেই গোন্ধ নোপোৱা, কাণেৰে নুশুনা, আৰু ক্ষয়-কাহ আদি হোৱা সম্ভৱ।

পানী-লগা অৱস্থাত সৰহকৈ চেনি আৰু সোৱাদ বস্তু খালে আৰু অতিৰিক্ত আহাৰৰ বোজা পেটৰ ওপৰত দিলে, পানী-লগা সহজে একৰাব নোৱাৰা অৱস্থাত পৰেগৈ। থকুৱাৰ বিপদ সদায়।

নাকত ঘা হলে “চুৱা-তেল” উজাব লাগে। সেই তেল নাপালে সৰিয়হৰ পকা তেলৰ নস্যইও গুণ দিয়ে। তপত পানীত অলপ লোণ দি লৈ

সেই পানী উজাই নাকৰ ভিতৰখন দিনটোত দুবাৰ তিনিবাৰকৈ ধুলেও উপকাৰ পোৱা যায়।

দাঁতোনেৰে আৰু দাঁত নিকা কৰা ভাল গুৰিৰে দাঁতৰ গুৰিবোৰ নিকা কৰি ৰাখিব লাগে; আৰু জিভাখনৰ মলিবোৰ চুচি তাকো নিকা কৰি ৰাখিব লাগে; নতুবা, পানী-লগা নৰিয়াটোক দাঁতৰ গুৰিত থকা মলিত জনম হোৱা কীটাণুবোৰে সহায় কৰি বঢ়াই দিবলৈ নেৰে।

---

# প্ৰতিমা।

হৃদয়ৰ মন্দিৰত লুকুৱা প্ৰতিমা,
ভাষা নাই কিৰূপে বুজাওঁ।
আগন্তুক সহস্ৰ চকুৰ অনুৰোধ,
শক্তি নাই কিৰূপে এৰাওঁ।
"প্ৰতিমা" "প্ৰতিমা" ৰবে ব্যাকুল কৰিলে,
চাব খোজে হিয়াৰ বিকাশ।
কুচিমূচি আগুৱায় দুৰ্ব্বল হৃদয়
দিবলই এফেৰি আভাষ।
নিমাতী হিয়াৰ কিন্তু মাত পোৱা টান,
হৃদয় যে ইমান লাজুক!
সখী চিত্ৰলেখা মোৰ কল্পনা সুন্দৰী,
সমিধান দিয়া আহি মোক।
আধা ফুটা আবেগৰ ইমান জুমুৰি,
দিলোঁ মেলি হৃদয় দুৱাৰ।
যত ইচ্ছা দৰ্শকৰ চ'ক জুমি জুমি,
ভুলে যদি সন্তাপ মনৰ।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

# মৈদাম।

---

## প্ৰথম আধ্যা।

ভ্ৰাম্যমান পৃথিবীত পৰিভ্ৰমণ লেখকৰ ভাগ্যত বিধিৰ লিখন। ফুৰোঁতে ফুৰোঁতে এদিন শিৱসাগৰ জিল্লাৰ অভয়পুৰ মৌজাত এডোখৰ মুকলি পথাৰৰ মাজত এটা টিলা দেখা পালোঁ। টিলাটোৰ ওপৰত গৰখীয়া লৰা গোটাচেৰেকে এজাক গৰু চৰাব লাগিছে। টিলাটো কিহৰ মোৰ জানিবৰ মন গল। লাহে লাহে গৈ মইও টিলাটোৰ ওপৰত উঠি গৰখীয়া লৰাইতক সুধিলোঁ, "এইটো কি?" এটা লৰাই উত্তৰ দিলে "উঁই-হাফলু।" মই কলোঁ। ইমানটো ডাঙৰ উঁই-হাফলু কৰবাত হব পাৰেনে?" আন এটাই মাত লগালে "হব নোৱাৰে যদি নহয়; হব পাৰে যদি হয়।" তাৰ কথাষাৰ যে সুৰীয়া হৈ ওলোৱা নাই, তাক কোৱাৰ গঢ়তে মই বুজিলোঁ। আৰু বুজিলোঁ যে সিহঁত বৰ চেঙা; পোন পটিয়ে সিহঁত মোৰে সৈতে আলাপ কৰিবলৈ অনিচ্ছুক। ইয়াকে ভাবি থাকোঁতেই দেখিলোঁ, সিহঁতৰে ভিতৰৰ এটাই চেঙা দমৰা এটাৰ পিছে পিছে লৰি গৈ তাক আগছিব নোৱাৰি, অলপ ঘূৰি গৈ হে তাক আগছিলে। সেই আহি ভতালিকে লৈ মইও সিহঁতক আগছিবৰ প্ৰণালী সলালোঁ। মোৰ চোলাৰ মোনাত "চিগৰেট" অৰ্থাৎ ভুলাপাতেৰে মেৰোৱা চেলেউ আছিল। তাৰে গোটাচেৰেক উলিয়াই ললোঁ। চিগৰেটৰ মোহিনী শক্তি আৰু অখণ্ড প্ৰতাপৰ কথা মোৰ জনা আছিল; পতিকে, সি যে আসামৰ এচুকৰ অভয়পুৰ মৌজাৰ আৰৰ গৰখীয়া লৰাক বৰাব পাৰিব সেই কথাত মোৰ সন্দেহ নাছিল। এটা চেলেউত জুই লগাই লৈ মই দোহোপামান মাৰি সিহঁতৰ ভিতৰৰ ৰৰমুৰীয়াটোক চেলেউ এটা যাচিলোঁ। ৰৰলৰ টোপৰ বৰষিত চেঙেলিয়াহ লগাদি টপকৰে সি মোৰ চেলেউ-টোপৰ বৰষিড লাগিল, আৰু তাক মোৰ আয়ত্তৰ ভিতৰুৱা কৰোঁতে-নোকৰোঁতেই বাকী কেউটাই মোৰ ওচৰত চেলেউ-যগ-

নিয়াৰ হৈ হাত পাতিলে। মই ভেতিয়াই চেলেউ-কল্পতরু হৈ পৰি 'সৰাতে সমান ভাব" প্ৰকাশ কৰি মাগন্তাসকলক চেলেউ-কল দান কৰিলোঁ।

চেলেউ পাই প্ৰসন্ন হৈ ডাঙৰ গৰখীয়া লৰাটোৱে আকৌ মই নোসোধা-কৈয়ে মাত লগালে,—"দেউতা, এইটো কিহৰ টিলা সঁচাকৈয়ে আমি কব নোৱাৰোঁ; আমাৰ গাৱঁৰ আন কোনোৱেও কব নোৱাৰে। কিন্তু তাহানি এদিন মোৰ বুঢ়া ককাই মোক কোৱা মোৰ মনত আছে, যে এইটো হেনো কোনোবা বুড়িস্বৰ্গনাৰায়ণ ৰজাৰ দিনৰ মৈদাম। ককা ধুকাবৰ আজি ছ বছৰ হল। তেওঁ জীয়াই থকাহেঁতেন ইয়াৰ বিষয়ে আৰু কিবা কব পাৰি-লেহেঁতেন কিজানি।" লৰাটোৰ কথা শুনি মোৰ মনত ক্ষন্তেকতে নানা ভাব খেলালে। কিন্তু এটাইবোৰ কিবা খেলিমেলি লাগি থকা ভাব, সত-কাই সেইবোৰ জুকিয়াই লব পৰা নহয়। সি যিহওক, এইটো ভালকৈ বুজিলোঁ যে সেই মৈদামটোৰ বিষয়ে সিহঁতৰপৰা নাইবা সেই ঠাইৰ আন কোনো লোকৰপৰা কোনো কথা জানিবৰ উপায় নাই। গতিকে অল্পমান পৰ মৈদামটোৰ ওপৰতে বহি থাকি, লাহে লাহে তাৰপৰা নামি গুচি আহিলোঁ।

## দ্বিতীয় আধ্যা।

মই অভয়পুৰত যি গৃহস্থৰ ঘৰত "গধূলিৰ অতিথি সাক্ষাৎ দামোদৰ" ৰূপে থিতি কৰিছিলোঁ। সেই ঘৰৰ ঘৈণীৰ সেইদিনা নেঃ-নেঃ-ঠেঃ-ঠেঃ বিধৰ গা বেয়া হোৱা গতিকে আলহী সুধিবৰ ভাৰ চাউল-সিজোৱাৰ ওপৰত নপৰি নোওৱা পিঠাগুৰিৰ ওপৰত পৰিল। পিঠাগুৰিয়ে সেই বাব পাই গধূলি মোৰ খাবৰ সময়ত এটা বাটিৰ ভিতৰত বহি গপতে ওফন্দি এবাটি হৈ লগত এটা আঠীয়া-কল এখামোচ গুড় আৰু আদপোৱামান এৰাঁ গাখীৰ লৈ মোৰ আগত যপং-কৰে ওলালহি। পিঠাগুৰিৰ সৈতে ভালে-মান দিনৰপৰা মোৰ অসদ্ভাৱ চলি আহিছিল; সৰহ নকওঁ, সেই অসদ্ভাৱ ইমান দূৰ পকি উঠিছিল যে পিঠাগুৰিৰ সৈতে মোৰ মাত-বোল দূৰৰ কথা দেখা-সাক্ষাতো একপ্ৰকাৰ বন্ধ হৈছিল গৈ। আজি অযাচিতভাৱে অম্লানবদনে সি আহি মোৰ আগত প্ৰকাশ হোৱা দেখি পোনতে যদিও মই

তাৰ সেই "বিষাদপিত্ত" বিবক্ত হৈ উঠিছিলোঁ, কিন্তু পিছত ভোকৰ পৰামৰ্শ মতে সপৰিবাৰে তাক মোৰ পেটত ঠাই দিবলৈ বাধ্য হলোঁ! ভোকৰ পৰামৰ্শ নুবুলি—ভোকৰ খচ্‌খচনি বোলাই উচিত, কিয়নো, প্ৰথমে যদিও ভোকে নিজৰ গুণৰ বাখি সেই পিঠাগুড়িৰ ওপৰত খং নকৰিবলৈ মোক গহীনভাৱে উপদেশ দিছিল, কিন্তু মই সেই উপদেশ তালকৈ কাণ পাতি নুশুনা যেন দেখি পিছত সি, প্ৰথমে পিদ্ধি কথা কোৱা মুখটো খহাই থৈ বৰং ভয়বিহ্বলতা প্ৰকাশ কৰি খচ্‌খচনি লগাই দিলে, আৰু অন্তত মোৰ ওপৰত খৰকৈ ডাবি আৰু টানকৈ হুকুম জাৰি কৰিবলৈ ধৰিলে। সঁচা কথা কবলৈ গলে, তাসেমান দিন বিচ্ছেদৰ মূৰত মিলনৰ বাবেই নে কি কব নোৱাৰোঁ, মোৰ জিভাই সেই পিঠাগুড়িৰ সঙ্গজনিত প্ৰীতি অনুভৱ নকৰি নাথাকিছিল।

প্ৰথম ঘুমটিৰ অন্তত সাৰ পালোঁ। মোৰ টেঙা-পানী উঠা আৰু বুকুত অলপ খোচা-বিন্ধা কৰা যেন পালোঁ। বুজিলোঁ, যদিও বন্ধুভাৱে পিঠাগুড়ি মোৰ অন্তঃপুৰত প্ৰবেশ কৰিছিল, তথাপি সি "পূৰ্ব্ব শত্ৰু মনে জানি" মোৰ বুকুত "শৰ হানি" শত্ৰুতাচৰণ কৰিবলৈ পাহৰা নাই। "স্বভাৱো যাদৃশো যস্য ন জহাতি কদাচন" এই পুৰণি শ্লোক গ্ৰাতি মনৰ ক্ষোভ মিটাই, পাটীতে আকৌ লুটি-বাগৰ দি টলকা মাৰি ৰলোঁ। সেই ভাৱে পৰি থাকোঁ-তেই মোৰ টোপনি আহিল। কিমান পৰৰ মূৰত কব নোৱাৰোঁ, তলত লেখা সমাজিকটো দেখিলোঁঃ—

মই গৈ ৰাস্তিপুৰা দেখা সেই মৈদামটো পালোঁ। তাৰ ওপৰত আগৰ দৰেই বহি থকাৰ পিছত দেখিলোঁ, মৈদামটো শামুক এটা মেল খোৱাদি মেল খালে। তাৰ ভিতৰত কি ভয়ঙ্কৰ দৃশ্য!

দুটা হাতীৰ জকা। পাঁচোটা ঘোৰাৰ জকা। এমথা মানুহৰ জকা (সৰা আৰু ডাঙৰৰ)। দুটা মানুহৰ জকাই হাতেৰে দুটা আৰিয়া ধৰি আছে; আৰু জ্বলি থকা সেই আৰিয়া দুটাই মৈদামটোৰ ভিতৰখন পোহৰাই থৈছে। দেখিলোঁ তাৰ ভিতৰখন ছাতপিৰা, বৰপিৰা, মেৰচৰা, বটা, শৰাই, পিকদানি, লোটা, বাটি, কাঁহী, কলহ, খাবৰ বস্তু, পিন্ধিবৰ কাপোৰকানি ইত্যাদিৰে ভৰপূৰ। সেই-

মোৰ মই চাই থাকোঁতে থাকোঁতে হঠাৎ দেখিলোঁ। জকাবোৰে, হুচৰি গোৱা মানুহৰ দৰে ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে, অথচ সিহঁতৰ মুখত মাত নাই। সেই অদ্ভুত নাচ দেখি ভয়ত মোৰ মুখখন শুকাই গল, বুকুখন ঢপ্ ঢপাবলৈ ধৰিলে, গাৰ নোমবোৰ শিয়ঁৰি উঠিল আৰু হাত ভৰিবিলাক অৱশ হল। ভাও-নাথ ববধেমালিৰ ওৰ পৰাদি অনপমান বেলিৰ পিছত সেই উৎকট নাচৰ ওৰ পৰিল আৰু দেখিলোঁ জকাবোৰে ইমান খেলিমেলি লগাই নচাৰ আগয়ে যত যি যেনে ভাৱে আছিল, আকৌ ততে সি ঠিক তেনে ভাৱেই ৰল। ক্ষন্তেকৰ পিছতে সেই দৃশ্য পৰিবৰ্ত্তিত হল, দেখিলোঁ জকাবোৰে মানুহ হাতী ঘোৰাৰ স্বাভাবিক অৱস্থা পালে; এটাইবোৰ তেজ মঙহ আৰু অঙ্গপ্ৰত্যাঙ্গাদিৰে সজীব হল। ভোজবাজীৰ নিচিনা ক্ষন্তেকতে পৰিবৰ্ত্তনশীল সেই দৃশ্যবোৰ মই অবাক হৈ চাই আছোঁ, এনেতে এজন বয়সীয়াল মানুহে মোক হাত-বাউলি দি মৈদামৰ ভিতৰলৈ মাতিলে। মোৰ ভো লৰিব-চৰিবৰ শক্তি নাছিল, আৰু থাকিলেও, পৰাপক্ষত যে মৈদামৰ ভিতৰত নোসোমাওঁ সেইটোও নিশ্চয় কৰিছিলোঁ। মই নামি মৈদামৰ ভিতৰলৈ যাবলৈ অনিচ্ছা প্ৰকাশ কৰি মূৰ জোকৰা দেখি সেই মানুহজনেই মৈদামৰ ভিতৰৰপৰা ওপৰলৈ উঠি আহি মোৰ ওচৰতে বহিল। ভয়ত মই ঠক্-ঠক্-কৰে কঁপিবলৈ ধৰিলোঁ। মোৰ শোচনীয় অৱস্থা দেখি দয়াপৰবশ হৈ মৈদামবাসীয়ে মাত লগালে,—"বোপাদেও! তুমি ইমান ভয় কৰিছা কিয়? ভয়ৰ কোনো কাৰণ নাই। তুমি ভয় কৰি মৈদামৰ ভিতৰলৈ নগলা বুলি বুজি ময়ে তোমাৰ ওচৰলৈ আহিলোঁ। আঃ! বাহিৰত কি নিৰ্ম্মল বতাহ! উশাহ লৈ জীলোঁ যেন লাগিছে! কি বিমল আকাশ! কি সুন্দৰ পৃথিবী! কত কালৰ মূৰত মই আজি তোমালোকক পালোঁ! হে পৰমেশ্বৰ, তোমাৰ ধন্য সৃষ্টি, ধন্য জগৎ ৰচনা! একালত মইও এইবোৰ ভোগ-সুখৰ অধিকাৰী আছিলোঁ। হায়! সূৰ্য্যৰ উত্তাপ, চন্দ্ৰৰ পোহৰ, বায়ুৰ নিৰ্ম্মল হিল্লোল একালত মইও অবাধে ভোগ কৰিবলৈ পাইছিলোঁ! এতিয়া মই সেই অধিকাৰৰ পৰা চিৰবঞ্চিত!!!—যাওক সেইবোৰ কথা। বোপাদেও, আমি কোন, তুমি জানিবলৈ নিশ্চয় উৎসুক হৈছা, নতুবা এই নিজান বাস্তিভূমি ইয়ালৈ নাহিলাহেঁতেন। আমি কোন, সেই কথা তোমাক কওঁ বুলিহে মই তোমাক

মৈদামৰ ভিতৰলৈ মাতিছিলোঁ; তুমি ভয় কৰি নাযাবৰ দেখি মমেই উঠি তোমাৰ ওচৰলৈ আহিলোঁ।

সি আজি অনেক কালৰ আগৰ কথা।—বুঢ়া ৰজা প্ৰতাপসিংহৰ দিনৰ। প্ৰতাপসিংহক বুদ্ধিস্বৰ্গনাৰায়ণো বুলিছিল। তেওঁৰ তিনিজন কোঁৱৰ আছিল। ৰৰজন কোঁৱৰৰ নাম চুৰাম্ফা, মাজুজনৰ নাম চুটিয়ান্‌ফা, আৰু সৰুজনৰ নাম চাই আছিল। বুঢ়া ৰজা স্বৰ্গনাৰায়ণৰ ধৰ নৰিয়া হলত, তেওঁৰ সৰুজন কোঁৱৰ চাইয়ে কিছুমান ৰণুৱা মানুহ গোটাই লৈ, বাপেক মৰাৰ পিছত সিংহাসন অধিকাৰ কৰিবৰ নিমিত্তে সাজু হল। ৰৰকোঁৱৰ চুৰাম্ফাই মাজু ভায়েক চুটিয়ান্‌ফাক কলে যে তেওঁ নিজে নিঃসন্তান; গতিকে, তেওঁৰ পিছত চুটিয়ান্‌ফাই যে ৰাজ্য পাব এইটো ধুৰুপ। এই বুলি তেওঁ চুটিয়ান্‌ফাক বুজাই প্ৰবোধ দি নিজৰ ফলীয়া কৰি লৈ, দুয়ো মিলি ষড়যন্ত্ৰকাৰী সকলৰ সৈতে চাইক নগৰৰপৰা বাজ কৰি খেদাই দিলে। প্ৰতাপসিংহ ঢুকালত ডাঙৰীয়াসকলে চুৰাম্ফাক ৰজা পাতি সেৱা কৰিলে। তাৰ পিছত চাইয়ে যদিও আকৌ ষড়যন্ত্ৰ কৰিছিল, কিন্তু অকৃতকাৰ্য্য হৈ ধৰা পৰি চুৰাম্ফাৰ হাতত প্ৰাণ হেৰুৱালে। চুৰাম্ফা অতি উগ্ৰ স্বভাৱৰ লোক আছিল। ৰজা হৈয়েই তেওঁ বাপেকৰ কুঁৱৰী মাহীয়েক এজনাক নিজৰ কুঁৱৰী কৰি ললে! তাৰ পিছত চেটিয়া জাতৰ তিৰুতা এজনীক, তাইৰ গিৰিয়েকক বিহ খুৱাই মাৰি, নিজৰ কুঁৱৰী কৰিলে। চেটিয়া কুঁৱৰী ৰজাৰ বৰ আদৰী হৈ পৰিল। তেওঁ আগৰ গিৰিয়েকৰ ঔৰসজাত লৰা এটি তোলনীয়া পো কৰি ললে, আৰু ৰজাৰ হতুৱাই সেই লৰাক যুৱৰাজ মনোনীত কৰাই ৰজাৰ পিছত ৰাজপাটত বহুৱাবলৈ থিৰ কৰিলে। চুৰাম্ফাই ৰজা হবৰ আগেয়ে মাজু ভায়েক চুটিয়ান্‌ফাৰ আগত কৰা অঙ্গীকাৰ এইদৰে ভঙ্গ কৰিলে। ইয়াৰ কিছু দিনৰ পিছতে ঈশ্বৰৰ ইচ্ছাত সেই তোলনীয়া লৰাটো মৰি থাকিল। তোলনীয়াক বিহ খুৱাই মাৰিলে বুলি চুটিয়ান্‌ফাৰ পুতেক এজনৰ গাত বদনাম পৰিলত, সেই কোঁৱৰক প্ৰাণদণ্ডৰ নিমিত্তে চাণ্ডালৰ হাতত দিবলৈ ৰজাই চুটিয়ান্‌ফাক আদেশ কৰিলে। পুতেকৰ অপৰাধত (যদিও সেই অপৰাধৰ কোনো প্ৰমাণ নাছিল) চুটিয়ান্‌ফাৰ ধন সম্পত্তি কাঢ়ি লৈ ৰাজভ ৰালৈ পঠিওৱা হল। ইয়াৰ লগে লগে চেটিয়ানীৰ ইচ্ছামতে আৰু এটা ৰাজ আজ্ঞা প্ৰচাৰিত হল যে

প্ৰত্যেকজন ডাঙৰীয়াৰ একোটিকৈ লৰা সেই তোলনীয়া লৰাৰ শৰেবে সৈতে মৈদামত দিব লাগে, যাতে সেই লৰাবোৰে সৈতে তোলনীয়া কোঁৱৰে মৈদামত উমলি থাকিব পাৰে। যেনে আদেশ তেনে কাম হল। চাই পঠিয়াচোন সেই আঠোটি লৰা। তেওঁলোকে তোলনীয়াক বেড়ি বহি আছে। সেই আঠোটিয়েই আঠজন ডাঙৰীয়াৰ লৰা। পূব ফালৰ তিনটি—বৰগোহাঁই, বুঢ়াগোহাঁই, আৰু বৰপাত্ৰগোহাঁইৰ লৰা। পশ্চিম ফালৰ তিনটিৰ এটি বৰবৰুৱাৰ, এটি বৰফুকনৰ, আৰু এটি নাওবৈচা ফুকনৰ। দুকাষৰে দুটিৰ এটি ডিহিঙীয়া ফুকনৰ, আনটি ভিতৰুৱাল ফুকনৰ লৰা। খোৱা বস্তুৰ কাষত বহি থকা সেইটো চাংমাই তোলনীয়াক ভাতপানী ৰান্ধি খুৱাবলৈ দিয়া হৈছিল। হাতত জোৰ লৈ থকা সেই দুটা আৰিয়া-ধৰা, বন কৰি দিবলৈ সেই দুটা লিকচৌ, তোলনীয়া উঠি ফুৰিবলৈ সেই দুটা হাতী, সেইকেইটা ঘোৰা, সেইখন কেকোৰা-দোলা। সেইবোৰ বাটি, কাঁহী, শৰাই, মেৰঢৰা, বৰপিৰা, ছালপিৰা আদি নানান বস্তু দেখিছাই ; সেই এটাইবোৰ তোলনীয়া কোঁৱৰৰ ব্যৱহাৰৰ নিমিত্তে দিয়া হৈছিল। মই কোন, মোকো কিয় ইয়াত দিয়া হৈছিল, সেইটোও তোমাক ভাঙি কৈ থওঁ। মই তোলনীয়া কোঁৱৰক লেখাপঢ়া শিকোৱা অধ্যাপক আছিলোঁ। লৰাটিয়ে মোক বৰ ভাল পাইছিল, সেইদেখি লৰাটিক লেখা পঢ়া শিকাবলৈ চেটিয়ানীৰ বুধি শুনি ৰজাই মোকো মৈদামত দিলে। আহোম ৰজাৰ ন্যায়, বিচাৰ, বিবেচনা, ধৰম, ৰীতি আৰু নীতিৰ এই চিনাকি, বোপাদেও, তোমাক দিলোঁ। এওঁলোকৰ কাৰ্য্য দেখিলে, এই পৃথিৱীত ঈশ্বৰৰ কিবা হাত আছে যেন মনে নধৰে। এওঁলোকে নিজক স্বৰ্গদেও অৰ্থাৎ স্বৰ্গৰ দেৱতা বোলে। এনেবোৰ ব্যৱস্থা যদি স্বৰ্গৰ পৰাহে এওঁলোকে নমাই জগত লৈ আহিছিল, তেনেহলে তেনেখন স্বৰ্গলৈ জন্মজন্মান্তৰেও যেন কোনো নাযায়। তেনে স্বৰ্গলৈ যোৱাতকৈ এই ভয়ঙ্কৰ মৈদামৰ দুৰ্ঘোৰ যন্ত্ৰণা সহিও যেন চিৰকাল আমি থাকোঁ। বোপাদেও, এই স্বৰ্গদেওসকলৰ সঁচ এতিয়াও আমাত আছেনে ?" মই মূৰ জোকাৰি নাই বুলি উত্তৰ দিলোঁ। মোৰ উত্তৰটো শুনি তেওঁ আকাশৰ ফালে চাই কলে "তেনেহলে হে ঈশ্বৰ তুমি আছাঁ ! আৰু এই পৃথিৱীত ধৰ্ম্মও আছে !"

এনেতে বহুৎ দূৰৰপৰা প্ৰথম কুকুৰাৰ ডাক শুনিলোঁ। কুকুৰাৰ ডাক শুনি তেওঁ জিকাৰ মাৰি উঠি মোক কলে "বোপাদেও, অদৃষ্টৰ লিখন কোনে খণ্ডাব · মই আৰু বাহিৰত থাকিব নোৱাৰোঁ।" এই বুলি বৰ খোকৰ চকুৰে মোৰ ফালে তেওঁ চাই লাহেকৈ নামি মৈদামৰ ভিতৰলৈ গল। তেওঁ নামি ভিতৰ পালতে, মানুহ হাতী ঘোৰাবোৰ আকৌ আগৰ নিচিনা জকাবোৰ হল; আৰু সেই জকাবোৰৰ চকুবোৰ জ্বলি তাৰপৰা জুইৰ ফিৰিঙতিৰ নিচিনা ওলাবলৈ ধৰিলে। ক্ষন্তেকতে সেই জকাবোৰে আগৰদৰে পৈশাচিক তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। তাৰ ক্ষন্তেকৰ পিছতে মৈদামটোৰ মুখখন জাপ গৈ আগৰ নিচিনা হল। মই সাৰ পাই দেখিলোঁ, মই মোৰ শোৱাপাটীতে পৰি আছোঁ, আৰু বুকুৰ খোচা-বিন্ধা অলপো কমা নাই।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# বৰ্ত্তমান ভাষাৰ অৱস্থা।

ডক্তৰ গ্ৰীয়ৰ্চন চাহাবে ভাৰতীয় ভাষাবিলাকৰ আলোচনা কৰাৰ লগে লগে আৰু অসম গৱৰ্ণমেণ্টে ৺ হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ "হেমকোষ" ছপাই উলিওৱাৰ লগে লগেই কলিকতা ইউনিভৰ্চিটিত অসমীয়া ভাষা ডিগ্ৰি পৰীক্ষালৈকে পাঠ্য হল। আৰু তল ওখ সকলো খাপৰ পঢ়াশালিবিলাকত অসমীয়া ভাষা চলাৰ পৰা আজি অলপ দিনৰ ভিতৰতে ভাষাই বৰ বহলকৈ উন্নতিৰ বাটত বেগ দিবলৈ খোপনিপিটি লৈছে যেন দেখিবলৈ পোৱা গৈছে। চাৰিখন কৈ সমালোচনী কাকতৰ প্ৰায় একে সময়তে আবিৰ্ভাব অসমীয়া ভাষাৰ আধুনিক বুৰঞ্জীত বোধ কৰোঁ আগেয়ে ঘটা নাছিল। অকল যে আলোচনী ওলালেই ভাষাৰ উন্নতি হৈছে বুলি কব খুজিছোঁ এনে নহয়, কাকত কেইখন উলিওৱা গৰাকীসকলৰ মনৰ আন্তৰিক ভাবৰ লগে লগে, সেই কাকতবিলাকে সৰ্ব্বসাধাৰণৰ ওচৰ চাপোঁতে যেনে সৎকাৰ পাইছে তাৰপৰা দেশৰ মানুহৰ ভাষালৈ আগ্ৰহটো ধুজিব পাৰি। সেয়ে উন্নতিৰ

বহল লক্ষণ বুলি ধৰিছোঁ। আজি বহুত দিনৰ মূৰত অনাদৰত পেলাই থোৱা ভাষাটো আমাৰ মানুহে সামৰি-সুতৰি চপাই লবলৈ কাণ-মন কৰা দেখি বাস্তৱিকতে মনত বৰ সন্তোষ লাগিছে। বৃটিছ গৱর্ণমেণ্টে অসম দেশ অধিকাৰ কৰিবৰ দিনৰেপৰা বোধ কৰোঁ অসমীয়া ভাষা অশ্রদ্ধাৰ বস্তু হৈ পৰে। ইমান দিন বিদেশী ভাষা এটাই যে অসমীয়া ভাষাৰ ৰস চুহি তাক লেৰেলা কৰিলে তাক গুই কৰিব- নোৱাৰি। অসমীয়া কথাৰ বহুত থাছ শব্দৰ ব্যৱহাৰ নাইকিয়া হোৱাত অসমীয়া লিখকে বহুত ঠাইত অসমীয়া ভাষাত শব্দ নাই বুলি খেদ কৰোঁতেই যায়। গাৱঁলীৰা চহা শব্দ বৱ্যহাৰ কাৰবলৈ লাজকে লগা হল। সদাই বঙ্গলা কিতাপ পঢ়ি থকা লেখকে অসমীয়া লিখিব খোজোঁতে সংস্কৃত শব্দহে তেওঁৰ মনৰপৰা আগবাঢ়ি ওলায়। আৰু সেইগুণে আমাৰ ভাষা আজি বছৰচেৰেকমানৰপৰা কোৱা ভাষাৰ পৰা অলপ অলপকৈ আতঁৰি আহিছে যেন লাগে। এইটো কিন্তু ভাল লক্ষণ নহয়। দেশৰ উন্নতি কৰিবলৈ হলে, পঢ়াশুনা জনা গাৱঁলীয়া মানুহবিলাকক কুৰি শতিকাৰ নতুন কথা নতুন তথ্যৰ গম পোৱাবলৈ হলে, সহজ ভাষাত লেখকসকলে লিপি তেওঁবিলাকৰ আগত ধৰিব লাগিব, অনাহকত সংস্কৃতৰ গোট শব্দ গোটে গোটে আনিলে অসমীয়াৰ পেটত অজীর্ণ ৰোগে শেহত দেখা দিয়াৰ আশঙ্কা খুব বেচি। কম এটা অথচ লিখিম আন এটা, এনেকৈ কোৱা ভাষা লিখা ভাষা দুটা বেলেগ ভাষা হৈ পৰিবগৈ পাৰে। তেনেহলে ভাষাটো লিখা-পঢ়া কৰোঁতাসকলৰ হাততহে থাকিব, দেশৰ ধৰণী অসমীয়া ৰায়ৎবিলাকে, লিখিপঢ়ি উলিওৱা জ্ঞানৰ গোন্ধ নেপাই গোটেই জীৱন কলা আন্ধাৰত নিয়াব লাগিব। বঙ্গভাষাই যি ভুল কৰিলে আমাকো আকৌ সেই ভুলেই পাব। এতিয়ালৈকে জগদীশ্বৰৰ কৃপাত আমাৰ দেশত তেনে ভুলে ৰবকৈ আমাক আঁকোৱালি লব পৰা নাই। ডাক্তৰ গ্রীয়র্চনে সেই সম্বন্ধে লিখিছে—If the printing press had not been so fruitful in Sibsagar as in Calcutta during the past hundred years, we must not forget, that the press as it has been used has not been an altogether unmixed blessing, and that it had done much to reduce the Bengali literature form being national to

becoming the mental pebulum of specially educated class Bengali as it has progressed since the introduction of the printing press has become more and more Sanskritized while Assamese under the wise conduct of the local missionaries has escaped the fate of its sister language—Assamese literature is essentially a national product and it is so still.— এতেকে অবাবত আমাৰ ভাষা সংস্কৃতীয়া কৰা অন্যায়। যত পোন-পটীয়া কথাৰে, সৰল ঘৰুৱা শব্দেৰে কোনো কথা কব বা লিখিব পাৰি, তাত সংস্কৃত শব্দ সুমাই শুনিবলৈ ললিত কৰিবলৈ যোৱাটো ভুল, আৰু তেনেকৈ লিখাই ভাষাৰ উন্নতি নকৰি বৰঞ্চ অৱনতিহে কৰে। "ক্রমেকৰ ভিতৰতে বজ্রনিনাদে ঘনে ঘনে তোপধ্বনি হল। ৰাতিপুৱাবলৈ এতিয়া অলপ সময় আছে; মনোল্লাসত সকলোৱে ব্যস্ত। ২২ অক্তোবৰৰ পুৱা লভাকুল পৰিপূৰ্ণ শুভ্র জ্যোতিৰ্ম্ময় অৰুণ কিৰণে আলোকিত ভূমিখণ্ড দেখা গল। সঙ্গীত সহিত উপাসনা সমাপন হল।" এনে লিখা বেয়া। সংস্কৃতৰ বিদ্যা অসমীয়া ভাষাত এনেকৈ দেখুৱাবলৈ যোৱাটোত অসমীয়া ভাষাৰ উন্নতি কৰা নহয়।

অসমীয়া ভাষাৰ আলোচনা কৰিবলৈ যাওঁতে নতুন আখৰ-যোঁটনি, নতুন শব্দ উদ্ভাৱন, নতুন গঠনেৰে লিখা উলিয়াবলৈ যোৱাটো বৰ বেয়া। কিন্তু এই কথাও সচাঁ যে যদিও হেমকোষ অভিধানে আমাৰ শব্দবিলাকৰ আখৰ-যোঁটনিৰ বাট উলিয়াই দিলে, তথাপি এনে বহুত শব্দ আছে যাৰ বিষয়ে আমি এতিয়াও থিবাং হব পৰা নাই। হেমকোষত থকা শব্দবিলাকৰ আখৰ-যোঁটনিৰ সম্বন্ধে সকলো এক হব লাগে। হেমকোষত যি আখৰ-যোঁটনি বান্ধি দিছে, তাত আমি আপত্তি কৰিব নেলাগে, আৰু হেমকোষৰ বাহিৰে যিবিলাক শব্দ আছে সেইবিলাকৰো এটা ভাল মীমাংসা কৰি সকলোৱে একে আখৰ-যোঁটনি গ্ৰহণ কৰিব লাগে। বিদেশী শব্দ আমাৰ ভাষাত সোমালে তাৰ উচ্চাৰণ অনুসৰি আখৰ-যোঁটনি হয়, আৰু হব লাগে। চাহাব যেনেকৈ লিখোঁ হক, চোলেমান, চৰজমিন, বাচুল, চাবে (আধা), চমন, চানি, পোছাক, চিয়ালদহ, চুকীয়া ষ্ট্রীট ইত্যাদিও লিখা উচিত। ইংৰাজীৰ s ক চৰে, sh ক ছ, ch ক ছৰে লিখিলেই বোধকৰোঁ বিদেশী শব্দৰ উচ্চাৰণৰ বহুত ওচৰ চাপিব পাৰিমহঁক। এতেকে

shillong—ছিলং, senate—চিনেট্, church—চৰ্চ্চ লিখা উচিত। এইবিলাক শব্দত আমি একে হব নোৱাৰিলে আগলৈ আমাৰ আখৰ-যোঁটনি বৰ খেলিমেলি হোৱাৰ আগন্তুক। নতুন গঢ়েৰে লিখা আজি দিনদিয়েকৰ পৰাহে ওলাইছে। ইংৰাজীৰপৰা তৰ্জ্জমা কৰোঁতে, বা সদাই ইংৰাজী ভাষা আলচ কৰি ইংৰাজীৰে কথাটো মনত জুকিয়াই লৈ অসমীয়াৰে বহুৱাৰ পৰা আৰু বঙ্গলা ধৰণৰ লিখা বহুত দিন আলচ কৰোঁতে অসমীয়াত কাৰো কাৰো হাতত নতুন গঢ়ৰ লিখা আবিৰ্ভাৱ হৈছে। "যদি বদত এটা বস্ন ধৰা, তেন্তে দেখিবা ইয়াৰ যিডোখৰ সূৰ্য্যৰ ফালে মুখ কৰি আছে, সেই ডোখৰত সূৰ্য্যৰ কিৰণ পোন হৈ পৰে, সেই ঠাই সোনকালে তপত হয়।" ইত্যাদি ইংৰাজী ধৰণৰ লিখা। "আজি কালি যদি তেনে পাখি এখিলা পোৱা সম্ভৱ হল হেতেন, তেন্তে দেখিবলৈ পোৱা গল হেন্তেন আমাৰ ভিতৰত নো কিমান প্ৰকৃত মানুহ আছে দেখা পোৱা গল হেন্তেন।" "মানুহত্ব", "দামী খোৱা" ইত্যাদি যেনেকৈ নতুন শব্দ গঠন কৰিবলৈ কোনোক কোনোক কাৰবাৰ কৰা দেখা গৈছে, ইও এক প্ৰকাৰ নতুন কথাৰ গঠন যেন লাগে। জয়জয়তে নতুন কথা, নতুন গাঠনি আবিষ্কাৰ কৰি ভাষাত চহকী কৰিবলৈ যোৱাতকৈ, ভাষাত যিখিনি আগবেপৰা আছে তাকে শিকি বুজি ললেই ভাষাই তৰণি পাব যেন পাওঁ। "সকলোকে অবাক কৰি তুলিলে,"—বঙ্গলা আহিৰ কথা নহয়নে? মোৰ মনেৰে পৰিলৰ ঠাইত "পৰি গল" দেখিলেৰ ঠাইত "দেখা পালে" সোমালৰ ঠাইত "সোমাই পৰি গল" ইত্যাদিও বহুদিন বঙ্গলা ভাষাৰ প্ৰাদুৰ্ভাৱত সোমোৱা বঙ্গলা ধৰণৰ অসমীয়া কথা। শেষত ব্যাকৰণ। যদিও অসমীয়া ব্যাকৰণ বিশুদ্ধ আৰু বঙ্গলা ব্যাকৰণৰ সৈতে গোটাই অমিল, তথাপি আমাৰ বহুত লিখকৰ ব্যাকৰণৰ দোষ আছে।

"শিক্ষক পৰম বন্ধু শুনা শিশুগণ।
বিদ্যা বিতৰণে তেওঁ কৰন্ত যতন॥
নানা কথা কয় যদি আৰু শাস্তি দিয়ে।
বেয়া কথা বুলি তুমি নাভাবিবা হিয়ে॥"

পঢ়াশালিৰ নিমিত্তে লিখা, আৰু বহুৎদিন পঢ়াশালিত চলা এখন কিতাপৰ প্ৰথম পাঠৰপৰা ভোলা ওপৰত লিখা ফাকি কেইটাত "বিদ্যা বিতৰণে"

কথাটো অসমীয়া ব্যাকৰণ মতে লিখা হোৱা নাই যেন পাওঁ। "হিয়াৰ" অধিকৰণ কাৰকত "হিয়ে" লিখা নিতান্ত ভ্ৰম। এনেকুৱা অশুদ্ধ ব্যাকৰণ সেই কিতাপত অতি বেচি। কিতাপটোৰ শেষৰ পাঠৰ পৰা আকৌ তুলিলোঁ—

"এই যে কমলফুল ফুটে সৰোবৰে।
কেনে মনোলোভা শোভা, মনচিত হৰে॥
কিন্তু সৰোবৰ জল বায়ু সম্মিলনে।
কৰিছে আকুল তাক অতি ঘনে ঘনে॥

"সৰোবৰে" "সম্মিলনে"ত ব্যাকৰণ অশুদ্ধ। পদ্মৰ ঠাইত "কমল," ফুলৰ বাবে "ফুটে," পানীৰ বাবে "জল" ব্যৱহাৰ কৰাত গ্ৰন্থকাৰৰ ইচ্ছা বোধ কৰোঁ তেওঁৰ লিখা গহীন আৰু সাকন্না কৰিবৰ। অসমত মজলীয়া স্কুলৰ পাঠ্য কিতাপ অসমীয়া ভাষাৰ আদৰ্শ হব লাগে। গদ্যৰ পাঠ্যৰ কথাত কবলৈ একো নাই, পদ্যৰ "চিন্তা তৰঙ্গিণী" কিতাপখনি গ্ৰন্থকাৰে এবাৰ এতিয়া চকু ফুৰাই চোৱা উচিত যেন পাওঁ। লিখা ভাৱত মধুৰ .হয় উধাই-মুধাই সংস্কৃত শব্দ ব্যৱহাৰত নহয়। শব্দ যিয়েই হওক ব্যাকৰণ শুদ্ধ নহলে সি গোটাই অশুদ্ধ।

"অন্তৰে তথাপি; জানি, পাই তুনয়ন
কলুষিবে এক যেন অমল কমল
কিয় হল ইচ্ছা হায় নাজানোঁ কাৰণ
পবিত্ৰ পুত্ৰৰ
সামান্য কুসুম মালা—সামান্য ভূষণ
মাতৃ কণ্ঠে দিলা কিবা আছয় জগৰ ?
নকৰে কি মাতৃ তাক শৰীৰে বহন ?
নহবোঁ নিৰাশ ; জল আশালতা মূলে
কৰিবোঁ সিঞ্চন ; মালা "চিন্তা তৰঙ্গিণী"
—নহলেও প্ৰিয় সিটো সত্য বিজ্ঞ কুলে—
অৱশ্য ধৰিব বক্ষে আদৰে জননী :"

এই সংস্কৃতীয়া অধিক বঙ্গলা ব্যাকৰণ আৰু তাৰৰ অসমীয়া ব্যাকৰণেৰে

লিখাই তলত তুলি দিয়া পদ কেইফাকিৰ সৈতে কেনে সামঞ্জস্য ৰাখিছে পাঠকে পঢ়ি চাব :—

"কোন সিটি বসি চেয়াৰ আসনে,
সমুখ টেবিলে ফুল্‌স্কেপোপৰে,
মধ্য বৃদ্ধ আৰু তৰ্জ্জনী অঙ্গুলে,
ধাৰিয়া লেখনী চলাই যায় ?"
"সিজন কেৰাণী—বাবু নামে খ্যাত
কৰে ৰাজ কাজ বাঙ্গাৰ আফিচে ;
আজি মাস শেষ হল উপস্থিত
বহুত কাৰ্য্যৰ পৰিছে ভিৰ।"
"লৰা লৰি কৰি কৰিয়া ভোজন
(ধুম পায়ী বাবু ধুম পান কৰা
হল কি নহল), ভয় ভয় মন
পাছে জানো হয় অনুপস্থিত,
হুইলে সিৰূপ আছে জৰিমানা,
আছে চকুৰাঙ্গা ওপৰ-আলাৰ
ইসৱ ঋনৃঝাত আছে জানা,
আফিচে সিহেতু শীঘ্রে উপনীত ॥"

ইত্যাদি হাস্যাস্পদ, অশুদ্ধ, গৰ্হিত বৰ্ণনাত্মক লেখা পঢ়াশলীয়া কিতাপত থকা নিতান্ত ভ্ৰম। ইয়াক গুচুৱাৰ দিন আহিল।

"অসমীয়া ভাষা।"

# কৃপাবৰ বৰুৱাৰ সামৰণি।

## ঘুৰীৰ বাহ।



ছুৰবি। "হজুৰ তিনঠু বাবু হজুৰকা স্যাত মুলাকাত কৰনে আয়া ; নাহা-ৰমে খাৰা হ্যায়।"

বৰবৰুৱা। চালাম দেও।"

( ক, ঙ, আৰু দ ৰ প্ৰবেশ )

"আহক, আহক, বহক, বহক, কেনে আছে ? কেতিয়া আহিল ?"

ক। "ভালে আছোঁ। অলপতে আহিলোঁ। ডাঙৰীয়া বা কেনে আছে ?"

বৰবৰুৱা। "বহুৎ ভালে আছোঁ। সকাম ?"

ঙ। "ডাঙৰীয়াক আজি আমি অলপ আমনি কৰিব খুজিছোঁ ; অনুমতি দিলে কৰিব পাৰোঁ।"

বৰবৰুৱা। "কৰক, কৰক, একো আমনি নহয়, পৰম সন্তোষ পাম।"

দ। "ডাঙৰীয়াই এখন মাহেকীয়া কাকত উলিয়াওক।"

বৰবৰুৱা। মাহেকীয়া কাকত কেইবাখনো ওলাইছে ; আৰু ওলালে অজীৰ্ণ হব।"

প। "নহয় ডাঙৰীয়া। এখন কাতত ডাঙৰীয়াৰ হাতৰপৰা ওলাবই লাগে। ডাঙৰীয়াৰ কাকত নহলৈ আমাৰ দেশৰ মানুহ উৰ্দ্ধবাহু হৈ আছে।"

বৰবৰুৱা। "উহু ! উলিয়াটো ভাল নহব।"

ড। আমি বুজিছোঁ ভাল হব; উলিয়াবই লাগিব; নতুবা আমি আশাত নিৰাশ হমইক।"

ৰবৰকৰা। "বাৰু। উলিয়াব লাগে যদি উলিয়াম। কিন্তু তাত লেখিবলৈ একো বিষয় নাই।"

ক। "অনেক বিষয় আছে। সকলো বিষয় আছে। ৰাজনীতি, সমাজনীতি, সাহিত্য, বিজ্ঞান, দৰ্শন, কবিতা, শিল্প, ধৰ্ম্ম, কৰ্ম্ম, বেহা বেপাৰ, ইত্যাদি। তাঙৰীয়াই লেখিলেই হল।"

ৰবৰকৰা। "ৰাজনীতি লেখিবলৈ গলে কত কাৰ জগৰ লগাওঁ চিন নাই। ধৰ্ম্মৰ কথা লেখিবলৈ গলে আমাৰ চাৰি-সত্ৰীয়া গোসাঁইসকলকে প্ৰমুখ্য কৰি ভকত বৈষ্ণৱবৃন্দই শাও দিব পাৰে; আৰু তাৰ উপৰিও মোল্লা মৌলবি সকলেও যে মোৰ মূৰৰ ওপৰলৈ "খোদাৰ গজপ" পঠিয়াবলৈ নিবিচাৰিব এনে কথাও নাই। সমাজনীতি চৰ্চ্চা কৰিবলৈ গলে উজনীৰ সমাজৰ মস্ত ধৰণী সকলে মোক যে এঘৰীয়া নকৰিব তাৰে বা আটক কি? কবিতা লেখিবলৈ কলম ধৰিলে মোৰ আদৰৰ উঠি-অহা আৰু পৰি-যোৱা অসমীয়া কবি বন্ধু সকলে অনধিকাৰ চৰ্চ্চা অপৰাধত মোক জগৰীয়া কৰিব। সাহিত্য আৰু বিজ্ঞানত মই একেবাৰেই অজ্ঞান। সেই দুটা বিষয়ৰ হিলৈ খাৰ বিচাৰি উলিয়াবলৈ মোৰ পেটটোত আপোনালোকে "খানাতল্লাচ" কৰিলে কিজানি মোৰ গাত দায়ৰ চাট পৰা একো নাপাব। দৰ্শন—মই বিদ্যালয়, যাক আপোনালোকে পঢ়াশালি বা কঠিয়াতলি বোলে, এৰিবৰেপৰা অদৰ্শন হৈ পৰি আছে। বেহা-বেপাৰৰ বিষয়ে লেখিবলৈ গলে, বেহা-বেপাৰত পকা বাবু জিলমিল কেয়াঁৰ সৈতে মোৰ মনান্তৰ নঘটিলেও কথান্তৰ ঘটিব। ফলত তেওঁৰ গোলাৰপৰা উঠনাকৈ লোণ তেল খোৱা আৰু ঠেকত পৰিলে শতকৰা ৭৫৲ টকা বাঢ়িত ধন ধাৰে লোৱাৰ ভিকাচন ভাগিব। গতিকে, মই লেখোঁ কি?"

ক। "নহয় আপুনি লেখোঁ বুলিলেই হব; কাকত উলিয়াওঁ বুলিলেই

ওলাব; সেইদেখি কাকত উলিয়াবই লাগিব, নতুবা আমি মৰণান্তিক বেজাৰ পাম।"

ধৰধকৰ্ম্মা। বুজিছেনে দেওহে, আপোনাসকল বৰ অবুজন মানুহ; আপোনা সকলে নিজৰ সুবিধাটোহে বুজে, লোকৰ "ডিফিকাসটিটো" নুবুজে। উলিয়াব লাগে যদি উলিয়াম, যি জানো যি পাৰোঁ তাকে তাত লেখিম। অৱশ্যে ভাল বেয়া ধৰম অধৰমৰ ভাৰ আপোনা সকলৰ গাত।"

এই বুলি শ্ৰীযুত ক, ঙ আৰু দ ক "গুড্‌বাই" কৰি উল্লিখিত "মেয়াচৰ্ নেষ্ট" অৰ্থাৎ ঘুৰীৰ বাহ নামে মাহিলি কাকত উলিয়ালোঁ। সেই যে ডিম্ব কেইটা দেখিছা, সেই কেইটা ফুটি যোৱা-পোৱালি জগিলেই মোৰ খৰচ বাঢ়িব। সেইদেখি মোক সোনকালে অগ্ৰিম গ্ৰাহক আৰু পয়চা লাগে। Come come hurry up.

শ্ৰীকৃপাবৰ।

---

# ডাকৰ টোপোলা।

( গীত )

( আসা ভৈৰবী—ঠুংৰি। )

কই যোৱা ডাকোৱাল, খোজ কিয় কোবাল,
জুমুক জুমুক কিনো বাজে?
তোমাৰ সি টোপোলাত চিঠি নামে অসংখ্যাত
কিনো অদভুত বস্তু বাজে?
বিদেশত আছে পতি, ঘৰত ৰইছে সতী,
মৰম বাতৰি কিবা যায়?
বিৰহত পোৰা নাৰী মাগি প্ৰেম-শান্তিবাৰি
প্ৰণয়ীক প্ৰণয় জানায়?
পিতৃৰ সন্দেশ-বাৰ্ত্তা, মাতৃৰ ভাবনা চিন্তা,
বন্ধুৰ সাদৰ সম্ভাষণ,

হতাশৰ আশা-বল, আতুৰৰ চকু-জল,
শোকাৰ্ত্তৰ মধুৰ সান্ত্বন ;
প্ৰভুৰ আদেশ বাণী, ভৃত্যৰ প্ৰাৰ্থনা খিনি,
ৰজাৰ অমুক্তা আজ্ঞা ৰাশি ;
মন-সংসাৰৰ নানা গতি চিন্তা বিবেচনা
চিঠিৰূপে কি টোপোলাবাসী ?
নহয় টোপোলা সেয়া, সংসাৰৰ সৰু কায়া,
পৃথিবীৰ ক্ষুদ্ৰ তাঙ্গৰণ।
কোৱাঁ ডাকোৱাল কাই, হয় নে নহয় যায়
টোপোলা ৰূপেৰে নিৰঞ্জন ?

শ্ৰীকৃপাবৰ।

---

# সন্তানৰ শিক্ষা।

সন্তান এই পৃথিবীত ভূমিষ্ঠ হৰৰপৰা সি তাৰ মাকক চিনে; আৰু প্ৰায় পাঁচ ছ মাহমানৰপৰা তাৰ বাপেকক চিনিবলৈ আৰম্ভ কৰে। গতিকে শিশুৱে শৈশৱ কালৰপৰা তাৰ বাপেক মাকৰ গঢ়-গতিৰ অনুকৰণ কৰি থাকে। এইটোৱেই স্বাভাবিক। এইবাবে ভাল বাপেক মাকৰ সন্তান ভালেই হৈ থাকে। কেতিয়াবাহে কোনো বিশেষ কাৰণত তাৰ ব্যতিক্ৰম ঘটে। মানুহে সেইদেখিহে সন্তানৰ গাত দোষ গুণ দেখিলে কয় যে যেনে বাপেক তেনে লৰা আৰু যেনে মাক তেন জীয়েক। সন্তানৰ দোষ গুণৰপৰা বাপেক মাকৰ ওপৰত বিচাৰ কৰা অভ্যাস এই পৃথিবীত চিৰকাল চলি আছে।

বাপেক মাকে যদি সন্তানহঁতৰ ভাল কামনা কৰে তেন্তে তেওঁ-লোকে শৈশৱৰপৰা সিঁহতক নিজৰ লগে লগে ৰখাটো উচিত। শিশুৱে কোনো অন্যায় কাৰ্য্য কৰিলে প্ৰথমতে তাৰ ওপৰত কঠোৰ শাসন নকৰিব; সাধ্যমতে তাক নানা উপায়েৰে তাৰ কাৰ্য্যটো অন্যায় হৈছে বুলি বুজাই দিবৰ

চেষ্টা কৰিব লাগে। শিশুৰ হৃদয় অতি কোমল, সেইনিমিত্তে সি কোমল ভাবটো অতি সহজে বোধগম্য কৰিব পাৰে। অনেক সময়ত মাক বাপেকে ভাবে যে সন্তানে দুষ্টালি কৰি তেওঁবিলাকৰ কথাৰ অবাধ্য হৈছে; কিন্তু বাস্তবিক পক্ষত সকলো সময়ত সেইটো ঠিক নহয়। কিয়নো, শিশুৰ স্মৰণ-শক্তি অতি অলপমান; সি সহজেই ভাল কথা বা উপদেশ পাহৰি যায়। তেনে স্থলত সন্তানক নেমাৰি বৰং প্ৰতি দিন তাক নানা ৰকমৰ গল্প আৰু কথাৰ ছলেৰে উপদেশ দিব লাগে। দিনে৷ এই দৰে সিহঁতে ভাল উপদেশ কথা গুলি সিহঁতৰ মনত সেইবোৰ শিলৰ ৰেখৰ নিচিনাকৈ ৰহি যাব।

সন্তানক মাক বাপেকৰপৰা দূৰে দূৰে ৰাখিলে মাক বাপেকৰ ওপৰত তাৰ মৰম আৰু ভক্তি কমি যায়; আৰু সি বাপেক মাকক বৰ ওচৰৰ আৰু নিজৰ বস্তু বুলি নাভাবে, আৰু শেহত সন্তান আৰু মাক বাপেকৰ ভিতৰত স্নেহ মমতাৰ ভাব কমি গৈ কি যেন এটা দূৰণি দূৰণি ভাব আহি পৰে। মাকে লৰাবিলাকৰ প্ৰত্যেক কথাতে দোষ ধৰা উচিত নহয়।

বাপেক মাক দুইবো ভিতৰত মাক অধিক সময়ত সন্তানবিলাকৰ তত্ত্বাৱধান কৰিব লগীয়া হয়। মাকে খালি মাক হৈ বহি থাকিলে নহয়। মাক কেতিয়াবা সিহঁতৰ খেমালিৰ লগৰীয়া হব লাগিব, কেতিয়াবা মাকৰ মৰম দেখুৱাব লাগিব, কেতিয়াবা সিঁহতৰ শিক্ষক হব লাগিব, আৰু কেতিয়াবা হয়তো সিহঁতকৈও সৰু হব লাগিব।

মাকৰ হাতত দিনেৰাতিয়েই কাম। এটাইবোৰ মাকৰে বোধকৰো কামৰ ওৰ নপৰে। ওৰেদিনটোৰ পিছত হয়তো ৰাতি দহ-এঘাৰ বজাৰ সময়ত কামৰ ওৰ পৰিল। কিন্তু বাস্তবিক পক্ষত তেতিয়াও মাকৰ কামৰ শেষ নহল। কেচুৱা লৰাক হয়তো গাখীৰ খুৱাব লাগিব, নাইবা কাৰো নৰীয়া হৈছে তাৰ সেৱা কৰিব লাগিব। ঈশ্বৰে মাকক এইদৰেই গঢ়িছে। সেইবাবে এটাইবোৰ মাকে এইবিলাক কাম তেঁওবিলাকৰ কৰ্ত্তব্য বুলি ভাবে। কিন্তু এইবিলাক গৃহকাৰ্য্যৰ ভিতৰতে মাকে লৰা ছোৱালী-বিলাকৰ নিৰ্দ্দিষ্ট সময়ত নিয়মিতৰূপে ভাল শিক্ষা দিয়া উচিত। মাকে কলে নচলিব যে তেঁওৰ আহৰি নাই। তেওঁ যকৰা নানা কামৰ ভিতৰতে এই বিশেষ কামৰ নিমিত্তে সময় উলিয়াই লব লাগিব।

সন্তানবিলাকৰ স্বভাৱ, যে যেতিয়াই সিহঁতে কোনো এটা কষ্ট পায়, লৰি মাকৰ আগত কয়গৈ। কিম্বা কোনো এটা নিময়ত বং পালেও সেইটো সিহঁতে সেইদৰে লৰি আহি মাকক কয়। সেইদেখি সেই সুখ দুখৰ সময়ত সিহঁতৰ প্ৰতি মাকে সহানুভূতি দেখুৱাব লাগিব। তেনেহলে মাকৰ প্ৰতি সন্তানৰ ডাঠ বিশ্বাস হব; তেনেহলেহে সিহঁতে বুজিব যে সিহঁতৰ প্ৰতিও সহানুভূতি প্ৰকাশ কৰিবৰ মানুহ আছে। আৰু এটা কথা,— মাকে এইবিলাক কাম কৰিছে বুলি বাপেকে যে একোলৈকে চকু নিদি থাকিব এনে নহয়। ঘৈণীয়েকে কেনেকৈ লৰাহঁতক শিক্ষা দিছে, ভুলিছে-ভালিছে সেইবোৰ তেওঁ দেখিব লাগিব।

ঘৰৰ গৰাকিজনে প্ৰায়েই অৰ্থচিন্তাত বাহিৰত ঘূৰি ফুৰে; তেওঁৰ ঘৰুৱা কথা ভাবিবৰ আহৰি নাথাকে। কিন্তু সেইবুলি তেওঁ হাত-সাবটি বহি থকা উচিত নহয়। তাৰ ভিতৰতে তেওঁ তেওঁৰ সময় উলিয়াই লৈ যাতে লৰা ছোৱালীৰ ভাল শিক্ষা আৰু স্বভাৱ চৰিত্ৰৰ ভাল গঠন হয় সেই-বোৰলৈ মন দিব লাগিব। পুৱা বা গধূলি যেতিয়াই তেওঁ আহৰি পায়, তেতিয়াই তেওঁৰ লৰা ছোৱালী আৰু সহধৰ্ম্মিণীৰে সৈতে গোটখাই ঈশ্বৰৰ উপাসনা কৰা উচিত; তাৰ পিছত তেওঁলোকৰ মাজত সজ কথাৰ আলচ কৰা উচিত। মাকতকৈ বাপেকে এই কামৰ ভাৰ ললে লৰা ছোৱালীবিলাকৰ মনত সেইবোৰ দৃঢ় কৈ বহিব। সকলোৱে ঈশ্বৰৰ উপাসনা নিজৰ জীৱনৰ ভেটি কৰি ৰখা উচিত। তেনেহলে তেওঁলোকৰ লৰা ছোৱালীবিলাকৰ মনতো সৰুৰেপৰা সেইটো স্বাভাবিক হৈ পৰে। এই প্ৰণালীত চলিলে গৃহস্থৰ ঘৰত লক্ষ্মী শ্ৰীয়ে বাস লয়।

শ্ৰীপ্ৰজ্ঞাসুন্দৰী দেৱী।

---

## কুলি।

কুলি, নকৈ আহিলি আজি!
ম এটি ভাব হিয়াত তুলিলি,
বিণটি উঠিল বাজি।

পাহৰি আছিলোঁ　　বীণাটিৰ সুৰ,
সোঁৱৰাই দিলি তই,
তইও পাহৰিলি,　　ফুলকো ফুলালি,
মনতে উথলোঁ মই।
জগতে আনিলি　　মধুৰ মলয়া
কৰিলে হৃদয় জুৰ,
নাচি নাচি গালি　　কুউ কুউ বুলি,
মনকে কৰিলি চুৰ।
বা ধেমেলীয়া,　　বা হে কলীয়া,
নেলাগে মাতিব তই,
তোৰ ই চাতুৰী　　জানো ভাল কৰি,
নেলাগে শুনো মই।
এতিয়াই মাতিবি,　　খিতাতে লুকাবি
আধকৰা কৰি গাই,
নেলাগে শুনো　　আধকৰা গান,
নেথাকোঁ তোলই চাই।
সকলোকে এৰি　　তোৰেই গানত
নহওঁ বলিয়া আৰু,
আকৌ দুনাই　　তই যদি মাত
নেবান্ধো প্ৰেমৰ লাৰু।
নেলাগে ঐ তোৰ　　মধুৰ মলয়া
ওলোটাই নে তই,
নেলাগে ফুলিব　　লাহৰি মালতী,
নেচাওঁ ফুলনি মই।
মাতিবি যেতিয়া　　আমনিত পৰি,
নিচিনাবোঁ আৰু তোক,
কুউ কুউ কৰি　　গীত গাই আৰু
নিদিবি জাননী মোক।

শ্ৰীঅম্বিকানাথ বৰা।

# ফুলৰ মালা।

মই—গোটেই পুৱাটো বহি বহি এই চেনেহৰ মালা গাথিছোঁ।
মই—পিন্ধাই দিম বুলি তোমাৰ ডিঙিত মালাধাৰি মোৰ গাথিছোঁ।।
মই—সমস্ত পুৱাটো একো কৰা নাই একে মনে চিতে আছোঁ।।
কেৱল - বকুল তলত বহি অকলই মালাধাৰি মোৰ গাথিছোঁ।।
তেতিয়া—গাইছিল সেই গছৰ ডালত সুললিত সুৰে কুলি।
তেতিয়া—কঁপিছিল সেই গছৰ ডালটো পুৱা-বতাহত হালি।
তেতিয়া—পুৱাৰ হাঁহিটো পৰিছিল আহি হাঁহিভৰা ফুলনিত।
মই—বহি অকলই চেনেহ-সূতাৰে গাথোঁ মালা সুবলিত।
সখি—খালি বকুলেৰে গথা নাই মই মালাধাৰি মৰমৰ।
আছে—মিলনৰ তাত পবিত্র চানেকি, তপ্ত অশ্রু বিচ্ছেদৰ।
আছে—সিসবৰ সৈতে মোৰ যত প্রেম অন্তৰত মই সাচিছোঁ।।
লোৱা—ডিঙিত তোমাৰ ফুল মালাধাৰ তোমাৰ কাৰণে গাথিছোঁ।।

"ৰাজেন"



# ব্ৰহ্মপুত্ৰ।

কেনে বিতোপন জগত মোহন
শোভা নদবৰে ধৰে।
ইপাৰ সিপাৰ জুৰি জল ধাৰ
বিপৰীত বেগে লৰে॥
ঢকা চাকনৈয়া সঘনে গৰ্জিয়া
চমক লগাই মন।
চাকি পানী ফেণ উঠিছে যেহেন
জল পক্ষী সুশোভন।

বান্ধনী-বেলিৰ বাওলি জ্যোতিৰ
তাতে অপৰূপ শোভা।
নেওচি ইন্দ্ৰধনু, সাজে নিজ তনু,
জগজন মনলোভা॥
চন্দ্ৰৰ কিৰণ পৰি ঝিতোপন
জল জ্বলে যেন হীৰা।
চন্দ্ৰ ভৰা যত পানীৰ তলত
নাচে মুখ হাঁহি-ভৰা॥
শিহু ঘৰিয়াল কৰিছে আস্ফাল,
লৰে তৰী যেন হাঁহ।
উথলিছে ঢেউ, পক্ষী কাঢ়ে ৰাও,
শীতল বয় বতাহ॥
মহা মনোহৰ ধৰে নদবৰ
শোভা জিনি মন্দাকিনী।
অপৰূপ গতি, বিচিত্ৰ প্ৰকৃতি,
ভাবুক মনমোহিনী।

শ্ৰীশ্ৰীনাথ বেজবৰুৱা।

---

# বাঁহী

জাগিছিল বৃন্দাবন তোমাৰ সুৰত,
গোপালে বজালে বাঁহী সন্ধিয়া কালত,—
ঘৰ এৰি ৰাধিকাই বাঁহীৰ মাতত,
অৰ্পিছিল প্ৰাণ মন কৃষ্ণৰ পাৱত।

সেই বাঁহী পৃথিবীত আজিও বাজিছে,
বসন্তত বৃন্দাবনে আজিও শোভিছে,
ভক্তিৰ চকুৰে চালে কৃষ্ণয়ো নাচিছে,—
ৰাধিকাও বাঁহী শুনি প্ৰেমত মজিছে।

প্ৰকৃতি বিভোল হয় বাঁহীৰ মাতত ;
দুৰ্ব্বণিৰ বাঁহী মাত স্তব্ধ আকাশত
শুনো যদি কেতিয়াবা নিশাৰ কালত
আৰু এটি বাঁহী বাজে মোৰ হৃদয়ত।

কিবা এটি হৃদয়ৰ হেপাহ গুচায়,
চিন্তাই খবোয়া প্ৰাণ বাঁহীয় শঁতায়,
সংসাৰৰ ভাবযোৰ দিয়ে আঁতৰাই,
তাহানিৰ কিবা কথা মনত পেলায়।

শুনিয়াও কেতিয়াবা লভিলে আজৰি,
শুনিম অমিয়া বাঁহী সকলো পাহৰি,
শুনাবা শুনাবা বাঁহী পূৰ্ব্ব সুৰ ধৰি,
বাজিবা বাজিবা তুমি কৃষ্ণ নাম স্মৰি।

শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা।

---

# জগৎ সৃষ্টিৰ বিষয়ে আহোম শাস্ত্ৰৰ মত।

আদিতে দেৱতা মানুহ জন্তু বা আন কোনো প্ৰাণী নাছিল, পৃথিবী নাছিল, বায়ু নাছিল, সুৰ্য্য নাছিল, চন্দ্ৰ নাছিল, তৰা নাছিল ; মাথোম আছিল পানী। এজন সৰ্ব্বশক্তিমান প্ৰধান নিৰাকাৰ পুৰুষ আছিল তেওঁৰ নাম ফা, যাৰপৰা মহান জ্যোতি প্ৰকাশিত হল। অশৰীৰী ফা মৌ-বিছনিত এবাহ মৌ ওলমি থকাদি আকাশত ওলমি আছিল। ফাই প্ৰথমতে আকৃতি গ্ৰহণ কৰি, নিজৰ শৰীৰৰপৰা খুন-আই-থাম নামেৰে এটা জীয় সৃষ্টি কৰিলে। সেই জীৱটো এটা ডাঙৰ কেকোৰাৰ নিচিনা আছিল। সেই কেকোৰাটো ওপৰৰ কালে মুৰ কৈ পানীত ওপঙি বল। তাৰ পিছত এটা কাছ, আঠোটা ফণাৰে সৈতে এটা ডাঙৰ সাপ, আৰু দীঘল দাঁতেৰে সৈতে এটা ডাঙৰ শুকুলা হাতী প্ৰজন কৰা হল। উত্তৰ ফালে এটা পৰ্ব্বত, আৰু সেই পৰ্ব্বতটোৰ ওপৰত এটা

ঘুটা কৰা হল, সেই ঘুটাটোত এডাল কই বান্ধি থকা হল। তাৰ পিছত ছুটা সোণ-বৰণীয়া ডাওৰ মকৰা চৰ্জন কৰা হল যাৰ পুঁৱাৰ পানীত পৰি পৰি গোটখাই লাহে লাহে এই পৃথিবীখন হল। তিৰুতা মানুহে মাকোৰে কাপৰ বোৱাদৰে সেই মকৰা ছুটাই জাল বই বই আকাশখন সাজিলে।

কালক্ৰমত কাই এজনী তিৰুতা সৃজন কৰিলে, যি চাৰিটা কণী পাৰিলে। সেই চাৰিটা কণী কেইবাবছৰো উমনি দিয়াৰ পিছত তাৰপৰা চাৰিটা লৰা ওলাল। তিনটা লৰাৰ এটাক পৃথিবীৰ ওপৰত এটাক সাপটোৰ ওপৰত আৰু এটাক বজ্ৰৰ ওপৰত শাসনকৰ্ত্তা পতা হল। মুখলীয়া চতুৰ্থটোক বাপেকে সৃষ্টি কাৰ্য্যত তেওঁক সহায় কৰিবলৈ লগতে ৰাখিলে। পৃথিবীৰ অধিপতি ৰবটো পুতেকে বাপেকৰ আজ্ঞা অমান্য কৰা বাবে প্ৰাণ হেৰুৱালে, আৰু মৃত্যুৰ পিছত দেও (spirit) হল, আৰু তেওঁৰ উত্তৰাধিকাৰী পুতেকৰো সেই গতিয়েই হল। আৰু এজন মৰি দেও হৈ আঁহত গছত বাহ ললে। পৃথিবীৰ কাৰ্য্যপ্ৰণালী সুশৃঙ্খল ভাৱে নচলা দেখি ঈশ্বৰে এজন কৰি সৃষ্টি কৰিলে। এসময়ত সূৰ্য্যৰপৰা ইমান তাপ ওলাইছিল যে পানী শুকাই পৃথিবী খৰাং হল, আৰু পিয়াহত অনেক মানুহ আৰু জীৱজন্তু মৰিল। শেষত বদৰ প্ৰকোপ ইমান বাঢ়িল যে পৃথিবী ফাটি চিৰাচিৰ হৈ সেই ফাটবোৰেদি উতলা তপত পানী ওলাবলৈ ধৰিলে, আৰু বাকী থকা জীৱজন্তুবোৰ সেই পানীয়ে মাৰি পেলালে। নমৰি ৰল কেৱল থাওলিপ্‌লিং নামে এজন বুঢ়া মানুহ, আৰু তেওঁৰ এজনী গাই। থাওলিপ্‌লিঙে গাইজনী লগত লৈ এখন শিলৰ নাৱত উঠিল। পানী বাঢ়ি আহিলত থাওলিপ্‌লিঙে বহুত দূৰৰ উত্তৰ-পূৰত থকা ইপা নামেৰে পৰ্ব্বতৰ টিঙত নাওখন লগালেগৈ। বুঢ়াই গাইজনীৰে সৈতে সেই পৰ্ব্বতৰ ওপৰতে উঠি ৰল। পিছত যেতিয়া পানী শুকাই আহিল, মৰা মানুহ আৰু জীৱজন্তুৰ শৱবোৰৰপৰা এনে গেলা গোন্ধ ওলাবলৈ ধৰিলে যে দেৱতা সকলো সেই দুৰ্গন্ধত টিকিব নোৱাৰা হল। দেৱতাসকলে সেই শৱবোৰ পুৰি ছাই কৰিবলৈ স্বৰ্গৰপৰা জুই পঠিয়াই দিলে। জুই জ্বলি এনে হল যে তাৰ তাপত থাওলিপ্‌লিঙে তত্ নাপাই গাইজনী মাৰি তাইৰ পেটত সোমাল। গাইজনীৰ পেটত থাকোঁতে তাত বুঢ়াই ৰঙালাওৰ গুটি পালে। জুই নুমাই গলত বুঢ়াই গাইৰ পেটৰপৰা ওলাই সেই লাওৰ গুটি মাটিত পচালত

তাৰপৰা এজোপা গছ হল। সেই গছজোপাৰ চাৰিটা প্ৰকাণ্ড ডাল হৈ পূব পচিম উত্তৰ দক্ষিণ চাৰিউ দিশে চাৰিটা গল। উত্তৰ ফালে বাঢ়ি যোৱা ডালটো জাৰত মৰিল, দক্ষিণ ফালৰটো জুয়ে পুৰিলে, পশ্চিমৰটো ওপৰত কোৱা ঢলৰ যি বাকী পানী আছিল সেই পানীত মৰিল ; মাথোন পূবৰ ডাল টোহে জীয়াই বল। সেই ডালটো পাত পোখা মেলি তেজাল হৈ উঠিল, আৰু কালক্ৰমত তাত এটা লাভিলাও লাগিল। সেই লাওটোৰ ভিতৰত মানুহ পহু পক্ষী কীট পতং মাছ মগৰ গছ লতা আদি উৎপন হল। সেই জীৱজন্তু বোৰে তাৰপৰা ওলাবলৈ বৰ চেষ্টা কৰিবলৈ ধৰিলে। কিন্তু সিহঁতে সেইটো ফালি কোনোমতে ওলাই আহিব নোৱাৰিলে ; গতিকে সিহঁতে চিয়ঁৰি কান্দি কোঢ়াল লগাবলৈ ধৰিলে। সেই কান্দোন স্বৰ্গৰ লেংডন অৰ্থাৎ ইন্দ্ৰৰ কাণত পৰিলত ইন্দ্ৰই কি হৈছে বাতৰি লৈ যাবলৈ পাহৈ নামেৰে এজনক পৃথিবীলৈ পঠিয়াই দিলে। পাহৈয়ে তাৰ ভু লৈ সকলো বৃত্তান্ত লেংডনক কলত লেংডনে সেই লাওটো ফালি দিবলৈ বৰপুতেক আইফালানক পঠিয়াই দিলে। আই-ফালানে পৃথিবীলৈ নামি আহি লাওটোৰ যিডোখৰত মানুহবোৰ আছিল সেই ডোখৰতে কাঁড় মাৰি ফালি দিব খোজোঁতেই মানুহবোৰে তেওঁক সেইখিনিত নামাৰিবলৈ কাকুতি কৰি কলে যে তেনেহলে সিহঁত এটাইবোৰ কাঁড়ৰ খোচত মৰিব। যদি সিহঁতক তেওঁ নামাৰি ৰাখি তাৰপৰা উলিয়াই দিয়ে তেন্তে সিহঁতে পৃথিবীত বসতি কৰি খেতি-বাতি কৰি থাকিব। সেই কথা শুনি আইফালনে যত গৰু মহবোৰ আছিল তাত কাঁড় মাৰিব খোজোঁতেই গৰু মহেও তেওঁক কাকুতি কৰি কলে যে "আমাক নামাৰিব, আমি নহলে মানুহে খেতি কৰিব কিহেৰে ?" এইদৰে লাওটো যি ফালেই তেওঁ ফালি দিব খোজে সেই ফালৰপৰাই তেওঁ প্ৰতিবন্ধক পাবলৈ ধৰিলে। থাওলিপ্‌লিং নামে সেই বুঢ়া মানুহজন লাওটোৰ মূৰৰ ফুলটো যিঠাইত থাকে সেই ডোখৰত আছিল। তেওঁ দেখিলে যে মহা বিপদ, লাওটোৰ ভিতৰত থকা প্ৰাণীবোৰ বধ নকৰাকৈ কোনো ফালৰপৰা লাওটো ফালিবৰে উপায় নাই। সেইদেখি তেওঁ পৰৰ উপকাৰৰ নিমিত্তে নিজৰ প্ৰাণ দান কৰিবলৈ আগ বাঢ়ি তেওঁ থকা ফালে লাওটো ফালিবলৈ লেংডনৰ পুতেকক কলে। অৱশেষে থাওলিপ্‌লিঙে তাৰ আগেয়ে লাওৰ ভিতৰত থকা মানুহক ?স কঢ়াই লৈছিল

যে ভেঁওক ভেওঁলোকে পিছত দেৱতাক দিয়া দবে পূজা দি থাকিব লাগিব, আৰু ভালকৈ এটা ভোজ খাবলৈ দিব লাগিব। লাওবাসীসকল ভাত মাত্তি হলত, বুঢ়াৰ সম্মতিক্রমে লেংডনৰ পুতেকে সেই ফালেই অৰ্থাৎ বুঢ়া বহি থকা ফালেই কাঁড় মাৰি লাওটো কুটাই দি তাৰ ভিতৰৰ জীৱজন্তু বোৰ মুকলি কৰি দিলে। ইয়াৰ পিছত আইকালনে মানুহবোৰক নিজৰ নিজৰ কাম কাজ শিকালে, চৰাইবোৰক বাহ সাজিবলৈ শিকালে আৰু আন জীৱজন্তুবোৰকো কেনেকৈ আহাৰ সংগ্ৰহ কৰি খাই সংসাৰযাত্ৰা নিৰ্ব্বাহ কৰি থাকিব লাগিব শিকাই দিলে। থাওলিপ্‌লিঙে আজিলৈকে দেওধাই বইলুং সকলৰপৰা পূজা পাই আহিছে। *

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# সংগ্রহ।

অসমীয়া বাৰিষ্টৰ।—বৰ আনন্দৰ কথা যে আসামৰ গৌৰৱ ৺ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ পুতেক শ্ৰদ্ধাস্পদ শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাই বিলাতত বাৰিষ্টৰি পৰীক্ষাত ভালৰূপে উত্তীৰ্ণ হৈ কলিকতালৈ উভতি আহিছে। আজিকালি বাৰিষ্টৰি পৰীক্ষা "পাচ" কৰাটো আগৰ কালৰ নিচিনা উজু নহয়। বৰুৱা ডাঙৰীয়াই "হিন্দু আৰু মহম্মদীয়" আইনৰ পৰীক্ষাত দ্বিতীয় বিভাগৰ প্ৰথম ঠাই অধিকাৰ কৰিছিল। আজিলৈকে পাঁচজন অসমীয়া বাৰিষ্টৰি মহলাত উঠিছে। (১) ৺আনন্দৰাম বৰুৱা, (২) মিষ্টৰ মজিদ, (৩) মিষ্টৰ তৰুণৰাম ফুকন, (৪) মিষ্টৰ ৰাজেন্দ্ৰনাথ চৌধাৰী (৫) মিষ্টৰ জ্ঞানদাভিৰাম বৰুৱা। আমাক আৰু বাৰিষ্টৰ লাগে।

সন্তোষৰ কথা যে কলিকতাৰ অসমীয়া ছাত্ৰৰ সভাৰপৰা ১৬ জানুৱাৰিত মিষ্টৰ বৰুৱাক আদৰণি-কাকত (address) দি আদৰিলে।



---

* সেই বুঢ়াই আত্মত্যাগ আত্মবিসৰ্জ্জন মকথাৰ্থেতেন সেই ভয়ানক লাওৰ ভিতৰত আজিলৈকে আমি সকলোবোৰ থাকিব লাগিলহেঁতেন। এতেকে থাওলিপ্‌লিঙ মিশ্‌মি সকলোৰে মলাগৰ পাত্ৰ এক ভেঁওক দিয়া ভোজ আৰু পূজাবোৰত আমি কৃপণতা কৰা অনুচিত।

সম্পাদক।

**নাকে তেজ ওলোৱা।**—বন্ধ কৰিবলৈ হলে, দাঁত ভুপাবি এধকৈ দুবাই পকাই কোনো বস্ত চোবাওঁতে যেনে কৰা হয় তেনে কৰিব লাগে। সক লৰা ছোৱালীৰ নাকেদি তেজ ওলালে তাক সবালবিকৈ এডোখৰ কাগজৰ দুবা,'বা এডাল খৰিকা, বা এটা সৰু কাঠৰ-ছুলি চোবাবলৈ দিব লাগে। এই উপায়টো নিচেই সাধাৰণ বুলি তাক উপ্‌লুঙা কৰি উবাই নিদি অৱলম্বন কৰোঁতাসকলে অসাধাৰণ গুণ পাব।

**আচৰিত ঘটনা।**—ওৱাৰ্‌মিনচ্‌টৰ ( Warminster ) নামৰ ঠাইৰ ডাক্তৰ জন হৰ, এম, আৰ, চি, এচ, ( Dr John Hoar M. R. C. S. ) নামে ডক্তৰ এজনে বিলাতৰ "লেন্‌চেট" ( Lancet ) কাকতত এই ঘট-নাটো লেখিছে ঃ—

চমচে'ট্‌চিয়েৰৰ বাল্‌টন্‌বৰো নামে ঠাইত হিগিন্‌চ্‌ ( Mr. Higgins ) নামে খেতিয়ক এজনৰ একাদিক্ৰমে তিনিজনী ছোৱালী হোৱা দেখি তৃতীয় বাৰত হিগিন্‌চে খং উঠি শপত খাই তেওঁৰ ঘৈণীয়েকক কলে যে আকৌ যদি তেওঁৰ লৰা নহৈ ছোৱালীহে ওপজে তেন্তে তেওঁ সেই ছোৱালীক কেতিয়াও মুখেৰে নামাতে। ঘৈণীয়েকৰ চতুৰ্থবাৰ অশৌচ লাগিবৰ সময়ত তেওঁ ঘৈণী-য়েকৰ আগত সেই কথা সেইদৰে আকৌ দঢ়াই কৈছিল। ঈশ্বৰৰ ইচ্ছাত এইবাৰ তেওঁৰ ঘৈণীয়েকে লৰা এটি পালে আৰু গিৰিয়েক ঘৈণীয়েকৰ আন-ন্দৰ পাৰ নাইকিয়া হল। ইয়াৰ পিছত সেই লৰাৰ যেতিয়া মাত ফুটিল, সকলোৱে দেখি আচাৰিত হল যে সেই লৰাই তাৰ মাক বায়েক বা আন তিকতা মানুহৰ সৈতে কথা কয়, কিন্তু বাপেকক সমূলী একেবাৰকে নামাতে। লৰা ডাঙৰ দীঘল হল কিন্তু বাপেকে অনেক চেষ্টা কৰিও সেই লৰাক তেওঁৰে সৈতে বা আন কোনো মতা মানুহৰ সৈতে একেবাৰকে কথা পতাব নোৱাৰিলে; অথচ সি তাৰ মাক বায়েক আৰু আন তিকতামানুহৰ সৈতে খুব কথা কয়। লৰা ত্ৰিশ বছৰীয়া হল, ত্ৰিশ বছৰ বাপেকে যুজিও লৰাৰ মুখৰপৰা একেৰাৰ মাত উলিয়াব নোৱাৰিলে! বেজাৰত বাপেক ম্ৰিয়মান। আজি দুমাহমান হৈছে বাপেকৰ মৃত্যু হল। কিন্তু আশ্চৰ্য্যৰ বিষয় সেই দিনাৰপৰা সেই ডেকালৰাৰ মুখৰপৰা মতা তিৰুতা দুইবিধ মানুহৰ নিমিত্তে সমানে সৰ-সৰ-কৰে মাত'ওলাবলৈ ধৰিছে। ডাক্তৰে লেখিছে, যে সেই ডেকালৰাৰ মাক আৰু বায়েকহঁতে তেওঁৰ এই কথাৰ শাক্ষী দিবলৈ সাজু আছে।

---

প্ৰথম বছৰ, চতুৰ্থ সংখ্যা

# সূচী

# তৰা।

অনন্ত আকাশে বহি কোন তোমালোক ?
কি কাৰণে ধ্যানমগ্ন, কিবা দুখ শোক ?
কি কামে নিবিষ্টচিত্ত, কিবা ভাবে ভোৰ ?
সামান্য মনুষ্য মই নাই পোৱা ওৰ।
পাপ তাপ দুখ-ক্লেশ দেখি পৃথিবীৰ,
হৃদয় ব্যথিত জানো, পৰে আখি নীৰ ?
শঠতা বিদ্বেষ হিংসা-বিষে জৰ্জ্জৰিত
আমাৰ অন্তৰ দেখি বিদৰিছে চিত ?
টিপ্ টিপ্ চকু-লো নিয়ৰৰ কণা
পেলোৱা শোকত কিবা ?　একো নাই জনা।
অথবা আকাশী ফুল স্বৰ্গ উপবনে
ফুলি আছা মুগুকাই সদানন্দ মনে,
সুবিমল শুভ্ৰ জ্যোৎস্না সৌৰভ বিলাই,
স্বৰগৰ প্ৰেম-য়াঁহি শোক তাপ নাই ?
নতুবা, অপূৰ্ব্ব মণি মুকুতা উজ্বল,
বিশ্বপতি বিশ্ব-গৃহে কৰে জলমল ?
অথবা, অযুত কোটী চকু বিধাতাৰ
চতুৰ্দ্দিশ অধঃ উৰ্দ্ধ ব্যাপ্ত চৰাচৰ ;
পাপ পুণ্য সুকৃতি দুষ্কৃতি নিৰন্তৰ
দেখি বিধানিছে যঁটা, দণ্ড ঘোৰতৰ ?
নাজানো একোকে মই নিঃকিন মানব।
জ্ঞান দিয়া অধমক দেব আদিদেব।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# সম্পাদকৰ চৰা।

সমালোচনা—এই পৃথিৱীত যতবিলাক মস্কিলৰ কাম আছে তাৰ ভিতৰত সমালোচনা কৰাটোও এটা। কিন্তু আশ্চর্য্যৰ বিষয় এইহে যে সেইটো কাম সৰহ ভাগ মানুহে ইমান ঢিলা বুলি ভাবে যে, খেৰণিয়ে-বননিয়ে সমালোচক।

*
**

সম্পাদক হৈ সমালোচক হোৱাটো আৰু টান। কিতাপ ৰচোঁতাসকলে সম্পাদকলৈ তেওঁলোকে ৰচনা কৰা কিতাপ সমালোচনা কৰিবলৈ পঠিয়াটো ভালেমান কালৰপৰা চলি অহা নিয়ম। সম্পাদকজন যেনে থাপৰে আৰু যেনে স্বভাৱৰে মানুহ হওক, লেখকসকলে তেওঁলোকৰ কিতাপ ভাল বেয়াৰ সমন্ধে তেওঁৰ মতামত ছেপি উলিয়াবলৈ চেষ্টা নকৰি নাথাকে। গতিকে, বেচেৰা সম্পাদক বাধ্য হৈ এজন সৰ্ব্বজ্ঞ সৰ্ব্বদৰ্শী আৰু ভব্য লোক হৈ পৰেগৈ; আৰু তেওঁ যি কিতাপ সমালোচনা কৰিবলৈ কাপ হাতত লয়, সেই কিতাপ তেওঁৰ বিদ্যা বুদ্ধিয়ে ঢুকি-পোৱা নহলেও আৰু তাত লেখা কথাবোৰত তেওঁৰ চৰিয়ে থাউনি-পোৱা নহলেও, তেওঁ গহীনভাৱে সেইবোৰৰ ওপৰত মতামত প্ৰকাশ কৰি নিজৰ মান ৰাখিব লগীয়াত পৰে।

*
**

দৈবদুৰ্ব্বিপাকত কোনো দুখীয়াৰ গাত সম্পাদকৰ বাবটো পৰিলে সেই সম্পাদকক গ্ৰন্থকাৰসকলে ঠেলি হেচুকি সমালোচকৰ মাচিয়াত তুলি দি তেওঁৰপৰা তেওঁলোকৰ কিতাপৰ বিষয়ে সমালোচনা পাওনাৰ দাবি নকৰি নেৰে। লাভৰ ভিতৰত হয় গৈ কি,—এইদৰে নিজৰ বিনাদোৰত "দেনদাৰ" হৈ পৰা সমালোচকৰূপী সম্পাদকসকলে ঠেকত পৰি গা সাৰিবৰ উজু বুধি উলিয়াই লয়; কাৰণ, জগতৰ নিয়মেই হৈছে,—নৰিয়াৰ লগে লগে দৰৱ ওলায়, বিপদৰ লগে লগে তাৰ প্ৰতিবিধানৰ বুধি ওলায়। সম্পাদকসকলে সেইবাবে ৰাশি ৰাশি কিতাপৰ পাতনি সূচী আৰু "টাইটোল পেজ" মনযোগ দি পঢ়িয়েই অৰ্থাৎ কিতাপৰ শৰীৰৰ ভিতৰত প্ৰৱেশ নকৰিয়েই, আৰু অনেক সময়ত লেখকজনৰ

নামৰ নাইবা মুখৰ ফালে চাই ওপৰে ওঁপৰে ভাল বেয়া ইত্যাদি সমালোচনা মাৰি পঠিয়াই দি গা সাৰে।

*
**

কোনো কোনা সম্পাদকে বা অচিনাকি কিতাপটো পঢ়ি সমালোচনা কৰা আহুকালৰ কামটো বাদ দি ঢিলা কাম চিনাকি গ্ৰন্থকাৰজনক্‌কে ধৰি সমালোচনা কৰি থয়। কোনো কোনো সম্পাদকে আকৌ সমালোচনা মানে গালি বুলি বুজি লৈছে। সেইদেখি তেওঁলোকে কোনো গ্ৰন্থকাৰৰ কিতাপ সমালোচনা কৰিবলৈ বহি গালিৰে তাৰ সপিণ্ডীকৰণ কৰি থৈ দিয়ে। কোনোৱে আকৌ সমালোচনা মানে নিপনীয়া প্ৰশংসা কোনোবা অভিধানত কৈতিয়াবা পাই পঢ়ি মুখস্থ কৰি থৈছে; সেইদেখি তেওঁৰ কাপৰ আগৰপৰা পানী-নিদিয়া প্ৰশংসাহে ধাৰ নিছিগাকৈ বয়। ইত্যাদি বিধৰ নানা "ৰং-বেৰঙৰ" সমালোচনা সম্পাদক-সকলৰ সত্ৰত প্ৰচলিত থকাটো আমি লক্ষ্য কৰিছোঁ।

*
**

এইবিলাক যি হওক, এইটো নিশ্চয় যে সমালোচনা বৰ টান কাম। সমালোচকজন ধৰমী ন্যায়বন্ত বিচক্ষণ আৰু সুবিচাৰক হব লাগে, নতুবা তেওঁ প্ৰকৃত সমালোচকৰ আসনত বহিব নোৱাৰে। কাকতৰ সম্পাদক হবৰ উপযুক্ত লোক বিচাৰ-খোচাৰ কৰিলে এবুৰি-আদবুৰি মিলে, কিন্তু আচল সমালোচক বৰ পুৰুষাৰ্থ কৰি বিচাৰিলেও এজন-আদজন মিলা টান। সমালোচক নাম লৈ চলা লোক কুৰিয়ে কুৰিয়ে পোৱা যায়, কিন্তু তেওঁলোকক বজাই চালে সচা সমালোচক বজাদি তেওঁলোক নাবাজে।

*
**

কোনো লোক সম্পাদক হলেই যে তেওঁ সমালোচকৰ উপযুক্ত হল এনে নহয়। ভাল গৰখীয়া হলেই যে ভাল হাতী-মাউত হব পাৰি, অথবা ভাল গায়ন হলেই যে ভাল বায়ন হব পাৰি এনে নহয়। সমালোচক হবলৈ যোৱাজনৰ গাত অপক্ষপাতিতা, গুণগ্ৰাহীতা, আৰু ধৰ্ম্মজ্ঞান থাকিব লাগে, আৰু প্ৰচলিত হিংসাকুৰীয়া স্বভাৱটো থাকিব নালাগে; নতুবা তেওঁৰ কাপৰ আগৰপৰা সমালোচনা-অমৃতৰ ঠাইত স্তুতি প্ৰশংসা-নিন্দা আৰু গালিৰ হলাহল বে নোলাই নাথাকে এইটো নিশ্চয়।

প্ৰকৃত সমালোচকৰ গুণেৰে বিবৰ্জ্জিত হোৱাৰ বাবে অনেক সম্পাদকে তেওঁলোকৰ কাগৰ অপব্যৱহাৰ কৰি নিন্দাৰ ভাজন যে হয়েই, তাৰ উপৰি কেতিয়া বা "কেপ্তেইন এন্‌দ্ৰুৰ" হাতত পাইওনিয়ৰ কাকতৰ সম্পাদক চেচ্‌নি চাহাবৰ দুৰ্গতি হোৱাদি তেওঁলোকৰ দুৰ্গতি হবৰো আশঙ্কা থাকে। যি সম্পাদকে নিজৰ কৰ্ত্তব্য বুজি ভদ্ৰতা আৰু ক্ষমতাৰ সীমা ডেই নাযায় তেওঁৰ বিপদ কেতিয়াও নাই।

*
**

ওপৰত লেখা পাতনিৰ ওৰ পেলাই কওঁ যে আমি বাঁহীত সমালোচনা কৰিবলৈ অনেক কিতাপ পাইছোঁ। কিন্তু আমি খোলাখুলিকৈ কোৱা ভাল যে সেই কাম্‌ কৰিবলৈ আমাৰ গাত যোগ্যতা আছে বুলি আমাৰ বিশ্বাস নাই। সেইদেখি আমি সেই বিষয়ত সংকুচিত হৈ পৰিছোঁ। লেখকসকলে যদি তেওঁলোকৰ কিতাপৰ সমালোচনা উপযুক্ত মানুহৰ হতুৱাই নিৰপেক্ষভাৱে কৰোৱাই আমাৰ কাকতত ছাপিবলৈ পঠিয়ায় তেন্তে সেই সমালোচনা আমি ৰংমনে বাঁহীত ছাপিবলৈ সাজু আছোঁ; তাকে নকৰি তেওঁলোকে আমাক সমালোচকৰ বাব দিলেহে আমি বিপদত পৰোঁ।

*
**

সঙ্গীত-কোষ। শ্ৰীযুত লক্ষ্মীৰাম বৰুৱাৰ দ্বাৰাই সংগৃহীত আৰু সম্পাদিত। বেচ ১৷৷০। আমাৰ দেশত গানৰ কিতাপৰ অভাৱ কেনে তাক সবলোৱে জানে। আজিকালি প্ৰচলিত নতুন বিধৰ গান আৰু সেই গান গাব জনা মানুহ আমাৰ দেশত ইমান তাকৰ যে নাই বুলিলেই হয়। বৰুৱাদেওৰ যতনত সেই অভাৱ অনেক পৰিমাণে গুচিছে। বৰুৱাদেও সঙ্গীত বিদ্যাত সুনিপুণ লোক। তেওঁৰ মুখৰ গান বাঁহীৰ সম্পাদকে অনেক কালৰ আগেয়ে শুনিবলৈ পাইছিল। সেই গানৰ সুমধুৰ ধ্বনি সম্পাদকৰ কাণত এতিয়াও লাগি আছে। তেনেজন গায়নৰ দ্বাৰাই সংগৃহীত আৰু সম্পাদিত গান যে অসমীয়াৰ আদৰৰ হব তাত সন্দেহ কি? সঙ্গীত-কোষৰ গানবোৰ যাতে আসামত ভালকৈ প্ৰচলিত হয়, তাৰ নিমিত্তে বৰুৱাদেৱে চেষ্টা কৰা উচিত, আৰু অসমীয়া মানুহেও সঙ্গীত-কোষ এুকোখন কিনি বৰুৱাদেওক সেই কামত সহায়তা কৰা উচিত। বৰুৱাদেৱে সঙ্গীত-কোষৰ

গানবোৰ লোকক গাবলৈ শিকাবলৈ আমি কওঁ। কিতাপখনৰ ছপা ভাল, তুলাপাত ভাল, বেচ নিয়মীয়া। মুঠতে কিতাপখন ধুনীয়া হৈছে।

*
**

সঙ্গীত-কোষৰ গানবিলাকৰ ভিতৰত সৰহখিনি গান ভাল। অৱশ্যে তাত কিছুমান গান দিয়া হৈছে যিবোৰ বঙ্গলা গানৰ "কানি-মুনি-মোৰ-গাত-দোষ নাই" বিধৰ অনুকৰণ। সেই গানবোৰ পঢ়িলেই বুজিব পাৰি, কি কি বঙ্গলা গানৰ আৰ্হি আগত ৰাখি সেইবোৰ ৰচনা কৰা হৈছে। বঙ্গলা গানৰ আহিত আমাৰ গান ৰচনা কৰাটো বেয়া বুলি আমি এইষাৰ কথা কোৱা নাই; বৰং বঙ্গলা, হিন্দী, ইংৰাজী ইত্যাদি গানৰ আৰ্হিত যে আমাৰ গান ৰচিত হব লাগে সেইটো আমি ডঢ়াইহে কওঁ। কিন্তু একেবাৰেই শাৰীয়ে শাৰীয়ে কথায় কথায় ভাবটোৰেপতি চকু-মুদা অনুকৰণ হোৱাটোহে বেয়া বুলি আমি কৈছোঁ। সঙ্গীত-কোষৰ দ্বিতীয় তাঙ্গৰণত গ্ৰন্থকৰ্ত্তাই সেই গানবোৰ বাছি উভালি পেলাই দিয়াটো ভাল হব যেন আমাৰ মনে ধৰে। সি যি হওক, বৰুৱাদেৱে সঙ্গীত-কোষ উলিয়াই অসমীয়া মানুহক যে ধৰুৱা কৰিলে আৰু তেওঁৰ পুৰণি বন্ধু বিদেশত পৰি থকা বাঁহীৰ সম্পাদককো যে সেই ধাৰৰ জালত নেপেলাই নেৰিলে সেইটো ভালকৈয়ে দেখা পোৱা গৈছে।

*
**

সাধু কথাৰ জোলোঙা।—প্ৰথম খণ্ড। শ্ৰীযুত জ্ঞানানন্দ জগতী দ্বাৰা ৰচিত। চাৰিটা সাধু-কথাৰে এই সৰু কিতাপখন কৰা হৈছে। সাধুকেইটাত "ধেমালি আৰু উপদেশ দুইবো সমাবেশ আছে।" সাধু-কথা কেইটা পঢ়ি আমি যেনেকৈ সন্তোষ পাইছোঁ, লেখকৰ লেখাত অলেখ বৰ্ণাশুদ্ধি দোষ দেখি তেনেকৈ অসন্তোষ পাইছোঁ। আজিকালি আমি দেখি বিস্ময় মানিছোঁ যে ন লেখাকসকলে অসমীয়া লেখিবলৈ কাপ ধৰি বানানলৈ একেবাৰেই চকু মুদে। আগেয়ে অসমীয়া লেখাকসকলে লেখিবলৈ বহি লেখাৰে সৈতে খটুবান্ধ কৰি কৈছিল যে "নানা মুনিৰ নানা মত। অসমীয়া ভাষাত ভাল অভিধান নাই যে সেই অভিধানতু লেখা শব্দবোৰৰ আখৰ-যোঁটনিৰ আৰ্হি লৈ আমি শুধকৈ লেখিম।" কিন্তু এতিয়া তেওঁলোকৰ সেই আপত্তি খাটে কেনেকৈ?

*
**

"হেমকোষ" ওলাবৰ আজি কত বছৰ হল। তাৰ বাহিৰে অসমীয়া ভাল লেখকসকলে অনেক পৰিশ্ৰম কৰি বৰ্ণবিন্যাসৰ এটা প্ৰণালী থিৰ কৰিছে। এনে স্থলত তালৈ চকু নিদি মইমত-ভাৱে লেখাৰ মানে কি আমি বুজিব নোৱাৰোঁ। লেখক হবলৈ গলে পৰিশ্ৰম কৰিব লাগিব; তাকে নকৰি সস্তাত কাম চলাবলৈ গলে চলিব কেনেকৈ? লেখাৰুৰ মনৰ ভাববোৰ মূল্যবান হলেও সেইবোৰ বৰ্ণবিন্যাস আৰু ব্যাকৰণৰ আন নিয়মবোৰৰ শাসনৰ তলতীয়া হৈ নোলালে সেইবোৰ ভাষা-আইনৰ চাবি ঢাপৰপৰা বহিষ্কৃত "আউট-লৰ" শাৰীতহে পৰিবগৈ।

*
**

ধৰ্ম্ম সমাজ আচাৰ ব্যৱহাৰ আদি সকলোৰে এটা প্ৰচলিত বান্ধোন থকা দৰে সাহিত্য-ৰচনাৰো এটা প্ৰচলিত বান্ধোন আছে। সেই বান্ধোন সাহিত্য মহাৰথীসকলৰ গতি-বিধি চলন-ফুৰণ আচাৰ-ব্যৱহাৰৰ আৰ্হিত গঠিত হয়। সেই আৰ্হি যে একেবাৰেই নিৰ্দ্দোষ বা নিৰ্ভুল এনে নহয়; কিন্তু তাৰ শাসন মানি তাৰ ভিতৰুৱা হৈ লাহেলাহে সেই দোষ আৰু ভুলবিলাক শুধৰাই লবলৈ যতন কৰাটোহে বুদ্ধিমানৰ কৰ্ত্তব্য। "মই কাৰো শাসন বা বিধান নামানো, কাৰো আৰ্হিত নচলোঁ, নিজৰ ইচ্ছামতে চলিম" এনেকৈ কোৱাজনে সেই ভাৱে নিজৰ ঘৰৰ চাৰি বেৰৰ ভিতৰতহে নিৰ্ব্বিঘিনিয়ে চলিব পাৰিব, বাইজৰ আগত নহয়।

*
**

এলান্ধু-কলীয়া তেল-চিকটীয়া ফটা আৰু অলেখ তাপলি মৰা চুৰিয়া পিন্ধি যেনেকৈ ভাল মানুহ বোলাই সমাজত ওলোৱাটো হাঁহিয়াতৰ কথা, বৰ্ণাশুদ্ধি দোষেৰে জমকাফুলীয়া ৰচনা লেখি বাহিৰলৈ উলিয়াটোও সেইদৰে দোষৰ কথা। কোনো ইংৰাজে ইংৰাজী "স্পেলিং আৰু গ্ৰামাৰৰ" নিয়ম নামানি ইংৰাজী লেখিবলৈ গলে যেনেকৈ সি অশুধ হয়, অসমীয়া ব্যাকৰণ আৰু বৰ্ণাশুদ্ধি নামানি বা নাজানি কোনো অসমীয়াই অসমীয়া লেখিলেও সেইদৰে সেই লেখা অশুধ হয়। ইংৰাজ হলেই ইংৰাজী লেখিব নোৱাৰি, অসমীয়া হলেই অসমীয়া লেখিব নোৱাৰি।

আশা কৰোঁ। আমাৰ এইবোৰ কথাত জোলোঙা লেখকে বিষম নাপাব। যে ওঁকৰ উপলক্ষ্য মাথোন কৰি, আজিকালি গা ঢিলাই দি লেখা ন লেখাকসকলক এইবোৰ কথা আমি বাধ্য হৈ কৈছোঁ। ভাষাৰ উন্নতি সাহিত্যৰ উন্নতি কৰিবলৈ হলে বৰ্ণশুদ্ধি আৰু ব্যাকৰণৰ ফালে চকু দিবই লাগিব। ঢিলা সোলোকা কৈ লেখিবলৈ যোন্বাটো দোষ আমাৰ ন লেখাকসকলে এৰিবই লাগিব; এই কথা আমি বাৰে বাৰে কম; সেইবাবে তেওঁলোকে আমাৰ প্ৰতি ৰুষ্ট হলে আমি নিৰুপায়।

*
**

আমাৰ কথাৰ প্ৰমাণ স্বৰূপে "জোলোঙা" কিতাপৰ ঘৰেতৰেপৰা তুলি দেখুৱাওঁ,—কইছিল, হইছিল, হইছে, উপৰত, কাকুতি, গাধৈ সৈতে, কি ক্ষণে, তোপনি, কপেই, কোনোকপে, ৰঙে কুলা পাছি নধৰা হল, ৰখিয়া, যিদাল, আৰু তাক সোধি, আশা কৰি থাপ লই থাকিলে, লম্ফ ঝম্প, পতিপাল দিছে, বলিয়ামি, পূণ্য, তোহোঁতেও, উলোটাই, তিনোটা, চং দিবলৈ নেপাই পিতাই চাকে আজি, কেহানিও, মুখাল,গৰম ভাত, হঁতশিৰিলৈ, আগুচি, গৰুয়ে, চাবো ফালে, সি জীৱাই থাকে, ইত্যাদি।

এইবোৰ শুধ নে? শুধকৈ লিখাটো এটা দায়িত্বৰ ভিতৰৰ কাম নহয় নে?

---

# ঘটনাচক্র।

শৰৎচন্দ্ৰ বন্দ্যোপাধ্যায় কলিকতাৰ লৰা। কলিকতাৰ লৰাৰ কাপোৰকানিৰ এক ৰকম গঢ় আছে যি গঢ় আন ঠাইৰ লৰাৰ নাই। শৰৎচন্দ্ৰৰ মূৰত সুগন্ধি তেল; চুলি বেছ ঘন; সেওঁতা মাজত ফলা; চুলি সিমান দীঘলো নহয় চুটীও নহয়; কিন্তু সেওঁতা একেবাৰেই মাজ মূৰতে ফাটি মূৰৰ পাচ ফাললৈকে গৈছে; কপালত কেইডালমান কেকোৰা চুলি পৰিছেহি। তেওঁৰ গাত ফিৰিফিৰীয়া কাপোৰৰ পঞ্জাবী চোলা; তাৰ তলত ৰঙা বেনিয়ান। শৰৎচন্দ্ৰৰ এটা বেছ বাবুয়ানি স্বভাৱ আছিল। তেওঁ যি ৰবণীয়া বেনিয়ান পিন্ধিছিল গাৰ

কাপোৰৰ ৰৰণো ঠিক তেনে, আৰু যিমান দূৰ পাৰিছিল উৰ্মাল আৰু মোজাও সেই ৰৰণৰে পিন্ধিছিল। তেওঁৰ ভাৰিত পম্পজোতা। পম্প-জোতাৰ ওপৰত কেত্তি।ৰা কেতিয়াবা তেওঁ ৰূপৰ বকলচও পিন্ধিছিল। চুৰিয়া দেশী; তাৰ বেচ কম পক্ষেও পোন্ধৰ-কুৰি টকা জোৰাত। হাতত অৰণ্ডে লাঠি আৰু মুখত তামোল। কলেজ ষ্ট্ৰীটৰ এটা 'পাণৱালাৰ" লগত তেওঁৰ বন্দবস্ত আছিল,—এখন তামোল এক পয়চাকৈ। সেই দোকানতে তেওঁৰ দিনে তিনি চাৰি অনাৰ কাৰবাৰ। দিনটোত তেওঁ যে কত তামোল খাইছিল তাৰ ঠিক নাই। কলিকতাত তামোল নোখোৱা লবা বোধকৰো আঙুলিৰ মূৰত লেখিব পাৰি। শৰৎচন্দ্ৰৰ আঙুলিত এটা আচল হীৰাৰ আঙঠি; উৰ্মালত "চেণ্ট"। আমি যিখিনি সময়ৰ কথা লেখিছোঁ সেই খিনি সময়ত কলিকতাত স্বদেশী আন্দোলন প্ৰবল নাছিল। কিন্তু শৰৎচন্দ্ৰৰ উৰ্মালত বিলাতী "চেণ্টেই" বেশী ভাগ পৰিছিল। তেওঁ কেতিয়াবা চিৎপুৰ ৰোডে দি যাওঁতে উৰ্মালৰ ভাগ্যত দেশী আতৰো যে নপৰিছিল এনে নহয়। দেশী আতৰৱালাৰ লগত তেওঁ বন্দবস্ত কৰি ৰাখিছিল, (সেই বন্দবস্ত পয়চা দিয়া নহয়,) সেই ফালেদি গলেই অলপ আতৰ শৰৎচন্দ্ৰক "আতৰৱালাই" দিছিল। শৰৎচন্দ্ৰই ভাল কাপোৰ-কানি পিন্ধা দেখি আতৰ বেচা মানুহ-টোৱে শৰতৰ বন্ধুসকলক "খৰিদ্দাৰ" কৰিবলৈকে এনে কৰিছিল।

শৰংচন্দ্ৰৰ ঘৰ কলিকতাত; বাপেক লৰ্ডইট্অল (Lorditall) কোম্পানীৰ অফিচৰ কেচিয়ৰ। তেওঁ এক লাখ টকা জমা দি সেই কামত সোমাইছিল। সুশীতলচন্দ্ৰ বান্দুৰ্জীয়ে এই লাখ টকাৰে স্বাধীন কাৰবাৰ কৰি ক্ৰোৰপতি হব পাৰিলে হেঁতেন; কিন্তু আমাৰ দেশৰ মানুহে স্বাধীন কাৰবাৰ তিমান নুবুজে; ইংৰাজী অফিচৰ পোন্ধৰ টকাৰ কেৰাণী হবৰ নিমিত্তেও কুৰিখন দৰখাস্ত লেখিব অথচ নিজৰ পাঁচ শ হওক ছ শ হওক হাজাৰ হওক টকাৰে এটা স্বাধীন ব্যৱসায় আৰম্ভ নকৰে। সুশীতল বাবু পুৰণি কলীয়া বঙ্গালী। তেওঁ হেট্ পিন্ধা মানুহ দেখিলেই "স্যাৰ" বোলে; লাখটকাৰে মাহে মাহে দুশ টকা বাঢ়ি ঘৰলৈ আনি সুখে আনন্দে দিন কটায়। তেওঁ সন্ধ্যা বেলিকা ঘৰলৈ আহি ভিতৰত ঘৈণীয়েকৰ আগতে হওক কি বাহিৰত বৈঠকখানাতে হওক, এবাৰ নে এবাৰ অফিচৰ কথা কৰই কৰ। নহলে সেই ৰাতি বোধ কৰোঁ তেওঁৰ টোপনি নাহিছিল।

তেওঁ এনেকৈ প্ৰায়ে কথা কয় "বুঝলে গো ! ( কি বুঝেলেন মুখুয্যে মশায় ! ) সাহেব বল্লে বাবু আটিভৰা অত পান খায় কেন ? ওদেব কি অন্ন খাবাব জোটে না ?" ইত্যাদি ইত্যাদি। আৰু এদিন হয়তো "শুনছ হৰেণ বাবু ! সাহেবকে দুটো চেতল মাছ দিতে হবে, কি কবে দি বল দেখিন ?" অথবা "আজ সাহেবেৰ বড় ৰাগ ; ৰতন সৰকাৰেৰ পো ৰসময় ৰোজ আপিসে দেৰী কবে আসে, আজ সাহেব ৰেগে লাল।" এনে কত কথা শুনিব ;—তেওঁৰ বৈঠকখানত বহিলেই হয়।

সুশীতল বাবু মানুহ ভাল। সৰল মানুহ। লৰ্ড ইট্ অল যেতিয়া চতুৰ্থ বাৰ বিলাতলৈ যায় তাৰপৰা লগত তেওঁৰ ডাঙৰটো লৰা আৰ্থৰ চাৰ্লচ্ লৰ্ডইট-অলক লৈ আহে। বুঢা লৰ্ডইট্অলৰ ইচ্ছা, পুতেকক দুবছৰ মান কাম-কাজ শিকাই নিজে কামৰপৰা অৱসৰ লৈ ইংলণ্ডৰ চেল্টেন্হাম কি বাথলৈ গৈ জীৱনৰ শেষ কেইটা দিন তাত কটায়। মিষ্টৰ আৰ্থৰ চাৰ্লচ্ লৰ্ডইট্অলৰ বয়স একৈশ পাৰ হৈ বাইশত সোমাইছেহি। আমাৰ বন্ধু শৰৎচন্দ্ৰ বাপেকৰ লগত লৰ্ডইটঅল্ কোম্পানীৰ অফিচলৈ আহিছিল। সেইখিনি সময়ত আৰ্থৰ চাৰ্লচ ও অফিচতে আছিল। সুশীতল বাবুৱে পুতেকক আৰ্থৰ চাৰ্লচক দেখুৱাই কলে 'শৰতা, বড় সাহেবেৰ ছেলে, সেলাম কৰ্ ;" আৰু আৰ্থৰ চাৰ্লচক কলে "মাই চান স্যাৰ, আন্লি চান, টুৱেন্টিওয়ান্ ইয়েৰ্চ এইজ।" শৰৎচন্দ্ৰই বাপেকৰ কথা শুনি, চাঁদনি বজাৰত মোজা কিনিবলৈ গলে যেনেকুৱা হাত কৰিবলৈ কৈ দোকানদাৰে মোজাৰ জোখ লয় তেনেকুৱা হাত কৰি অলপ মূৰ তললৈ কৰি ছেলাম কৰিলে। আৰ্থৰ চাৰ্লচ নতুন বিলাতৰ পৰা অহা লৰা, গতিকে, তেওঁ নিজৰ সোঁ হাতখন বঢ়াই দিলে ; শৰৎচন্দ্ৰইও হাত বঢ়াই দি "হ্যাণ্ড ছেক্" কৰিলে। সুশীতলচন্দ্ৰৰ মহা আনন্দ। সেই দিনা তেওঁ ঘৰলৈ আহি "শুন্ছেন বোসজা মশায়, আজ আমাদেৰ বড় সাহেবেৰ ছেলে শৰতাৰ সঙ্গে হ্যাণ্ডছেক্ কৰ্‌লে —তাৰ পৰ—ইত্যাদি ইত্যাদি।"

আৰ্থৰ চাৰ্লচে শৰতক নিজৰ খোটালিলৈ মাতি নি বহুৱালে। তেওঁৰ বেছি কাম নাই ;—আফিচলৈ আহি বিলাতী কাগজ পঢ়া, হামি তোলা, চেলেউ টোপ্লা, টিফিন খোৱা, আৰু দুই বজাৰপৰা পাঁচ বজালৈকে সেই ঠিক ভাবে কৰি চাহ বিস্কুট খাই ইডেনৰ গাৰ্ডেনৰ ওচৰত টম্টম্ ৰাখি বেণ্ড শুনি

ঘৰলৈ যোৱা। এয়েই তেওঁৰ দৈনিক কামৰ "প্ৰোগ্ৰেম্।" আজি "real native young man"ক পাই তেওঁৰৰ মহা আনন্দ। আৰ্থৰ চাৰ্লচে শৰৎ-চন্দ্ৰক ভালকৈ মাতি আনি আদৰ কৰি বহুৱাইছিল। ইয়াৰ মানে আমি দুটাৰ এটা বুলি ভাবিছোঁ,—প্ৰথম, আৰ্থৰ চাৰ্লচ নিজে ভদ্ৰ বংশৰ ইংৰাজ, সেইদেখি ভদ্ৰলোক দেখিলেই তেওঁ "এজন ভদ্ৰলোক আন এজন ভদ্ৰলোকৰ সমান" অৰ্থাৎ ইংৰাজীত কবলৈ গলে "a gentleman is a gentleman, whoever or wherever he is" এই বচন মতে চলিছিল। লণ্ডনত থকাৰে পৰা চাৰ্লচৰ real native life অৰ্থাৎ আচল দেশী মানুহৰ গঢ় গতি ইত্যাদি চাবৰ বৰ ইচ্ছা। তেওঁ শৰৎচন্দ্ৰক দেখি ভাবিলে যে একে বয়সীয়া লৰা, হয়তো তেওঁৰ অনেক কালৰপৰা সাঁচতীয়া সেই ইচ্ছা পূৰণ হব পাৰে।

আৰ্থৰে শৰৎচন্দ্ৰক চেলেউ দি ভালকৈ বহুৱাই নানা কথাবাৰ্ত্তা পাতিলে। দুইৰো বেছ মিল হল। দুয়ো পৰস্পৰ আলাপ কৰি সুখী হল।

আৰ্থৰ চাৰ্লচ লৰ্ডইটঅলৰ জন্ম কলিকতাত। আৰ্থৰৰ মাকে লৰাক পৃথিবীলৈ আনিয়েই ইহলোক পৰিত্যাগ কৰিলে। মাউৰা আৰ্থৰক এজনী মাদ্ৰাজী আয়াই বিলাতলৈ লৈ গৈ থৈ আহে। বুঢ়া লৰ্ডইটঅলো অৱশ্যে লগত আছিল। কিন্তু জাহাজত লৰাৰ সৈতে বাপেকৰ দেখা-সাক্ষা-তেই নাছিল। আয়াৰ ওপৰত লৰাৰ ভাৰ দি লৰ্ডইটঅল বুঢ়াই আন বুঢ়া ডেকা গাভৰু ইংৰাজে সৈতে গল্প পাতি ফটিকা খাই চেলেউ হুপি পাঁচ বাৰ পাঁচ বাৰকৈ দিনে খাই, খেলি নাচি গাই বিলাত পালেগৈ। বিলাতত তেওঁৰ দূৰ সম্পৰ্কীয়া এজনী ভনীয়েকৰ লগত তেওঁ আৰ্থৰক থৈ আকৌ ভাৰতবৰ্ষলৈ উভতি আহিল। মাদ্ৰাজী আয়াই বিলাতৰপৰা আকৌ তেনেকুৱা আন সৰু লৰা লৈ ভাৰতলৈ আহিল। এনে মাদ্ৰাজী আয়া বহুতো আছে যাৰ কাম কেৱল এয়েই। যি ভাৰতবৰ্ষৰপৰা ইংলণ্ডলৈ আৰু ভাৰতবৰ্ষৰপৰা আমেৰিকা ইত্যাদি দেশলৈ সৰু সৰু লৰা ছোৱালীৰ তত্বাবধান কৰা কামত অহা যোৱা কৰে। বিলাতলৈ ২০।২৫ বাৰ অহাযোৱা কৰা আয়াৰো আমি দুজনী এজনী দেখিছোঁ।

অৰ্থাৰ চাৰ্লচৰ পেহীয়েক মিচ্ মেৰায়া লৰ্ডইটঅলে আৰ্থৰক দুবছৰত পায়। তেওঁ পাঁচ বছৰমান আৰ্থৰক নিজৰ লগত ৰাখি সাত বছৰ বয়সত লণ্ডনৰ ওচৰতে এটা সৰু স্কুলত দিয়ে। আৰ্থৰে তাত দহ বছৰমান পঢ়ি

তাৰপৰা কেম্ব্ৰিজলৈ যায়। কিন্তু তেওঁৰ উনৈশ বছৰৰ পাছতে অৰ্থাৎ তেওঁ ভাৰতবৰ্ষলৈ অহাৰ দুবছৰমান আগতে কোনো কাৰণত কেম্ব্ৰিজৰ ওপৰ-ওৱালাসকলে আৰ্থৰ চাৰ্লচ লৰ্ডইটঅলৰ ওপৰত অসন্তুষ্ট হৈ তেওঁক কেম্ব্ৰিজ এৰি যাবলৈ কলে। আৰ্থৰৰ আৰু ডিগ্ৰী লোৱা নহল। অক্চফৰ্ড বিশ্ব-বিদ্যালয়ৰ বহুতো ৰীতি নীতি নিয়ম আছে। সেইবোৰ ভঙা দোষৰ কথা। সেইবোৰৰ অনেক থাপ আছে। কোনো থাপত জৰিমণা দিয়েই সৰা যায়; কেতিয়াবা জগৰীয়া ছাত্ৰজনক দুমাহ তিনি মাহ বিশ্ববিদ্যালয়লৈ আহিব নিদিয়াকৈ ৰখা হয়। কোনো দুৰ্ভগীয়া ছাত্ৰ দুই তিনি বাৰ তেনে জগৰত পৰিলেই বিশ্ববিদ্যালয়পৰা তেওঁ পূৰ্ণ বিদায় পায়। তেনে-কুৱা দোষ দুই তিনিবাৰ কৰি আৰ্থৰ চাৰ্লচে কেম্ব্ৰিজৰপৰা পূৰ্ণ বিদায় পালে। তেওঁ যি দোষত বিদায় পালে সেই দোষৰে ভাগী, একে কলেজৰে ডেকা এজনৰো তেনে অৱস্থা হল। সেইদেখি দুয়ো লণ্ডনলৈ গৈ বেকাৰ ষ্ট্ৰীটৰ ওচৰত কেটামান খোটালি কেৰেয়া কৰি মহা সুখেৰে দিন কটাবলৈ ধৰিলে। লৰ্ডইটঅল্ বুঢ়াই অৰঙ্গে ইয়াৰ একোকে কিছুমান দিনলৈকে ভুপোৱা নাছিল। বুঢ়াৰ বেঙ্কত অজস্ৰ টকা। বুঢ়াৰ হুকুম, পাচ শ পাউণ্ডতকৈ সৰহ যেন লৰাক বছেৰেকত দিয়া নহয়। এই হুকুমৰ ওপৰত নিৰ্ভৰ কৰি লণ্ডনৰ বেঙ্কে টকা দি আছিল। আৰ্থৰ চাৰ্লচ আৰু তেওঁৰ বন্ধুৱে মনৰ সুখত বেকাৰ ষ্ট্ৰীটৰ ওচৰৰ ঘৰত থাকি দিন কটাবলৈ ধৰিলে।

পৃথিবীৰ ভিতৰত চাবলৈ গলে লণ্ডনেই প্ৰধান চহৰ। পাৰিচ, ভিয়েনা, বাৰ্লিন, নিউইয়ৰ্ক, এইবোৰ ডাঙৰ চহৰ সঁচা; কিন্তু অনেক কাৰণত লণ্ডনক প্ৰধান ঠাই দিয়া হয়। লণ্ডনত ভাল মানুহ, বেয়া মানুহ, বিদ্বান, অজ্ঞানী, মুৰ্খ, সৎ, অসৎ, ধনী, নিৰ্ধনী,সকলো ৰকমৰ মানুহ প্ৰচুৰ। লণ্ডনত ভাল হবৰ বাট যেনে প্ৰশস্ত বেয়া হবৰ বাটো তেনে প্ৰশস্ত। আৰ্থৰ চাৰ্লচ আৰু তেওঁৰ বন্ধু কেম্ব্ৰিজত থাকোঁতে তেওঁলোকে পৃথিবীৰ সোৱাদ বস্তবোৰ লুকাই চাকি-ছিল, কিন্তু লণ্ডনত সেই লুকৃঢুকৰ দৰকাৰ নাছিল। এম্পায়াৰ, এলহাম্ব্ৰা, কি প্যাভিলিয়নত প্ৰত্যেক ৰাতি তেওঁলোক সোমাবই লাগিব; তাৰ পাছত জিমিত, কেতিয়াবা কেতিয়াবা চেভয়ত। আৰু প্ৰায়ে লেষ্টাৰ স্কোৱায়াৰৰ ওচৰৰ হোটেলবোৰত তেওঁলোকে ৰাতিৰ শেষ খোৱা নাখালেই নহয়।

মিচ্ লৰ্ডইট্অল ধনী ; সংসাৰত তেওঁৰ কোনো নাই ; য়ুৰোপৰ প্ৰধান প্ৰধান ঠাইত ঘুৰি ফুৰাই তেওঁৰ কাম। ততিআক কেম্ব্ৰিজত থাকি পঢ়িছে, তেওঁ এই ভাবি নিশ্চিন্ত হৈ আজি মাৰ্বিয়ণবাদ কালি মিলান এনেকৈ ফুৰি ফুৰিছিল। হঠাৎ বুঢ়া লৰ্ডইটঅলৰ ইংলণ্ডলৈ যাবৰ দৰকাৰ হোৱাত লৰ্ডইটঅলে লণ্ডন পাই কেম্ব্ৰিজলৈ পুতেকলৈ সংবাদ দি চিঠি লেখিলে। কিন্তু কেম্ব্ৰিজৰ কলেজৰ দুৱৰিয়ে চিঠিখনৰ ওপৰত "Gone away, address not known" বুলি ডাকোৱালক চিঠিখন ওভোতাই দিলে। তিনি চাৰি দিনৰ পাছত ডাকঘৰৰপৰা চিঠিখন উভতি অহা পাই বুঢ়া চিন্তিত হৈ তৎক্ষণাৎ কিংচক্ৰচ্ ষ্টেশনৰপৰা কেম্ব্ৰিজলৈ গল। তাত সকলো কথা বুঢ়াই শুনি বুঢ়াৰ কষ্টৰ সীমা নাথাকিল। লণ্ডনলৈ গৈ মনৰ চিন্তা দূৰ কৰিবৰ নিমিত্তে তেওঁ হে-মাৰ্কেট থিয়েটৰত বীয়েৰবোম ট্ৰীৰ ভাও চাবলৈ গল। তেতিয়াও ট্ৰীৰ নতুন থিয়েটৰ "হিজ্ ম্যাজেষ্টিজ" হোৱা নাই ; ট্ৰী হে-মাৰ্কেটত আছিল। থিয়েটৰলৈ গৈ বুঢ়াই "ষ্টলত" বহি আছে, তেতিয়াও ভাৱনা আৰম্ভ হোৱা নাছিল। তেওঁ চাৰিউফালে চাই ফুৰোঁতে বাওঁফালৰ এটা বক্সত তেওঁৰ চকু পৰিল। বক্সত দুজন ডেকা ইংৰাজ লৰা আৰু দুজনী গাভৰু ছোৱালী। বিলাতী সভ্যতা অনুসাৰে সন্ধ্যা বেলিকা ভাৱনা-ঘৰত যেনে কাপোৰ পিন্ধা উচিত চাৰিউটাৰে তেনে কাপোৰ। পাঠকে এজনক চিনি পায়,—তেওঁ আৰ্থৰ চাৰ্লচ্, বুঢ়াৰ হেৰোৱা পুতেক ; আৰু সিজন তেওঁৰ বন্ধু টমাচ্ এডল্ফাচ্ চুইটীংহাম। লগৰ গাভৰু দুজনী লণ্ডনৰ কোনো বিখ্যাত দোকানত বস্তু বেচা ছোৱালী। বুঢ়াই লৰাক দেখিয়েই সকলো কথা বুজ পাই মনে মনে ভাৱনা চাবলৈ চেষ্টা কৰিলে। চেষ্টাহে কৰিলে কিন্তু চেভেঞ্জালিয়েই বা কি কৰিলে, লিটিল বিলি, ট্ৰিলবীয়েই বা কোন, বুঢ়াৰ মনত নাই। ভাৱনা শেহ হোৱাৰ আগেয়েই বুঢ়াই দুৱাৰমুখত ঠিয় দিলেগৈ। তাৰ পাছত আটাইৰে দেখাদেখি হল। বুঢ়াৰ লগত গাভৰু ছোৱালী দুজনীক মিচ্ ডলী চুইটীংহাম্, মিচ্ নেলী চুইটীংহাম্ বুলি চিনাকি কৰি দিয়া হল। বুঢ়াও এসময়ত ডেকা আছিল। সেইদেখি তেওঁ একো নামাতি আটাইকে ওচৰৰ এটা হোটেলত খুৱাই পুতেকক নিজৰ হোটেললৈ লৈ গল।

বাপেকে পুতেকে কি কথা হল সেইবোৰ জানি আমাৰ একো লাভ

নাই। অর্থাৎ চার্লচে যেকাৰ ষ্ট্ৰীটৰ ঘৰ এৰি দিলে আৰু টমাচ এডল্‌ফাচ চুইটাংহামৰ সৈতেও সিমান দেখা শুনা নকৰা হল। বাপেক ছয়মাহমান ইংলণ্ডত থাকি নিজৰ কাম-কাজ সম্পূৰ্ণ কৰি বিলাত এৰি পুতেকৰে সৈতে ভাৰতবৰ্ষলৈ আহিল।

আৰ্থৰ চাৰ্লচ কলিকতালৈ আহি "real native life" চাবৰ তেওঁৰ বৰ ইচ্ছা হৈ আছিল; সেইদেখি শৰৎচন্দ্ৰক পাই তেওঁৰ আনন্দৰ সীমা নোহোৱা হল।

( ৩ )

ইংলণ্ডীয় আৰ্থৰ আৰু বঙ্গালী শৰৎচন্দ্ৰৰ কেনেকৈ চিনাকি হল আৰু সেই চিনাকি কেনেকৈ বন্ধুত্বত পৰিণত হল সেই কথা কবৰ নিমিত্তেই পাঠকক দহ হাজাৰ মাইল দূৰৰ বাট লণ্ডন চহৰলৈ আমি লৈ গৈছিলোঁ। শৰৎচন্দ্ৰৰ কামকাজ একো নাছিল। বঙ্গালী ডাঙৰ মানুহৰ লৰাৰ যি কাম (অৰ্থাৎ খোৱা-লোৱা, ভাল কাপোৰ পিন্ধি চুলি আঁচোৰা, গান গোৱা ইত্যাদি) তাকে তেওঁ কৰিছিল। আৰ্থৰ চাৰ্লচৰো তদনুৰূপ। সেইদেখি দুইও মিলি গল। "Birds of a feather flock together" অৰ্থাৎ একেবিধ পাখিৰ চৰাইবোৰে একে জাকতে ফুৰে।

আৰ্থৰ আৰু শৰতৰ খুব মিল হল। শৰতে কেতিয়াবা ইংৰাজী কাপোৰ পিন্ধি আৰ্থৰৰ লগত চৌৰঙ্গী, এচ্‌প্লেনেডত ফুৰিচিল। প্ৰথমে দুদিন এদিন এনে হৈ পাছত প্ৰত্যেক দিন সন্ধ্যা বেলিকা শৰৎ আৰু আৰ্থৰৰ দেখা হোৱা হল। প্ৰায়ে তেওঁলোকে কলিকাতাৰ নন্দন কানন ইডেন গাৰ্ডেনত ফুৰিবলৈ গৈছিল। আৰ্থৰ চাৰ্লচ্‌ৰপৰা শৰতে বিলিয়াৰ্ড খেলিবলৈ শিকিলে। বিলিয়াৰ্ডত প্ৰথমে শৰতে বহুতো টকা হাৰিছিল। তাৰ পাছত এনে এদিন আহিল যেতিয়া আৰ্থৰ চাৰ্লচে শৰতক আৰু একো "পইণ্ট" দিব নোৱাৰিছিল। চমুকৈ কবলৈ গলে আৰ্থৰৰ লগ পাই শৰৎ একেবাৰে ইংৰাজী ধৰণৰ বশ হল। মাজেমাজে আৰ্থৰেও শৰতৰ ঘৰলৈ আহি ধুতি চাদৰ পিন্ধি মাটিত বহি দেশী ধৰণেৰে খোৱা হল। শৰতৰ এজন দূৰ সম্পৰ্কীয়া ভণীয়েক সকতে বাৰী হৈ সুশীতল বায়ুৰ ঘৰত আছিল। তেওঁ কেতিয়াবা কেতিয়াবা তেওঁলোকৰ আহাৰৰ পৰিবেশন কৰিবলৈ আহিছিল। লাহে লাহে আৰ্থৰৰ

বঙ্গালা ভাষা শিকা হল। আৰ্থৰৰ এইবোৰ মুতন লাগিল। তেওঁৰ চুলি সচৰাচৰ ইংলণ্ডীয়ৰ যেনে ৰঙা তেনে নাছিল, অলপ কলা আছিল। ইংৰাজীত তেওঁক "ডাৰ্ক" বুলি তেওঁৰ দেশী ভায়াসকলে কৈছিল। শৰতে ইংলণ্ডীয় কাপোৰকানি পিন্ধি ইংলণ্ডীয় কথা বাৰ্ত্তা কৈ যিমান আনন্দ পাইছিল, আৰ্থৰে বঙ্গালী কাপোৰকানি পিন্ধি বঙ্গালীৰ ঘৰ দুৱাৰ ধৰণ-ধাৰণ দেখি তাতকৈ দ্বিগুণ আনন্দ পাইছিল, সুশীতল বাবুৱে কৃষ্ণবিলা-সিনীক বৰ মৰম কৰিছিল। তেওঁৰ নিজৰ ছোৱালী নাছিল দেখি কৃষ্ণ-বিলাসিনীকে তেওঁ নিজৰ হেন দেখিছিল। সেইদেখি কৃষ্ণবিলাসিনী যদিও বিধৱা তথাপি সুশীতল বাবুৱে তেওঁক মৰম কৰি সধৱাৰ কাপোৰ পিন্ধাইছিল। কৃষ্ণবিলাসিনীয়ে মুকত ওৰণী লৈ পৰিবেশন কৰোঁতে আৰ্থৰে কেৱল তেওঁৰ আলতা পিন্ধা ভৰি দুখন দেখিবলৈ পাইছিল আৰু দেখি আশ্চৰ্য্য হৈছিল। দুদিনমানৰ পাছত এদিন কৃষ্ণবিলাসিনীয়ে তেওঁলোকক তামোল দিবলৈ আহোঁতে—আৰ্থৰে তামোল খাবলৈ শিকিছিল —শৰতে ধেমালি কৰি কৃষ্ণবিলাসিনীৰ ওৰণীখন টানি পেলালে। সুন্দৰ মুখ! আৰ্থৰে বিলাতত বহুতো সুন্দৰী দেখিছিল কিন্তু কৃষ্ণবিলাসিনীক দেখি তেওঁৰ যেনে মনৰ ভাব হল তেনেকুৱা আগেয়ে হোৱা নাছিল। সেই দিনাৰপৰা শৰতৰ ইংৰাজী কাপোৰ পিন্ধা বাঢ়িল আৰু আৰ্থৰৰ বঙ্গালী কাপোৰ পিন্ধা বাঢ়িল। চাৰেপাঁচ বাজিলেই সুশীতল বাবুৰ ঘৰৰ আগত আৰ্থৰৰ গাড়ী। আগেয়ে শৰৎ সুশীতল বাবুক পাঁচ বজাৰ সময়ত আনিবলৈ যোৱা গাড়ীত ইংৰাজী কাপোৰকানি পিন্ধি আৰ্থৰৰ ওচৰলৈ গৈছিল। পাছত এদিন আৰ্থৰে কলে "আজিকালি বৰ ঘাম শৰৎ, তোমা-লোকৰ ঘৰৰ চালত পঞ্জাবী চোলা আৰু ধুতি পিন্ধি তোমাৰে সৈতে কথা কোৱা ভাল নে এইখিনি সময়ত টম্‌টমত ঘুৰি ফুৰা ভাল?" শৰতে অৱশ্যে ভদ্ৰতা জানিছিল। কোন ভাৰতবৰ্ষীয়ই ভদ্ৰতা নাজানে? শৰত অৱশ্যে আগৰ প্ৰস্তাৱত সন্মত হল। ঘামকালি কলিকতাৰ ওখ ঘৰৰ ছালত পাটী পাতি নিজৰ বন্ধু বান্ধৱৰ লগত কথাবাৰ্ত্তা কৈ বৰফ পানী (কিম্বা যি নিয়মিতৰূপে কলা কিম্বা বগা চিচাৰ ৰঙা বগা পানী খায় তাবে এটুপি এটুপি) ওচৰত লৈ ঘুৰ্ঘুৰীৰ নলিচাডাল মুখত দি,ডাঙৰ গাৰু এটাত মুৰ দি তামোলৰ

ণটা কাষত লৈ, আৰু ইয়াৰ ওপৰন্তু যদি লংগুৰা এটাই ভৰিত হাত বুলাই ভৰিৰ ভাগৰ পেদায় দিয়ে আৰু যদি তোমাৰ মৰমৰ সক ভায়েই হওক, ভণীয়েই হওক, ভাগিণেই হওক, বা ভতিজাই হওক, নাইবা তুমি যদি বিবাহিত তোমাৰ গৃহিণীয়েই হওক মুৰত হাত বুলাই দিয়ে আৰু পকা চুলি যদি আছে তুলি দিয়ে, আৰু সেই ৰাতি যদি জোনাক হয়, আকাশত তৰা-বিলাকে যদি জিলিক-মিলিক কৰি ভুমকি মাৰে, আৰু বতাহে যদি ফিৰ্ফিৰকৈ তোমাৰ গাৰ কাপোৰ নচুৱায়, ইয়াতকৈ আৰু তোমাৰ কি সুখ লাগে? সি যি হওক, সুশীতল বাবুৰ ঘৰ বৰ ডাঙৰ। তাৰ ছালনৈ যাবলৈ হলে ঘৰৰ ভিতৰেদি যাব লাগে। বাগিৰেদি জখলা তেতিয়া সুশীতল বাবুৰ ঘৰত নাছিল। প্ৰথম দিন যেতিয়া শহৰে আৰ্থৰক ছালৰ ওপৰলৈ লৈ যায় সেই দিনা সুশীতল বাবুৰ অন্দৰ-মহলত ধুমধাম বুলিলেই হয়। "মা গো সাহেবকে বুঝি বাড়ীৰ ভেতৰ আনে—ছ্যা"। কোনোৱে কৈছিল "দেখি বড় সাহেবেৰ ছেলেৰ মুখ।" কোনোৱে "কি ফ্যাকাসে বং গো! তাৰ চাইতে আমাদেৰ কালোই ভাল।" আৰ্থৰ আৰু শহৰ ওপৰলৈ যাওঁতে দুৱাৰৰ খিলিকিৰ জলঙাইদি কেৱল ফুচ্ ফাচ শুনিছিল, হাতৰ বালাৰ টুংটাং শব্দ শুনিছিল। আৰ্থৰে যি নিমিত্তে ছালত বহা প্ৰস্তাৱ কৰিছিল সেই দিনা তাৰ একো ফল নফলিল। কেৱল শহৰৰ মাকে দুই হাতত দুখন সন্দেশৰ থাল আৰু আন মিষ্টান্নও তাত ভৰাই আনি কলে "খাও বাছাৰা।" তেওঁৰ পাছত এজনী বান্দীয়ে দুটা ডাঙৰ ডাঙৰ ৰূপৰ গিলাচত সুমধুৰিবাটেঙাৰ চৰ্ব্বত আনি দিলে। চৰ্ব্বত খায় আৰ্থৰে ভাবিলে "জিঞ্জিৰ" এমেৰিকান লেমুৰ চৰ্ব্বততকৈ এই চৰ্ব্বত কত গুণে ভাল আৰু তৃপ্তিকৰ! শহৰৰ মাকে শহৰক কলে "সাহেবকে জিজ্ঞেস কৰ বাবা সৰবত যদি ভাল না লাগে খানসামাকে বলে চা আনিয়ে দি।" আৰ্থৰে সেই কথাৰ অলপ বুজ পাই আধা বঙ্গলা আধা ইংৰাজীৰে কলে যে তেওঁ বিলাতত যি চৰ্ব্বত খাইছিল তাতকৈ এই চৰ্ব্বত শতগুণে ভাল। কথাটো শুনি শহৰৰ মাকৰ বৰ আনন্দ হল, ছালৰ জখলা আৰু ঘৰৰ খিলিকিৰ ফুটাইদি চোৱা, তিৰুতাবোৰৰ ভিতৰৰ এজনৰ আনন্দৰ সীমা নোহোৱা হল। আমাৰ দেশী ছোৱালীৰ বিলাতী "কম্প্লিমেন্ট" পোৱাৰ সিমান অভিজ্ঞতা নাই। আৰ্থৰৰ চৰ্ব্বত ভাল লগা শুনি কৃষ্ণবিলাসিনীৰ আনন্দৰ সীমা নাইকিয়া হল।

আৰ্থৰেও কি এই নিমিত্তেই তেওঁৰ মাতটো ডাঙৰ কৰি চৰ্পত ভাল পোৱাৰ কথা কৈছিল ?

সুশীতল বাবুৰ মহা আনন্দ। অফিচৰ বৰ চাহাবৰ লৰা ; বুঢা মৰিলে কি বিলাতলৈ গলে তেওঁৱেই বৰ চাহাব হব ; এনে হেন মানুহ তেওঁৰ ওচৰলৈ দিনো আহে। আহা কি আনন্দৰ কথা ! বৈঠকখানাত মানুহ বহিব নোৱাৰা হল। একেই আগেয়েই মানুহ বহা টান আছিল এতিয়া কোনো মানুহ আহিবলৈকে এৰি দিলে। পুৰাৰপৰা গধুলিলৈকে সেই একে কথা,—আৰ্চি চাহাব, আৰ্থৰ চাৰ্লচ্ চাহাব ; ইত্যাদি।

শৰতৰ এনেয়ে "বাবুৱানি কৰা" স্বভাৱ ; আৰ্থৰ চাৰ্লচৰ লগত পৰি সেই স্বভাৱ তেওঁৰ আৰু বাঢ়িল। তেওঁ ক্যামিজ, কাপোৰকানি, জোতা, মোজা এটাইবোৰ ইংৰাজী দোকানৰপৰা অনা হল ; তাৰ লগত দুটা এটা হোটেলত "ক্রেডিট্ একাণ্টত" উঠনাকৈ বস্তু অনা হল। আৰ্থৰ চাৰ্লচৰ টম্-টম্ আছে, শৰতকো টম্-টম্ লাগত পৰিল। বাপেকৰ আনন্দৰ সীমা নাই। 'সাহেবের সঙ্গে সমান চালে চলতে হবে ত. আমি না পাৰি আমাৰ শৰতা কেন পাৰবে না ?" এই বুলি তেওঁ শৰতক টকা দিয়াত হেলা নকৰিছিল। কলিকতাৰ ইংৰাজী দোকানত শৰতৰ খুব প্রতিপত্তি হল। তেওঁ দোকানলৈ সোমালেই ২০।৩০ টকাৰ বস্তু অন্ততঃ কিনিবই লাগিব। হোটেলবোৰত দেশী মানুহক সোমাব নিদিয়ে : কিন্তু শৰতে ধুতি চাদৰ পিন্ধি গৈও সোইবোৰত সোমাব পাৰিছিল। এনেকুৱা দুৰ্ভগীয়া দেশী মানুহ কলিকতাত মাজে মাজে ওলায় যি দুই তিনি বছৰ খুব ধুমধাম কৰে, তাৰপাছত তেওঁৰ অৱনতি ঘটে। ভৌ-ভৌ কৰে জলা জুই যেনে বেছি পৰ নাথাকে ; বৰষুণ বেগাই ঘনাই পৰিলে যেনেকৈ সৰহ সময় নেথাকে, তেনেকৈ তেনেকুৱা মানুহ সৰহ দিন সুকলমে টিকিব নোৱাৰে। ঈশ্বৰৰ ইচ্ছাত শৰতৰ স্বাস্থ্য ভাল আছিল ; সেইদেখি কলিকতাৰ ইংৰাজী হোটেলৰ স্কচ্ হুইস্কীয়ে অথবা ফ্রেঞ্চ ব্ৰাণ্ডীয়ে কিম্বা য়ুৰোপীয় লাওপানীয়ে তেওঁৰ শৰীৰক সিমান আক্রমণ কৰিব পৰা নাছিল ; কিন্তু সুশীতল বাবুৰ পৈতৃক সম্পত্তিক সেইবোৰে সুন্দৰৰূপে আক্রমণ কৰি কৃতকাৰ্য্য হৈছিল। হোটেলত ধাৰৰ, কোম্পানীত ধাৰৰ, অমুক আৰু তমুকৰপৰা ধাৰৰ বিল আহিবলৈ ধৰিলে ; যদিও মুলকফে দিনো পটলডাঙ্গাৰ ঘৰলৈ আহি বিৰক্ত

খৰিবলৈ আৰম্ভ কৰিলে। সুনীতল বাবু তেতিয়াও বৰ্ত্তমান। পূৰ্ব্ব বাঙ্গলাত তেওঁৰ জমিদাৰী আছে ; গতিকে এটাইবোৰ শুজা হল।

বাঘে যদি এবাৰ মানুহৰ তেজৰ সোৱাদ পায়, তাৰ পিছত যি মানুহ বাঘৰ আগত পৰে তাৰ আৰু নিস্তাৰ নাই। যি মানুহে পয়চা এবাৰ খৰচ কৰিবলৈ আৰম্ভ কৰে তেওঁৰ পয়চাৰ আৰু নিস্তাৰ নাই ; যিমান দিনলৈকে তেওঁৰ হাতত এটা পয়চা থাকিব সিমান দিনলৈকে তেওঁ খৰচ কৰিবলৈ নেৰে। দোকানবোৰত আকৌ শৰতৰ খাতিৰ বাঢ়িল। শৰতক দেখিলে মচিও মুলাঁকজৰ জীয়েক মাৰীৰ আকৌ আনন্দৰ সীমা নোহোৱা হল। আৰ্থৰ চাৰ্লচ্ আৰু শৰত যেতিয়া মচিও মুলাঁকজৰ তালৈ একেলগে গৈছিল তাত শৰতৰ খাতিৰ বেছি। আৰ্থৰ চাৰ্লচ পটলডাঙ্গালৈ যেতিয়া ঘনাই যাবলৈ ধৰিলে তেতিয়া আৰু সন্ধ্যা বেলিকা মচিও মুলাঁকজৰ হোটেললৈ শৰত আৰু আৰ্থৰৰ যোৱা নহৈছিল। কিন্তু ৰাতি দহ বজাত আৰ্থৰ যেতিয়া ঘৰলৈ উভতি আহিছিল তেতিয়া দুয়ো অন্ততঃ এক ঘণ্টামান মুলাঁকজৰ হোটেলত জিৰাইছিলেই জিৰাইছিল।

আৰ্থৰ চাৰ্লচৰ পয়চা অগাধ ; তেওঁৰ লগত শৰতে কেনেকৈ জোৰ মাৰিব ? কিন্তু শৰতও ভদ্ৰলোক, আৰ্থৰ চাৰ্লচও ভদ্ৰলোক। অৰ্থাৎ শৰতে যদি প্ৰথমে স্পাৰ্ক্‌লিং মোজেল এবতল (দাম দহ টকা) অৰ্ডৰ দিয়ে, আৰ্থৰে তাৰ পাছত এবতল দিবই দিব। তাৰ পাছত আৰ্থৰৰ বতল শেহ হৈ গলে ভদ্ৰতাৰ খাতিৰত শৰতে আৰু এবতলৰ হুকুম দিবই। তাৰ পাছত আৰ্থৰে আৰু এবতল। এইবোৰ মদ কেৱল যে আৰ্থৰ আৰু শৰতে খাইছিল এনে নহয়, মাৰীও তেওঁলোকৰ লগত বহিছিল। কেতিয়াবা মাজে মাজে মচিও আৰু মেডাম মুলাঁকজও আহি তেওঁলোকৰ লগত যোগ দিছিল। যি দেশতে হওক, হোটেল, ৰেষ্টৰাঁ, বাৰ আৰু শুঁৰীখানাত পৰৰ ওপৰত খোৱা মানুহৰ সংখ্যা কম নহয়। এইবোৰ মানুহ আহি হয়তো এগিলাচ কম দামৰ মদ নিজৰ পয়চাতে কিনি, সেই গিলাচ অতি লাহে লাহে পলম কৰি কৰি খাই, এচুকত বহি থাকে ; তাৰ পাছত সিহঁতে চিনাকি মানুহ দেখিলেই এখালোৱা গিলাচ একাষে থৈ চিনাকি মানুহজনৰে সৈতে নানান কথা পাতিবলৈ ধৰে। এইবোৰ মানুহ প্ৰায়ে গল্পী হয় ; আৰু তাৰ লগতে যদি সিহঁত বিলিয়াৰ্ড খেলিব

জনা হয় তেনেহলে কথাই নাই। এইবোৰ মানুহৰ হাতত পয়চা অলপ-অচৰং থাকে আৰু সিহঁতে চিনাকি মানুহজনক মাতি আনি এগিলাচ খুৱায়; তা পাছত চিনাকি মানুহজনে আকৌ সিহঁতক খুৱায়। তেতিয়া সিহঁতে তেওঁৰে সৈতে বিলিয়াৰ্ড খেলিবলৈ যায়। বিলিয়াৰ্ডত প্ৰায়ে চিনাকি মানুহজন হাৰে। ইত্যাদি ইত্যাদি। লণ্ডনত এনে মানুহৰ অন্ত নাই; কলিকতাতো তাৰ লেখ কম নহয়। দুখৰ বিষয় এনে মানুহ এটাৰ হাতত আমাৰ দুই বন্ধু আৰ্থৰ আৰু শৰত পৰিছিল। এই মানুহটো এবাৰ বজাৰমান ৰাতি দিনৌ মুলঁাকজৰ হোটেললৈ আহিছিল। সেইখিনি সময়ত প্ৰায়ে আৰ্থৰ ঘৰলৈ গৈছিল। শৰতক এই মানুহটোৱে অকলৈ পাই (এই মানুহটোৰ নাম চিনিয়ৰ মুস্কাটো পুমান্টি। সি পৃথিবীৰ সকলো দেশৰ কথা অলপ অলপ জানে, সকলো দেশৰ মাত অলপ অলপ জানে) য়ুৰোপ, আমেৰিকাৰ, মিছায় হওক সঁচায় হওক; বহুতো কথা কবলৈ ধৰিলে। চিনিয়ৰ মুস্কাটো পুমান্টি শৰতৰ বন্ধু হল। "বন্ধু" এই কথাটোৰ সকলো ভাষাতে অপব্যৱহাৰ হয়। আচল সঁচা হৃদয়ৰ বন্ধু কেইজন? এই মানুহটোৰ সৈতে আৰু মাৰীৰ সৈতে কথা কৈ শৰতে ফৰাচী ভাষা ভালকৈ শিকিবলৈ ধৰিলে। ইমানবোৰ টকা মুলঁাকজৰ হোটেলত শৰতে খৰচ কৰি এই যি এটা তেওঁৰ লাভ হল। শৰতে ফৰাচীভাষা অতি সুন্দৰৰূপে কব পৰা হল। আৰ্থৰ এবাৰ বজাত প্ৰায়ে ঘৰলৈ গৈছিল। কেতিয়াবা এবাৰৰ বেছি হলে তেওঁ শৰতৰ লগত পটলডাঙ্গালৈ গৈ শৰতৰ লগতে শুই থাকিছিল।

আৰু এটা কথা কৈ থওঁ। মাৰীৰ বয়স কুৰি। আমাৰ দেশত কুৰি হলেই বুঢ়ী হয় বুলি লোকে কয়। কিন্তু য়ুৰোপীয় সমাজত কুৰি বছৰ পূৰ্ণযৌবনেই নহয়, পূৰ্ণযৌবনত সোমোৱা যেন হে কোনো কোনো সময়ত মনত হয়। মাৰী ফৰাচী। ফৰাচী দেখিবলৈ সুন্দৰ নহলেও সুন্দৰ হব পাৰে। মাৰী সুন্দৰী আৰু গাভৰু। শৰত বঙ্গালী আৰু ডেকা। শৰত এবাৰ নোৱাৰাকৈ মাৰীৰ প্ৰেম-চক্ৰত পৰিল। বগা মুখৰ হাঁহি, বগা মুখৰ মাত, বগা মুখৰ চুমা শৰতৰ প্ৰিয় বস্তু হৈ উঠিল। এনে কি, দেশী বহু মূলীয়া গহনাও শৰতৰ যহত মাৰীৰ গাত উঠিল গৈ। মাৰীয়ে শৰতক ভাল পাইছিল নে?—মাৰীয়ে ভাল পাইছিল; অৰ্থাৎ "নেটিভক" য়ুৰোপীয়ই যিমান ভাল পোৱা উচিত সিমান ভাল পাইছিল।

( ৫ )

আমি কৃষ্ণবিলাসিনীৰ কথা অলপ কওঁ। তেওঁৰ বয়স অতি কম। সৰুতে তেওঁৰ বিয়া হৈছিল। স্বামী কি কৃষ্ণবিলাসিনীয়ে জনা নাছিল। কিন্তু সমান বয়-সীয়া আন ছোৱালীৰ বিয়া হলে কৃষ্ণবিলাসিনীৰ বৰ আনন্দ। যতে বিয়া ততে কৃষ্ণবিলাসিনী। কৃষ্ণবিলাসীনীৰ মাক নাই বাপেকো নাই। কিন্তু কৃষ্ণবিলাসিনীৰ স্বভাব এনে নম্র এনে মিঠা, যি তেওঁক দেখে সিয়েই তেওঁক ভাল পায়, পুতৌ কৰে। তেওঁ হিন্দু বিধৱাৰ দৰে মাছ মঙহ নাখাই-ছিল, কিন্তু দুবেলা ভাত খাইছিল। কৃষ্ণবিলাসিনী সুন্দৰী। বঙ্গালীৰ ভিতৰত এনে সুন্দৰী অতি বিৰল। কিন্তু কি হব? এই সুন্দৰীৰ সৌন্দৰ্য্যৰ অধিপতি কোনো নাছিল। তামোল সজাত, বন্ধাত, ৰান্ধি মানুহক খুৱাত কোনেও কৃষ্ণবিলাসিনীৰ দোষ ধৰিব নোৱাৰিছিল।

আৰ্থৰ চাৰ্লচে বেছ বজাব পাৰিছিল। লাহে লাহে সুশীতল বাবুৰ ঘৰৰ তিকতাসকল তেওঁৰ আগত ওলোৱা হল। ওলোৱাৰ প্ৰথম কাৰণ, শৰত আৰু আৰ্থৰৰ একে বয়স, তাতে আকৌ দুয়ো এনে বন্ধু; দ্বিতীয় কাৰণ, আৰ্থৰৰ বেহালা; তৃতীয় কাৰণ, আৰ্থৰ ইংলণ্ডীয়, আৰু ইংলণ্ডীয়সকলৰ তিকতা মুনিহৰ আগত ওলায়। এই শেহ কাৰণটো আৰ্থৰ চাৰ্লচেই দেখুৱাই দিছিল। কেম্ব্ৰিজৰ লৰাবিলাকে কেৱল যে লেখা-পঢ়া কৰিয়েই সময় কটায় এনে নহয়। তেওঁলোক এটা নে এটা বাহিৰা আমোদ প্ৰমোদত লাগি আছেই। কোনোৱে হয় তো নাও বোৱা লৈয়েই আছে, কোনোৱে হয়তো ক্ৰীকেট, কোনোৱে ফুটবল, কেনোৱে বিলিয়াৰ্ড, কোনোৱে কুস্তি আৰু ব্যায়াম লৈ আছে, কোনোৱে হয়তো মদ খাই তাচ খেলি সময় কটায়, কোনোৱে হয়তো শিক্ষকক ওচৰত নেদেখিলে চুৰটৰ দোকান কিম্বা মদৰ দোকানৰ অধিষ্ঠাত্ৰী গাভৰু ছোৱা-লীৰে সৈতে আলাপ কৰিয়েই আছে, কোনোৱে হয়তো গান বাজনা লৈয়েই আছে। এইবোৰ কৰিও বেছি ভাগ লৰাই ভাল ভাল ডিগ্ৰী লৈ কেম্ব্ৰিজ এৰে। ব্যায়াম, ধেমালি, কুস্তি, লৰা-ঢপৰা এইবোৰ কেম্ব্ৰিজ অক্সফৰ্ডত বৰ আদৰ বস্তু। যি লৰাই ভালকৈ নাও বাব পাৰে সেই লৰাৰ তাত বৰ খাতিৰ। এইবোৰ নানান কাৰণৰ নিমিত্তেই ইংৰাজ আজিকালি পৃথিবীৰ ভিতৰত ডাঙৰ জাতি হৈছে। আৰ্থৰ কেম্ব্ৰিজত থাকোঁতে কোনো অণ্ডৰগ্ৰেজু-

ষ্টেটং ঘৰত যেতিয়া সন্ধ্যা-সম্মিলন হৈছিল তেতিয়া আথ ৰে বেহেলা বজোৱা নিমিত্তে মহা খাতিৰ পাইছিল। আৰ্থৰে ভালকৈয়ে যদি পৰিশ্ৰম কৰি বেহেলা বজোৱা অভ্যাস কৰিলেহেঁতেন তেওঁ এজন বিখ্যাত বেহালা বজাব পৰা মানুহ হলহেঁতেন। সেইদেখি এইটো আশ্চৰ্য্য নহয় যে আৰ্থৰৰ বেহালা শুনি সুশীতল বাবুৰ ঘৰৰ মানুহ মোহিত হৈছিল। আৰ্থৰে অলপ চেষ্টা কৰি বঙ্গলা গানো বজাব পৰা হল। ষ্টাৰ থিয়েটৰলৈ দুবাৰ এবাৰ আৰ্থৰ গৈছিল, আৰু তেওঁ তাৰপৰা ঘৰলৈ আহিয়েই সেই থিয়েটৰত শুনা গানবোৰ ভাল কৈ বজাব পাৰিছিল।

কৃষ্ণবিলাসিনী বেহেলাৰ মাত শুনি দিনে দিনে আৰ্থৰৰ ওচৰ চাপি অহা হল। কৃষ্ণবিলাসিনী, সুন্দৰ মৰমিয়াল আৰু মৰম-লগা কৃষ্ণবিলাসিনী শেহত আৰ্থৰৰ বশ হল!

* * * * *

যেতিয়া এই শোকপূৰ্ণ বাতৰি সুশীতল বাবুৱে শুনিলে তেঁও তেতিয়াই মূৰ্চ্ছা গল। মৰমিয়াল মানুহ সৰল মানুহ সুশীতল বাবুৰ এনে এটা কথা যে ঘটিব কেতিয়াও তেওঁৰ মনত হোৱা নাছিল। সমাজে কি কব এই ভাবি তেওঁ আৰু তেওঁৰ গৃহিনীয়ে পৰামৰ্শ কৰি তেওঁৰ আপোন খুৰীয়েকৰ ওচৰলৈ কৃষ্ণবিলাসিনীক কাশীলৈ পঠিয়াই দিলে। বেচাৰী কৃষ্ণবিলাসিনীয়ে নিজৰ লাজৰ ভাৰ বান্ধি লৈ কাশীলৈ গুচি গল।

সুশীতল বাবুৱে বুঢ়া লৰ্ডইট্‌ অলক এই আটাইবোৰ কথা আদ্যোপান্ত কলে। আৰ্থৰ চাৰ্লচে বাপেকক এখন চিঠি আৰু সুশীতল বাবুক আৰু শৰতক এখন এখন চিঠি লিখি থেলেৰে বোম্বাইলৈ গৈ য়ুৰোপলৈ যাত্ৰা কৰিলে। সেই চিঠি তিনিখনত কি আছিল আমাৰ জানিবৰ দৰকাৰ নাই। সুশীতল বাবুৰ চিঠিত এই আছিল, যে কৃষ্ণবিলাসিনীক আৰ্থৰ চাৰ্লচে বিয়া কৰাবলৈ প্ৰস্তুত আছে, যদি সেই বিষয়ত সুশীতল বাবুৰ একো আপত্তি নেথাকে। কিন্তু আপত্তি থাকিব যেন ভাবিয়েই তেওঁ নিজৰ দোষত লজ্জিত হৈ ভাৰতবৰ্ষ এৰি য়ুৰোপলৈ যাবলৈ ওলাইছে। কৃষ্ণবিলাসিনী নিৰ্দোষী—ইত্যাদি ইত্যাদি"।

এমাহমানৰ পাছত কলিকতাৰ বাতৰি কাকতত এই বাতৰি আমি

ৎ টোয়ে পঢ়িবলৈ পালোঁ যে "পি এণ্ড ও জাহাজৰ ৰেইলিঙত বহি থাকোঁতে মিষ্টৰ এ, চি, লৰ্ডইটঅল নামে এজন যাত্ৰী হঠাৎ জাহাজ দোলোঁতে পানীত পৰি ডুবি মৰিল; জাহাজ ৰাখি নাৱেদি যদিও তেওঁক বিচৰা গল কিন্তু আৰু দেখা পোৱা নগল। ৰাতি এন্ধাৰ থকাৰ গুণেই তেওঁক পোৱা নগল; তাতে আকৌ অপাৰ সমুদ্ৰ।" তাৰ পাছত বাতৰি কাকতে লেখিছিল যে "তেওঁলোকৰ মনেৰে এই মিষ্টৰ এ, চি, লৰ্ডইটঅল কলিকতাৰ বিখ্যাত সাউদ মিষ্টৰ অৰ্থাৎ হেনৰী লৰ্ডইট্‌অলৰ পুতেক; সেইদেখি তেওঁলোকে শোকাতুৰ বৃদ্ধ লৰ্ডইট্‌অলক আন্তৰিক সহানুভূতি জনায়।" ইত্যাদি।

বুঢ়া লৰ্ডইট্‌অলে শোকৰ ওপৰত শোক পাই আৰু সৰহ দিন ভাৰতবৰ্ষত নাথাকিল। ইয়াৰ পাছত তেওঁৰ কাৰবাৰটো এটা কোম্পানীৰ হাতত থৈ এং-লো ইণ্ডিয়ানৰ মৰমৰ ঠাই বোৰ্ণমাথলৈ গুচি গ'ল।

সুশীতল বাবুৱে আৰ্থৰ চাৰ্লচৰ বিশ্বাসঘাতকতাৰ বাতৰি যি দিনাই পালে সেই দিনাই কাম ইস্তফা দি বুঢ়া লৰ্ডইটঅললৈ চিঠি লেখিলে। বুঢ়াই অতি দুখ প্ৰকাশ কৰি সুশীতল বাবুৰ ইস্তফা গ্ৰহণ কৰিলে। যি লাখটকা জমা দি আদিতে তেওঁ কামত সোমাইছিল সেই টকাৰে তেওঁ নিজে স্বাধীন ব্যৱসায় কৰি মনৰ দুখেৰে দিন কটাবলৈ ধৰিল।

তাৰ পাছত শৰতৰ কি হল? শৰতে এইবোৰ কাণ্ড দোষ নিজেই আটাইবোৰ দোষৰ কাৰণ হেন ভাবি পিতৃগৃহ এৰি ভৱানীপুৰত এটা ঘৰ কেৰেয়া কৰি আছিল। তাৰ পাছত সেইখিনি সময়তে মচিও মুলাঁকজ ভাৰত-বৰ্ষ এৰি ফ্ৰান্‌চলৈ যাবলৈ ওলাল। তাৰ পাছৰ জাহাজতে শৰতো ফ্ৰান্‌চ মুৱা হল। চুম্বকে টানিলে লো কেনেকৈ থাকে?

* * * * *

আমি মাৰ্চেলত জাহাজৰপৰা নামোতে এজন মানুহ আহি আমাক চহৰ দেখুৱাম নে বুলি সোধাত, মানুহজনৰ মুখ দেখি ভাল মানুহ যেন ভাবি তেওঁকেই আমাৰ "গাইড" কৰি ললোঁ। চহৰ চাই ভাগৰ খেদাবৰ নিমিত্তে এটি"ক্যাফেত" বহি জলপান খাওঁতেই আমি তেওঁৰপৰা ওপৰত লেখা বিৱ-ৰণটো শুনিছিলোঁ। তেওঁ আমাক তেওঁৰ কাৰ্ড দিছিল। কাৰ্ডখনত এই দৰে নাম লেখা আছিল।

*M. S. C Bonairge.*

**456, Rue de Monton Marseilles.**

Monsieur Bonairge.ক দেখি আমি বৰ সন্তোষ পালোঁ। ইমান দূৰ দেশত ভাৰতবাসী দেখিলে, আৰু দেশী ভাষাৰে কথা কবলৈ পালে কাৰ নো আনন্দ নহয়? আমি তেওঁক যিমান পাৰিলোঁ ৰূপ-বান দি আমাৰ নিজৰ ঠাইলৈ উভতি গলোঁ।

পাঠকক বোধকৰোঁ কব নেলাগে যে এই মচিও বনেৰ্জী আৰু আমাৰ শৰৎ একেজনাই। আৰু এটি কথা; মাৰীয়ে তেওঁক পতিৰূপে গ্ৰহণ নকৰিলে।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

## বাঁহী

দেৱৰ জীয়াৰী বাঁহী আলাসৰ লাৰু,
জনমিছা ভিকহু ঘৰত।
কি আছে কি দিম মই কিহেৰে সুধিম,
নাই একো দুখীয়া হাতত॥
গছৰ তলত আই বহিছা ধীৰেৰে,
মুখত তুলিছা দিব্য বাঁহী।
ধুমুহা মাজত তুমি দিব্য সুৰ ধৰি,
আনিছা মুখত মোৰ হাঁহি॥
সোঁতৰ চাকত পৰি ধৰফৰ কৰি,
ঘূৰি ঘূৰি চাকৰ বুকত।
আগত এন্ধাৰ নিশা, ওপৰে ধুমুহা,
হেৰাইছোঁ কেনোবা দিশত॥

স্নানৰ পোহৰ সুৰ ধঁৰা হে বেগতে,
উটি যক পানীৰ সোঁতত।
পুৱাৰ মাধুৰী সুৰ কাণত পেলাই
শান্তি দিয়াঁ ধুমুহা মাজত॥
পুনৰ খাটিছোঁ বাঁহী সদায় বজোৱাঁ,
দিব্য চকু বিতৰাঁ কণাক।
সুৱঁৰি সুৱঁৰি মই তোমাৰ সুৰক
শান্তি দিওঁ আকুল হিয়াক॥
অমিয়া সুৰক শুনি নাচিছে ম'ৰাই,
তলত ফুলিছে চোপা কলি।
সাৰটাসাৰটি কৰি গছ লতাবোৰে
মৰ্ত্তৰ সন্তাপ নিছে ভুলি॥
বজোৱাঁ ই ক্ষুদ্ৰ বাঁহী, গোৱাঁ উলাহেৰে,
পৰে যেন সদায় কাণত।
শুনিলে বাঁহীৰ সুৰ গুচিব সন্তাপ,
এনে যেন ধৰিছে মনত॥
চিৰজীৱি হোৱাঁ মোৰ সুমলী জীয়াৰী,
বিৰিঙোৱাঁ কোমল জেউতি।
পূৰ্ণিমা জোনৰ দৰে নিৰ্ম্মল সোঁতত
বই যোৱাঁ সোঁতক সাৰটি॥

শ্ৰীদেবেন্দ্ৰনাথ বেজবৰুৱা।

---

# কবিতা।

বিধাতাৰ এই সুন্দৰৰূপে সজোৱা সংসাৰৰ ভিতৰত প্ৰত্যেক বস্তুৱে প্ৰত্যেক ঘটনাই একো একোখনি বিভিন্ন ৰকমৰ সৌন্দৰ্য্যৰ পট চকুৰ আগত তুলি ধৰি মনৰ মাজত নত্ন ভাবেৰে পৰিপূৰ্ণ একোখনি নত্ন ৰাজ্য সৃষ্টি কৰে। সেই ৰাজ্য যে কেৱল বহিৰ্জগতৰ ছাঁবেই আবৃত এনে নহয়,

ভাব লগে লগে আমাৰ সুখ, দুখ, ভয়, বিস্ময়, ভাল লগা, বেয়া লগা ইত্যাদি নানা ৰকম মনৰ ভাব তাত বিৰাজ কৰিছে। সেই ৰাজ্য আমাৰ মনৰ ভাবৰ ৰসত পৰি অশেষ ৰকম ৰঙেৰে ৰঞ্জিত হৈ জিলিকি থাকে। আমাৰ মনে সেই ৰাজ্য নিজ ইচ্ছামতে সম্পূৰ্ণৰূপে নিজৰ তলতীয়া কৰি পাতি লৈছে।

আমি এই জগতত জানিব লগীয়া আৰু শিকিব লগীয়া বহুত কথা আছে। আমাৰ ক্ষুদ্ৰ সীমাবদ্ধ জ্ঞানক যেতিয়া এই অসীম পৃথিবীৰ অশেষ জটিল ৰহস্যপূৰ্ণ ঘটনাৰ গাত ৰিজাই চাওঁ তেতিয়াই আমি আমাৰ হৃদয়ত অজ্ঞানৰ কলা ঢাকনিৰ ছাঁ দেখিবলৈ পাওঁ, আৰু দেখোঁ দিনে দিনে সংসাৰত কত ঘটনা ঘটিছে যে তাৰ লক্ষ যোজনৰ দূৰৈতো থিয় হবলৈ আমাৰ জ্ঞানে সাহ নকৰে। আমি ঘটনাৰ বৈচিত্ৰ্য দেখি একো বুজিব নোৱাৰি তধা লাগি একেথিৰে চাই থাকোঁ; আৰু নিজেই নিজৰ অক্ষমতা বুজিব পাৰি স্বভাৱতে আমাৰ মনত সেইবোৰৰ প্ৰকৃত তথ্য জানিবলৈ এটা ঔৎসুক্য জন্মে; সেই ঔৎসুক্য নিবাৰণৰ লগে লগে আমাৰ সংকীৰ্ণ হৃদয় ক্ৰমশঃ বহল হৈ যায়, আমাৰ মনে তেতিয়া হৃদয়ৰ অজ্ঞানতাৰ দুৱাৰ মুকলি কৰি জ্ঞানৰ পোহৰক সোমাবলৈ বাট দেখুৱাই দিয়ে আৰু তেতিয়া সংসাৰৰ প্ৰত্যেক ঘটনাই আমাৰ মনত একোটি সাঁচ বহুৱাই থৈ যায়। এই সাঁচবিলাকক লৈ মনে আমাৰ ভাবৰ ৰাজ্য গঢ়িবলৈ আৰম্ভ কৰে।

কিছুমান মানুহ আছে তেওঁবিলাকে এইবিলাক কথালৈ কাণ নকৰি শিকিবলৈ বা জানিবলৈ আওকাণ কৰে; তেওঁবিলাকৰ মনে একো আগ্ৰহ নেদেখুৱায়; সঙ্কীৰ্ণ হৃদয় বহল কৰিবলৈ তেওঁবিলাকে মন নকৰে; জ্ঞানৰ পোহৰক দূৰৈত থৈ এই বিশাল পৃথিবীৰ এচুকত পৰি থাকি নিজৰ চিনাকি ঠাইতে নিজেই আলহী হবলৈ ভাল পায়। ইফালে এনেকুৱা মানুহো আছে যাৰ মন সদায় ভাব আৰু কল্পনাৰে পৰিপূৰ্ণ, যি সকলো কথাতেই একোটি একোটি নতুন ভাব দেখিবলৈ পায়, সাংসাৰিক ঘটনাই যাৰ হৃদয়-বীণৰ তাৰ জোকাৰি নানাৰকম ৰাগ ৰাগিণীৰ সুৰ দিয়ে; এনেবিলাক মানুহৰ মনেই ওপৰত কৈ অহা একোখনি অভিনৱ ৰাজ্য সৃষ্টি কৰে। ভাবুকে এই ৰাজ্য বৰ আপোনাৰ বুলি ভাবে আৰু ইয়াৰ ভিতৰেদি অহা যোৱা কৰিবলৈ বৰ

উঠি পায়। আগেয়ে এবাৰ উল্লেখ কৰিছোঁ যে এই বাক্য বহির্জগতৰ ঘটনাৰ ছাঁৰ লগে লগে আমাৰ মনৰ ভাবেৰেও পূর্ণ। অর্থাৎ সংসাৰত আমি কেৱল ঘটনাবিলাক দেখোঁ; ইয়াত তাৰ লগে লগে কোনটো ভাল, কোনটো বেয়া, কোনটো ধুনীয়া, কোনটো ভয় লগা, ইত্যাদি ভাববিলাক জানিব পাৰোঁ। মানুহৰ মনত এই ভাবৰ সোঁত সদায় বৈ আছিছে, অথচ সি সদায় নতুন। মনৰ ভিতৰৰ এই বাক্যখনি বাহিৰত উলিয়াবলৈ মানুহ সদায় যত্নবান, কাৰণ ইয়াক কোনেও নষ্ট হবলৈ এৰি দিব নোৱাৰে; আৰু নষ্ট নোহোৱাৰ একমাত্র উপায় প্রকাশ কৰা; কাজেকাজেই মানুহে সাহিত্যক আশ্রয় কৰিব লগীয়া হয়। কিন্তু যিখনি বাক্য কেৱল হৃদয়ৰ ভাব লৈ গঠিত হৈছে তাক এনেভাৱে বাহিৰত উলিয়াব লাগিব যাতে সেই বাক্যই অইনৰ হৃদয়ৰ ভাব তালৈ টানি নিব পাৰে। অকল সাহিত্যই সেই কামৰ উপযুক্ত নহয়, সাহিত্যৰ লগত আৰু নানাৰকমৰ ছন্দ, অলঙ্কাৰ, ইত্যাদিৰ আৱশ্যক। নিৰলঙ্কাৰ নীৰস সাহিত্যই সেই কাম কৰিব নোৱাৰে। যেতিয়া আমাৰ এই মনৰ বাক্যই সাহিত্যক অৱলম্বন কৰি নানাৰকম ছন্দ অলঙ্কাৰেৰে বিভূষিত হৈ মানুহৰ মন হৰিব পৰা শক্তি লৈ জগতত আবির্ভাব হয় সেয়েই হৈছে কবিতা।

কবিতাৰ প্রধান উপাদান হৈছে ভাব। ভাবৰ ওপৰতেই কবিতাৰ ভাল বেয়া নির্ভৰ কৰে, তাৰ লগে লগে ৰচনা কৌশলো আৱশ্যক; কাৰণ সকলো মানুহৰ মন একে নহয়, এজনৰ যিটো কথাত মনত ভয় লাগে বা বিস্ময় ওপজে আনজনৰ হয়তো সেই কথাত মন বিচলিত নহয়। তেনেহলে যদি আগবজনে তেওঁৰ মনৰ ভাবটি যথাযথৰূপে সাধাৰণ ভাষাত প্রকাশ কৰে তেন্তে সেই কথাই আনজনৰ মনৰ ভাবক অলপো বিচলিত নকৰে। সেইকাৰণে ৰচনাৰ কৌশলেৰে, নানাৰকমৰ ছন্দ অলঙ্কাৰেৰে সজাই ভাবটিক এনে ৰকমে প্রকাশ কৰিব লাগে যে যাতে সি অইনৰ মন আকর্ষণ কৰিব পৰা শক্তি পায়। যি কবিতাটিয়ে মানুহৰ মন যিমান সোনকালে আকর্ষণ কৰিব পাৰিব সেই কবিতাটি সিমান ভাল। ৰচনাৰ কৌশলৰ কাৰণেই কবিতাই অইন সাধাৰণ ভাষাতকৈ মানুহৰ মন সোনকালে আকর্ষণ কৰিব পাৰে।

এইখিনিতে বহুতে কব পাৰে যে কবিতা মানুহৰ আত্মগর্ভ অর্থা আপোনাআপুনি ওলোৱা মনৰ ভাব; যদি সেই ভাবকে মানুহলৈ লক্ষ্য কৰি সেই ভাৱে সজোৱা যায় তেন্তে তাত কৃত্রিমতাৰ ছাঁ আহি পৰে। এই কথা সঁচা। নিজৰ মনত ভাব নহলে দুটামান শেহৰ আখৰ মিলাই পদ লেখি-লেই কবিতা নহয়। ইফালে এইটো কথা জানিব লাগে যে মনৰ ভাববিলাক পৃথিবীত অক্ষুণ্ণ ৰাখিবলৈ সকলো মানুহৰে ইচ্ছা। অতি আদি সময়ৰে পৰা যে মানুহৰ মনত এই ইচ্ছাটি আছে ইয়াক কোনেও দুই কৰিব নোৱাৰে। শিলত কাটিয়েই বা তামৰ ফলিতেই হওক, সাঁচিপাতৰ পুথি-তেই বা পর্ব্বতৰ গাতেই হওক, মানুহে তেওঁবিলাকৰ মনৰ ভাববিলাক সজেজ ৰাখি জগতক দেখুৱাবলৈ চেষ্টা কৰি আহিছে। বুৰঞ্জীৰপৰা আমি এইবিলাক জানিব পাৰোঁ। সেইবোৰ যি হওক, বুৰঞ্জীৰ বিষয়ে আলোচনা কৰা আজি এই প্রবন্ধৰ উদ্দেশ্য নহয়, সেইকাৰণে সেই বিষয়ে একো নকৈ কেৱল ইয়াকে মনত ৰখা উচিত যে মানুহৰ মনে অইন বহুতৰ মনক তলতীয়া কৰি ৰাখিবলৈ চায়; সেইকাৰণেই মানুহে ভাব প্রকাশ কৰিবৰ সময়ত নানা কৌশল আশ্রয় কৰে। কবিৰ অসাধাৰণ কল্পনাৰ আগত ৰচনাকৌশল একোৱেই নহয়। সি আপোনাআপুনি নৈৰ সোঁতৰ দৰে মনৰপৰা ওলাই থাকে। কবিৰ এই এটি স্বাভাবিক গুণ। সেইকাৰণে বহুতে চেষ্টা কৰিও কবি হব নোৱাৰে। যি চেষ্টা কৰি মুৰ ঘমাই এটা বা দুটা কবিতা লেখে তাত যদি স্বাভাবিক মনৰ সোঁত যথাযথ ৰূপে প্রকাশ নেপায় তেন্তে সেই কবিতা লেখাৰপৰা একো উপকাৰ নাই। সি স্বাভাবিক কবিতাৰ দৰে ৰসাল নহয়। কবিৰ কল্পনাই নিজৰ মনৰ ভাবক বা নিজৰ সুখ দুখক কোনো নিৰূপিত বা বর্ত্তমান সময়ৰ কাৰণে আবদ্ধ ৰাখিব নোখোজে, তাক চিৰকালব্যাপী কৰিবলৈ ইচ্ছা কৰে। সেইকাৰণে কবিৰ প্রধান লক্ষ্য বর্ত্তমান মানৱ সমাজ নহয়, চিৰকাল স্থায়ী মানৱ সমাজ, অর্থাৎ তেওঁ এনে একোটি কল্পনাপ্রসূত ভাব থৈ যায় যি চিৰ-কালৰ কাৰণে মানুহৰ মনত আনন্দ দিবলৈ পিছ নোহোঁহকে। মনৰ বস্তু বাহিৰৰ, ভাবৰ বস্তু ভাষাৰ, আৰু নিজৰ বস্তু সকলোৰ কৰাই কবিতাৰ প্রধান উদ্দেশ্য। সংসাৰৰ ঘটনাবিলাক বিশেষৰকমে মনৰ মাজর্ত নিজৰ

কবি লৈ কল্পনাৰ বলেৰে সেই নিজৰ বস্তুখিনিকে সৰ্ব্বসাধাৰণৰ কাৰণে উভয়াৰ কৰাই কবিৰ প্ৰধান কাম। মনে সংসাৰৰপৰা বস্তু বাছি বাছি নিজৰ কৰি লৈছে, কল্পনাই তাকে সকলোৱে সমান ভাৱে ব্যৱহাৰ কৰিব পৰা কৰি সাজিছে। কবিয়ে এই কল্পনাৰ বলেৰেই মনৰ ভাৱবিলাক সকলোৰ কাৰণে সমান কৰি চিৰকালস্থায়ী কৰি যায়। সেইকাৰণে কত সুন্দৰ ভাবপূৰ্ণ কবিতাই বহুকালৰেপৰা মানৱ সমাজৰ শিক্ষাৰ, অৱস্থাৰ পৰিবৰ্ত্ত-নলৈ আওকাণ কৰি নিজৰ সৌন্দৰ্য্য আৰু মহত্ব অক্ষুণ্ণ ৰাখিছে। প্ৰকৃতিত কত সুন্দৰ বস্তু আছে যাক আমি এখন্তক ৰৈ নেগোৱাকৈ যাব্ নোৱাৰোঁ। যাক আমি ভাব আৰু কল্পনাৰে আৰু সুন্দৰ কৰি তুলি তাৰ সৌন্দৰ্য্য চাই হেঁপাহ নপলায়; যিমান বাৰ চাওঁ, সিমান বাৰ নতুনকৈ চাবলৈ মন যায়; যি সদায় আমাৰ মনত নতুন সুখ দিয়ে। এয়ে কবিতা। কবিতাই সুন্দৰৰ সৌন্দৰ্য্যক এখনি পটৰদৰে আনি আমাৰ আগত ধৰেহি। পটত আমি কেৱল ভাবৰ আকাৰ দেখোঁ, কবিতাই তাক সজীৱ কৰি তোলে। কবিতাৰ সৌন্দৰ্য্য চিৰকালস্থায়ী, যিমান বাৰ চোৱা যায় সিমান বাৰ মন আনন্দেৰে পৰিপূৰ্ণ হয়। এইকাৰণে কোনোবাই যদি নিজৰ মৰমৰ বস্তু এটিক চিৰকাললৈ মানৱ সমাজত থৈ যাব খোজে তেন্তে তেওঁ ভাবৰ আশ্ৰয় লব লাগিব, কাৰণ ভাবেই কবিতাৰ প্ৰধান অঙ্গ। সূৰ্য্য পূব ফালে উঠে এই কথাটি সকলোৱে জানে আৰু এই কথাই মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰে। কিন্তু যেতিয়া জগতে পুৱা সূৰুযৰ সোণালী কিৰণত গা ধুই জকমক্ কৰে, সেই সময়ৰ সৌন্দৰ্য্য সেই সময়ৰ যে আনন্দ সেয়েহে মানুহৰ মন আকৰ্ষণ কৰে। জোনৰ পোহৰ সকলোৱে দেখিছে, তটিনীৰ কুলু কুলু মাত সকলোৱে শুনিছে, দুপৰ ৰাতি জগতত কাৰো সাৰ-সুৰ নাই সেইটো সকলোৱে জানে, এইবিলাক কথাই মানুহৰ মন টানি আনিব নোৱাৰে; কিন্তু কোনোবাই যদি এনে দুপৰ ৰাতিত আৰু তটিনীৰ পাৰত বহি তটিনীৰ কুলু কুলু সুৰৰ দুখৰ কান্দোনৰ লগত নিজৰ হৃদয়ৰ সমবেদনা জনাই সেই সময়ৰ মনৰ সেই ভাৱবিলাক জগতত প্ৰকাশ কৰি থৈ গৈছে, সেয়েহে মানুহৰ মন টানি আনি কবিৰ ভাবৰ লগৰীয়া কৰিব। কবিয়ে সংসাৰৰ প্ৰত্যেক ঘটনাতে এখোটি ভাবৰ স্থল পায়। পুৱা তমসা নৈত

বাল্মীকি মুনি পা ধুবলৈ গৈছে। নীল আকাশৰপৰা পুৱা সূৰুযৰ সোণালী কিৰণ নামি নৈৰ ৰতাহত নাচি থকা পানীৰ মাজত পৰি জকমকাৰ লাগিছে, দূৰৈত এহালি শৰালিয়ে ৰং মনে পানীত ওপঙি ওপঙি ধেমালি কাৰ ফুৰিছে, কি যেন এক নতুন আনন্দৰ ভাবে জগতক মেৰাই আছে। প্ৰকৃতিৰ এনে বিশ্ববিমোহন ৰূপ দেখি কবি ভাবত বিভোল। অকস্মাতে কৰবাৰ পৰা ব্যাধৰ কাঁৰ এডাল আহি শৰালি হালিৰ এটিক মাৰি পেলালে। ইটিয়ে লগৰীয়াটিক ব্যাধৰ কাঁৰত চটফটাই মৰি যোৱা দেখি কান্দোনত বম থলক্ লগালে। মুহূৰ্ত্ততে সুখৰ দৃশ্যক বিষাদে আহি ঢাকি পেলালে। এনে সময়ত কবি কি আৰু স্থিৰ থাকিব পাৰে? আচম্বিতে তেওঁৰ মুখৰপৰা শোক ছন্দেৰে ওলাই গল,—

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চ মিথুনাদেকমবধীঃ কামমোহিতং।"

কত শ বছৰৰ আগেয়ে এই ঘটনা ঘটিছিল, তাৰ পাছত জগতত কত পৰিবৰ্ত্তন হল, কত দেশ ধ্বংস হল, কত দেশ নতুনকৈ উঠিল, কত জাতিৰ নাম জগতৰপৰা লোপ পালে, কত জাতি ক্ষমতাশালী হল. কিন্তু জগতৰ সকলো পৰিবৰ্ত্তনলৈকে পিঠি দি এই শ্লোকে আজিলৈকে তাৰ ভাবৰ সৌন্দৰ্য্য সজীৱ কৰি ৰাখিছে। চাৰিও ফালে পৰ্ব্বত, মাজত উপত্যকা ভূমি, সন্ধিয়া বেলিকা সূৰ্য্য যাওঁ যাওঁ হৈছে, সেই পশ্চিম মুখীয়া সূৰুযৰ কিৰণ পূব ফালৰ পৰ্ব্বতৰ শিখৰত পৰি পৰ্ব্বতৰ শিখৰ জিলিকি পৰিছে, তলৰ উপত্যকা লাহে লাহে আন্ধাৰ হৈ আহিছে; এনেকুৱা দৃশ্য বহুতে দেখিছে, কিন্তু কেই জনৰ মনে এই দৃশ্য দেখি নিজৰ জন্মভূমিলৈ মনত পৰি কবি বৰ্ডচ্‌ৱৰ্থৰ দৰে কৈ গৈছে?

**"A lingering look he fondly throws**
**On the dear hills where first he rose."**

তাৰ লগতে জনমভূমিৰ উদ্দেশে কৈছে

**"My soul will cast the backward view**
**The longing look alone on you."**

কেনে মনোহৰ ভাব! কেনে সুন্দৰ কথা! বহুতাৰ মনত পৰে তওঁবাৰ

মন নতুন আনন্দ-রসেরে আপ্লুত হয়। কবিতার এই চিরমধুরতার কারণেই জগতত ই আজি ইমান আদরণীয়। বহুত দিনর আগেয়ে লিখা কালিদাসর শকুন্তলা, মেঘদূত, আদিলৈকে পুরণি হোৱা নাই; সকলোয়ে তাক হেঁপাহরে পঢ়ে, সকলোৱে তাত সমান আনন্দ পায়, তারপরা মধুরতা, সৌন্দর্য্য লব পরা যায়; সেই কারণে আজি সেই কবিতাই জগতত ওখ আসন অধিকার করিছে; চিরকাললৈকে জগতত তার সৌন্দর্য্য জিলিকি থাকিব।

অৱশেষত ইয়াকে দেখা গল যে জগতর ঘটনাই মনর যাজত যি ভাব উদয় করে, অইনর মন মোহিব পরা শক্তিরে সৈতে সেই ভাবর বিকাশেই কবিতা; মন আরু কল্পনাই কবিতার সৃষ্টিকর্ত্তা; ভাব তার অঙ্গ; মানর সমাজেই বিকাশর স্থল। কবিতা সদায় মধুর, সদায় নতুন, তার রস কোনেও একেবারে অন্ত করিব নোৱারে বা অকলৈয়ো ভোগ করিব নোৱারে। রজা প্রজা চহকী দুখীয়া কোনো এই সুখরপরা বঞ্চিত হোৱা নাই। ধনরত্ন পূর্ণ সুন্দর পকীঘরর ভিতরত থকা চহকীকো যেনে সি সুখ দিয়ে, খাবলৈ নেপোৱা নিঃকিন গছর তলত থকা দুখীয়াকো তেনে সুখ দিয়ে। পালি প্রহরীয়ে বেঢ়ি থকা, অশেষ রকমর সুন্দর সুন্দর মণিমুক্তাই জকমকোৱা প্রকাণ্ড প্রকাণ্ড প্রাসাদত থকা মূরত মুকুট পিন্ধা রজাকো যেনে সি সুখ দিব, অকলসরীয়া, দুবেলা দুমুঠি খোৱা, জুপুরী ঘরত থকা সামান্য ভিকহু প্রজাকো তেনে সুখ দিব। কবিতাত কবির হৃদয়র তলিত থকা ভাব জিলিকি উঠে, কবির সুখ, দুখ, আশা, নিরাশা, ভাবর উচ্ছ্বাস, মনর আবেগ, কেতিয়াবা উলাহত হাঁহিছে, কেতিয়াবা বেজারত কান্দিছে, কেতিয়াবা পেপুৱা লাগি একেথিরে চাই আছে। কবির সকলোখিনি মনর ভাব কবিতাত জলন্তৰূপে জলি থাকে। কবিতাই আমাক সেই রাজ্যলৈ লৈ যায় যি রাজ্যত বহি কবিয়ে কল্পনার বলেরে ছবি আঁকিছিল। আমি সেই রাজ্যর অসীম সৌন্দর্য্য দেখি সংসারর জ্বালা যন্ত্রণা পাহরি কবির ভাবতে ভোল গৈ আপোন হেৰুৱা হওঁ। আরু কবিতাই কি করে? কবিতাই কল্পনার রাজ্যত ফুরাই, পারিজাত ফুল ফুলি থকা নন্দন কাননর দাতিয়েদি বৈ যোৱা মন্দাকিনীর তীরর অপ্সরাসকলর সুমধুর সঙ্গীতপরিপূর্ণ স্বরগর অপূর্ব্ব শোভা দেখুৱাই, মন আনন্দেরে প্রফুল্লিত করি, পুনর মরতলৈ নমাই যেথর গাজনিরে সৈতে

ভীষণ ধুমুহাপূৰ্ণ প্ৰকৃতিৰ ভয়ঙ্কৰ মূৰ্ত্তি আগত তুলি ধৰি ভয় লগুৱাই, হৃদয়-বিদাৰক মৃত্যুৰ ছবিৰ কাষেদি লৈ গৈ, প্ৰাণত শোকৰ বেগ উঠোৱাই, শৰতৰ নিৰ্ম্মল জোনাক সৰগৰ তলেদি আনি, বসন্তৰ কুঁহি কুঁহি নতুন ফুল পাতেৰে অকৃত্ৰিম গছলভাবে সুসজ্জিত প্ৰকৃতিৰ বিতোপন মন মোহা ৰূপেৰে, হৃদয়ক বিস্ময় ৰসেৰে বুকুৱাই, নিৰ্জীৱ মনৰ ভাব সজীৱ কৰি, মৰমৰ প্ৰাণত শান্তিৰ পানী ছতিয়াই দিয়ে।

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

---

## ৰূপাবৰ বৰুৱাৰ সামৰণি।

ৰৰবকৰাই বাঁহী বাদ্য কৰে।



ৰ, ৰ, হতচিৰী হোৱা! নবজাবি! টানি আজুৰি মাছুহক মাৰিব খুজিছনে কি? হাম্‌খুটিখাই পৰিব যাওঁ যদি?

---

## চিৰ-লগৰীয়া।

বিচাৰি ইমান দিনে জীৱনৰ সঙ্গী
পালোঁ মই চোৱাঁ এই ৰাখিছোঁ হিয়াত।
মৰমেৰে সনা কেনে পবিত্ৰ মুখ'নি,
পবিত্ৰ হিয়াৰ কান্তি প্ৰকাশে আভাত।

তিৰ্‌বিৰ্‌ চকু দুটি কঁপিছে হিল্লোলে,
উঠলি পৰিছে সৈয়া প্ৰেমৰ আবেগ।
কি মধুৰ হৃদয়ৰ দিছে পৰিচয়,
সংসাৰত শান্তি ঢালি আঁতৰাব মেঘ।
জীৱনক মধুৰেৰ পূৰ কৰিবলৈ
কৰপৰা পাওঁ এই মোহিনী প্ৰতিমা।
সংসাৰত দুখে সুখে লগৰীয়া মোৰ
পৰম বান্ধৱ এই আশ্বাস আত্মা।
সুন্দৰৰো সুন্দৰ সংসাৰ হৃদিনীয়া।
প্ৰাণে প্ৰাণে বন্ধা মোৰ চিৰ-লগৰীয়া।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

---

# আই মোৰ আসাম।

( সুৰ মিশ্ৰ )

আই মোৰ আসাম নিচলা আসাম দুখিনী আসাম
আমাৰ দেশ!
কিয়নো আই তোৰ এমুৱা বিলায় কিয়নো আই তোৰ
এমুৱা বেশ?
কিয়নো আই তই চকু-লো টুকিছ নেবান্ধ আই তই
মূৰৰ কেশ?
লাখে লাখে তোৰ লৰা ছোৱালীয়ে সাদৰি মাতিছে
আমাৰ দেশ।

ঘোষা। কিহৰ দুখ তোৰ কিহৰ শোক তোৰ কিহৰ লাজ তোৰ কিহৰ ক্লেশ
সকলোটি মিলি ভায়ে ভণীয়ে সাদৰি মতিলে আই মোৰ দেশ।

উপজি যি ঠাইত শঙ্কৰ মাধৱে বৈষ্ণৱ ধৰ্ম্মৰ সাধিলে জয়।
আজিও যি ধৰ্ম্ম ভাৰতবৰিষে স্তুকতি প্ৰণত চৰণে লয়।

অনন্ত কন্দলী ৰাম স্বৰস্বতী যাৰ কীৰ্ত্তি দিলে বিয়াপি দেশ।
সেয়ে নো নহ নে আই তই আসাম সেয়ে নো নহ নে আমাৰ দেশ?
কিহৰ দুখ তোৰ ... ... ইত্যাদি।

তোমাৰে সুপুত্ৰ ৰজা ভগদত্তে ভাৰত যুদ্ধত কৰিলে ৰণ।
তোমাৰে জীয়ৰী ৰুক্মিনী সুন্দৰী ৰূপত কৃষ্ণৰো মোহিলে মন।
সতীৰ আদৰ্শ কুৱঁৰী জয়মতী পতিৰ হস্তে ত্যজিলে প্ৰাণ।
সেয়ো নো নহ নে আই আমাৰ সেয়েই নিশ্চয় নোহোৱ আন।
কিহৰ দুখ তোৰ ... ... ইত্যাদি।

যদিও আই তোৰ এসুৱা বিলাই অনাথিনী নাই তোতপৰে।
নাই প্ৰীতি নাই লৰা ছোৱালীৰ হাহাকাৰ আজি ঘৰে ঘৰে।
গুচাম গুচাম ই দুখ তোমাৰ নকৰা বিমন আই মোৰ দেশ।
মিলিলে সকলো লৰা ছোৱালীয়ে নেথাকে তোমাৰ দুখৰ লেশ।
কিহৰ দুখ তোৰ ... ... ইত্যাদি।

শ্ৰীতৰুণৰাম ফুকন।

---

# সম্পাদকৰ চৰাৰ বুলনী।

বস্তি।—"বস্তিয়ে" "বাঁহীৰ" কিছুমান ভুল ধৰি ৭ ফেব্ৰুৱাৰিৰ কাকতত উলিয়াই দিছে। বস্তিয়ে "বাঁহীৰ শ্ৰীবৃদ্ধি আৰু দীৰ্ঘজীৱন কামনা" কৰে, সেইদেখি যাতে বাঁহী "অপায় অমঙ্গলৰ আশঙ্কা এৰাই" নিৰ্দ্দোষ হয় তাৰ নিমিত্তে তেওঁৰ নথৈ যত্ন। বাঁহীক ভাল কৰিবলৈ যে বস্তিয়ে ইমান পুৰুষাৰ্থ কৰিব লাগিছে; আৰু বাঁহী গৰ্ভাৱস্থাত থকাৰ দিনবেপৰা আজিলৈকে যে তেওঁ প্ৰথমত সেই সুখবৰ শুনি, দ্বিতীয়ত সুখবতকৈও সুখবৰ বাঁহীৰ জন্ম দেখি, তৃতীয়ত বাঁহীৰ "গা চাই ফুমুৰা আৰু মাটি চাই ভৰি-নেপেলোৱা" শিশুলীলা দেখি, মনত হৰিষ পাই একাদিক্ৰমে সন্তোষ লভি আহিছে, আৰু আগলৈ "বাঁহীয়ে সকলোপিনে উন্নতি লাভ কৰিব এই বাঞ্ছা" কৰি আছে, তাৰ নিমিত্তে বাঁহীয়ে তেওঁৰ শলাগ নলৈ থাকিবৰ কোনো

উপায় দেখা পোৱা নাই। কিছুমান সদাশয় মানুহ আছে, তেওঁলোকৰ নিজৰ গাত যত দোষ থাওক, তেওঁলোকে স্বাৰ্থপৰ হৈ সেইবোৰ গুচাবলৈ চেষ্টা নকৰি স্বাৰ্থত্যাগ কৰি লোকৰ গাৰপৰা হে দোষৰ চেকা গুচাবলৈ ব্যস্ত হয়, আৰু লোকৰ গাত সেই দোষৰ চেকা তেওঁলোকে দেখিলে তেওঁলোকৰ অন্তৰ বাস্তবিকপক্ষতে ব্যথিত হৈ পৰে। বন্তিয়ে ধৰা বাঁহীৰ ভুলবিলাকৰ ভিতৰৰ দুটা এটাৰ বাহিৰে বাকীবোৰ যদিও ভুল বুলি বাঁহীয়ে স্বীকাৰ কৰিবলৈ গলে বন্তিৰ মান ৰাখিবৰ অৰ্থে তেনেকুৱা কৰাৰ বাহিৰে আন একো কৰা নহয়, তথাপি বাঁহী "সবাতকৈ স্লমনীয়া কেচুৱা" হোৱা বাবে সেই কথা পকা তেলৰ বন্তিক বাঁহীয়ে মাত ফুটাই কবই নোৱাৰে। তাৰ বাহিৰেও এইটোও মন কৰিব লগীয়া কথা যে বন্তিয়ে বাঁহীৰ বয়সলৈ চাই এইবাৰ "আটাইতকৈ কোমল সমালোচনা" কৰি বাঁহীক "সাবধান" কৰিয়েই এৰিছে, কিন্তু আকৌ বাঁহীৰ গাত ভুলৰ ছুষ্টালি দেখিলে তেওঁ যে বাঁহীক শুদাই এৰিব এনে আশা কৰিব নোৱাৰি। গতিকে, বন্তিৰ অলেখ ভুল (শুধ) আৰু "ব্যাকৰণ-বিভ্ৰাট" (গুণ) বাঁহীৰ চকুত পৰিলেও বাঁহীয়ে সেইবোৰ কেতিয়াও ভুল বুলি কব নোৱাৰে। যেইবোৰ বন্তিৰ জিলিঙনি বুলিহে বাঁহীয়ে ধৰি লব। সেইদেখি বাঁহীয়ে বন্তিৰ "১০ম বছৰ; সোমবাৰৰ"পৰা আৰম্ভ কৰি "শ্ৰীভদৰাম দাসৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত" লৈকে গোটেইখন আৰ্ষপ্ৰয়োগ বুলিহে ধৰি লৈছে। বাঁহীয়ে বন্তিৰ বিষয়ে সৰহ আৰু একো নকয়।

∴

চৰিতাৱলী।—শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱা দ্বাৰা ৰচিত। গ্ৰন্থকৰ্ত্তাই পাতনিত লেখিছে—"এই পুথিত কেবাজনো লব্ধপ্ৰতিষ্ঠ পুৰুষৰ জীৱনচৰিত্ৰ দিয়া হৈছে। গ্ৰীচৰ দাৰ্শনিক পণ্ডিত চক্ৰেটীচৰ জীৱনচৰিত্ৰ যেনেকৈ সকলোৱে জানিব লাগে, সেইদৰে আসামৰ আনন্দৰাম বৰুৱাৰ বিষয়েও জনা উচিত।" আমিও সেই কথাত হয় দিওঁ। এই কিতাপখন পঢ়ি আমি বৰ সন্তোষ পাইছোঁ। লেখক ইংৰাজী আৰু অসমীয়া দুই কলমতে পৈণত; তেওঁৰ কাপৰপৰা এনেকুৱা কিতাপ আমি সততে আশা কৰোঁ। চক্ৰেটীচ, বেঞ্জামিন ফ্ৰেঙ্কলিন, গ্লেডষ্টোন, যোবাই ভায়ুলী ৰবৰবৰা, আকবৰ, প্যাৰীচৰণ

চৰকাৰ, জগন্মোহন বসু আৰু আনন্দৰাম বৰুৱাৰ জীৱন চৰিত্ৰ উক্ত অসমীয়াত সুন্দৰকৈ চমুকৈ লেখি ইয়াত দিয়া হৈছে। দুটা চাইটা ছাপাখানাৰ ভুলৰ বাহিৰে আন ভুল কিতাপখনত অনেক কম। কিতাপখন স্কুলত চলা দেখিলে আমি ৰং পাম।



জ্ঞান-মালা।—শ্ৰীমতী হেমপ্ৰভা দাসৰ দ্বাৰাই ৰচিত। বেচ চাৰি অনা। লেখিকাই কৈছে "সাধুৰ আকাৰে উপদেশ দিয়া সৰল ভাষাৰ কিতাপে লৰাক যিদৰে উপদেশ দিয়ে সেইদৰে মনত আনন্দও দিয়ে; আৰু যি কামটো আমি ভাল পাওঁ তাক সহজে শিকিব পাৰোঁ আৰু বহুকাল মনত থাকে, ইয়াকে মনত ৰাখি সৰল ভাষাত উপদেশ দিবৰ অৰ্থে এই পুথি লিখা হল। কিমান দূৰ সফল-কাম হব পাৰিছোঁ তাক কব নোৱাৰোঁ।" আমি কওঁ যে তেওঁ সম্পূৰ্ণৰূপে সফলকাম হৈছে। তেওঁ সুন্দৰ ভাষাৰে প্ৰীতিপূৰ্ণ উপদেশেৰে লৰাছোৱালীৰ মনোৰঞ্জন কৰি সাধুবোৰ লেখিব পাৰিছে। এই কিতাপখনি পাই আমি বৰ আনন্দিত হৈছোঁ। লেখিকা আসামত স্ত্ৰীশিক্ষাৰ সুফল। তেওঁৰ হাতৰপৰা আমি নতুন নতুনকৈ আৰু কিতাপ পাবৰ আশা কৰি ৰলোঁ। তেওঁৰ কিতাপখনি পঢ়াশালিত চলিবৰ যোগ্য। কিতাপখনিৰ যি অলপ-অচৰপ বৰ্ণাশুদ্ধি আৰু ব্যাকৰণ দোষ আছে, দ্বিতীয় তাঙ্গৰণত সেইবোৰ শুধৰাই দিলে সি নিৰ্দ্দোষ হব। আমি দুটা চাইটা মাথোন উলুকিয়াই দিওঁ। "লৰৰি" পদ্যতহে ব্যৱহৃত হয় গদ্যত লৰি হব লাগে। "সিংহটোয়ে নহৈ সিংহটোৱে হব লাগে "বৰষুণ পৰিব ধৰিলে" নেলেখি বৰষুণ পৰিবলৈ ধৰিলে লেখা উচিত। উদ্ভিদ ৮.বন্ধত লেখা হৈছে "আমাৰ চাৰিওফালে যিবিলাক বস্তু দখিবলৈ পাওঁ সকলোবিলাক তিন ভাগে বিভক্ত; চেতন, অচেতন আৰু উদ্ভিদ।" বস্তুবিলাক দুভাগত হে বিভক্ত হোৱাটো শুদ্ধ,—সজীৱ আৰু নিৰ্জীৱ। উদ্ভিদ সজীৱ পদাৰ্থৰ ভিতৰুৱা। বিদ্যাসাগৰে তেওঁৰ "বোধোদয়"ত পদাৰ্থবোৰ চেতন অচেতন আৰু উদ্ভিদ এই তিনি ভাগত যদিও বিভক্ত বুলি লেখিছিল, সেইটো ঠিক শুদ্ধ নহয়। বোধকৰোঁ আজি কালিৰ বোধোদয়ত সেই ভুল শুধৰোৱা হৈছে। "পকয়া" অশুদ্ধ, পকৱা হে শুদ্ধ। "ভাগ্যে গাতটো দ নাছিলে" আৰু "গছজোপা আজৰত আছিলে"

নেলেখি "ভাগ্যে...নাছিল," আৰু "গছজোপা...আছিল" লেখাটোহে শুধ। "মহটোৱে হুকৰিব ধৰিলে। তাৰ হুকৰণি শুনি"। মহৰ মাতক টেঁটনিহে বোলে হুকৰণি নোবোলে। মহে টেঁটাইছে। "জিয়েক" নেলেখি জীয়েক লেখিলে শুধ হব। এনে যি দুইচাইটা দোষ কিতাপখনত আছে, সেইবোৰ লেখিকাই শুধৰাই দি তেওঁৰ সুন্দৰ কিতাপখন আৰু সুন্দৰ কৰিব যেন, এই আশা কৰিলোঁ।

---

# অসমীয়া ভাষা।

Damn অসমীয়া, নোৱাৰি লেখিব, go to devil হ'ক!
ইংৰাজী idea express নহয়, নাই wordৰ stock ॥
Quarter hour brainক খটালোঁ, মিছাতে কৰিলোঁ try।
কটা-কূটা কৰি এপিঠি কাগজ spoil কৰিলোঁ হায় ॥
লেভেৰা grammar, pronunciation কিৰাকিৰি বাং বিং।
Figure নায়েই, phrase idiom awfully wanting ॥
বানানৰ আউল নেভাগে নিছিগে, ভাবঁামানে বাঢ়ি যায়।
High thought বোৰ লেখি দিবলৈ এটি কথাও নাই ॥
Nice picture কঠুৱা কথাৰে লেখিলে কঠুৱা হব।
Fine fine ভাব নোৱাৰি মিছাতে পানীত পৰিব দিব ॥
কোনে কব পাৰে লেখা বেয়া হয় লেখিব নেজানো গুণে?
মোৰ দোষ নাই ভাষাটোহে বেয়া অন্য লোকে তাক জানে ॥
A. B. C. পঢ়িলোঁ, কলেজ যোগালোঁ, পৰীক্ষা কৰিলোঁ pass।
টোপোলা-টোপোলে বেতন ভুগিছোঁ, দিনো খেলিছোঁ তাচ ॥
কোনে ছুটি লব, promotion পায়, ইয়াৰো ৰাখিছোঁ যুজ।
তেও যদি মোক নজনা বুলিবা, তুমি এটা great goose ॥
বয়স বাঢ়িলে pension লৈ ভেৰতে ওলন্দ খাম।
মিটিঙ্গত চকি আগত নেপালে খাও দি উভতি যাম ॥
Nasty ভাষাৰ কথাও নেশুনোঁ, waste নকৰোঁ কাল।
লোকৰ জগৰ খুঁচৰি খুচৰি society কৰিম ভাল ॥
Damn অসমীয়া মুগুনো, নপঢ়োঁ, নেলেখোঁ, নধৰোঁ কাপ।
নাম শুনিলেও Damn Damn বুলি দূৰতে ধৰিম জাঁপ ॥

শ্ৰীচন্দ্ৰধৰ বৰুৱা।

# বাঁহী।

পশিছে কাণত এটি সুমধুৰ তান,—
আত্মা বিভোল।
বাজিছে হিয়াত আজ এটি সুবিমল
আনন্দৰ ৰোল।
সুকোমল প্ৰাণা আই অসম মাতৃয়ে
হৰিষত অতি।
মধুৰ সঙ্গীত গায় মন উলাহত
আনন্দৰ গীতি।
'বাঁহীৰ' সুৰত পমি অসম জননী
উজ্বলিল প্ৰাণ।
ধৰোঁ আহাঁ সবে মিলি মাতৃ লগে লগে
আনন্দৰ গান।
অমিয়া বাঁহীৰ সুৰ পশোক জগত
হক বিমোহিত।
উৎসাহী সেৱকদল আহাঁ আগুৱাই
ধৰি একেচিত।
'বাঁহীৰ' সুৰতে সুৰ-ললিত লহৰী
দিয়াঁহি বজাই;
শুনি সেই সুৰ যেন অসম মাতৃৰ
আনন্দ উধায়।
যি বাঁহী-সুৰত পমি গোকুলৰ নাৰী,
উন্মাদিনী প্ৰায়
আনন্দে মগণ হৈ কৃষ্ণক হিয়াত
ধৰিছিল হায়!
নোৱাৰোঁ কৰিব যদি সি বাঁহীৰ সম
ই বাঁহীৰ তান,
নোৱাৰোঁ মজাব যদি সবে মিলি-জুলি,
সংসাৰৰ প্ৰাণ।
কিন্তু সন্তানৰ এই বাঁহীৰ সুৰত
অসম-জননী।
আনন্দে উৎফুল্লা হই থাকিব নিচয়
মানি সৌভাগিনী।

শ্ৰীমহীচন্দ্ৰ বৰা।

**প্ৰথম বছৰ, পঞ্চম সংখ্যা**

# সূচী

# মাধুৰী।

ফুটো নে নুফুটোকৈ
　　ফুৰলীয়া কলিটি।
ওঁঠত লাজেৰে বৈ
　　মিচিকীয়া হাঁহিটি।
সামৰি, পাহৰি গৈ
　　মেলি আধা প্ৰাণটি।
উদঙাই ঢাকি থৈ
　　উঠি অহা বুকুটি।
খোলোকাই মোকোলাই
　　এধা বন্ধা খোপাটি।
হয় নে নহয়কৈ
　　আধা ফুটা মাতটি।
শুনো কি নুশুনো ঐ
　　উটি অহা গীতটি।
ৰিনিকি ৰিণিকিকৈ
　　কৰবাৰ বাঁহীটি।
উচুপি নিচুকি গৈ
　　থমকীয়া ঠেহটি।
লুকুৱা ভুমুকাকৈ
　　ছয়ামৰা পেঁচটি।
হাঁহোঁৱেই নে কান্দোকৈ
　　চলচলীয়া চকুটি।
ধেমালি খণ্ডৰ লৈ
　　মিঠা গাঁঠি খোপাটি।

ওলাওঁ নোলাওঁ কৈ
মনমোহা ঠগটি।
"ন যযৌ ন তস্থৌ"
অগা-পিছা ভবিটি।
সানমিহলিৰ নৈ
ওভতনি সোঁতটি।
সাথৰ ভাঙনি হৈ
পানী-মিঠৈ গোটটি।
চাওঁ নে নেচাওঁ কৈ
মৰমৰ 'দেহিটি'।
দেবী নে মানবী ঐ
মাধুৰীৰ ছবিটি।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

---

## সম্পাদকৰ চৰা।

**ফটিকা।** ফটিকা দেৱতাই স্ৰজন কৰিছিল নে অসুৰে স্ৰজন কৰিছিল কব নোৱাৰোঁ; কিন্তু একালত যে সি দেৱ দৈত্য দুইবো কাষত সমানে উঠিছিল, আৰু আজিকালি কলিযুগত ভেওঁলোকক কাকো নাপাই মানুহৰ কাষতে তাৰ গোটেইটো গাৰ ভৰ দি উঠিছে তাত সংশয় নাই। মনুষ্য জাতিৰ অপকাৰজনক যতবোৰ বস্তু এই পৃথিবীত আছে তাৰ ভিতৰত ফটিকা থাই। এই পৃথিবীত দুখ শোক সন্তাপ বঢোৱা কাৰ্য্যত ফটিকাক এনেয়ে চেৰ পেলাব নোৱাৰে। কিন্তু আশ্চৰ্য্যৰ বিষয় এইটোহে যে তাৰ এনে মোহিনী মায়া, অলপবুদ্ধুৱা মানুহে নিজৰ দুখ শোক সন্তাপ কমাবৰ মনেৰে তাৰ শৰণাগত হয়। কত মানুহে বন্ধু ভাবি এইশত্ৰুৰ বুকুত লবি সোমায় গৈ। কত মানুহে এই অলা জুইকুৰাৰ ৰূপত মোহ গৈ চপাবদৰে জঁপিয়াই তাত পৰে।

স্বৰ্ণৰীৰ ৰূপ ধৰি মানুহক ছলনা কৰা ফটিকা-ৰাক্ষসীক সংহিতা ৰচোঁতা আৰ্য্য ঋষি মুনিসকলে ভালকৈয়ে চিনি পেলাইছিল; সেইদেখি তেওঁলোকে "মদ্যমপেয়মগ্ৰাহ্যং" ইত্যাদি অস্ত্ৰেৰে তাইৰ নাক কাণ কাটি খৰামুৰা কৰি দিছিল; সেইদেখি মদাহী মানুহ আৰু মদৰ ব্যৱসায় কৰি জীবিকা উপাৰ্জ্জন কৰোঁতাসকলে হিন্দু সমাজত অতি নীহ শাৰীত ঠাই পাইছিল; সেইদেখি শৌণ্ডিক চণ্ডালে হিন্দু ৰজাৰ নগৰৰ বাহিৰত হে বাস কৰিবলৈ পাইছিল। কিন্তু নাক-কাটী কাণ-কাটী ফটিকা সুৰ্পনখাই নিশ্চয় ৰুকায়েক কোনো ৰাৱণৰ আগত হিন্দুশাস্ত্ৰৰূপী ৰাম-লক্ষ্মণৰ ওপৰত কান্দি গোচৰ দিছিল গৈ, নতুবা এই যুগত ভাৰতত ফটিকা-অসুৰেৰে সৈতে ভাৰতবাসীৰ এই দোৰ্ঘোৰ ৰণ নালাগিলহেঁতেন, আৰু সেই ৰণত ইমানবিলাক ভাৰত-বাসীও নপৰিলহেঁতেন।



পুৰণি কালত ভাৰতবৰ্ষত হিন্দু ৰাজ্যবিলাকত ফটিকাৰ প্ৰভাৱ এক প্ৰকাৰ লোপ পাইছিল বুলিলেই হয়। সেইবোৰত ফটিকাই ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰৰ ছাঁত ভৰি দিব নোৱাৰিছিল। বৌদ্ধ ৰজাৰ ৰাজ্যবিলাকতো যে তেনেকুৱাই আছিল, ভাৰতবাসী গ্ৰীক কটকী মেগেস্থেনিচে লেখি থৈ যোৱা বিৱৰণ পঢ়িলেই বুজিব পাৰি।



ফটিকাই ভাৰতবৰ্ষত আকৌ তাৰ প্ৰভাৱ বিস্তাৰ কৰিলে কেনেকৈ? এই প্ৰশ্নৰ উত্তৰত আমি কবলৈ বাধ্য যে ভাৰতত য়ুৰোপীয়সকলৰ আবি-ৰ্ভাবৰ লগে লগে শুকান ফটিকা-গছৰ গুৰিৰপৰা আকৌ পুলি পোখা ওলাল। বিদ্বান বুদ্ধিমান বলী য়ুৰোপীয়সকল ফটিকাৰ সেৱক। তেওঁলোকক তাত ৰত দেখি তেওঁলোকৰ আহিঁ লৈ চলিবলৈ হাবিলাস কৰা ভাৰতবৰ্ষীয় সকলেও ফটিকাক বিদ্যা বুদ্ধি আৰু বলৰ অঙ্গ বুলি ভুল বুজি লোৱাটো আচৰিত কথা নহয়। বিশেষকৈ পশ্চিমীয়া সভ্যতাৰ মহানদী ইংৰাজী শিক্ষাৰ সোঁত যেতিয়া ভাৰতত বেগেৰে ববলৈ ধৰিলে, সেই শিক্ষাত শিক্ষিত অনেক ভাৰতবাসী, আৰু শিক্ষিতসকলক দেখি অনেক অশিক্ষিত ভাৰতবাসীও পুৰণি হিন্দুধৰ্ম্মৰ আৰু হিন্দুধৰ্ম্মবিহিত নিয়ম-কাৰোণ আৰু

জাতি-বান্ধোনৰ প্ৰতি অনাস্থাবান হৈ পৰিল ; গতিকে ফটিকা পান নকৰিবলৈ কোৱা হিন্দুশাস্ত্ৰৰ নিষেধ বাণীৰ প্ৰতি তেওঁলোকে শ্ৰদ্ধা হেৰুৱালে। মদ খালে যে জাত যায় সেই কথা তেওঁলোকে নমনা হল ; কাৰণ, তেওঁলোক শিকলি কাটি উবা মৰা অৱস্থাত। বুঢ়া-তৰপৰ মানুহ যেতিয়ালৈকে জীয়াই আছিল, সেইসকলৰ প্ৰতি ভয় কৰি ডেকা-তৰপে প্ৰথমতে লুকাই চুৰকৈ ফটিকা খাইছিল ; কিন্তু কালক্ৰমত যেতিয়া সেই বুঢ়াসকল আঁতৰিল আৰু ডেকা-তৰপে সেই ঠাই পালে, তেতিয়া আৰু তেওঁলোকক পায় কোনে ? তেওঁলোকেই সমাজৰ গৰাকী, তেওঁলোকেই লেখা-পঢ়া ধন-বিভৱ অধিকাৰী, তেওঁলোকেই সমাজ-পঁচিখেলত দহ বুলিলেই দহ, পঁচি বুলিলেই পঁচি।

***

আসামত আমি সকতে, মদখোৱা মানুহৰ আৰু মদপীৰ সংসৰ্গকৰা লোকৰ জাত যোৱা দেখিছিলোঁ। আজিকালি মদপী মানুহৰূপী পকা চুলি অসমীয়া সমাজৰ মূৰৰ কেচা চুলিৰ ভিতৰত অঁৰাই অঁৰাই ওলাব ; আৰু সেই চুলিত "কলপ" দি এনেকৈ কলা কৰি থোৱা হৈছে যে সেইবোৰ বাছি উলিয়ায় কাৰ সাধ্য ? তেওঁলোক যে মদাহী সেইটো দেখা-শুনা লুকঢুক ; কিন্তু কাৰ শক্তি আছে যে তেওঁলোকক ধৰে ছোৱে ?

***

আমাৰ এইটো ডাঠ ধাৰণা যে মদ খালে জাত যোৱা বিশ্বাস আৰু বিধান ঢিলা-শোলোকা হোৱাত অসমীয়া হিন্দু আৰু মুছলমান সমাজৰ অশেষ হানি হৈছে। কিন্তু এইটোও ধ্ৰুপ যে বি যায় সি আৰু উভতি নাহে। হেৰোৱা সেই ৭ট্‌কটীয়া নিয়ম আৰু বিশ্বাস অসমীয়া সমাজৰ ভিতৰলৈ উভতি নাহে !

***

আমাৰ শিক্ষিত অসমীয়াসকলে দকৈ ভাবি চাইছে নে যে কি বৰ-বিহত তেওঁলোকে মুখ দিছে ? অৱশ্যে আমি শিক্ষিত অসমীয়া বোলোঁতে এটাই-বোৰ শিক্ষিত অসমীয়াকে তাৰ ভিতৰত পেলোৱা নাই ; যিসকলে সেই বৰ-বিহত মুখ দিছে তেওঁলোকৰ ফালে চাই হে আমি কথাষাৰ কৈছোঁ। আমি ভালকৈ জানো, শিক্ষিত অসমীয়াৰ ভিতৰত এনেকুৱা অনেক আছে যি মদৰ ছাঁটো ভৰি নিদিয়ে, আৰু যাৰ চৰিত্ৰ নিষ্কলঙ্ক।

***

আমি ফটিকাক বৰ-বিহ ইচ্ছা কৰিয়েই বুলিছোঁ। ভালকৈ কবলৈ গলে গি; বৰ-বিহতকৈও বৰ। বৰ-বিহ মুখত দিয়াজনৰ ততালিকে প্ৰাণ যায়; কিন্তু ফটিকাত মুখ দিয়াজনৰ প্ৰাণ লাহে লাহে এচিকটা এচিকটাকৈহে মৰি সি তেওঁক লেলাত ভুগাই যায়। তাৰ উপৰি, বৰ-বিহে "মই বৰ-বিহ; তোৰ মহাশত্ৰু; তোক বধিবলৈ হে আহিছোঁ।" এই বুলি কৈ জাননী দি আহে; কিন্তু ফটিকাই "মই তোৰ বুকুৰ বান্ধ, পৰম মিত্ৰ; মোক তই সাবটি ল" এই বুলি ছলকৈ মিছা জাননী দি আত্মগোপন কৰি লাগেহি।

***

ফটিকাই যে মানুহৰ হিতাহিত বিবেচনা শক্তি ৰহিত কৰে, শৰীৰ দুৰ্ব্বল কৰে, এই পুৰণি কথা কোনে নাজানে? দেহতত্ত্ববিদ পণ্ডিতসকলে আৰু ডাক্তৰসকলে আজিকালি স্পষ্টকৈ কয় যে শৰীৰ ৰক্ষাৰ নিমিত্তে, স্বাস্থ্য ৰক্ষাৰ নিমিত্তে, আন কি কোনো ৰোগৰ দৰবস্বৰূপেও ফটিকাৰ আৱশ্যকতা নাই। আজিকালিৰ বিচক্ষণ ডাক্তৰসকলে ব্ৰাণ্ডি আদি ফটিকা কোনো ৰোগতে ব্যৱহাৰ নকৰে। যিবোৰ ৰোগত আগৰ ভৰপৰ ডাক্তৰে ব্ৰাণ্ডি ব্যৱহাৰ কৰিছিল, আজিকালিৰ ভাল ডাক্তৰসকলে সেইবোৰ ৰোগত ব্ৰাণ্ডিৰ ব্যৱহাৰ তুলি দিছে!

***

য়ুৰোপীয়সকলৰ ভিতৰত ভোজত বা আন প্ৰকাৰ মিলন বা আতিথ্যত মদেৰে ইজনে সিজনৰ স্বাস্থ্যপান কৰাৰ নিয়ম প্ৰচলিত আছে। সেই প্ৰাচীন নিয়ম যে অদকাৰী আৰু স্বাস্থ্যপালনৰ নিয়মৰ বহিৰ্ভূত তাক তেওঁ-লোকৰ ভিতৰৰ অনেকে জানে। আৰু এইটোও সকলোৱে জানে যে তেনেকৈ মদ খাওঁতাজনে মদ খাই বন্ধুৰ স্বাস্থ্যৰ উন্নতি কোনো প্ৰকাৰে কৰিব নোৱাৰে, আৰু বন্ধুজনেও উত্তৰত সেইদৰে মদ খাই নিজৰ আৰু তেওঁৰ স্বাস্থ্যপান কৰোঁতাজনৰ স্বাস্থ্যৰ উন্নতি এক ধনিষ্টামানো কৰিব নোৱাৰে, বৰং তাৰ দ্বাৰাই দুয়ো দুইৰো স্বাস্থ্যভঙ্গৰ দিহা হে কৰে। স্বল্প-পাৰ্থত কৰলৈ গলে সেইটো দুই পক্ষৰ ভিতৰত এক প্ৰকাৰ চুচ্‌বীয়া বিধৰ আত্মহত্যাহে বুলিব পাৰি। আমাৰ ভিতৰত বিলাতী প্ৰথাৰ আহি লৈ মদেৰে স্বাস্থ্যপান কৰোঁতাসকলে যেন এই কথা মনত ৰাখে।



বহুতৰ এনে এটা বিশ্বাস আছে যে পৰিমিতৰূপে মদ খালে তাৰপৰা কোনো অপকাৰ নহয়, বৰং উপকাৰ হে পোৱা যায়। তেওঁলোকে ভাবে যে সেইদৰে মদ ব্যৱহাৰ কৰিলে জঠৰাগ্নি বৃদ্ধি হয়, আহাৰত ৰুচি হয়, যি বস্তু খোৱা যায় সি জীণ যায়, কাৰণ সি "গেষ্ট্ৰিক জুচ" Gastric Juice অৰ্থাৎ আহাৰ পৰিপাক কৰিবৰ নিমিত্তে উদৰত থকা তৰল পদাৰ্থটো বঢ়ায়।



এইটো সঁচা যে ফটিকাই পেটৰ ভিতৰৰ গেষ্ট্ৰীকজুচৰ নিবাসস্থান কোমল কোষবোৰ উত্তেজিত কৰি আহাৰ পৰিপাক কৰিবৰ নিমিত্তে আৱশ্যক সেই জুলীয়া পদাৰ্থৰ সোঁত সৰহকৈ বোৱায়। কিন্তু এইটোও সঁচা যে অস্বাভাবিক ৰূপে বলেৰে সেই ৰস উলিয়াই তাক আহাৰ পৰিপাক কৰিবলৈ লগালে, লাহে লাহে সি দুৰ্ব্বল হৈ তাৰ পৰিপাক কৰিব পৰা শক্তি কমি আহিব, আৰু সি দুৰ্ব্বল হলে অজীৰ্ণ অম্লপিত্ত আদি নানাৰোগে শৰীৰত বাহ লয়। এইনিমিত্তে প্ৰায়ে দেখিবলৈ পোৱা যায় যে মদপী মানুহে ওপৰত কোৱা ৰোগবোৰত ভুগি কষ্ট পায়। মদপীৰ যকৃতে অস্বাভাবিকৰূপে সৰহকৈ কাম কৰিব লগীয়া হয় দেখি তাৰ কাৰ্য্যৰ বিশৃঙ্খলা ঘটে। যকৃত বেয়া হলেই শৰীৰত ৰক্ত পৰিচালনৰ কাৰ্য্য দূষিত হয়, আৰু লাহে লাহে নানা ৰোগে শৰীৰত ঠাই লৈ স্বাস্থ্যভঙ্গ কৰে। আহাৰ পৰিপাক নহলে মানুহজন খিট্‌খিটীয়া হয়, ভালকৈ তেওঁৰ টোপনি নাহে, বেয়া আৰু ভয়ঙ্কৰ সপোনিক তেওঁৰ টোপনিৰ লগৰীয়া হয়।



আৰু এটা ভুল বিশ্বাস অনেকৰ ভিতৰত প্ৰচলিত হৈছে যে পৰিমিত-ৰূপে ফটিকা খালে খাওঁতাজনৰ বুদ্ধিৰ বেগ প্ৰখৰ হয়, আৰু তেওঁৰ কথা-বোৰ ৰসাল হৈ ওলায়। আচলতে হয় কি,—ৰক্ত পৰিচালনা কাৰ্য্যৰ ব্যৱস্থাপক স্নায়ু-কেন্দ্ৰবোৰ মদে অৱশ কৰি জীৱন-শক্তিৰ তৰল প্ৰবাহ অতিৰিক্তভাৱে প্ৰবল বেগেৰে মস্তিষ্কত সুমাই দিয়ে; সেইবাবে দ্ৰুতবেগে এটাৰ পিছত এটাকৈ ভাববোৰ মনত উৎপন্ন হয়। মদ খোৱাজনে সেই

অৱস্থাত ভাবে যে তেওঁৰ মনে বৰ খৰকৈ নানা ডাঙৰ ভাব মনৰপৰা উদিয়াব লাগিছে। সেইদেখি প্ৰায়ে দেখা যায় যে তেওঁৰ মনৰ অৱস্থা গণ্ডপ-ৰৰা শাৰীত পৰে গৈ। কিন্তু এইদৰে মদৰ সাহায্যত মনৰ ভাবৰ সোঁত যদিও লাহিকৈ বোওৱা যায়, সি কালে মনৰ নিয়ন্তা স্নায়ু-কেন্দ্ৰবোৰৰ আংশিক অৱশতা ঘটাব নিমিত্তে সেইবোৰে ভাববিলাকক শাসন কৰি ব্যৱস্থিত কৰিব নোৱাৰে। সেইদেখি মদপীয়ে যদিও সৰসৰকৈ নানা কথা কৈ যায়, কিন্তু সেই কথাবোৰৰ লাগ-বান্ধ নাথাকে, আৰু অনেক সময়ত সেইবোৰ অসংগত হৈ ওলায়। আৰু এটা কথা পাহৰিব নালাগে, যে মদৰপৰা জনমা ক্ষণিক উত্তেজনাটো নাইকিয়া হলে, তাৰ পিছত মানসিক শক্তিৰ অৱনতি ঘটেই। 'ঘাতৰ পিছত প্ৰতিঘাত আছেই। অন্যায় আৰু অস্বাভাবিকৰূপে উত্তেজনা কৰোঁতা প্ৰত্যেকটোপা মদে শৰীৰ আৰু মনৰ ওপৰত যি শাস্তি বিধান কৰি যায়, তাৰ তুলনাত সেই ক্ষন্তেকীয়া সুখ (?) অতি অকিঞ্চিৎকৰ।

⁂

বাগী লগাবলৈ বা মনৰ আনন্দ বঢ়াবলৈ বা কোনো কষ্টৰ লাঘৱ কৰিবলৈ, প্ৰথমতে যিমান ফটিকা খোৱা যায়, পিছলৈ লাহে লাহে সেইবোৰ পাবৰ নিমিত্তে ফটিকাৰ জোখ নবঢ়ালে নচলে। পোনতে এগিলাচ মদ খাই বাগী লগা বা আনন্দ পোৱা বা কষ্টৰ লাঘৱ পোৱাজনে কিছুদিনৰ পিছত পাঁচ ছয় গিলাচ নাখালে আগৰ সেই বাগী বা আনন্দ নেপায়। ফটিকা-খিহৰ মাত্ৰা যিমান বাঢ়ি আহিব, সি সিমানকৈ তোমাৰ শৰীৰত সোমাই তাক পীড়ি লৈ তোমাৰ বিনাশ সাধন কৰি আহিব, আৰু তালৈ তোমাৰ হেপাহ সিমান উদ্ৰেক কৰিব।

⁂

ডাক্তৰসকলে পৰীক্ষা কৰি প্ৰমাণ কৰিছে যে সুস্থ মানুহৰ হৃৎপিণ্ডৰ (heart) চপ্‌চপনি মিনিটত ৭০ বাৰৰপৰা ৮০ বাৰ; কিন্তু মদ তেওঁৰ পেটলৈ গলে তাৰ চপ্‌চপনি ১০০ বাৰলৈ উঠি হঠাৎ ৬০ বাৰ বা তাতকৈও তললৈ নামে। ঘোৰা-খেলত কোবাই-চবিয়াই ঘোৰাক বৰকৈ লৰাই লৈ গলে যেনেকৈ সেই ঘোঁৰা ভাগৰি পৰে, আৰু কোনো কোনো সময়ত পৰি মৰেও,

সেইদৰে মদেৰে হৃৎপিণ্ডক কোমাই-চৰিয়াই ৰবকৈ লকয়াই লৈ গলে গি তেনেকৈ ভাগৰি হীনবল হয়, আৰু কেতিয়াবা একেবেলিয়েই পৰি প্ৰাণত্যাগ কৰে। একেটা ঘোৰাকে দিনৌ ঘোৰা-খেলত লকয়ালে সেই ঘোৰা সোনকালে খোৰা হব, ক্ষীণাৰ, গুনীয়া হব আৰু কামৰ অযোগ্য হব। একেটা হৃৎপিণ্ডকো সেইদৰে দিনৌ ফটিকাৰ "দৌৰৰ চকৰত" দিয়াসকলে ভাবি চাওক তেওঁলোকে কি কৰিব লাগিছে।

---

# আহোম।

আহোমবিলাক চান জাতিৰ ভিতৰৰা এটা ফৈদৰ মানুহ। তেওঁবিলা কৰ মুখৰ গঢ়, ভাষা আৰু লিখা আখৰ নিভাঁজ চান। তেওঁলোকে নিজক টাই বোলে। টাই শবদৰ অৰ্থ স্বৰ্গৰপৰা অহা, বা স্বৰ্গীয়, বা গৌৰৱান্বিত, সেইদেখি আহোম ৰজাসকলক অসমত সদায় স্বৰ্গদেও বা সৰ্গদেও বোলা হৈছিল। চানবিলাকে আজিও নিজক টাই বোলে। আহোমবিলাকে আসামলৈ অহাৰ ভালেমান কালৰ পিছলৈকে আন কি শিৱসিংহ লক্ষ্মীসিংহ ৰজাৰ দিনলৈকে নিজৰ পুৰণি দেশৰ সৈতে সম্পৰ্ক ৰাখিছিল। আহোম বিলাক আসামলৈ অহাৰ পিছত যে চান জাতিৰ আন ফৈদৰ মানুহ আহি আসাম সোমোৱা বন্ধ হৈছিল এনে নহয়; চান জাতিৰ ভিতৰৰা আৰু আন আন ফৈদৰ মানুহৰ সোঁত আহোমৰ পিছতো আসামৰ কাললৈ বলি আছিল। চান জাতীয় খামজাং, ফাকিয়াল, আইটনীয়া, খামতি, তুৰুং আদি অনেক ফৈদ আহোমৰ পিছত আসামলৈ আহে। তুৰুংবিলাক উনৈশ শতিকাৰ আৰম্ভনৰ ওচৰাওচৰি কালত হে আসাম পাইছিলহি। আসামত আহোমৰ বাহিৰে চান জাতিৰ ভিতৰৰা আন ফৈদ এটাইবোৰ বৌদ্ধধৰ্ম্মাৱলম্বী। ইয়াৰ দ্বাৰাই স্পষ্টকৈ বুজিব পাৰি যে বৌদ্ধধৰ্ম্ম তেওঁলোকৰ দেশত প্ৰচাৰিত হোৱাৰ আগেয়েই আহোমবিলাক আসামলৈ আহিল: আৰু খামতি আদি আন আন চান ফৈদবোৰ বৌদ্ধধৰ্ম্ম প্ৰচাৰিত হোৱাৰ পিছত হে আসামলৈ আহিছে।

আসামত আহোমবিলাকে কেনেকৈ আহোম নাম পালে সেইকথাৰ উৱাদিহ উলিয়া টান। অনুমান কৰাৰ বাহিৰে সেই বিষয়ে সঠিক একো কব নোৱাৰি। আমাৰ মনেৰে চান শব্দৰপৰা কেইবাটাও পৰিবৰ্ত্তন ঘটি আহোম শব্দ ওলাইছে। সেই কালত চান জাতিটো নিশ্চয় নাম-জ্বলা আছিল। আহোমবিলাকে যেতিয়া প্ৰথমতে অসম সোমাই নগা মৰাণ বৰাহী আদি জাতিবোৰক ৰণত হৰুৱাই নিজৰ মহা পৰাক্ৰম দেখুৱাইছিল তেতিয়া তেওঁলোকে আসামত নিজৰ ফৈদৰ সক নামটো প্ৰচাৰ নকৰি বৰং বেছিকৈ জনাজাত জাতীয় নাম চানটো হে প্ৰচাৰ কৰা সম্ভৱ। যেনেকৈ নানাজাতৰ আৰু ধৰ্ম্মৰ ভাৰতীয় মানুহ আজিকালিও আমেৰিকা আফ্ৰিকা আদি ঠাইলৈ গলে তেওঁলোকক সেইবোৰ দেশৰ মানুহে হিন্দু বোলে, আৰু অনেক সময়ত তেওঁলোকে নিজেই বিদেশীয়ে সহজে বুজিব পৰা হিন্দু নামেৰে লোকৰ আগত চিনাকি দিয়ে, চান জাতিৰ এই ফৈদটোয়েও বিদেশ আসামত নিজক চান বুলি চিনাকি দিয়াটো অসম্ভৱ নহয়। চান শব্দটো সেই কালৰ পৰ্ব্বতীয়া অসমবাসীৰ মুখত পৰি প্ৰথমতে আচান হোৱাটো সম্ভৱ। মানুহে অনেক অচিনাকি শব্দ উচ্চাৰণ কৰোঁতে সেই শব্দৰ আগত এটা স্বৰবৰ্ণ লগাই উচ্চাৰণ কৰাৰ উদাহৰণ অনেক আছে। "চা"ৰ আগত "আ" যোগ দিয়াটোৱেই সম্ভৱ। কোৱা বাহুল্য যে "চ"ৰ উচ্চাৰণ অসমীয়াৰ মুখত "স"। "ন" আৰু "ম"ই প্ৰায়ে ঠাই সলনাসলনি কৰে। সেইদেখি "আচান"ৰ উচ্চাৰণ আসাম হোৱাটো অসম্ভৱ নহয়। লোকে দিয়া নাম লাহে লাহে নিজে গ্ৰহণ কৰাৰ উদাহৰণ দুৰন্তীত অনেক আছে। যেনে, হুইগ টৰি, ৰাউণ্ডহেড, কোৱেকৰ, একষ্ট্ৰীমিষ্ট, মডৰেট ইত্যাদি। লোকে দিয়া নাম "আসাম" কালক্ৰমত আহোমসকলে গ্ৰহণ কৰি নিজক সেই নামেৰে চিনাকি দিবলৈ ধৰিলে যেন মনে ধৰে। "স" আহোমৰ মুখত "হ" হোৱাটো সকলোৱে জানে। এনে গতিৰে চান, আচান, আচাম, আসাম, আহাম তাৰপৰা আহোম অহম হোৱাটো অনুমান কৰিব পাৰি। আহোম আসামলৈ অহাৰ আগেয়ে যে আসামবাসী অনাৰ্য্য আৰু আৰ্য্য জাতিৰ ভিতৰত হিন্দু ধৰ্ম্মৰ ভাষা সংস্কৃত আৰু প্ৰাকৃতৰ প্ৰভাৱ নাছিল এনে নহয়। সেইদেখি আহোমক বামুণ পণ্ডিতসকলে আৰ্য্য সাজেৰে সজাই সংস্কৃত অসম (যাৰ সমান নাই)

শব্দলৈ ঠেলি অনাটো স্বাভাবিক। পৰাক্ৰমী আহোমৰ—আহামৰ—আসামৰ অধিকৃত দেশৰ নামটো যে আসাম হল সেইটোও বুজিব পাৰি। আহোম সকলৰ নিজৰ ভিতৰত প্ৰচলিত মতও এইটো যে, আহোম অসম (অৰ্থাৎ যাৰ সমান কোনো নাই) শব্দৰপৰা ওলাইছে। এইটো মানে তেওঁলোকে বামুণ সকলৰ ব্যাখ্যাৰপৰা যে শিকিছে তাত ভুল নাই, কাৰণ এই ব্যাখ্যাত গৌৰৱ আছে। তাৰ বাহিৰে, তেওঁলোকে নিজেই নাজানিছিল, আহোম শব্দ কেনেকৈ কিয় তেওঁলোকৰ গাত প্ৰয়োগ কৰা হল। আহোমসকলে কয় যে চুকাফাই বৰ বীৰত্ব প্ৰকাশ কৰি আসামৰ আন জাতিবোৰক ৰণত হৰুৱা বাবে সেই সেই জাতীয় মানুহবোৰে কথলৈ ধৰিলে যে ইহঁত অসম, ইহঁতৰ সমান কোনো নাই; তাৰপৰাই অহম বা আহোম হৈছে। কিন্তু কথা হৈছে, যে মঙ্গল জাতীয় অসভ্য জাতৰ মানুহবোৰে "অসম" এই সংস্কৃত শব্দটো ব্যৱহাৰ কৰিব জানিছিল নে? এইটো কথাও অৱশ্যে ভাবিবৰ বিষয়।

আহোমবিলাক আসামলৈ অহাৰ আগেয়ে আসাম দেশৰ নাম আসাম বা অসম বোলাটোৰ কতো উল্লেখ নাই; গতিকে, আহোমৰ অৰ্থাৎ চান-আচান-আসান-আসামৰ দেশে যে আসাম নাম পাইছে এইটো সিদ্ধান্তও নপৰি নোৱাৰি। মুছলমান বুৰঞ্জীলেখকসকলে আসাম দেশৰ নাম "আসাম" (স sh) লেখি গৈছে। কোচ ৰজাসকলৰ বংশাৱলী পুথিত আসাম শব্দ আহোমক বুজাবলৈ ব্যৱহাৰ কৰা হৈছে। ঘোষাত "ৰাম বুলি তৰে মিৰি অসম কছাৰী" বুলি "অসম" আহোমক বুজাইছে। মহাপুৰুষ শঙ্কৰ মাধৱ দেৱে উজনি এৰি ভাটীলৈ যোৱাৰ কাৰণ, "অসমৰ বিষম মত, ইয়াত থকাটো উচিত নহয়" এইটো বুলিছিল। ইয়াতো "অসম" বুলি আহোমক বুজাইছিল। মানবিলাকে আসাম দেশক আচাম, অথাম, অথবা উইথালি বুলিছিল; চীনবিলাকে উইচালি, আঁক মণিপুৰীয়াবিলাকে টেকৌ বুলিছিল। পুৰণি কালত য়ুৰোপীয় ভূগোল পুথি লিখোঁতাসকলে বৰ-নৈৰ পচিম ফালৰ ঠাই ডোখৰক কোচ হাজো, আৰু পূব ফালৰ ডোখৰক কোচ-আচাম বুলি লেখিছিল। কিন্তু আহোমবিলাকে আসাম দেশক মুংদুনচুনখাম বুলিছিল; আসাম নাম তেওঁলোকৰ ভিতৰত প্ৰচলিত নাছিল। মুংদুনচুনখাম মানে সোনাৰাজি ব্যাপিছাৰ দেশ।

আহোমবিলাক চান জাতিৰ ভিতৰুৱা এটা উগ্ৰ স্বভাৱৰ যুজাৰু ফৈদ বুলি আমি ওপৰত উল্লেখ কৰি আহিছোঁ। আদিতে আহোমবিলাকৰ বাস-স্থান পুৰণি পং ৰাজ্যৰ ভিতৰৰ মৌলং নামে দেশ। খুনলুং আৰু খুনচু বংশৰ ৰাজ্যখনেই দুভাগ হৈ এখনৰ নাম মুংৰিমুংগ্ৰাম আৰু আনখনৰ নাম মৌলং হৈছিল। মুংৰিমুংগ্ৰাম, মৌলং আৰু মুংকঙত চান জাতীয় ফৈদ-বোৰৰ ৰাজ্যবিলাক আছিল। চুকাফাই ১২১৫ খৃষ্টাব্দত নিজৰ ফলীয়া ৮ জন ডাঙৰীয়া,৯০০০ মতা তিৰুতা লৰা ছোৱালী, দুটা হাতী আৰু ৩০০ ঘোৰা লৈ, আৰু মুংকঙৰ ৰজাৰ ঘৰৰপৰা চোমদেও মূৰ্ত্তি চুৰকৈ লগত লৈ, তেৰ বছৰ পাটকাই পৰ্ব্বতৰ কাষৰে-পাজৰে অনাই-বনাই ফুৰি ১২২৮ খৃষ্টাব্দত অসাম সোমায়। তেওঁ প্ৰথমতে নগা ফৈদ এটাক ৰণত হৰুৱাই তলতীয়া কৰিছিল; তাৰ পিছত বৰাহী আৰু মৰাণ জাতি দুটাক হৰুৱাই অধীন কৰি সিহঁতৰ প্ৰতি ভাল ব্যৱহাৰ কৰি বিয়া-বাৰুৰে সিহঁতৰ সৈতে সম্বন্ধ কৰি সিহঁতক নিজৰ জাতিৰ ভিতৰত সুমাই লৈ আহোমৰ লেখ বঢ়াইছিল। তাৰ পিছত লাহে লাহে ছুটীয়াকে আদি কৰি অনেক অনাৰ্য্য জাতিও আহোমৰ ভিতৰত সোমাই আহোমৰ লেখ সৰহ কৰিছিল। সংক্ষেপতে, আসামত আহোমৰ গুৰিডোখৰ এয়ে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# অসমীয়া ডাঙৰ মানুহৰ অৱস্থা।

আসামৰ ডাঙৰ আৰু ভদ্ৰশ্ৰেণীৰ মানুহৰ হীনাৱস্থাৰ বিষয় আলোচনা কৰা কিমান আৱশ্যকীয় সকলোৱে জানে; কিন্তু সেই বিষয়ে কোনো কথা এই পৰিমিত কোনোৱে লিখা আমাৰ মনত নপৰে। পূৰ্ব্বে আসাম ৰজাৰ দিনত বিষয়াবিলাকক দৰ্মহা দিয়া নিয়ম নাছিল আৰু ইতৰ প্ৰজাৰপৰাও কোনো ৰকমৰ খাজনা বা টেক্স লোৱা নহৈছিল। বিষয়াবিলাকে প্ৰবৰ্ত্তনৰ নিমিত্তে মাটি পাইছিল আৰু সেই মাটি বোৱাই-দোৱাই-চপাই খাবৰ

নিমিত্তে তেওঁলোকৰ ঘৰত বন্দী-বেটী আছিল; তদুপৰি আৱশ্যকীয় খাদ্য সামগ্ৰী যোগনীয়াবে নিয়মিতৰূপে তেওঁলোকৰ যোগান দিছিল। এই হেতুকে তেতিয়াৰ দিনত টকাৰ বৰ ব্যৱহাৰ নাছিল আৰু দ্ৰব্য বস্তুও অতি সুলভ আছিল। ভদ্ৰলোকৰ ঘৰলৈ কোনো গলে সেই কালত তেওঁ বিশেষ সমাদৰ আৰু খোৱা লোৱাৰ পিনেও যত্ন পাইছিল। পাছে ইংৰাজৰ আমোলত বন্দী-বেটী মুকলি হৈ আৰু মাটি-বাৰীত নগদ টকাৰ খাজনা লাগি ভদ্ৰশ্ৰেণীৰ মানুহ একেবাৰে বিপাঙত পৰিল, আৰু তেওঁলোকৰ দিনে দিনে শোচনীয় অৱস্থা হবলৈ ধৰিলে। সেই সময়ত আসামবপৰা ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশলৈ অহা-যোৱাৰ সুবিধা নাছিল আৰু কোনো ৰকমৰ সুশিক্ষাৰ সুবন্দবস্তও নাছিল। তেনে স্থলত ভদ্ৰশ্ৰেণীৰ মানুহবিলাকে পেট প্ৰবৰ্ত্তনৰ যহা চিন্তাত পৰি গবৰ্ণমেণ্টৰ হাতলোতলৈ চাবলৈ ধৰিলে; কিন্তু গবৰ্ণমেণ্টে কিছুমানক পেন্সন দি আৰু কিছুমানক গুণানুসাৰে চাকৰী দি পোনতে বিশেষ অনুগ্ৰহ দেখুৱাইছিল বুলিও স্কুল কাছাৰিত বঙ্গলাভাষা চলাবলৈ আৰু বঙ্গালী শিক্ষিত লোকক কাম দি আনিবলৈ ধৰাত অসমীয়াৰ পক্ষে টান হৈ পৰিছিল। তেওঁলোকৰ সেইবোৰ বেজাৰৰ কথা সদৰৰ মিল চাহাব আহোঁতে তেওঁলোকে তেওঁক জনোৱাত চাহাব মহোদয়ে তেওঁৰ ৰেপটত সেই বিষয়ে সুন্দৰৰূপে লিখি গৈছে। "I can not find that the circumstances of the slave holders were made known to government when Act V of 1843 was passed, or that its effects upon the Assamese were considered. A census of the slaves should have been taken and the quantity of land tilled by slave labour should have been ascertained, and some compensation in the shape of a remission of rent for a stated period should have been made to the owners of slaves. There is no doubt that this measure reduced the only men of substance in Assam to absolute poverty." অৰ্থাৎ ১৮৪৩ চনৰ ৫ আইন জাৰি কৰোঁতে বন্দী-বেটী থকা লোকসকলৰ অৱস্থা গবৰ্ণমেণ্টক জনোৱা হৈছিল যেন নাপাওঁ, অথবা সেই আইনৰ ফল

অসমীয়াৰ ওপৰত কেনে হব বিবেচনা কৰা নহৈছিল। বন্দী-বেটী কাৰ কিমান আছিল গন্তি কৰি আৰু সিহঁতৰ দ্বাৰাই কিমান মাটি বোৱা হৈছিল এই কথা ঠিক কৰি গিৰিহঁতক ক্ষতিপূৰণ স্বৰূপে কিছু 'বছৰৰ' খাজনা মাফ দিব লাগিছিল। এইটো নিশ্চয় যে এইটি কাৰ্য্যই আসামৰ ধনী-মানীসকলকক একেবাৰে দীন দৰিদ্ৰ কৰিলে।

আসামে এজনা কমিচনৰ চাগাব আৰু গবৰ্ণৰজেনেৰেল বাহাদুৰৰ এজেণ্টৰ অধীন থাকোঁতেই পোনতে বৰকৈ সুদৃষ্টি নাপালে; পাছে বঙ্গাল দেশৰ লেফ্‌টেনেণ্ট গবৰ্ণৰ চাহাব বাহাদুৰৰ শাসনাধীনলৈ অহাতো অসমীয়াৰ বিশেষ একো সুবিধা নহৈছিল। তথাপি সুধীৰ শাসনকৰ্ত্তা চাৰ জৰ্জ্জ কেম্বেল চাহাবে আসামৰ গাঁৱলীয়া পঢ়াশালিত আৰু কাছাৰীঘৰত অসমীয়া চলাবলৈ হুকুম দি অসমীয়াৰ কিছু উপকাৰ সাধিছিল। ১৮৭৩ চনত আসামক বঙ্গালদেশৰপৰা পৃথক কৰি এজন চীফ্‌ কমিচনৰৰ অধীন কৰি দিয়াত ভাৰাই অনেক দিনে উন্নতি লাভ কৰিব পাৰিছিল। এই আমোলতে গুৱাহাটীৰ কলেজ বিভাগ এৱালিচ্‌ হয় আৰু এই আমোলতে কটন কলেজ থাপনা হয়; এই আমোলতে অসমীয়া লৰাই ইংৰাজী উচ্চ শিক্ষা পোৱাৰ সুবিধাৰ্থে জুনীয়ৰ-চিনীয়ৰ বৃত্তি পোৱা নিয়ম কৰে আৰু বৃত্তি বিষয়ে সময়ে সময়ে অনেক পৰিবৰ্ত্তন হয়; এই আমোলতে আসামত কেডেষ্ট্ৰেল পিয়ল হয় আৰু এই আমোলতে আসাম লেণ্ড ৰেগুলেশ্যন বিধিবদ্ধ হয়; এই আমোলতে লৰ্ড ৰীপন বাহাদুৰৰ লোকেল চেল্ফগবৰ্ণমেণ্ট সম্পৰ্কে লোকেল বোৰ্ডৰ সৃষ্টি হয় আৰু এই আমোলতে দৈনিক জাহাজ গোৱালন্দৰপৰা ডিব্ৰুগড়লৈ চলায় আৰু আসামত প্ৰথম ৰেইল পতা হয়; এই আমোলতে আসামৰ মাটিৰ খাজনা বৃদ্ধি হয় আৰু দহ চনীয়া কুৰি চনীয়া পটা দিয়া হয়; এই আমোলতে মৌজাদাৰী গুচাই তহচিলদাৰী উলিয়াইছিল আৰু এই আমোলতে তহচিলদাৰী উঠি আকৌ মৌজাদাৰী চলে; এই আমোলতে আবকাৰী বিভাগৰ প্ৰাদুৰ্ভাব হৈছে; এই আমোলতে ঘৃণিত আৰু লাঞ্ছিত অসমীয়া ভাষাই বিশ্ববিদ্যালয়ত স্থান পাইছে আৰু অনেক প্ৰকাৰে উৎকৰ্ষ লাভ কৰিছে; এই আমোলতে ৰাজকাৰ্য্য আলোচনা বিষয়ে আসামত ঠায়ে ঠায়ে একোখনি ডাঙৰ সভা থাপনা হয়; এই আমোলতে আসামত কেবাখনিও

ইংৰাজী আৰু অসমীয়া বাওবি কাকত ওলায়; এই আমোলতে মণিপুৰ ৰাজ্যত বিভ্ৰাট ঘটি অনেক লণ্ডভণ্ড হয় আৰু এই আমোলতে আসাম বেঙ্গল ৰেল চলাই ভাটীৰপৰা অহা যোৱাৰ বিশেষ সুচল কৰা হয়। অসমীয়া ভদ্ৰবংশৰ যে পোনতে কঁকাল ভাগিল তাৰপৰা তেওঁলোকে গা কৰা দুষ্কৰ হৈছে। আজি চাৰি বছৰৰ কিছু ওপৰ হৈছে আসামৰ লগত পূৰ্ব্ব-বঙ্গ জাপি এজনা লেফ্‌টেনেণ্ট গবৰ্ণৰ পাতি দিয়া হৈছে। আমাৰ আসামত লেখা পঢ়াৰ বিশেষ সুবিধা নোহওঁতেই শিক্ষা বিভাগত যেনে কট্‌কটীয়া নিয়ম লগোৱা হৈছে তাৰপৰা দুখীয়া অসমীয়াৰ উচ্চ শিক্ষাৰ বাট দুৰ্গম হব বুলি ভয় হয়। অসমীয়াৰ চহকী বুলিবলৈ নাই বুলিলেও অত্যুক্তি নহয়; আৰু যি দুই এজন আছে তেওঁলোকেও ধনৰ ব্যৱহাৰ নাজানি মাথোন ৰখীয়া স্বৰূপেহে আছে। যেতিয়ালৈকে অসমীয়াই লেখা পঢ়াৰ ফল চাকৰী কৰাই বুলি ঠাৱৰ কৰিব তেতিয়ালৈকে তেওঁলোকে বিদ্যাশিক্ষাৰ প্ৰকৃত ফলৰপৰা বঞ্চিত হব। প্ৰকৃত বিদ্যা, জ্ঞান, বিবেচনা, লাভ কৰিলেই অসমীয়াই স্বাধীন চিন্তা কৰিবলৈ শিকিব, স্বাধীন চিন্তাৰপৰা স্বাবলম্বন শিকিব, স্বাবলম্বনৰ পৰা মানসিক বল আহিব আৰু তাৰপৰাই মনুষ্যৰ কৰ্ত্তব্য কৰ্ম্ম বুজিব পাৰিব। কোনো কাম অকলৈ নোৱাৰিলে দহজনে মিলি কৰিবলৈ চাব; তেহে নিজৰ আৰু দেশৰ মঙ্গল সাধিব পাৰিব। অসমীয়াৰ জাতীয় ভাব যেতিয়া জন্মিব তেতিয়াই দ্বেষ হিংসা গুচি পৰস্পৰৰ নিমিত্তে সহানুভূতি হব আৰু তেতিয়া উন্নতিৰ বাটও প্ৰশস্ত হব। ভাই অসমীয়া! হাত সাবটি বহি থাকি ভাবিৰৰ দিন গল; কাৰ্য্যক্ষেত্ৰত প্ৰবেশ কৰা, তেহে যদি ঘোৰ জীৱন-যুদ্ধত তিষ্ঠিব পাৰা। কৰ্ত্তব্য কাম কৰিবলৈ কাৰো মুখাপেক্ষা নকৰিবা। কামৰ নিমিত্তে সাজু হৈ নিজে সু দৃষ্টান্ত দেখুৱাই শিক্ষাৰ সুফল বিকীৰ্ণ কৰা।

শ্ৰীউপেন্দ্ৰনাথ বৰুৱা।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি।

## বৰবৰুৱাৰে সৈতে মনাইৰ দন্দ।

কালি গধূলি ভাত-পানী খাই পাইপটো হুপি মোৰ ঘৰতে অকলৈ বহি আছিলোঁ, এনেতে ভদ্ৰলোক এজন ঘপহ-কৰে মোৰ আগত ওলালহি। মানুহ জন ইমান দীঘল যে এই কলিকালত আমাৰ দেশত এনে দীঘল মানুহ আছিল বুলি মই আগেয়ে নাজানিছিলোঁ। মই নিজেই ইমান ডাঙৰ দীঘল মানুহটো, কিন্তু সেইজনৰ আগত দেখিবলৈ মই যেন এটা বাউনা হলোঁ। কৰপৰা লেংপেংকৰে-ইমান দীঘল কটাৰী-নালীয়া মানুহজন খামাখা মোৰ ওচৰত ওলালহি তাৰ একো উৱাদিহ নাপাই যদিও মই থৎমৎ খাই গৈছিলোঁ, তথাপি অতিথিক সৎকাৰ কৰাটো গৃহস্থৰ কৰ্ত্তব্য বুলি ভাবি, মোৰ সমুখত খালি হৈ পৰি থকা চকিখনত তেওঁক বহিবলৈ চিয়ঁৰ দিলোঁ। তেওঁ মুখ-খন টিপা মাৰি হাঁহি লাহেকৈ সেই চকিখনত তিনি পাক খাই বহি মোৰ মুখলৈ চাই এনেকৈ মিচিকীয়া হাঁহি মাৰিলে যেন তেওঁ মোৰ কোনোবা কালৰ চিনাকি মানুহজন হে। তেওঁ বহিয়েই মোক সুধিলে, "ডাঙৰীয়া আপুনি কেনে আছে ?" মই "ভালে আছোঁ" বুলি সন্বিধান দি উভতি তেওঁক সুধিলোঁ, "আপোনাক মই চিনি পোৱা নাই দেখোন ?" মোৰ প্ৰশ্নটো শুনি আলহীজনে ডাঙৰকৈ হাঁহি উত্তৰ দিলে, "কি, আপুনি মোক চিনি নোপোৱাই হল নে কি ? আপুনি তো বৰ্ড়িয়া মানুহ !" তেওঁৰ হাঁহি আৰু কথাত মই অপ্ৰতিভ হৈ ভাবিলোঁ যে নিশ্চয় তেওঁ মোৰ কেতিয়াবাৰ চিনাকি মানুহ, মইহে তেওঁক চিনিব পৰা নাই, এই ভাবি মই মাত লগালোঁ, "মোৰ দায় মৰিষণ কৰিব, মই সঁচাকৈয়ে আপুনি কোন পাহ-ৰিলোঁ।" আলহীয়ে মোৰ কথাৰ আন একো উত্তৰ নিদি আকৌ এবাৰ হৌ-হৌ-কৰে হাঁহিলে! তেওঁৰ এই বাৰৰ হাঁহিয়ে মোৰ মুখৰ বৰণ এনেকৈ শুকালে যে মই শেতা পৰি গলোঁ। মই দেখিলোঁ, মোৰ মহা মস্কিল উপস্থিত। যি হওক, মোৰ মনৰ ভাব ততালিকৈ মই ঢাকি মাত লগালোঁ, "মোৰ ওচৰলৈ অহাৰ সকম বা কি ?"

আলহী। "সকাম আছে; নহলে কিয় আহি আপোনাক আমনি কৰিম? কম লাহে লাহে। তাৰ আগেয়ে কওঁ আপুনি যে অকলৈ ফচ-ফচ কৰে পাইপৰ ধোৱাঁ উৰাব লাগিছে, আলহীকো তাৰ অলপ-অচৰপ ভাগ নিদিয়ে নে?"

"নিশ্চয় নিশ্চয় দিম" এই বুলি মই উঠি হাত মেলি আলমাৰটো মেলি চেলেউ দুটা উলিয়াই জিয়াচলি এটাৰে সৈতে তেওঁৰ ফালে আগবঢ়াই দিলোঁ। তেওঁ বিশেষ আড়ম্বৰ নকৰি জিয়াচলিৰ কাঠী এটা ভট্ কৰে মাৰি চেলেউটোত জুই লগাই লৈ নিশঙ্কচিত্তে হুপিবলৈ ধৰিলে। ক্ষন্তেকৰ পিছতে দুইবো মুখৰ ধোৱাঁ গোটখাই আমি বহি থকা খোটালিটোৰ এখোটালি হল; আৰু ধূৱঁলি-কুৱঁলীত চেলেউ দুটাৰ জ্বলা মুখ দোডোখৰৰ বাহিৰেশ্মান একো নেদেখা হল।

তিনি মিনিটমান এইদৰে চেলেউ আৰু পাইপৰ ধোৱাঁই যাগ দি খোৱাৰ পিছত কলা পকাদি দুয়ো পকি উঠিলোঁ। মোতকৈ ক্ষন্তেকমানৰ আগেয়ে তেওঁ পকিছিল হবলা; সেইদেখি তেওঁ আগেয়ে মাত লগালে। "বৰুৱা ডাঙৰীয়া! আপোনাক এটা কথাৰ খাটনি ধৰোঁ, অনুগ্ৰহ কৰি খাটনিটো ৰাখিব নে?"

মই। "সাধ্য হলে ৰাখিম, অসাধ্য হলে কেনেকৈ ৰাখিম?"

আলহী। "সেইদৰে কলে নচলিব; আপুনি মোৰ খাটনিটো ৰাখিবই লাগিব, নিশ্চয় নিশ্চয়"

মই। "কিনো খাটনিটো আগেয়ে শুনোৱেইচোন?"

আলহী। "শুনিব তো। শুনাম বুলিয়েই আহিছোঁ। অৱশ্যে আপুনি জানেই যে আলহী সোধাটো গৃহস্থৰ কৰ্ত্তব্য কাম। সেইটো কথা আৰু আপোনাৰ নিচিনা বিজ্ঞ লোকক কোৱাটো সৰহৰ ভাগ। অতিথিক বিমুখ কৰাটো পাপ, সেইটোও আপোনাক সোঁৱৰাই দিবলৈ গলে অসন্মান কৰা হব। অতিথি বিফলমনোৰথ হৈ উভতি গলে যে সেই পাপে গৃহস্থক ৰৌ-ৰৌ নৰক পৰ্য্যন্ত "পহুচাই" দিয়ে সেইটোও মই বিশেষকৈ আপোনাক সঁকিয়াব নোখোজোঁ। সেইদেখিহে কৈছোঁ, আপুনি মোক বিমুখ কৰিব নোৱাৰে।"

মই। "নোৱাৰিলে নকৰোঁ. পাৰিলেও কৰিবৰ মোৰ ইচ্ছা নাই। সেইদেখি আপুনি কি কব খুজিছে সোনকালে কওক, ইমান পাতনি কৰিবৰ সকাম বিশেষ মই দেখা পোৱা নাই। মই পোন পটিৰ ভোটা মানুহ। আপোনাক কি লাগে ?"

আলহী। "ময়ো বেকা পটিৰ মানুহ নহওঁ; গতিকে, পাতনি-কাটনি একো নকৰাকৈয়ে কওঁ যে, মোক ববকৈ লবালৰিকৈ এগাল ৰূপ লগা হৈছে। কমপক্ষেও চাৰি পাঁচ লাখ। নহলেই নচলে। মই থাকিবলৈ ডাঙৰ টোলেৰে সৈতে ভাল পকি-ঘৰ এটা মোক লাগে। ঘৰটোৰ সমুখত ফুলেৰে শুৱনি বাগিছা এখন থাকিব লাগিব। বাগিছাখনৰ ভিতৰত বগা শিলৰ খট্‌খটিৰে, ডাঙৰ সৰু মাছেৰে ভৰি থকা পুখুৰী এটা লাগিব। পিছ ফালে অলপ দূৰত নানাবিধ ফলৰ বাগিছা এখন লাগিব, যাৰ গছবোৰত পকা সোৱাদ ফল দমাই ওলমি লাগি থাকিব লাগিব। দেখিবলৈ সুন্দৰ গাড়ীখনচেৰেক, ঘোৰা-শালত একুৰিমান তেজী ঘোৰা, গোহালিত এগো-হালি খীৰতী গাই—"

এইখিনিতে তেওঁৰ চেলেউটোৰ জুই নুমাই যোৱা দেখি তেওঁ অলপ বৈ আকৌ জিয়াচলিৰ কাঠী এটা মাৰি চেলেউটোত জুই লগাই ললে। তাৰ ভিতৰতে লাহেকৈ মই মাত লগালোঁ,—"কৈ যাওক, কৈ যাওক, নৰব, শুনিবলৈ ভাল লাগিছে। এইবোৰৰ লগতে দিপ্‌লিপ ৰাজকন্যা এটাৰ "দাবিটো" নাপাহৰিব।"

মোৰ কথাষাৰ শুনি আলহীয়ে টানকৈ চেলেউটোত হোপা মাৰি ধোৱাঁ টানি লৈ সেই ধোৱাঁ নাকেদি দীঘলীয়াকৈ উলিয়াই কলে, "কিয় পাহৰিম ? দিপ্‌লিপ্‌ কন্যা তো লাগিবই। সেই কথালৈ যাব লাগিছোঁ।"

মই। "যাওক ; বাটতে থমকি নৰব ; সেইটোও কৈ পেলাওক, বাকী নথব।"

আলহী। "কলে কিবা নবজিব বুলি ভাবিছে নে কি ? কম ; কৈছোঁ ; কলোঁ ; এশবাৰ কম ; হাজাৰবাৰ কম ; পৰত কম ; ঘৰত কম ; লাগে যদি বৰ-ঘৰৰ চালৰ মূধত উঠি কম, যে মোক ৰজাৰ জীয়াৰীৰ নিচিনা বঢ়িয়া আৰু অপেচৰাৰ নিচিনা ধুনীয়া ছোৱালী এজনী এইবোৰৰ সৈতে লাগিবই

আনিব। নহলে, এনে ধৰ বাৰী বাগিছা টকা পয়চা কাৰে সৈতে মই ভোগ কৰিম? এই কথাটো কবলৈ যদিও মই পিছলৈ থৈছিলোঁ; এইটো চিন্তা যাই কথা।”

মই। “জৰুৰ, জৰুৰ, অলবৎ, অলবৎ!”

আনহী। “পেংলাই নকৰিব। ই পেংলাইৰ কথা নহয়। গধুৰ কথা ঠাট্টা কৰি উৰাই দিবলৈ যোৱাটো অভদ্ৰতা। আৰু সি কেতিয়াও নুৱেও। মানুহক টুটুৰাই থাকি সুখ উপভোগ কৰাটো কোনো কোনোৰ পক্ষে ৰঙৰ কথা হব পাৰে কিন্তু যাক টটুৰাই থকা যায় তাৰ প্ৰতি সেইটো ভয়ঙ্কৰ নিষ্ঠুৰতা। আপুনি পাহৰিলে নে কি, কত ঠাইত কত বাৰ কত দিন তেনে ছোৱালীৰ ফালে আকুল প্ৰাণেৰে হেঁপাহৰ চকুৰে লোভ টুকি টুকি চাবলৈ আপুনি মোক উচটাই দিছিল? সেইবোৰ কথা আজি পাহৰিলে বৰ দুখৰ কথা হব। আন নহলে আপোনাৰ নিজৰ সন্মান ৰক্ষাৰ নিমিত্তেও সেই কথা আপুনি পাহৰাটো উচিত নহয়। আপুনি ভদ্ৰলোক, ধাৰ্ম্মিক, সত্যবাদী বুলি আপোনাৰ সুখ্যাতি আছে; এনে স্থলত বহু পৰিশ্ৰমেৰে উপাৰ্জ্জিত সেইবোৰ খিতাতে আপুনি দলিয়াই পেলোৱাটো উচিত নে? আপুনি মোক গছত তুলি তাৰ গুৰিডাল কাটিবলৈ যোৱাটো যে অধৰমৰ কথা হব, সেইটো আপোনাৰ মনত খেলোৱা নাই নে?”

মই। “আপুনি কি বলকিছে? কিবা বাগী-টাগি লগাই আহিছে নে কি? মই আপোনাক তেনে কামলৈ কেতিয়া উচটাইছিলোঁ? কি ভয়ানক মিছা কথা!”

আনহী। “অলপো মিছা নহয়। এধানমানো মিছা নহয়। উচটাইছিল! উচটাই মোক পাচি দিছিল! কত দিন, কত বাৰ, তাৰ লেখ-জোখ নাই। আপুনি এটাইবোৰ পাহৰিছে; পাহৰা উচিত নহয়। মই কেতিয়াও মিছা কথা নকওঁ, আৰু কোৱা নাই। মই মিছা কথাৰ মানুহ নহওঁ। আপুনিও মিছা কৈছে বুলি মই নকওঁ; আপুনি মাথোন পাহৰিছে। অকল সেইটোলৈ মোক উচটোৱা হে নালাগে, কত কামলৈ, তেনেকুৱা আৰু-আন কত বিধৰ কামলৈ আপুনি মোক সততে উচটাই পঠিয়াই আগ বঢ়াই দিওঁ। তৰত থিয় দি ৰং চাইছিল তাৰ সীমা সংখ্যা নাই। সেই

বোৰ এতিয়া কৈ কি লাভ ? এই সামান্য কথাটোকে আপুনি সৈকাড়িৰলৈ কেকোজেকো কৰিছে যেতিয়া সেইবোৰ এটা এটাকৈ মই উলিয়াবলৈ গলে কিজানি আপুনি মোক কিলায়েই মাৰিম।”

মই। “চাওক, আপুনি মোৰ ঘৰলৈ আহি বৰ বেয়া-বেয়াকৈ মোৰ গাত বদনাম দি কিবা কথাবিলাক কবলৈ ধৰিছে। এইবোৰ ভাল কথা নহয়। লোকে শুনিলে কি বুলিব ?”

আলহী। “লোকে কি বুলিব সেইটো মোক কেলৈ লাগছে ? মোৰ কাম মই কৰিম, লোকৰ কাম লোকে কৰিব। সঁচা কথাত আপুনি অসন্তুষ্ট হবৰ কোনো কাৰণ নাই। কিবাবোলেনে, ‘দেৱতাৰ উৎপত্তি কলে বং, মানুহৰ উৎপত্তি কলে থং”

আলহীৰ এই গঢ়ৰ কথা আৰু মোৰ অসহ্য হৈ উঠিল। মোৰ ভয় সঙ্কোচ আদি ভাবৰ ঠাই খঙে অধিকাৰ কৰিলে। মই কৰ্কশভাৱে তেওঁক সুধিলোঁ—“তুমি কোন হে ? মোৰ ঘৰলৈ আহি তুমি এইবোৰ মিছা কথা কবৰ কোন ?”

আলহী। “মইময়েই। এইবোৰৰ এতিলমানো মিছা নহয়, তেহেলৈ আপুনি মানকেই বা নামানক। আপুনি ৰবকৈ গপ নামাৰিব ; আপোনাৰ বিষয়ে মোৰ একো অবিদিত নাই। মই আপোনাৰ পেটৰ কথা সোপাকে জানো। মোৰ আগত লুকঢুক্ কৰাটো গোটেই মিছা ; আৰু ফাইদাং মৰাটোও তথৈবচ।”

মই। “কি মই তোৰ আগত লুকঢুক্ কৰিছোঁ ? তই কি মোৰ পেটৰ কথা জান হেৰ ? তোক মই কোনো কালে দেখা নাই, নিচিনো, নাজানো। তই হে মিছা কথা কৈছ, মই মিছলীয়া নহওঁ।”

আলহী। “মই মিছলীয়া নহওঁ ; যদি কোনোবা, সেইজন আপুনি হে হবৰ সম্ভৱ।”

মই। “চুপ ৰও ! আকৌ তই সেইবাৰ কথা মুখত উলিয়ালে মোৰ ঘৰবপৰা তোক গতিয়াই উলিয়াই দিম। তই আলহী হলি বুলি মোৰ ঘৰলৈ আহি মোক গালি পাৰি যাবলৈ তোক নিদিওঁ।”

আলহী। "মই আপোনাক গালি পাৰিবলৈ অহা নাই। আপুনি একেবাৰেই সোপাকে অস্বীকাৰ কৰি টুপুংকৰে বুৰ মাৰিছে দেখি হে সেইষাৰ কথা মোৰ মুখত ওলাইছিল। আপোনাৰ পেটৰ কথা সোপাকে মই জানো; মোৰ আগত আপুনি সৈ নকচ়াটো আপোনাৰ পক্ষে সুবিধাৰ কাম হোৱা নাই।"

মই। "তই ইমান গপ-গপকৈ কথা কৈছ কি সাহেৰে?"

আলহী। "নিজৰ সাহেৰে। গপ-গপ কি? মই যি জানো তাকে কৈছোঁ। সঁচা কথা কবলৈ ভয় কি?"

মোৰ আৰু অসহ্য হল। মই ঘপহকৰে উঠিলোঁ। এহাতেৰে মই আলহীৰ টেটুটোত চেপামাৰি ধৰি, আনটো হাতেৰে, যিখন চকিত মই বহি আছিলোঁ সেইখন চকিৰ খুৰা এটাত ধৰি চকিখন তুলি লৈ আলহীৰ মূৰৰ ওপৰত দি তাৰে তাক হেচা মাৰি ধৰিলোঁ। কিন্তু মই দেখি আচৰিত মানিলোঁ, যে সি চিয়ঁৰ-বাখৰ বা সেই অৱস্থাৰপৰা মুকলি হবলৈ বিশেষ একো চেষ্টা নকৰি মাথোন গোঁ গোঁ শবদ কৰিবলৈ ধৰিলে। সেই অদ্ভুত আলহীক সেইদৰে মই মোৰ আয়ত্তৰ ভিতৰলৈ আনি ডবিয়াই সুধিলোঁ, "ক. তই কোন? কিয় তই আহি মোক এইদৰে অপমান কৰিছিলি? নকলে তোক মই নেৰোঁ, মাৰি পেলাম।"

আলহীয়ে চকিৰ ছেপাৰ তলৰপৰা লাহেকৈ উত্তৰ দিলে, "আপুনি মোক মাৰিব নোৱাৰে; যিমান মন যায় সিমান ছেপিব হে পাৰিব। আপুনি মোক যিমান ছেপিব সিমান মই ছেপাখাই সৰু হৈ ছেপেটা হৈ যাম, ছেপিবলৈ এৰি দিলেই আকৌ বৰৰ এটাৰ নিচিনাকৈ আগৰদৰে হম। আপুনি মোক মাৰিবলৈ চেষ্টা কৰা বৃথা। মই আপোনাৰে সৈতে একে লগে হে মৰিম. আপোনাৰ মৃত্যুৰ এক মুহূৰ্ত্তৰ আগেয়েও নহয়। মই কোন যদি আপুনি জানিব খুজিছে, তেন্তে কওঁ শুনক,—মই আপোনাৰ মানস-পুত্ৰ। মোকে বোলে মন।

শ্ৰীকৃপাবৰ।

# বিলাতৰ চিঠি।

সম্পাদক ডাঙৰীয়া,

গল বাৰত আমাৰ দেশৰ মানুহ বিলাতলৈ অহা উচিত বুলি আপোনালৈ লেখিছিলোঁ। "বিলাত" বুলি কোৱাত আপুনি নাভাবিব যে মই ইংলণ্ডকেহে মাথোন বুজাইছোঁ; য়ুৰোপৰ আন আন ঠাই আৰু আমেৰিকাকো বিলাত বুলি ভাবক। আন কি, জাপানলৈকো আমাৰ লৰাবোৰ' যোৱা উচিত। যি দেশত শিক্ষা পোৱা যায় সেই দেশলৈকে যোৱা উচিত। দুখৰ বিষয়, আমেৰিকা আৰু জাপানৰ বাতৰি মই সমূলি দিব নোৱাৰোঁ। য়ুৰোপৰ ভিতৰত ইংলণ্ড আৰু স্কটলণ্ডৰ বাতৰি হে মই ভালকৈ দিব পাৰিম। ফ্ৰান্সৰ বাতৰিও অলপ-অচৰপ দিব পাৰিম। যদি সময় পাওঁ সেইবোৰ লাহে লাহে লেখি থাকিম। আপোনাৰ কাকতৰ নিমিত্তে লেখাটো তো সুখৰ কথা।

গল বাৰত কৈছোঁ যে ৰূপ-বান নোহোৱাকৈ বিলাতলৈ আহিবলৈ মই কাকো উৎসাহ নিদিওঁ। ইয়ালৈ টকা-কড়ি নোহোৱা ভাৰতবৰ্ষীয় মানুহ আহি বৰ বিপন্নাৱস্থাত পৰা আমি দেখিছোঁ। ভাল মানুহৰ বহুতো লৰাই ইয়ালৈ আহি কিমান যে সৰু কামত হাত দিয়া দেখিছোঁ কি কম! যেনে; বাটে বাটে "হেণ্ডবিল" বিলোৱা, হোটেলত চাকৰ হোৱা; ইত্যাদি। আমাৰ দেশৰ ভাল মানুহৰ লৰা ইয়ালৈ আহি টকা-কড়িৰ অভাৱত পৰি সৰু কামত হাত দিবলৈ বাধ্য হোৱাটো দেখা পালে ভাল নালাগে। আপোনাৰ পাঠক সকলৰ ভিতৰত যদি কোনোৱে য়ুৰোপলৈ আহিবলৈ মনত থিৰ কৰে, তেওঁ যেন বিপদৰ বন্ধু, পৃথিবীত শক্তিশালী বন্ধু টকাক ভালকৈ সম্বল কৰি লগত লৈ আহে। "বিলাতলৈ গৈ তাত কাম কৰি টকা উপাৰ্জ্জন কৰি পঢ়িম" বুলি যেন কোনো নাহে।

আপুনি হয় তো সুধিব, "তুমি কিমান বয়সত আমাৰ লৰাবিলাকক বিদেশলৈ যাবলৈ কোৱা?" উত্তৰত কওঁ যে, ওঠৰ বছৰৰ আগেয়ে কেতিয়াও নহয়। তাৰ মানে এফ্, এ, মান "পাছ" কৰি অহাটো ভাল। এফ্,

এ পাছ নকৰি যে কাকো আহিবলৈ মই কোৱা নাই এনে নহয়। সেইদৰে প্ৰচাৰ কৰৰ মানে এইটো হে যে যিমান সৰহকৈ লেখা পঢ়া শিকি আমাৰ দুশপৰা ইয়ালৈ অহা যায়, সিমান ভাল। ই পৰ লৰাৰ কথা। বয়সিয়াল মানুহ যেতিয়াই পাৰে তেতিয়াই অহা উচিত। দেশত মটৰ-গাড়ী নিকিনি; কলিকতাৰ ডাঙৰ ডাঙৰ দোকানত থাযে বস্তু-বেহানি নিকিনি, পাটৰ "পঞ্জাবী" চোলা, ফিফিৰীয়া পাতল চুৰিয়া, নানা ৰঙৰ "চাদৰ" নিপিন্ধি, অমুক জান বিবীৰ নাচ, অমুকী বাইজীৰ নাচ চাই পৈতৃক জমিদাৰীৰ কিম্বা আন পৈতৃক সম্পত্তিৰ শ্ৰাদ্ধ নকৰি যদি আমাৰ আমাৰ মানে মই কেৱল আসামৰে কোৱা নাই, ভাৰত গোটেইখনৰ কথা কৈছোঁ দেশৰ ধনী মানুহে "দেশ ভ্ৰমণ কৰে, তেনেহলে সেই টকাৰ কিঞ্চিৎ ব্যৱহাৰ হয়। সি যি হওক, ভাৰতৰ ভালেমান ঠাইৰপৰা ইংলণ্ডত এনে মানুহ মাজে মাজে দেখি আমাৰ চকু জুৰায়।

আমাৰ দেশৰ মানুহ এই দেশলৈ যে মাহমানত অহা উচিত। ইংলণ্ডত বতৰৰ ঠিক নাই। আমাৰ দেশত ছয় ঋতু। ইয়াত চাৰিটা। এজন ৰসিক মানুহে কৈছে, বিলাতত কেৱল এটা ঋতু, অৰ্থাৎ জাৰ। জহকালিক তেওঁ "Leafy winter" অৰ্থাৎ পতীয়া জাৰকালি বুলি কৈছে। কেতিয়াবা ইয়াত জহকালিও বেছ জাৰ; আৰু কেতিয়াবা জহকালি ইমান জহ হয় যে বাটে-ঘাটে দুৰ্ব্বল সবল মানুহ মূৰ্চ্ছা যায়, আৰু কোনো কোনো মানুহৰ মৃত্যু হয়। বৃটেনৰ জহ-কালি বৰ সুন্দৰ। যিবোৰ গছ-গছনিৰ গাৰপৰা জাৰ-কালিয়ে নিৰ্দ্দয় ভাৱে আবৰণ কাঢ়ি লয়, বসন্ত-কালে দয়াপৰবশ হৈ সিহঁতৰ গাত সেই আবৰণ নতুনকৈ দিয়ে। জহ-কালিৰ সদ্ব্যৱহাৰত গছ-গছনিবোৰে অতি সুন্দৰ ৰূপ ধাৰণ কৰে। ৰদৰ প্ৰকোপ সিমান নাই। সাপ কিম্বা আন তেনে জন্তুৰ প্ৰাদুৰ্ভাৱ নাই। সেইদেখি মনৰ সুখেৰে আপুনি কোনো বাগিছা বা মুকলি ঠাইলৈ গৈ, পাইপ মুখত লৈ আপোনাৰ প্ৰিয় কবি নাইবা গ্ৰন্থকাৰৰ গ্ৰন্থ লগত লৈ ঘাঁহৰ ওপৰত বহি বা দীঘল হৈ পৰি নিৰ্ভয়ে নিৰ্ব্বিঘিনিয়ে পৰম সুখ অনুভৱ কৰিব পাৰে; ইচ্ছা হলে ওচৰতে উৰ্মলি ফুৰা সৰু সৰু লৰা ছোৱালীৰ ৰং ধেমালি চাব পাৰে; গাভৰু ছোৱালীৰ ৰূপৰ প্ৰশংসা কৰিব পাৰে; নাইবা বুঢ়া বুঢ়ীসকলে তেওঁলোকৰ

অতীতৰ কথা ভাবি ভাবি লাহে লাহে খোজ কঢ়া দেখি সংসাৰৰ গতি-বিধিৰ কথা ভাবি ভাবি আপুনি সুন্দৰৰূপে নিদ্ৰাও দিব পাৰে। স*চাকৈয়ে ইংলণ্ডৰ জহ-কালি সুখৰ বস্তু। আপুনিও যদি জীৱনৰ বসন্ত কিম্বা জহ-কালিত, তেনেহলে এই জহ-কালি আপোনাৰ আৰু সুখকৰ লাগিব। মোৰ কবিতা লেখিবৰ শক্তি নাই, থকাহলে কবিতা এটি লেখি ইংলণ্ডীয় জহ-কালিক বন্দনা কৰি আপোনালৈ পঠিয়ালোহেঁতেন।

জহ-কালি ইয়াত সূৰ্য্য ৮॥০ বজা ৯ বজাত অস্ত যায়। লাহে লাহে শৰৎ কালৰ আগমনত সময় কমি আহে। জাৰ-কালি বহুৎ দিন সূৰ্য্যদেৱৰ দেখাকে পোৱা নেযায়। পাৰ্চী এজনে তেওঁলোকৰ ধৰ্ম্ম সমৰ্থন কৰি এজন ইংলণ্ডীয়ক কি কৈছিল আপুনি জানেনে? ইংলণ্ডীয়জনে পাৰ্চীজনক সুধিলে "তোমালোকে সূৰ্য্যক কিয় পূজা কৰা? ছিঃ, ই বৰ বেয়া কথা! তোমালোকৰ — —।" পাৰ্চীজনে ইংলণ্ডীয়জনৰ মুখৰ কথা শেষ হবলৈ নিদিয়াকৈয়ে কলে, "মনে মনে থাকা দেও হে, আমাৰ সূৰ্য্য তোমালোকৰ ইয়াত থকাহলে তোমালোকেও তেওঁক পূজা কৰিলাহেঁতেন।" জাৰ-কালি কেতিয়াবা ইয়াত এনে এন্ধাৰ হয় যে দিনৰে-দিনটো চাকি লগাই হে কাম-বন কৰিব পাৰি। আজি জাৰকালিৰ কথা কৈ আপোনাক নকপাওঁ; জহ-কালিৰ কথাকে শুনক।

এই দেশত কোনো মানুহ যিমান দুখীয়াই হওক, কম পক্ষেও জহ-কালি তেওঁ এসপ্তাহমান কাম-বনৰপৰা আজৰি লৈ সপৰিয়ালে চহৰৰ গেজাগেজিৰ পৰা উদ্ধাৰ হৈ, হয় সমুদ্ৰৰ তীৰত, নহয় পাৰ্ব্বত সুবিস্তীৰ্ণ পথাৰৰ ওচৰত আশ্ৰয় লৈ তেওঁৰ শৰীৰৰ ভাগৰ আৰু আমনি খেদাই আকৌ কামৰ নিমিত্তে প্ৰস্তুত হয়। এইটো বৰ ভাল নিয়ম। আমাৰ দেশৰ মানুহে এনে বিশ্ৰামৰ মূল্য বুজা হলে আমাৰ দেশত নৰীয়া-পাতিৰ লেখ ভালেমান কমিলহেঁতেন সি যি হওক, এই "taking a holiday" নিয়মটো ইয়াত বৰ প্ৰচলিত।

জহকালি "Where are you going for your holiday?" এই প্ৰশ্নটো বৰ সাধাৰণ। লণ্ডনৰ ওচৰত বহুতো সমুদ্ৰতীৰ ঠাই আছে। ব্ৰিটেনখনেই বা কিমান ডাঙৰ? তিনি চাৰি ঘণ্টা ৰেলত ফুৰি এঠাইৰপৰা এঠাইলৈ গলেই বহুতে ইয়াত পু ভাবে যে তেওঁ য ফুৰি আহিল। "You

must be feeling very tired after your long journey—do have another cup of tea," এইদৰে একজনে এজনক কোৱা প্ৰায়ে শুনা যায়।

ইংলণ্ডীয় মানুহ অতি ভদ্ৰ। যি মানুহৰ বিশ্বাস ইংলণ্ডীয় মানুহ বেয়া বুলি, তেওঁৰ সেই বিশ্বাস ভুল। আমাৰ দেশত থকা কোনো কোনো ইংলণ্ডীয় স্কট্লণ্ডীয় আয়ৰ্লণ্ডীয় মানুহৰ ব্যৱহাৰত যদি এনে বিশ্বাস হৈ থাকে তেনেহলে সি অন্যায়। আমাৰ দেশৰ যি মানুহে এনে ভাবে, বৃটেনলৈ তেওঁৰ তো অহা নিতান্ত উচিত; তেনেহলে তেওঁৰ ভুল গুচিব। বৃটিচ জাতি ইংলণ্ডত কেনে, চাই গলেহি, তেওঁলোকৰ প্ৰতি মৰম শ্ৰদ্ধা আমাৰ দেশৰ মানুহৰ নিশ্চয় বাঢ়িব।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# গোলাপৰ পত্নীব্ৰত।

(১)

একইশ বছৰীয়া ডেকা গোলাপে ঘৰৰ বৰ দুৰবস্থাৰ বাবে পঢ়া শুনা এৰি দি৷কলিকতাৰপৰা গুচি আহিব লগীয়াত পৰিল। তেওঁৰ মাক আৰু বাৰী বায়েকৰ বাহিৰে কেওঁ নাই। তেওঁ ঘৰলৈ আহি মাইনৰ স্কুলৰ হেড মাষ্টৰৰ কামত সোমাল।

কিছুদিন কাম কৰাৰ পাছতে গোলাপে বিয়া কৰালে। গিৰিয়েকৰ ঘৰলৈ আহিবৰ সময়ত পদ্মাৱতীৰ বয়স বাৰ বছৰ। তেতিয়ালৈকে স্বামী কি বস্তু পদুমে নেজানিছিল। কলিকতীয়া ডেকা গোলাপ কম বয়সত বিয়া কৰাৰ বৰ বিৰোধী আছিল। তথাপি তেওঁ মাক আৰু বয়েকৰ নেৰানেপেৰা আগ্ৰহ এৰাব নোৱাৰি বিয়া কৰিবলৈ মান্তি হল। বোধকৰোঁ সেই কাৰণেই ন-বৈণী ঘৰলৈ অনাৰ পাছত দুমাহমানলৈ যিমান পাৰিলে বৈণীয়েকৰপৰা আঁতৰে আঁতৰে তেওঁ ফুৰিবলৈ ধৰিলে। কিন্তু তেনেকৈ আৰু কিমান দিন তেওঁ থাকিব। লাহে লাহে গোলাপৰ, সেই বাৰ বছৰীয়া ওৰণিৰে ঢকা অকণমান ছোৱালীটিৰ কালে মন চাল খালে আৰু তেতিয়াহে তেওঁ বুজিলে

যে সেই গাঁৱলীয়া অৰ্দ্ধশিক্ষিতা ছোৱালীজনীৰো আকৰ্ষণ কৰিব পৰা শক্তি আছে। গোলাপৰ খং আৰু গাম্ভীৰ্য্যৰ ঢাকোন খহি পৰিল আৰু লাহে লাহে তেওঁ পদুমৰ ওচৰ চাপিবলৈ ধৰিলে।

মাহীমাকৰ গালি-শপনিৰ তলত সৰুৰেপৰা ডাঙৰ হৈ অহা পদুমে বাপেকৰ ঘৰৰ মৰম বৰকৈ চিনি নেপাইছিল। তেওঁৰ সখীয়েক, নকৈ বিয়া কৰোৱা বিজুলীৰ মুখে স্বামীৰ গুণ-কীৰ্ত্তন আৰু মৰমৰ কথা যদিও তেওঁ শুনিছিল, তথাপি সেইবোৰ কথা তেজীমলাৰ সাধুতকৈ সঁচা বুলি পদুমৰ বিশ্বাস নহৈছিল। বিয়াৰ পাচত শাহুৱেকৰ কঠোৰ শাসনত. আৰু গোলাপৰ অৱহেলাত সেই ভাব তেওঁৰ মনত আৰু ডাঠ হৈছিল।

প্ৰথমবাৰ গিৰিয়েকৰ বুকুত পদুমে মূৰ থবলৈ পাই আৰু পমি যোৱা মৰমৰ কথা কাণত পৰা মাত্ৰকে তেওঁৰ চাঁৎকৰে আগৰ ভুল বিশ্বাস ভাগিল। ভালপোৱা কি বস্তু তেওঁ শিকিলে, স্বামীক চিনি পালে, মৰম ভালকৈ বুজিলে। পদুম-গোলাপ দুটি গুচি একেটি হৈ পৰিল।

( ২ )

চাৰি বছৰৰ পাছত পদুমে এটি ছোৱালী পালে। বাপেকৰ ঘৰত পদুমে লেখা পঢ়া শিকিবলৈ সুবিধা নেপাইছিল; কোনোমতে পঢ়িব পাৰিছিল আৰু টেঁৰা-বেকাকৈ নিজৰ নামটো ডাঙৰ আখৰেৰে লেখিবলৈ শিকিছিল মাথোন। ঘৰুৱা কামত আৰু তাঁত বোৱা, বেজিৰ কাম আদিত তেওঁ পাৰ্গত আছিল। বাপেকৰ ঘৰত তেৱেঁই হে মাহীয়েকৰ বাবে ঘৰ চলাইছিল।

গিৰিয়েকৰ যত্নত এই চাৰি বছৰত পদুমে অসমীয়া লেখা পঢ়া শিকিলে, ইংৰাজীতো অলপ হাত দিছিল, ইয়াৰ বাহিৰেও সকলো নাগতিয়াল আৰু গোলাপে শিকাব পৰা বিষয়তে তেওঁৰ অলপ অলপ জ্ঞান হল।

গোলাপে এতিয়া হাই স্কুলত মাষ্টৰি কাম কৰে। শিক্ষাবিভাগত ভাল শিক্ষক বুলি তেওঁৰ বৰ সুখ্যাতি। স্বাধীন মতৰ বাবে ওপৰৰ শিক্ষকসকলে আৰু তলতীয়া ছাত্ৰবিলাকে তেওঁক সমানে ভাল পায়, আৰু তেওঁৰ কথা শুনে। মাক আৰু বায়েকৰ কথা গোলাপে কেতিয়াও নেপেলায়। আগেয়ে একেলগে পঢ়া আৰু নপঢ়া বন্ধুবিলাকে "গোলাপ মাষ্টৰক" তেঁওবিলাকৰ মাজত নেপালে এজন প্ৰকৃত ভালমানুহ

আৰু সৰল বন্ধু নাই বুলি ভাবে। এইবোৰ সুখৰ উপৰিও নিজে লেখা পঢ়া শিকাই মনৰ মতেৰে গঢ়ি লোৱা গুণৱতী ভাৰ্য্যা পোৱাৰ পাছত যেতিয়া তেওঁ সন্তানৰ মুখ দেখিলে (সেই সন্তান যদিও ছোৱালী) তেতিয়া তেওঁ নিজক সঁচাকৈয়ে পৰম সুখী বুলি ভাবিলে। সেই সৰু সংসাৰখনি বৰ সুন্দৰ হৈ উঠিল।

(৩)

মানুহৰ সদাই সুখ নেথাকে; গোলাপৰো নেথাকিল। লৰা-পোৱাৰ পাছৰে-পৰা পদুমৰ গা ভাল নোহোৱা হল। তেওঁ দিনে দিনে দুৰ্ব্বল হৈ যাবলৈ ধৰিলে। শেহত বুকুৰ বেমাৰ হৈ তেওঁৰ নৰীয়া বৰ টান হল। নানা ৰকম দৰব-জাতিয়েও একো ভালৰ চিন নেদেখুৱালে। নিৰ্ম্মল সংসাৰত ডাৱৰৰ ছাঁ পৰি চকা-চমকা লগালে। গোলাপৰ মনতো কিবা এটা ভয় সোমাল।

* * * * *

এদিন আবেলি পদুমে গিৰিয়েকক শোৱাপাটীৰ ওচৰলৈ মতাই নি ওচৰত বহুৱাই লাহে লাহে কবলৈ ধৰিলে—"আপোনাসকলে জানিছেই মোৰ আৰু সৰহ দিন আয়ুস নাই। আপোনাৰ কোলাত মূৰ থৈ মৰিব পাৰিম ইয়াকে ভাবি মই সকলো দেহৰ যন্ত্ৰণা পাহৰিছোঁ। মোতকৈ ভাগ্যৱতী আৰু নাই বুলি ভাবিছোঁ। কিন্তু মোৰ এটা খাটনি আছে; সেইটো দলিয়াই নেপে-লাই বুলি জানিব পাৰিলে মই বৰ সুখেৰে মৰিব পাৰোঁ। মই মৰাত আপুনি মিছাকৈয়ে শোক কৰি নেথাকিব। সোনকালে আৰু এজনী ভাগ্যৱতীক নিজৰ ঘৈণী কৰি লৈ এই খান-বান হব খোজা ঘৰখন বাখিব। মই মাথোন ইয়াকে খাটোঁ যেন মোৰ মাউৰা ছোৱালীটিক এজনী মৰমিয়াল মাহীমাকৰ হাতত দিয়ে। তাইক আপোনাৰ হাতত গতাই দিলোঁ।"

পদুমে আৰু একো কব নোৱাৰিলে। দুৰ্ব্বল হাতখনিৰে তেওঁ কেচুৱা ছোৱালীজনীৰ মূৰটো টানি নি গোলাপৰ হাতৰ ওপৰত থৈ দিলে গৈ, আৰু ৰ লাগি গিৰিয়েকৰ ফালে চাই ৰল। গোলাপে মনে মনে জানিছিল যে পদুমৰ শেষ সময় ওচৰ চাপিছে। মিছা আশ্বাস দিবলৈ তেওঁৰ সাহ নহল। তেওঁ অলপপৰ নিতাল মাৰি থাকি সৰু লৰাবদৰে চমুকৈ কৈ থলে "পদ্মা, মই তোমাক মনত ৰাখিম।" তুটোপা তপত চকুৰ পানী তেতিয়াই ছোৱা-লীটিৰ কপালত পৰিল।

( ৪ )

পদুম মৰাৰ পাছত গোলাপৰ আকৌ নকৈ বিয়া কৰাবৰ মন নগল। তেওঁৰ মাক জীয়াই থকাত মাকে তেওঁক আকৌ বিয়া কৰাবলৈ সদাই লাগি আছিল। বহুত ঠাইৰপৰা ৰূপৱতী গুণৱতী ছোৱালীও তেওঁলৈ যাচিছিল। দুই এবাৰ বাহি-জোৰা পৰ্য্যন্ত ঠিক হৈছিল গৈ। ভাতে, গোলাপৰদৰে লেখা পঢ়া জনা ভাল স্বভাৱৰ ডেকাক ছোৱালী দিবলৈ কোনে নিবিচাৰিব ? গোলাপে সদাই এটা নহয় এটা আসোৱাঁহ উলিয়াই দেখুৱাই বিয়াৰ কথা তল পেলাই থৈ দিয়ে। মাক মৰাৰ পাছতো বায়েকে কেইবা ঠাইতো ছোৱালী ঠিক কৰি চায়ো আহিছিল গৈ। কিন্তু গোলাপৰ আপত্তিৰ বাবেই এইবোৰ বিয়া ভাগিল।

তেওঁৰ স্বদেশত কাম কৰি থাকিবৰ মন আৰু নাইকিয়া হল ; সংসাৰলৈ মোহ নাইকিয়া নিচিনা হল। স্কুলৰ ইন্সপেক্টৰ চাহাবলৈ তেওঁ দৰ্খাস্ত কৰি মৈমনসিংহ জিলালৈ চবইন্সপেক্টৰৰ কামত বদলি হল। তেওঁ ছোৱালীটী তেওঁৰ বায়েকৰ হাতত গতাই দিলে। বায়েক আৰু আন যিভিৰ কুটুম সকলোৱে বহুত কৈ-মেলিও তেওঁৰ মন ফিৰাব নোৱাৰিলে। সকলোকে তেওঁ এই বুলি কলে যে "মই জানো সদাই ভাটীতে থাকিম গৈ ? আকৌ আহিম নহয়। চৰ্কাৰি কামত এনেকৈ দেশ বিদেশত ফুৰিব লাগেই।"

যাবৰ সময়ত বায়েকে কলে "ছোৱালীটি লাহে লাহে ডাঙৰ হৈছেহি। ৫।৬ বছৰতে তাইক বিয়া দিবৰ হব। তুমি এজনী বিয়া কৰাই আনি ঘৰথন আকৌ পাতিলে হে তাইক উলিয়াই দিব পৰা হব। মাক নাইকিয়া ছোৱালীক কোনে বিয়া দিব। বিদেশৰপৰা তুমি সোনকালে আহিবৰ উপায় কৰিবা। শুভ কামত পাছ হুঁহকি থকা ভাল নহয়।"

গোলাপে গম্ভীৰভাৱে উত্তৰ দিলে "বাইদেউ, তুমি বাৰী হোৱাৰেপৰা পতিৰ বাবে ব্ৰত কৰিছা ; মোকো পত্নীব্ৰত কৰিবলৈ দিয়াঁ। মই বিয়া নকৰাওঁ।"

শ্ৰীবলীন্দ্ৰৰায় থাউন্দ।

———

# জীৱন ।

সংসাৰ-সাগৰ মাজে জীৱনৰ ক্ষুদ্ৰ তৰী,
যাব নে হে যাব হেৰা লক্ষ্য স্থান নেপাহৰি ?
উত্তাল তৰঙ্গমালা চোৱাঁ কেনে গৰজিছে,
ওপৰত মেঘমালা স্তৰে স্তৰে সাজি আছে।
ভীষণ ধুমুহা আহি বুৰাব তৰীক মোৰ,
কোনোবা কেনিবা যাব সকলো পৰিব ওৰ।
কালৰ সোঁতত পৰি উটি বুৰি ঘূৰি ঘূৰি,
খেলিম বিচিত্ৰ খেলা গোটেই জীৱন ধৰি।
জোনাক ৰাতিত কেনে চন্দ্ৰৰ কিৰণ আহি,
ফুলনিৰ ফুলকলি ফুলাৰহি হাঁহি হাঁহি ॥
ৰোহিণীৰ কেনে সেই ধুনীয়া জেউতি ফেৰি,
শোভিব যেতিয়া আহি চন্দ্ৰৰ মুখত পৰি ॥
ঊষাদেৱী দেখা দিলে নিশাৰ এন্ধাৰ ঠেলি,
সোণালী কিৰণ লই ওলায় পূৰৱ বেলি।
দুপৰীয়া সূৰযৰ প্ৰচণ্ড কিৰণে হাঁয়,
জগত ব্ৰহ্মাণ্ডক নিয়ে যেন উটুৱাই ॥
হেঙুলি বৰণ সানি আবেলি যেতিয়া হয়,
সূৰযে পশ্চিম ফালে হেপাহেৰে চায় গই ॥
পুনৰ গধূলি হলে আকাশত তৰাবোৰে
পৃথিবীৰ ফালে চাই মিচিকীয়া হাঁহি মাৰে।
পৃথিবীৰ লীলা খেলা থাকিব সি একদৰে,
হেজাৰো বিপদে যদি মানুহক বেৰি ধৰে ॥
সেই জোন, সেই বেলি, সেই তৰা, আকাশত
থাকিব অনন্ত কাল একেদৰে জগতত।
ক্ষণস্থায়ী মানুহৰ জীৱন-কমল হাঁয় !
সংসাৰ-সাগৰে পৰি লেৰেলি শুকায় যায়।
এবাৰ শুকায় গলে নাহে আৰু ধৰতত;

গোন্ধৰ সফুঁৰা মেলি নেহঁাহেহি আনন্দত।
একেবাৰে অস্ত হল চিৰকাললই গল ;
অনন্ত সাগৰে পৰি অনন্তত লীন হল ॥

"বন্ধু"

---

## মৰণ।

মৰিলে নেযাওঁ আমি সংসাৰৰপৰা ;
থাকোঁ আমি ইয়াতে লুকাই ;
আজি কোৱা কথাবাৰি বায়ুৰ লগত
ধ্বনি তুলি থাকিব সদাই।
মই জোৱা ঠাইখনি বায়ু-সাগৰত
মৰিলেও পূৰণ থাকিব ;
যিহকে কৰক মোক ৰূপান্তৰ কৰি
একোকে কৰিব নোৱাৰিব।
অজৰ অমৰ মই আছোঁ চিৰকাল,
আছিলোঁও আগৰপৰাই ;
নহওঁ নতুন একো, নেযাওঁ ক'লকো,
ইয়াতেই থাকিম সদাই।
কেতিয়াবা ভাব মোৰ লুকাব মনত,
মাতবাৰি হেৰাব মুখৰ ;
নেথাকিব একো ভেদ আপোন পৰৰ,
স্নেহ ভাব নৰৰ মনৰ !
কিন্তু মোৰ দেহ হলে সদাই থাকিব,
আন পিনে ক'লকো নৈযায় ;
হব পাৰে ৰূপান্তৰ চকুৰে নেদেখা,
তথাপিও কতো নেহেৰায়।

শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা।

# কিতাপৰ চমু সমালোচনা।

A Manual of Assamese Grammar—by D. Bharali B. A

এইখন-ইংৰাজী অসমীয়া ব্যাকৰণ। বিদেশী মানুহে অসমীয়া শিকিবলৈ সুবিধা কৰিবৰ নিমিত্তে এই সৰু কিতাপখন ৰচনা কৰা হৈছে। গতিকে ইয়াৰ সম্পৰ্কে আমাৰ কবলৈ বিশেষ একো নাই; মাথোন ইয়াকে কওঁ যে গ্ৰন্থকৰ্ত্তাৰ যতন সাফল হৈছে। দুই চাৰি ঠাইত তেওঁ প্ৰচলিত অসমীয়া ব্যাকৰণৰ মতৰ বিৰুদ্ধে মত প্ৰকাশ কৰি যুক্তিৰে নিজৰ মত সমৰ্থন কৰিছে দেখি আমি সন্তোষ পাইছোঁ। তেওঁ অসমীয়া ভাষাত বহলাই অসমীয়া ভাষাৰ ব্যাকৰণ এখন লেখিবলৈ পুৰুষাৰ্থ কৰা দেখিলে আমি আৰু সন্তোষ পাম।

উচ্চাৰণ ভাষা-সাম্ৰাজ্যৰ সম্ৰাট। ব্যাকৰণৰ মহাসভাত যিবোৰ আইন-কানুন বিধিবদ্ধ হয়, সেইবোৰৰ ওপৰতো সম্ৰাট উচ্চাৰণৰ প্ৰভুত্ব আছে; গতিকে, তেখেতৰ "মঞ্জুৰী" নাপলে সেইবোৰৰ চলাত ব্যতিক্ৰম ঘটে। উচ্চাৰণ বোলোঁতে আমি এই চুবুৰীৰ উচ্চাৰণ, এইজনৰ সেইজনৰ উচ্চাৰণৰ কথা কোৱা নাই; ভাষা-সাম্ৰাজ্যৰ সাৰ্ব্বজনিক সভাত চলা উচ্চাৰণৰ কথা হে কৈছোঁ। সেই শুধ উচ্চাৰণৰ প্ৰতিধ্বনি শিক্ষিত গ্ৰন্থকাৰ আৰু শিক্ষিত শ্ৰেণীৰ মুখত থাকে। সেইদেখি ব্যাকৰণৰ নিয়ম মতে "গাৱঁত" অশুধ বুলি "গাওঁত" শুধ বুলিলে পাক লাগিব। ব্যাকৰণ Paper weight সঁচা, কিন্তু তুলাপাত আৰু তুলাপাতত ছেপা দিয়া দলিটো বহি থকা মেজখন হৈছে উচ্চাৰণ।

"মই" অশুধ,"ময়" হে শুধ; এই কথাৰ বিৰুদ্ধে কবলৈ আমাৰ ভালেমানে কথা আছে; কিন্তু বাঁহীত ঠাইৰ নাটনি। মুঠতে কওঁ যে "মহাজনো যেন গতঃ স পন্থাঃ" কৰি "মই" লেখাই ভাল। "মই" আৰু "ময়"ৰ উচ্চাৰণৰ ভিতৰত বিভিন্নতা নথকাটোও আমি মানিব নোখোজোঁ। "বিলাক" "বোৰ" "হঁত" আৰু "সকল" বহুবচন বুজোৱা প্ৰত্যয় হয়; কিন্তু "তেওঁলোক"ৰ "লোক"টো বাদ পৰিল কিয়? "লোক" "তেওঁ"ত লগাই দিলে সি বহুবচন নহয় নে? গ্ৰন্থকৰ্ত্তাই লেখিছে, "বিলাক is applied to human beings, বোৰ is applied to inanimate things, lower animals and to human be-

ings in low positions." আমাৰ মনেৰে "বিলাক" আৰু "বোৰ" এই দুটাৰ ব্যৱহাৰৰ ভিতৰত বিভিন্নতা নাই বুলিলেই হয়, থাকিলেও সি নাম মাত্র। দুইটা indiscriminately inanimate আৰু animate things ত ব্যৱহৃত হয়। লেখকে যাৰে তাৰে অসমীয়া কিতাপ এখন মেলি চালেই তাৰ প্রমাণ পাব।

"পিতেক" কথাটো আমাৰ চহা যেন লাগে। তাৰ সলনি "পুতেক" ব্যৱহাৰ কৰাটো ভাল।

ডেকা"ৰ স্ত্রীলিঙ্গ "গাভৰু"। কিন্তু ডেকেৰী বুলি আৰু এটা যে আছে?

কর্ত্তাকাৰকত বিশেষ্যত এ প্রয়োগ হয় সঁচা; কিন্তু অকাৰান্ত বিশেষ্যত "ই" হয়; যেনে,—পাৰই, বান্ধই।

লেখকে তেওঁৰ ব্যাকৰণত বর্ণাশুদ্ধিলৈ বৰকৈ মন দিয়া নাই যেন লাগে। নতুবা তেওঁ 'হাতী"ক "হাতি" আৰু গাখীৰক "গাখিৰ" নেলেখিলেহেঁতেন। যিবোৰ শব্দ সংস্কৃতৰপৰা অসমীয়া ভাষালৈ আহিছে, উচ্চাৰণৰ ব্যাঘাত নহলে সেইবোৰৰ লৰচৰ কৰাটো উচিত নহয়। "তেওঁ কাঠডোখৰৰ দৰে পৰি আছিলে।" ইয়াত "আছিলে" নেলেখি "আছিল" লেখাটোহে যুগুত। "আছিলে" কথাটো চহা আৰু অশুধ। Hurricanek "বা-মুৰলি" বুলি "বা-মাৰলি" বোলাটোহে শুধ। মুঠতে ব্যাকৰণখন ভাল হৈছে। লেখকে দ্বিতীয় তাঙ্গৰণত তাক বহলাই আৰু ভালকৈ লেখিলে আমি আৰু সন্তোষ পাম।

ৰচনা-শিক্ষা। শ্রীযুত আজিজৰ ৰহমানৰ দ্বাৰাই সংগৃহীত আৰু প্রকাশিত। এই সৰু কিতাপখন পাই আমি পৰম সন্তোষ পাইছোঁ। কাৰণ কিতাপখনৰ ভাষা উজু আৰু সৰল, আৰু লেখক এজন মুছলমান। আমাৰ মুছলমান ভাইসকলে হিন্দু ভাইসকলৰে সৈতে একে মনেৰে মাতৃভাষাৰ উন্নতি কৰিবলৈ যতন কৰিলে আসামৰ উন্নতি কাষ চাপিল জানিবা। কিতাপ খনৰ আৰম্ভনতে লেখা আছে "অতি পুৰণি কালত প্রায় গোটেই ভাৰত-বৰ্ষতে সংস্কৃত মাথোন প্রচলিত আছিল। পাচত কালৰ সোঁতত উচ্চাৰণৰ লৰচৰ হৈ তাৰ পৰা প্রাকৃত ভাষা ওলায়।" এই কথা থিবাং নে? আমাৰ

মনেৰে নহয়। তেওঁ লেখিছে "ৰচনা লিখোঁতে, বৰ্ণাশুদ্ধি, ভাষাশুদ্ধি, শব্দ স্থাপন, - - তালৈ বিশেষ চকু ৰাখিব লাগে।" কিন্তু আমি দেখি দুখ পাইছোঁ, যে লেখকে নিজৰ ৰচনাত এই কথালৈ বিশেষ চকু ৰখা নাই।

"অভিপ্ৰায় ফলৱতী হয়" "বান্ধ খায় থাকিলোঁ," "উচ্চাৰণ," "ব্যৱহাৰ কৰিব পাহৰিব নেলাগে," "আধা ইঞ্চিৰ জোখা ঠাই এৰি," "জন্তুৰ ভিতৰত হাতীয়ে এটাইতকৈ ডাঙ্গৰ," "উশ্বাহ-নিশ্বাস," "দাঁতাল," "দেড় বচৰত," এনেবোৰ অশুধ এই পুথিত ভালেমান আছে। "যদিও পানীক জীৱন বুলি উক্ত হৈছে" এইটো ব্যাকৰণ মতে অশুধ বাক্য। "অসমীয়া ভাষাৰ উন্নতিৰ কাৰণে পাৰেমানে চেষ্টা কৰিছিল।" "অতি মিতব্যয়ী আছিল।" "কপটতা বৰকৈ ঘিণাইছিল।" এই সম্পূৰ্ণ বাক্যবোৰৰ কৰ্ত্তাকাৰক নাই। "এগনিউ চাহাবে তেখেতক ইংৰাজী বিদ্যাত পাৰ্গতালি দেখি।" ইয়াত হয় তেখেতৰ পাৰ্গতালি, নহয় তেখেতক পাগত, হোৱা উচিত। হেমচন্দ্ৰ বৰুৱাৰ খুৰাকৰ নাম ৺লক্ষ্মীনাথ গঞ্জপুৰীয়া বৰুৱা, 'লক্ষ্মীনাৰায়ণ" নহয়। "তেওঁ অসমীয়াক ভূসাগৰত পেলাই," "ভূসাগৰ" মানে কি? লোকক ৰচনা শিক্ষা দিবলৈ কিতাপখন লেখা হৈছে যেতিয়া সেই কিতাপত থকা ৰচনাও নিৰ্দ্দোষ হোৱা উচিত। আশাকৰোঁ কিতাপখন আকৌ ছপাওঁতে লেখকে এনেকুৱা অশুধবোৰ শুধৰাব।

**অসমীয়া কৃষিতত্ত্ব।** প্ৰথম ভাগ। শ্ৰীযুত নাৰায়ণ বৰুৱা দ্বাৰা প্ৰণীত। খেতিৰ বিষয়ে এই ডাঙৰ কিতাপখন পাই আমি নিজক গৌৰবান্বিত অনুভৱ কৰিছোঁ। অসমীয়া এজনৰ দ্বাৰাই এনে এখন পুথি ৰচিত হৈছে, ইযে কি সুখৰ কথা তাক কৈ অঁতাব নোৱাৰোঁ। এইখন বৰ লাগতিয়াল পুথি, আৰু অসমীয়া ভাষাৰ ভঁড়ালত বহুমূলীয়া বস্তু। গ্ৰন্থকৰ্ত্তাৰ ওচৰত আমাৰ এইফেৰা মাথোন খাটনি যে তেওঁ যেন ইয়াৰ দ্বিতীয় তাঙ্গৰণত বৰ্ণাশুদ্ধি আৰু ব্যাকৰণ দোষবোৰ গুচাবৰ নিমিত্তে বিশেষ যতন কৰে।

**ৰঙ্গপুৰ-সাহিত্য-পৰিষৎ-পত্ৰিকা** (ত্ৰৈমাসিক)। চতুৰ্থ ভাগ। দ্বিতীয় সংখ্যা। শ্ৰীপঞ্চানন সৰকাৰ এম, এ, বি এল সম্পাদক। বঙ্গীয় সাহিত্য-পৰিষৎ, ৰঙ্গপুৰ-শাখা কাৰ্য্যালয়ৰপৰা প্ৰকাশিত। এই ত্ৰৈমাসিক কাকতখন আমি বাঁহীৰ সলনিত আৰু সমালোচনা কৰিবলৈ পাইছোঁ। মুঠতে কওঁ যে কাকতখন গবেষণাপূৰ্ণ প্ৰবন্ধেৰে পৰিপূৰ্ণ। ইয়াৰ আমি দীৰ্ঘজীৱন কামনা কৰোঁ।

**প্ৰথম বছৰ, ষষ্ঠ সংখ্যা**

# সূচী

# কবিতা।

শোকৰ সঙ্গীত সিটি, বেজাৰৰ সুৰ।
আতুৰৰ হুমুনিয়া, লোতক চকুৰ।
বিষাদৰ কলা বেশ, তৃষ্ণা তৃষিতৰ।
বিধৱাৰ বুকু-ফটা যন্ত্ৰণা কাতৰ।
ছয়ামৰা সুখৰ সি ক্ষন্তেকীয়া হাঁহি।
সুৰভি বিলাই যোৱা গোলাপৰ পাহি।
বিজুলীৰ চকামকা নিমিষ পোহৰ।
জোনৰ কোমল কান্তি, পানীৰ লহৰ।
বীণৰ আতমা সিটি উৰি "গুণ" গায়।
যাহীৰ জীৱন সি যে ডালত "কুউৱায়।"
ৰমণীৰ কমনীয় মাধুৰী মধুৰ।
আধা-ফুটা আধা-মাত সৰগ শিশুৰ।
লাজেৰে ভিওৱা মুখ সুন্দৰী ৰূপহী।
নিয়ৰত পা ধোৱা সেউতী সি বাহী।
অনাঘ্ৰাত কেতকীৰ সোণোৱালি ৰেণু।
বৃন্দাবন মতলীয়া কলীয়াৰ বেণু।
প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য বঞ্চিত।
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

## সম্পাদকৰ চৰা।

মাউৰ। আমাৰ দেশত মাউৰত পৰি যে কত মানুহে অকালত প্ৰাণ হেকৰায় তাৰ লেখ-জোখ নাই। কিন্তু যি কাৰণৰ নিমিত্তে মাউৰ ব্যাধি জন্মে সেই কাৰণ সৰ্ব্বসাধাৰণ লোকে জানিলে তাৰ প্ৰতিবিধান হব পাৰে; আৰু তেনে হলে মাৰত পৰি মৰা লোকৰ লেখও যে অনেক কমিব তাত সন্দেহ নাই।

* * *

দূষিত পানীয়েই যে মাউৰৰ মূল কাৰণ, সেইটো আজিকালি ডাক্তৰ সকলে স্থিৰ সিদ্ধান্ত কৰিছে। মাউৰত পৰা ৰোগীৰ মল যি পানীত পৰে, বা যি পানীত সেই ৰোগীৰ মলীয়া কানি-কাপোৰ ধোৱা হয়, সেই পানীয়েই দূষিত হৈ মাউৰ ব্যাধিৰ বীজ বৃদ্ধি কৰি সেই ব্যাধি ব্যাপ্ত কৰি দিয়ে। সেই দুষিত পানী খোৱাসকল মাউৰত পৰাটো একেবাৰেই সঠিক কথা।

* * *

এই নিমিত্তে পানীৰ বিষয়ে মানুহ বৰ সাৱধান হব লাগে। যি গাৱঁত বা যি চহৰত মাউৰে দেখা দিয়ে সেই গাৱঁৰ সেই চহৰৰ পানী নিৰ্দ্দোষ কৰি ৰাখিবলৈ যত্ন কৰিলে সেই ব্যাধি বাঢ়িব নোৱাৰে। পানীৰ ফালে যেনেকৈ চকু ৰাখিব লাগে, গাখীৰৰ ফালেও তেনেকৈ চকু ৰখা উচিত। গাখীৰত সকলো ৰোগৰ বীজ কীটাণু বাঢ়িবলৈ সুচল পায়। গাখীৰ মাউৰ জন্মোৱা কীটাণুবোৰৰ বসতি আৰু বংশ বৃদ্ধিৰ পক্ষে বৰ সুবিধাৰ ঠাই। যি পানীত মাউৰৰ বীজ কীটাণু আছে তেনে পানী গুৱালে গাখীৰত মিশ্ৰাত সেই গাখীৰ মাউৰৰ বাসস্থান হৈ গাখীৰ খাওঁতা সকলৰ মাজত সি মাউৰ বিলাই দিয়াটো অনেক সময়ত ঘটে।

* * *

যি নাদৰ বা বিলৰ বা পুখুৰীৰ পানী খোৱা যায়, সেই পানীত গা ধোৱা কাঁপোৰ ধোৱা বা আন কোনো প্ৰকাৰ দোষজনক কাৰ্য্য কৰা উচিত নহয়।

পানী মানুহৰ প্ৰাণস্বৰূপ। হিন্দুশাস্ত্ৰত পানীক জলৰূপী নাৰায়ণ বোলা হৈছে। এতেকে এনে বহুমূলীয়া বস্তুক নিৰ্মল কৰি ৰখাটো মানুহৰ এটা ঘাই কৰ্ত্তব্য কাম।

***

যি ঠাইত মাউৰ আদি ব্যাধি হয়, তাত পানী আজিকালিৰ নতুন উপায়েৰে চেকি খোৱা উচিত। সেইদৰে চেকিবৰ উপায় কৰিব নোৱাৰিলে অন্ততঃ সেই পানী ৰৰকৈ উতলাই তপতাই তাক চেচা কৰি লৈ হে খোৱা উচিত। তেনে কৰিলে তাত থকা ৰোগৰ বীজাণুবোৰ মৰি যায়। আসামৰ গাৱঁলীয়া মানুহক পানী নিৰ্দ্দোষ কৰি ব্যৱহাৰ কৰিবলৈ তালকৈ বুজাই দিয়াটো সকলো শিক্ষিত লোকৰ কৰ্ত্তব্য।

***

ছিলঠৰ ডাক্তৰ আৰ ডব্লিউ বৰ্কিটে হাইজা ৰোগৰ নতুন এক প্ৰকাৰ চিকিৎসা উলিয়াইছে। তেওঁ ⅙ গ্ৰেইণ মৰ্ফাইনৰ (কানিৰপৰা প্ৰস্তুত এটি জুলীয়া দৰৱ) ⅙ ভাগ লৈ তাক ফিচ্‌কাৰীৰে ৰোগীৰ গাত সুমাই দিয়ে, আৰু ৰোগীক সৰহকৈ পানী আৰু তপত চাহ খাবলৈ দিয়ে। তেওঁ কয় যে তেনে কৰিলে কানিৰ গুণত ৰোগীৰ শৰীৰটোৱে জুৰণি পায়, আৰু সেই জুৰণিৰ কালত শৰীৰৰ ভিতৰত মাউৰৰ প্ৰতিৰোধক "এণ্টি-টক্সিন" (Antitoxin) নামে এবিধ পদাৰ্থ জনমে। সৰহকৈ খাবলৈ দিয়া পানী আৰু চাহে ৰোগীৰ গাৰপৰা ভেদ আৰু বাতিত ওলাই যোৱা পানীৰ ক্ষতি পূৰণ কৰে। চাহে শৰীৰত উত্তেজনা শক্তি উদ্ৰেক কৰি তাক তপত কৰি ৰাখে। পিছত ৰোগীক, কেচুৰা লৰাক দিয়াৰ নিচিনা আহাৰ দিব লাগে। ডাক্তৰজনে কৈছে যে মাউৰত পৰা অনেক ৰোগীক তেওঁ এই নিয়মমতে চিকিৎসা কৰি জীয়াইছে, আৰু ৰোগৰ আদিতে এই চিকিৎসা কৰিলে ৰোগী ৰক্ষা পৰাটো নিশ্চয়।

---

# পুৰণি আসামৰ জিলিঙনি এটি।

আজিকালি যাক আমি আসাম বোলোঁ ইক পুৰণি কালত সি কি আৰু কেনে আছিল, জানিবৰ হেঁপাহ অসমীয়া মাত্ৰকৰে হয়। সেই কালৰ আসামো আজিকালিৰ আসামৰ নিচিনা লেলোৱা-ধেন্দোৱা আছিল নে, বলী তেজী আৰু সুসভ্য আছিল, সেই কথাৰ অলপমান আলচ আজি কৰিব খোজোঁ। পুৰণি আখ্যান, উপাখ্যান, ধৰ্ম্মশাস্ত্ৰ, লোকৰ মুখে মুখে চলি অহা কথা, তামৰ ফলি, শিলৰ ওপৰত বা পৰ্ব্বতৰ গাত থকা শিলৰ ওপৰত লেখা কথা, পুৰণি নগৰ আৰু দেৱমন্দিৰ আদিৰ ভগ্নাৱশেষবপৰা প্ৰাচীন কালৰ বিষয়ে অলপ-অচৰপ সম্ভেদ পোৱা যাব পাৰে, কিন্তু সেইবোৰ ঘাটি-ঘুটি সেই কাম সম্পাদন কৰা কাৰ্য্য আসামত এতিয়াও পানী-কেচুৱা অৱস্থাত। বুৰঞ্জী লেখি থোৱা অভ্যাস হিন্দুৰ নাছিল; গতিকে, প্ৰাচীন কলীয়া অসমীয়া হিন্দুৰেও সেই কাৰ্য্যৰ লেঠা নিজৰ গাত লগাই লোৱা নাছিল! আসাম বুৰঞ্জী আহোমবিলাকৰ সম্পত্তি আৰু তেওঁলোকেই বুৰঞ্জী লেখা নিয়ম আসামত উলিয়ায়; তেওঁলোকক দেখাদেখি অসমীয়া হিন্দুৱেও বুৰঞ্জী লেখিবলৈ শিকে। সেইদেখি আহোমৰ আগৰ আসামৰ বুৰঞ্জী নাই। খৃষ্টীয় সপ্তম শতিকাৰ আগ-ছোৱাত বিখ্যাত চীন পৰিব্ৰাজক হিউয়েন্‌চাং আসামলৈ আহিছিল। তেওঁ তেতিয়া আসাম যেনে দেখিছিল তাৰ বিৱৰণ লেখি থৈ গৈছে। তাৰ বাহিৰে আসামত আৰু বাৰাণসীত যি কেইখন তামৰ ফলি পোৱা গৈছে, সেই ফলিবোৰৰপৰাও পুৰণি আসামৰ বিষয়ে কিছু কিছু জনা যায়। হিউয়েন্‌চাং ৬২৯ খৃষ্টাব্দত ভাৰতবৰ্ষলৈ আহে, আৰু ৬৪৫ খৃষ্টাব্দত নিজৰ দেশলৈ উভতি যায়। হিউয়েন্‌চাঙৰ বৃত্তান্ত "Records of the Western world" বহুমূলীয়া গ্ৰন্থ। তেওঁ যে সেই গ্ৰন্থত অকল ৰাজনৈতিক আৰু সামাজিক কথা লিখিছিল এনে নহয়, দেশৰ বিৱৰণ, লোকসংখ্যা, আৰু অনেক জনশ্ৰুতিৰ কথাও লেখি থৈ গৈছে। হিউয়েন্‌চাঙৰ বন্ধু উইলিয়ে ( Hwui-li ) হিউয়েন্‌চাঙৰ জীৱনী লেখিছে; সেই পুথি পঢ়িও সেইকালৰ ভাৰতৰ সম্পৰ্কে ভালেমান কথা জানিব পাৰি।

তেওঁ যেতিয়া মগধত অর্থাৎ দক্ষিণ-বেহাৰৰ নলন্দা নামৰ বৌদ্ধবিহাৰত থাকি বৌদ্ধ গ্রন্থবিলাক পঢ়িছিল, তেতিয়া কামৰূপত ভাস্কৰ বৰ্ম্মা নামে এজন মহাপ্রতাপী ৰজাই ৰাজত্ব কৰিছিল। হিউয়েন্‌চাঙৰ পাণ্ডিত্য আৰু সুখ্যাতিৰ কথা ভাস্কৰ বৰ্ম্মাই শুনিবলৈ পাই তেওঁক কামৰূপলৈ আহিবলৈ নিমন্ত্রণ কৰি পঠিয়ায়। হিউয়েন্‌চাঙে প্ৰথমতে সেই নিমন্ত্রণ ৰক্ষা কৰিবলৈ অসম্মত হৈছিল; কিন্তু পিছত তেওঁ পণ্ডিত শীলভদ্ৰৰ পৰামৰ্শ শুনি নিমন্ত্রণ গ্রহণ কৰিলে।

হিউয়েনচাঙে পৌণ্ড্র বৰ্দ্ধনৰপৰা পুবমুৱা হৈ প্রায় ১৫০ মাইল বাট আহি এখন ডাঙৰ নৈ পাৰ হৈ কামৰূপ ৰাজ্যত সোমাইছিলহি। সেই নৈখনৰ নাম কৰতোয়া। তেতিয়া আসামৰ সীমা যে "কৰতোয়াং সমাৰভ্য যাবদ্দীকৰ বাসিনী" অর্থাৎ পশ্চিমে কৰতোয়া নৈৰপৰা আৰম্ভ কৰি পুবে দীকৰবাসিনী অর্থাৎ দীকৰাইলৈকে আছিল সেইটো ইয়াৰপৰা সহজে বুজিব পাৰি। সেই কালত আসামৰ পূব সীমা আজিকালিৰ আসামৰ পূব সীমাৰে সৈতে একে আছিল; মাথোন পশ্চিম সীমাৰ হে লৰচৰ হৈছে। হিউয়েনচাঙে আসাম দেশখন বেৰে ১৭০০ মাইল বুলি তেওঁৰ ভ্ৰমণ বৃত্তান্তত লেখিছে। তেতিয়া অৰম্ভে এই দেশৰ আসাম নাম নাছিল; তেতিয়া ইয়াক কামৰূপ বোলা হৈছিল। সেই কামৰূপৰ ভিতৰত আজিকালিৰ গোটেই আসাম, ভুটান, পশ্চিম সীমাৰ কৰতোয়া নৈলৈকে উত্তৰ-বঙ্গ, আৰু মেমনসিঙৰ এডোখৰ পৰিছিল। এইটো নিশ্চয় যে সেই কালৰ পূৰ্ব্ব-বঙ্গ (যাৰ নাম সমতট আছিল) আৰু পৌণ্ড্র বৰ্দ্ধনতকৈ আসাম অর্থাৎ কামৰূপ ভালেমান গুণে ডাঙৰ আছিল; কাৰণ তেতিয়াৰ পূৰ্ব্ব-বঙ্গ বেৰে ৭০০ মাইল আৰু পৌণ্ড্র-বৰ্দ্ধন ৫০০ মাইল মাথোন আছিল। প্ৰত্নতত্ত্বজ্ঞ কানিংহামে (Cunningham) পাবনাকে পৌণ্ড্র বৰ্দ্ধন বুলি থিৰ কৰি তাৰ পূব ফালে থকা কমতাপুৰকে তেতিয়াৰ কামৰূপৰ ৰাজধানী বুলি কৈছে। কোনো কোনো পণ্ডিতে এই কথাত সন্দেহ প্ৰকাশ কৰি কয় যে পাবনা পৌণ্ড্র বৰ্দ্ধন নহয়, আৰু কামৰূপৰ ৰাজধানী পৌণ্ড্র বৰ্দ্ধনৰ উত্তৰ ফালে হে আছিল। তেওঁলোকে মালদহৰ ওচৰৰ পাণ্ডুৱাক হে পৌণ্ড্র বৰ্দ্ধন বুলি কয়। সি যি হওক, এইটো এক প্ৰকাৰ থিৰাং যে পৌণ্ড্র বৰ্দ্ধনৰপৰা কামৰূপৰ ৰাজধানী প্ৰাগ জ্যোতিষ-

পুব ১৫০ মাইলতকৈ ভালেখিনি দূৰত। সেইদেখি পণ্ডিতসকলে এনে অনুমান কৰে যে সেই কালত কামৰূপৰ ৰাজধানী, হয় গুৱালপাৰ জিল্লাৰ কোনো এখন ঠাইত, নহয় কোচবিহাৰত, নহয় বা আজিকালিৰ বঙ্গদেশৰ ভিতৰুৱা ৰংপুৰৰ উত্তৰ-পূবত আছিল। গুৰুচৰিত্ৰত বাৰভূঞাসকলৰ আঁতি-গুৰিৰ বিষয়ে কওঁতে, গোৰেশ্বৰ আৰু কান্তেশ্বৰ অৰ্থাৎ কমতেশ্বৰ এই দুজন ভাই-ৰজাৰ ভিতৰত ৰণ লগাৰ কথাৰ উল্লেখ আছে।

হিউয়েন্‌চাঙে কামৰূপৰ ৰজাক বৰ প্ৰতাপী ৰজা বুলি লেখি গৈছে। বৌদ্ধৰজা শিলাদিত্যাই ৰাজগৃহত (ভাগলপুৰৰ ওচৰৰ ঠাই) যি দান-সাগৰ উৎসৱ পাতিছিল সেই উৎসৱলৈ ভাৰতবৰ্ষৰ যি কুৰিজন ৰজা নিমন্ত্ৰিত হৈ গৈছিল সেইসকলৰ ভিতৰত কামৰূপৰ ৰজা ভাস্কৰ বৰ্ম্মাই প্ৰথম ঠাই অধিকাৰ কৰিছিল। ভাস্কৰ বৰ্ম্মাই সেই উৎসৱত শোভা-যাত্ৰাৰ (Procession) নায়ক হৈ একে শাৰীতে শিলাদিত্যৰ সোঁ হাতে গৈছিল। ৫০০ হাতীয়ে তেওঁলোক দুইকো ৰক্ষা কৰি গৈছিল। হিউয়েনচাঙে ভাস্কৰ বৰ্ম্মাক বামুণ ৰজা বুলি তেওঁৰ ভ্ৰমণবৃত্তান্তত লেখিছে; কিন্তু বাস্তবিকতে সেইটো তেওঁ ভুল কৰিছে। কাৰণ বৰ্ম্ম ক্ষত্ৰিয়ৰ হে উপাধি বামুণৰ নহয়।

মুছলমান বুৰঞ্জীলেখক ফিৰিষ্টাই তেওঁৰ বুৰঞ্জীৰ পাতনিত, তলত লিখা ঘটনাটো লেখিছে,—উত্তৰ-ভাৰতত কেদাৰ ব্ৰাহ্মণ নামে এজন বৰ পৰাক্ৰমী ৰজা আছিল। কৰতোয়া নদীৰ পূব ফালৰপৰা অৰ্থাৎ কামৰূপ প্ৰদেশৰ পৰা শঙ্কল বা শঙ্গলদিব নামে ৰজা এজনে কেদাৰৰ ৰাজ্য আক্ৰমণ কৰি কেদাৰক যুদ্ধত হৰুৱায়। শঙ্কলে প্ৰথমতে ভাগীৰথীৰ পূব ফালৰ দেশ অৰ্থাৎ বঙ্গ আৰু বিহাৰ জয় কৰে; তাৰ পিছত অসংখ্য সৈন্য গোটাই লৈ কেদাৰ ৰজাৰে সৈতে তুমুল ৰণ কৰি কেইবাখনো যুদ্ধত কেদাৰক ঘটুৱায়। প্ৰবাদ আছে, কামৰূপৰ ৰজা শঙ্কলেই গৌৰ নগৰ অথবা লক্ষণাৱতী স্থাপন কৰে যি লক্ষণাৱতী ২০০০ বছৰলৈকে বঙ্গদেশৰ ৰজাসকলৰ ৰাজধানী হৈ আছিল। শঙ্কল বৰ দম্ভী আৰু প্ৰতাপী ৰজা আছিল। তেওঁৰ ৪০০০ হাতী, ১০০০০ ঘোৰা আৰু ৪০০০০০ পদাতিক সৈন্য আছিল।

ম্বাইধিৰ অথবা টুৰাণ ৰজা আফ্ৰচিয়াবে শঙ্কলৰপৰা কৰ বিচাৰিছিল। শঙ্কলে কৰ দিবলৈ মান্তি নোহোৱা বাবে তেওঁৰে সৈতে আফ্ৰচিয়াবৰ যুদ্ধ হয়।

৫০০০০ মঙ্গল বা মোগল সেনা আক্ৰচিয়াবে শঙ্কলৰ বিৰুদ্ধে পঠিয়াই দিয়ে। যে বাঘাট পৰগণাৰ ওচৰৰ কোচ পৰ্ব্বতৰ কাষতে সেই সেনাৰে সৈতে শঙ্কলৰ তুমুল সংগ্ৰাম হয়, আৰু সেই সংগ্ৰামত মঙ্গলবিলাক হাৰি সমূলি ধ্বংস হবৰ উপক্ৰম হৈছিল, এনেতে আক্ৰচিয়াবে নতুনকৈ সৈন্য লগত লৈ তাত ওলালহি। তেতিয়াহে শঙ্কল সেই যুদ্ধত হাৰি আক্ৰচিয়াবৰ হাতত বন্দী হয় আৰু আক্ৰচিয়াবে তেওঁক ধৰি লৈ গুচি যায়।

মৌলবি আব্ দুচ চালামে ফিৰ্দৌচিৰ মহাকাব্যৰ যি ভাঙান কৰিছে তাত পাৰস্যৰ সম্ৰাট বাহৰাম গৌৰৰ বিষয়ে লিখা ঘটনাবোৰত শঙ্কল নামে এজন ভাৰতবৰ্ষীয় ৰজাৰ কথা উল্লেখ আছে। সেই শঙ্কলক কামৰূপৰ শঙ্কল * ৰজা বুলি বুৰঞ্জীজনা পণ্ডিতসকলে অনুমান কৰে। বাহৰাম গৌৰৰ ৰাজত্বৰ কাল খৃষ্টীয় চতুৰ্থ শতিকা।

পুৰণি কালত যে আসাম এখন সুসভ্য উন্নত দেশ আছিল, ধৰ্ম্মশাস্ত্ৰ, উপাখ্যান আৰু কাহিনী আদিৰপৰা সেইটো ভালকৈ বুজিব পাৰি। সেই বিবৰণবিলাকৰ সত্যতা নিখুঁতকৈ প্ৰমাণ কৰিবৰ উপায় যদিও নাই, তথাপি এইটো বুজিব পাৰি যে অতীজত আসাম এখন ওখ শাৰীৰ দেশ আছিল। আনবিলাক বাদ দিলেও হিউয়েনচাঙৰ বিবৰণৰপৰাই এই কথা প্ৰমাণিত হয়। আগৰ ডোখৰৰ কথা এৰি দিলেও, সপ্তম শতিকাৰ প্ৰথম ভাগত আসাম যে এখন পৰাক্ৰমশালী ডাঙৰ আৰু সভ্য দেশ আছিল সেইটোৰ প্ৰমাণৰ অভাৱ গুচে। তেতিয়া আসামৰ পশ্চিম সীমা কৰতোয়া নদী আছিল দেখি, আসামৰ ভিতৰত আজিকালিৰ উত্তৰ-বঙ্গ ৰংপুৰ দিনাজপুৰ বগুৰা জলপাইগুৰি আৰু মৈমনচিঙৰ এডোখৰো যে পৰিছিল এই কথা আমি ওপৰত কৈ আহিছোঁ।

কৰতোয়া এখন বিখ্যাত নদী। মহাভাৰতত আৰু আন আন পুৰাণত তাৰ উল্লেখ পোৱা যায়। চিকিমৰ নামনিৰ পৰ্ব্বতবিলাকৰ মাজৰ ব্ৰহ্মকুণ্ডৰপৰা কৰতোয়া নদী ওলাই দাৰ্জিলিং, জলপাইগুৰি, দিনাজপুৰ, ৰংপুৰ আৰু বগুৰাৰ মাজেদি বৈ গৈছে। মহাভাৰতৰ ভীষ্মপৰ্ব্বত কৰতোয়াৰ বিষয়ে

* বোধকৰোঁ শঙ্কৰ শব্দটো বিদেশীৰ মুখত পৰি শঙ্কল বা সঙ্গল হৈছে।

এইদৰে লেখা আছে ;—"লৌহিত্যাং কৰতোয়াং চ তথৈৱ বৃষকাহ্বয়াম ॥" ব্ৰহ্মাণ্ড পুৰাণত আছে,—কৰতোয়া মহাগৌৰী দুৰ্গা চান্তঃ শিৱা তথা।"

হিউয়েন্‌চাঙে তেওঁৰ ভ্ৰমণ-বিৱৰণত সেই কালৰ অসমীয়া ভাষাটো মধ্য-ভাৰতৰ ভাষাৰে সৈতে প্ৰায় মিলে বুলি লেখিছে। এইখিনিতে এইটো কথা কব লগীয়া যে তেওঁ তাক বঙ্গলা ভাষাৰ অপভ্ৰংশ বা আন আন লেখৰ ভাষাৰ খাৰীলৈ থুঠা *Patois* অৰ্থাৎ গাৱঁলীয়া মাত বা আন কোনো ভাষাৰপৰা ভাগি-ছিগি ওলোৱা মাত বোলা নাছিল। তেওঁ তাক এটা স্বকীয়া অৱস্থাত পাইছিল আৰু সেই হিচাপেই তাৰ বিষয়ে উল্লেখ কৰি গৈছে। আৰু এটা কথা, তেওঁ এই সম্পৰ্কে বঙ্গলা ভাষাৰ নামকে কৰা নাছিল। আজিকালিৰ বঙ্গলা ভাষা যেনে ৰূপ ধৰি বাঢ়িব লাগিছে, সেই কালত এই ভাষাৰ অস্তিত্বতে সন্দেহ ওপজে ; বৰং পুৰণি অসমীয়া ভাষা আৰু মৈথিলী ভাষাৰ সান-মিহলিয়েই হে বঙ্গলা ভাষাৰ ভেটি এনে সিদ্ধান্তৰ ফালে ঢাল নলৈ নোৱাৰি। পুৰণি কালত কামৰূপ বা আসাম যেনে প্ৰতাপী সুসভ্য আৰু উন্নত আছিল, আসামৰ ভাষাও তেনে নাথাকিবৰ কাৰণ নাই ; বৰং নথকাটো হে অসম্ভৱ। সেই কালৰ আৰু তাৰ অনেক আগৰ কালৰপৰা প্ৰচলিত অসমীয়া জাতীৰ প্ৰবাহ আসামত যেনেকৈ আজিলৈকে চলি আহিছে, সেই কালৰপৰা আৰু তাৰ আগৰ কালৰপৰা অসমীয়া ভাষাৰ প্ৰবাহো আসামত আজিলৈকে চলি আহিব লাগিছে। অৱশ্যে কালৰ গতিত সেই ভৰসোঁতত, বাহিৰৰপৰা বৈ অহা অনেক সৰু সুঁতী মিহলি হৈ সেই ভৰ-সোঁতৰ পানীৰ বৰণ আৰু পৰিমাণত যদিও পৰিবৰ্ত্তন ঘটাইছে, তথাপি সি যে আসামৰ অসমীয়া ভাষাৰ সেই একেখন লুইতেই তাক লুই কৰিব নোৱাৰি। কালৰ কৰাল আক্ৰমণত প্ৰাচীন কালৰ অসমীয়া ভাষাত ৰচিত সাহিত্য লোপ পাইছে দেখি আমি তাৰ বিষয়ে এন্ধাৰত ; কিন্তু প্ৰাচীন পৰাক্ৰমী আসাম ৰাজ্যৰ চিন্তা জ্ঞান বিদ্যা আবেগ দুখ শোক আনন্দৰ ধ্বনি যে সেই কালত অসমীয়া লেখকৰ দ্বাৰাই লিপিবদ্ধ হৈ প্ৰকাশিত নহৈছিল এনে কথা হব নোৱাৰে। অৱশ্যে এইটোও সম্ভৱ যে ভাৰতৰ আন আন প্ৰদেশৰ পণ্ডিত লেখকসকলৰ দৰে অসমীয়া পণ্ডিত লেখকসকলেও প্ৰচলিত আৰু সৰ্ব্বসাধৰণৰ ব্যৱহৃত দেশীয় ভাষা অসমীয়া ভাষাৰ প্ৰতি অৱজ্ঞা

প্ৰকাশ কৰি এক মাত্ৰ দেৱভাষা সংস্কৃতত হে গ্ৰন্থ ৰচনা কৰিছিল, সেইবাবে সেই কালৰ প্ৰাকৃত পুৰণি অসমীয়া ভাষাত লেখা পুথি আমি নাপাওঁ। কিন্তু এইটো ঠিক যে শঙ্কৰ মাধৱ আৰু কন্দলীসকলে পুৰণি অসমীয়া ভাষা-ব্ৰহ্মপুত্ৰৰ সমৃদ্ধিশালী আৰু নিৰ্মল পুত সলিলত অৱগাহন কৰি আৰু তাৰ আনন্দময় জলত বুৰ মাৰি তাৰ তলিৰপৰা হে তেওঁলোকৰ শাস্ত্ৰৰূপী উজ্জ্বল মালাবিলাক গাঁথিবলৈ মুকুতা গোটাই আনিছিল। তেওঁ-লোকৰ শাস্ত্ৰবিলাক পঢ়িলেই স্পষ্টকৈ দেখিবলৈ পোৱা যায় যে তেওঁলোকে নকৈ ভাষা ৰচনা কৰি বা কথিত ভাষাৰে মাথোন শব্দ আৰু বাক্য ৰচনা বা সংগ্ৰহ কৰি তেওঁলোকৰ পুথিবিলাক ৰচনা কৰা নাছিল; তেওঁলোকে যে এটা প্ৰবাহিত জীয়া চহকী সাহিত্য আৰু ভাষাৰপৰা বস্তু সংগ্ৰহ কৰি সেই বোৰেৰে নিজৰ ৰচনা গাঁথিছিল তাৰ কোনো ভুল নাই। শঙ্কৰদেৱ আৰু কন্দলীসকলে অনেক ঠাইত তেওঁলোকৰ পুথিৰ ভণিতাত "আগৰ কবি সকলৰ গ্ৰন্থ চাই পুথি লেখিলোঁ।" বুলি স্পষ্টকৈ স্বীকাৰ কৰি গৈছে। আসামৰ ওপৰেদি অনেক দুৰ্দ্দিন দুৰ্দ্দৈৱৰ ঢল গৈছে, সেই ঢলে যে আগৰ প্ৰাচীন সাহিত্য গ্ৰন্থবোৰ কৰবালৈ লৈ গৈ তাৰ চিন-মোকাম নাইকিয়া কৰিছে সেইটো অনুমান অনায়াসে কৰিব পাৰি। আজিও ৰংপুৰ, দিনাজপুৰ, কোচ-বিহাৰ প্ৰভৃতি ঠাইৰ ভাষা, যাক আজিকালিৰ বঙ্গলা ভাষাই নিজস্ব বুলি আপোন সীমাৰ ভিতৰুৱা কৰিছে পৰীক্ষা কৰি চালে ফট ফটীয়াকৈ দেখি যে সেই ভাষা অসমীয়া ভাষাৰ হে নিজস্ব, আগৰ অসমীয়া ভাষাৰ হে নিজা বস্তু, আজিকালিৰ বনী বঙ্গলা-ভাষাৰ অধিকাৰ তাত নাই, থাকিলেও নামমাত্ৰ। কালৰ কুটিল গতিত অসমীয়া ভাষাৰ দাভী·কাষৰীয়া পাৰি ঠাইবোৰ বঙ্গলা ভাষাৰ গৰাহৰ ভিতৰত পৰিল। বঙ্গলা ভাষাই পাৰিটো জীণ নিয়াই নিজৰ গাত বল বাঢ়ি লৈ অসমীয়া ভাষাৰ গাৰিৰ ওপৰতো যে "দাওৱা" কৰিবলৈ নাযাব তাতে বা আচৰিত কি? গৱৰ্ণমেণ্টৰ ভুলত এবাৰ বঙ্গলা ভাষাই অসমীয়া ভাষাৰ ওপৰত সম্পূৰ্ণ অধিকাৰ পাইছিলেই, ভাগ্যে সেই ভুল সংশোধিত হল, নতুবা এতদিনে অসমীয়া ভাষাই "ঔষধং জাহ্নবী তোয়ং বৈদ্যো নাৰায়ণো হৰি"ৰ শৰণাপন্ন হব লাগিলহেঁতেন। উত্তৰ বঙ্গ আৰু কোচবিহাৰ আদি ঠাইত প্ৰচলিত আগৰ দিনৰ কবিতা গীত আৰু

সাঁথৰ গোটাচেৰেক ৰংপুৰ-সাহিত্য-পৰিষৎ-পত্ৰিকাৰপৰা আমি তুলি দেখুৱাই দিওঁ যে অসমীয়াৰ ভৰিৰ খোজৰ চিন সেইবোৰত কিমান ফট ফটীয়া হৈ ৰহি ৰৈছে।—

"লাকে লাকে যায় বীৰ কৰে মাৰ মাৰ,
আপনে সে মৰা বীৰ জীয়ন্তক ধৰে বলে,
কয় কবিকঙ্কন চালাইলে চলে॥" উত্তৰ—পল।

বাঙ্গালী লেখকে লেখিছে দেখি ইয়াত "আপুনি"ৰ ঠাইত "আপনে" আৰু "সি"ৰ ঠাইত "সে" আৰু "চলাইলে" বা "চলালেৰ" ঠাইত "চালাইলে" হৈছে। ডাকৰ নাম দি যেনেকৈ বাহিৰা মানুহে নিজৰ বচন চলাই গৈছে, ইয়াতো কৱিকঙ্কনৰ সেইদৰে নাম দি এনেকুৱা বাহিৰা ৰচনা চলোৱা হৈছে ঃ

"ৰাজাৰ বেটী ধোন্দলা পেটী
বিন কোদালে খোড়ে মাটী॥" উত্তৰ—গাহৰি।

ইয়াৰ আচল অসমীয়াটো—
ৰজাৰ বেটী ধোন্দোলা পেটী,
বিন কোৰেৰে খান্দে মাটি॥

"কান্দাৰ উপৰ কান্দা,
এ শ্লোক যে ভাঙ্গি না দিবে
তাৰ চৌদ্দ পুৰুষ থাকিবে বান্দা॥" উত্তৰ—কলাৰ আঙি।

অসমীয়া।—কান্ধৰ ওপৰত কান্ধা,
এই শ্লোক যি ভাঙি নিদিব
তাৰ চোধ পুৰুষ থাকিব বন্ধা॥

"স্বৰ্গে থাকি পইল ভ্যাট।
ভ্যাট্ বলে মোৰ প্যাট কাট॥" উত্তৰ—তামোল।

অসমীয়া।—স্বৰ্গৰপৰা পৰিল ভেট।
ভেটে বোলে মোৰ পেটটো কাট॥

"আৰা বাড়ী হাতে বিৰাইল সাপ।
লেজুৰ ধৰি মাৰহু পাক॥" উত্তৰ—সেঙুন।

অসমীয়া। এৰা বাৰীৰপৰা বিয়ালে সাপ।
নেগুৰ ধৰি মাৰিলোঁ পাক॥

"হুৰ দেখ সখী হে বিপৰীত ধান্দা।
উড়ি গেইল পখিটি লেঙুৰ ৰইল বান্ধা॥" উত্তৰ—জাল।

অসমীয়া।—হেৰ দেখ সখী হে বিপৰীত ধান্দা।
উৰি গল পাখীটি নেগুৰ ৰল বন্ধা॥

"স্বৰ্গ হাতে পইল ধূম।
ধূম বোলে মোৰ—চুম॥" উত্তৰ—আম।

অসমীয়া।—স্বৰ্গৰপৰা পৰিল ধূম।
ধূমে বোলে মোৰ—শুং॥

ইয়াত উক্ত ৰখা শব্দটো অসমীয়াৰ থকুৱা শব্দ। বঙ্গলা ভাষাত সেই শব্দ নাই।

"হাত নাই পাও নাই গড়গড়েয়া যায়।
পিঠিত চামড়া নাই সৰ্ব্বলোকে খায়॥" উত্তৰ—পানী।

অসমীয়া।—হাত নাই পাও নাই গৰ্‌গৰাই যায়।
পিঠিত ছাল নাই সৰ্ব্বলোকে খায়॥

"ঘুকুৎ; বসি আছে তিন বাপ পুত॥" উত্তৰ—উধান।

অসমীয়া।—ঘুকুৎ।
বহি আছে তিনি বাপ পুত॥

"ভাটী হাতে আইল ছুতাৰ
কান্ধে লয়া বাইশ।
গছ মৰা ফল ধৰা,
কোন গছ কাটিবাৰ যাস॥" উত্তৰ—কোমোৰা গছ।

অসমীয়া।—ভাটীৰপৰা আহিল—ইত্যাদি।

"বেতবাড়ীত ফেলাছু ছুৰী।
বেত কাটা গেইল আঠাৰ বুড়ি॥" উত্তৰ—ক্ষুৰ।

অসমীয়া।—বেত ৰাৰীত পেলালোঁ। ছুৰী
বেত কটা গল ওঠৰ বুৰি ॥

"তুঁই ধল ধল বিছন কাঙ্গা
মুখ নাই তাৰ বোলে ভালা।
পাও নাই তাৰ যায় দূৰ।
পৰিয়া আইসে চাঁপা ফুল।
মুই না জান দাদায় জানে।
বড় বড়টাক বাঁধিয়া আনে॥" উত্তৰ—চিঠি।

অসমীয়া।—তুঁই ধল ধল বীজ কলা।
মুখ নাই তাৰ বোলে ভালা।
পাও নাই তাৰ যায় দূৰ।
পিন্ধি আহে চঁপা ফুল।
মই নাজানো দদায়ে জানে।
বৰ বৰটোক বান্ধি আনে॥

"এক বান্ধুনী বান্ধে বাড়ে সৰ্ব্বলোকে খায়।
সেই বান্ধুনী ঘৰ সোন্দালে হাঁড়ি ছুয়া হয়॥"
উত্তৰ—চুণ পোৰা ডুমুনী॥

অসমীয়া।—এক বান্ধনী বান্ধে বাঢ়ে সৰ্ব্বলোকে খায়।
সেই বান্ধনী ঘৰ সোমালে চক ছুৱা যায়।

এই সাঁথৰবোৰ বঙ্গলা হেঁয়ালিবোৰৰ ভৰ্জমা কৰি আমি ইয়াত দিয়া নাই। আসামত এইবোৰ যেনে আকৃতিৰে প্ৰচলিত তাকে হে দিয়া হৈছে।

ৰংপুৰৰ পুৰণি গায়ঁনীয়া গীত কাকিচেবেক ভলভ দিলোঁ।—

"মোগলেৰ বেটী গেইচে জল ভৰিবাৰ।
বাঘক দেকিয়া নদী সাঁতাৰিয়া যায় তাৰ॥
মৎস্য বলিয়া তাবে ঘড়িয়ালে খায়।
আজি কেন বা ঠাকুৰ মোক এতেক তাপ দেয়॥
বাম হস্তে ধৰিয়া যোগলক মাৰে এক পাক।

আটিত পড়িয়া মোগল কৰে বাপ বাপ ॥
আজি ক্যানে বা ঠাকুৰ মোক স্থায় এতেক তাপ ।
ধনেৰ কিঙ্কৰ নোয়াঁও মুই মানেৰ কিঙ্কৰ ॥
চড়ণেৰ ঘোড়া বেচিয়া সেবা কৰিম তোৰ ॥"

"উগ্রসেন মহাৰাজা তিৰি জগতে জানি ।
তাৰ ঘৰত উপজিল কন্যা নাম দৈবকিনী ॥
কাৰ ঘৰত দিম বিয়া কন্যা যোগ্য নাই বৰ ।
ৰূপ আছে ৰতন আছে পৰম সুন্দৰ ॥
হেনকালে চলিয়া আইল নাৰদ মুনিবৰ ।
মুনিক দেখিয়া ৰাজা কৰিল সম্ভাষণ ॥
বসিবাৰ দিল মুনিক উত্তম আসন ।
পাঁওঁ ধোয়াৰ আনিয়া দিল খাবিতে কৰি জল ।

*  *  *  *

ৰাজা কইল ভাল হল মুনি ঠাকুৰ ইতি আগমন ।
মোৰ ঘৰে বাড়ে কন্যা নামে দৈবকিনী ।

*  *  *  *

কোন স্থানে দিম বিয়া যোগ্য নাপাই বৰ ॥

*  *  *  *

দৈবকিনী বাসুদেব দুই সম সৰ ।
তাক শুনিয়া দৈবক ৰাজা হৰষিত হয়া ।
নাৰদক পাটৈয়া দিয়া বাসুদেবক আনিয়া ধৰিয়া ॥

*  *  *  *

পাইক পলায় ধনকো পেলায় কৰিয়া নোড়া ঝুড়ি
(লৰালৰি)।

*  *  *  *

এক পাইক পলেয়া গেল হাজুয়াদেৰ কাছে ।

*  *  *  *

আঁধাৰ ঘৰোত উপজিল কৃষ্ণ হইল জোনাকময় ।

*  *  *  *

পড়ুয়া পণ্ডিত জাগে তোমাৰ কাৰণ।

*  *  *  *

ডাকমাত্র নিদ্রায়ালি দিলেক দৰিশন।
নিদ্রায়ালি কৰে কৃষ্ণৰ চৰণ পৰিশন॥

*  *  *  *

তোক বোলো নিদ্রায়ালি বচন মোৰ ধৰ।
কংস ৰাজাৰ পুৰী সহিত অচৈতন্য কৰ।
এ বোল শুনি নিদ্রায়ালি চলিল হাঁসিয়া
উঁহিলি কুহিলি নিদ্রা দিলেন ছাড়িয়া॥
মাইঁৰ স্মৰণেতে আগোত যায় মহেশ্বৰ।
দেব গন্ধৰ্ব্ব সাতে, যমুনায় দিল বালুচৰ।
দেখিয়া যমুনাৰ ঢেউ প্ৰাণে লাগে ডৰ।
কৃষ্ণ বলে আগে বাপু শৃগালী হয় পাৰ॥

*  *  *  *

হাঁটু পানি হবৰ নয় হামাক যমুনা কৰ পাৰ॥
মনোত নাকৰিও ডৰ বাপু পাৰ হও মোক ধৰে।
অনেক পুণ্যেৰ ফলে আসিচোঁ তোৰ ঘৰে॥

*  *  *  *

দশ মাস দশ দিন মায়েৰ ওদৰত আছিনু।
তন নাখাওঁ দুদ নাখাওঁ তেঁও তো মুই বাঁচিনু॥

*  *  *  *

মাৰিম না তোমাকে মুঁই মোকেও মাৰতে পাৰবু না
তুঁই।
ইয়াৰ প্ৰিতিকাৰ বুজবু তুঁই পৰে॥

*  *  *  *

কথা শুনি কংস ৰাজা আচম্বিত মন।
চৰ চৰ বলিয়া ৰাজা ডাকে ঘন ঘন॥

এইবিলাক যে অসমীয়া কবিৰ ৰচিত পদ হʼব কিবা সন্দেহ আছে নে? বঙ্গালীৰ মুখত পৰি আৰু আজিকালিৰ বঙ্গলা ভাষাৰ প্ৰভাৱৰ ভিতৰলৈ আহি তাৰ অলপ-অচৰপ হেনাহুচা আৰু লৰচৰ হৈছে মাথোন। এইবোৰৰ বিভক্তি প্ৰত্যয়বোৰো অসমীয়া।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# সীতা সৰমা।

দুখ বেজাৰত আউজি বহিলোঁ
  এজুপি অশোক তলে।
মনত পৰিল ৰাক্ষসী-পুৰাত
  সীতা সৰমাৰ কোলে।
থাপি নত শিৰ আউলী চুলিৰে
  শুনে বীণ তাপহৰা।
দাৰুণ লুণীয়া অকুল পানীত
  করুণ স্বৰ্গৰ ধাৰা।
বীণৰ প্ৰাণটি সৰমা-প্ৰাণেৰে
  উঠিল সকলো ব্যাপি।
সৰমা ৰাক্ষসী? সৰমা মানবী?
  নহয়, সৰমা দেবী!

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

# ৰমেশচন্দ্ৰ দত্ত।

উনৈশ শতিকাৰ মাজ ছোৱাত ভাৰতত কেইবাজনো মহাপুৰুষে জন্ম গ্ৰহণ কৰে। কুৰি শতিকাৰ আদিতে এইসকলৰ কেইজনমান অকালত কালৰ কৱলত পৰাত ভাৰতৰ ভাগ্য-ৰবি ক্লেশকলৈ কলা ডাৱৰে ঢাকি পেলাইছে। যি কেইজন মাৰ গল ৰমেশচন্দ্ৰ দত্ত তেওঁলোকৰ ভিতৰত এজন। এওঁৰ জীৱন অবিশ্ৰান্ত পৰিশ্ৰমৰ, অদম্য উৎসাহৰৰ আৰু নেৰা-নেপেৰা যুক্তৰ সমষ্টি।

এওঁ কলিকতা মহানগৰীৰ প্ৰসিদ্ধ দত্ত পৰিবাৰত ১৮৪৮ চনৰ আগষ্ট মাহৰ ১৩° তাৰিখে জন্ম গ্ৰহণ কৰে। এওঁৰ স্বৰ্গীয় প্ৰপিতামহ নীলমণি দত্ত ক্লাইৱ, ওৱাৰেণ হেষ্টিংচ প্ৰভৃতি ভাৰতত বৃটিচ ৰাজ্য স্থাপন কৰোঁতাসকলৰ দিনত এজন লেখৰ মানুহ আছিল। এই বংশতেই স্বৰ্গীয় ৰসময় দত্তয়ো জন্ম গ্ৰহণ কৰে; তেওঁৱেই সংস্কৃত কলেজৰ প্ৰথম প্ৰধান অধ্যাপক। ৰমেশচন্দ্ৰৰ বাপেক স্বৰ্গীয় ঈশানচন্দ্ৰ দত্তই বঙ্গদেশৰ বহু জিলাত ডিপুটী কলেক্টৰ ৰূপে কাম কৰিছিল। সেই সময়ত ৰেল জাহাজৰ কোনো সুবন্ধ-বস্ত নথকাত ৰমেশচন্দ্ৰই বাপেকৰ লগে লগে ঘুৰি ফুৰোঁতে বঙ্গদেশৰ নানা ঠাইৰ জ্ঞান সৰু কালতেই আৰ্জ্জিবলৈ সুযোগ পাইছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ ভাৰত শাসন, ১৮৫৮ চনৰ মহাৰাণী ভিক্টোৰিয়াৰ ঘোষণা পত্ৰ, লৰ্ড ডেলহৌচীৰ প্ৰত্যাগমন লৰ্ড ক্যানিঙৰ আগমন প্ৰভৃতি প্ৰসিদ্ধ ঘটনা-বোৰৰ বিৱৰণ তেওঁ মানুহৰ আগত কৈ সুখ পাইছিল। ৰমেশৰ অতি কম বয়সতে বাপেক মাক ঢুকায়। এই সময়ত তেওঁৰ দদায়েক শশীচন্দ্ৰ তেওঁৰ অভিভাৱকৰূপে নিযুক্ত হয়। তেওঁৰ তত্বাৱধানত থাকি ৰমেশচন্দ্ৰই ১৮৬৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৬৬ চনৰ এফ্, এ পৰীক্ষাত দ্বিতীয় স্থান অধিকাৰ কৰে।

ইয়াৰ পিছত ৰমেশচন্দ্ৰই আন দুজন বঙ্গীয় ডেকাৰে লগলাগি ১৮৬৬ চনৰ ৩ মাৰ্চ্চ তাৰিখে বিলাতলৈ যাত্ৰা কৰে। এই দুইজনৰ এজন দেশপূজ্য

বাগ্মীবৰ শ্ৰীযুত সুৰেন্দ্ৰনাথ বন্দ্যোপাধ্যায় আৰু আনজন শ্ৰীযুত বিহাৰীলাল গুপ্ত। সেই সময়ত সাগৰ পাৰ হৈ বিলাতলৈ যোৱাটো হিন্দুবিলাকৰ ভিতৰত বৰ দোষৰ কাম আছিল; সমাজ আৰু জাতিগত ধৰ্ম্মৰ ভয়ত কোনেও আগ বাঢ়িবলৈ সাহ নকৰিছিল। এই তিনিজনৰ ভিতৰত কেৱল সুৰেন্দ্ৰনাথে হে বাপেকৰ অনুমতি পাইছিল, আন দুইজন তেওঁৰ লগত মনে মনে গৈছিল। কিন্তু তথাপি তিনিওজনে সকলো বিপদ—আৰ্থিক, সামাজিক আৰু দৈহিক— সাহসেৰে সহিবলৈ মন বান্ধিছিল। ভাৰতৰ সেই অন্ধকাৰ দিনত—যেতিয়া মুছলমান শাসন লাহে লাহে অন্তৰ্হিত হৈছিল, তাৰ লগে লগে ভাৰতক অৰাজকতাৰূপ অন্ধকাৰে গিলি পেলাবলৈ ধৰিছিল আৰু ইংৰাজ শাসন দৃঢ়ৰূপে স্থাপনৰ চেষ্টা হৈছিল—কোনে জানিছিল যে ভবিষ্যতত এওঁলোকৰ ওপৰত ভাৰতৰ বহু কাম নিৰ্ভৰ কৰি ৰৈ আছে। কোনে জানিছিল যে সেই নজনা-নুশুনা ৰমেশ আজিৰ দেশপূজ্য ৰমেশ হব? বোধ হয় ভাগ্য-লক্ষ্মী সুপ্ৰসন্ন হৈ এই তিনিজন বঙ্গীয় যুবকক একে বাটে লৈ গৈছিল।

১৮৬৯ চনৰ ইণ্ডিয়ান চিভিল চৰ্ভিচ পৰীক্ষাত তিনিজনেই উত্তীৰ্ণ হল। ৰমেশচন্দ্ৰই সেই পৰীক্ষাত গুণানুসাৰে তৃতীয় স্থান অধিকাৰ কৰি ইংৰাজী সাহিত্যত দ্বিতীয় আৰু সংস্কৃতত প্ৰথম হল। সেই সময়ৰ উদাৰ ইংৰাজ পুৰুষসকলৰ অনুগ্ৰহত এওঁলোকে বহু সুবিধা ভোগ কৰিছিল; ডাঙৰ ডাঙৰ পৰিয়ালত নিমন্ত্ৰণ পাইছিল; পাৰ্লিয়েমেণ্ট মহাসভাত প্ৰবেশ কৰিবলৈ অনুমতি পাইছিল। ৰমেশচন্দ্ৰই এই সুবিধাতে মহামতি বাগ্মীবৰ গ্লাড্‌ষ্টোনৰ ওজস্বিনী বক্তৃতা শুনিছিল। তেওঁ সদায় ডাঙৰ ডাঙৰ সভা সমিতিত উপস্থিত থাকি জন ষ্টুৱাৰ্ট মিলৰ বচনা, ডিকেন্‌চৰ উপন্যাস পাঠ শুনি-ছিল। অধ্যাপক থিয়োডৰ গল্ড ষ্টুকৰৰ আৰু মৰ্লিৰ এওঁ বৰ আদৰৰ পাত্ৰ আছিল।

এই সুযোগতে ৰমেশচন্দ্ৰই স্কটলণ্ড আয়াৰ্লণ্ড প্ৰভৃতি প্ৰদেশবোৰ ঘূৰি ফুৰি চাই বহুত অভিজ্ঞতা লাভ কৰে আৰু ভিন্ ভিন্ বিশ্ববিদ্যালয়ৰ খিতাপ লয়। ইয়াৰ পিচত এওঁ আন দুজন বন্ধুৰে সৈতে নিজ দেশলৈ যাত্ৰা কৰিলে। এওঁলোকে আহোঁতে জাৰ্ম্মাণি, সুইজাৰলাণ্ড, ইটালি, ফ্ৰান্স প্ৰভৃতি দেশৰ মাজেদি বাট ললে। এই সময়ত ফ্ৰান্সৰ "কমিউনিষ্ট"বিলাকে

পাৰিচ নগৰী ধ্বংস কৰিবলৈ উপক্ৰম কৰে; শাসনকৰ্ত্তাবোৰ প্ৰতিহিংসা জুইত জ্বলি উঠে আৰু সেনাবিলাকে কেৱল সন্দেহৰ ওপৰত যাকে পাই তাকে টোপৰ মুখত উৰাই দিবলৈ ধৰে। এদিনাখন এওঁলোকে ভাৰ্চেইল নগৰত উপস্থিত হলত তাৰ শাসনকৰ্ত্তাই এওঁলোকক বিদেশী "কমিউনিষ্ট" বুলি সন্দেহ কৰিলে। আইনানুসাৰে সেই ৰাতি তেওঁলোকক হাজোতত থোৱা হল। পিছ দিনা বিচাৰ কৰাত এওঁলোকে নির্ভয়ে নিজৰ "পাছ পোর্ট" (বিদেশ পৰ্য্যটনৰ অনুমতি পত্ৰ) দেখুৱালে আৰু বৃটিচ ৰাজ্যৰ প্ৰজা বুলি নিজ স্বত্ত দাবি কৰিলে। শাসনকৰ্ত্তা সন্তুষ্ট হল আৰু এওঁলোকক এৰি দিলে। যদি এওঁলোক অলপ দিনৰ আগেয়ে এই অৱস্থাত পৰিলহেঁতেন তেনেহলে ভাৰতে তিনিজন উপযুক্ত পুত্ৰ হেৰুৱালেহেঁতেন।

ৰমেশচন্দ্ৰ ১৮৭১ চনত নিজ দেশলৈ উভতি আহি ১৮৭১ চনৰপৰা ১৮৮২ চনলৈকে বঙ্গদেশৰ বহু জিলাত ডিপুটী কালেক্টৰ আৰু আন আন কামত নিযুক্ত হয়। এই সময়ৰ ভিতৰত তেওঁ যে বঙ্গীয় প্ৰজাৰ কিমান উপকাৰ কৰিলে তাক কৈ অন্ত নোৱাৰি। ১৮৭৪ চনত বঙ্গদেশ দুৰ্ভিক্ষৰ বিকট মুখত পৰে; এই সময়ত ৰমেশচন্দ্ৰই নদীয়া জিলাৰ বহুতক দুৰ্ভিক্ষৰ হাত সৰুৱাই। ১৮৭৬ চনত পূৰ্ব্ব-দক্ষিণ বঙ্গত সামুদ্ৰিক ধুমুহা (Cyclone) হৈ হাজাৰ হাজাৰ মানুহৰ প্ৰাণ আৰু সম্পত্তি নষ্ট কৰে। দক্ষিণ-শোভাজপুৰ দ্বীপটি সাগৰত প্ৰায় বুৰি যায়, নৰ নাৰীয়ে ধুমুহাৰ কোবত নাদত পুখুৰীত আৰু থিয় দিবলৈ ঠাইৰ অভাৱত গছৰ ডালত প্ৰাণ এৰে। এই দুটি ভীষণ প্ৰলয়ৰ পিছত বঙ্গৰ এই অংশত জহনী আৰম্ভ হল। বঙ্গৰ বহু ঠাই শিয়াল কুকুৰৰ আৱাস ভূমিত পৰিণত হল; নিৰানন্দে বঙ্গদেশ ঢাকি পেলালে। আকৌ নতুন বিপদ উপস্থিত হল, বানত খেতি নষ্ট হোৱা পতিকে দুৰ্ভিক্ষই আকৌ ভুমুকি মাৰিলে। বঙ্গদেশৰ বহু জিলা শ্মশানত পৰিণত হল। নিজ দেশৰ এই মহা দুৰ্দ্দিন দেখি ৰমেশচন্দ্ৰৰ কৰুণ হৃদয় ব্যথিত হল, ঈশ্বৰৰ ওপৰত অটল ভক্তি, হৃদয়ত বিশ্বাস আৰু সাহস আৰু বাহুত অটল শক্তি লৈ তেওঁ বিপদ গুচাই সম্পদ আনিবলৈ দৃঢ়প্ৰতিজ্ঞ হল। অদম্য সাহসেৰে ৰমেশ কৰ্ম্ম ক্ষেত্ৰত নামিল আৰু তেওঁৰ হাড়-ভঙা পৰিশ্ৰমৰ গুণত পূৰ্ব্ব-বঙ্গত আকৌ শান্তি স্থাপিত হল; নগৰ আৰু গাওঁবোৰ আকৌ নিৰ্ম্মিত হল; সুশাসন

আৰম্ভ হল; প্ৰজাৰ নীৰস মুখে জীপ পালে; সুখৰ হাঁহি সকলোৰে মুখত দেখা দিলে।

ৰমেশ দত্তই ইয়াকে কৰিয়েই ক্ষান্ত নাথকিছিল। তেওঁ যিদৰে প্ৰজাক বিপদৰপৰা উদ্ধাৰ কৰিছিল, সুশাসনত সুখে ৰাখিছিল, সেইদৰে বঙ্গ-ভাষাৰ উন্নতিৰ অৰ্থেও মন প্ৰাণ সমৰ্পি দিছিল। তেওঁ ইমানবোৰ কাম কৰিও বঙলা ভাষাৰ আদৰৰ ধন মাধৱীকঙ্কণ, জীৱন-প্ৰভাত প্ৰভৃতি ৩,৪ খন উপন্যাস লিখে। তাৰ পিছত তেওঁ বাখৰগঞ্জ জিলাৰ পৰাকীপদত নিযুক্ত হয়। এই পদত তেওঁ নিৰ্ব্বিঘ্নে জিলাৰ সকলো কাম সম্পন্ন কৰি গবৰ্ণমেণ্টৰ শলাগৰ পাত্ৰ হয়। ভাৰতৰ চিৰকল্যাণাকাঙ্ক্ষী লৰ্ড ৰিপণ যেতিয়া বিলাতলৈ যাবলৈ ওলায় তেতিয়া তেওঁ ৰমেশচন্দ্ৰক মাতি পঠিয়াই কৈছিল "মই আপোনাৰ লগত জনা হবলৈ আপোনাক মাতি পঠিয়াইছোঁ"। এতিয়াৰপৰা ভাৰতীয় প্ৰজাৰ শাসন-দক্ষতা সম্বন্ধে বিলাতত আৰু কোনো সন্দেহ থাকিব নোৱাৰে।

ইয়াৰ পিছত তেওঁ কিছুদিনৰ নিমিত্তে চৰকাৰী কামৰপৰা বিদায় লয় আৰু ঋক্‌বেদৰ অনুবাদ আৰম্ভ কৰে। ইয়াত তেওঁ বঙ্গীয় সমাজৰ নানাৰূপ ঠাট্টা বিদ্ৰূপ সব লগীয়াত পৰিছিল। তেওঁ শূদ্ৰ হৈ বেদত হাত দিয়া দেখি ব্ৰাহ্মণসকলৰ গা কঁপি উঠিছিল। ৰমেশচন্দ্ৰই নিজৰ কৰ্ত্তব্যজ্ঞানৰ দ্বাৰা অনুপ্ৰাণিত হৈ সকলো বাধা বিঘিনি অতিক্ৰম কৰি অনুবাদ সম্পন্ন কৰিলে। যি বেদৰ তত্ত্ব সাধৰণৰ কথা দূৰৈত থাওক বিশেষৰো দুৰ্লভ সেই তত্ত্ব এতিয়া সকলোৰে হাতৰ তললৈ আহিল। যদিও সমালোচকসকলে ইয়াৰ গুণ বৰ বেচি নেদেখে তথাপি এই মহৎ কামত বঙালীৰ ভিতৰত প্ৰথমে তেওঁৰেই হাত দিয়ে। বিদায় শেষ হলত তেওঁ পাবনা জিলাৰ ভাৰ গ্ৰহণ কৰিলে আৰু ভাৰতৰ পুৰণি সভ্যতাৰ ইতিহাস ( Civilisation in ancient India ) নামেৰে এখন বুৰঞ্জী লেখিবলৈ আৰম্ভ কৰিলে। এই বুৰঞ্জী লিখি থাকোঁতে তেওঁৰ মেলেৰিয়া জ্বৰ হয় আৰু দিনে দিনে শৰীৰ দুৰ্ব্বল হৈ যাবলৈ ধৰে। কিন্তু তেওঁ সেইবাবে এদিনো তেওঁৰ কৰ্ম্মক্ষেত্ৰত উপস্থিত নোহোৱাকৈ নেথাকিছিল। তেওঁ মফছলত ফুৰোঁতে নাৱেৰে যোৱাৰ লগে লগে শৰীৰৰ অসুস্থতা স্বত্বেও হাতে লিখা আৰু আন আন গ্ৰন্থবিলাক পঢ়ি তাৰ মৰ্ম্ম তেওঁৰ ইতিহাসত লিপিবদ্ধ

কৰিছিল। এই সময়ত তেওঁ আকৌ বিদায় লৈ য়ুৰোপলৈ যায় আৰু ফ্ৰেঞ্চ ভাষা শিকিবলৈ সুচল পায়।

যেতিয়া তেওঁৰ শৰীৰ আগৰ নিচিনা হল তেতিয়া ভাৰতলৈ তেওঁ উভতি আহিল আৰু ১৮৯৩ চনত"বঙ্গীয় সাহিত্য পৰিষৎ"স্থাপন কৰিলে। আজিকালি এই পৰিষৎ বঙ্গীয় ভাষাৰ ভেটি বুলিলেও চলে। এইবাৰ তেওঁ বৰ্দ্ধমান বিভাগৰ কমিশ্বনৰ নিযুক্ত হল আৰু তেতিয়াৰেপৰা ১৮৯৭ চনলৈকে উৰিষ্যা প্ৰভৃতি বিভাগত সুখ্যাতিৰে সৈতে কাম কৰি তেওঁ চৰকাৰী চাকৰিৰপৰা চিৰদিনৰ নিমিত্তে অৱসৰ ললে আৰু সাহিত্য সেৱাত আৰু ভাৰতৰ শাসন প্ৰণালীৰ উন্নতি বিধানত নিজক স'পি দিলে।

ইয়াৰ পিছত তেওঁ ইংলণ্ডলৈ পুনৰ যাত্ৰা কৰে আৰু ১৯০৪ চনলৈকে তাতে থাকে। এই সময়ৰ ভিতৰত তেওঁ কেৱল ১৮৯৯ চনত লক্ষৌৰ জাতীয় মহাসভাৰ ( Congress ) সভাপতিৰ আসন গ্ৰহণ কৰিবলৈ আহে। এই সময়তে তেওঁ লণ্ডন বিশ্ববিদ্যালৰ ইতিহাসৰ অধ্যাপক নিযুক্ত হয়। এতিয়া ভাৰতৰ শাসন প্ৰণালী কিৰূপে ভাল হব তালৈ তেওঁৰ ধাউতি হল। এই বাবে তেওঁ পাৰ্লিয়েমেণ্টৰ মেম্বৰ শ্ৰীযুত দাদাভাই নৌৰজি, আৰু শ্ৰীযুত ডব্লিউ, চি, বোনাৰ্জ্জিৰ লগত গোটথাই ভাৰতৰ ভৱিষ্যৎ অন্ধকাৰ দূৰ কৰিবলৈ প্ৰাণপণে লাগিল।

আমি আগেয়ে কৈ আহিছোঁ,ৰমেশচন্দ্ৰৰ সাহিত্যানুৰাগ বৰ প্ৰবল আছিল। তেওঁ এইবিলাক কামত নিযুক্ত থাকিও মহাভাৰত আৰু ৰামায়ণ ইংৰাজীত অনুবাদ কৰে। ভাষাবিদ্ মোক্ষমুলাৰে তেওঁৰ এই কাম দেখি যথেষ্ট সন্তোষ প্ৰকাশ কৰিছিল। এই সময়ত তেওঁ ভাৰতত থাকি লৰ্ড কৰ্জনৰ লগত ভাৰতৰ ৰজাক আৰু ভাৰতীয় প্ৰজাক শাসন কাৰ্য্যত আংশিক অধিকাৰ দিয়া সম্বন্ধে বহুৎ আলোচনা কৰে। যদিও লৰ্ড কৰ্জনে তেওঁৰ এইবিলাক উপদেশৰ প্ৰতি আওকাণ কৰিছিল তথাপি কৰ্ত্তব্যবীৰ ৰমেশে তাতে ক্ষান্ত নহৈ এই বিষয়ে বিলাতত আন্দোলন কৰে। ইয়াৰ ফলস্বৰূপে ১৯০২ চনৰ ভাৰতীয় ৰাজস্ববিধান লৰ্ড কৰ্জনে অনুমোদন কৰে।

কৃষিজীবী ভাৰতীয় প্ৰজা দিনে দিনে কেনেকৈ দুৰ্ভিক্ষ মহামাৰি প্ৰভৃতি কালৰ কৰাল মুখত পৰিব লাগিছে তাৰ আলচ কৰি তেওঁ বৃটিচ ভাৰতৰ

অৰ্থনীতি ( Economic History of British India) নামেৰে এখন কিতাপ লিখে। ইয়াত পলাশী যুদ্ধৰপৰা আৰম্ভ কৰি আজিলৈকে ভাৰতীয় প্ৰজাৰ অৱস্থা আৰু ভাৰতত ইংৰাজ শাসনৰ ফল দেখুৱা হৈছে।

তেওঁ জীৱনৰ অধিকাংশ ভাগ ইংৰাজ শাসনৰ তলত কটাই বৰোদা ৰাজ্যত সোমাল। বৰোদাৰ বৰ্ত্তমান গুইকুৱাঁৰৰ চকু তেওঁৰ কাৰ্য্যকলাপত বহু দিনৰেপৰা পৰিছিল। গুইকুৱাঁৰে ৰমেশচন্দ্ৰক নিজ ৰাজ্যৰ উন্নতি বিধানৰ নিমিত্তে নিমন্ত্ৰণ কৰিলে আৰু তেওঁ ৰজাৰ মন্ত্ৰী-পদত নিযুক্ত হল। তেওঁ তাত ৰাজস্ব সম্বন্ধীয় সকলো বিষয়তে উন্নতি কৰিবলৈ লাগিল। ৰমেশচন্দ্ৰৰ বিশেষ পৰিশ্ৰমৰ ফলস্বৰূপ বৰোদাৰ শ্ৰমজীবি প্ৰজাবিলাকৰ উন্নতিয়ে দেখা দিলে। শিক্ষা, বাণিজ্য, কৃষি সকলো বিষয়তে ৰমেশৰ পাৰদৰ্শিতা ফুটি উঠিল। তেওঁ বৰদাৰ শাসন আৰু বিচাৰ বিভাগ বেলেগ কৰি দিলে। ইয়াৰপৰা বৰোদা ৰাজ্যৰ সুখ সমৃদ্ধি দিনে দিনে বাঢ়িবলৈ ধৰিলে। বৰোদা ৰাজ্যৰ উন্নতিকল্পে তেওঁ স্বায়ত্ব-শাসন প্ৰণালী (Self-Government) স্থাপন কৰে। প্ৰত্যেক গাওঁকে তাৰ নিজ শাসনৰ ক্ষমতা দিলে। প্ৰত্যেক গাৱঁলীয়া সমাজৰপৰা সমজুৱা নিৰ্ব্বাচন কৰি প্ৰত্যেক তালুক্ বোৰ্ডলৈ পঠিয়াবৰ নিয়ম কৰিলে আৰু প্ৰত্যেক তালুক বোৰ্ডক মেম্বৰ নিৰ্ব্বাচন কৰি জিলা বোৰ্ডলৈ পঠিয়াবৰ ভাৰ দিলে। স্থানীয় কৰৰ দ্বাৰা নিজ নিজ গাওঁ, তালুক আৰু জিলাৰ সদনুষ্ঠানৰ ভাৰ মেম্বৰবিলাকৰ হাতত দিলে। বৰোদা ৰাজ্যত ভাৰতৰ এই পুৰণি নিপুণ শাসননীতি তেওঁ পুনঃ স্থাপন কৰিলে। যেতিয়া ১৯০৭ চনত ৰমেশচন্দ্ৰই কিছু দিনৰ নিমিত্তে বিদায় লয়, তেতিয়া বৰোদাৰ প্ৰজাকুলে হুলস্থুল লগাই দিছিল আৰু তেওঁক "দৰিদ্ৰকাদোষ্ট" বুলি সম্বোধন কৰিছিল।

ইয়াৰ পিছত তেওঁ কিছুদিন কলিকতাত থাকোঁতে "ডিচেণ্ট্ৰেলাইজেচন্ কমিচনত" সভ্য নিযুক্ত হয়। এই কমিচনতো তেওঁ সুখ্যাতিৰ সৈতে কাম কৰি ইংৰাজ গবৰ্ণমেণ্টৰ শলাগৰ পাত্ৰ হল।

ইয়াৰ পিছত তেওঁ ভাৰত চেক্ৰেটৰী লৰ্ড মৰ্লী আৰু অন্যান্য মেম্বৰে সৈতে লগ লাগি বৰ্ত্তমান ভাৰত-শাসন সংস্কাৰত (Reform Seheme) নিযুক্ত হল। ইয়াতো তেওঁৰ ৰাজনীতিপূৰ্ণ বিবেচনা, ভাৰতৰ ভবিষ্যৎ মঙ্গলাকাঙ্ক্ষা

আৰু নিজৰ অন্তৰস্পৰ্শী জ্ঞান আৰু দূৰদৰ্শিতা দেখি ভাৰতৰ বিধাতাসকল আচৰিত হৈছিল।

ৰমেশ দত্ত কৰ্ম্মবীৰ; তেওঁ যি ফালে যায় সেই ফালেই কৰ্ম্মৰ মহান ক্ষেত্ৰ তেওঁলৈ বৈ থাকে। ১৯০৯ চনত বিলাতৰপৰা উভতি আহি তেওঁ আকৌ বৰোদা ৰাজত্য সোমাল, বৰোদাৰ প্ৰজাকুলে তেওঁৰ আগমনত আনন্দৰ ধ্বনি কৰি নাচি উঠিল। এইবাৰ তেওঁ বৰোদাৰ প্ৰধান মন্ত্ৰীপদত নিযুক্ত হল। বৰোদাৰ শাসন-যন্ত্ৰৰ সকলো অঙ্গৰ কাম তেওঁ নিজে পৰ্য্যবেক্ষণ কৰি থাকোঁতে, সেইবিলাক অঙ্গৰ মলিবোৰ নিজে পৰিষ্কাৰ কৰিবলৈ হাতত লওঁতেই কৰাল কালৰ দৃষ্টি তেওঁৰ ওপৰত পৰিল। বৰোদাৰ ৰাজলক্ষ্মীয়ে মলিন বেশ ধাৰণ কৰিলে, ভাৰতৰ হিতাকাঙ্ক্ষী দত্তৰ উৎকট ৰোগ শুনি বৰোদাৰ প্ৰজাকুল আৰু ভাৰতৰ জনসাধাৰণ উৎকণ্ঠিত হৈ পৰিল। অৱশেষত চাই থাকোঁতে থাকোঁতে ১৯০৯ চনৰ ৩০ নবেম্বৰ তাৰিখৰ ২ বজাত অঞ্জিনা পেক্টোৰিচ (Angina Pectoris) ৰোগত তেওঁ ইহলীলা সম্বৰণ কৰিলে। তেওঁৰ মৃত্যুসংবাদ বতাহৰ লগে লগে বৈ ভাৰত বিয়াপি পৰিল।

ৰমেশ আৰু ইহ সংসাৰত নাই। কিন্তু যেয়ে এবাৰ তেওঁৰ সেই প্ৰশান্ত মূৰ্ত্তি হৃদয়ত আঁকি লবলৈ সুবিধা পাইছিল, যেয়ে এবাৰ তেওঁৰ সৰল মিঠা কথা শুনিবলৈ পাইছিল, যেয়ে এবাৰ তেওঁৰ নম্ৰ ভদ্ৰোচিত ব্যৱহাৰত মুগ্ধ হৈছিল তেওঁ কেতিয়াও এই মহাত্মাৰ স্মৃতিপটৰপৰা মচি পেলাব নোৱাৰে। মহাত্মা ৰমেশচন্দ্ৰ দত্তৰ সৈতে দুখীয়া আসামৰ বিশেষ সম্বন্ধ আছে। আসামৰ উজ্জল তৰা শ্ৰীযুত ৰলিনাৰায়ণ বৰা তেওঁৰ মাজু জোৱাঁয়েক।

শ্ৰীকালীৰাম দাস।

# দেৱী ।

চোৱাঁ দেৱি এটিবাৰ আমাৰ পিনে ;
কোনে নো পূজো কৰে কোনে নো চিনে ;
ধন সোণ উপহাৰ
পূজা মন্ত্ৰ উপচাৰ,
একোৱেই নাই যাৰ
তোমাত বিনে ;
কোনে নো পূজো কৰে কোনে নো চিনে ।

তোমাৰে বীণাৰ সুৰ জগৎ জুৰি
বিয়পি অসীম বিশ্ব ফুৰিছে ঘূৰি,
জ্ঞান ভাৱে ভৰপূৰ,
সেই বীণা সেই সুৰ,
বাজে কিনো সুমধুৰ
সপ্তমে চৰি ;
তোমাৰে বীণাৰ সুৰ জগৎ জুৰি ।

নিতাল পুৱঁতি নিশা থাকে মোহ হৈ,
নিঠৰ সূৰুযে শুনে একেঠাৰে ৰৈ ;
জোন জেউতিৰে ভৰা
লাখে লাখে হাঁহে তৰা,
উলাহেৰে সাজি ধৰা
আছে ভোল হৈ
তোমাৰ গানতে দেৱি বিমোহিত হৈ ।

মৌ-সনা মইনাই বলিয়া কৰে ;
কুলিয়ে সুৱলা গায় পঞ্চম সুৰে ;
তাৰে এটি সুৰ পাই

গুণ গুণ গাই গাই
ফুলে ফুলে মৌ খাই
ভোমোৰা ফুৰে ;
তোমাৰে বীণাৰ সুৰে বলিয়া কৰে।

শ্ৰীতৰুণৰাম ফুকন।

---

## কৃপাবৰ বৰুৱাৰ সামৰণি।

### বাঁহী।

গীত।

( ভৈৰবী—মধ্যমান। )

শুনিলে সেইটোৰ মাত মূৰ আচন্দ্ৰাই কৰে।
আজিও সেই সুৰত মোৰ থৰ-মুগুতি হৰে।
ফুটা দিয়া বাঁহৰ চুঙা,
কৰোঁ মাথোঁ উপলুঙা,
তথাপি আমনি কৰি সেইডালে মাৰে!
ধপাত ভৰাব পাৰি,
পিঠা পুৰি খাব পাৰি,
কুকুৰ মৰা মাৰি সেইডাল ঠিক হব পাৰে।
গা বেয়া মন বেয়া
কৰে, তাত কিহৰ মায়া ?
নাজানো কিয়বা লোকে তাত ভুৱাই মৰে!
কৃষ্ণই কৈলে আবিষ্কাৰ,
গোপীক দিলে সমাচাৰ,
টেলিফোনে সেই কাম সহজতে কৰে।

শ্ৰীকৃপাবৰ।

---

# বিহুৰ ওলগ।




## কিতাপৰ চমু সমালোচনা।

টেটোন তামুলি। এখন নাট। আদি ছোৱা। বেচ পাচ অনা। "সাহিত্য-পেঞ্চনভোগী শ্ৰীযুত পদ্মনাথ বৰুৱা ৰচিত।" "টেটোন তামুলিৰ বিষয়ে অসমীয়া ৰাইজে আগৰেপৰা ভালকৈ জানে"ও, আৰু লেখকৰ নাটৰ পৰা আৰু ভালকৈ জানিব। এই নাটৰ ভাৱনা আমি দেখা নাই যদিও, কিতাপখন পঢ়ি ভাৱনাৰ সোৱাদ ভালেখিনি অনুভৱ কৰিব পাৰিছোঁ। বৰ সন্তোষৰ কথা যে অসমীয়াৰ বহুকেলীয়া ৰং-লগোৱা সাধুটোৰে লেখকে এখন ধেমেলীয়া নাট ৰচিলে। নাটখনিৰ ভাষা ভাল, ৰস ভাল, আৰু ভাৰ লেখি-ৰৰ গঢ়টো ভাল। মুঠতে, আমি টেটোন তামুলি পাই সন্তোষ পাইছোঁ।

সন্তোষ পাইছোঁ। বাবেই যে ভাত থকা যি দুটা চাইটা আসোঁৱাহ আমাৰ চকুত পৰিছে, তাৰ বিষয়ে এইখিনিতে নকম এনে মহয়। লেখক অসমীয়া ভাষাত পাকৈত। তেওঁৰ আগি নৈ বোধকৰোঁ অনেক অসমীয়া ন লেখাকয়ে লেখে। গতিকে, তেওঁৰ ৰচনা যতদূৰ সম্ভৱ নির্দোষ হোৱাটো উচিত। এনে স্থলত কিতাপখনত তলত দিয়াৰ নিচিনা অশুদ্ধবোৰ থকা উচিত নাছিল। আমি গোটাচেৰেক মাথোন দেখুৱাওঁ। যেনে,—"ভাৰতীয়া বিলাক"। "বিলাক" বহুবচন বুজোৱা প্রত্যয়, সি অকলৈ নাথাকি "ভাৰতীয়া"ৰে সৈতে লগলাগি থাকিলে তাৰ গাত বল বাঢ়িব। "অকলে"ক পদাদৈ আৰু দ্বিতীয় তৃতীয় শ্রেণীৰ লেখকে এৰি থৈ "তামুলিৰ" লেখকে তাৰ ঠাইত "অকলৈ" লেখিলে সুখৰ বিষয় হব। "পদুলি" পদধূলিৰপৰা ওলোৱা শব্দ, সেইদেখি তাৰ খোৰা-দটোৰ ভৰিৰ তলুৱাত দিলে সি নেখোবোৱাকৈ চলিব পাৰে। লেখকে যেন সেইবিষয়ে অলপ মনযোগ দিয়ে। ২ পিঠিত—"(আপোনাক আপুনি)" লিখা হৈছে স্বগত বুজাবলৈ। 'আপোনাআপুনি' হে শুধ। ৩ আৰু ৭ পিঠিত 'কানমাৰি'ৰ ঠাইত "কাণ-মাৰি" লিখা হৈছে। কানমাৰিৰ কানটো কান্ধ-মাৰিৰপৰা ওলোৱা বাবে 'ন' হলেহে সজ।' "অমুকাই" নেলেখি 'আমুকাই' লেখিলে সুখৰ বিষয় হয়; কাৰণ ভাল অসমীয়া কওঁতাই এনেকৈ কয়,— 'আমুকাই লগ নেপাম' 'অমুকে' কলে। ৪র্থ পিঠিত—"এইপাতক" নেলেখি 'এইপাট' লেখাহেঁতেন ভাল আছিল, কাৰণ সি শুধ হৈয়ে থাকিলহেঁতেন। ৭ম পিঠিত "বৰ্হোৰাওঁ"ক অশুধকৈ নবহুৱাই শুধকৈ 'বহুৱাওঁ' বোলোহেঁতেন টেটোনৰ ভিনিহিয়েক কিজানি গুচি নগৈ বহিলহেঁতেনেই। ৮ম পিঠিত,—"ধুকি পায়নে?" নহৈ 'ঢুকি পায় নে?' হোৱাহেঁতেন অসমীয়া ব্যাকৰণৰ বর্ণবিন্যাস প্রকৰণে ঢুকি পোৱা হলহেঁতেন। "ঘুগুনি"ৰ বিষয়েও সেই কথাই। ১০ম আৰু ১১ পিঠিত "টাও ক্ৰবিব পাৰোঁ।" আৰু "গছকি পেটু কাৰিব"ৰ কথাত, লেখকে যদি 'তাও'ক "টাও"ৰে তাও-নকৰিলেহেঁতেন, আৰু গছকি 'কাঢ়িবৰ' পেটু কাঢ়ি 'ঢ়'ৰ ঠাইত "ৰ"ক সুমুৱালেহেঁতেন তেন্তে ধনাইৰ উপস্থিত বিপদত আমাৰ দুখ বেজাৰ একো নেলাগিলহেঁতেন। ১৫ পিঠি—"সোঁ ধাপ মৰা বাবীখনেই।" এই "ধাপ" চাপেৰে মৰাহেঁতেন ভাত "ধ" অশুদ্ধৰ

তিতা-ফুলৰ গন্ধ নগজিলহেঁতেন। ১৬ পিঠিত, "স্ফূৰ্ত্তিৰে সৈতে যোকোচাত উঠে"। যাথোন এটা দীৰ্ঘ উকাৰৰ বাবে আমিও স্ফূৰ্ত্তিৰে উঠিব নোৱাৰিলোঁ। টেটোনে "হাতৰ সাৰে ভৰিৰ সাৰে।" আমাৰ বিবেচনাত 'হাতত সাৰে ভৰিত সাৰে' হে idiomatic. ১৩ পিঠিত যোৰ চালত চলিৰিচোন।" "চালত চলা" মাতষাৰ অসমীয়া নহয়। "সাণ্ডহ" নে সান্দহ? "সাণ্ডহ" সান্দহ নহৈ গুৰি-কৰাইৰ নিচিনা হোৱা বাবে "ভোজনং বিষং" হবৰ সম্ভৱ। সান্দহ সন্দেশৰপৰা ওলাইছে। সন্দেশ মানে বাৰ্ত্তা, বাতৰি। আগৰ কালত কোনো লোকে বন্ধু বান্ধৱৰ বাতৰি লবলৈ যাওঁতে তেওঁলোকলৈ কোনো ভাল খোৱা বস্তু লগত লৈ যোৱাৰ প্ৰথা প্ৰচলিত আছিল। বঙ্গদেশত ছেনা-চেনিৰ মিঠৈ লৈ গৈছিল; আসামত খুন্দা চাউলৰ সেই খাদ্যটো লৈ যোৱা হৈছিল; সেইদেখি লাহে লাহে সেই দুই খাদ্যৰে নাম সন্দেশ আৰু সান্দহ হল। ১৭ পিঠি—"গৃহস্থে আহি টেটোনক গৰা মাৰি ধৰে।" ব্যাকৰণ মতে এই ফাকি অশুধ। "গৃহস্থই" হব লাগে। কাৰণ, অ কাৰান্ত শব্দৰ কৰ্ত্তা কাৰকত ই হয়, এ নহয়। ২৮ পিঠিত, "গভাইদ্"। গভাইত হে শুধ, "গভাইদ্" নহয়। ৩১ পিঠি,—"অপৰাধি"। 'অপৰাধী' হে শুধ ৬৪ পিঠি,—"কপ হলেও," "কলিয়া ভোমোৰাটিলৈ।" 'কপ' আৰু 'কলীয়া'হে শুধ। এনেবিলাক দোষ কিতাপখনিত অনেক আছে; সেইবোৰ গুচিলে আমি সন্তোষ পাম। "পটক্ষেপণ" "যবনিকা পতন" এনেবোৰ কথা অসমীয়া কিতাপত কিয় ব্যৱহাৰ কৰা হয় কব নোৱাৰোঁ। আৰ-কাপোৰ, আৰ-কাপোৰ দিয়া বা পেলোৱা কথা ব্যৱহাৰ কৰি "জবৰ্জং" যবনিকা-ফবনিকাৰ নিচিনা কথাবোৰ অসমীয়া ভাষাৰ ভিতৰত নোসোমাবলৈ তাৰ দুৱাৰ-মুখত "প্ৰবেশ নিষেধ" লেখি "চাইন বৰ্ড" আৰি দিয়া উচিত।

নাটক হলেও তাত ভাৱৰীয়া ভাৱৰীয়ানীৰ মুখত অশ্ৰাব্য অশ্লীল কথা দিয়াটো উচিত নহয়। মাছুৰ হাটৰ তিকতাৰ দন্দৰ বিৱৰণ নাটকত দিব লাগিলেও সেই দন্দত ব্যৱহৃত হোৱা ভাষাবোৰ সাল-বদল নকৰাকৈ যেনে শুনা যায় তেনেকৈ দিয়াটো উচিত নহয়; কাৰণ ভদ্ৰসমাজ তাৰ শ্ৰোতা। কোনো ভাল মানুহে ব্ৰীড়া অনুভৱ নকৰাকৈ অশ্ৰাব্য গালিৰ মাতবোৰ শুনি থাকিব নোৱাৰে। "টোটোন-তামুলি" কিতাপৰ ১০ম পিঠিত ধনাইৰ

ন্যক্কাৰজনক বাক্য, ২৬ পিঠিত পোহাৰীৰ অশ্লীল মাতেই, আৰু ১ম পিঠিত টেটোনৰ ভেনে বিধৰ "বাপেকে" কথাৰ ব্যৱহাৰেই আমাৰ কথাৰ সাক্ষী। পঞ্চম অঙ্কৰ প্ৰথম গৰ্ভাঙ্কেৰে নাটকৰ যি সামৰণি মৰা হৈছে, সেই সামৰণি কলিকতাৰ ষ্টাৰ থিয়েটৰত বা কহিনুৰ থিয়েটৰত গিৰীশ ঘোষ বা অমৰ দত্তৰ নাটকৰ সামৰণি যদি বাৰেওটিকাল হৈয়েই থাকিলহেঁতেন, আৰু সি সুৰ্‌সুৰ্‌কৈ আসামৰ টেটোনৰ বোকোচাত উঠিবলৈ নগলহেঁতেন ভেনেহলে আমি পৰম সন্তোষ পালোঁহেতেন।

সাদৰী। শ্ৰীযুত ৰঘুনাথ চৌধুৰী ৰচিত। এই কিপাপথনিৰ ভিতৰত ২৯ টি কবিতা আছে। কবিতাবিলাকত ভাবৰ মাধুৰ্য্য আৰু ভাষাৰ লালিত্য আছে। সাদৰী পঢ়ি আমি সন্তোষ পাইছোঁ। সাদৰীৰ লেখকৰপৰা আমি ন-ন-কৈ আৰু কবিতা পুথি পাবৰ আশা কৰিলোঁ।

---

# বিলাতৰ চিঠি।

ব্ৰাইটন্ লণ্ডনৰপৰা ৫০ মাইলমান দূৰ। ইয়াক Queen of seaside resorts বুলি কয়। লণ্ডনৰ ওচৰত এই ঠায়েই সমুদ্ৰতীৰৰ ঠাইৰ ভিতৰত প্ৰধান। ব্ৰীটেন দ্বীপ দেখি সমুদ্ৰতীৰৰ ঠাইৰ অন্ত নাই। তাৰ ভিতৰত নাম-জলা ঠাইও বহুত। এই নাম-জলা ঠাইৰ ভিতৰত ব্ৰাইটনক কোনোৱে সৰ্ব্বপ্ৰধান ঠাই বোলে। কোনোৱে এই ঠাইৰ আকাৰ দেখি ইয়াক London by the sea বুলিও অলপ বিদ্ৰূপ কৰি কয়। মানুহে সমুদ্ৰ তীৰলৈ যেতিয়া যায় তেতিয়া"ফ্যাছন"ৰ ধাৰ সিমান নাধাৰে অৰ্থাৎ কাপোৰৰ পিনে তেওঁ সিমান চকু নেৰাখে; কিন্তু ব্ৰাইটনত এনে নহয়। লণ্ডনত যেনে পৰিপাটীৰূপে কাপোৰ-কানি পিন্ধিব লাগে ব্ৰাইটনতো তেনেকৈ মানুহে পিন্ধে। লণ্ডনলৈ যি মানুহ আহে ব্ৰাইটনলৈ অন্ততঃ এদিনৰ নিমিত্তে তেওঁৰ যোৱা উচিত।

ইয়াত ৰেলগাড়ীত অহাযোৱাৰ বৰ সুবিধা। এনে সুবিধা যে মানুহে

ব্ৰাইটনৰপৰাও লণ্ডনলৈ আহি আপিচ কৰি দিনৌ উভতি যাব পাৰে। কোনো কোনোৱে এনে কৰেও। বৰ দ্ৰুত ট্ৰেণ হলে এঘণ্টাতে ব্ৰাইটনৰ পৰা লণ্ডন কি লণ্ডনৰপৰা ব্ৰাইটনলৈ আহিব পাৰি। ইয়াত ভাল মানুহেও তৃতীয় শ্ৰেণীৰ গাড়ীত উঠে। তৃতীয় শ্ৰেণীত স্থুঠাটোৱেই হে বিৰল। অৱশ্যে বৰ ডাঙৰ মানুহ, বৰ ধনী মানুহসকলে প্ৰথম শ্ৰেণীত উঠে, আৰু ফোঁপ-বহী মানুহও উঠে। সাধাৰণতঃ কিন্তু তৃতীয় শ্ৰেণীত হে মানুহ উঠে। অৱশ্যে আমাৰ দেশৰ তৃতীয় শ্ৰেণী আৰু ইয়াৰ তৃতীয় শ্ৰেণীৰ অৱস্থা বহুতো বেলেগ। এই কাৰণেই ইয়াৰ তৃতীয় শ্ৰেণীত বিনাকষ্টে ভ্ৰমণ কৰা যায়। আৰু এটি কথা, দেশখনেই বা কিমান ডাঙৰ! বেলত বিছনা পাতি শোৱাৰ তো সিমান দৰকাৰ নাই। আমাৰ দেশত কলিকতাৰপৰা বম্বে কি কলিকতাৰ পৰা পিণ্ডি কি টুটিকোৰিণ কিমান দূৰৰ বাট! পানী ল, বিছনা ল, পেৰা ল, হেৰ অমুকাৰাম, ধোৱাঁখোৱাটো লবলৈ নাপাহৰিবি, ইত্যাদি। ইয়াত সেই যোৰৰ সিমান আসোঁৱাহ নাই। যলৈকে আপুনি যাব, বিছনাপাতি গামোছা ইত্যাদি পাব। সেইদেখিয়েই ইয়াৰপৰা মানুহ গলে বম্বেত "ভোৱালিয়া" কিনা গাৰু কিনাৰ ধুম পৰি যায়। জাৰকালি হলে এখন বেল গাড়ীত ৰগ (rug) লৈ ফুৰা ভাল। দীঘলীয়া বাট হলে—যেনে ভাবক এডিনবৰাৰপৰা লণ্ডনলৈ—ৰগ গাৰু কেৰেয়াকৈ লবলৈকো পায়। তৃতীয় শ্ৰেণীত ভালকৈ আৰামেৰে শুই টোপনিয়াব নোৱাৰি ; চলি বহিয়েই সেই কাম সম্পন্ন কৰিব লাগে। প্ৰথম শ্ৰেণী দ্বিতীয় শ্ৰেণীতো তথৈবচ বুলিলেই হয়।

সি বাৰু যি হওক, আমি ব্ৰাইটনৰ কথাকে অলপ আৰু কৈ এইবাৰৰ লেখা সামৰোঁ। ব্ৰাইটনক চতুৰ্থ জৰ্জে "ফেশ্যনেবোল" কৰে। চতুৰ্থ জৰ্জ যেতিয়া প্ৰিন্সঅৱ্ ওৱেলচ্ আছিল তেতিয়া তেওঁ সেইখিনি সময়ৰ "ফেশ্যনৰ" ৰজা আছিল। তেওঁ সেই ঠাইত পূৰ্ব্বদেশীয় ধৰণৰ এটা ৰাজপ্ৰাসাদ নিৰ্ম্মাণ কৰাইছিল। তেতিয়াৰপৰা ব্ৰাইটন "ফেশ্যনেবোল" হল। আজিকালি এই প্ৰাসাদ ছ পেনী দি সোমাই চাব পাৰি ; আৰু ইয়াত সপ্তাহত কোনো কোনো দিন ব্যাণ্ড বাজে। এই প্ৰাসাদৰ নাম Pavilion. ইয়াৰ Architecture একেবাৰে আমাৰ দেশী। অৰ্থাৎ তাৰ ওপৰৰ ডোমবোৰ ঠিক মচ্জিদৰ ডোমৰ dome দৰে। আৰু এই প্ৰাসাদ যে Oriental ধৰণৰ তাৰ আন চিনও

আছে। ব্ৰাইটনলৈ গলে এবাৰ অন্ততঃ এই Pavilionৰ ভিতৰৰ চাৰিউফালে ভুমুকি মাৰি অহা উচিত।

আৰু এটি কথা। ইংলণ্ডৰ ডাঙৰ ডাঙৰ মানুহৰ ( আমাৰ দেশৰো আজি কালি ভৈৰেচ ) প্ৰায়ে বাতৰ বেমাৰ আছে। তেতিয়াও আছিল। ব্ৰাইটনত সেইখিনি সময়ত এজন ভাৰতবৰ্ষীয় মুছলমান আছিল। তেওঁ ৰোগীৰ গা পিটিকি নৰিয়া ভাল কৰিছিল। তেৱেঁ। ব্ৰাইটনক "ফেশ্যনেবোল" কৰাৰ এটি কাৰণ। আমি ভাৰতবৰ্ষীয়; সেইদেখি যেতিয়া আমি এই বিষয় জানিব পৰিলোঁ। তেতিয়া আমাৰ বৰ আনন্দ হৈছিল। ভাৰতবৰ্ষৰ পৰা মানুহ তেতিয়াও ইংলণ্ডলৈ আহিছিল, আজিকালি তো আৰু অহা উচিত।

যি মানুহ ইংলণ্ডলৈ আহে তেওঁৰ কেৱল লণ্ডনতে বহি থকা অনুচিত, আন ঠাইও চোৱা ভাল। ব্ৰাইটন ওচৰতে, সেইদেখি ব্ৰাইটনৰ কথা কেষাৰমান কৈছোঁ। ইয়াৰ জল বায়ু ভাল, সেইদেখি এই ঠাইক Dr. Brighton বুলিও মাতে।

সমুদ্ৰৰ তীৰ ডোখৰ বঢ়িয়া। তাত মানুহে অনবৰত খোজ কাঢ়িবই লাগিছে। ইয়াত দুখন Pier আছে, এখনৰ নাম West Pier আৰু আন খনৰ নাম Palace Pier। গঙ্গামৰ গোপালপুৰত এমাহমান আমি আছিলোঁ। আপুনি জানে। তাতো আমি ভগা হওক চিগা হওক এখন পিয়েৰ দেখিছিলোঁ। আমাৰ আসামৰ মানুহে পিয়েৰ (Pier) কি বুজা অলপ টান হেন পাওঁ। সমুদ্ৰতীৰৰপৰা দলঙৰ দৰে কাঠ আৰু লোৰে তৈয়াৰ কৰা এটি বস্তু,—এই ধৰক হাওড়াৰ পুলৰ সমান দীঘল। অৱশ্যে সকলো পিয়েৰৰ দীঘল একে নহয়, কোনোখন ডাঙৰ কোনোখন সৰু। এই Pier বোৰৰ মূৰত, সমুদ্ৰৰ পানীৰ ওপৰত প্ৰায়ে এটা ঘৰ থাকে, সেই ঘৰটোকে Pavilion বোলা হয়। এই প্যাভিলিয়নত গান বাজনা, থিয়েটৰ কি আন ৰকম আমোদ প্ৰমোদ হয়। Pier সোমাওঁতেও পয়চা দি সোমাব লাগে আৰু পিয়েৰৰ মূৰত থকা প্যাভিলিয়নবোৰতো সোমাওঁতে আকৌ পয়চা দি সোমাব লাগে,—অৰ্থাৎ ইংলণ্ডত সঁচাকৈয়ে উঠোঁতে পয়চা বহোঁতে পয়চা। সমুদ্ৰৰ তীৰৰ বঢ়িয়া বাটত ডেক-মাচিয়া কি আন মাচিয়া সজোৱা আছে,

তাত বহোঁতেও পয়চা দি বহিব লাগিব ; বেঞ্চত পয়চা দিব নেলাগে।

ব্ৰাইটনৰ লগালগি এখন ঠাই Hove, সিও ব্ৰাইটন ; তাক West Brighton বোলে। এই যেনে কলিকতা শ্যাম বজাৰ, কি কলিকতা ভবানী-পুৰ। ব্ৰাইটনৰপৰা চাৰি মাইল দূৰত Rotting dene বুলি এখন ঠাই আছে। ইয়াত বিখ্যাত চিত্ৰকৰ বৰ্ণ জোন্‌চ আৰু লেখক ৰুডিয়াৰ্ড কিপ্‌লিঙৰ ঘৰ আছে। আচল ব্ৰাইটনত কৈ পশ্চিম ব্ৰাইটনত নিজান দেখি হোভ অথবা পশ্চিম ব্ৰাইটনত সৰহ মানুহ থাকিবলৈ চেষ্টা কৰে।

যেনে দেখা গৈছে এনে মনত হব পাৰে যে দু শ তিনি শ বছৰৰ পাছে ব্ৰিটেনৰ চাৰিউফালে সমুদ্ৰতীৰবোৰ ঘৰেৰে পৰিপূৰ্ণ হৈ যাব। ইমান সোন-কালে ইয়াত চাৰিউফালে ঘৰ তৈয়াৰী হবলৈ ধৰিছে,যে সমুদ্ৰতীৰৰ প্ৰাকৃতিক শোভা মানুহৰ ঘৰে নথকা কৰিব। ই অৱশ্যে আমাৰ নিজৰ কল্পনা। আমি পোন্ধৰ বছৰৰ আগেয়ে ইংলণ্ডলৈ যেতিয়া আহোঁ তাতকৈ ইংলণ্ডত ঘৰবোৰ সৰহ যেন এতিয়া লাগে।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# গাৱঁলীয়া মানুহৰ প্ৰতি এটি উপদেশ।

মাক বাপেক লৰা ছোৱালী আদি আপোন মানুহ লৈ এক পৰিয়াল হয়। সেইবিলাক বাঢি গৈ বেলেগ ঘৰ বাৰী কৰি থাকিলে এচুবুৰি হয়। এইদৰে বহুত ঘৰ মানুহ গোট খাই সম্পদে বিপদে বুজবাজ কৰি থাকিলে গাঁও পত্তা হয়। গাৱঁৰ মানুহৰ যিমান মিলা প্ৰীতি থাকে সিমান সেই গাঁৱৰ মঙ্গল আৰু বুকু ডাঠ ; কোনো শত্ৰুৱে আঙুলি টোৱাবলৈ সাহ নকৰে। কিন্তু দুখৰ কথা এই যে মই ঘৰ বোলাবলৈ বিচাৰি আৰু পৰছিদ্ৰ খুচৰি গাৱঁত খিয়-লাগিয়লি দিনক দিনে বাঢ়িব লাগিছে। কোনো সবাহ বিয়া ভোজ আদি উৎসৱ হলে সকলোৱে দেখাশুনাকৈ খাইমেলি নেহানেহি বাচক ছাৰি তেনে আনন্দৰ দিনত বাদ কুবাদ উজাৰি অনেকৰ মনত বেজাৰ লগাই হাই-উৰুমি হে কৰে। গাৱঁত যিজন জ্ঞানী সদ্বিবেচক লোক, তেওঁক ববমূৰীয়া পাতি সকলোৱে তেওঁৰ পৰামৰ্শমতে কাৰ্য্য কৰিলে গাঁও একমুঠীয়া আৰু

সবল হয়। গাঁৱৰ জগৰ গঞ্জাইতে ভাঙিবলৈ চেষ্টা কৰিলে সঁচা কথাটো বেগতে ওলাই পৰিব আৰু সুবিচাৰ হব; কচাৰি ঘৰলৈ আহিবলৈ দিলে, যেনে গাত দুখ পয়চা খৰচ নানা লটিঘটি, তেনে ধৰ্ম্মচিয়াই মিছা কৰলৈও আকল বঢ়োৱা হয়। মানুহ কচাৰি ঘৰ উঠিলেই কিছুমান বদচলাহি মানুহৰ হাতত পৰে আৰু তেনে বিধৰ মানুহে দুষ্ট বুদ্ধি দি অনেকক নানা দুৰ্গতি কৰায় আৰু নিজেও পোহ যায়। গোচৰ কৰাৰপৰা মনান্তৰ আৰু বিবাদ বাঢ়িবৰ বাট মুকলি হয় মাথোন। এতেকে আমি কওঁ হেৰা গাওঁ-বন্ধীয়া লোকসকল! তোমালোকে ধৰ্ম্মত থাকি গা সুখেৰে ৰাখি পইচা ৰাখিবলৈ আৰু পৰস্পৰ মিলা-প্ৰীতিৰে থাকিবলৈ মন কৰি পাৰ্য্যমানে গাৱঁৰ জগৰ গাৱঁতে ভাঙিবলৈ চেষ্টা কৰা; অতি গুৰুতৰ জগৰ হে কচাৰিলৈ আনিবলৈ দিবা। তেনেহলেই গাৱঁৰ সৰ্ব্বপ্ৰকাৰ মঙ্গল হব।

শ্ৰীউপেন্দ্ৰনাথ বৰুৱা।

---

# কবিতা।

শুনিছিলোঁ আই তুমি জগত মোহিনী,  
তোমাৰ অনন্ত গুণ জগজনে গায়,  
ভাবুকৰ চিন্তা তুমি, নয়নৰ মণি,  
সুগন্ধি পুষ্পেৰে যাৰ্বঁা পূজা দিলে পায়।  
ফুলৰ আঞ্জলি আমি কত দিন আই,  
পূজিলোঁ যতন কৰি যুগল চৰণ;  
তোমাৰ লাবণ্য মুখ ঘনে ঘনে চাই  
আনন্দৰ চকু-লোৰে ভিয়ালোঁ নয়ন।  
"নেলাগে তোমাৰ ফুল, নিয়া ওলোটাই,"  
দিগা মোক এই বুলি কাঠ-সমিধান;  
হৃদয়ৰ উচ্চ আশা গল সিদিনাই,  
সিদিনাৰেপৰা মোৰ বিৰাগী পৰাণ।  
দুৱলা "বাঁহীৰ" মাতে পুৰণি কামনা  
জগালে, হিয়াত তুলি নতুন চেতনা।

শ্ৰীহৰ্য্যকুমাৰ ভূঞা।

---

**প্ৰথম বছৰ, সপ্তম সংখ্যা**

# সূচী

# অতৃপ্তি।

প্ৰাণৰ প্ৰাণত কিয় হেঁপাহ ইমান ?
সংসাৰ তো অতৃপ্তিৰ ঘৰ।
বিচাৰি গোটাই আনি অতনো ৰতন
থাকিলোঁহি দ'ল সম্পদৰ।
সকলোৰে সোঁ-মাজতে হৃদয়াসনত
থাপি থলোঁ লখিমী গোসানী।
বাহিৰ জঞ্জাল পৰা মনক আকলি
ধ্যানত বহালোঁ টানি আনি।
ধ্যানৰ মাজতে প্ৰাণ উচুপি উঠিল,
কিহৰ চিন্তাত গায় ভোল!
ইমানতো কিনো আৰু অসম্পূৰ্ণ বল ?
লখিমীৰ নেজানিলে মোল।
অতৃপ্তিৰ নই বই তৃপ্তিৰ সাগৰ
বিচাৰি কেতিয়া পাব—অন্ত ভাগৰৰ।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

---

# সম্পাদকৰ চৰা।

মেলেৰিয়া। আজিকালি কথায় কথায় মেলেৰিয়াৰ নাম শুনা যায়। কিন্তু মেলেৰিয়া কাক বোলে সেইটো নগৰৰ মানুহে অলপ-অচৰপ বুজ পালেও পাৰ্য়লীয়া চহা মানুহে বুজ নাপায়। সেইদেখি ডাক্তৰসকলে দে;

কি কি ব্যাধিবোৰক মেলেৰিয়া জাতৰ ভিতৰলৈ তোলে, আজিৰ প্ৰবন্ধত তাৰ অলপ ভুলৰ খুজিছোঁ।

***

আমাৰ পুৰণি চিনাকি কঁপনি-জ্বৰ, এৰৈকয়া-জ্বৰ, ডোগ-জ্বৰ, জঙ্গলী-জ্বৰ, কলা-জ্বৰ বা কালা-আজাৰ, পৰ্ব্বতীয়া-জ্বৰ বোৰেই মেলেৰিয়া কুলীয়া জ্বৰ। মেলেৰিয়া ( Malaria ) শব্দটো ইটালীয় ভাষাৰপৰা অহা। Mal মানে বেয়া, aria মানে বায়ু। মেক্‌কুলক ( Macculloch ) নামে ইংৰাজ ডাক্তৰ এজনে ৮২৭ খৃষ্টাব্দত এই শব্দটো ইংৰাজী ডাক্তৰী শাস্ত্ৰত সুমায়। পুৰ্বতে দূষিত বায়ু বুজোৱা মেলেৰিয়া শব্দটো লাহে লাহে সেই বায়ুৰ দোষত উৎপন্ন হোৱা নৰীয়াটোকে বুজোৱা হল। মেলেৰিয়া মানে ওপৰত লেখ দিয়া জ্বৰবোৰৰে একোটা।

***

পৃথিবীৰ প্ৰায় সকলো দেশতে মেলেৰিয়া ব্যাধি বৰ্ত্তমান। কিন্তু স্বাস্থ্য বিজ্ঞানৰ উন্নতিৰ লগে লগে ঠাইৰ আৰু মানুহৰ স্বাস্থ্যৰ উন্নতি হোৱাত মেলেৰিয়াৰ প্ৰভাব আৰু বিস্তাৰ আগতকৈ ভালেমান কমি আহিছে। মেলেৰিয়াত ভোগা মানুহৰ জ্বৰ-খাপৰি বাঢ়ে, যকৃত বিকৃত হয়, গাৰ তেজ-কুৰ কমি বৰণ খেতা পৰে বা কলা হয় বা হালধীয়া হয়, চকু হালধীয়া হয় ; ইত্যাদি। তিৰাইৰ নিচিনা ঠাই মেলেৰিয়াৰ বাহ। তিৰাই অঞ্চলৰ মানুহবোৰ দেখিবলৈ তেজ-কুৰ নাইকিয়া, কদাকাৰ, মুখ উখহা, পেট ডাঙৰ, মূৰ ডাঙৰ, হাত ভৰি চুচিয়া যৰা, চেপেটা নকা আৰু বৰ-কণা হয়। যিবোৰ নৰীয়াই এই পৃথিবীত মানুহ মাৰি নিয়ে, সেইবোৰৰ ভিতৰত মেলেৰিয়া অকলৈ আদথিনিৰ বাবে জগৰীয়া।

***

মেলেৰিয়াৰ ঠাই,—গঙ্গা, ইউফ্ৰেটিচ, পো, মিছিছিপি, অৰিণক আদি নৈৰ মুখৰ ঠাইবোৰ; যিবোৰ ঠাই দ জেকা আৰু পানীত তল যায়, আৰু তিৰাই অঞ্চলৰ নিচিনা হাবিয়নি ঠাইবোৰ যাৰ বায়ু সেমেকা। জেকা জঙ্ঘলী ঠাইত মেলেৰিয়া হয়। কিন্তু কোনো কোনো পৰ্ব্বতীয়া শুকান ঠাইতো মেলেৰিয়া হোৱা দেখা গৈছে। যেনে,—হংকঙত, বেলুচিস্থানত, দাক্ষিণাত্যৰ

মহীশুৰত, পাৰস্যৰ কোনো কোনো ঠাইত। উত্তৰ – আমেৰিকাৰ "প্ৰেৰি" (Praries) আৰু ভেনিজুলাৰ "চেভেনা" (Savanna) অৰ্থাৎ দীঘল বাঁহেৰে ঢাক খাই থকা বৰ বহল পথাৰবোৰ। ৰাজপুতনাৰ আৰু সিন্ধুপ্ৰদেশৰ কোনো কোনো ঠাইতো মেলেৰিয়া হোৱা দেখা গৈছে। দেৰ বছৰ মানৰ আগেয়ে দিল্লী লাহোৰ আগ্ৰা আদি ঠাইবোৰত মেলেৰিয়াৰ ইমান প্ৰকোপ হৈছিল যে সেই ৰোগত ভালেমান মানুহ মৰিল।

***

কেতিয়াবা সমুদ্ৰৰ ওপৰত কোনো জাহাজতো মেলেৰিয়া "এপিডেমিক" (বহুজন-ব্যাপী ৰোগ) হোৱা দেখা গৈছে। জাহাজৰ তলিত থকা পানী গেলি তেনে হোৱাটো বুলি ডাক্তৰসকলে কয়। আচৰিত কথা যে শিঙ্গাপুৰৰ নিচিনা কোনো কোনো ঠাইত মেলেৰিয়া হবৰ সকলো কাৰণ বৰ্ত্তমান থাকিও আন কোনো বিশেষ কাৰণৰ নিমিত্তে মেলেৰিয়া নহয়।

***

সচৰাচৰ শৰৎকাল মেলেৰিয়াৰ বতৰ। ধান আৰু আন শহবোৰ সেই সময়ত দাই নিয়া হয়; তাৰ নৰা খেৰ আৰু পাতবোৰ পথাৰত পৰি থাকি সেইবোৰৰ ওপৰত প্ৰথমতে বৰষণ, আৰু তাৰ পিছত ৰদ পৰি সেইবোৰে গেলি পচি মেলেৰিয়াৰ বীজ উৎপাদন কৰে। বাৰিষা কালতো তেনে কাৰণতে মেলেৰিয়া হয়। বেলি মাৰ যোৱা সময়ত সকলো ঠাইতে আৰু সকলো ঋতুতে মেলেৰিয়া জন্মোৱা কাৰণৰ প্ৰাদুৰ্ভাৱ বেছি হয়। বৰ ঘাম আৰু ৰদৰ দিনৰ পিছত চেচা ৰাতি হলে মেলেৰিয়াই বাঢ়িবলৈ সুবিধা পায়। বেলেগ বেলেগ দেশত বেলেগ বেলেগ ঋতুত মেলেৰিয়া হয়। দক্ষিণত আৰু মহীশুৰত বৰ ঘামকালি যেতিয়া ৰদৰ প্ৰকোপ বেছি হয় তেতিয়া মেলেৰিয়া জনমে।

***

গধূলি আৰু ৰাতি নিয়ৰ পৰা কালত জেকা ঠাই, জঙ্ঘলী ঠাই, হোলা, গেলা বিল আৰু পানীত তল যোৱা দ মাটি ইত্যাদিৰপৰা ক্ৰমাগত দূষিত ভাপ ওপৰলৈ উঠি সি বায়ু দূষিত কৰি মেলেৰিয়া ৰোগৰ বীজ চাৰিও কাষে সিচৰতি কৰি দিয়ে। শুকান ঠাইত বা পৰ্ব্বতীয়া ঠাইত মেলেৰিয়া হোৱাৰ

কাৰণ, আন অনেক কাৰণৰ ভিতৰত এইটোও যে সেইবোৰ ঠাই বেগতে তপত আৰু চেচা হয়। মহীগুৰৰ পৰ্ব্বতীয়া জ্বৰ সেইদেখি মাৰ্চ এপ্ৰিল মেই আৰু জুন মাহত হয়।

***

যি লোকৰ স্বাস্থ্য ভাল নহয়, আৰু শৰীৰৰ ওপৰত হঠাৎ পৰিবৰ্ত্তনশীল জল বায়ুৰ প্ৰভাৱ বোধ কৰিবৰ ক্ষমতা কম, তেনে লোকেই মেলেৰিয়াত পৰে। যি বৰ বদ আৰু ঘামৰ প্ৰভাৱত নিজক পেলায়, আৰু সেইদৰেই বৰ জাৰ আৰু জেকা বায়ুতো, তেওঁৰ মেলেৰিয়া, একৈয়া, বা ডোম-জ্বৰ বা নেৰা-নেপেৰা জ্বৰ হবৰ সম্ভৱ। যি গাত কাপোৰৰ, পেটত আহাৰৰ, আৰু থাকিবলৈ ঘৰৰ দুখত পৰে সি মেলেৰিয়া ৰোগৰ গৰাহত নপৰাকৈ থকাটো টান। মেলেৰিয়াত পৰা লোকজনে সতকাই ভাৰ হাত সাৰিব নোৱাৰে। আগেয়ে এবাৰ যাৰ একৈয়া বা ডোম-জ্বৰ বা কঁপনি-জ্বৰ হৈছিল, তেওঁ সাৱধানে নাথাকিলে আকৌ তেনেকুৱা জ্বৰৰ হাতত পৰিবৰ খুব সম্ভৱ।

***

ৰাতি ঘৰৰ ভিতৰত জুই ধৰি ৰাখিলে মেলেৰিয়াৰ বীজ নষ্ট হয় বুলি কয়। ঘৰৰ ওচৰত ( অৱশ্যে সৰহকৈ নহয় ) গছ-গছনি থাকিলে হেনো সেইবোৰে সূৰ্য্যৰ উত্তাপ নবালৰিকৈ বিকীৰণ হবলৈ নিদি মেলেৰিয়াৰ বিপক্ষতাচৰণ কৰে। মেলেৰিয়াক এটা বিষাক্ত বস্তু বুলি ধৰিলে, সি যে চাৰিউকালে বিয়াপি পৰে সেইটো অনায়াসে বুজিব পাৰি। সাধাৰণতঃ মাটিৰপৰা কেইহাতমান ওখলৈকে হে সেই বিষাক্ত পদাৰ্থটো উঠি যায়, বৰ ওখ ঠাইলৈ নাযায়। সেইদেখি দু-মহলা তিনি-মহলা ঘৰৰ ওপৰত থকা লোকক মেলেৰিয়াই ধৰাটো কম।

***

জেকা মাটিৰ ভাপৰপৰা আৰু গেলা পচা গছ-পাত জাবৰ-জোথৰৰপৰা ওলোৱা বিষাক্ত ভাপেই মেলেৰিয়াৰ কাৰণ বুলি অনেক কালৰপৰা চলি অহা বিশ্বাস। কোনো কোনোৱে আৰু এটা কাৰণ নিৰ্দ্দেশ কৰে, যে বেছি চেচা আৰু জেকা অৱস্থাত পৰি কোনো মানুহৰ শৰীৰৰপৰা বেগাই সৰহকৈ উত্তাপ ওলাই গলে তেওঁৰ কঁপনি জ্বৰ বা একৈয়া-জ্বৰ বা নেৰা-

নেপেৰা জ্বৰ হুৱৰ সম্ভৱ। অৰ্থাৎ হঠাৎ গাত সৰহকৈ গুপত বা চেচা লগোৱাজনক মেলেৰিয়াই ধৰিবলৈ সুচল পায়।

***

এইটোৱেই মেলেৰিয়াৰ সম্বন্ধে বহুকালৰপৰা প্ৰচলিত মত। কিন্তু আজি-কালি নতুন মত আৰু বিশ্বাসে এই পুৰণি মত আৰু বিশ্বাসক খেদি দি সেই ঠাই লৈছে। আজিকালিৰ মত হৈছে যে মেলেৰিয়াৰ গুৰিত কীটাণু। মাউৰ আৰু আই-ওলোৱাৰ গুৰিত যেনে কীটাণু থকাটো প্ৰমাণিত হৈছে, মেলেৰিয়াৰ গুৰিতো সেইদৰে কীটাণু থকাটো ডাক্তৰসকলে প্ৰমাণ কৰি সিদ্ধান্ত কৰিছে। সেই কীটাণুবোৰে মানুহৰ তেজেৰে সৈতে মিহলি হৈ শৰীৰৰ ভিতৰলৈ সোমাই মেলেৰিয়া জন্মায় বুলি তেওঁলোকে কয়। কীটাণু-বোৰে মানুহৰ শৰীৰত সোমাই ইমান সোনকালে নিজৰ বংশবৃদ্ধি কৰে যে অলপ কালৰ ভিতৰতে সিহঁতে মানুহৰ গোটেইটো গাৰ ৰক্ত দূষিত কৰি পেলায়।

***

প্ৰথমতে মানুহৰ গাত মেলেৰিয়াৰ জীবাণুবিলাক মহে সুমায়। এনফিলিচ (anopheles) নামে একবিধ মহৰ এই কাম। এনফিলিচ কোন্-কোনোৱা বিধৰ মহ নহয়, নিমাতী মহ। সিহঁতে মনে মনে মানুহৰ গাত পৰি তেজ খায়, আৰু সিহঁতে কামোৰাৰো ৰব গম পোৱা নাযায়। এনফিলিচৰ শুং আৰু মুখত মেলেৰিয়াৰ জীবাণুবোৰ থাকে, আৰু সি মানুহৰ গাত শুং বহুৱাই তেজ শুহি খাওঁতে সেই জীবাণুবোৰ মানুহৰ গাৰ তেজত সোমায়। প্ৰথমতে এনফিলিচ মহে মেলেৰিয়াই ধৰা ৰোগীৰ গাত পৰি তাৰ তেজ খাওঁতে সেই তেজৰপৰা মেলেৰিয়াৰ জীবাণু সেই মহৰ গালৈ যায়, আৰু সিহঁতে মহৰ গাত বাহ লৈ লেখত বাঢ়ি আকৌ সেই মহে যেতিয়া আন কোনো সুস্থ মানুহৰ তেজ খায়, তেতিয়া সেই সুস্থ মানুহৰ গাত সোমাই তেওঁক মেলেৰিয়া ৰোগ দিয়ে। এইদৰেই মেলেৰিয়া ৰোগ এজনৰপৰা আন এজনৰ গালৈ খুচৰি যায়।

***

মেলেৰিয়াৰ ঘাৰাই দূষিত জলবায়ুৰপৰা মেলেৰিয়া হোৱা বুলি আগৰ

যি পূৰ্ব্বৰ বিশ্বাস আছিল সেই বিশ্বাসটো নতুন মতাৱলম্বীসকলে একেবাৰেই ভুল বুলি কৈছে। মেলেৰিয়া হোৱা ঠাইৰ মাটি জল আৰু বতাহ পৰীক্ষা কৰি দেখা গৈছে যে তাত মেলেৰিয়াৰ জীবাণু সমূলি নাই; সেই জীবাণু সেই ঠাইৰ মহ আৰু মানুহৰ গাত হে পোৱা যায়। এজনৰ গাৰপৰা আন এজনৰ গালৈ মেলেৰিয়া পঠিয়াবৰ নিমিত্তে মেলেৰিয়া হোৱা ঠাইৰ দূষিত জল বায়ু আদিৰ দ্বাৰাই ভালেমান পৰীক্ষা কৰিও দেখা গৈছে, যে তাৰ দ্বাৰাই মেলেৰিয়া উৎপন্ন নহয়; সেই কাৰ্য্য অকল এনফিলিচ মহৰ দ্বাৰাই হে হয়। বিলাতত এই কথা পৰীক্ষা কৰিবৰ নিমিত্তে জনচেৰেকে সুস্থ ডেকাক ইটালীৰ মেলেৰিয়া ৰোগ থকা ঠাইৰপৰা কিছুমান মহ আনি কামোৰোৱা হৈছিল। দেখা গল যে সেই মহৰ কামোৰ খাই সেই ডেকা কেইজনৰ মেলেৰিয়া জ্বৰ হল।

* * *

এতিয়া এইটো স্থিৰ সিদ্ধান্ত হৈছে যে এনফিলিচ মহেই মেলেৰিয়াৰ কাৰণ। সেইদেখি এই মহাশত্ৰুক সংহাৰ কৰিবৰ নিমিত্তে আজিকালি সকলোৱে যত্ন কৰিছে, আৰু গৱৰ্ণমেণ্টেও মহৰ বংশ নিৰ্ব্বংশ কৰিবলৈ মানুহ নিযুক্ত কৰি বৰ পুৰুষাৰ্থ কৰিব লাগিছে। বন্ধ খাই থকা পানীত, গেলা পচা পানীত মহে কণী পাৰে, সেইদেখি সেই পানীৰ ওপৰত কেৰচিন তেল এনেকৈ ঢালি দিব লাগে যেন পানীৰ ওপৰত সেই তেলৰ চামনি পৰে। সেইদৰে চামনি পৰিলে বতাহৰ অভাৱত মহৰ কণীবোৰ ঘোলা হৈ যায় আৰু পোৱালিবোৰ উশাহ লব নোৱাৰি মৰে। যত মহে কণী পাৰিবৰ সম্ভৱ ঘৰৰ ওচৰৰ তেনে খাল-দোংবোৰ পুতি পেলোৱাটো উচিত। ৰাতি শোওঁতে যাতে মহে কামুৰিব নোৱাৰে, তাৰ নিমিত্তে আঠুৱা তৰি তাৰ তলত শোৱাটো উচিত। মহ উভচৰ জন্তু; সি কণী আৰু পোৱালি অৱস্থাত পানীত থাকে। বায়ত উৰণীয়া মহক মাৰিবলৈ সিমান উজু নহয়; দুটা দহোটা মাৰিলেও অসংখ্য তাৰ ওৰ নপৰে। কিন্তু পানীত পোক অৱস্থাত তাক জাকে জাকে বধিবলৈ উজু।

মেলেৰিয়াৰ দৰৱ কুইনিন্। ৰোগীয়ে কুইনিন্ খালে তেওঁৰ গাৰ ভিতৰত থকা মেলেৰিয়াৰ জীবাণুবিলাক বাঢ়িব নোৱাৰে আৰু মৰি যায়। কুইনিন্

আজিকালি গতে ভতে পোৱা যায়। গাৱঁলীয়া মানুহেও সহজে অলপ বেচতে কুইনিন্ পাব পৰাকৈ গবৰ্ণমেণ্টে ডাক-ঘৰবোৰত এপইচাত "এপেকেট" অৰ্থাৎ সক কাগজৰ একো টুপলিকৈ বেচিবলৈ থৈ দিছে।

---

# পুৱা।

আজি এই শৰতৰ পুৱা সময়ত,
দিলা যি বাংৰি প্ৰভু সমীৰণ মুখে,
স্থিৰনেত্ৰে মুগ্ধচিত্তে শুনিলে যেতিয়া,
উঠিল চমকি বিশ্ব; সুমধুৰ তান
বাজিল বীণত, প্ৰতিধ্বনি সুললিত
দশোদিশে তাৰ পৱন কোলাত উঠি
বিয়পি পৰিল বিশাল পৃথিবী মাজে,
লভিলে চেতনা পুনৃ নিদ্ৰিত জগতে
মোহনিদ্ৰা পৰিত্যজি, সুকৰ কিৰণে
আলোকিত কৰি ধৰাতল দিলে পাতি
আনন্দ উৎসৱ কেনে মৰত ভূমিত।
উল্লাহতে প্ৰকৃতি বিভোল, উল্লাহতে
অধমৰ ক্ষুদ্ৰ কণ্ঠে গালে আচম্বিতে,
নোৱাৰোঁ বুজিব, প্ৰভু, ধন্য তব লীলা!

"যদু,"

---

# মহা মহোপাধ্যায় চন্দ্ৰকান্ত তৰ্কালঙ্কাৰ।

১৮৩৫ খৃষ্টাব্দৰ আঘোণ মাহত ময়মনসিং জিলাৰ সেৰপুৰ নামে গাৱঁত চন্দ্ৰকান্ত তৰ্কালঙ্কাৰে জন্মগ্ৰহণ কৰে। তেওঁৰ বাপেক ৰাধাকান্ত তৰ্কবাগীশ এজন ধাৰ্ম্মিক আৰু নৈষ্ঠিক বামুণ আৰু নিজগুণে বিখ্যাত অধ্যাপক পণ্ডিত আছিল। তেওঁ সমাজৰ ওপৰত নিজৰ প্ৰতিপত্তি ৰাখি সদায় সমাজৰ গুৰিয়াল হৈ চলিছিল, আৰু গুৰিৰেপৰা সংস্কৃত শিক্ষাৰ বৰ পক্ষপাতী আছিল। সেইদেখি তেওঁ তেওঁৰ পুতেক চন্দ্ৰকান্তক সৰুতে গাৱঁলীয়া পঢ়াশালিত পঢ়ুৱাই অঁতাই তেওঁৰ নিজৰ টোলত সংস্কৃত পঢ়িবলৈ লগায়। চন্দ্ৰকান্ত তৰ্কলঙ্কাৰ সৰুৰেপৰা বৰ বুদ্ধিমান, বিনয়ী, শান্ত আৰু শিক্ষানুৰাগী লৰা আছিল। ১০ বছৰ বয়সতে তেওঁ বাপেকৰ আদেশত বাপেকৰ টোলত সংস্কৃত পঢ়িবলৈ ধৰে। তেওঁ প্ৰখৰ বুদ্ধি আৰু ধৈৰ্য্যৰ বলত অতি অলপ দিনৰ ভিতৰতে বাপেকৰ টোলত ব্যাকৰণ আৰু অলঙ্কাৰ শাস্ত্ৰ পঢ়ি উঠে, কাব্য আৰু স্মৃতিৰো বহুত প'ঢ় আশাতীত শিক্ষা লাভ কৰে। বাপেকৰ টোলত পঢ়ি উঠি বিক্ৰমপুৰত অগাধ বিদ্বান আৰু জগৎবিখ্যাত স্মৃতিশাস্ত্ৰৰ পণ্ডিত দীননাথ পঞ্চাননৰ তলত তেওঁ স্মৃতিশাস্ত্ৰ পঢ়েগৈ। তাত তেওঁৰ লগৰীয়া ছাত্ৰবোৰে তেওঁতকৈ বহুত দিনৰ আগৰপৰা লাগিও যি পুথিবোৰ এবাৰো লুটিয়াব পৰা নাছিল, সেইবোৰ পুথি চন্দ্ৰকান্তই অলপ দিনৰ ভিতৰতে খৰচি মাৰি পঢ়ি তেওঁৰ চোকা বুদ্ধিৰ চিনাকি দিছিল। টোলৰ অধ্যাপক সকলে তেওঁৰ এনে চোকা বুদ্ধিৰ চিনাকি পাই তেওঁৰ বাপেক ৰাধাকান্ত তৰ্কবাগীশক কৈছিল "আপোনাৰ পুতেক চন্দ্ৰকান্তৰ প্ৰগাঢ় অধ্যৱসায়, একাগ্ৰতা আৰু বুদ্ধিৰ চিনাকি পাই আমি তবধ মানিছোঁ। আপুনি চন্দ্ৰকান্তক নবদ্বীপত ভালকৈ সংস্কৃত পঢ়িবলৈ পঠিয়াই দিয়ক। ভাল শিক্ষা পালে আগলৈ চন্দ্ৰকান্ত এজন জগৎবিখ্যাত ডাঙৰ পণ্ডিত হৈ উঠিব।" টোলৰ অধ্যাপকৰ মুখে পুতেকৰ এনে গুণ কীৰ্ত্তন শুনি ৰাধাকান্ত তৰ্কবাগীশ বৰ সুখী হল, আৰু চন্দ্ৰকান্তক নবদ্বীপলৈ পঠিয়াই দিলে।

সেই সময়ত মাধৱচন্দ্ৰ তৰ্কসিদ্ধান্ত, ব্ৰজনাথ বিদ্যাৰত্ন, হৰিদাস শিৰোমণি, শ্ৰীনন্দ তৰ্কবাগীশ আদি ডাঙৰ আৰু অগাধ পণ্ডিতসকলে তেওঁবিলাকৰ

জ্ঞান আৰু বিদ্যাৰ জেউতিৰে নবদ্বীপ উজ্জ্বল কৰি থৈছিল। দেশ বিদেশৰ পৰা বহুত পণ্ডিত আৰু ছাত্ৰৰ আহি এই মহা জ্ঞানী পণ্ডিতসকলৰ পদসেৱা কৰি সংস্কৃত শাস্ত্ৰ অধ্যয়ন কৰিছিল। চন্দ্ৰকান্তই নবদ্বীপলৈ গৈ পোনতে প্ৰসিদ্ধ নৈয়ায়িক পণ্ডিত মাধৱচন্দ্ৰ তৰ্কসিদ্ধান্তৰ শিষ্য হৈ ন্যায়শাস্ত্ৰ পঢ়ে। অটল একাগ্ৰতা আৰু সূক্ষ্ম বুদ্ধিৰ বলত চন্দ্ৰকান্তই অলপ দিনৰ ভিতৰতে তেওঁৰ অধ্যাপক মাধৱচন্দ্ৰ তৰ্কসিদ্ধান্তৰ মনত সোমাই পৰিল। তৰ্কসিদ্ধান্তই তেওঁৰ নতুন লৰা-ছাত্ৰৰ চন্দ্ৰকান্তৰ অসাধাৰণ বুদ্ধি আৰু প্ৰখৰ প্ৰত্যুৎপন্নমতি দেখি মোহিত হৈছিল। মাধৱচন্দ্ৰ তৰ্কসিদ্ধান্তৰ তলত চন্দ্ৰ-কান্তই এইদৰে ন্যায়শাস্ত্ৰ ভালকৈ পঢ়ি উঠি ব্ৰজনাথ বিদ্যাৰত্নৰ তলত স্মৃতি শাস্ত্ৰ পঢ়িবলৈ আৰম্ভ কৰে। তেওঁ সেই শাস্ত্ৰ খৰচি মাৰি পঢ়ি আঁতাই কাশীনাথ শাস্ত্ৰীৰ তলত বেদান্তও নিখুঁতকৈ পঢ়ি সকলো শাস্ত্ৰ নিজৰ আয়ত্ত কৰি নবদ্বীপৰ পণ্ডিতসকলৰপৰা তৰ্কালঙ্কাৰ উপাধিৰে ভূষিত হৈ জন্মভূমি সেৰপুৰ গাঁৱলৈ উভতি আহে।

জ্ঞান, বিদ্যা আৰু উপাধিৰে অলঙ্কৃত হৈ চন্দ্ৰকান্ত তৰ্কালঙ্কাৰে নিজ দেশত এখন "চতুষ্পাঠী" ( চাৰি বেদ শিকোৱা টোল ) খুলিলেহি। তেওঁ নিজ দেশলৈ বিদ্বান হৈ উভতি আহি সংস্কৃত টোল খোলা বাতৰি চাৰিওফালে বিয়পি পৰিল। দেশদেশান্তৰৰপৰা বহুত পণ্ডিত আৰু ছাত্ৰ আহি তেওঁৰ টোলত চাৰি বেদ অধ্যয়ন কৰিবৰ মনেৰে চন্দ্ৰকান্ত তৰ্কলঙ্কাৰৰ শিষ্যত্ব স্বীকাৰ কৰিলে। সেই পণ্ডিত আৰু ছাত্ৰসকলক তেওঁ বিদ্যা আৰু জ্ঞান শিক্ষা দিয়াৰ লগে লগে সদাই অকাতৰে নিজে ভৰণ-পোষণ কৰি আশ্ৰয় দি পঢ়াই আছিল। তেওঁৰ ঘৰত সদাই প্ৰায় আঠৈকুৰিমান ছাত্ৰ সুগুচিছিল। তেওঁৰ টোলৰ ন্যায়, সাংখ্য, বেদান্ত, স্মৃতি আৰু কাব্য পঢ়া ছাত্ৰে গবৰ্ণমেণ্টৰ "টাইটোল" পৰীক্ষাত সদাই অইন ছাত্ৰক চেৰ পেলাই সম্মানেৰে উত্তীৰ্ণ হৈ আহিছিল। সেহেত এই টোল ভালৰূপে চলিবৰ কাৰণে গবৰ্ণমেণ্টে উপযাচি তেওঁক অৰ্থেৰে সহায় কৰিছিল।

এই সময়ত চন্দ্ৰকান্ত তৰ্কালঙ্কাৰে সংস্কৃত ভাষাত উৎকৃষ্ট আৰু বহুমূলীয়া কাব্য "চন্দ্ৰবংশ" ৰচনা কৰে। তেওঁৰ সুৰলা আৰু মধুৰ লেখনীৰ এয়েই প্ৰথম চানেকি। ইয়াৰ পিছত তেওঁ "প্ৰবোধ ষটক," "কৌমুদী সুধাকৰ"

আৰু "সতীপৰিণয়" নামে আৰু দুখন সংস্কৃত নাটক আৰু "শিক্ষা" নামে বঙ্গলা নাটক এখন লিখে। তেওঁৰ এই গ্ৰন্থবোৰৰপৰা তেওঁৰ সংস্কৃত বিদ্যাত অগাধ পাণ্ডিত্য থকা বুজিব পাৰি সেই সময়তে "এচিয়াটিক চচাইটয়ে" তেওঁক প্ৰথমতে "বিব্লিয়থিকা ইণ্ডিকা" (Bibliothica Indica), পিছত "গোভিলগৃহ্যসূত্ৰভাষ্য" পুথি সম্পাদিত কৰিবলৈ দিয়ে। তেওঁ সেইপুথি বিচক্ষণ পাণ্ডিত্যেৰে নিয়মিত সময়ৰ ভিতৰত সম্পাদিত কৰি উলিয়াই দিয়ে। ১৮৯৪ চনৰ ৭ মাৰ্চ তাৰিখে এই "চচাইটিয়ে" তেওঁক সেই সভাৰ "অনৰে-ৰোল মেম্বৰ" পাতি যথেষ্ট সন্মানিত কৰে। তেওঁৰ ৰচিত আৰু সম্পাদিত গ্ৰন্থবোৰ গবৰ্ণমেণ্টৰ চকুত পৰাত তেওঁৰ বিদ্যা গবৰ্ণমেণ্টে বুজিব পাৰি ১৮৮৩ চনত ৪৪ বছৰ বয়সত তেওঁক সংস্কৃত কলেজৰ অলঙ্কাৰ, দৰ্শন আৰু সাহিত্যৰ অধ্যাপক নিযুক্ত কৰে। ইয়াৰ পিছত মধুসূদন স্মৃতিৰত্নই পেন্চন্ লৈ আঁতৰি যোৱাত চন্দ্ৰকান্ত তৰ্কালঙ্কাৰে তেওঁৰ পদ পায়।

কলেজত চাকৰি কৰিও সদায় তেওঁ গ্ৰন্থ ৰচনা কৰিবলৈ এৰা নাছিল। এই সময়তে তেওঁ "পৰাশৰ মাধৱ," "ন্যায় কুসুমাঞ্জলি," "বৈশেষিক দৰ্শনৰ ভাষ্য," "অলঙ্কাৰ সূত্ৰ," "ঔৰ্দ্ধদেহিক চন্দ্ৰালোক," "উদ্বাহ চন্দ্ৰালোক," "সটীক তত্ত্বাৱলী," "শুদ্ধ চন্দ্ৰালোক," আদি সংস্কৃত ভাষাৰ অমূল্য ৰত্ন গ্ৰন্থ বোৰ ৰচি উলিয়ায়। সংস্কৃত ছাত্ৰৰ পঢ়াৰ সুবিধাৰ নিমিত্তে এইবোৰৰ বাহিৰেও "কাতন্ত্ৰছন্দঃপ্ৰক্ৰিয়া" নামে এখন ব্যাকৰণ উলিয়ায়।

গবৰ্ণমেণ্টে তেওঁৰ বিদ্যা আৰু গুণৰ মোল বুজি তাৰ পুৰস্কাৰ স্বৰূপে ১৮৮৭ চনত মহাৰাণীৰ "ডায়েমণ্ড জুবিলী" উপলক্ষে তেওঁক মহামহোপাধ্যায় উপাধি দি ভূষিত কৰে। সেই চনতে তেওঁ সংস্কৃত কলেজৰপৰা পেনচন লৈ আজৰি পায়। এই সময়তে কলিকতাৰ প্ৰসিদ্ধ চহকী শ্ৰীযুত গোপালচন্দ্ৰ বসু মল্লিকে বেদান্ত শাস্ত্ৰৰ আলোচনাৰ অৰ্থে কলিকতা বিশ্ববিদ্যালয়ৰ ওবিয়াল্‌ৰ হাতত পঞ্চাশ হেজাৰ টকা দান কৰে। বেদান্ত শাস্ত্ৰ সম্বন্ধে ৰচনা আদি লিখি চৰ্চ্চা কৰিবৰ নিমিত্তে ওবিয়ালসকলে বহুত ডাঙৰ ডাঙৰ পণ্ডিত সকলক সেই কামৰ বাবে আহ্বান কৰাত মহামহোপাধ্যায় চন্দ্ৰকান্ত তৰ্কা-লঙ্কাৰো সেই পদৰ প্ৰাৰ্থী হয়। ওবিয়ালসকলে এটাই পণ্ডিতসকলৰ ভিতৰত তেওঁক সেই কামৰ উপযুক্ত পাত্ৰ বিবেচনা কৰি সেই কামৰ ভাৰ

তেওঁৰ হাতত দিলে। তেঁও সেই কাম দক্ষতাৰে সমাধা কৰি প্ৰায় ২৫ হেজাৰমান টকা বঁটা পায়।

চন্দ্ৰকান্ত তৰ্কালঙ্কাৰে বিদ্যা চৰ্চ্চাত ইমান একান্তচীয়াভাৱে মন দিছিল যে তেওঁৰ জীৱনৰ শেহ সময়লৈকে সদায় তেওঁৰ লেখনী চলিবই লাগিছিল। ১৯০১ চনৰপৰা তেওঁৰ শৰীৰ অলপ অলপকৈ কাহিল হবলৈ ধৰিলে। এনে কাহিল শৰীৰ লৈয়ো তেওঁ বৰ পৰিশ্ৰম আৰু পুৰুষাৰ্থ কৰি তেওঁৰ তেতিয়ালৈকে ছপা নোহোৱা বাকী গ্ৰন্থবোৰ ছপাই উলিয়াবলৈ যত্ন কৰিছিল। তালৈকে তিনি বছৰমান তেওঁ নৰিয়াত ভুগিও এদিনলৈকে লেখা-পঢ়া খতি কৰা নাছিল। সেই নৰিয়া গাৰেই তেওঁ বিশ্ববিদ্যালয়ৰ "এম. এ" আৰু "ৰাইচান্দ প্ৰেমচান্দ" পৰীক্ষাৰ কাৰ্য্য আৰু তেওঁৰ স্থাপিত নিজা টোলৰ কাম লৈ সদায় বৰ ব্যস্ত আছিল। ইয়াৰ বাহিৰেও তেওঁ আৰু তিনিখন পুথি ৰচি থৈ গৈছে। "শ্ৰাদ্ধ চন্দ্ৰালোক," "দুৰ্গাসুন্দৰ" আৰু "অনুভূতি প্ৰকাশ." বৰ শোকৰ বিষয় তেওঁ শেহৰ পুথিখনৰ মোটে সাত অধ্যায়ৰ টীকা হে লিখিব পাৰিলে! বাকীকেই অধ্যায় এতিয়াও অসম্পূৰ্ণ হৈয়েই আছে। এই তিনিখন পুথি তেওঁ ছপাবলৈকো সময় নেপালে। প্ৰায় তিনি বছৰমান তেওঁ ৰাজৰক্ষা নৰিয়াত কষ্ট পোৱা দেখি তেওঁৰ ভক্ত-শিষ্য আৰু কলিকতাৰ বৰবজাৰৰ প্ৰসিদ্ধ চহকী মাৰোৱাৰী সদাগৰ শ্ৰীযুত ৰুঢ়মল গোয়েন্‌কা গুপ্তই তৰ্কালঙ্কাৰক স্বাস্থ্য পৰিবৰ্ত্তন কৰিবৰ নিমিত্তে বহুত যত্ন কৰি কাশীলৈ পঠিয়াই দিয়ে। কিছুকাল ৺কাশীধামত বাস কৰি সেই প্ৰাতঃস্মৰণীয় মহাপুৰুষে ৭৪ বছৰ বয়সত, ১৯১০ চনৰ ২ ফেব্ৰুৱাৰি বুধবাৰৰ দিনা মনুষ্য দেহা এৰি স্বৰ্গী হল। তেওঁৰ সহধৰ্ম্মিণী তেওঁতকৈ আগেয়ে স্বৰ্গী হৈছিল। তেওঁবিলাকে দুটি পুতেক আৰু দুজনী জীয়েক থৈ গৈছে। তেওঁবিলাকৰ দ্বিতীয় পুতেক তাৰাসুন্দৰ এজন ভাল পণ্ডিত।

শ্ৰীহৰিনাথ বেজবৰুৱা।

---

# নগৰীয়া আৰু গাৱঁলীয়া জীৱন।

প্ৰথমতে চাব লাগে "নগৰ" কাক বোলা যায় আৰু "গাওঁ" কাক বোলা যায়। যি ঠাইত বহু লোক সুশৃঙ্খলাৰূপে থাকে, যি ঠাইত হাট বজাৰ বেহা বেপাৰ আদিৰ সুচল আছে, যি ঠাইত ৰাজকীয় কাৰ্য্য চলাবলৈ ৰাজকৰ্ম্মচাৰী থাকে আৰু ৰাস্তা ঘাট বাট আদি অনেক প্ৰকাৰ কাৰ্য্য অধিবাসীবোৰৰ সুবিধাৰ্থে কৰা হয় সেই ঠাইকে নগৰ বোলা যায়। যি ঠাইত লোক সংখ্যা কম আৰু ওপৰত কোৱা সুবিধাবোৰৰ অভাৱ, সেই ঠাইকে গাওঁ বোলা যায়। নগৰত থাকিলে শিক্ষা স্বাস্থ্য আদি সম্পৰ্কে যেনে সুবিধা পোৱা যায় সেইদৰে টেক্স আদি ভৰিবও লাগে আৰু জীবিকাৰ খৰচাদিও অনেক পৰিমাণে সৰহ হয়। তদুপৰি গাৱঁত যেনে কট্‌কটীয়া বান্ধৰ নিয়মমতে চলিব লগীয়া হয় নগৰত অনেক প্ৰকাৰ স্বাধীনতা ভোগ কৰিব পাৰি। এই হেতুকে নগৰলৈ নানা ঠাইৰ নানা ৰকমৰ মানুহৰ সমাগম হৈ সি মাথোন লোক-সংখ্যাকে যে বৃদ্ধি কৰে এনে নহয়, ভাত বাজেও জীবিকা আৰ্জ্জিবৰ অনেক অনেক সৎঅসৎ উপায় উদ্ভাবন কৰিবলৈকো মানুহক বাধ্য কৰে। গাৱঁত প্ৰত্যেক গৃহস্থই আপোন আপোন আৱশ্যকীয় বস্তু নিজে আৰ্জ্জ লৈ ভোগ কৰে আৰু নোহোৱা বস্তুটি ওচৰচুবুৰীয়াৰপৰা খুজি আনে; কিন্তু নগৰত হলে বজাৰ হাটৰপৰা আনিব পৰা যায় বাবে পৰস্পৰ স্বাধীনভাৱে থাকিবলৈ প্ৰবৃত্তি জনমে। গাওঁ নগৰৰ নিচিনা পৰিষ্কাৰ নহয়; খোৱা-বোৱা সম্বন্ধেও নগৰ গাৱঁতকৈ অনেক গুণে শ্ৰেষ্ঠ আৰু সকলো প্ৰকাৰৰ শিক্ষা লভিবৰ বিশেষ সুবিধাৰ স্থল। নগৰত কোনো মানুহ বহি শুই এলেহুৱা হৈ থাকিব নোৱাৰে, কাৰণ, সকলোৱে এটা নহয় এটা কামত লাগি আছে; অৰ্থাৎ কোনোৱে কাচাৰিলৈ কাম কৰিবলৈ গৈছে; কোনোৱে গোচৰ কৰিবলৈ গৈছে; কোনোৱে পঢ়িবলৈকে গৈছে; কোনোৱে কোনো আপীচত কাম বিচাৰিয়েই ফুৰিছে; কোনোৱে কুলি, মিস্ত্ৰী আদি কামকে কৰিছে; কোনোৱে বেহা-বেপাৰ কৰিছে; কোনোৱে জুৱা খেলি সৰ্ব্বস্বান্ত হৈছে; কোনোৱে বদ্‌চলাহত ফুৰিছে, ইত্যাদি ৰকমে সকলোৱে জীবিকাৰ কাৰবাৰ কৰিব লাগিছে, বা বক্তৃতাদি দ্বাৰা সাহিত্য বিজ্ঞান ধৰ্ম্মালোচনা

কৰি শিক্ষা বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু গাঁৱত এই সকলোবোৰৰ অভাৱ। এই হেতুকে গঞাইঁতৰ খোৱা লোৱা সামান্য গৃহস্থালী চিন্তাৰ বাহিৰে ওখ আকাঙ্ক্ষা, মাৰ্জ্জিত বুদ্ধি হোৱা সুকঠিন, আৰু এই হেতুকে সিইঁতৰ ভিতৰত কুচিন্তা কদাভ্যাস আদি সহজে ঠাই পায়। সিইঁতৰ নৈতিক কি মানসিক বৃত্তিবোৰ কলুষিত কৰে। গাঁৱত দেশাচাৰ অতি প্ৰৱলৰূপে চলিব লাগিছে; কোনোবে তাৰ অন্যথা আচৰণ কৰিলে বা কৰা গম পালে গঞাইঁতে তাৰ ওপৰত বিষম অত্যাচাৰ আৰম্ভ কৰে; এতেকে সমাজ সংস্কাৰ কি কোনো উদাৰনীতি চলাবলৈ হলে নগৰেই পথ প্ৰদৰ্শক হব লাগিব. কাৰণ নগৰত থকা মানুহবিলাকে অনেকৰ লগত ফুৰি-চাকি দেখি শুনি দকৈ গমি চাব পৰা হয় আৰু সমাজৰ দোষবিলাক শুধৰাবলৈ যৎপৰোনাস্তি যত্ন কৰিব পাৰে। গঞাইঁতৰ নিজে স্বাধীনভাৱে সকলো বিষয় বিচাৰ কৰিবৰ ক্ষমতা জন্মিবলৈ আৰু অনেক দিন আছে; বিদ্যা শিক্ষা অভিজ্ঞতাই এই কাৰ্য্য সাধিব পাৰিব। নগৰত দেশাচাৰৰ কোমোৰাবান্ধ ক্ৰমে মোকলি থাইছে আৰু কালত সমাজ উচ্ছৃঙ্খলতাত পৰিণত হব যেন অনুভৱ হয়। বিহক শিক্ষিত ডেকাসকলে মন কাণ দি নিজৰ দায়িত্ব বুজি আৰু কৰ্ত্তব্য স্থিৰ কৰি চলিলেই স্বদেশৰ প্ৰকৃত উন্নতি সাধন যে কৰিব পাৰিব আমি এই বিষয়ে অলপো সংশয় নকৰোঁ।

শ্ৰীউপেন্দ্ৰনাথ বৰুৱা।

---

## বসন্ত।

বসন্ত! তোমাক মই বৰ ভাল পাওঁ,
জগত ভুলোৱা ৰূপ দেখি ভোল যাওঁ।
নতুন পাতেৰে বন্ধা থোপা মনোলোভা,
সুগন্ধি ফুলৰ চাকি তাতে ধৰে শোভা!
মলয়াৰ পৰশত নচা হালি জুলি,
জোনালি বসনে ধৰে হিয়াখনি ভুলি।
মন্ত্ৰমুগ্ধ সৰ্পপ্ৰায় একেথাহে চাওঁ,

বসন্ত ! তোমাক মই বৰ ভাল পাওঁ।
শীতৰ চেপাত মোৰ লেৰেগা শৰীৰ,
নেদেখি তোমাৰ জ্যোতি চিন্তাত অধীৰ।
বছৰেক বাট চাই আছিলোঁ। ভাগৰি,
চিন্তা-নিহালীৰে ঢকা পাটীত বাগৰি।
এতিয়া তোমাৰ ৰূপ—সৌন্দৰ্য্যৰ খনি,
চাই আনন্দেৰে মোৰ ভৰে হিয়াখনি।
অনুপম শোভাৰাশি দিন-ৰাতি চাওঁ,
বসন্ত ! তোমাক মই বৰ ভাল পাওঁ।
ফুলিয়ে তোমাৰ মন তোষে গীত গাই,
কবিয়ে নীৰৱে ৰহি সৌন্দৰ্য্য বৰ্ণায়।
সংযমী ঋষিয়ে ভুলি তোমাৰ শোভাত,
ভাবগ্নৰে সাম-গান গায় উলাহত।
বাসন্তী বায়ুৰ মৃদু তৰঙ্গ হিল্লোলে,
নচুৱাই পুখুৰীৰ প্ৰফুল্ল কমল।
চাই সুখ-তৰঙ্গেৰে হিয়া ওপচাওঁ,
বসন্ত ! তোমাক মই বৰ ভাল পাওঁ।
শীত বৰষাত দুই আঙিকে জুৰুলা,
তযু আগমন ভাবি হওঁ জলা-কলা।
ভাবোঁ মনে মনে, "শীত বৰ্ষা দূৰ হোক,
বাসন্তী শোভাৰে মোৰ অন্তৰ ভৰোক।"
কৰিবা নে কৃপা তুমি দানি স্বৰ্গ সুখ ?
থাকিবা নে চিৰকাল বিতৰি আলোক ?
থাকা তুমি ; চাই চাই সুখ-গীত গাওঁ,
নবীন ভাবেৰে মোৰ হিয়া ওপচাওঁ।

শ্ৰীদণ্ডীনাথ কলিতা।

## ৰূপাবৰ বৰুৱাৰ সাৱঁৰণি ।



দীঘলা। "মইমত! এইখন কি ভুল লেখিছ? তোৰ বিদ্যা বুদ্ধি থাকিলে হে শেখিবৰ নিয়ম চুকি পাবি?"

গাখলু।—"বোলোঁ সেইদেখি হে জখলা লগাইছোঁ; উঠি গৈ তোমাৰ সেই ওলমি থকা বিদ্যাৰ বিচনীখন ধৰি জুৰাই দিলে বিজানি অলপ বিদ্যাৰ বা পাৱেঁই!"

---

## চন্দ্ৰা ৰাধাৰ দন্দ ।

### গীত ।

( বেহাগ—খেমটা )

ভাই কিয় গালি পাৰি যায়?
মোৰ পদুলিত চন্দ্ৰাই কিয় মুখ বজায়?

দন্দুৰী নহওঁ ৰাধা,
পাই মোক গোটেই “চিধা,”
যি আছে মুখত কৈ দিয় ফকৃককায় ?
পাৰে নিয়ক কৃষ্ণক মাতি,
ৰাধাৰ গাত কি হব মাটি ?
খোচোনাত কাহ্নুক ৰাধাই লুকাই থোৱা নাই।
যাৰ বস্তু তাৰ হবে,
তাইৰ কিয় চকু পোৰে ?
সেইজনীৰ মুখত জানো লাজ-কাজ নাই !

শ্রীকৃপাবৰ।

---

# মোৰ দেশ।

(গীত)

(ইংৰাজী সুৰ)

অ মোৰ আপোনাৰ দেশ !
অ মোৰ চিকুণি দেশ !
এনেখন সুৰলা,
এনেখন সুফলা,
এনেখন মৰমৰ দেশ ॥

অ মোৰ সুৰীয়া মাত !
অসমৰ সুৱদি মাত !
পৃথিবীৰ কতো
বিচাৰি জনমটো
নোপোৱাঁ কৰিলেও পাত ॥

অ মোৰ ওপজা ঠাই !
অ মোৰ অসমী আই !
চাই লওঁ তোমাৰ
মুখনি এবাৰ,
হেঁপাহ মোৰ পলোৱা নাই ॥

অ মোৰ আপোনাৰ দেশ !
অ মোৰ সুকীয়া দেশ !
ধা ভা ভা, ধা ভা ভা,
ভা ভা ভা, ধা ভা ভা,
ধা ভা ভা, মৰমৰ দেশ ॥

শ্ৰীৰূপাবৰ।

---

# বিলাতৰ চিঠি।

এই চিঠিবোৰ লেখি থাকোঁতেই Inns of Courtৰ নিয়ম অলপ সলনিছে। আগেয়ে Inns of Courtৰ কথা লেখিছিলোঁ। সেইদেখি আমি এই নতুন নিয়মৰ কথা অলপ কৈ থওঁ। এই নতুন নিয়ম অলপতে আৰম্ভ হব। পুৰণি নিয়ম অনুসাৰে এণ্ট্ৰেন্চ পৰীক্ষাত উত্তীৰ্ণ হৈয়েই Innত ভৰ্ত্তি হব পৰা গৈছিল। এই নতুন নিয়ম অনুসাৰে ভাৰতীয় বিশ্ববিদ্যালয় এটিৰ "গ্ৰেজুৱেট" নহলে Innত ভৰ্ত্তি হব নোৱাৰি, নহলে লণ্ডনৰ "মেট্ৰিকিউ-লেচন" অথবা আন কোনো এনে এটা পৰীক্ষা দি হে ভৰ্ত্তি হব পৰা যাব। সেইদেখি ইয়াৰপৰা "বি এ" পৰীক্ষাত উত্তীৰ্ণ হৈ হে এতিয়া আমাৰ লৰাবোৰ ইংলণ্ডলৈ যোৱা উচিত। ইয়াৰপৰা যিমান দুৰ পৰা যায় শিকি পঢ়ি হে য়ুৰোপলৈ যোৱা উচিত,—লৰা বেৰিষ্টৰ হবলৈকে যাওক কি আন কোনো ব্যৱসায়কে শিকিবলৈ যাওক। যদি এনে কোনো ধনবান থকা মানুহ আছে যি অতি সকতে লৰাক পঠাব পাৰে, তেনেহলে তেওঁক আমি লৰাক এবাৰ বাৰ বছৰমান বয়সত পঠাবলৈ কওঁ। তেতিয়া হলে লৰাক

স্তান্ত ইংৰাজী স্কুলৰপৰা পঢ়ি যাব পাৰি। তাৰ ইংৰাজী স্কুলত পঢ়া এটা বৰ শিক্ষা।

আমি যেতিয়া প্ৰথমে বিলাতলৈ যাওঁ তেতিয়া আমাৰ বয়স পোন্ধৰ বছৰ আছিল। দুবছৰমান লণ্ডনৰপৰা ত্ৰিশ মাইল দূৰৰ চেলেমচফৰ্ড (Chelms ford) বুলি এখন ঠাইৰ স্কুলত আছিলোঁ। দহ এঘাৰমান বছৰত আমি সেই স্কুললৈ যোৱাহলে আমাৰ শিক্ষাৰ আৰু উন্নতি হলহেঁতেন। যিখিনি কাল সেই স্কুলত আছিলোঁ সেইখিনি কালত বহুতো শিক্ষা আমাৰ হৈছিল। দহ এঘাৰ বছৰত যেনেকৈ নতুন এটা বস্তু শিকা যায় বয়স বেছি হলে তেনেকৈ নেযায়। তাত গৈ দেখিলোঁ যে থাৰ্ড ফৰ্থ ফৰ্ম্মৰ (অৰ্থাৎ আমাৰ ষষ্ঠ পঞ্চম শ্ৰেণী) লৰাই Chemistry, Physics, পঢ়ে। ইংৰাজী কিতাপ প্ৰায় একে, অঙ্ক আমাৰ ইয়াৰ দৰেই। সেইদেখি যেতিয়া সেই ইস্কুলৰ ছিক্‌চ্‌থ ফৰ্মত (আটাইতকৈ ওখ শ্ৰেণীত, এই ধৰক আমাৰ প্ৰথম শ্ৰেণী,) ভৰ্ত্তি হলোঁ, (কিয়নো, তলৰ ক্লাচত ভৰ্ত্তি বয়সৰ নিমিত্তে হব খুখুজিছিলোঁ। হেড মাষ্টৰে আমাক ভাৰতবৰ্ষীয় লৰা দেখি সেই শ্ৰেণীত ভৰ্ত্তি কৰাই দিলে।তেতিয়া আমি ডবল পৰিশ্ৰম কৰি নতুন নতুন বিষয় শিকিব লগীয়াত পৰিলোঁ,—যেনে লেটিন্, ফ্ৰেঞ্চ, মিকেনিক্স, ইত্যাদি। সকতে যোৱা হলে এইবোৰ বিষয় আমাৰ টান নেলাগিলহেঁতেন। সেইদেখি আমি কওঁ স্কুলত দিব লাগিলে লৰাক দহ এঘাৰ বাৰ বছৰমানত পঠাব লাগে; তেতিয়াহলে লৰাই তাৰ নিয়মেৰে সুন্দৰৰূপে শিক্ষা পাব পাৰে।

ইংলণ্ডীয় বতৰৰ কথা আমি আগেয়ে অলপ উন্মুকিয়াইছোঁ। ইংলণ্ডীয় বতৰ এটি অত্যাশ্চৰ্য্য পদাৰ্থ। এদিনতে নানান ৰকম বতৰৰ নমুনা পোৱা যায়। সেই দেশৰ মানুহে দেখা হলেই বতৰৰ কথা কৰই কৰ; যেনে, "Fine day," "wretched day," "rather cold for the year." "glorious weather," "Quite seasonable," "rather warm" ইত্যাদি। এই বতৰৰ বিষয়ে দিনে যে কিমান আলোচনা আৰু কথা বতৰা হয় তাৰ লেখ জোখ নাই। আপুনি এখন দোকানলৈ সোমাই হয় তো আধা পেনীৰ কাগজ কিনিব, কিন্তু দোকানদাৰ কি দোকানদাৰনীয়ে ভত্ৰ হলেই, আপোনাৰে সৈতে, বাজি বাখিব পাৰোঁ, বতৰৰ কথা কৰই কৰ। তাৰ পাছত হয়তো তাৰ

ওচৰৰে এখন দোকানত আপোনাৰ হেঁপাহৰ (favourite) বপাত কিনি-বলৈ যাব, আকৌ weatherৰ কথা। হয়তো afternoon tea partyলৈ আপোনাৰ নিমন্ত্ৰণ, বহুতো ভিৰুভাৰ সমাগম; "aren't we having wretched weather miss?—উত্তৰ "Oh wretched isn't the word," অথবা "Isn't it wretched?" আমাৰ অৰ্দ্ধশিক্ষিত মানুহেও আমাৰ দেশত ইংৰাজী নিয়ম অনুকৰণ কৰি "weather"ৰ কথা কয়। আমাৰ weather তেনে পৰিবৰ্ত্তনশীল নহয়, সেইদেখি সেই নিয়ম ইয়াত নেখাটে। কিছুদিনৰ আগেয়ে বিলাতৰপৰা আমি এবাৰ উভতি আহোঁতে কলিকতাত এজন শিক্ষিতা গাভৰু ছোৱালীৰ সৈতে চিনাকি হোৱাৰ পাছতেই তেওঁ আমাক সুধিলে "What do you think of the weather"? তাৰ ভদ্ৰোচিত যি উত্তৰ দিব লগীয়া দিলোঁ। আন এজন "বিলাত ফেৰতৰ" পৰা শুনিলোঁ সেই ভদ্ৰমহিলাজনে তেওঁৰে সৈতে চিনাকি হোৱাৰ পাছতেই আমাক সোধাৰ দৰেই তেওঁকো সেই একে প্ৰশ্ন সুধিছিল। আমি ইয়াত অলপ হাঁহিলোঁ। আন এদিন এটি সান্ধ্যসন্মিলনত আকৌ সেই মহিলাজনৰে সৈতে দেখা হোৱাত আকৌ সেই প্ৰশ্ন "What do yon think of the weather?" সেইখিনি সময়ত এই বিষয় লৈ আমাৰ ভিতৰত এটা হাঁহিৰ কথা হৈ পৰিছিল।

ইংলণ্ডলৈ গলে এটি কথা বৰ কাণত লাগে,—সেই কথাটি "থেঙ্ক ইউ' (Thank you); যেতিয়াই তেতিয়াই "থেঙ্ক ইউ"; বাপেক মাকে পুতেক জীয়েকক, পুতেক জীয়েকে বাপেক মাকক, ভিনীয়েকে ভৈণীয়েকক, ভৈণী-য়েকে ভিনিয়েকক, বন্ধুৱে বন্ধুক, এনে কি চাকৰ চাকৰনীকো, "থেঙ্ক ইউ" দিব লাগে। এটা বস্তু আপুনি এজনক দিলে তেওঁ কব "Thank you"; আকৌ আপোনাৰ বস্তুকে আপোনাক তেওঁ ঘুৰাই দিলে আপুনি কব "Thank you"। "Thank you" নোকোৱাটো বৰ অভদ্ৰ কাম। বাটত বৰ ভিৰ, আপুনি ভিৰ ঠেলি যাব খোজে; সেইখিনি সময়ত "Will you let me pass, please" কোৱাটো কথা বহুতে কেবল "Thank you" কৈয়েই সাৰে। এই "থেঙ্ক ইউ" কোৱা অভ্যাস ভাত সাত আঠ দিন মানতে হৈ যায়। ৰেলত টিকিট কিনোতে "Thank you", আপুনিও "থেঙ্ক

ইউ" শুনিলেও "থেঙ্ক ইউ"। কোনো এটা কাম কৰিলেই "থেঙ্ক ইউ"। প্ৰথমে ইয়াৰপৰা বোৱা মানুহৰ কাণত এই কথা বৰ বাজে। তাৰ কোনো মানুহে "থেঙ্ক ইউ"ৰ "থেং ডোখৰ মুখৰপৰা নুলিয়ায়েই, "কিঙ" কৈয়েই সাৰে।

তাৰ "ছোটলোকৰ" মাত বুজা টান। এই মাত বুজাটো কালত সহজ হৈ যায়। সিহঁতৰ ভিতৰত এজনে এজনৰ লগত কথা কোৱা শুনিবলৈ বৰ "মজা"। আধা কথা মুখৰ ভিতৰতে থাকে, তেও সিহঁতৰ বুজাত কোনো ব্যাঘাত নহয়। নাকৈ প্ৰথমতে আপুনি বিলাতলৈ গলে ভাবিব ইহঁতে কি বেবেৰিবাং বকিছে। আমাৰ ইয়ালৈ Soldier, Sailor যি শ্ৰেণীৰপৰা আহে সেই শ্ৰেণীৰ মানুহৰ এনেকুৱা কথা। ভদ্ৰ মানুহৰ কথা বুজা তেনে টান নহয়। কোনোৱে ইমান লাহে লাহে আৰু স্পষ্টকৈ কয় যে বুজিবলৈ অলপো কষ্ট নহয়। তিকতা মানুহৰ কথা মুনিহ মানুহতকৈ স্পষ্ট। ইংৰাজী শিকিবলৈ হলে তিকতা মানুহেৰে সৈতে কথা কোৱা উচিত;—সেইবুলি অশিক্ষিত তিকতাৰ লগত আমি কথা কবলৈ নকওঁ। আৰু এটি কথা এইখিনিতে কৈ থওঁ,—Stage, Pulpit আৰু Bar এই তিনটিৰ style ইংৰাজী ভাষাৰ প্ৰধান আদৰ্শ। সেইদেখি থিয়েটৰলৈ, গিৰ্জ্জালৈ, প্ৰধান বিচাৰালয়বোৰলৈ আমি আমাৰ দেশৰ লৰাক যাবলৈ উপদেশ দিওঁ। এইবোৰ ঠাইলৈ গলে এজন মানুহ দলগৰ্দ্ধ হলেও কিছু নিশিকি নোৱাৰে। থিয়েটৰৰ বিষয়ে পাছত সময় পালে লেখিম। ইয়াকে এতিয়া কৈ থওঁ, আমাৰ ইয়াৰ থিয়েটৰ আৰু তাৰ থিয়েটৰৰ ভিতৰত বহুতো প্ৰভেদ।

গল বাৰৰ (অৰ্থাৎ বহাগ মাহৰ) "বাঁহীত" ব্ৰাইটনৰ বিষয়ে ওলাইছিল। ব্ৰাইটনত চাবলগীয়া বস্তু বহুতো আছে। পীয়েৰলৈ পুৱা গধূলি যাব লাগে, তাত বেণ্ড বাজে। কাপোৰ-কানিৰ আড়ম্বৰ তাত বহুত,—অৱশ্যে যাৰ যাৰ পয়চা আছে তাৰ তাৰ। যাৰ ৰূপবান নাই তাৰ বেলেগ কথা। সমুদ্ৰতীৰৰ বাটৰ ওপৰত এডোখৰ ঘাঁহ থকা ঠাই (Lawn) আছে, সেই ঠাইডোখৰৰ নাৰ Brunswick Lawn! এই Lawnত দেওবাৰে পুৱা গিৰ্জ্জাৰ পাছত ১২ মান বজাত, গোটেই পুৱাটোৱেই একৰকম চাবলৈ গলে, কাপোৰ-কানিৰ ধূম চাব লগীয়া। সূৰ্য্যৰ তাপ ঢকা ছাতিৰ (Sunshade) বৰণৰ কি ধুন! সেই

সুন্দৰ কাপোৰ-কানি পিন্ধা সুন্দৰ মানুহৰ ওচৰত মাজত খোজকাঢ়ি সমুদ্ৰতীৰৰ 'ওজন (Ozone) খাই শৰীৰ আৰু মনক সুস্থ কৰা বৰ তৃপ্তিকৰ। সমুদ্ৰতীৰৰ ঠাইলৈ যোৱা মানে ফুৰা, কেৱল বাহিৰত থাকি শৰীৰক সবল কৰা আৰু মনক তৃপ্তি কৰা,কেৱল এই কাম। বহাৰৈ কেৱল খাবলৈ হে যোৱা হয়। আপোনাৰ যদি ইচ্ছা হল আপুনি ল্যাণ্ডো গাড়ী কেবেয়া কৰি ফুৰিব পাৰে; আৰু ডাঙৰ ডাঙৰ গাড়ীতো বহুতো মানুহ যাব পৰা কৰি যাব পাৰি। এই মনত কৰক ৮।৯ মাইল এক ছিলিং গাই পতি দি ঘূৰি আহিল। ওচৰত হয়তো এটা পুৰণা দুৰ্গৰ ভগ্নাৱশেষ আছে, গাইপতি, মৰক, অশ্ব যোৱাৰ খৰচ দু ছিলিং। আপুনি দু ছিলিং দি হয় তো ২০।২৫ মাইল ফুৰি আহিল। এই দু ছিলিং আপোনাৰ নিজৰ কেৱল কেবেয়া গোটেই গাড়ীখনৰ কেবেয়া নহয়। এনেকৈ আপুনি Devils Dyke বুলি ব্ৰাইটনৰ ওচৰত এটি ঠাইলৈ যাব পাৰে। তাত সুবিস্তীৰ্ণ মুকলি ঠাই,—ছুয়োপিনে ওখ ঠাই এডোখৰ আছে;—পৰ্ব্বতেই একৰকম; তাৰ মাজৰ valley ডোখৰত ফুৰিবলৈ ভাল। ইয়াত চাহ খাবৰ ঠাই আছে আৰু আমোদ প্ৰমোদৰ নানান উপায় আছে; যেনে বন্দুক মৰা ঠাই (সকসুৰা shooting range); নাৰিকলেদি দূৰৈৰ আৰু এটা নাৰিকলক মাৰিবলৈ চেষ্টা কৰা, ইত্যাদি। এই Devils Dykeতে নামজলা বুঢ়া এজনী (Gipsy Lee) আছিল। এই জিপচী জনীয়ে হাত চাব পাৰিছিল। মিছা নে সঁচা কব নোৱাৰোঁ, বোলে ডিউক অব ক্ল্যাৰেন্‌চক মৃত্যুৰ কথা তেওঁৰ মৃত্যুৰ আগেয়ে তাই কৈ দিছিল। আজি ইয়াৰলৈ কাইলৈ তালৈ, আপুনি যদি এসপ্তাহৰ নিমিত্তে যায়, এসপ্তাহ যে কোনপিনে কেনেকৈ উৰি গল আপুনি কবকে নোৱাৰিব।

এই ব্ৰাইটনতে (আচলতে Hoveত) Sussex County Cricket Ground। ইয়াৰ উল্লেখ কৰিছোঁ কিয়নো ইয়াতে প্ৰথমে আমি ভাৰতৰ গৌৰৱ "ৰণজি"ক ক্ৰীকেট খেলা দেখিছিলোঁ।। ৰণজি Sussex Cricket Clubৰ কাপ্তেন আছিল। ই এটি গৌৰৱৰ বিষয়। তেওঁ কাপ্তেন কেবা বাৰো হৈছিল। ৰণজিৎ সিংহ, আজি কালি এওঁ জামনগৰৰ ৰজা, ক্ৰীকেট খেলৰ ৰজা। তেওঁৰ দৰে Batsman বিৰল। ৰণজিয়ে হাতত বেট লৈ "ফীল্ড"লৈ ওলালেই আটাইবে মুখত "Oh, Look, look, theres Ranji"

"Doesn't he bat gracefully?" "What touch" "What fine twist" ইত্যাদি ইত্যাদি। এবাৰ বেটেৰে বলটো চুব হে লাগে—"বাউণ্ডেৰী"। তেওঁ সঁচাসঁচিকৈয়ে আমাৰ গৌৰৱ। আপোনাসকলৰ কোনোৱে তেওঁ কলিকতালৈ অ'হোঁতে বোধ কৰোঁ দেখিছে। তেওঁ প্ৰিন্চ, ব্যাটচমেনৰ ভিতৰতো তেওঁ প্ৰিন্চ। আৰু এটি কথা এইখিনিতে উল্লেখযোগ্য। বিলাতত জহকালি ক্ৰীকেট খেলে, জাৰকালি ফুটবল; ইয়াত ঠিক তাৰ ওলোটা। আমাৰ লবাই বিলাতলৈ গলে ক্ৰীকেট ফুটবলৰ বিষয়ে ইংৰাজীত যাক interest বোলা কয় তাক লোৱা উচিত; পাৰিলে খেলাও উচিত। ব্ৰিটিচ জাতিৰপৰা এইবোৰ খেলাৰ বিষয়ে আমাৰ বহুতো শিকিব লগীয়া আছে। শিকিব লগীয়া বুলি মনে মনে থাকিলে নহয়, আচলতে সঁচাসঁচিকৈ শিকিব লাগে। ব্ৰিটিচ জাতিয়ে আমাৰ ভাৰতবৰ্ষৰেপৰা (Polo) পলো শিকিছে,—সেই Polo আমি দেশীয়ই কিমান খেলোঁ হক আৰু সিহঁতে কিমান খেলে! আমাৰ দেশত নাইকিয়া বস্তু নাই—আটাইবোৰ আছে—আমি সেইবোৰৰ ব্যৱহাৰ হে নেজানো। যি বস্তু আমাৰ আছে নিজৰ আছে, তাৰ সদ্ব্যৱহাৰ শিকা ভাল আৰু আন জাতিৰ ভাল বস্তুবোৰো আনি এই দেশত সুবিধা কৰি ব্যৱহাৰ কৰা উচিত। ভাৰতবৰ্ষই পৃথিবীৰ আন সভ্যজাতিৰ ভিতৰত ঠিক ন্যায্য স্থান অধিকাৰ যাতে কৰে সেই বিষয়ে আমাৰ চকু ৰখা উচিত। বৰ কাপোৰ লৈ জুইৰ ওচৰত বহি গপ মাৰিলে নচলে। কাম, কৰিব লাগে। বহি থাকিলে কাম নচলে। এই বিষয়ে আমাৰ ডেকা বুঢ়া আটাইৰে চোৱা উচিত। আমাৰ আসামত "ৰণজিৰ" দৰে দেশৰ মুখ উজ্জলাবলৈ মানুহ লাগে।

ইংৰাজী স্কুলত "Sports"ৰ (ক্ৰীকেট, ফুটবল, "দৌড়াদৌড়ি" ইত্যাদি) বৰ প্ৰাদুৰ্ভাৱ। এদিন হয়তো বতৰ ভাল হল, হেডমাষ্টৰে সেই দিনা ছুটী দিয়ে;—খেলিবৰ নিমিত্তে ছুটী। আমাৰ স্কুলত Summer Term ত এনে ছুটী আমি বহুতো পাইছিলোঁ। এইবোৰ কাৰণৰ নিমিত্তে ইংলণ্ডীয় লৰা প্ৰায় সবল সুস্থশৰীৰৰ হয়। এই খেলৰ সময়ত মাষ্টৰ ছাত্ৰৰ বন্ধুভাৱ, আৰু স্কুল-ঘৰত আকৌ যেনে শিক্ষক ছাত্ৰৰ সম্বন্ধ হোৱা উচিত তেনে ভাৱ। দুখৰ বিষয় আমাৰ দেশৰ শিক্ষকে লৰাবে সৈতে খেলক ছাৰি তালকৈ

কথাকে নকয়, গম্ভীৰ মূৰ্ত্তি ধাৰণ কৰে। শিক্ষক আৰু ছাত্ৰৰ এই সুহৃদভাব আমাৰ দেশত লাগে। এই সুহৃদভাব থাকিলে শিক্ষকে আমাৰ লৰাৰ লগত খেল খেদিব পাৰে আৰু সেইৰূপে শিক্ষকৰ শৰীৰো সবল সুস্থ হব ছাত্ৰৰ শৰীৰ তো হবই। আমাৰ শিক্ষকে যেন বাঁহৰ চেকনি এৰি তেওঁৰ ছাত্ৰক বন্ধুভাৱে দেখি শিক্ষা দিয়ে তেওঁৰ ওচৰত আমাৰ এই খাটনি।

আৰু এটি কথা, এই সংসাৰ-ক্ষেত্ৰত সবল সুস্থ শৰীৰ নহলে কি পুৰুষ কি তিকতা তেওঁৰ জীয়াই থকাই বিড়ম্বনা। নিজৰ শৰীৰ যাতে সুস্থ থাকে সেইপিনে আমাৰ লৰাবোৰে আৰু অভিভাবকসকলে চকু ৰখা উচিত। লেটিনত কবলৈ গলে আমাক "Mens sana in corpore sano" লাগে—অৰ্থাৎ Healthy mind in a healthy body লাগে। সবল সুস্থ মনৰ লগত সবল সুস্থ শৰীৰো লাগে। আমাৰ দেশৰ বিদ্বান মানুহসকলক অজীৰ্ণ আদি পেটৰ বেমাৰবৰপৰা কষ্ট পোৱা দেখা যায়; তাৰ কাৰণ তেওঁলোকে মনৰ শক্তিক যেনেৰূপে সঞ্চালন কৰে শৰীৰক সেইৰূপে সঞ্চালন নকৰে।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# পুৰণি কথাত নতুন ৰং।

আজি মাহচেৰেকৰপৰা "বাঁহী"ত আহোমৰ বিষয়ে পোটাচেৰেক আঁহফলা প্ৰবন্ধ প্ৰকাশ হৈছে। প্ৰবন্ধ কেইটাত, খৰিবলৈ গলে, জানিব লগীয়া নতুন কথা একো নাই; আগেয়ে আলোচনা কৰা পুৰণি কথাৰে পুনৰুক্তি হৈছে মাথোন, আৰু তাত আঁহফলা ভাবৰ নতুন ৰং লগাই তাক আসামৰ এটা শকত সমাজৰ অন্তৰত আঘাত লগা কৰা হৈছে। ইয়াৰ ফল আন যি নহওক, পছিমৰ কালে আৰু বঙ্গদেশত বামুণ, ক্ষত্ৰিয়, বৈশ্য,

---

* এই প্ৰবন্ধ অলপো সৰচৰ নকৰাকৈ ছপাজো।—সম্পাদক।

কায়স্থৰ বেলেগ বেলেগ সমাজ হৈ, আৰু হিন্দু মছলমানৰ মাজত মনান্তৰ ঘটি ভাৰতীয় সমাজ দুৰ্ব্বল হোৱাৰ দৰে, আসামৰ বামুণীয়া আৰু আহোমীয়া সকলৰ ( যি বৰ্ত্তমান অকলে গোটেই অসমীয়া জাতিৰ অৰ্দ্ধেকৰো অধিক ) মাজত মনান্তৰ ঘটি উঠি অহা অসমীয়া জাতিটো অকালত দুৰ্ব্বল হয় বুলিহে আশঙ্কা। এই বিষয়ে আমাৰ মতামত সম্প্ৰতি বহলাই কবৰ মন নাই, লিখোঁতাই নিজে আৰু চিন্তাশীল পাঠকসকলে "বাঁহী"ত প্ৰকাশ হোৱা "মৈদাম", "জগত সৃষ্টিৰ বিষয়ে আহোম শাস্ত্ৰৰ মত'ৰ তলত সম্পাদকৰ টিপনি, "আহোম" শীৰ্ষক প্ৰবন্ধ এইবিলাক মনপাৰি পঢ়িলেই ওপৰুত কোৱা আশঙ্কাৰ বিষয়ে ভালকৈ বুজিব। লিখাৰ ধাৰ বুজা পাঠক মাত্ৰেই বুজিছে যে, "মৈদাম" সপোনৰ আবেশে লিখোঁতাৰ আন্তৰিক ভাবৰ বিকাশ মাথোন। "এই সপোনৰ সামৰণিত প্ৰবন্ধ লিখোঁতাই আহোম ৰাজপৰিয়াল সমূলঞ্চে ধ্বংস হোৱাত যি অনুপম সুখ অনুভৱ কৰিছে, আহোম শাস্ত্ৰৰ মতৰ ওপৰত যি ইতিকিং কৰা হৈছে, "আসামত আহোমৰ গুৰি ডোখৰ" সম্পৰ্কে যি মন্তব্য খটোৱা হৈছে তাক অলপ গমি পঢ়িলেই ওপৰত কোৱা কথাৰ ভাব ভালকৈ বুজিব পাৰিব।

যি আহোমৰ শাসনাধীনত প্ৰায় ৬০০ বছৰ কটাই সিদিনা মাথোন ( এটা শতাব্দীও পূৰ্ণ নৌ হয় ) আন এজাতিৰ শাসনৰ তললৈ যোৱা হৈছে, যি আহোম ৰাজদত্ত খিতাপেৰে অজিও অসমীয়া ডাঙৰীয়াসকলে ৰাজকীয় মৰ্য্যাদাৰ চিনাকি দি গৌৰৱান্বিত হয়, আহোম ৰাজপ্ৰদত্ত ব্ৰহ্মোত্তৰ দেবোত্তৰ মাটিৰে আজিও আসামৰ অনেক বামুণ, গোঁসাই, মহন্ত প্ৰবৰ্ত্তিব লাগিছে সেই আহোমৰ ৰাজপৰিয়াল ধ্বংস বা নিৰ্ব্বংশ হোৱাত আজি ইমানটো আনন্দ! যি আহোমক সন্মানৰ বাছনি শব্দেৰে হে সম্বোধন কৰা হৈছিল, আজি সেই আহোমক "ইহঁত" "সিহঁত" কৰিবলৈ ইমানটো আগ্ৰহ!

ধৰ্ম্ম বিষয়ক কথা মাত্ৰেই সকলো জাতিৰ শাস্ত্ৰতে কম-বেচি কিছুমান অলৌকিক বৰ্ণনা থাকেই,—বামুণীয়া শাস্ত্ৰও এই নিয়মৰ বাজ নহয়; পিচে আহোম শাস্ত্ৰৰ তেনে বৰ্ণনাত ইমান বিৰক্তি কিয়?

তাঁহানি চিলাৰায়ৰ বিৰুদ্ধে আহোম ৰজাৰ ফলীয়া কিছুমান কছাৰি, বৰাহী চুটীয়া ইত্যাদি মানুহে লগুণ পিন্ধি কপিলাৰ ওপৰত উঠি যুদ্ধযাত্ৰা

কৰি বিনাযুদ্ধে জয়লাভ কৰি পিচত সেই লগুণৰ মায়া এৰিব নোৱাৰি অসমৰ বামুণৰ "আল" বঢ়োৱাৰ দৰে বিজিত জাতিৰ অসমীয়া মানুহে আহোমৰ ঠাল-ঠেঙুলি বঢ়োৱাটো মিছা নহয় ;—কিন্তু আচলতে আহোমৰ লেখ বঢ়াইছে আজিকালি শিষ্যৰ কৰপ্ৰত্যাশী কিছুমান গোসাঁই মহন্তই হে। শুধ বামুণ কায়স্থ অসমলৈ অহাৰ লেখ যেনে তাকৰ, শুধ আহোমৰ লেখো সেই দৰেই তাকৰ আছিল সঁচা, আৰু তুয়ো বিধৰে অসমত একে নিয়মেই বংশবৃদ্ধি হোৱাটোও সঁচা,—আজিকালিৰ সকলোটি শুধ নহয়।

অনুমানত ধৰা বুৰঞ্জীৰ তথ্য গ্ৰাহ্য নহয় ; তেনে তথ্য অন্ধকাৰ যুগত এৰি থোৱা হে আজিকালিৰ প্ৰচলিত ৰীতি। খৃষ্টাব্দৰ প্ৰায় ৬০০ বছৰৰ পূৰ্ব্বে ( খৃঃ পূঃ ) বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ হয়। আহোমৰ আদি পুৰুষসকল খৃষ্টাব্দৰ ষষ্ঠ শতিকামানত ( বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ ১২০০ বছৰৰ পিচে ) ব্ৰহ্মদেশৰ শ্যান প্ৰদেশ এৰি আহি, দ্বাদশ খৃষ্টাব্দত * ( বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ ১৮০০ বছৰৰ পিচে ) সৌমাৰত সোমায়হি। এনেস্থলত আহোমৰ পিচত হে ব্ৰহ্মদেশত বৌদ্ধধৰ্ম্ম প্ৰচাৰ হোৱা অনুমান টানি লওঁতে লিখোঁতাই বিশেষ গাৰ বল খটাব লগাত পৰিছে। আহোম বুৰঞ্জী আহোম ভাষাত হে পৰিপাটিকৈ লিখা আছে ; সেই ভাষা নজনাকৈ অৰ-তৰ বুটলা কথাৰে আহোম বুৰঞ্জীত অনুমানৰ ৰং লগোৱাতকৈ তাক আন্ধাৰত এৰি থোৱাই যুগুত।

সামৰণিত আশা কৰোঁ, ওপৰত কোৱা কথা কেই-আষাৰৰ বাবে "ধাহা"ৰ "আহোম" প্ৰবন্ধ লিখোঁতা যেন এই প্ৰবন্ধ লিখোঁতাৰ ওপৰত কষ্ট নহয় ; এই নিচিনা প্ৰবন্ধই আসামৰ বামুণ আৰু আহোমৰ মাজত বহল জান খোৱাই উঠি অহা অসমীয়া জাতিক দুৰ্ব্বল কৰাৰ আশঙ্কাত হে ইমানকে কোৱা হল।

শ্ৰীপদ্মনাথ বৰুৱা।

উত্তৰ,—

"টেম্পেষ্ট ইন্ এ টি পট্" বুলি ইংৰাজীত এটা কথা আছে ; তাৰ মানে, চাহ ভপভাই থোৱা টেকেলিৰ ভিতৰত ধুমুহা বতাহ মৰা। বৰুৱাদেৱৰ লেখা পঢ়ি, তাত সেয়ে হৈছে যেন আমাৰ মনত খেলাইছে। আমাৰ

* মাজতে এই দুশ বছৰ তেওঁলোক কত আছিল ? সম্পাদক।

প্ৰবন্ধবোৰত যদি জানিব লগীয়া নতুন কথা একো নাই তেন্তে বকৰাদেৱে সেইবোৰ নপঢ়ি এলাগতীয়াকৈ পেলাই থোৱাহেঁতেনেই তেওঁৰ গাৰপৰা লেঠাটো ছিগিলহেঁতেন; পঢ়ি পাহৰিলেও "হেঙ্গাম" মিটিলহেঁতেন। সেইবোৰ কথা যি নাজানে বা ভালকৈ নাজানে তেনে লোকলৈ হে অৰ্থাৎ বকৰাদেওতকৈ কম পণ্ডিত লোকলৈ হে (যাৰ লেখ অনেক) লেখা হৈছিল। এতেকে আমাৰ প্ৰবন্ধবোৰত বকৰাদেওলৈ নতুন কথা নথকাত আমাৰ যি ক্ৰটী তেওঁ ধৰিছে, আশা কৰোঁ এৰি দিব।

আমি কোনো প্ৰবন্ধত আঁহ-ফলা কথা লেখা নাই; সঁচা কথা আৰু বুৰঞ্জীয়ে প্ৰমাণ কৰা কথা হে লেখিছোঁ। বকৰাদেওৱে অনাহকত sensitive অৰ্থাৎ মোক ছুলে-ছুলে ধৰিলে-ধৰিলে জোকালে-জোকালে হৈ মিছা বিভীষিকা দেখিছে কিয়? "মৈদাম" যদিও গল্প, কিন্তু গল্পৰ ভাগ বাদ দিলে তাত নিখুঁত সত্য আছে। আগৰ কালত আহোম ৰজা সকলৰ মৈদামৰ ভিতৰত কি কি দিয়া হৈছিল সেই কথা সকলোৱে জানে; বকৰাদেৱে নজনা ভাও জুৰিলে চলিব কেনেকৈ? * মৈদামত দিয়া মানুহজনে তেওঁক জীয়াই জীয়াই মৈদামত সুমাই দি পোতা বাবে সৰ্গদেও সকলৰ ওপৰত খং আৰু ঘৃণা প্ৰকাশ নকৰি যে তেওঁলোকৰ প্ৰতি কৃতজ্ঞতা

---

* "They (Ahoms) bury their dead with the head towards the east, and the feet towards the west. The chiefs erect vaults for their dead, kill the women and servants of the deceased, and put into the vaults necessaries of various kinds, such as elephants, gold and silver vessels, carpets clothes and food. They fix the head of the corpse rigidly with poles, and put a lamp with plenty of oil; and a torch-bearer alive into the vault to look after the lamp. Ten such vaults were opened by order of the Nawab, and property worth about 90000 rupees was recovered"

Fathiyah I' Ibriyah

প্ৰকাশ কৰিব লাগিছিল সেইটো আমাৰ জনা নাছিল। গল্প আৰু নাটত নায়ক নায়িকা ভাৱৰীয়া ভাৱৰীয়ানীবিলাকৰ মুখত মাথোন প্ৰসংশাৰ বৰ-গীত দিয়াটোহে মুখ্যত সেইটোও নাজানিছিলোঁ। "জগৎ সৃষ্টিৰ বিষয়ে আহোম শাস্ত্ৰৰ মত" প্ৰবন্ধৰ টিপনীয়ে যে মকৰা দেওক সুৰুঙ্গমুৰাই ভেতৰ খং হে ভুলিলে সেইটোত অৱশ্যে আমি দুখিত হৈছোঁ। আপনৈ আমাৰ প্ৰবন্ধৰপৰা লোকৰ গাত দৈবাৎ সুৰুসুৰণি লাগিব পৰা ভেনে শুং শুচাই দিবলৈ যতদুৰ সাধ্য গাত লৈছোঁ। পৰমেশ্বৰে যদি Sense of humourৰ পৰা কাকো বঞ্চিত কৰে তেন্তে আমি নো কি কৰিব পাৰো? "আহোম" প্ৰবন্ধই কেনেকৈ কাৰ জগৰ লগালে আমি বুজিব নোৱাৰিলোঁ। "আহোমৰ শাসনাধীনত" আমি বুপা-ককাৰ দিনৰেপৰা থকা মানুহ, সেইদেখি মকৰা দেৱে তাৰ গুণ আৰু গৌৰৱ বখানি বক্তৃতা ফেৰা নিদিয়াহেঁতেনো কোনো হানি নাছিল; কাৰণ আমি সেইকথা মানো আৰু জানো; দিলে যেতিয়া সি কপালত আছিল বুলি আমি ধৰি লৈছোঁ। কিন্তু আহোম ৰজাসকলে ৬০০ বছৰ আমাৰ ওপৰত ৰাজত্ব আৰু অনুগ্ৰহৰ পুষ্পবৃষ্টি আৰু কেতিয়াবা

---

"About twenty years ago, several mounds, known to be the graves of Ahom kings, were opened and were found to contain, not only the remaims of the kings, but of slaves, male and female. and of animals that had been immolated to serve their masters in Hades; also gold and silver vessels food, raiment, arms, etc, were not wanting"—Colonel Dalton.

"The practice of burying persons in the graves of deceased notabilities was common amongst the Ahoms; and the dissatisfaction which led to Suramphas downfall was due, not to his following the old practice, but to the status of the proposed victims. When Pratap Singh's mother died, he entombed with her four elephants,ten horses and seven men."

GAIT'S History of Assam.

নিগ্ৰহৰ শিলামূৰ্ত্তি কৰাবাবে তেওঁলোকৰ বিষয়ে আমি আজিও ভাল মন্দ একো আলচ কৰিব নাপাম, এইটো কথা মানিব নোৱাৰোঁ।

বৰুৱাদেওৰ কথাৰ গতি দেখি আমাৰ মনত খেলাইছে যে প্ৰসংশা কৰিবলৈ নহলে আন কোনো প্ৰকাৰে কোনো বিষয়ত আহোমৰ বিষয়ে আলচ কৰাটো জগৰৰ কথা। আমি এতিয়াও "লাঙ্গি গদাপাণিৰ" ৰাজ্যতে আছোঁ হবলা ? আগৰ সৰ্গদেওসকলৰ বিচাৰ বিবেচনা আৰু দণ্ড এনে বিধৰ থকাটো আমি জানো, কিন্তু আজিকালিও যে আমি তাৰ হাত সাৰিব পৰা নাই সেইটো নাজানো।

"অনুমানত ধৰা বুৰঞ্জীৰ তথ্য" বৰুৱাদেৱে অগ্ৰাহ্য কৰিছে কৰক, তাত আমাৰ কবলৈ একো নাই। কিন্তু "অনুমানত ধৰা বুৰঞ্জীৰ তথ্য" কথাষাৰৰ আমি মানে চুকি এতিয়াও পোৱা নাই। সি যি হওক, সেই কথাত আমি যি "বিশেষ গাৰ বল খটাইছোঁ" বুলি তেওঁ কৈছে, সুখৰ বিষয় যে সেই বলত বল দিবলৈ আমি আসাম বুৰঞ্জীবিজ্ঞ ই, এ, গেইট চাহাবক পাইছোঁ। * আমি ধৰ্ম্মতঃ কৈছোঁ যে "আসামৰ বামুণ আৰু আহোমৰ মাজত বহল জান খোৱাই উঠি অহা অসমীয়া জাতিক দুৰ্ব্বল কৰাৰ" অভিপ্ৰায় আমাৰ এতিলো নাই ; আমি বুৰঞ্জীমূলক সঁচা কথা, আৰু যুক্তিৰে সমৰ্থন কৰা অনুমানৰ কথাহে আমাৰ প্ৰবন্ধবিলাকত লেখিছোঁ। আহোমৰ আৰু বামুণৰ আঁহ-ফলা কাৰ্য্যত হাত যদি কোনোবাই দিছে সেইজন বৰুৱাদেৱে হে, আমি নহওঁ ; কাৰণ, তেওঁ হে বাতিটোকে হাতীটো যেন দেখি আমাৰ নিৰ্দ্দোষ আৰু পোন প্ৰবন্ধ কেইটাৰপৰা বেকা মানে উলিয়াবলৈ নথৈ চেষ্টা কৰিছে। আজিকালি বামুণীয়া শাস্ত্ৰ আৰু আচাৰ ব্যৱহাৰ নমনা যি এটা আন্দোলন

---

*"The Khamtis, Phakials. Aitonias, Turungs and khamjangs are all Shan tribes who have, at different times, moved along the same route from the cradle of their race ; but the Ahoms were the only ones who did so before the conversion of the inhabitants to Budhism. The other Shan tribes of Assam are all Budhists, which shows that they migrated at a later date."—GAIT'S History of Assam.

আসামৰ আহোমসকলৰ ভিতৰত উঠিছে সেইটো শকত কৰিবলৈকে যদি বৰুৱাদেৱে এইবোৰ শৃতলাহি পকাইছে তেন্তে তেওঁ নিশ্চয় কৃতকাৰ্য্য নহয়; কাৰণ "হাতে পাঁজী, মঙ্গলবাৰ" আমাৰ প্ৰবন্ধ কেইটা যেয়ে পঢ়িছে সেয়ে বুজিব পাৰিছে যে তাত বৰুৱাদেৱে বিচাৰি উলিয়াৰ খোজা যোগৰ পোক নাই; কাৰণ তেওঁলোকে তো বৰুৱাদেওৰ দৰে বোলোৱা বিত-চকু পিন্ধি সেইবোৰ পঢ়িবলৈ নাযায়।

আমাৰ কোনটো প্ৰবন্ধত নো আহোমক "ইহঁত" "সিহঁত" কৰিলোঁ কব নোৱাৰোঁ। অ মনত পৰিছে,—বাঁহীৰ প্ৰবন্ধত নহয়, বাঁহীৰ সম্পাদকৰ দ্বাৰাই ৰচিত সেই আপদৰ গুৰি "ভাৰত বুৰঞ্জী" কিতাপত! যদিও আমি সেই কিতাপৰ যত "ইহঁত" "সিহঁত" লেখিছিলোঁ সেই ঠাইত সেই শবদৰ ভেনে ব্যৱহাৰ অনুচিত বুলি নামানো, তথাপি তাৰ দ্বিতীয় তাঙ্গৰণত (প্ৰায় এবছৰ হল) সেইবোৰ সলাই দিছোঁ; কাৰণ আমাৰ শ্ৰদ্ধাস্পদ বন্ধু আহোমসকলক অসন্তোষ দিয়াটো তো আমাৰ অভিপ্ৰায় নহয়। বৰুৱাদেৱে আমাৰ যত যি পাইছে এটাইবোৰ লাখুটি গোটাই আনি "বাঁহীৰ" বিপক্ষে জোকাৰিবলৈ যত্নৰ ক্ৰুটী কৰা নাই দেখিছোঁ। সজ কাম।

আহোমৰ গুৰিতোখৰৰ বিষয়ে যি কথা আমি লিখিছিলোঁ, সেই বিষয়ে বুৰঞ্জী লেখকসকলে যি লেখি গৈছে আমি তাকে হে লেখিছোঁ. নতুনকৈ তাত এক ধনিষ্টামানো ৰং দিয়া নাই। অথচ বৰুৱাদেৱে তাত ৰং দিয়া যেন দেখিছে; এইবাৰে নিশ্চয় তেওঁৰ বিত-চকুজোৰ গুণৰীয়া। আমাৰ কথা প্ৰমাণ কৰিবলৈ আমি সাজু আছোঁ, যদিও বৰ্ত্তমান প্ৰবন্ধত সেইবোৰ তুলি দি তাক দীঘলীয়া কৰিবৰ আমাৰ মন নাই। আমি আচৰিত মানিছোঁ যে এনে পোন পটিৰ সঁচা কথাইও বৰুৱাৰণৰা, সগুণ পিন্ধি বামুণ হোৱা কছাৰী ৰবাহীৰ কথাৰ নিচিনা অসংলগ্ন কথা উলিয়ালে। আসামৰ বামুণৰ বুৰঞ্জীৰ আলচ কৰোঁতে সেই কথাৰ উল্লেখ কৰি বৰুৱাদেৱে প্ৰবন্ধ লিখি সুখ পাওক, তাত আমাৰ আপত্তি কৰিবৰ কি আছে? কিন্তু আজিৰ প্ৰবন্ধত তেওঁ সেই কথা উলিয়াই বাঁহীৰ কাণলৈ মাৰি পঠিয়াটো যে কি অশোভন কাৰ্য্য হৈছে তেওঁ গুণিবই পৰা নাই হবলা। নাজানো বাঁহী কিয় তেওঁৰ চকুৰ কুটা দাঁতৰ শাল হৈছে। নাই হোৱা যদি ৰং মনেৰে আমাৰ ভুল কথাসাৰৰ সাথে তেওঁৰ ওচৰত আমি ক্ষমা মগনিয়াৰ হৈছোঁ।

বৰুৱাদেৱৰ অতিৰিক্ত imagination অৰ্থাৎ কল্পনা দেখি আমাৰ এটা সাধু মনত পৰিল, সি এইখিনিতে খেও খালেও খাব পাৰে। কলিকতীয়া বাবু এজনৰ এটা বঙ্গাল ৰান্ধনি-বামুণ আছিল। এদিন আঞ্জাত লোণ কম হোৱাত বাবুজনে বামুণক মাতি কলে যে আঞ্জাত লোণ কম হৈছে। বামুণে সেইকথা শুনি মনতে কিছুমান পৰ এইদৰে কথাষাৰ একালৰপৰা গপি ভাবি নিলে,—"মোক আঞ্জাত লোণ তাকৰকৈ দিয়া বুলিলে;—তাৰ মানে মোৰ আন্দাজ নাই; আন্দাজ নাই মানে বুদ্ধি নাই;—বুদ্ধি নাই কাৰ? বুদ্ধি নাই গৰুৰ হে; সেইদেখি বাবুৱে মোক গৰু বুলি গালি পাৰিলে!" এই সিদ্ধান্ত কৰি সি সোধপোছ নাই বাবুৰ মূৰত এটা ভোন লগাই দিলে!

বৰুৱাদেৱৰ প্ৰবন্ধটোৰ প্ৰত্যেকটো "পেৰেগ্ৰাফ" জাৰি চালি বাছি নিলে দেখা যায় যে তাৰ এটাও নিটিকে; টিকাৰ ভিতৰত মাত্ৰ আমি দেখিছোঁ, তেওঁৰ "স্বনাম প্ৰসিদ্ধ" "শ্ৰীপদ্মনাথ বৰুৱা" চহিটো হে!

এইবোৰ যি হওক, আমি "আসামৰ বামুণীয়া আৰু আহোমীয়াসকলৰ মাজত মনান্তৰ" ঘটাবলৈ কাৰবাৰ কৰিছোঁ বুলি বৰুৱাদেৱে যি মতলব আমাৰ ওপৰত আৰোপ কৰিছে, তাৰ আমি দোঘোৰ প্ৰতিবাদ কৰোঁ। এইযাৰ শকত কথা। অসংযত ভাৱে কলম চলোৱাটো যে বৰ অন্যায় কথা শ্ৰীযুত পদ্মনাথ বৰুৱা মহাশয়ে সেইটো জনা উচিত।

শেষত ইয়াকে কওঁ যে আমাৰ বাঁহীত এনেবিলাক তর্ক-বিতর্ক ঠাই দিবৰ মন সমূলি নাই, আৰু আগলৈকো নিদিওঁ; এয়ে শেষ; কাৰণ, বাঁহীৰ পাত কেইটা সাহিত্য চৰ্চা কৰিবলৈহে ৰখা হৈছে, মালপ্ৰম কৰিবলৈ নহয়। বৰুৱাদেৱে এনেকৈই অন্যায়কৈ আমাৰ উদ্দেশ্য ভুল বুজিছে, তাতে যদি তেওঁৰ এই প্ৰবন্ধটো নছপাওঁ, তেন্তে সেই ভুলৰ শোধ এইবাৰ আৰু বাঢ়িব এই ভাবি হে ইয়াক ছপালোঁ।

সম্পাদক।

# গীত। *

ভূপালী—চিমাতেতালা।

আজি বাঙলি, বিহু বিহু বুলি, পঞ্চমত ভুলি, কুলিয়ে গায়।
উঠি তাৰ ধ্বনি, লাগি থলকনি, মোহিনী আখনি, চৌৱাই যায়॥
ই শুভ কালত, সমজুৱা যত, আহাঁ জনে জনে, কৰোঁ শুদ্ধচিত্ত,
অমঙ্গলহাৰী, হৰিৰ পাৱত, উছৰগি দিওঁ, আত্মা কায়॥

শ্রীবেণুধৰ বাজখোৱা, বি এ:

---

# গীত।

("গুৱাঁন ফুলনি আজি"—সুৰ।)

ৰঙৰ বহাগ বিহু আহিল আজি বঙে ভৰা।
উলাহত নিমগন অসমীয়া লৰা বুঢ়া।
বহিছে মলয়া বাও, কুলিয়ে কাঢ়িছে বাও,
ভোমোৰা ফুলত পৰি গাই উলাহিছে ধৰা।
যত বন তৰু লতা, ফুল ফলে সুশোভিতা,
ৰঙত বিভোল হই আজি যেন হিয়া ভৰা।
মোৰা শোক দুখ এৰি, ইজ্জাল পৰিহৰি,
ইজনে সিজনে মিলি পীৰিতি চেনেহ কৰঁ।॥

শ্রীশ্রীনাথ বেজবৰুৱা।

---

* এইটি গীত বহাগৰ বিহুৰ উৎসৱ উপলক্ষে গোলাঘাট আলোচনী সভাৰ অধিবেশনত গোৱা হৈছিল।

আমাৰ ৰজা ভাৰতেশ্বৰ সম্ৰাট

# সপ্তম এড্‌ৱাৰ্ড

## আৰু ইহজগতত নাই!

মে মাহৰ ৬ তাৰিখ শুকুৰবাৰে ৰাতি ১১-৪৫ মিনিটত তেখেত ঢুকাল। ৰজাৰো ৰজা সাম্ৰাটৰো সাম্ৰাটৰ ইচ্ছা। সপ্তম এড্‌ৱাৰ্ডক হেৰুৱাই আজি সসাগৰা পৃথিবীৰ লোক শোকত মগন।

আমাৰ নতুন ৰজা সম্ৰাট

## পঞ্চম জৰ্জ্জ!

আমি অতি আনন্দেৰে তেওঁৰ প্ৰতি আমাৰ ৰাজভক্তি দেখুৱাওঁ। বিশ্বব্ৰহ্মাণ্ডৰ সম্ৰাট পৰমেশ্বৰে তেওঁক দীৰ্ঘায়ু কৰক, আমাৰ এই প্ৰৰ্থনা।

জন্ম—১৮৬৫, ৩ জুন। প্ৰিন্স অব্ ওৱেলচ হল,—১৯০১,৯ নবেম্বৰ।
বিয়া— ১৮৯৩, ৬ জুলাই। ৰাজ্যভাৰ পালে,—১৯১০,৯ মে।

---

**প্ৰথম বছৰ, অষ্টম সংখ্যা**

# সূচী

# সপ্তম এড্‌ৱাৰ্ডৰ স্বৰ্গাৰোহণ।

হিয়া ভগা শোকৰ বাতৰি
বিজুলী কান্ধত উঠি ঢেৰেকনি মাৰি
বিশ্বময় কৰিলে প্ৰচাৰ,—
"মহাৰাজ স্বৰ্গগামী হল!"

ৰাজপুৰী শোকত মগন!
নিতাল মাৰিলে বিশ্ব বিচুৰ্ত্তি মানিছে!
ইযে বিনামেঘে বজ্ৰপাত!
সঁচাকৈয়ে মহাৰাজ নাই?

পৃথিৱী বিয়াপি ৰাজ্য যাৰ;
যি ৰাজ্যত সূৰ্য্যদেৱ কন্তেকো নুডুবে;
সি ৰাজ্যৰ ৰাজৰাজেশ্বৰ
সঁচাকৈয়ে ইহলোকে নাই?

যি ৰাজ্যই চাকি তুলি ধৰি
সভ্যতা বিজ্ঞান বাট দিছে পোহৰায়;
যি ৰাজ্যক আঁহি মানি লই
আন সবে পাছে পাছে যায়;
ন্যায়বান নিষ্ঠাবান সকলো কাৰ্য্যৰ
যি ৰাজ্যই সদাই গুৰিত;
'দুৰ্ব্বলীৰ চিৰমিত্ৰ দুৰ্দ্দান্তৰ কাল'
যি ৰাজ্যৰ মূলমন্ত্ৰ থাই;
সেই মহা পুণ্যশ্লোক ইংলণ্ডৰ অধিশ্বৰে
সঁচাকৈয়ে ভিন্নাগিলে নশ্বৰ জীৱন?

ভাৰতৰ ভাগ্যলক্ষ্মী যি ৰাজ্যৰ হস্তে
ভগবানে দিছে ন্যস্ত কৰি,
অজ্ঞান এন্ধাৰ ঠেলি জ্ঞানৰ পোহৰ—
অশৃঙ্খল শৃঙ্খলতাত অনিশ্চয় স্থিৰতাত,
অত্যাচাৰ পৰিণত কৰি সৌভাগ্যত,
যি ৰাজ্যই নিৰ্ম্মাণিলে আজিৰ ভাৰত,
সেই ব্ৰিটন ঈশ্বৰ—সেই ভাৰত সম্ৰাট
স'চাকৈয়ে দেৱধামে গল ?

ৰাজপুৰী শোকত বুৰাই,
কন্দুৱাই নিজগণে কন্দুৱাই মিত্ৰগণে কন্দুৱাই প্ৰজাবৃন্দে—
শান্তিপ্ৰিয় শান্তিবান মহা-আত্মা এড্‌ওৱাৰ্ড সপ্তম—
অশেষ যশস্যা লভি অতুল কীৰিত্তি ৰাখি—
আজি স'চাকৈয়ে শান্তিধামে গল!

সেয়ে কান্দে আজি সকলোৱে
নৃপোত্তম ৰজা হেৰুৱাই।
সেয়ে কান্দে আজি সকলোৱে
মৰমৰ পিতৃ হেৰুৱাই।
সেয়ে কান্দে আজি সকলোৱে
প্ৰিয়তম মিত্ৰ হেৰুৱাই।
সেয়ে সকলোৱে কান্দে আজি হৈ উত্ৰাৱল—
সেয়ে হে বিশ্ব বিয়াপি আজি নিমাত নিতাল॥

"মহাৰাজ স্বৰ্গগামী হল!"
"দীৰ্ঘজীবী হক মহাৰাজ।"
উঠিল কোলাহল। যুৱৰাজ মহাৰাজ হল।
সুপ্ৰসন্ন হোৱাঁ ভগবান! দীৰ্ঘজীবী হক মহাৰাজে।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

## সম্পাদকৰ চৰা।

দীৰ্ঘজীৱন। মেট্‌ছ্‌নিকফ্ নামেৰে জীৱতত্ত্ববিৎ পণ্ডিত এজনে নানা পৰীক্ষা কৰি, দীৰ্ঘজীৱন লভিবৰ যি উপায় উলিয়াইছে, সেই বিষয়ে আমি আজি অলপ আলচ কৰিম।



১৮৪৫ খৃষ্টাব্দৰ মে মাহৰ ১৫ তাৰিখে ৰুচিয়াৰ ছাৰকভো (Charkovo) নামে ঠাইত মেট্‌ছ্‌নিকফৰ জন্ম হয়। তেওঁৰ বাপেক এজন খেতিয়ক মানুহ আছিল। সৰুৰেপৰা মেট্‌ছ্‌নিকফৰ পঢ়া শুনাত বৰ মন আছিল। ১৭ বছৰ বয়সত তেওঁ ছাৰ্‌কভোৰ বিশ্ববিদ্যালয়ত বিজ্ঞানশাস্ত্ৰ পঢ়িবলৈ আৰম্ভ কৰে আৰু ১৮৬২ চনৰপৰা ১৮৬৭ চনলৈকে তাতে থাকে। তেওঁ তাত থাকোঁতেই প্ৰাণিতত্ত্ব-বিদ্যা ইমান মন দি শিকিছিল যে বিশ্ববিদ্যালয়ৰ গৰাকী সকলে ১৮৭০ চনত তেওঁক অডেছাত (Odessa) প্ৰাণিতত্ত্ব-বিদ্যাৰ অধ্যাপক পাতিলে। ১৮৮৬ চনলৈকে তেওঁ সেই কামতে আছিল। সেই সময়ত ৰুচিয়াত বৰ মাউৰ হোৱা বাবে গবৰ্ণমেণ্টে তাৰ কাৰণ নিৰ্দ্ধাৰিত কৰাবৰ মনেৰে Bactriological Institute অৰ্থাৎ ৰোগ জন্মোৱা জীবাণুৰ বিষয়ে আলোচনা আৰু পৰীক্ষাৰ নিমিত্তে বিদ্যালয় স্থাপন কৰি মেট্‌ছ্‌নিকফক তাৰ অধ্যক্ষ পাতিলে।



জীবাণু তত্ত্ববিদ্ বিখ্যাত পণ্ডিত পাস্তুৰে (Pasteur) কৰা আবিষ্কাৰবোৰৰ কথা শুনি মেট্‌ছ্‌নিকফে ফ্ৰান্সলৈ আহি পাস্তুৰে সৈতে দেখা কৰিলে। সেইজন বিখ্যাত বৈজ্ঞানিক পণ্ডিতেৰে সৈতে আলাপ কৰি তেওঁৰ ফালে মেট্‌ছ্‌নিকফে ইমানকৈ ঢাল ললে, যে অডেছাৰ কাম ইস্তফা দি তেওঁ "পাস্তুৰ ইন্‌ষ্টিটিইউট্‌ত" সোমাই পাস্তুৰে সৈতে লগ লাগিল। তেতিয়াৰেপৰা আজিলৈকে তেওঁ তাতে আছে। ১৯০৩ চনত ফ্ৰেন্স গবৰ্ণমেণ্টে তেওঁক "পাস্তুৰ" ইন্‌ষ্টিটিউটৰ সহকাৰী অধ্যক্ষ পাতিলে।



ইয়াত থাকোঁতেই মেট্‌ছ্‌নিকফে নবিয়াৰ গুৰিতে যে জীবাণু এই মতৰ সত্যতাৰ বিষয়ে ভালকৈ বুজিব পাৰিলে; আৰু শৰীৰৰ তেজৰ ভিতৰত "ফেগচাইট" (Phagocyte) নামে এবিধ বগা ঘূৰণীয়া জীবাণু থকাটো আবিষ্কাৰ কৰিলে। ফেগচাইটবোৰ আমাৰ বৰ উপকাৰী জীবাণু। সিইঁতক আমাৰ শৰীৰৰক্ষক "পুলিচ্‌মেন" অৰ্থাৎ পহৰীয়া বুলিব পাৰি। দিনে ৰাতিয়ে সিইঁতে আমাৰ শৰীৰৰ ভিতৰত পহৰা দি থাকে, আৰু আমাৰ শৰীৰ আক্ৰমণ কৰোঁতা শত্ৰু জীবাণুবোৰক বিনাশ কৰে। আমাৰ গাৰ ভিতৰত কোনো ঠাইত শত্ৰু জীবাণুবোৰ বহা দেখিলেই আমাৰ পৰম মিত্ৰ ফেগচাইটবোৰে লৰি আহি সিইঁতক ভয়ানকৰূপে আক্ৰমণ কৰি ধ্বংস কৰি পেলায়। ফেগচাইট্‌বোৰৰ ঘ্ৰাণশক্তি, দ্ৰুতগমনশক্তি, বহুভোজনশক্তি আৰু সুবিধাৰ অৱস্থাত লেখত বাঢ়িবৰ শক্তি বৰ প্ৰবল।

***

আমাৰ সুস্থ অৱস্থাত ফেগচাইট্‌বোৰে শত্ৰু জীবাণুবোৰৰ ওপৰত সোনকালে জয় লাভ কৰিব পাৰে; কিন্তু আমাৰ গা বেয়া হলে আৰু শত্ৰু জীবাণুবোৰ লেখত বৰ সৰহ হলে আমাৰ বন্ধু ফেগচাইটবোৰে যদিও প্ৰাণ-টাঁকি সেই শত্ৰুবোৰেৰে সৈতে তুমুল সংগ্ৰাম কৰে, তথাপি শেহত সিইঁতক বলে নোৱাৰি নিজৰ প্ৰাণ হেৰুৱায় আৰু আমাৰো সৰ্ব্বনাশ সাধিত হয়।

***

প্ৰথমতে মেট্‌ছ্‌নিকফে যেতিয়া ফেগচাইটৰ অস্তিত্বৰ বিষয়ে বৈজ্ঞানিক পণ্ডিতসকলৰ ভিতৰত প্ৰচাৰ কৰিলে, তেতিয়া তেওঁলোকে সেই কথা মিছা বুলি হাঁহি উৰাই দিছিল। কিন্তু মেট্‌ছ্‌নিকফ হাৰিবৰ পাত্ৰ নহয়; তেওঁ পঁচিশ বছৰ নেৰা-নেপেৰাকৈ তৰ্ক আৰু পৰীক্ষাৰ দ্বাৰাই তেওঁৰ মত যে সঁচা সেইটো প্ৰমাণ কৰি হে এৰিলে। আজিকালি লেখৰ প্ৰাণিতত্ত্ববিদ্ বৈজ্ঞানিক পণ্ডিত এনে কোনো নাই যি মেট্‌ছ্‌নিকফৰ ফেগচাইটত অবিশ্বাস কৰে।

***

এতিয়া যদি এইটো প্ৰমাণিত হল যে ফেগচাইট নামৰ জীবাণুবোৰ আমাৰ শৰীৰৰক্ষক পৰম মিত্ৰ, আৰু সিইঁত আমাৰ শৰীৰৰ মঙহ তেজ আদিৰ ধ্বংস সাধন কৰোঁতা শত্ৰু জীবাণুবোৰৰ বিনাশক, তেন্তে এইটো সিদ্ধান্তলৈকো আমি অনায়াসে যাব পাৰোঁ যে আমাৰ শৰীৰ সুস্থ সবল ৰাখি আমি দীৰ্ঘায়ু লভিবৰ হলে ফেগচাইটবোৰক বলী আৰু পৰাক্ৰমী কৰি সিইঁতৰ লেখ বঢ়াই ৰাখিবলৈ চেষ্টা কৰিব লাগে। মেট্‌চ্‌নিকফে এই সিদ্ধান্তলৈ আহি তাৰ উপায় চিন্তিবলৈ ধৰিলে।

****

অনেক কাল পৰীক্ষা কৰি কৰি মেট্‌চ্‌নিকফে এইটো ভালকৈ বুজিব পাৰিলে যে মানুহে পূৰা আয়ুস ভোগ কৰিবলৈ নাপায়; তাৰ কাৰণ হৈছে আমাৰ পৰম শত্ৰু বৃন্দ বৃন্দ জীবাণুবোৰ, যিবোৰে আমাৰ শৰীৰত বাহ লৈ তাক গেলাই পচাই নষ্ট কৰি অকালত আমাক জুকলা কৰি মাৰে। তেওঁ পৰীক্ষা কৰি দেখিছে যে আমাৰ পাকস্থলীত সেই জীবাণুবোৰ সৰহকৈ থাকে। মেট্‌চ্‌নিকফে ভাবিলে যে এতিয়া এনেকুৱা এবিধ জীবাণু বিচাৰি উলিয়াব লগা হল যি ফেগচাইটবোৰেৰে (যিবোৰ তেজৰ ভিতৰত মাথোন থাকে) সৈতে লগ লাগি আমাৰ শৰীৰ ধ্বংসকাৰী জীবাণুবোৰৰ কাৰ্য্যৰ প্ৰতিৰোধ কৰিব পাৰে।

****

বুঢ়া জীৰ্ণ মানুহৰ শৰীৰৰপৰা ওলোৱা মল আদিৰপৰা মেট্‌চ্‌নিকফে জীবাণু উলিয়াই সেইবোৰ ডেকা আৰু কম বয়সীয়া বান্দৰ, হলৌ, বন-মানুহ, বাদুলি, এন্দুৰ, গিনিপিগ ইত্যাদি জন্তুৰ গাত সুমাই দি দেখিলে যে অলপ দিনৰ ভিতৰতে সেই জন্তুবোৰ বুঢ়া অথৰ্ব্ব হৈ পৰি মৰি গল। ইয়াৰ দ্বাৰাই তেওঁ ভালকৈ বুজিলে যে মানুহক লুলু্ৱীয়া বুঢ়া আৰু জুকলা কৰিবৰ আৰু তাৰ পিছত মৃত্যুৰ মুখত পেলাবৰ মূলাই কাৰণ এই জীবাণুবোৰ; এতেকে সিইঁতৰ বিপক্ষে যদি এনে কিছুমান জীবাণু থিৰ কৰি দিব পৰা যায় যে যিবোৰে সিইঁতেৰে সৈতে যুজি সিইঁতক হুকুৱাই ধ্বংস কৰি সিইঁতৰ বল কমাই ৰাখিব পাৰিব, তেনেহলে মানুহে বুঢ়া আৰু জুকলা হোৱাৰ হাতৰ সাৰিব পাৰিব, আৰু দীৰ্ঘজীৱন লাভ কৰিব পাৰিব।

****

মেট্‌ছ্‌নিকফে অনেক দিনৰ আগৰপৰা এইটো মন কৰি আহিছিল যে মঙহ আদি বস্তু টেঙা দৈ-গাখীৰত বা ঘোলত বা ছেনাৰ পানীত জুবুৰিয়াই থলে সি সততকাই নেগেলে। তেওঁ এই কথাটো বিমৰিষ কৰোঁতে তেওঁৰ মনত খেলালে যে যদি দৈ-গাখীৰ, ঘোল, আৰু ছেনাৰ পানী এনেকুৱা বস্তু হয় যাৰ ভিতৰত মঙহ জুবুৰিয়াই থলে সেই মঙহ সোনকালে গেলি-পচি নেযায়, তেন্তে সেই দৈ-গাখীৰে বা ঘোলে বা ছেনাৰ পানীয়ে আমাৰ পেটৰ ভিতৰত পাকস্থলী আদি ঠাইবোৰকো কিয় গেলি পচি নোযোৱাকৈ ৰাখিব নোৱাৰিব? তেওঁ আৰু এটা কথা দেখিলে যে পৃথিবীত এনেকুৱা কিছুমান জাতি আছে যিবোৰৰ আহাৰৰ সৰহ ভাগ দৈ-গাখীৰ, ঘোল ইত্যাদি; আৰু যি মঙহ কোনো-কাচিৎহে খায়; সেই মানুহবোৰ সবল আৰু সুস্থকায়; আৰু সিহঁতৰ ভিতৰত দীৰ্ঘজীবী সুস্থ আৰু গাত বল থকা বুঢ়াৰ লেখও সৰহ। দৈ-গাখীৰ আহাৰী সেই মানুহবোৰৰ মল আদি তেওঁ পৰীক্ষা কৰি দেখিলে যে তাত শৰীৰ ধ্বংসকাৰী শত্রু জীবাণুৰ লেখ সাধাৰণত দৈ-গাখীৰ নোখোৱা আন মানুহৰ শৰীৰত থকা শত্রু জীবাণুৰ লেখতকৈ ভালেমান গুণে তাকৰ।

*
* *

ইয়াৰ পিছত মেট্‌ছনিকফে অনেক পৰীক্ষা কৰি কৰি এইটো স্থিৰ সিদ্ধান্তলৈ আহিল যে টেঙা দৈ-গাখীৰত আৰু ঘোলত "লেক্‌টিক্ মাইক্রব" (lactic microbe) বুলি এবিধ জীবাণু থাকে, যি আমাক বুঢ়া আৰু জুৰুলা কৰা সেই শত্রু জীবাণুবোৰ মাৰি ধ্বংস কৰিব পাৰে। সেইদেখি আমাৰ তেজত থকা ফেগচাইট জীবাণুবোৰক সহায় কৰিবলৈ আমাৰ শৰীৰৰ ভিতৰত এই লেক্‌টিক জীৱাণুৰ লেখ বঢ়াব লাগে, যাতে দুই জাক জীবাণুৱে গোট খাই আমাৰ শত্রু জীবাণুবোৰৰ কাৰ্য্যৰ প্ৰতিবোধ কৰিব পাৰে।

*
* *

বুঢ়া মানুহৰ গাৰ জীবাণুবোৰ ডেকা বান্দৰ এন্দুৰ গিনিপিগ আদিৰ গাত সুমাই সিহঁতক বুঢ়া কৰাৰ পিছত দৈ-গাখীৰৰপৰা উলিওৱা লেক্‌টিক্ জীবাণুবোৰ সিহঁতৰ গাত সুমাই দি মেট্‌ছ্‌নিকফে দেখিলে যে সিহঁত বুঢ়া গুচি

আকৌ লাহে লাহে ডেকা আৰু সবল হৈ উঠিল। মেট্‌ছ্‌নিককে নিজেও আজি আঠ বছৰৰ ওপৰ কাল লেক্‌টিক-জীবাণু খাই খুব ভালে আছে। তেওঁ কয় যে তেওঁৰ উদ্ভাবিত প্ৰণালীমতে মানুহ চলিলে ১৫০ বছৰ পৰিমিত সুস্থ সবল হৈ জীয়াই নাথাকিবৰ কোনো কাৰণ নাই, আৰু ৮০ বছৰীয়া মানুহ ৪০ বছৰীয়া মানুহৰ নিচিনা বলী তেজী আৰু মস্তিষ্ক পৰিচালন বিষয়ত সমান থাকিব; অৰ্থাৎ ৮০ বছৰত মানুহ আদ-বয়সীয়া হৈ হব।

*
* *

কিন্তু গাখীৰত মাউৰ আদি নানা ৰোগৰ জীবাণুৱে অনায়াসে বাহ লয়; সেইদেখি লেক্‌টিক্ জীবাণুৰ লোভত অসাৱধান হৈ যেনে-তেনে দৈ-গাখীৰ খোৱাটো ভাল নহয়; তেনে কৰিলে এটা কৰিবলৈ গৈ আন এটা হৈ কৰা হব পাৰে। প্ৰথমতে গাখীৰ ভালকৈ পগাই বৈ তাক সজ ঠাইত থৈ দৈ কৰি তাৰ পিছত হে খোৱা উচিত। আমাৰ আসামত দৈ-গাখীৰ খোৱা নিয়ম বৰ প্ৰচলিত আছে;—বিয়াই সবাহে জলপানত দৈ-গাখীৰ নহলে নচলে। সেইদেখি অসমীয়াক দৈ-গাখীৰ খাবলৈ শিকাব নেলাগে; মাথোন সাৱধানে কৰা নিৰ্দ্দোষ দৈ খাবলৈ হে কব লাগে। "এ টেঙা দৈ-গাখীৰৰ পানী এটোপাৰে জলপান এটা" বুলি আমাৰ মানুহে এভাই কয়; কিন্তু কটাকষ্টাত সোণ থকাৰ দৰে সেই টেঙা দৈ-গাখীৰৰ পানীটোপাত আমাৰ স্বাস্থ্য আৰু দীৰ্ঘায়ুৰ অমূল্য ৰতন যে লুকাই আছে সেইটো কথা আমাৰ সকলোৱে জনা উচিত।

---

## নির্ম্মালি।

আজি ৰাতি মহ ৰজাত স্নান কৰি আহি।
পড়িবৰৈ ধৰোঁতে পঙ্কিল হাতত "বাহী"॥
ময়ূৰ পঙ্খীয়ে পাখি কৰি পাহি পাহি।
বাহীত নাচিছে ম'ৰা দেখি উঠিল হাঁহি॥
নন্দৰ নন্দনে বাহীত মৰা মচুৱায়।

শ্ৰীশ্ৰীআইনীআচাৰ্য্য গোস্বামী

ব্ৰজবাসী গোপীগণে বেৰি বেৰি চায় ॥
আজিকালি কলিকতাত ৰাধাই বজায়।
বুকত মেঠনি মাৰি যৰা নচুৱায় ॥
ৰাধাৰ মুকলী ধ্বনি শুনিবলৈ কেনে।
সম্পাদক মহাশয় বৰুৱাই হে জানে ॥
আমিও নেজানো গুণ সুশুনিলে কাণে।
ইমান দুৰৰপৰা বুজাব নো কোনে ॥
ৰাধাই এদিন বাঁহী বজাইছিল হেনো।
শিকাইছিল কৃষ্ণই ইয়াকে হে জানো ॥
নাহিল শৰীৰৰ ভাঁজ, নেভাগিল জানু।
হাঁহি উঠি গুচি গল বৃন্দাবনৰ কানু ॥
ৰাধাই বজায় বাঁহী কতো শুনা নাই।
উত্তৰ পঠাব মোলৈ বেজবৰুৱাই ॥

---

## বাঁহী।

বিয়াকুল প্ৰাণে বাঁহী কিমাত ফুটায়?
সুন্দৰ মোহন মন্ত্ৰে আবেগ জনায়।
বাঁহীৰ কোমল প্ৰাণ মধুৰতাময়,
সুন্দৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে বিয়াপিত হয়।
তন্ময় ভাৱৰ সুৰে নাচে চালি ধৰি,
মুগুধ জীৱৰ আত্মা আপোনা পাহৰি।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

---

# বিলাতৰ চিঠি। *

গল বাৰ Mens sana in corpore sano যে আমাৰ দৰকাৰ সেই বিষয়ে লেখিছিলোঁ। সঁচাকৈয়ে ভাৰতবৰ্ষীয় বিদ্বান মানুহৰ শৰীৰৰ অৱস্থা দেখিলে মনত বৰ কষ্ট হয়। কেৱল যে লেখা-পঢ়া কৰিলেই আমাৰ কৰ্ত্তব্য কৰা হল—এনে নহয়। লেখা-পঢ়া কৰি বি,এ,এম,এ,প্ৰভৃতি ডাঙৰ ডাঙৰ পৰীক্ষা পাচ কৰা আমাৰ কৰ্ত্তব্যৰ এফাল হে মাথোন। করুণাময় পৰমেশ্বৰে আমাক এই শৰীৰ দিছে; এই শৰীৰক যদি অৱহেলা কৰোঁ, শৰীৰক নানান অত্যাচাৰ কৰি যদি কষ্ট দিওঁ, তেনেহলে তেওঁক অপমান কৰা হয়। শৰীৰক আমি কিমান অযত্ন কৰোঁ! পাঠকসকলে যদি এবাৰ এই বিষয়ে ভাবে তেনেহলে তেওঁলোকে দেখিব যে আমি মিছাকৈ কৈছোঁ। মিছা নহয়। মনৰ উন্নতিৰ লগে-লগে' আমাৰ লৰাছোৱালীবিলাকৰ শৰীৰৰ উন্নতিৰ পিনেও চোৱা উচিত। অভিভাবক আৰু শিক্ষকসকলে লৰাক পাঁচ ঘণ্টা স্কুলত পঢ়াই আৰু পুৰা গধূলি ৰতাহ ভালকৈ সোমাব নোৱাৰা খোটালীত কিতাপ আগত থোৱাই ৰাখিলেই তেওঁলোকে নিজক ধন্য ধন্য মানিলে। আমাক ঈশ্বৰে মানুহৰূপে সৃষ্টি কৰিছে সেইদেখি আমি ভাবি চিন্তি কাম কৰা উচিত। আমাৰ থকা ঠাইত, বিশেষতঃ আমাৰ সৰু সৰু লৰাছোৱালীহঁত যি খোটালীত থাকে কিম্বা লেখা-পঢ়া কৰে, ৰতাহ আৰু পোহৰ ভালকৈ যাতে অহাযোৱা কৰিব পাৰে, সেই বিষয়ে আমাৰ প্ৰাণপণে যত্ন কৰা উচিত। আমাৰ বিমানদূৰ মনত পৰে আসামত আমি অসমীয়াৰ ঘৰত ভালকৈ ৰতাহ খেলোৱা আৰু পোহৰ অহা ঘৰৰ খোটালী দেখা নাই বুলিলেই হয়। আৰু এটা কথা নকৈ নোৱাৰিলোঁ, কিয়নো এই বিষয়ত আমাৰ মানুহ বৰ উদাসীন,—অসমীয়াৰ ঘৰৰ ওচৰত কচুশাক ঢেকীয়াশাক আৰু আন আন অপ্ৰয়োজনীয় সৰুসুৰা গছ গছনিৰে জংঘল হৈ

---

* জেঠ মাহৰ ২১৫ পিঠিৰ ৪ শাৰীত " aren't we having wetched weather miss " ৰ ঠাইত " aren't we having wretched weathes, Miss—হব।

থাকে। কচুশাক, ঢেকীয়াশাক যে অসুন্দৰ আৰু অদৰ্কাৰী বুলিছোঁ। তাক আপুনি মেভাবিব, তালকৈ বন্ধা কচুশাক ঢেকীয়াশাকৰ আঞ্জা কোন অসমীয়াৰ ভাল নেলাগে? কিন্তু কচুশাক ঢেকীয়াশাকৰ ঠাই আন অপ্ৰয়োজনীয় শাকৰ লগত নহয়। আৰু সেইবোৰ শাকে অৰ্থাৎ কচুশাক ঢেকীয়াশাক আৰু আন শাকে জংঘল কৰাৰ কোনো প্ৰয়োজন নাই; ঘৰৰ চাৰিউপিনে পৰিস্কাৰ হৈ থকা উচিত। এই বিষয়ত আমাৰ মানুহৰ ঘৰ আৰু এই দেশৰে ইউৰোপীয় কি ফিৰিঙ্গীইঁতৰ ঘৰ চালেই হাতে হাতে প্ৰমাণ পোৱা যায়। আমাৰ মানুহে কয় "আমাৰ আজৰিয়েই নহয়, আৰু চাকৰ ৰাখিবলৈকো পয়চা নাই কত আমাৰ হাউলি চিকুণাম, আমি দুখীয়া অসমীয়া মানুহ আমাৰ এয়ে ভাল।" কিন্তু ইউৰোপীয় কি ফিৰিঙ্গীয়ে সেই কথা নকয়;—তেওঁলোকৰ চাকৰ ৰাখিবলৈ পয়চা নহলে তেওঁলোকে নিজেই হাউলি চাফ-চিকুণ কৰিব, আৰু চাফ যে কৰিবই তাক মন আৰু চকুৰ তৃপ্তিকৰ কৰিও তুলিব। ই কেৱল শিক্ষাৰ গুণত। আমি প্ৰায়ে এলেহুৱা হওঁ—সিইঁতৰ বেছিভাগ মানুহে এলাহ কি বস্তু তাক নেজানে আৰু জানিলেও এলাহ ত্যাগ কৰিবলৈ নানান উপায় অবলম্বন কৰে। লণ্ডনৰ ঘৰবোৰত প্ৰায়ে, আমি যাক "কম্‌পাউণ্ড" কওঁ সি নাই। অলপঅচৰপ মাটি ঘৰৰ আগতে হওক কি পিছতে হওক কোনো কোনো ঘৰত আছে। সেই অলপ-অচৰপ মাটিতে তেওঁলোকে কেনে সুন্দৰ ফুলৰ বাগিছা কৰি তোলে! তাত মালী ৰখা, বেছি চাকৰবাকৰ ৰখা, বেছি ভাগ মানুহৰ ভাগ্যত হৈ নুঠে, ঘৰৰ গিৰীইঁত নহলে ঘৰৰ যৈণী কি লৰা ছোৱালীইঁতেই এই কাম কৰে। সিইঁতে তাত একো লাজ নেপায়। আমাৰ দেশৰ মানুহে কয় "মই অমুকৰ ঘৰৰ লৰা মই বাগিছা চাফ কৰিম!—ইস্, নকৰা আৰু তেনে কথা!" ঘৰৰ হাউলি, খোটালীবোৰ, পাছফাল, আগফাল যিহতে মন আৰু চকুৰ তৃপ্তিকৰ হব পাৰে সেই বিষয়ে আমাৰ ইউৰোপীয়ইঁতৰপৰা বহুত শিকিব লগীয়া আছে। গুৱাহাটী কি নগাওঁৰ, কি আন কোনো ঠাইৰ ইংলণ্ডীয়সকলৰ ঘৰ-বোৰ আমাৰ দেশী মানুহৰ ঘৰবোৰেৰে তুলনা কৰক। আৰু এটি কথা চাব, কোনো বেমাৰ-টেমাৰ হলে ইংৰাজসকলৰ সবহ হয় নে আমাৰ হয়? কাছাৰীৰপৰা আহি গিৰীইঁতে, তেওঁৰ যদি লৰা আছে, লৰাক লৈ নিজৰ

বাগিছাখন চাফ কৰিব নোৱাৰে নে? তেতিয়া হলে তেওঁবো এটা স্বাস্থ্য-কৰ কাম হয় আৰু লৰাবো শিক্ষা হয়। পেন্‌চন্ পোৱা বুঢ়া মানুহৰ পক্ষে বাগিছা সুন্দৰ কৰা কামতকৈ পুৰা গধূলি আৰু আন ভাল কাম নাই। তেওঁলোকে সৰহ দিন পেন্‌চন্ ভোগ কৰিব পাৰিব, নিজৰ বাগিছাখনি সুন্দৰ কৰিব পাৰিব আৰু ডেকা লৰাক তেওঁলোকৰ উজ্জ্বল দৃষ্টান্ত দেখুৱাই শিক্ষা দিব পাৰিব। আমি বিলাতৰ গাৰ্ৰ্বাটোন ফুৰোঁতে কিমান বুঢ়াক যে এই স্বাস্থ্যকৰ কামত লাগি থকা দেখিছোঁ তাৰ সংখ্যা নাই;—কেৱল যে গাৰ্ৰ্ণীয়া বুঢ়াক হে দেখিছোঁ এনে নহয়, লণ্ডনীয়া বুঢ়াকো দেখিছোঁ।! ইমানবোৰ আমাৰ লেখিবৰ উদ্দেশ্য এইটো, যে পৰিষ্কাৰ পৰিচ্ছন্নতা, স্বাস্থ্যৰ পিনে চকু ৰাখিবলৈ যত্নকৰা, নিজৰ ঘৰ সুন্দৰ কৰা, খোটালীবোৰত বতাহ আৰু পোহৰ যাতে আহি আমাৰ সকলক লৰা ছোৱালীবোৰক সবল সুস্থ কৰে এই বিলাক বিষয়ৰ পিনে আমি দৃঢ়প্ৰতিজ্ঞ হৈ লগা উচিত। এই বিষয় লৈ আপোনাৰ পাঠক পঠিকাসকলক আৰু এতিয়া আমনি নকৰোঁ। অভিভাবক আৰু শিক্ষকসকলক এই কথা কেৱল মাত্ৰ কওঁ যে সবল সুস্থ মানুহৰ সবল লৰা হয় আৰু দুৰ্ব্বল মানুহৰ দুৰ্ব্বল লৰা হয়। যাতে লৰা ছোৱালীবোৰ সবল সুস্থ হয় সেই বিষয়ে যদি তেওঁলোক যত্নবান নহয় তেনেহলে তেওঁ-লোক ভগবানৰ ওচৰত দায়ী। ঘৰদুৱাৰ ঘৰৰ হাউলি ইত্যাদি চাফ-চিকুণ কৰি ৰাখিলে স্বাস্থ্যৰ পক্ষে ভাল দেখিবলৈকো ভাল। আবৰ্জ্জনাপূৰ্ণ শাক আৰু বননিয়ে এটা সুন্দৰ ঘৰকো দেখিবলৈ কুৎসিৎ কৰে।

আপোনাৰ কোনো কোনো পাঠক পাঠিকাসকলে ভাবিব হয়তো যে "বিলাতৰ চিঠিত" আমি ওপৰত কোৱা বিষয়বোৰক ঠাই দিয়া উচিত নাছিল। কিন্তু আমি কওঁ যে "স্বাস্থ্য" সম্পৰ্কে যি কথাই হওক "বিলাতৰ চিঠি" কি আন কোনো চিঠিতে কি প্ৰবন্ধতে ঠাই পাবই লাগে। স্বাস্থ্যবিনা পৃথিবীত একো সুখ নাই। ভাৰতবৰ্ষৰ কোনো দেশত ধনী জমিদাৰ এজন আছিল, তেওঁৰ লাখে লাখে টকা কিন্তু স্বাস্থ্যহীন। তেওঁ মাথোন মাগুৰ মাছৰ আঞ্জাৰে হে ভাত খাব পাৰিছিল আৰু আমৰ সময়ত, আম পেটত নসয় দেখি আগত আম চেপাই থৈ তাৰ গোন্ধ শুঙিছিল। এওঁ সুখী আছিল নে? টকাৰ তো সীমা নাছিল,—সুখ কত? আৰু মাকিন

দেশৰ "মিলিওনিয়াৰ" অৰ্থাৎ ক্ৰোৰপতিসকলো ভথৈষচ। কেৱল টকাই সুখ দিব নোৱাৰে।

আমাৰ ওচৰলৈ যদি কোনো অসমীয়া কি ভাৰতৰ আন দেশৰ লৰা বিলাতলৈ যোৱাৰ সম্বন্ধে আলচ কৰিবলৈ আহে, আমি তেওঁক প্ৰথমেই তেওঁৰ স্বাস্থ্য সম্বন্ধে সুধিম। তেওঁৰ স্বাস্থ্য কেনে? তেওঁ সবল সুস্থ নে? তেওঁ ব্যায়ামাদি কৰে নে? মানুহৰ স্বাস্থ্যই প্ৰধান। ঘৰ তৈয়াৰ কৰিবলৈ যেনেকৈ ভেটিটো শকত কৰিব লাগে তেনেকৈ আমাৰ স্বাস্থ্যটোকে আমাৰ উন্নতিৰ ভেটি কৰিব লাগে। স্বাস্থ্যহীন মানুহৰ যে উন্নতি নহয় তাক আমি নকওঁ,—উন্নতি হয়, কিন্তু স্বাস্থ্যৰ ক্ষতি কৰি। তেনে উন্নতি সিমান লাভজনক নহয়। স্বাস্থ্য বেয়া হলে তাৰ উন্নতিৰ নিমিত্তে আমাৰ যত্নবান হোৱা উচিত।

বিলাতলৈ কোন বাটেদি যোৱা ভাল, কোন কোম্পানীৰ জাহাজেৰে, কি কাপোৰকানি লৈ যোৱা উচিত, কিমান টকাকড়ি লগত লৈ যোৱা দৰকাৰ ইত্যাদি বাতৰি আমি পাছত দিম। তেনেবোৰ বাতৰি হে আমাক বহুতে সোধে। আমি আকৌ কওঁ টকাকড়িৰ ভাল বন্দবস্ত কৰিহে বিলাতলৈ যোৱা উচিত। টকা পৰমবন্ধু। যাৰ টকা আছে তাৰ অনেক বন্ধু; টকা ঢুকাই গলে বন্ধু পোৱা টান। টকা বিলাতত সাৱধানে অতি সাৱধানে খৰচ কৰা উচিত। বিদেশত টকাহীন অৱস্থা বৰ শোচনীয়। লৰাৰ বাপেক মাক অভিভাবকসকলে ইয়াৰপৰা লৰালৈ নিয়মমতে টকা পঠোৱা উচিত। বহুত লৰাৰ অভিভাবকসকলে টকা পঠোৱাত "গাফিলি" কৰে, সেইদেখি লৰাই ধাৰ কৰাৰ অভ্যাস কৰিবলৈ বাধ্য হয়। ডেকা বয়সৰপৰা ধাৰ কৰা অভ্যাস ভাল নহয়। এই বিষয়ে আমি আটায়ে জানো। সেক্‌চপিয়েৰে কৈছে "Neither a borrower nor a lender be" সেই কথা তেওঁৰ সময়ত যে সঁচা আছিল এনে নহয় সকলো সময়ত সঁচা। পৃথিবীত বন্ধুতা, হৃদয়ৰ মৰমৰ বন্ধুতা টকাৰ নিমিত্তে শত্ৰুতাত পৰিণত হয়। টকা নিয়মমতে পঠোৱাত অভিভাবকসকলৰ "গাফিলিৰ" নিমিত্তে বহুত লৰাই ধাৰৰ সহজ বাটেদি যাবলৈ ইচ্ছা কৰি বহুতো ঠাইত ভৰি পিছলি হাবথুৰি খোৱা দেখিছোঁ।

ইংলণ্ডৰ দুটি প্ৰাচীন বিশ্ববিদ্যালয়—অক্সফৰ্ড আৰু কেম্ব্ৰিজ জগৎ বিখ্যাত। আমাৰ ভাৰতবৰ্ষীয় লৰাৰ, যি বিলাতলৈ যায়, টকাৰ অৱস্থা ভাল থাকিলে এই দুটি বিশ্ববিদ্যালয়ৰ ভিতৰৰ এটিলৈ তেওঁৰ যোৱা উচিত। এই বিশ্ববিদ্যালয় দুটি পুৰণি। ব্ৰিটনৰ আন আন ঠাইটো বিশ্ববিদ্যায় আছে,—ডৰহাম (Durham) এডিনবৰা (Edinburgh) গ্লাচগো (glasgow) লণ্ডন (London) ইত্যাদি--আজিকালি মেনচেষ্টৰ (Manchester) বাৰমিংহামতো (Birmingham) হৈছে। ওৱেল্‌চতো (wales) এবাৰিষ্টউইথ (Aberystwith) বুলি ঠাইত বিশ্ববিদ্যালয় আছে। আয়াৰ্লণ্ডৰ ডবলিন, বেলফাষ্টতো (Belfat) বিশ্ববিদ্যালয় আছে। আমি যিবোৰ উল্লেখ কৰিছোঁ। সেইবোৰৰ বাহিৰেও আন ঠাইত বিশ্ববিদ্যালয় আছে। এইবোৰৰ ভিতৰৰ অক্সফোৰ্ড আৰু কেম্ব্ৰিজেই প্ৰধান। এডিনবৰাত আমাৰ দেশী লৰা প্ৰায়ে ডাক্তৰী পঢ়িবলৈ যায়,—তাত (Arts Science) শিল্প আৰু বিজ্ঞান বিষয়েও খুব সুন্দৰৰূপে পঢ়িব পাৰি। গ্লাচগোও পুৰণা, ইয়াতো ডাক্তৰী কলেজ আছে। আজিকালি গ্লাচগোত বহুতো লৰাই এঞ্জিনিয়েৰিং পঢ়ে। স্বৰ্গীয় ডাক্তৰ গোলাপ বেজবৰুৱা গ্লাচগোতে থাকি ডাক্তৰ হৈছিল। আৰু এজন অসমীয়াই গ্লাচগোত ডাক্তৰী পঢ়িছিল—তেওঁৰ নাম ডাক্তৰ আত্তৰংচা। স্কটলেণ্ড ইংলণ্ডতকৈ অলপ সস্তা। থাকিব জানিলে ইংলণ্ডো সস্তা আৰু থাকিব নেজানিলে স্কটলেণ্ডো মৰগ। স্কটলেণ্ড ইংলণ্ডতকৈ সস্তা বুলি নাম আছে সেইদেখি আমি সেই বিষয়ে ইয়াতো উল্লেখ কৰিলোঁ।

আৰু এটি কথা এইখিনিতে উল্লেখ কৰোঁ। আমাৰ অসমীয়া লৰা ডাক্তৰ নহয় কিয়? বিলাতলৈ নগৈ কলিকতাতে তো ডাক্তৰ হোৱা যায়। আমাক অসমীয়া ডাক্তৰ লাগে। বিলাতৰপৰা উভতি অহা আমাৰ তিনজন ডাক্তৰ আছিল;—ডাক্তৰ বৰা নাই; ডাক্তৰ বেজবৰুৱা নাই; এতিয়া কেৱল ডাক্তৰ কৰ্ণেল জালনুৰ আলি আছে। আমাক অসমীয়া ডাক্তৰ আৰু লাগে। কলিকতাৰপৰা পাচ হোৱা এজন অসমীয়া L. M. S, আৰু বম্বেৰপৰা দুজন অসমীয়া মাথোন। আসামত কিমান লৰা আছে, তেওঁলোকৰ অভিভাৱক সকলে কেৱল একেটা বাটেদি তেওঁলোকক নপঠিয়াই শিক্ষাৰ ভিন্ ভিন বাটেদি নপঠাই কিয়? এটা সুখৰ কথা—জাপানৰপৰা উভতি অহা

শ্ৰীযুত লক্ষেশ্বৰ বৰঠাকুৰে এটা নতুন বাট আমাক দেখুৱাই দিছে। আশা কৰোঁ আমাৰ দেশৰ মানুহে মিষ্টৰ বৰঠাকুৰক দেশৰ উন্নতি কৰিবলৈ সাহায্য কৰিব। আৰু এটি সুখৰ কথা, ফ্ৰান্সৰপৰা শিল্পবিদ্যা শিকি উভতি অহা শ্ৰীযুত ললিতমোহন দাসেও আমাক এটা নতুন বাট দেখুৱাই দিছে। এই ভদ্ৰলোক দুজনক আমাৰ দেশৰ মানুহে সাহায্য কৰি আন আন অসমীয়া ডেকাসকলক উৎসাহিত কৰা উচিত। আৰু এটি বৰ সুখৰ কথা, শুনিছোঁ। কটকৰ ডাক্তৰী ইস্কুলত আমাৰ অসমীয়া ভদ্ৰমহিলা এজনাই শিক্ষা কৰিব লাগিছে। ই বৰ আনন্দৰ কথা। অচিনাকী ঠাইত অকলৈ পঢ়িবলৈ যোৱা বিশেষতঃ এজন তিৰুতা মানুহৰ পক্ষে বৰ প্ৰশংসাৰ কথা। এই দৃষ্টান্ত আন অসমীয়াৰ অনুকৰণীয়।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

## নহয় সপোন।

আছিলোঁ সপোন বুলি, সি নহয়,
দিন দুপৰৰ কথা।
বোলেও বোলক সংসাৰে, নহয়
মনৰো যে ভঙা-পতা।
দুখ ভাগৱত আউজি বহিলোঁ
এজুপি বকুল তলে।
ঘৰৰ লখিমী আগবাঢ়ি মোক
সাবটি বুকুলৈ ললে।
চকু-লো টুকিলোঁ, কেওঁ নেদেখিলে,
কি নো বুজিব লোকে ?
নিচিনি চিনিলোঁ, নেমানি মানিলোঁ,
নেৰিবি আই হে মোকে।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

# টিকনি।

মনত নপৰাৰেপৰা মোৰ মূৰত টিকনি আছে। লগুণ দিয়াৰ পাছত যেতিয়া সন্ধ্যা-পূজা শিকিলোঁ তেতিয়া লৰাকালৰ সেই বাখিৰ-লাগে-বাৰে-ৰখা টিকনিৰ মোল বুজিলোঁ যেন লাগিল ; আৰু বৰ যত্ন কৰি সদাই গা ধুই উঠি ভক্তিৰে, সৈতে মন্ত্ৰ মাতি শিখা বান্ধো। টোলত পঢ়া কালত মোৰ টিকনি-কোচা সকলোতকৈ ডাঙৰ আৰু মই ভালকৈ শিখা বান্ধিব পাৰোঁ দেখি আমাৰ অধ্যাপকদেৱে মোক বৰ ভাল পাইছিল।

সময়ৰ গতিত মই আমাৰ জিলাৰ স্কুলৰপৰা "এণ্ট্ৰেন্স" পাছ কৰিলোঁ। আৰু গবৰ্ণমেণ্টৰপৰা এটা বৃত্তি পাম বুলি বুজ পাই মই কলিকতালৈ পঢ়িবলৈ যাবলৈ ওলালোঁ। স্কুলত পঢ়োঁতে মোৰ টিকনিৰ বাবে সহপাঠী বন্ধুবোৰে যে মোক কিমান উপদ্ৰৱ কৰিলে তাক বাইজৰ আগত গোচৰ কৰি মই মোৰ বাল্যবন্ধুসকলৰ শতুক শালিব নোখোজোঁ। কিন্তু স্কুলৰ পঢ়া শেষ কৰি কলিকতালৈ যাবলৈ ওলালতো মোৰ পুৰণি আৰু ন বন্ধুসকলে টিকনি কাটিবলৈ মোক বহুত উপদেশ দি তেওঁবিলাকৰ মাজৰপৰা যাবৰ সময়তো মোৰ "feeling wound" মনত কষ্ট নিদিয়াকৈ নেৰিলে। মই সেই উপদেশ কাতি কৰি থৈ ঘৰৰপৰা যাত্ৰা কৰিলোঁ। বাটত আহোঁতে আহোঁতেই খবৰ পালোঁ যে গুৱাহাটী নগৰত এই বছৰতে কলেজ খোলা একেবাৰে থিৰাং হল আৰু প্ৰফেচৰসকল আহি পালেহি। এই বাতৰি পাই মই আৰু কলিকতালৈ যোৱা কথা এৰি দি গুৱাহাটীৰ কলেজতে পঢ়িবলৈ ঠিক কৰিলোঁ। মোৰ সহপাঠী আৰু একেলগে পাছ কৰা আৰু এতিয়াৰ সহযাত্ৰী শ্ৰীচন্দ্ৰকো মোৰ মতলৈ আনিলোঁ। আমি দুয়ো গুৱাহাটীৰ ন কলেজত পঢ়াৰ ঠিক কৰিলোঁ।

এয়েই মোৰ প্ৰথমবাৰ ঘৰৰপৰা ওলোৱা। কলিকতালৈ গৈ বঙালৰ লগত লৈটিপেটিকৈ খাই জাত যোৱাৰ ভয় মোৰ আছিল ; আৰু আসামতে কলেজটো হোৱা শুনি এই যাত্ৰাতে ৰক্ষা পৰিলোঁ। আন থকা ঠাইৰ

অভ্যন্তৰ বৰ্ডিঙতে থকাৰ ঠিক কৰি আমি দুয়ো এটা ভাল খোটালি চাই ললোঁ।

বৰ্ডিঙৰ খোৱা-বোৱাৰ নিয়ম দেখি মোৰ গাই চিৰিংকৰে গল। ইয়াত কি উপায়েৰে নিজৰ নিয়ম ৰাখি চলা যাব এই ভাবনাত মোৰ মূৰত চৰগ ভাগি পৰিল। মই বিবুদ্ধি হৈ শ্রীচন্দ্রক উপায় সোধাত সি মোৰ ইমান ডাঙৰ কথাটোৰ ইয়াকে মাথোন উত্তৰ দিলে যে "ইয়াত থাকিলে আৰু আন উপায় নাই; লেটি-পেটিকৈ খাবই লাগিব। ঘৰৰ আচাৰ-নীতি অলপ ঢিলা কৰিব লাগিব।" এনে উত্তৰ শুনি চন্দ্রলৈ মোৰ বৰ খং উঠিল। খং মাৰ' গলত তাৰ কথা কেইফাকিৰ যুক্তি ফেল্লা মোৰ মনত সোমাল আৰু মই তেতিয়াই মনে মনে থিৰ কৰিলোঁ যে এই দুবছৰ যিমান শুচি হৈ থাকিব পাৰোঁ থাকোঁ; ঘৰলৈ গলে পৰাচিত হলেই সকলো লেঠা মৰিব। এনে বিপাকত পৰি মোৰ অলপ বেজাৰো লাগিল।

ইয়াতে মোৰ অসুবিধাৰ অন্ত নপৰিল। আমাৰ কলেজৰ লৰাৰ কাৰো টিকনি নাই, অকল মোৰেহে আছে। সেইবাবে মই সিহঁতৰ চকুৰ শেল হোৱাৰ দৰে হলোঁ। দুজনমান উগ্রস্বভাৱৰ লগৰীয়াই টিকনি কাটিবলৈ মোক নেৰানেপেৰাকৈ লাগিল। ভবিষ্যতৰ দেশৰ আশা, সমাজৰ ধৰণী আৰু বৰ্ত্তমান "সমাজ-সংস্কাৰক আৰু কুসংস্কাৰ-নিবাৰক" মোৰ নতুন বন্ধু-সকলৰ এজাকে মোৰ টিকনি থকাৰ বাবে অপমান পোৱা যেন পালে, আৰু মূৰৰ টিঙত বহি ইমানদিন নিৰ্ব্বিবাদে ৰাজত্ব কৰি অহা টিকনিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। মই কিন্তু তথাপি অচল হৈ এই মহাবিপদত আত্মৰক্ষা আৰু টিকনি ৰক্ষা কৰিলোঁ।

নতুন কলেজৰ হিন্দু মছলমান সকলোবোৰ লৰাই গোটখাই "ইটোৱে সিটোৱে মিলাপ্রীতিৰ ভাব বাঢ়িবলৈ" এখন চাহ খোৱা মেল পাতিলে। এই সম্মিলন মই অহাৰ ১৫ দিনমানৰ পাছতে হল। মই চাহ খাই থাকোঁতেই এটা দুষ্ট লৰাই মছলমান লৰা এটা আনি মই বহি থকা বেঞ্চখনৰ ওপৰতে বহুৱাই দিলে। খঙত মোৰ হাতৰপৰা খাবলৈ দাঙিধৰা চাহৰ বাটিটো পৰি গল। মোৰ কলীয়া কেওঁ নাই দেখি খং উঠিয়ো মই মনে মনে থাকিলোঁ। সেই দিনা ৰাতি লখোন্ দি পাছদিনা দেওবাৰে ৰাতিপুৱা ফুৰিবলৈ

ঘোঁৱাৰ চলেৰে কামাখ্যা পৰ্ব্বতলৈ গৈ তুমহা ৰূপ দি পৰাচিত হৈ আছিলোঁ। এইদৰে মাজে-সময়ে সিহঁতে দিগদাৰি কৰিবলৈ নেৰিলে। মই কিন্তু সিহঁতৰ কথালৈ অওকাণ কৰিবলৈ ধৰিলোঁ।

মই টিকনিডাল অপায়েক কৰি পেলাই থোৱা নাছিলোঁ। সি মোৰ এটা বৰ কামত আহিছিল। সেই কথা অকল শ্ৰীচন্দ্ৰই হে ভু পাইছিল। নিশাতে উঠি পঢ়িব লগা হলে সময়ত সাৰ নেপাওঁ বুলি টিকনি কোচাত জৰি এডাল লগাই চাংপিৰাৰ বা মূৰশিতানত থকা মেজৰ খুটাত মই বান্ধি থৈ দিওঁ। আৰু টোপনিত ইকাতি-সিকাতি কৰোঁতে মূৰটো টান খাই সাৰ পাওঁ।

আমাৰ বছেৰেকীয়া পৰীক্ষাৰ দুদিন হৈ গল। সংস্কৃতৰ পৰীক্ষাৰ আগ দিনা ৰাতি বাৰ বজালৈকে চাকি জলায়ে পঢ়া খতম নোহোৱাত পুৱতীয়া নিশা উঠি পঢ়িবৰ মনেৰে টিকনিত জৰি লগাই মূৰশিতানত থকা মেজৰ খুটাত বান্ধি থৈ দিলোঁ। শৰীৰ আৰু মনৰ ভাগৰ আৰু বেলিকৈ শোৱাৰ বাবে ভাতে পেটত ভালকৈ জীণ যাব নোৱাৰি মোক কিবা বিং-বিং-বাং-বাং সমাজিকবোৰ দেখুৱাবলৈ ধৰিলে। সোঁফালৰ খোটালিত থকা লৰাটোৱে ৰাতিপুৱা উঠি চিঞৰি পঢ়া,

ইত্যুক্তা মৈথিলীং ভর্ত্তুৰঙ্কে নিৰ্বিশতীং ভয়াৎ।
ৰূপং শূৰ্পনখানায়ঃ সদৃশং প্ৰত্যপদ্যত ॥

এই ৰঘুবংশৰ শ্লোকটো টোপনিতে মোৰ কাণত সোমোৱাত ৰাক্ষসীৰ ভয়লগা ছবিত ভয় খাই একেচিপে পাটীতে উঠি ৰহি দেখিলোঁ যে ট-ট কৰে বেলি ওলাইছে। কস্তেকৰ পাছতে কিবা এটা হুল যেন পম পাই মূৰটো খেপিয়াই চাওঁ যে মূৰৰ টিঙৰপৰা অলপ তেজ বিৰিঙি ওলাইছে। বিষত ভত নাইকিয়া হল। মেজৰ ফাললৈ চাই দেখিলোঁ বেলোলৰ মহী-চুঙাটোৱে আদখিনি চিয়াহি মেজৰ ওপৰৰ কিতাপে কাগজে পাটী গোটেইখনতে আৰু মোৰ নাকে মুখে ছটিয়াই দি চাল খাই পৰি ৰাকিখিনি বেজিথোৱা ৰঘুবংশটোৰ ওপৰত হুক-হুক্‌কৰে বঁতিয়াব লাগিছে। আৰু জৰিডালে, চিঙিনিয়া আদখিনি টিকনিৰে সৈতে, মেজৰ খুটাৰপৰা ওলোমাবাহুলি দি মোক উপহাস কৰিব লাগিছে।

"উস্! শভুৰুৰ হাতৰপৰা ইয়াক ইমান দিন কত পুৰুষার্থ কৰি ৰাখিলোঁ। শেহত ই মোক আজি ইমান কষ্ট আৰু অপমান দিলে" এনে ভাবে মোৰ মূৰত সোমাই খঙক চুলিৰ আগ পোৱালেগৈ। কোনেও দেখিবলৈ নৌ-পাওঁতেই মুখ হাত আৰু মূৰ ধুই আহিলোঁগৈ। কিন্তু মূৰৰ বিষত মোৰ তৰণি হেকৰালে। বৰ্ডিঙৰ হিন্দুস্থানী চকিদাৰটোৱে দেখি এটা বন-দৰৱ দিয়াত হে তিন দিনৰ মূৰত মোৰ বিষ ভাল পালোঁ।

তভালিকে কেঁচি এখন লৈ অৱশিষ্ট টিকনি কেডালিৰ স্বহস্তে শ্ৰাধ কৰিলোঁ। শ্ৰীবৰাধাঁও।

পুঃ—মোৰ এই বিপদটোৰ কথা চকিদাৰে হে জানে। তাক তেতিয়াই শপত খুৱাই আনৰ আগত কবলৈ হাক দি থৈছোঁ। ৰ, ধাঁ।

---

# আইকীৰ্ত্তন।

লুপ্তোধ্যায়।

## শ্ৰীশ্ৰীময়াবতাৰ।

শ্ৰীময়ায়ো নমঃ।

পদ।

কলি যুগৰ শেহাশেহিত, কল্কিযুগৰ আগাআগিত,
মহামই অৱতাৰ ভৈলা।
প্ৰায়' দেৱৰ ঔৰসতে 'সকলো ঘৰতে' গৰ্ভে
'ৰ'তে ত'তে' আৱিৰ্ভূত হৈলা॥

যত নৰনাৰীগণে　　　　অতি হৰষিত মনে
প্ৰভুগুণ যথামিব লৈলা।
ভয়ু নাম যেয়ে ভজে　　　　উন্মত্ত হইয়া মজে
ঢাকি থোৱে হৃদয়ৰ মৈলা॥
ঘোষা—মই-হে-মই মহামই-মই মোক হে চোৰ্ঁা।
( অথ আগৰ অৱতাৰবিলাক বৰ্ণনা। )

—•—

মৎস্য অৱতাৰ বৰ্ণনা।

—•—

পদ।

অনাদি অনন্ত প্ৰভু ভাগ্যৱন্ত　　　　মাছৰূপ ধৰি প্ৰবেশ কৰন্ত
পোন প্ৰথমে-ই পৃথিৱীৰ মাজে।
পানীৰ মাজত লুকাই থাকয়,　　ধৰি খাব বুলি বামক নেযায়,
মনৰ ভিতৰে কত বুদ্ধি সাজে॥
হেনে সময়ত ৰজা সত্যব্ৰত　　　　সভাসদগণ লয়ে সঙ্গত
নাৱত ভ্ৰময়—যেবে-মেষে গাজে।
ধুমুহা উঠিল নাচন্ত ঢৌৰে,　　　　টলং ভটং কৰে ৰজাৰ নাৱে,
বুৰিলন্ত পিছে সমুদ্ৰৰ মাজে॥
বহু চেষ্টা কৰি ৰজাক পাইলা ,জপা পেড়া কিন্তু তলতে ৰৈলা,
চতুৰ্ব্বেদী আইন তাৰ ভিতৰে।
সত্যব্ৰত ৰজা শোকাকুল অতি,　আইন হেৰায় হয়ে লটি-ঘটি,
বাছ-বিচাৰ একো কৰিব নাৰে॥
হেনে সুযোগতে প্ৰভু মৎস্যকায়ে　　　　জপাপেড়া লৈয়া
ৰাজগৃহে ধাৰে,
আইন উদ্ধাৰি ৰাজ-চিত্ত হৰে।
নৃপমণি অতি প্ৰসন্ন ভৈলন্ত　　　ধাকিবাক গৃহ কৰিয়া দিলন্ত
মৎস্যকাই লাগি ক্ষীৰোদধি তীৰে॥

নৰনাৰীগণে হাই নকৰিবে মনে মনে থাকি কাণপাতি দিবে
মৎস্য-কথা-সুধা শুনিবাক তবে ॥
ঘোষা—মই-হে-মই মহামই মই যোক হে চোৰাঁ।
মোৰে নাম লোৰাঁ আক মোৰে গুণ গোৰাঁ। ॥

(ক্রমশঃ)

---

শ্রীউমেশচন্দ্র বৰুৱা।

# ৰূপাবৰ বৰুৱাৰ সামৰণি।

খোলৰ বোল।

ধুন্দুলি কুটা, ধুন্দুলি কুটা, শুদা ধুন্দুলি কুটা।
লোণ নাইকিয়া, তেল নাইকিয়া, শুদা ধুন্দুলি কুটা ॥
অসমীয়া মানুহ, অসমীয়া মানুহ, গোটেই অসমীয়া।
ভেম আছে, ধন নাই, ডাঙৰ অসমীয়া ॥
পকা খৰিচা, পকা খৰিচা, শুদা খৰিচা পকা।
বিদ্যা নাই, গপ আছে, অসমীয়া ভীমটোকা ॥
মালভোগ কল, মালভোগ কল, মালভোগ মৰহা।
অসমীয়াই চাই আছে, গুণ চকু-চৰহা ॥
বগৰি-গুড়ি, বগৰি- গুড়ি, পোৰা গৰৈ মাছ।
আন মানুহ জাত যোৱা, নিজে হিন্দু "খাচ" ॥
খাৰণি দিয়া খাৰণি দিয়া মাটিমাহ পছলা।
সালোপ মাৰি ভাটীৰ ভায়ে মাতে মাত বঙ্গলা ॥
চুঙা-বাহুলি, চুঙা-বাহুলি, চৰাই কিবা পহু।
গুৱালপাৰ কোচবেহাৰে থকুৱাই বঙ্গালী খহু ॥
সোপা-চিলা চুঙাৰ খিলা, গাখীৰ চিটিকি পৰে।

---

* ৰবৰুৱাই বুঢ়া কালত খোল বজাবলৈ শিকিবৰ মন কৰি মণি বায়নৰ ওচৰলৈ গৈছিল। বায়নে তেওঁক খোলৰ এই বোলটো প্রথমতে মুখস্থ কৰিবলৈ দিছে।

ধুবুৰি কোচ গুৱালপাৰে শাড়ীৰ আঁচল ধৰে ॥
দুখীয়া হওক, দৰিদ্ৰ হওক, তেও মাতৃভাষা ।
পৰ ভাষা, পৰ ধন, কিয় কৰা আশা ॥
ধুন্দুলি কুটা, ধুন্দুলি কুটা, শুদা ধুন্দুলি কুটা ।
লোণ নাইকিয়া, তেল নাইকিয়া, শুদা ধুন্দুলি কুটা ॥

---

# কিতাপৰ চমু সমালোচনা ।

লখিমী তিৰোতা। শ্ৰীযুত বেণুধৰ ৰাজখোৱা বি, এ, প্ৰণীত । লখিমী তিৰোতা অসমীয়া সাহিত্য-ভঁৰালত সঁচাকৈয়ে লখিমী। আমি কিতাপখন পঢ়ি আনন্দিত হৈছোঁ। আসামৰ ছোৱালী পঢ়োৱা স্কুলবোৰত এই কিতাপখন পাঠ্য হলে বৰ ভাল হয় । গিৰিয়েক-ঘৈণীয়েকে কথা পতা ছলেৰে এই কিতাপত সাৰুৱা উপদেশবোৰ দিয়া হৈছে । গ্ৰন্থকৰ্ত্তাই লখিমী তিৰোতাৰ দ্বিতীয় ছোৱা ৰচিবলৈ সোনকালে মন দিয়ক, তেওঁৰ ওচৰত আমাৰ এই খাটনি ।

গ্ৰন্থকৰ্ত্তা আসামত আৰু কিতাপখন ছপা হল কলিকতাত । নিশ্চয় অসুবিধাৰ বাবে তাৰ "প্ৰুফ" চোৱাত কিছুমান ভুল ৰৈ গল; যেনে,—"বুজিব," "নসলাগে," "নিস্ফল," "নোছোৱা-নেমেলাকৈ," কাণপাৰ," "ষোড়ৰপ পঞ্চামৃতেৰে," "বাতলি গুটিবে," "থাই নাইকিয়া," "লেখা-পড়া," 'গুৰুয়ে," "মনৰ খুকুটীটো," ইত্যাদি । "মস্কৰা" শব্দটো অসমীয়া নহয় । যদিও সি আজিকালি লাহে লাহে অসমীয়াৰ ঘৰত সোমাইছে, তথাপি শ্ৰীমতী পখিলাৰ নিচিনা ভাল মানুহৰ ঘৰৰ ওপৰ খাপৰ তিৰুতাৰ মুখত তাক যিমান কম শুনা যায় সিমান ভাল । "যেনিবা" শব্দটোৰে "জানিবা"ৰ ঠাই নললে ভাল । "তেওঁক সৎপথে আনিব পাৰে" নেলেখি 'তেওক, সৎপথলৈ আনিব পাৰে' লেখাটো উচিত । "এয়ে সৎত্বৰ লক্ষণ" "সৎত্ব" কথাটো আমি কোনেও ব্যৱহাৰ কৰা দেখা নাই । "চিৰ-লগৰী" লগৰী শব্দটো পদ্যত ব্যৱহৃত হোৱা দেখিছোঁ, গদ্যত লগৰীয়া আৰু লগৰীয়ানী ব্যৱহাৰ কৰা হয় । "নন্দেক" নহৈ ননন্দেক হলে শুধ হব । মৰ্য্যাদা শব্দটো সংস্কৃত মৰ্য্যাদা শব্দৰ বিকৃতি, সেইবাবে

তাক সেইদৰে ব্যৱহাৰ কৰিব পাৰি; কিন্তু নিখুত সংস্কৃত "আত্ম"ৰে সৈতে যেতিয়া তাক লগলগাই লেখা যায় তেতিয়া "আত্ম-মৰ্য্যাদা" লেখাটো হে ভাল।

"ভাত বন্ধা" আধ্যাত মুৰলীয়ে পখিলাক যি যুক্তি দেখুৱাই ভাত বন্ধা কাৰ্য্যৰপৰা তেওঁক বিৰত ৰাখিবলৈ চেষ্টা কৰিছে, সেই কাহিল যুক্তিলৈ আত্তকাণ কৰি পখিলাই তেওঁৰ নিত্যকৰ্ম্ম ভাত ৰান্ধি থকাহেঁতেন আমি সুখী হলোহেঁতেন। সঁচা কথা কবলৈ গলে মুৰলীৰ যুক্তিতকৈ পখিলাৰ যুক্তি হে আমাৰ মনত সাৰুৱা যেন লাগিল। মুৰলীয়ে পখিলাক কৈছে,—"দেৱৰেক নিজৰ ভায়েকৰ নিচিনা ভাবিব লাগে।" কিন্তু "সক যোপাৰ আগত ওলাবলৈ লাজ লাগে" বুলি যেতিয়া পখিলাই কলে, তেতিয়া মুৰলীয়ে উত্তৰ দিলে "ওলাব নেলাগে। * * আৰু দেৱৰেকৰ আগত ওলোৱাটোও মই বৰ ভাল নেদেখোঁ।" আমি সোধো কিয়? দেওৰেক যদি মৰমৰ সক ভায়েকেই হল, তেন্তে বৌয়েক অৰ্থাৎ জানিবা বায়েক তেওঁৰ আগত নোলোৱাৰ মানে কি? মুৰলীৰ এইটো শিকনি পখিলাই নললেই আমি তেওঁক শলাগিম। যাকে তাকে ভিক্ষা দিয়া বিষয়তো আমি মুৰলীৰ মতত নচলি পখিলাৰ মতত চলিবলৈ সাজু আছোঁ। এইবোৰ যি হওক, "লখিমী তিৰোতা" লেখি গ্ৰন্থকৰ্ত্তাই অসমীয়া "তিৰুতাৰ বাহুত কৰম, বুকুত মৰম, আৰু চকুত ধৰম" দিয়া কাৰ্য্যত ভালেমান সহায়তা কৰিলে দেখি আমি তেওঁৰ শলাগ লৈছোঁ।

---

# ফাগুণা লগুৱাৰ বেমেজালি।

মাথোন একাকি হিন্দুস্থানী বাহ্‌বা।

হাতৰ কাপটো মেজত থৈ, চকি খনৰপৰা গিৰিস্‌ কৰি উঠি, শ্ৰীশূলপাণি বৰুৱা ডাঙৰীয়াই চৰা পৰৰ খিলিকি দুৱাৰেদি মুখখন উলিয়াই মাত লগালে—

"হেৰ ফাগুণা! অ ফাগুণা! ফাগুণা অ!" কিন্তু ফাগুণাৰ অস্তিত্বৰ হলে কোনো সাৰ-সুৰেই নাই।

ডাঙৰীয়াই আকৌ অলপ বেচিকৈ ডিঙিটো বহলাই বাস কৰিলে—

"ফগুণা ! অ ফাগুণা ! হেৰ ফগুণা অ।".

এইবাৰ ভিতৰৰপৰা মেঘে গজাৰ দৰে গাজনি মাৰি "জবাব" আহিল—

"কি হাঁ ? মৰ্ চিএাঁৰ মাৰা সিঁটোঁনো কোন্ হাঁ ?" কথা কেফাকিৰ লগে লগে কথকজনো সোঁ-শৰীৰে আহি ডাঙৰীয়াৰ আগত থিয় হৈ, হাত-দুটা ওপৰলৈ মাৰি পঠিয়াই, মুখখন যিমান দূৰ মেল খায় মেলি, ডাঙৰ দীঘল হামি এটা, আৰু দুহাতে এটা এটাকৈ লেখত দুকুৰি দুটা টিলিকি, লগেভাগে মাৰিলে। ফাগুণাৰ সেই অৱস্থাত সেই ৰূপ আৰু ভঙ্গী ঠিক কেনে আছিল জানিছা নে ? মনত কৰি লোৱাঁ—এটা ভৰা জীয়া (?) টোপনিত, তাক জোকাই টোপনি ভঙাই থং তোলাই দিয়াঁ; তেনেহলেই পাবা ফাগুণাৰ সেই অৱস্থাৰ হুবহু পটখন।

ডাঙৰীয়াই সেই ভঙ্গীমাটোৰ ধুৰুপ অৰ্থ বুজি সুধিলে—

"কটা গৰু। তই আকৌ শুইছিলি নে কি ?

ফাগুণাই খোৱাটোতকৈও শোৱাটোক বেচিকৈ ভাল পাইছিল। যতে পাই ততে আৰু যেতিয়াই তেতিয়াই, যি অৱস্থাতেই থাকক বা নেথাকক, অলপ সুযোগ পালেই শুই লৈছিল। এইটো সদ্‌গুণেই বোলা বা বদ্ অভ্যাসেই বোলা বা একেবাৰেই বেয়াই বোলা—ফাগুণাই হলে শুইছিল। গালি-শপনিয়েই পাবা বা মাৰধৰকেই কৰা—ফাগুণাই হলে শুব। ডাঙৰীয়াই বিভিয়াৰৰ সময়তো সি শুইয়েই আছিল, তত্ৰাচ মৰণত শৰণ দি সি ডাঙৰীয়াক মিছাকৈয়ে কলে—

"দেউতাই শুদা শঁয়াহে দেখাহ্।। বনৰ প্ৰ্যা আজ্‌ৰি পালৈ হা শোবি ? এক লিমিট জীবাবা নবাহ্, আৰু বোলে শোলি !"

ফাগুণাই এটা দুটা চহকৰা শবদ্ খুটিয়াই মাজে-সময়ে তুলি লৈছিল। মিনিট বা লিমিট সেই ভাবে ভিতৰৰে এটা।

ডাঙৰীয়াই জৰুৰী কামত পঠিয়াবলৈ ফাগুণাক মাতি আনিছে, সেইটো তেওঁৰ মনত আছিল। সেই বাবে, বাইক্-যুদ্ধ্খন নেপাতি কলে—

"থ, থঁ তোৰ বকৰকনিখন এতিয়া থ। হোঁ। এই চিঠিখন চাৰিআলিৰ মূৰত আহত গছত ওলমি থকা ডাক-বাকচটোত পেলাই দি আহ গৈ। আৰু, শুন। এই কাগজৰ বাস্থুং টো ( এই এটা ফাগুণাই তুলি লোৱা শবদ ) লাউ-

মান মেধিক দি আহিবি আৰু মেধিক কৰি মোৰ লগত আজি কেছাবিত্ত দেখা কৰিবি। আৰু বহ্‌। উভতি আহোঁতে ঢেকাইপটীত সোমাই লুটপুট বৰমীঞাৰ দোকানৰপৰা এবাৰুচ চুৰথ আনিবি। কি চুৰথ, মোক লাগে বুলি কলেই, বুজি পাব। তিনি আধলি দামৰ। ৰবি। ৰূপ লৈ যা।

ডাঙৰীয়াই হাতনিপেৰাৰপৰা ৰূপ উলিয়াই ফাগুণাৰ হাতত দি কি কুক্ষণতে আপোন-পাহৰা হৈ হিন্দুস্থানী ভাষাতে খপহ কৰি তাক সুধিলে—

"সমঝে ম আয়া ?"

ফাগুণাই উলটি ডাঙৰীয়াকে সুধিলে—

"সেঁটেঁ৷ নো কি ?

প্ৰশ্নটো শুনি ডাঙৰীয়াৰ মনত পৰিল সেই মহাভাৰতৰ দৃশ্যটোলৈ,—পৃথুবীৰ পাৰত যেতিয়া বকৰূপী ধৰ্ম্মৰাজে নিজৰ পুতেক যুধিষ্টিৰ ৰজাক ছলনা কৰি সুধিছিল "কিমাশ্চৰ্য্যং ?"

ডাঙৰীয়া এজন বৰ ৰঙীয়াল মানুহ। তেওঁ হাঁহিবলৈ বৰ ভাল পায়; লগেভাগেতো হাঁহেই, কিন্তু বেছিভাগ অকলৈ অকলৈও হাঁহে। ডাঙৰীয়াৰ বেয়াটোৰো ভালটো দেখিবলৈ শক্তি এটা আছিল। আৰু তেওঁ সদাই বেয়াটোলৈ চাওঁতেও হাঁহিটি বিত্ত-চকুৰে চাইছিল।

ডাঙৰীয়া এজন কলিকতাত "পাচ"কৰি অহা উকীল। তেওঁ জিলাত ওকালতী কৰিবৰ তিনি বছৰ হল। মাই ঘৰ গাৱঁত,—জিলাৰপৰা গৰুগাড়ীৰে এদিনৰ বাট। ডাঙৰীয়াৰ সম্প্ৰতি বিয়া হৈ গৈছে। উকিলনী মাহচেৰেক হল গাৱঁৰ ঘৰত আছে গৈ। জিলাৰ ঘৰত ডাঙৰীয়া, ৰান্ধনি বামুণটো, আৰু ফাগুণাক লৈ লেখত মাথোন তিনটা প্ৰাণী এই সময়ত আছিল।

ডাঙৰীয়াই ফাগুণাৰ "সেঁটেঁ৷ নো কি" প্ৰত্যুত্তৰত নেহাঁহি থাকিব নোৱাৰিলে—

"বোলেঁ৷—মই যিবিলাক কথা কলোঁ৷ সেইবিলাক্ (নিজৰ তাসুখনত আঙুলিৰে টুকৰিয়াই দেখুৱাই) এঁত সুব্‌ কিল্‌না ?"

ফাগুণাৰ গৰুবুদ্ধিটোৱে কেনেবাকৰি অনুমান কৰিলে যে দেউতাৰ এই বাব, বঙ্গালত যাক কয়, "একটু ৰসিকতা কৰা হচ্ছে।" ফাগুণাই মিচিকীয়া হাঁহি এটি মাৰি চকুৰ ঠাৰেৰে ডাঙৰীয়াক জনালে যে সেই বিষয়ত সিও পৈণত আৰু যণ দিবলৈকো সাজু।

উত্তৰত ফাগুণাই মাথোন নিজৰ কাণৰ-পাটটো আঙুলিয়াই দেখুৱালে।

অস্যাৰ্থঃ—যে ডাঙৰীয়াৰ ভুল। "কথা শুৰ্‌কা" বাটটো ভালুত মহল্ল কাণত হে।

ফাগুণাৰ মিচিকীয়া হাঁহিটো বহলি ইকাণৰপৰা সিকাণ পালে গৈ। এইটো থিৰাং যে ডাঙৰীয়া হাৰিল, সি জিকিল। কিন্তু ফাগুণা প্ৰভুভক্ত লগুৱা। ডাঙৰীয়াৰ পৰাজয়জনিত লাজৰ বোজাটো তাক দেখি আৰু বেচিকৈ যাতে নেবাঢ়ে সেই অৰ্থে, ডাঙৰীয়াই দিয়া হুকুমবিলাক তামিল কৰোঁগৈ বুলি তেওঁৰ ওচৰৰপৰা সি ৰামকৃষ্ণক সুৰঁৰি তত্তালিকে আঁতৰি গল।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

## বাটকুৰা।

কিয় তুমি আছা চাই মোৰ পিনলই,
যাওঁ মই পথিক পথৰ,
নেজানা কোন নো মই, কোন পিনে যাওঁ,
কি বিচাৰি যাওঁ জীৱনৰ।

নঙলাত ধৰি আছা একে থিৰে চাই,
কাঢ়িছা দীঘল হুমুনিয়া,
পাহৰিছা সংসাৰৰ সকলো বান্ধনি,
বই আছা অকলশৰীয়া।

দেখিছোঁ তোমাক মই সৰল ভাবৰ,—
উপজিছা গাৱঁৰ মাজত,
নাই একো বেয়া ভাব তোমাৰ মনত,
লাৱণ্যতা দেখিছোঁ মুখত।

মই হলে এতিয়াই আঁতৰি আহিলোঁ
নেথাকিব তোমাক মনত,
তোমাৰ সুন্দৰ ছবি পবিত্ৰ ভাবৰ
মাৰ যাব স্মৃতিৰ পটত।

পূবৰ বাঙলি বেলি উলটি আকউ
ভুমুকি মাৰিলে পচিমত,
তেহে মোৰ কেতিয়াবা আকউ এদিন
হব দেখা তোমাৰ লগত।

শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা।

---

# মিলন।

কিয় বাৰু আজি মনটিৰ মোৰ
এনে উত্ৰাৱল গতি?
শোকৰ ধুন্দা নে সুখৰ ছাঁয়াই
কৰিছে অধীৰ অতি?
কিয় আজি মোক অতবোৰ ভাবে
ধৰিছে চৌদিশে বেৰি?
কান্দোন-হাঁহোন একেলগে কিয়
নোযোৱা হল নো এৰি?
মিলন-সোঁতত অতদিন বাৰু
কিহৰ ভেঁটা নো থিয়?
কাৰ কৰুণাই গুচালে নো ভেঁটা
—ইমান কৰুণা কিয়?
বিলৰ পদুমৰ ৰবিৰ লগত
আছে দেখোঁ মিলা প্ৰীতি,
নমনা দুৰত থকাতো দুইয়ো
চাই থাকে ইটি-সিটি।
দূৰতে দুইয়ো মিচিকি হাঁহিৰে
ধেমালি-ধুমুলা কৰে,
মেঘৰ আঁৰত লুকাই বেলিয়ে
বুকু-ভা খেলিব ধৰে।

মাগোঁতে মেলানি　　ৰ'.১লি ৰবিয়ে
কণা দুটিমান চালে,
তাকে পাই নাচে　　বিৰহী পদুমে
চাই চাই বেলি-ফালে।
উত্থান পতন　　বিভেদ মিলন,
ইটিৰ পাছত সিটি,—
আজিৰ দুখীয়া　　কালি লাখপতি
এয়ুৱা সংসাৰ ৰীতি।
মিলন অভাৱ　　তাই বন্ধু মাজে
নহয় কদাপি ভাল;
সেই হে সিঁচিলে　　আমাৰ হিয়াত
মিলনৰ গুটিগাল;
মিলন-জৰিৰে　　সেই হে বান্ধিলে
ভগা ভগা দুটি হিয়া;—
নেদেখোঁ বিশ্বৰ　　সৃষ্টিত একোকে
মিল ভাব নাইকিয়া।
নই বিল জুৰি　　গই থাকি থাকি
মিলে সাগৰত সবে;
জাকে জাকে পখী　　উৰি উৰি ফুৰি
গাই সুললিত ৰবে।
এখানি পকৰা　　একেলগ লাগি
খাবলৈ বিচাৰি যায়,
মধুলেহীবোৰে　　সঙ্গ পাতি পাতি
মনমোহা গীত গায়।
গছ লতা বনে　　ইটিয়ে সিটিক
সাবটা-সাবটি কৰে,
পানী হাঁহ জাকে　　শাৰী পাতি পাতি
ৰঙেৰে পানীত চৰে।

মুখামুখিকই ফুলকলি ফুলে
মোহিনী জেউতি ধৰি ;
লগালগি হই ৰঙা সুমথিৰা
থাকে তল মূৰ কৰি।
ওপৰে তৰাই ওচৰে ওচৰে
ৰখি থাকে জোনবাই,
বেলি দেখা পালে লাজতেহে যেন
থুলপাতি গুচি যায়।
আছেই যদিহে মিলন বন্ধন
বিশ্ব ব্রহ্মাণ্ডৰ মাজে,
হওঁ তেনে যাতে আমাৰো হিয়াত
মিলন-কিৰণ বাজে।

শ্রীপ —

---

# কাশীবাসী।

সি আজি ভালেমান বছৰৰ আগৰ কথা। জাৰ কালি। পুৱা। পূব আকাশত ৰদ বিৰিঙাইছে। চৰাই-চিৰিকতিবোৰে কলকলাই চেকুচেকাই চাৰিউফালে উৰি বিয়াদান দিছে। গঙ্গাৰ সোঁত ধীৰ গম্ভীৰভাৱে এনেকৈ বলিছে যে সোঁত বলিছে বুলি দূৰৰপৰা উমানকে ধৰিব নোৱাৰি। নৈৰ পানীৰ ওপৰত অলপ ধোৱাঁৰ নিচিনা ভাপ উঠিছে, দেখিলে মনত খেলায় যেন তাত প্ৰাতঃস্নান কৰিবলৈ যোৱা লোকসকলৰ জাৰত অনুকম্পা প্ৰদৰ্শন কৰি প্ৰকৃতি দেবীয়ে গঙ্গাৰ তলত উমা-জাল দি পানীবোৰ কুহুমীয়াকৈ তপতাই দিছে। স্নান কৰিবলৈ যোৱাসকলৰ কোনোৱে পানীত নামি মন্ত্ৰ মাতি জোবোৰা মাৰিছে ; কোনোৱে জোবোৰা মাৰি বামলৈ উঠিছে ; কোনোৱে জোবোৰাৰ অন্তত পানীতে থিয় হৈ, ওলাই-অহা ন বেলিৰ ফালে মুখ কৰি সন্ধ্যা আহ্নিক কৰিছে ; কোনোৱে বামলৈ উঠি শিলৰ থট খটিত বহি কোষা অৰ্ঘা ফুল তুলসী বেল-পাত লৈ শিৱপূজা কৰিছে, কোনোৱে তিতা কাপোৰ সলাই ৰঙা বগা কলপতীয়া ৰবণৰ পাটৰ শুকান চুৰিয়া

পিন্ধিছে; কোনোৱে বা গাৰ কাপোৰ খহাই খট্‌খটিৰ ওপৰত থৈ পানীত নামিবৰ উদ্যোগ কৰিছে। কাষতে পাৰত দুজন চাৰিজন সন্ন্যাসী ফকিৰে বহি জুই জ্বালি ভাং ধপাত হুপিছে। পুহ মহীয়া কাশীৰ দশাশ্বমেধ ঘাটত এই দৃশ্য। মোৰ এজন অসমীয়া বন্ধুৱে সৈতে ময়ো গঙ্গাস্নান কৰিবৰ মনেৰে এদিন পুৱাই তালৈ গৈছিলোঁ। কিন্তু গাৰপৰা নোমৰ চোলা কাপোৰ শোলোকাই মোৰ উদং গাটোৰ কোমল ছালখন জাৰৰ চোকা দাঁতৰ আগলৈ সতকাই আগ বঢ়াই দিবলৈ সঙ্কোচ কৰি, দেখাক দেখি একাঙ্গুল দু আঙ্গুলকৈ সাহ গোটাবৰ মনেৰে আলম-বিলম কৰি বন্ধুৱে সৈতে সাত-পাঁচ উৰণীয়া কথা পাতিব লাগিছোঁ। এনেতে দেখিলোঁ, এড়ীয়া কাপোৰৰ শাৰী পিন্ধা আশী বছৰমান বয়সীয়া থপ্‌থপীয়া বুঢ়ী এজনীয়ে আমাৰ কাষ চাপি আহি আমাৰ মুখলৈ চাই সুধিছে,—"বাবা, তোমৰা কি অসমীয়া মানুহ?" মই উত্তৰ দিলোঁ, "হা, আমৰা আসাম দেশের লোক।"

বুঢ়ী।—"কত বাড়ী?"

মই।—"ৰংপুৰ শিৱসাগৰে বাড়ী। আপনি কে? কেন জিজ্ঞেস কৰ্‌ছেন বলুন দেখি? আপনাৰ বাড়ী কোথায়?"

বুঢ়ী।—"বাবা, আমাৰ বাড়ীও ৰংপুৰে। আমিও অসমীয়া মানুহ। হা বিশ্বনাথ! হায় মোৰ গোসাঁই। আজি কত কালৰ মূৰে আমাৰ দেশৰ মানুহ দেখিতে পাইলুঁ!" এই বুলি বুঢ়ীয়ে ভালেমান্ কথা কৈ হা-হুতাহ কৰি আমাৰ ওচৰতে বহিল। দেখিলোঁ বুঢ়ীৰ চকু পানীৰে চলচলীয়া হৈছে। আমি দুয়ো ভালকৈ কথা কৈ বুঢ়ীক তেওঁৰ আঁতি-গুৰি সুধিলত বুঢ়ীয়ে অসমীয়া আৰু বঙ্গলাৰে সান-মিহলি ভাষাৰে নিজৰ যি কাহিনী বৰ্ণনা কৰিলে তাৰ সাৰভাগ চমুকৈ তলত দিলোঁ।—

"বোপাইত, তোমালোকক নো আৰু মোৰ আঁতি-গুৰিৰ কথা কি কম! সেইবোৰ দুখ-বেজাইৰ কথা সুৰঁৰিলে এতিয়াও মোৰ হিয়া ভাগি যায়। মই আগেয়ে কি আছিলোঁ সেই কথা মনত পৰিলে সেইবোৰ আৰু এজনৰহে কথা যেন লাগে।

"আমাৰ ঘৰ ৰংপুৰ চহৰত আছিল। মই ভঁৰালীবৰুৱাৰ ঘৰৰ জীয়াৰী, দুলীয়া বৰুৱাৰ ঘৰলৈ পৰিছিলোঁ। মোৰ বোপাই ডাঙৰ মানুহ, আৰু

স্বামীও ডাঙৰ মানুহ আছিল। মোৰ ধন-বিত্ত ঐশ্বৰ্য্য-বিভূতি সুখ-সম্পদৰ অন্ত নাছিল। কাল মানে মোৰ ইহজীৱন নষ্ট কৰিলে। অকল মোকে নহয় বোপাইহঁত, হেজাৰ হেজাৰ দুৰ্ভগীয়া অসমীয়া মানুহক সিহঁতে খালে। মনৰ সেই কালৰ সেই ভয়ানক উপদ্ৰৱৰ কথা সুঁৱৰিলে এতিয়াও ভয়ত অন্তৰ-কণ্ঠ শুকায়। পলবীয়া চন্দ্ৰকান্ত ৰজাক মানে নানা ছলনা কথা কৈ জোৰহাটলৈ মাতি আনি তাতে বন্দী কৰি বংপুৰত থলে। মানদেশৰ ৰজাই বৰ সেনাপতি মিঙিমাহা বান্দুলালৈ হুকুম দি পঠিয়ালে যে বান্দুলা আসামৰপৰা উভতি যাব লাগে। ৰজাৰ হুকুম পাই বান্দুলাই সমহ ভাগ মান সেনা লগত লৈ উভতি নিজৰ দেশলৈ যাবলৈ ওলাল। কিন্তু বোপাই-হঁত, যাওঁতে পাষণ্ডহঁতে দেশৰপৰা ধন বস্তু যি পালে চুচি নিলেই, সেইবোৰৰ উপৰিও হাজাৰে হাজাৰে অসমীয়া মানুহ ধৰি লগত লৈ গুচি গল। সেই মানুহবোৰ কেনেকৈ নিছিল তোমালোকক কব লাগে নে? শুনিবা নে? শুনা কওঁ। সিহঁতে বুঢ়া-মেঠা আৰু লৰা ছোৱালীবোৰক নিনি জীয়াতু দি মাৰি থৈ গৈছিল, ডোকাবোৰক সিহঁতৰ ভাৰী আৰু ডেকেৰীবোৰক জিকন্তা কৰি লৈ গৈছিল। গৰু ছাগলী সাঙুৰি নিয়াদি সেই মানুহবোৰ সিহঁতে সাঙুৰি নিছিল মোৰ বোপাইহঁত! সিহঁতৰ মাৰ-ধৰ অত্যাচাৰ সহিব নোৱাৰি কত মানুহ যে বাটতে আপোন-ঘাতী হৈ আৰু এনেই মৰিল তাৰ লেখ-জোখ নাই। আমি বৰ-কাছৰ হাতোৰা ফুটাই বেত-সুতেৰে বন্ধাদি দহোটা কুৰিটাকৈ একো একো জাক মানুহৰ হাতৰ তলুৱা ফুটাই সিহঁতে বান্ধি লৈ গৈছিল। মযো মানৰ হাতত বন্দী হৈ যোৱা মানুহ। তেতিয়া মই উঠি-অহা ছোৱালী, মোৰ বয়স ১৫ বছৰ মাথোন। হঠাৎ মানে আমাক ঘৰ-বেৰা দি ধৰিলে। মোৰ স্বামী কেনি পলাল মই নেদেখিলোঁ। মোক সিহঁতে বন্দী কৰি ললে। আমাৰ বই-বস্তু যি আছিল সোপাক সিহঁতে লুটি পুটি ললে। উস্! সেই অত্যাচাৰৰ কথা সুঁৱৰিলে বুকু ফাটি যায়। বোপাই-হঁত, সেই অসুৰহঁতৰ দৌৰাত্ম্যৰ কথা আৰু তোমালোকক বহলকৈ কৈ কি কৰিম, মুঠতে কওঁ যে পাপীষ্ঠহঁতৰ হাতত মোৰ সকলো গল!"

দেখিলোঁ, বেজাৰত বুঢ়ীৰ মুখৰপৰা কথা ভালকৈ নোলোৱা হৈ ঠোকা-ঠুকি হৈ ওলাইছে। মই লাহেকৈ মাত লগালোঁ,—"আপোনাৰ কষ্ট হৈছে।

থাওঁক সেইবোৰ কথা আৰু কব নেলাগে।" মোৰ কথা শুনি বুঢ়ীয়ে থিতাতে নিজক চম্ভালি লৈ আকৌ আৰম্ভ কৰিলে—"কষ্ট ভো হৈছেই ; কিন্তু মোৰ বুকুৰ ঘাবোৰৰ ওপৰত যদিও এতিয়া কাঠ বান্ধি আছে, তথাপি তাত আঙুলি দিলে আগৰ নিচিনাকৈয়ে টান পাওঁ ; অৱশ্যে এতিয়া তাৰপৰা আৰু তেজ নোলায়।

"যাওক সেইবোৰ কথা। আমি দহ হেজাৰমান মানুহক মানহঁতে চিংফৌহঁতৰে সৈতে গোটখাই পাটকাইৰ কাষ পোৱাইছিলগৈ। আমাৰ ভিতৰৰ ভালেমানক চিংফৌহঁতে সিহঁতৰ গোলাম কৰি নিজৰ দেশত ৰাখিলে। ভালেমানক মানে নিজৰ দেশলৈ লৈ গুচি গল। এনেতে কুম্পানীৰ ফৌজে ইফালৰপৰা মান আৰু চিংফৌহঁতক খেদি গল। মান আৰু চিংফৌৰে সৈতে ন-দিহিং নৈৰ কাষতে কুম্পানীৰ ফৌজৰ ৰণ লাগিল। সেই ৰণত মান আৰু চিংফৌহঁত কুম্পানীৰ ফৌজৰ হাতত হাৰিল, আৰু মানক কুম্পানীৰ ফৌজে একেবাৰেই আসামৰ সীমাৰপৰা উলিয়াই খেদিলে। মান গলতে চিংফৌবোৰ শান্ত হল। কুম্পানীৰ সেনাপতি নিউভাইয়ে (captain Neufville) প্ৰায় ছয় সাত হাজাৰমান অসমীয়া মানুহক মানৰ হাতৰপৰা একৰাই আমাৰ ঘৰৰ ফালে পঠিয়াই দিলে। সেই মানুহবোৰৰ ভিতৰৰ ময়ো এজনী।

কিন্তু বোপাইহঁত, মোক চাহাবে সকলোৰে অনাতকৈ মই ভাতে মৰি যোৱাহেঁতেন বা মানে লৈ যোৱাহেঁতেন হেজাৰ গুণে ভাল আছিল। কিয় কওঁ শুনা। মই হতভাগিণী উভতি আহি যেতিয়া আমাৰ ৰংপুৰৰ ঘৰ ওলালোঁহি মোৰ স্বামী আৰু শহুৰ শাহুৱে মোক সামৰি লওক ছাৰি মোক ভ্ৰষ্টা বুলি পদূলিৰ মুৰলৈকে থুকিব নিদিলে। মই দুই হাতে নিজৰ কপালখন খুন্দি কত কাকুতি মিনতি কৰি মোক আমাৰ চৌলৰ ভিতৰতে, লাগে যদি আঁতৰতে ঠাই এচমকা দি ৰাখিবলৈ তেওঁলোকক কলোঁ, কিন্তু তেওঁলোকৰ শিলেৰে বন্ধোৱা হিয়াত মোৰ কান্দোন-কাটোন নোসোমাল। মোৰ কান্দোন দেখি স্বামীৰ চকুৰ পানী যে মই ওলোৱা নেদেখিছিলোঁ এনে নহয়, কিন্তু তেওঁ মহাদৈত্য ৰূপৰ ভয়ত ঘৰেৰবোৱাহ আৰু আন ওচৰ-চুবুৰীয়াৰ বিপক্ষে থিয় হৈ মনুষ্যত্ব প্ৰকাশ কৰিব নোৱাৰিলে। মই নিৰুপায় হৈ মোৰে নিচিনা দুৰ্ৰুপলীয়া এজনীৰে সৈতে লগলাগি লাহেলাহে খোজকাঢ়ি খুজি

মাগি খাই আছি আছি, ছমাহমানৰ মূৰত কাশী পাই অনাথৰ নাথ বিশ্বনাথৰ চৰণত শৰণ লৰ্লোঁ। তেতিয়াৰেপৰা মই এই কাশীতে বাস কৰি আছোঁ, মোৰ দুখৰ দীঘলীয়া জীৱনৰ ওৰ এতিয়াও পৰা নাই। কিন্তু পবিত্ৰ অলপতে। আজি তোমালোকৰ মুখৰ অসমীয়া মাত শুনি মই যে কি অমিয়া-মধু পিবলৈ পালোঁ, কত পুৰণি দুখ বেজাইৰ কথা মোৰ মনত পৰিল তাক কি কম! হে বাবা বিশ্বেশ্বৰ! হে বাবা ভোলানাথ! তোমাৰ অপাৰ মহিমা! তুমি এই দুখুনীক তোমাৰ চৰণত ঠাই দিছাঁ, পৰকালতো যেন দুখুনীক নেৰা তোমাৰ অভয় চৰণত দুখুনীৰ এই প্ৰাৰ্থনা।"

বুঢ়ীৰ জীৱনৰ শোকপূৰ্ণ ইতিহাসে মোৰ মনত এনে এটা বেজাৰৰ ছাঁ পেলালে যে, সেই পুৱা আৰু মোৰ গঙ্গাস্নানৰ ক্ষীণোৱা অভিলাষ আৰু ক্ষীণাই অদৃশ্য হল। আমাৰ ওচৰৰপৰা বুঢ়ী গুচি যোৱাৰ পিছত মই স্নান নকৰোঁ বুলি মোৰ লগৰীয়াজনক কলত, তেওঁ যেন ৰক্ষা পৰি, মোৰ মতেত মত দিলে; আৰু দুয়ো নিজৰ বহালৈ উভতি আহিলোঁ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

---

# কেতেকী চৰাইলৈ।

"অ কেতেকী" "অ কেতেকী" কাঢ়ি আৰ্ত্তৰাৱ,
কাক নো বিচাৰাঁ ধৰি বিয়াকুল ভাৱ?
উৰি উৰি, ফুৰি ফুৰি, একে কথা কোৱা।
ৰাতি দিনে একেবিও জিৰণি নোলোৱা।
একেবাহে একে সুৰে একে গান গোৱা
একাগ্ৰ ভাবৰ কিবা চানেকি দেখুৱা?
নাইবা হেৰাল সঙ্গী বাটত আহোঁতে,
গইছে জীৱন মাত্ৰ তেওঁকে বিনাওঁতে?

বুঢ়া-লৰা

প্ৰথম বছৰ, নৱম সংখ্যা

# সূচী

# কিশোৰী।

ফুটো ফুটো কৰি কেনে সুমলী কলিটি,
সামৰি আধেক, মেলি আধেক প্ৰাণটি,
খন্তেক লুকাই, পুনু ভুমুকনি মাৰি।
লাজ-ধেমালিৰ আঁৰে ছোৱালী কিশোৰী!
মিচিকি হাঁহিৰে দুটি নিৰুদ্দেশ ভাও,
প্ৰেমৰ আহ্বান মন্ত্ৰে ওলাওঁ ওলাওঁ ;
ওলাই আহিব খোজে নাচি উলাহেৰে,
হৃদয়ত ৰাখিবাই বাহুলতা মেৰে।
বিলাই সৰল প্ৰাণ সমনীয়া মাজে,
থলকনি মাৰি হাঁহি ছঁয়াগয়া গাজে।
দুৱাৰ-মুখতে কিন্তু কিনো উভপাভ ?
নগল লাজত কুঁচি ওলাবৰ সত।
সৰল হাঁহিত পৰি লাজ-চিটিকনি,
মলয়াৰ ছাটি পাই বুৰিল পদুমী।
প্ৰেমৰ বাঁহীৰ মাতে, লাজৰ কঁপনি
বিয়াপি নীৰৱ শুনো হিয়া থলকনি।
লাজ শান্ত উত্তাৰল নবীন হৃদয়,
কি মধুৰ প্ৰস্তাৱৰ দিছে পৰিচয়।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

# সম্পাদকৰ চৰা।

প্লেগ। হতভাগ্য ভাৰতবৰ্ষক প্লেগ (মহামাৰী) ব্যাধিয়ে যে কি লটিঘটি কৰিব লাগিছে সেইটো কাৰো অবিদিত নাই। দুই চাৰি বছৰৰ আগলৈকে, আন কি প্ৰবীণ ডাক্তৰসকলৰ ভিতৰতো এনে এটা ডাঠ বিশ্বাস প্ৰচলিত আছিল যে প্লেগ এটা এনে বিধৰ সোঁচৰা ব্যাধি যে সুস্থ মানুহ এটাই প্লেগ ৰোগী এটাক ছোৱা-মেলা কৰিলেই সেই ব্যাধিয়ে সুস্থটোৰ গাত নোসোঁচৰাকৈ কোনোবা-কাচিৎ হে এৰে। কিন্তু আজিকালি এই বিশ্বাস নাইকিয়া হৈছে।

***

আজিকালি ডাক্তৰসকলৰ মত,—যে এটা প্লেগ ৰোগীৰপৰা আন এটা সুস্থ মানুহৰ গালৈ প্লেগ ৰোগ পোন বাটে ছোৱা-মেলাত নাযায়। প্লেগ ৰোগত পৰা এন্দুৰ আৰু সেই এন্দুৰৰ গাত পৰি উৰি আহি মানুহৰ গাত বা মানুহে ব্যৱহাৰ কৰা বা খোৱা বস্তুবোৰত পৰা মাখিবোৰ হে আচলতে প্লেগ সংক্ৰামক। প্লেগ ৰোগৰ আঁতি-গুৰি বিচাৰিবলৈ বোম্বাইত যি প্লেগ-কমিচন বহিছিল, তাৰ "ৰিপোৰ্টৰ"পৰা গোটাচেৰেক সিদ্ধান্ত আমি তলত তুলি দিলোঁ।—

***

(১) মানুহৰ ভিতৰত হোৱা বিউবনিক প্লেগ এন্দুৰৰ ভিতৰত হোৱা প্লেগৰ ওপৰত নিৰ্ভৰ কৰে।

(২) ব্যাধিটো প্ৰথমতে এটা এন্দুৰৰ গাৰপৰা আন এটা এন্দুৰৰ গালৈ সুঁচৰি এন্দুৰৰ মাজত বিয়াদান দি পৰে; তাৰ পিছত প্লেগ ৰুগীয়া এন্দুৰৰ গাত পৰা সৰু মাখিবোৰ উৰি আহি মানুহৰ গাত পৰি এন্দুৰৰ গাৰ প্লেগ ব্যাধি মানুহৰ গালৈ আনে।

(৩) কোনো এটা মানুহৰ গাত হোৱা বিউবনিক প্লেগ নিজে-নিজে সংক্ৰামক নহয়; অৰ্থাৎ সেই ৰোগীক আন কোনো সুস্থ মানুহে ছোৱা-মেলা কৰিলে ছোঁওঁতাজনৰ গালৈ সেই ব্যাধি পোন বাটেদি নাযায়।

( ৪ ) অস্বাস্থ্যকৰ ঠাই বা জল-বায়ুৰে সৈতে বিউবনিক প্লেগৰ বিশেষ সম্বন্ধ নাই'; মাথোন পৰোক্ষভাৱে এই ফেৰা হে আছে, যে তেনেকুৱা ঠাইত এন্দুৰ সৰহকৈ থাকিবৰ পক্ষে সুচল।

( ৫ ) সাধাৰণতঃ প্লেগ ৰোগ এঠাইৰপৰা আন এঠাইলৈ ব্যাপ্ত হয় মানুহৰ গাত বা মানুহৰ বই-বস্তুত লাগি অহা ওপৰত কোৱা সেই এন্দুৰৰ গাৰ মাখিবোৰৰপৰা। অনেক সময়ত সেই মানুহজন ( যাৰ সমলত বা গাত তেনে মাখি আছে ) প্লেগৰ হাতৰপৰা সৰা দেখা যায়।

***

ওপৰত কোৱা কথাৰপৰা ফট্‌ফটীয়াকৈ দেখা যায় যে এন্দুৰ আৰু এন্দুৰৰ গাৰ মাখিয়েই মানুহৰ ভিতৰত হোৱা পে্লগৰ গুৰি। যত এন্দুৰ নাই তত পে্লগ নাই। এতেকে মানুহৰ মহাশত্রু এন্দুৰৰ নিধন সাধন কৰা সকলোৰে কৰ্ত্তব্য; সেই কাৰ্য্যৰ বাবে মূষিকবাহন গণেশ ঠাকুৰে তেহেলৈ আমাৰ ওপৰত খঙকে কৰক বা ৰাগকে কৰক।

---

# ভিকহু।

"তোমালোকে আজি মোক ভিকহু বুলি খিণাইছা। এমুঠি চাউল দিয়া দূৰত থাওক দূৰ-দূৰ ছেই-ছেই কৰি খেদি দিছা। তাতো হেঁপাহ নপলাই লগুৱাক লগাই দি মাজেসময়ে ঢকাটো গতাটোও মৰাইছা। যিমান দূৰ লটিঘটি কৰিব পাৰা কৰিছা। অপমান লাঞ্ছনাৰ একশেষ,—তেও ভিকহু জীয়াই আছে।"

"এৰা জীয়াই আছোঁ। জীয়াই নেথাকি কৰিম কি? থং কৰিম?—কাৰ ওপৰত? ঠেঁহ পাতি থাকিম?—কোনে শুনিব? শোক-বেজাৰ কৰি চকুলো টুকিম?—লাভ কি? আত্মহত্যা?—ভিকহুৰ সেইটোৱেই মাথোন মুক্তিৰ পথ। কিন্তু পোৰা কপালৰ নিমিত্তে সি বন্ধ। মই নিজে নিজে সেই বাটত ভেটা দি থৈছোঁ যে।"

"এৰা, জীয়াই আছোঁ। নেথাকি কৰিম কি? ভিকহুৰ কপালৰ যেনে এমুঠি দুমুঠি ধান চাউলো আছে তেনেকৈ গালিটো শপনিটো আৰু

চকাটো পত্তাটোও আছে। সেইটোৱেই হৈছে তোমালোকৰ দেশাচাৰ। এই দেশাচাৰৰ শিলৰ বেৰখনত মোৰ দৰে ভিকহু এটাই মূৰ খুন্দিয়ালে কি হব? হব আৰু কি—ভিকহুৰ মুৰটো ভাগি গুড়ি হব আৰু তোমালোকে কোৱাকুই কৰিবা বোলে—'চোৰ'চোন চোৰ। সেই বগিয়াটোলৈ চোৰা।"

"অথচ ৰুলে নপণ্ডিয়াবা, মোক আজি তোমালোকে যেনেকৈ পেংলাই কৰিছা, লটিঘটি কৰিছা, অপমান লাঞ্ছনা কৰিছা; ময়ো এসময়ত আনৰ প্ৰতি ঠিক সেইদৰে ব্যৱহাৰ কৰিবৰ সামৰ্থ্য পাইছিলোঁ আৰু কৰিছিলোঁও।"

"মই চিৰ-ভিকহু নহওঁ। হোৱাহেঁতেন ভো বৰ ভালেই আছিল। তেতিয়া হলে এই শোকৰ বকলাখন মেলিবলৈ নেপালোঁহেঁতেন।"

"এসময়ত ময়ো মোৰ নিজ সমাজতে এজন লেখৰ মানুহ আছিলোঁ। তেতিয়া মোৰ ধন আছিল, মান আছিল, মৰ্য্যাদা আছিল। ময়ো তেতিয়া ভোক লাগিলে খাইছিলোঁ, ভাগৰ লাগিলে জিৰাইছিলোঁ, টোপনি আহিলে শুইছিলোঁ। তেতিয়া ময়ো খং উঠিলে খং কৰিছিলোঁ, কোনোবাই মোৰ জগৰ লগালে গুজৰি-গুমৰি উঠিছিলোঁ, অপমান কৰিলে তাক ওলোটাই দিছিলোঁ, অন্যায় অযথা ব্যৱহাৰৰ প্ৰতিশোধ লৈছিলোঁ। মোৰো তেতিয়া তেম আছিল, অহঙ্কাৰ আছিল৹ তেতিয়া মোৰো এই পৃথিবীখন তোমালোকৰ দৰে চকুত অলপ সৰু সৰু যেন লাগিছিল। ময়ো তোমালোকৰ দৰে. ওপৰত-থকা-জনৰ কোনো ভু-ভাকেই নেৰাখিছিলোঁ।"

"আৰু মোৰ আছিল কি? মৰম-চেনেহ কৰিবৰ অধিকাৰ আছিল আৰু ওলোটাই পাবৰ প্ৰত্যাশা কৰিবৰ স্বত্ব আছিল।"

মুঠতে, তোমালোকৰ গাত থকা সদ্‌গুণ বদ্‌গুণবিলাক মোৰ গাতো আছিল। সেই একেই ক্ষমতা আৰু সেই একেই বাধ্যবাধকতা।"

"মোৰো এখন ঘৰ আছিল। সকলোতকৈ ডাঙৰ মোৰ হাউলি আছিল। দুপিনে দুটা পদুলি আছিল। সেই হাউলিত মোৰো চৰাঘৰ মাৰল-ঘৰ বৰঘৰ সৰুঘৰ বান্ধনি-ঘৰ নামঘৰ প্ৰভৃতি বিধে বিধে আছিল। ফল-ফুলৰ জ্মতে ওলমি পৰা গছগছনিৰে সৈতে এখন ভব্য বাৰী আছিল। তিনি কাইটা পুখুৰীত মাছ আছিল। দহোটা ভঁৰালত ধান আছিল। হালে হালে মহ আছিল। এগোহালি গৰু আছিল। এমখা বন্ধা আছিল;

বান্ধী আছিল। মাটি-বাৰী গহনা-পাতি ৰূপবান লোটা-বাটি-কাঁহী-কলহ কাপোৰ-কানি আৰু আন আন বই-বস্তু সকলো আছিল। "মুঠতে, উঠি-অহা ঘৰখনৰ সমুচাই মোৰ ঘৰতো আছিল।"

"আৰু মোৰ সেই সুখৰ ঘৰত আছিল সাক্ষাৎ লক্ষ্মীস্বৰূপিনী পতিব্ৰতা বৈৰণী এজনা। আৰু আছিল সেই সুখৰ ঘৰত মোৰ জীৱনৰ সুখৰ-তৰা চকুৰ-মণি হিয়াৰ-হেঁপাহ সেই স্বৰগৰ অপ্সৰী মোৰ সেই সাদৰী সুমলী লাহৰী আইদেউ প্ৰভাৱতী।"

ভিকহুৰ কঠুৱা মাত অকস্মাৎ কোমল হল কিয়? ভিকহুৰ শোটোৰা মুখখন সেইটো কৰণৰা অপৰূপ কান্তি আহি জিলিকাই তুলিলে? ভিক-হুৰ চকুত সেইটো কি অপৰূপ জেউতি পৰি তাক ছলছলীয়া কৰিলে?

দুগালে ভিকহুৰ দুধাৰি চকু-লো বৈ গল। ভিকহুৱে কান্দিছে।

ভিকহুৱে কান্দে? কথাটো অলপ আচৰিত নহয় নে? ভোক-পিয়াহৰ দাৰুণ যাতনা, অভাৱৰ অত্যাচাৰ, দেশাচাৰৰ নিঠুৰতা, বাইজৰ দুৰ-দুৰ-ছেই-ছেই আৰু বিধাতাৰ অবিচাৰ যি ভিকহুৱে আওকাণ কৰি নেমাতি-সুবুলি হৰ-সগীয়া-যি হব বুলি সহি আহিছে সেই ভিকহুক বহু-দিন-হল-মৰি-যোৱা ছোৱালী এটীৰ স্মৃতিয়েই ধৈৰ্য্যচ্যুত কৰালে! শিল যেন শকত হিয়াখনৰ কোমল ঠাইডোখৰ আঙুলিয়াই দেখুৱালে! বলীৰ দুৰ্ব্বলতা কোনখিনিতে সেই ৰহস্যটোৰ ভেদ ভাঙি দিলে!

ভিকহুৰ শুকান হিয়াৰ মাজত এজুপি ফুল অতি যত্নেৰে বৰ হেপাহেৰে পৰম ভক্তিৰে ভিকহুৱে লুকাই ৰাখিছে। সেই ফুলজুপিৰ নাম—প্ৰভাৰ স্মৃতি। মাজে—সময়ে ভিকহুৱে মনৰ চকুৰে তাকে চাই নয়ন মন চৰিতাৰ্থ কৰি স্বৰ্গসুখ লভে। ভিকহুৱে সেই ফুলজুপিৰ গুৰিত অলপ চকুৰ-পানী মাথোন ঢালিছে। ফুলজুপিৰ যে সেইটো পাণ লগীয়া খাদ্যনা; দিব লগীয়া ভিকহুৱে তাকে আগবঢ়াই দিছে। ভিকহুৰ তাত অপৰ কি? লাজ কত? আচৰিত কেনেকৈ?

ভিকহুৱে মুহূৰ্ত্তকীয়া দুৰ্ব্বলতাটিক লাহেকৈ ঠেলি একাষৰীয়াকৈ থলে। ভিকহুৰ মনটোৱে যেন তাত অলপ বেজাৰ পোৱা দি পালে। তাৰ হেঁপাহ আছিল যে আৰু কিছু পৰ সেই ফুলজুপি সি চাই থাকে। অনিচ্ছা স্বত্বেও

ভিকহুৱে "নিদিওঁ" বুলিলে। বাধ্য হৈ। কিয়নো আমি আগত থিয় হৈ আছোঁ আৰু ভিকহুৰ আত্মকাহিনীটো এধাডুখুৰীয়াকৈ কোৱা হৈ বৈছে।

ভিকহুৰ কোমল মাত আকৌ কঠুৱা হল। পোটোৰা মুখ উভতি আহিল। চকুৰ চাকি আকৌ মুমাল।

"এৰা, আছিল। এই সকলোবিলাক মোৰ আছিল। আৰু মোৰ কি আছিল জানিছা? আছিল ভগৱন্তৰ সেই বিচিত্ৰ সৃষ্টি—সেই সময়ৰ গোলাম—তোমাৰ সেই সুদিনীয়া বন্ধুবোৰ। আঙুলিৰ-মূৰত-গণিৰ-নোৱাৰা সংখ্যাৰে সেইবোৰ আছিল।"

"এৰা আছিল। সপোনত নহয়। সঁচাসঁচিকৈয়ে আছিল। অথচ এই বিলাক সপোনৰ দৰে থিতাতে নাইকিয়া হল। মায়াৰাজ্যৰ মায়াপুৰী বতাহৰ লগত মিহলি হৈ উৰি গল। মায়াদেবীৰ মোহ-শেলপাট মাথোন মোৰ বুকুত বিন্ধ খাই বল।"

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

## আত্মা।

অভগণ অবিনাশী অমৰ অভেদ,
কতো নাই ইয়াৰ তুলনা।
মৃত্যুশক্তি হাৰ মানে সদা,মৃত্যুঞ্জয়,
বৰ্ত্তমান সদাই চেতনা॥

ইদেহ সিদেহ কৰি ভ্ৰমে চিৰকাল,
লীন কৰি দেহ অনন্তত।
পুণ্য মাথোঁ হেতু তাৰ স্থৈৰ্য্য নিৰ্ব্বাণৰ,
লীন হয় একেটি (পৰম) আত্মাত।

শ্ৰীজ্ঞাননাথ বৰা।

# অসমীয়া ভাষাৰ অভিধান।

আমাৰ পুৰাই নাম লব লগীয়া, অসমীয়াৰ আদৰ্শ আৰু শিক্ষক, নিস্বাৰ্থ দেশহিতৈষী, অসমৰ মৰমৰ সুপুত্ৰ, অসমীয়া ভাষাক অসীম বল দি মৃত্যু শয্যাৰপৰা তোলোঁতা আৰু অসমীয়া ভাষাৰ প্ৰধান ওজা, স্বৰ্গীয় মহাত্মা হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াই তেওঁৰ মাতৃভাষাৰ মঙ্গলৰ অৰ্থে, মাতৃভাষা আৰু নিজ জাতিলৈ অশেষ চেনেহ দেখুৱাই অসমীয়া হেমকোষ অভিধানখনি লিখি জগতত এটা মহৎ কাম সাধি যুগমীয়া কীৰ্ত্তি থৈ গৈছে। হেমকোষ লিখিবৰ সময়ত ৺ বৰুৱা ডাঙৰীয়াই কাৰো সহায় পোৱা নাছিল, তেওঁ এই মহৎ কামটো অকলৈ শেষ কৰিছিল। কিন্তু এটা ভাষাৰ নকৈ অকলৈ এখন অভিধান লিখা কেনে টান কাম তাক সকলোৱে বুজে। তাতে আমাৰ অসমীয়া ভাষাৰ অভিধান লিখা আৰু টান, কিয়নো ই অসমীয়াৰ আচুতীয়া সম্পত্তি। বঙলা ভাষাৰ দৰে ই সংস্কৃতৰ ভৰাঁল নহয় যে, এখন সংস্কৃত অভিধানৰ অনুস্বাৰ, বিসৰ্গ আৰু হচন্তবিলাক আঁতৰাই লিখিলেই এখন অভিধান হব। বঙলা ভাষাৰে সৈতে বঙালী জাতিৰ সম্বন্ধ নিচেই কম। আমি বোধ কৰোঁ। বঙ্গদেশ নেদেখাকৈ বা বঙালীৰে সৈতে কথা নপতাকৈয়েই খনচেৰেক ভাল ভাল বঙলা কিতাপ পঢ়ি, এখন সংস্কৃত অভিধান হাতত লৈ এখন বঙলা অভিধান লিখিব পাৰি। কিন্তু অসমীয়াৰ ভাষা তেনে নহয়, ই অসমীয়া জাতিতে উৎপন্ন আৰু অসমীয়া জাতিতেই লেও-খাই আছে। ইয়াৰ অভিধান লিখিবলৈ হলে অসমীয়া মানুহৰ মুখ হে সহায়, আন একো নহয়; এতেকে ৺হেমচন্দ্ৰ বৰুৱাই যি হেমকোষ গোটাইছে সি তেওঁৰ অসীম বুদ্ধি আৰু অধ্যৱসায়ৰ চিন। তেওঁ অকলৈ আৰু মানুহৰ মুখৰপৰা গোটাই লিখাৰ বাবে হেমকোষত কিছুমান শব্দ পৰিল।

এতিয়া আমাৰ যিমানেই উন্নতি হৈছে আৰু আমাৰ ভাষাৰ লিখাকৰ লেখ বাঢ়ি গৈছে সিমানেই সেই শব্দবোৰৰ অভাৱ পৰিছে, গতিকে হেমকোষত নথকা শব্দবিলাক গোটাবলগীয়া হৈছে; আৰু আমি বোধকৰোঁ আমাৰ ভাষাত যিমান শব্দ আছে তাৰ এটাইখিনি গোটাব পাৰিলে আৰু,

এখন হেমকোষৰ সমান অভিধান হব। কিন্তু এই ডাঙৰ কামটো কৰিবলৈ এতিয়াও কোনো আগবঢ়া নাই, আৰু আগবঢ়াও টান। কিন্তু বহুতে মিলি এটা কামত ধৰিলে কামটো সোনকালে সিজে আৰু কৰিবলৈকো উজু হয়। এতেকে এতিয়াৰপৰা যদি আমাৰ কিছুমানে হেমকোষত নথকা শব্দবিলাক গোটাই থৈ যায়, তেনেহলে কেতিয়াবা যদি কোনো অসমৰ সুপুত্রই অসমীয়া ভাষাৰ এই ডাঙৰ অভাৱ পূৰাবলৈ আগবাঢ়ে তেনেহলে এই শব্দবিলাকে তেওঁৰ বহুত উপকাৰ কৰিব আৰু পৰিশ্ৰমো লাঘৱ হব! এতেকে যদি সকলোৱে আমাৰ এই কথালৈ অলপ মন দি, মাতৃভাষাৰ হিতৰ অৰ্থে শব্দ কিছুমান গোটায়, তেনেহলে সেই অভাৱটি সোনকালে পূৰ হবৰ সম্ভৱ। গোটোৱা শব্দবিলাকৰ পদ বা অৰ্থাদি বহলকৈ বুজাই নিদিলেও হব; কিয়নো সি অভিধান লিখাকৰ হে কাম, আমি কেৱল তেওঁৰ সহায় হে। শব্দবোৰ গোটাই নিজৰ ঘৰতে থৈ দিলে কোনেও নেদেখে আৰু হেৰাবৰো ভয় থাকে, এতেকে গোটোৱা শব্দবিলাক আমাৰ বৰ্ত্তমান মাহেকীয়া কাকতবিলাকত প্ৰকাশ কৰিলে ভাল হয়।

আমি আমাৰ বন্ধু এজনেৰে সৈতে লগলাগি আজি এবছৰ চেষ্টা কৰি প্ৰায় ১০০শ মান শব্দ গোটাইছোঁ। সুবিধা পালে সেইবোৰ প্ৰকাশ কৰিবৰ আমাৰ মন আছে।

শ্ৰীঅম্বিকানাথ বৰা।

---

## বাঁহী।

ৰিণিকি ৰিণিকি আহি পৰিছে কাণত
আধা-ফুটা সুমধুৰ সুৰ;
সোৱঁৰণী সোঁতে যেন নিয়ে ওপঙাই
আশা-ভৰা হিয়াখনি মোৰ।

কল্পনা-লগৰী হই চাই আহোঁ গই
সেই শোভা যমুনা-পাৰত,
ব্ৰজবালাসকলক কই আহোঁ গই,-
'বাজে বাঁহী কদম-তলত।

"বাজিছে দুনাই বাঁহী নিকুঞ্জ বনত,
জোনাকত রূপালি বাসিত,
নাচিছে আকউ আহি শ্রীদাম সুদাম
বেণু বাই যমুনা-দাতিত।
"ঢালিছে কিরণ-মালা বিশ্ব উজলাই
শরতর পূর্ণিমা জোনাই,
যোৱাঁ যোৱাঁ ব্রজবালা চাই আহাঁ গই
সেই শোভা নয়ন জুৰাই।
"সখিসৈতে যোৱাঁ রাধা ফুল পাত লই
পূজা দিয়াঁ ইষ্ট দেৱতাক,
পূজাঁ গই মহামায়া-যুগল চরণ,
পতিরূপে পাবা কলীয়াক।
"যোৱাঁ। রাধা কাঢি আনা মোহন বাঁহীটি
গোপালক কথারে ভুলাই;
যুহি পোৱাঁ। কলীয়াক মোহিনী সুৰেৰে,
নিজে তুমি বাঁহীটি বজাই।"
সুশুনিলে ব্রজবালা করুণ মিনতি,
নটলিল রাধিকার মন;
নিরাশারে আঁতরিল কল্পনা-সুন্দরী
ভাঙি মোর সুখর সপোন।

শ্রীশৈলধর রাজখোৱা।

---

# গৃহস্থালী।

সরহীয়া মানুহর সমাগমত দিহা-পোহা বর লাগতিয়াল। তুমি অকলৈ থাকিলে যি ইচ্ছা করিব পারা; কিন্তু মানুহর সৈতে থাকিবর হলে দিহা মতে চলিব লাগিব; রাজ-আইন আরু সমাজর নিয়মর তলতীয়া হব লাগব।

ঘৰ গৃহস্থালী পাতি সংসাৰ চলাব খুজিলে “দিহা” পূৰ্ণমাত্ৰাই আৱশ্যক। দিহা নহলে ঘৰ ভাগিব। সকলোৰে প্ৰকৃতি চাই, শক্তি বুজি, সকলোৰে মঙ্গল সাধনেই হৈছে গৃহস্থালীৰ উদ্দেশ্য। সকৰপৰা বৰলৈকে সকলোৰে সামঞ্জস্য বিধান হলেই ঘৰ প্ৰকৃতিৰ নিয়ম মতে চলিব। সকলোৰে স্বাধীনতাৰ বিকাশৰ নিমিত্তেই তো নিয়মৰ বান্ধ পিন্ধিব লাগিব। স্বাধীনতা নেথাকিলেও স্ফূৰ্ত্তিৰ আৱিৰ্ভাৱ নহয়। জীৱন-যুদ্ধৰ “আখৰা”-ঘৰত এটি সৰু ৰাজ্য চলিছে।

ঘৰৰ অধিকাৰজন আমাৰ দেশত দেৱতা বুলি খ্যাত। তেওঁ প্ৰকৃততে দেৱতা হবৰ চেষ্টা কৰিব লাগে। এইটো অসম্ভৱ কথা নহয়, সকলোৱে চেষ্টা কৰিলে দেৱতা হব পাৰে। সৰু গৃহস্থালী এখনৰ দেৱতাস্বৰূপ হবলৈকো চেষ্টাৰ প্ৰয়োজন। কিন্তু আমাৰ কেইজনৰ সেই চেষ্টা আছে? সেইদেখিয়েই আমাৰ গৃহস্থালী বেমেজালিত পৰিছেহি।

ডাঙৰীয়াৰ কথাত পৰাকৌ“জন” বিৰক্ত হয় দেখি সিঁহঁত প্ৰায়ে পিচত উচিত কথাতো নিমাত হয় গৈ; তেওঁৰ আগত কোনো কথা ভাঙি কবলৈ সিঁহঁতৰ সাহ নাইকিয়া হয়, আৰু লাহে-লাহে সেয়ে অভ্যাস হৈ পৰে গৈ। ভয়ৰ সমান পাপ নাই। ভয়ে মন ভাঙে, গা জুৰুলা কৰে, বেছিভাগ দুখৰ কাৰণ ভয়।

প্ৰশ্ৰয় দিয়া হব বুলিয়েই নে প্ৰয়োজন নাই বুলিয়েই, ভাঙি কোনো কথা ডাঙৰীয়াৰ আগত বা ঘৰৰ কাকো নকলে মনৰ অনেক কথা বিফল হয়। ঘৰৰ সকলোকে অযোগ্য বুলি ভাবি নিৰস্ত থাকিলেও সংসাৰ নচলে। অযোগ্যক যোগ্য কৰাও গৃহস্থালীৰ প্ৰয়োজন। সংসাৰত প্ৰতিভাশালী মানুহৰ সংখ্যা নিচেহ তাকৰ। নিজকে genius উৎকৃষ্ট-বুদ্ধি-সম্পন্ন মানুহ বুলি ভবা ৰোগ এটাহে আজিকালি দেখা দিছেহি। কিন্তু সাধাৰণ বুদ্ধিৰ (average intellect) মানুহেৰেই সমাজ গঠিত আৰু সেইবিলাকক লৈয়েই চলিব লাগিব। যি মানুহৰ ভিতৰত ঈশ্বৰে পেলাই দিছেহি তাৰ ভিতৰতে কৰ্ত্তব্য আছে বুলিও তেওঁ দেখুৱাই দিছে। আটাইকে অযোগ্য বুলি ভাবিলে ঘৰ নচলে। অতি ওচৰ সম্পৰ্কৰ মানুহক অযোগ্য বুলি উপেক্ষা কৰা যেনে, এই পৃথিৱীখন ধূলি মাটিৰ হল বুলি ঘৃণা ঘৃণা কৰাও তেনে। এই পৃথিৱীৰ

ওপৰতে থিয় হৈ সকলো কাৰ্য্য কৰিব লাগিব আৰু এই মানুহৰ জগতে মিলিজুলি জীৱনৰ দিন কেইটা নিয়াব লাগিব। ঈশ্বৰৰ ৰাজ্যত ভবি-পকৰা এটাও অবাবত সৃষ্ট হোৱা নাই। তেওঁৰ ওচৰত শিও সৰু নহয়, তাৰো কাম আছে, তাক বাধা নিদিবা। সংসাৰত অশেষ কাৰ্য্যবিভাগ আছে; এটা কাৰ্য্যত এজন অনুপযুক্ত হলে আন কামত তেওঁৰ গুণ খাটিব পাৰে। পাপীৰো পৰিত্ৰাণৰ উপায় আছে। নেপোলিয়ান বোনাপাৰ্ট চোৰ ডকাইতে-ৰেই জগৎবিজয়ী সেনা প্ৰস্তুত কৰি লৈছিল। অযোগ্যকো যোগ্য কৰি লোৱাই শিক্ষাৰ উদ্দেশ্য। যি শিক্ষাই এই কথা কাৰ্য্যত পৰিণত কৰিব নোৱাৰে সেই শিক্ষা প্ৰকৃত নহয়। মানুহক মানুহ বুলি ব্যৱহাৰ কৰিলে হে মনুষ্যত্বৰ উচিত স্ফূৰ্ত্তি প্ৰকাশ পায়; সদাই তুচ্ছ বুলি অৱহেলা কৰিলে মনুষ্যত্ব জঁয় পৰি যায়, যোগ্যও লাহে-লাহে অযোগ্য হয় গৈ, তেওঁৰ আত্মসন্মানৰ অভাৱ হয় আৰু কাৰ্য্যত বিৰাগ জন্মে। তুচ্ছকো তুচ্ছ বুলি থাকিলে আনো কিবা হানি আছে? কণাক কণা বুলি বিদ্ৰূপ কৰিলে তো কাৰো উপকাৰ নাই। কণাৰ দ্বাৰাই যি কাম হব পাৰে তাক আদায় কৰি লোৱা হে প্ৰকৃষ্ট নীতি। সহানুভূতি পালে হে মানুহ বাঢ়িব পাৰে। মানুহ দুৰ্ব্বল অসম্পূৰ্ণ, তেওঁ পদে-পদে ভুল কৰে। দুৰ্ব্বলতাৰ নিমিত্তে গালি পৰাতকৈ সবল হোৱাৰ উপায় দিয়াটো উপকাৰজনক। এবাৰ ভুল হলে আগলৈ যেন হোৱা নহয় তাৰ দিহা হে দিব লাগে। কেৱল দোষকে ধৰি থাকিলে মানুহৰ কাৰ্য্যশক্তিৰ বিকাশ হব নোৱাৰে। উৎসাহ দিয়া হে পৰম উপকাৰীৰ কাৰ্য্য। যাৰ দ্বাৰাই যি কাম হব নোৱাৰে তাৰ উল্লেখ কমকৈ কৰি যি কাম সেইজনৰ দ্বাৰাই হব পাৰে তাতেই বিশেষ চেষ্টা কৰিলে হে ভাল। সকলোৰে কাৰ্য্য প্ৰণালীৰ স্ফূৰ্ত্তি হবলৈ দিব লাগে। যেয়ে ভাল সকলো কাৰ্য্যপ্ৰণালী চাই লৈ নিজে এটা প্ৰণালী অঙ্গিগত কৰি লোৱাই কাৰ্য্যশিক্ষা। লৰাই পৰি ধৰি হে থিয় হবলৈ শিকে। ভুল বিপদত পৰি উঠি যি বাট দেখে তাৰ শিক্ষা সম্পূৰ্ণ হয়। সকলো মানুহৰ যেনেকৈ মুখৰ গঢ় নিমিলে, মনৰ গঢ়ো সক-লোৰে একে নহয়। সেইদৰেই মানুহৰ কাৰ্য্যপ্ৰণালীও বেলেগ বেলেগ। পৰৰ প্ৰণালীৰে কাম কৰিবলৈ গলে সেই কামটোৰেই পৰৰ বুলি তাত interest অনুৰাগ নজন্মে। এজনৰ প্ৰণালীৰে আন এজনে কেতিয়াও উন্নতি কৰিব

নোৱাৰে ; কাৰণ, তেনে স্থলত পৰৰ মন বুজিবৰ চেষ্টাই হে যাই উদ্দেশ্য হৈ পৰিব, প্ৰকৃত কাৰ্য্য শিক্ষাৰ অৱসৰ নোলাব। সেই হে কাৰ্য্য শিক্ষাত কেৱল (discipline) শাসন-বিধান ৰক্ষাই যাই উপায়। temper চিত্ত ব্যবস্থিত কৰি ঠিক ৰাখিলে হে discipline শাসন-বিধান ৰাখিব পাৰি। মনৰ প্ৰকৃতি সদাই নিৰ্ব্বিক্তি প্ৰকাশক হলে সি বিকৃত প্ৰকৃতিৰ লক্ষণ বুলি উপেক্ষিত হয়। শাসনত ক্ৰোধ প্ৰকাশ হলে তলতীয়াৰ শিক্ষাদোষ ঘটিবই। আত্মসংযমৰ দৃষ্টান্ত দেখিলে হে শিক্ষা সম্পূৰ্ণ হয়। যেনেগুটি সিঁচা হয় তেনে ফল হে প্ৰত্যাশা কৰিব লাগে; এয়ে স্বাভাবিক নিয়ম। যাৰে সৈতে যেনে ব্যৱহাৰ কৰা হয়, সেই মানুহ নীচ হলেও তাৰপৰা ঠিক তেনে ব্যৱহাৰ হে পোৱা যায়। সংসাৰখন দৰ্পণৰ দৰে; যি যেনেকৈ ভাবে, যেনেকৈ কাৰ্য্য কৰে, সংসাৰেও ঠিক তেনে ভাব আৰু তেনে কাৰ্য্যকে প্ৰতিফলিত কৰি তেওঁক দেখুৱায়। বিশ্বাস বিশ্বাসৰ হে ওচৰ চাপে। দূৰ দূৰ কৰি থাকিলে আঁতৰা-আঁতৰি বাঢ়ি যায়। প্ৰত্যেকে আনৰ সুখ কামনা কৰিলে হে সকলোৰে সুখ হব পাৰে। অসন্তোষত কেৱল অসন্তোষ বাঢ়ে। ব্যক্তিগত উদ্দেশ্যত বাজেও এক পৰিয়ালৰ এটা সাধাৰণ উদ্দেশ্য থাকে। যিবিলাক কথাত ঘৰৰ মানুহেৰে সৈতে অমিল হবৰ সম্ভাৱনা সেইবিলাকৰ বাহিৰেও যি কাৰ্য্যত প্ৰীতি বাঢ়ে তাকে অৱলম্বন কৰিও থাকিব পাৰি। একে policy নীতিতে সকলো চলিব পাৰিলে হে ঘৰৰ মঙ্গল হয়। পৰস্পৰৰ ভিতৰত মন নুবুজা হোৱাই প্ৰধান আপদ। (misunderstanding) অন্যায় বুজা বা ওলোটা বুজাটো বিবাদ বিদ্ৰোহৰ সূত্ৰপাত। এইবোৰত ভুতে লাই পায়। (sympathy) সহানুভূতি নহলেই এনে হয়। মানুহৰ প্ৰধান আশ্ৰয় ঘৰ। ঘৰত সহানুভূতি থকাটো উচিত। ঘৰ পৰস্পৰ সাহায্যৰ ঠাই। বাহিৰ সংসাৰত দুখ বেজাৰ পাই আহি ঘৰত জুৰাবলৈ পাব লাগে, মন খুলি কথা কৈ মন লঘু কৰিবলৈ পালে হে স্ফূৰ্ত্তি হয়; তেহে সুখ দুখৰ তুলাচনী (balance) সমান হৈ মানুহ থিৰ থাকিব পাৰে। বাহিৰত (bitter criticism) তিতা সমালোচনা বহুত আছে, ঘৰত (sweet encouragement) মিঠা মাত উছাহ পাবলৈ মানুহৰ হেঁপাহ। ই স্বাভাবিক। ঘৰৰ মানুহৰপৰা দুকৰা মানুহৰ নিন্দাকুৎসা বাহিৰলৈ ওলাব নালাগে। বাহিৰা মানুহৰ আগত ঘৰৰ মানুহৰ বদনাম গালে একো উপকাৰ নাই— অপকাৰ হবলৈ হে আছে।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

---

# যোৱাঁ হেঁ গুচি যোৱাঁ।

যোৱাঁ হেঁ তুমি যোৱাঁ গুচি যোৱাঁ।
সদাই সদাই একে কথা
—স্বাৰ্থ-সূতাত সদাই গথা—
লাগে বাক কাৰ নো মিঠা ?
কোৱাঁচোন তুমি কোৱাঁ ? যোৱাঁ হে গুচি যোৱাঁ।

তোমাৰ "মই-মৰীয়া" গানৰ সুৰত
বিহ হে উঠে আমাৰ ধৰত,
ঠহ্ ঠহ্ কৈ যে বিন্ধে কাণত,
কিনো কৰিম কোৱাঁ ? যোৱাঁ হে গুচি যোৱাঁ—
তেও তুমি সেই ৰবগীতটি বাৰে বাৰে গোৱাঁ।

'মই হে ডাঙৰ অমুক সৰু'
'মই হে বিজ্ঞ অমুক গৰু'
এটা কথা নো সদায় বাক
ভালনো লাগে কাৰ ? কোৱাঁচোন তুমি কোৱাঁ ?
শুনিলে যে খঙত তুমি অগ্নিশৰ্ম্মা হোৱাঁ ?

'মোৰ হে মাটি মোৰ হে বাৰী'
'মোৰ হে ঘোৰা মোৰ হে গাড়ী'
শুনিব কি নিতৌ পাৰি ?
কোৱাঁচোন তুমি কোৱাঁ ? যোৱাঁ হেঁ গুচি যোৱাঁ।
দোহাই তোমাৰ চেৰ হৈছে এইবাৰ ক্ষান্ত হোৱাঁ।

'মোৰ হে মতি মোৰ হে বুদ্ধি'
'মোৰ হে ধৰ্ম্ম মোৰ হে সিদ্ধি'
'মোৰ হে চিৰী মোৰ হে ঋদ্ধি'
কিমান শুনিম কোৱাঁ ? যোৱাঁ হে গুচি যোৱাঁ।
আমনি লাগিল শুনি শুনি সামৰ মাৰি যোৱাঁ।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# বিলাতৰ কথা।

স্বাস্থ্যই প্ৰধানমূল-ধন,—বিলাতভো আমাৰ দেশতো। স্বাস্থ্য বেয়া হলে স্বাস্থ্য যাতে বেয়াৰপৰা ভাল হয় সেই সম্বন্ধে চেষ্টা কৰা উচিত। স্বাস্থ্য বেয়া হলে স্বাস্থ্যৰ উন্নতি কৰিবৰ উপায় বহুতো আছে। বিলাতত কাৰো কাৰো স্বাস্থ্য বেয়াৰ পৰা ভাল হয়, আৰু কাৰো কাৰো স্বাস্থ্য বেয়া থাকিলে বেয়াই হয়; কিন্তু আমাৰ মনেৰে ভাল হোৱাৰ ভাগ বেছি। অৱশ্যে নিয়মতে থাকিব লাগে।

এজন বঙ্গালী ভদ্ৰলোকক লণ্ডনৰ ৰয়েল এলবট ডক্‌চৰ পৰা এবাৰ তুলি আনিবলৈ গৈছিলোঁ। তেওঁক বৰ ক্ষীণোৱা আৰু দুৰ্ব্বল দেখিছিলোঁ। তাৰ সাত আঠ দিন পাছত আমি দেশলৈ উভতি আহিলোঁ। আৰু বিলাতলৈ উভতি গৈ কিছুদিনৰ পাছত অক্‌ফৰ্ডলৈ গৈছিলোঁ। এজন মানুহক আমাৰ পিনে চাই হঁহা দেখি চিনি পোৱা যেন মনত হল। তাৰ পাছত তাৰ্টকৈ চাই দেখাত জানিলোঁ এওঁ সেই ডক্‌চৰ পৰা তুলি আনিবলৈ যাক গৈছিলোঁ তেওঁৱেই। তেওঁক চিকুণ হোৱা দেখিলোঁ, বগা হোৱা দেখিলোঁ, আৰু যেন তেওঁৰ গালৰপৰা তেজ ফাটি ওলাওঁ ফাটি ওলাওঁ কৰিছে। কি পৰিবৰ্ত্তন! আমি সেই পৰিবৰ্ত্তন দেখি আনন্দ প্ৰকাশ কৰি তেওঁৰ কৰমৰ্দ্দন কৰিলোঁ। আমি কবলৈ পাহৰিছোঁ, তেওঁৰ খাদ্য নিৰামহীয়া, তেওঁ মাছ মঙহ নেখাইছিল। বিলাতত নিয়মমতে থাকিলে দুৰ্ব্বল শৰীৰ সবল হয়; তাৰ "হাৱাপানী" ভাল। আৰু এটি কথা, বিলাতত মাছ মঙহ নাখাইও থাকিব পাৰি; বিনাকষ্টে থাকিব পাৰি। তাত আমি বহুতো ভাৰতবৰ্ষীয় মানুহক নিৰামহীয়া খাই সবল সুস্থ শৰীৰে সানন্দে জীয়াই থকা দেখিছোঁ। আজিকালি বিলাতী মানুহৰ বহুতক নিৰামহীয়া খোৱা দেখিছোঁ; এই বিষয়ে পাছত উল্লেখ কৰিম। মাছ মঙহ নাখাই যেতিয়া থাকিব পাৰি তেতিয়া বোধকৰোঁ কব নেলাগে যে ধপাত কি ফটিকা নেখা-ইও তাত মানুহ থাকিব পাৰি। কোনো কোনো মানুহৰ বিশ্বাস, বিলাতলৈ গলেই ফটিকা আৰু ধপাত খাব লাগে: এই বিশ্বাস ভুল অতি ভুল। এই

বিষয়ে পাছত লেখিবৰ মন কৰিছোঁ—এতিয়া কেৱল মাত্ৰ ইয়াকে কৈ থওঁ যে মদ চেলেউ খাবৰ সকাম তাত একো নাই। আজিকালি বহুতো বিলাতী মানুহে নিৰামিষ খাবলৈ আৰম্ভ কৰিছে। লণ্ডনত ভেজিটেৰিয়ান ৰেষ্ট-ৰাঁ আছে, তাত নানান্ ৰকম নিৰামহীয়া বস্তু পোৱা যায়। কোনো-কোনোৱে আকৌ তাত কণীকো (eggs) নিৰামহীয়া খাদ্যৰ ভিতৰত ধৰে। কোনো কোনোৱে অৱশ্যে আমাৰ দৰে নিৰামহীয়াকে খায়। খাদ্য ৰান্ধিবৰ প্ৰণালী অৱশ্যে বেলেগ। লাহে-লাহে বিলাতী মানুহে মাছ মাংস এৰিবলৈ আৰম্ভ কৰিছে। এই বিষয়ত মাৰ্কিন দেশীয় মানুহ ইংলণ্ডীয় মানুহতকৈ বেছি আগ বঢ়া আমি দেখিছোঁ। ইউৰোপৰ ঠায়ে ঠায়ে নিৰামহীয়া খোৱা মানুহ আজি কালি দেখিবলৈ পোৱা যায়। সেইদেখি ভাৰতবৰ্ষীয় হিন্দু! বিলাতলৈ যাবলৈ খোৱা-বোৱাৰ নিমিত্তে ভয় নকৰিবা। ইয়াত যি খাবলৈ পোৱা তাতো তাক পাবা, অৱশ্যে তোমাৰ নিজৰ ঘৰৰ মানুহে যেনেকৈ ৰান্ধিব তেনেকৈ বন্ধা বোধকৰোঁ নোপোৱা; কিন্তু ভয় নেখাবা। আমি বিলাতত মাহৰ-আঞ্জা, ভাত, আন আন আমাৰ দেশী আঞ্জা, খিচিৰি, মোহনভোগ, ৰসগোল্লা ইত্যাদি খাইছোঁ, এনেকি টেঙাৰ অম্লাও খাইছোঁ. পোলাও কালিয়া তো খাইছোঁয়েই। জলকীয়াও খাইছোঁ। ভালকৈ চলিব জানিলে নিজৰ খোৱা-বোৱাৰ বন্দৱস্ত নিজৰ হাতত থাকিলে ঠিক দেশৰ দৰে থকা যায়। আমি হলে আমাৰ মানুহক, যি দুই তিনি বছৰ তাত থাকিব লাগে, ঠিক ইংলণ্ডীয় নেটিভৰ দৰে থাকিবলৈ উপদেশ দিম। "In Rome, do as the Romans do" অৰ্থাৎ ৰোম দেশত ৰোমৰ মানুহৰ দৰে চলিবা। এই নিয়ম বৰ ভাল। যি দেশৰ যি ৰীতি সেই দেশৰ সেই ৰীতিৰে চলা উচিত।

ইয়াৰপৰা বিলাতলৈ যাবলৈ বহুতো বাট। আমি যেতিয়া ১৮৯৫ চনৰ ৩ চেপ্টেম্বৰ তাৰিখে কলিকতা এৰোঁ, তেতিয়া আমি হাইকোৰ্টৰ ওচৰৰ তিন নম্বৰ জেটিৰপৰা জাহাজত উঠোঁ। সেই জাহাজেই আমাক একেবাৰেই লণ্ডনৰ ৰয়েল এল্বৰ্ট ডকত তুলি দিলে। এই বাট অতিক্ৰম কৰিবলৈ আমাৰ পাঁচ সপ্তাহ লাগিছিল। ৭ অক্টোবৰৰ দিনা আমি লণ্ডন পালোঁগৈ। আমি পাঁচোটি ভাৰতবৰ্ষীয় লৰা একেলগে গৈছিলোঁ। এই জাহাজ যাত্ৰা আমাৰ মনত চিৰকাল থাকিব। এই জাহাজ ব্ৰিটিচ ইণ্ডিয়া নেভিগেচন্

কোম্পনীৰ "ডনেৰা" ( S. S. Dunera )। এই 'পাঁচজনৰ এজন, শ্ৰীযুত যোগেন্দ্ৰনাথ পাল ; এওঁ এতিয়া যুক্ত-প্ৰদেশৰ ভাৰতীয় চিবিলচৰ্ব্বিচত কাম কৰে। শ্ৰীযুত সত্যেন্দ্ৰনাথ সেন, কেম্বিজৰ ডিগ্ৰী লৈ স্বদেশলৈ উভতি আহিছে। শ্ৰীযুত সুকুমাৰ সেন, এতিয়া এই কলিকতাতে স্বাধীন ব্যৱসায় কৰিব লাগিছে। চতুৰ্থজন শ্ৰীযুত আবুল ফজল মহম্মদ ফজল হুক, এওঁ নিজৰ জমিদাৰী তত্বাবধান কৰি নিজৰ দেশতে আছে। আৰু আনজন তো স্বয়ং মই। মোৰ সেই নতুন মনৰ ভাৱ, সৰু কালৰ উদাম উৎসাহ, জাহাজত আমাৰ নিজৰ ভিতৰতে আমোদ প্ৰমোদ ইত্যাদি নানান্ কথা কেতিয়াও মোৰ মনৰপৰা আঁতৰ নহয়।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

## জনচেৰেক অসমীয়া ডেকা।

আমি জনচেৰেক অসমীয়া ডেকা।
আমি নহওঁ মণুহ নহওঁ মাছ ;
আমি নাজানো কৰিব বিচাৰ-বাছ ;
আমি কাটোঁহে মাথোন ঘোৰাৰ "ঘাস";
আমি জানিবা তোমাৰ হোতৰ পাঁচ ;
আমি নাচোঁ সদাই পুতলাৰ নাচ ;
কওঁ, মেলোঁ, বুজোঁ, শুনো, সদাই একা-বেকা—
হেৰা, আমি জনচেৰেক অসমীয়া ডেকা।

আমি জনচেৰেক অসমীয়া ডেকা ;
আমি ভালৰ বেয়াৰ ধাৰ মেধাবোঁ ;
আমি বুজিব শুনিব বেছি খোৱাবোঁ ;
আমি কৰ্ম্মবাঞ্ছ চকৰি হৈ জিনো হাবোঁ ;
আমি সাপ হৈ দংশি বেজ হৈ জাবোঁ ;

আমি তালটো বিচাৰি নেপাওঁ কাৰো।
শিকোঁ, বুজোঁ, জানো, মানো, পালে হে সব সেকা—
হেৰা, আমি জনচেৰেক অসমীয়া ডেকা।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য-সভা।

অসমীয়াৰ গৌৰব শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰাজা প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰে কিছু দিনৰ আগেয়ে তেওঁৰ ৰাজধানী গৌৰীপুৰলৈ উত্তৰবঙ্গ সাহিত্য সম্মিলনৰ সমজুৱাসকলক নিমন্ত্ৰণ কৰি নি যি সভা পাতিছিল সেই সভাৰ সভাপতিৰ বাবটো কটন কলেজৰ অধ্যাপক শ্ৰীযুত পদ্মনাথ বিদ্যাবিনোদ এম, এ,ৰ গাত পৰাত তেওঁ সভাত অনেক বিনয় কৰি ৰজা বাহাদুৰৰ শলাগ লৈ আসাম আৰু অসমীয়া ভাষাৰ সম্পৰ্কে তেওঁৰ গোটাচেৰেক মন্তব্য প্ৰকাশ কৰিছিল। অসমীয়া ভাষাৰ সম্পৰ্কে তেওঁৰ মন্তব্য কেইটা আমাৰ মতেৰে সৈতে নমিল হোৱাত আজি সেই বিষয়ে আমি আনাৰচেৰেক কথা কব খুজিছোঁ।

"এক্ষণে অসমীয়া ভাষা বঙ্গভাষাৰ উপভাষা কিনা, এই বিষয়ে কিঞ্চিৎ আলোচনা কৰা যাইতেছে" এই বুলি বিদ্যাবিনোদ মহাশয়ে ডাক্তৰ গ্ৰিয়েৰ্চনৰ "Linguistic survey of India" কিতাপৰপৰা এই ডোখৰ তুলি দিছে,—

Wheather Assamese is a dialect or a language is really a mere question of words which is capable of being argued *ad infinitum*, for the two terms are incapable of mutually exclusive definition. Like 'hill' and 'mountain' they are convenient methods of expressions, but no one can say at what exact point a hill ceases to be a hill and becomes a mountain It must be confessed that if we take grammar

alone as the basis of comparison it would be extremely difficult to oppose any statement to the effect that Assamese was nothing but a dialect of Bengali. The dialect spoken in Chittagong, which is universally classed as a form of the latter language differs far more widely from the grammar of the standard dialect of Calcutta than does the Assamese. If grammar is to be taken as test and if on applying that test we find that Assamese is a language distinct from Bengali, then we should be compelled with much greater reason to say the same of the Chittagong *patois*" Vol V part I 393-94. আৰু দি কৈছে যে" এইৰূপ বলাৰ পৰেও গ্ৰিয়াৰ্সন্ সাহেব অসমীয় ভাষা স্বতন্ত্ৰ ভাষাৰূপে পৰিগণিত হইবাৰ যোগ্য বলিয়া যে যে কাৰণ নিৰ্দ্দেশ কৰিয়াছেন, আসামেৰ ইতিহাসে গেইট সাহেব তাহাই কিঞ্চিৎ জোৰেৰ সহিত বলিয়াছেন।"

ডাক্তৰ গ্ৰিয়েৰ্চন অবিবেচক নহয়, মিষ্টৰ গেইটও অবিবেচক নহয়। বিদ্যা বিনোদ মহাশয়ে হে কথা টং কৰি চোৱা নাই। অসমীয়া ভাষাৰ যেনেকৈ সুকীয়া সাহিত্য আছে, অনেক পুথি যেনেকৈ সেই ভাষাত ৰচিত হৈ তাক স্থায়িত্ব দিয়া হৈছে, চট্টগ্ৰামৰ ভাষাত তাৰ অভাৱ। শৰীৰৰ এটা বা দুটা অঙ্গ অথবা থাই অঙ্গ অকল মূৰটো থাকিলেই যেনেকৈ সম্পূৰ্ণ মানুহটো হব নোৱাৰে তাৰাৰো এটা বা দুটা অঙ্গ বা অকল থাই অঙ্গ ব্যাকৰণৰ বিভিন্নতা থাকিলেই সি সুকীয়া হৈ থিয় হব নোৱাৰে। ছিটাগাৱঁৰ ভাষাই যদি বাকী অঙ্গবোৰ পালেহেঁতেন, যেনে,— চহকী লিখিত সাহিত্য, সেই ভাষাভাষী সৰহ লোকসংখ্যা, ৰজাঘৰীয়া আদৰ আৰু সহায়, ইত্যাদি, তেন্তে ছিটাগাৱঁৰ ভাষাইও বঙ্গলাৰপৰা সুকীয়া হৈ গা-টঙাই পাখি-কটালি উঠিলহেঁতেন। এডোখৰ পৰি থকা মাটিত যেনেকৈ বহুৎ গছ-পুলি গজে, কিন্তু তাৰ ভিতৰত যি কেইটা পুলিয়ে বাহিৰৰপৰা বল পায়, সাৰ পায় আৰু বাঢ়িবৰ সুচল অৱস্থাৰ সহায়তা লাভ কৰে, সেই কেইটা হে বাঢ়ি ডাঙৰ গছ হব পাৰে। গোটেইখন বঙ্গদেশৰ ভিতৰত নদীয়া আৰু কলি-

কভাৰ ভাষাইও তেনে সূচনা অৱস্থা লভি আজিকালিৰ প্ৰবল বঙ্গলা ভাষাৰ আকৃতি পাই চাৰিউফালৰ গঁঠীয়া পয়া-লগা dialect বোৰ সামৰি লৈছে। ছিটাগাৱঁৰ ভাষাও সেইদেখি এই বিৰাট বঙ্গলা ভাষাৰ ভিতৰ সোমাল। অসমীয়া ভাষাও সমানে ক্ষমতাশালী হোৱাহেঁতেন, আৰু আজিকালিৰ দৰে আগৰেপৰা ছিটাগাওঁ আসামৰ সীমাৰ ভিতৰত থকাহেঁতেন, সিও ছিটাগঞা ভাষাক একেখন নিহালিৰ তলতে নেপাই নাথাকিলহেঁতেন; যদিও তেনেকুৱা stange bedfellow অৰ্থাৎ অচিনাকি লগৰীয়া নিজৰ গোৱাপাটীত পাবলৈ অসমীয়াৰ সমূলী আগ্ৰহ নাই।

"For years the Assamese language has been officially recognized and now it can be proved that it is in its grammar much more nearly connected with the Behari than with standard Bengali which can scarcely be said to have existed as a written language until the beginning of the present century when the missionaries of Seerampur first moulded it into a form. On the other hand, the Mahabharta and Ramayan were translated into the Assamese language nearly four centuries ago Not only that, but many other works on history were then written, poetry, medicine and religion were also translated into the Assam Vernacular, which could besides boast of a very pretty indigenous literature of its own" Dr. Grierson in the INDIAN ANTIQUITY. ডাক্তৰ গ্ৰিয়েৰ্চনে এইদৰে অসমীয়া ভাষাক সুকীয়া বুলি স্বীকাৰ কৰিলে আৰু ছিটাগঞা ভাষাক নকৰিলে।

এই দেখিয়েই মিষ্টৰ গেইটে তেওঁৰ আসাম বুৰঞ্জীত লেখিছে—"It may be pointed out that the possession or otherwise of a separate literature is generally regarded as one of the best tests to apply, and that if this be taken as a criterion, Assamese is certainly entitled to rank as a separate lan-

guage. Assamese is believed to have attained its present state of development independently of and earlier than Bengali; and it is the speech of a distinct nationality which has always strenuously resisted the efforts which have been made to foist Bengali on it."

গেইট চাহাবৰ এই কথাৰ সমালোচনা কৰি বিদ্যাবিনোদ মহাশয়ে ইংৰাজীতে লেখিছে—"But the argument of Mr. Gait is open to criticism. The first Assamese books were written by Sankar Deva, Madhab Deva, Ananta Kandali and others, who flourished during Narnarayan's time, i e., by the middle of the 16th Century. But the poems of Chandidas were composed about a centuary and a half earlier (circ 1400 A. D.) and Kritibas also wrote his Ramayan about a centuary earlier (Circ 1450 A D.) * So, the Assamese literature cannot claim precedence in time. Wether its development was 'independently of Bengal' or not is a point which it is very difficult to discuss. But when we consider even on Mr. Gait's authority, that the wave of the religious movements of Sri Chaitanya reached Assam and led to the foundation of the Mahapurushya sect, the wave of the renaissance of the vernacular literature to propagate that religion of love and devotion in Bengal must have also done much to stir up the literary activity among the inhabitants of Kamrupa. The unification of these two dialects Assamese and Bengali, would not in my humble opinion, lead to any other results than beneficial to the people

* প্রায় হাজার বৎসরের প্রাচীন শূন্য পুরাণের কথা প্রসঙ্গতঃ এস্থলে উল্লিখিত হয় নাই।

of Assam who seem to have done very little since Narnarayan's time for the development of their language. The opportunity was a fair one, which has now gone away: there was a special facility, too, for this as the script was the same for both the languages; and as to the existing books in the dialect they would form part of the great body of the Bengali literature, as will be evident from the fact that Babu Dinesohandra Sen, author of a history of the Bengali liturature has actually included the Ramayana written by Ananta Kandali in his subject-matter as he was kept in the dark as to locality to which the author belonged. It is fortunate for our Assamese brethern that their desire to have the recognition of their mother-tongue as a court language, has been so easily fulfilled : the Irishmen and the Welsh people whose mother-tongue are of Celtic origin—and so, quite distinct from the Teutonic English—have not got the same privilege as yet."

অসমীয়া ভাষাত প্ৰথম পুথি শঙ্কৰদেৱ. মাধৱদেৱ আৰু অনন্ত কন্দলিয়ে লেখা বুলি কোৱা কথাটো ভ্ৰমাত্মক। মাধৱ কন্দলিয়ে শঙ্কৰদেৱৰ আগেয়েই আদিকাণ্ড ৰামায়ণৰ সুৰলা ছাঁওনি কৰিছিল। সেই পুথিৰ কথা শঙ্কৰদেৱে ভেওঁৰ নিজৰ পুথিত উল্লেখ কৰি গৈছে। " And it is with the translation of the Ramayan in the 15th century that Assames first reached the highest level and finally established a claim as a literary language. There had been an earlier translation by Madhab Kandali, as Sankar Deb himself states in his own translation „ * মাধৱ কন্দলিৰ আদিকাণ্ড ৰামায়ণ যি পঢ়িছে সিয়েই

* Note on the Assamese Language and literature by F. W. Sudmersen Eqr., Principal of the Cotton college, Gauhati.

বুজিছে যে তাৰ ভাষা কেনে সুৰলা, কেনে ললিত। সেইখনেই যদি অসমীয়া ভাষত প্ৰথম পুথি হলহেঁতেন তেনেহলে তাৰ ভাষা এনে নিমজ এনে সুললিত হব নোৱাৰিলেহেঁতেন। সৰহ নালাগে অনন্ত কন্দলিৰ ৰামায়ণৰ ভাষাতকৈ মাধৱ কন্দলিৰ ৰামায়ণৰ ভাষা শ্ৰেষ্ঠ বুলি পণ্ডিতসকলে স্বীকাৰ কৰে। " nanta Kandali, a contemporary of Saukar Dcb, also translated the Ramayan, and his translation had such a vogue in Bengal that he has actually been claimed as a Bengali writer. But the Ananta Ramayan is an Assamese work. Its inferiority to Madhab Kandali's translation caused it to be comparatively neglected by the learned " শঙ্কৰদেৱৰ শিক্ষক প্ৰগাঢ় পণ্ডিত মহেন্দ্ৰ কন্দলিয়েও কেইবাখনো পুথি অসমীয়া ভাষাত লেখিছিল, যি পুথিয়ে শঙ্কৰৰ হৃদয়ত ভবিষ্যতত গ্ৰন্থ ৰচিবৰ গুটি কই দিছিল মহেন্দ্ৰ কন্দলিৰ ৰচিত পুথিবোৰ পোৱা এতিয়া দুষ্কৰ। আসামৰ ওপৰেদি যোৱা নানা বিপ্লৱ বিপদৰ সোঁতত সেইবোৰ, আৰু তাৰ আগেয়ে আন আন অসমীয়া কবি সকলৰ দ্বাৰাই ৰচিত পুথিবোৰ উটি গল। কবিবৰ মাধৱ কন্দলিৰ দ্বাৰাই ভণিত ৰামায়ণ আদিকাণ্ড শ্ৰীযুত গণেশৰাম আগৰৱালাই ১৮১৮ শকত ছপা কৰাই প্ৰকাশ কৰিছিল। তাৰ পাতনিত আমাৰ শ্ৰদ্ধাস্পদ বন্ধু শ্ৰীযুত বেণুধৰ ৰাজখোৱাই লেখিছে "এওঁৰ ( মাধৱ কন্দলিৰ) জন্মৰ শক অৱশ্যে ঠাৱৰকৈ কোৱা টান। ... এইটো ঠিক, যে এওঁ পঞ্চদশ শতিকাত জন্মগ্ৰহণ কৰে"। শঙ্কৰ দেৱৰ জন্ম ১৪৪৯ খৃষ্টাব্দত আৰু মৃত্যু ১৫৫৯ খৃষ্টাব্দত। শঙ্কৰদেৱে ৰামায়ণ আদি পুথিৰ ভাঙনি নিশ্চয় তেওঁৰ ওপজাৰ ৫০ বছৰৰ ভিতৰত, অৰ্থাৎ যেতিয়া তেওঁৰ গাত ডেকা তেজ আৰু অপৰিমিত উৎসাহ আছিল তেতিয়া কৰিছিল। অৰ্থাৎ ১৫ শতিকাৰ শেহ ছোৱাত হে, বিদ্যাবিনোদ মহাশয়ে অনুমান কৰাৰ নিচিনাকৈ ১৬ শতিকাৰ মাজ ছোৱাত নহয়। শঙ্কৰদেৱৰ মৃত্যু ১৫৫৯ খৃষ্টাব্দত; সেইদেখি ষোল শতিকাত যে তেওঁ পুথি লেখা নাছিল এনে নহয়; বৰং সেই ছোৱা কালত তেওঁ শ্ৰীমদ্ভাগৱতৰ ভাঙনি, দশম, কীৰ্ত্তন, ভটিমা, গীত, নাট আদি পুথি অশেষ পৰিশ্ৰম কৰি ৰচি ভাগৱতী বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰিছিল। কণ্ঠভূষণে কাশীৰপৰা

শ্ৰীমদ্ভাগৱত শাস্ত্ৰ আনি তেওঁক দিলত, তেওঁ আন আন পুৰাণৰ ভাঙনি আৰু সেইবোৰৰপৰা শাস্ত্ৰ বচনা পৰিত্যাগ কৰি কৃষ্ণ-প্ৰেমত মজি ভাগৱত শাস্ত্ৰ-সিন্ধু মথি তাৰপৰা জ্ঞান ভক্তিৰ অমৃত নিঝৰা অসমীয়া ভাষাত বোৱাবলৈ ধৰিলে।—"বৈকুণ্ঠ প্ৰকাশে, হৰিনাম ৰসে, প্ৰেম অমৃতৰ নদী। শ্ৰীমন্ত শঙ্কৰে, পাৰ ভাঙ্গি দিলে, বহে ব্ৰহ্মাণ্ডক ভেদি॥" ঘোষা। মাধৱদেৱৰ ৰচিত।

"নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰাণসী হন্তে॥
তাহাক চাই নিবন্ধিলোঁ পদ।
হৰি হৰি বুলি তৰা আপদ॥"

শঙ্কৰদেৱৰ ৰচিত কীৰ্ত্তন পুথি।

নৰনাৰায়ণ ৰজাৰে সৈতে শঙ্কৰ দেৱৰ জীৱনৰ শেহ ছোৱাত হে চিনাকি। ব্ৰাহ্মণসকলৰ লগণীয়া কথা শুনি আহোম ৰজাই তেওঁক আৰু তেওঁৰ শিষ্য-সকলৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰিলত, আৰু শেহত তেওঁৰ জোৰাঁয়েক হৰিক ধৰাই কটালত হে তেওঁ "অসমৰ বিষম মত, এনে ৰাজ্যত থকা উচিত নহয়" বুলি ভাটীলৈ গুচি আহিল। ভাটীলৈ আহি হে তেওঁ নৰনাৰায়ণ ৰজাৰ শ্ৰদ্ধা ভক্তি আকৰ্ষণ কৰে; আৰু শেহত ১৫৫৯ খৃষ্টাব্দৰ ভাদৰ শুক্লা দ্বিতীয়াৰ দিনা কোচ ৰজাক ধৰ্ম্ম দিয়া অৰ্থাৎ শৰণ দি শিষ্য কৰাৰ হাত সাৰিবৰ মনেৰে যোগাসনত বহি প্ৰাণ পৰিত্যাগ কৰে। এতিয়া যদি আমি বুজিলোঁ যে শঙ্কৰদেৱে ১৫ শতিকাৰ শেহ ভোথৰত ৰামায়ণ ৰচনা কৰিছিল, তেন্তে তেওঁৰ আগৰ মাধৱ কন্দলিয়ে নিশ্চয় ১৫ শতিকাৰ আগ ভোথৰত নাইবা ১৪ শতিকাৰ শেহ ভোথৰত আদিকাণ্ড ৰামায়ণ পুথি ৰচিছিল। সেইদেখি বঙ্গালী কবি চণ্ডীদাসৰ কবিতা যদি ১৪০০ খৃষ্টাব্দত ৰচাটো ঠিক হয়, তেন্তে সি মাধৱ কন্দলিৰ ৰচনাৰ সমসাময়িক বা পিছৰ বুলি হে ধৰা যায়। কৃত্তিবাসৰ তো কথাই নাই; কিয়নো, তেওঁৰ ৰামায়ণ ৰচনাৰ চন ১৪৫০ খৃষ্টাব্দ বুলি বিদ্যাবিনোদ মহাশয়ে কৈছে। অৱশ্যে যদিও এই চন ঠিক হোৱা বিষয়ত আমাৰ বৰ সন্দেহ আছে; আৰু সি সন্দেহৰ কাৰণ আমি কবলৈ বাধ্য।

বাবু দীনেশচন্দ্ৰ সেনে "বঙ্গভাষা ও সাহিত্য" নামৰ কিতাপত লেখিছে "কৃত্তিবাসেৰ পূৰ্ব্বপুৰুষ উল্লিখিত নৃসিংহ ওঝাৰ পিতামহ উধো দনৌজমাধৱ ৰাজাৰ সভাসদ ছিলেন, তাহা কুলজীগ্ৰন্থে পাওয়া যায়, দনৌজমাধৱ ১২৮০— ১৩৮০ খৃঃ অব্দ পৰ্য্যন্ত বৰ্ত্তমান ছিলেন, কৃত্তিবাস উধো হইতে অধস্তন সপ্তম পুৰুষ, সুতৰাং ১২৮০ হইতে ২০০ শত বৎসৰ পৰে কৃত্তিবাসেৰ প্ৰৌঢ়াবস্থা ধৰা যাইতে পাৰে।"

কৃত্তিবাস তেওঁৰ পূৰ্ব্বপুৰুষ উধোৰপৰা ধৰিলে সপ্তম পুৰুষ। উধো দনৌজমাধৱৰ সভাসদ আছিল। দনৌজমাধৱ ১৩৮০ খৃষ্টাব্দলৈকে আছিল। সেইদেখি আন্দাজ ১৩৪০ খৃষ্টাব্দত উধোৰ জন্ম বুলি ধৰিব পাৰি। মানুহৰ জীৱন কাল গৰে যদি ৪০ বছৰ ধৰা যায়, তেন্তে উধোৰপৰা কৃত্তিবাসলৈকে কমপক্ষেও ২৪০ বছৰ বুলি ধৰিব পাৰি। সেইবাবে কৃত্তিবাসৰ কাল ১৫৮০ খৃষ্টাব্দ হয় গৈ; অৰ্থাৎ ষোল শতিকাৰ শেহত। শঙ্কৰদেৱ ১১০ বছৰ জীয়াই আছিল। তেওঁৰ মৃত্যু ১৫৫৯ খৃষ্টাব্দত। সেইদেখি কৃত্তিবাসৰ ৰামায়ণ শঙ্কৰ দেৱৰ পুথিৰ এশ শতিকা আগেয়ে ৰচিত হৈছে বুলি পদ্মনাথ বাবুৱে যি কৈছে সি নিটিকে। শঁকটো টানি-টুনি নৈ গলেও কৃত্তিবাসক শঙ্কৰদেৱৰ সমসাময়িক কবিবৰ্গে পাৰি, তাৰ সাহিবলৈ বাধ নোৱাৰি। কৃত্তিবাসে মাধৱ কন্দলিক চুবই নোৱাৰে বুলি আমাৰ বিশ্বাস। দীনেশ বাবুৱে আক লেখিছে "সম্প্ৰতি জ্যোতিষিক গণনা দ্বাৰা নিশ্চিতৰূপে সিদ্ধান্ত হইতেছে যে কৃত্তিবাস ১৪৩২ খৃষ্টাব্দে জন্মগ্ৰহণ কৰেন।" ১৪৫০ খৃষ্টাব্দত কৃত্তিবাসে ৰামায়ণ ৰচনা কৰা কথা যদি সঁচা হয়, তেন্তে তেওঁ ১৮ বছৰ বয়সত ৰামায়ণ ৰচনা কৰাটো হয়; সেইটো অসম্ভৱ। আচল কথা, "The period of literary activity in Assam was synchronous with a similar period in Bengal. In both countries the influence at work was the same. The religious reforming wave which swept over India at the same time that Luther was convulsing the courts of Europe, was led in Bengal by Chaitainya and in Assam by Sankar Deb. In both countries. too, the religions effects were identical—a worship

of Krishna, of spirit instead of power, a freedom from forms and ceremonies, and substitution of hymns of praise and of prayer for animal sacrifice. Sankar Deb, however had of necessity to compromise with the more instincts of his followers, and so arose the Mahapurushiya sect of the Vaisnavites, whose sacred seat is Barpeta. In both Vaishnavite countries we also find that the literature takes the same form—translation of sacred books, and the writing of hymns. In Assam, however, dramatic influence was at work, resulting in a large number of dramas, resembling somewhat the old passion plays of Europe." F W. Sudmersen Eqr.

ৰায় বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈয়ে তেওঁ প্ৰকাশ কৰা ৰামায়ণৰ পাতনিত লেখিছে যে দশম শতিকাত অসমীয়া ভাষা এনে টনকিয়াল আছিল, যে দীপিকাছন্দ নামে পুথি ৰচিত হৈছিল। তেওঁ দশম শতিকাকে বৰ্ত্তমান অসমীয়া ভাষাৰ আৰম্ভনৰ কাল, আৰু দীপিকাছন্দকে আমি জানিবলৈ পোৱা প্ৰথম পুৰণি পুথি বুলি কৈছে। দীপিকাছন্দৰ গ্ৰন্থকৰ্ত্তাৰ নাম পুৰুষোত্তম গজপতি। গজপতিয়ে তেওঁৰ পুথিত বৌদ্ধধৰ্ম্মৰ ওপৰত বৰ আক্ৰমণ কৰিছে। সেইদেখি দীপিকাছন্দ ৰচনাৰ সময়ত নিশ্চয় আসামত বৌদ্ধধৰ্মৰ প্ৰাদুৰ্ভাব অলপ-অচৰপ আছিল। সপ্তম শতিকাৰ আদিতে যেতিয়া হিউয়েনচাং আসামলৈ আহে, তেতিয়া তেওঁ আসামত বৌদ্ধধৰ্ম্মৰ প্ৰাদুৰ্ভাব বৰ কম দেখিছিল বুলি লেখি থৈ গৈছে। তেতিয়া আসামৰ অৰ্থাৎ কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মা আছিল। ভাস্কৰ্ম্মা যদিও হিন্দু ৰজা আছিল তথাপি বৌদ্ধধৰ্ম্মত তেওঁৰ যথেষ্ট আস্থা আছিল, নতুবা তেওঁ হিউয়েনচাঙক আসামলৈ নিমন্ত্ৰণ কৰি নানিলেহেঁতেন আৰু বৌদ্ধ-ৰজা শিলাদিত্যৰ উৎসৱলৈ গৈ ইমান সন্মান নলভিলেহেঁতেন। আসামৰ পালবংশীয় ৰজাসকলৰো বৌদ্ধধৰ্ম্মৰ প্ৰতি টান থকাৰ অনেক প্ৰমাণ পোৱা যায়। খৃষ্টীয় নৱম কি দশম শতিকাত যেতিয়া বৌদ্ধধৰ্ম্ম আসামত একেবাৰেই শয্যাগত তেতিয়া দীপিকাছন্দৰ লেখকে ব্যাধিৰ শেষ নাবাখিবৰ মনেৰেই বোধকৰোঁ বৌদ্ধধৰ্ম্মৰ ওপৰত দোৰ্দোৰ আক্ৰমণ কৰিছিল। সি যি হওক, এইটো নিশ্চিত যে খৃষ্টীয় দশম শতিকাতো অসমীয়া

ভাষাত পুথি ৰচিত হৈছিল। কোনো-কোনোৱে ডাকৰ বচনৰ পুথি ইয়াৰো আগেয়ে অসমীয়া ভাষাত ৰচিত হোৱা বুলি কয়। খৃষ্টীয় তেৰ আৰু চৈধ্য শতিকাত আহোমে আহোম ভাষাত বুৰঞ্জী লেখা দেখি অনেক অসমীয়াই অসমীয়া ভাষাতো বুৰঞ্জী লেখিছিল। নানা বিপ্লৱত পৰি, ঘাইকৈ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ কোপানলত পৰি সেই জাতীয় কীৰ্ত্তিবোৰ ভস্ম হল। "There are also many old puthis heirlooms in families treasured with care, but decaying and rapidly becoming illegible awaiting deciphering and publication Many of these old bark-written puthis are historical in subject-matter, many deal with Astronomy and Astrology religious rites and ceremonies, and folklore." *

ক্ৰমশঃ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

## প্ৰণয়ৰ প্ৰতিদান।

প্ৰেমিক যি হোৱে কিয় প্ৰতিদান খোজে ?
প্ৰণয়ৰ প্ৰতিদান নাই ;
'প্ৰতিদান পাবলই যদি প্ৰেম কৰে,
তেনে প্ৰেম প্ৰেমত নৰয়।
পদুমী কুমুদী চোৱা প্ৰেমত মগন,
কোমল হৃদয় উদঙাই ;
তথাপি নেপায় তাৰ একো প্ৰতিদান,
জীৱনত জীৱন অহাই।
অথচ দুইবো কেনে নিভাঁজ প্ৰণয়,
প্ৰতিদান ভ্ৰুক্ষেপ নকৰে ;
উষা সন্ধ্যা সৰ্ব্বদাই একেদৰে সেই
প্ৰেম-ভৰা হাঁহি ফুটি মাৰে।

শ্ৰীবসন্তকান্ত বৰকাকতী।

---

* F. W. Sudmersen Eqr.

# কৃপাবৰ বৰুৱাৰ সামৰণি।

মুষল-পৰ্ব্ব বা ঢেঁকি-থোৰা পৰ্ব্ব।



কনিষ্টবল! কনিষ্টবল! পুলিচ-মেন! পুলিচ-মেন! এই দুটাই চন্দ্ৰবিন্দু হ্ৰস্ব-উকাৰ দীৰ্ঘ-উকাৰ আদি সাঙ্ঘাতিক অস্ত্ৰ (dangerous weapon) লৈ যুদ্ধ কৰিছে! এতিয়াই খুনাখুনি হব! ইহঁতক ধৰি লৈ যা! পাকোৰ! পাকোৰ! পাকোৰ!

শ্ৰীকৃপাবৰ।

## সমালোচনা।

কৃপাবৰ বৰুৱাৰ ওভতনি। বেচ এটকা। আসাম বেঙ্গল ষ্টোৰ্চ—২নং লালবাজাৰ, কলিকাতা। এই ঠিকনাত পোৱা যায়। এই কিতাপখন মোৰ লেখা-পঢ়া কৰা মেজৰ ওপৰত কোনে থৈ গলহি কব নোৱাৰোঁ; কিন্তু সি মেজৰ কণ-কঠীয়া মাৰিলে। দুখৰ কথা কি কম, কিতাপখনৰপৰা ৰস ওলাই বৈ মোৰ মেজৰ ওপৰত ডোঙা বান্ধিছিল; ভাগ্যে এনেতে মই আহি দেখি, কাঁহী এখনৰ ওপৰত তাক তুলি থলোঁ। এতিয়াও মোৰ ঘৰ গোটেইটো পকন্নময় হৈ আছে।

এইজন কোন কৃপাবৰ বুজিব পৰা নগল। আজিৰ এই সমালোচকৰ মাজো দেখোন কৃপাবৰ। এৱেঁই নে তেওঁ? বা তেৱেঁই নে এওঁ? পণ্ডিত-সকলে বিচাৰ কৰি ইয়াৰ এটা তথ্য-কথ্য উলিয়াই মীমাংসা কৰক, নহলে

মচলে। সম্প্ৰতি ইয়াকে মাথোন কোৱা যাওক যে ওভতনি কিতাপখন লেখিবলৈকে যদি শ্ৰীযুত কৃপাবৰ বৰুৱা স্বৰ্গবপৰা উভতি আহিছিল তেন্তে তেওঁ তেওঁৰ ওভতনিখন কাষলতিত গুঁজি লৈ আকৌ স্বৰ্গাৰোহণ কৰিলেই মঙ্গল। কিয়নো, কিতাপখনত বাৰেপাটী ভুল,—বৰ্ণবিন্যাসত ভুল, ব্যাকৰণত ভুল, কথাত ভুল, মাতত ভুল, পূবে ভুল, পচিমে ভুল, উত্তৰে ভুল, দক্ষিণে ভুল। ওভতনিৰ বৰে-তৰে পাত এটা মেলিলেই পাঠকসকলে আমাৰ কথাৰ প্ৰমাণ পাব। প্ৰথমতে দেখিব যে লেখকে হ্ৰস্ব ইকাৰবোৰ ছুটিকৈ আৰু দীৰ্ঘ ঈকাৰবোৰ দীঘলকৈ লেখিছে! দ্বিতীয়ত, মাছৰ পোহাৰীয়ে মাছৰ পাচী মূৰত লৈ "মাছ লবি নে!" বুলি কৰাদি আখৰবোৰে চন্দ্ৰ-বিন্দুৰ পাচী একোটা মূৰত লৈ ফুৰিছে! তৃতীয়ত, এই সমাজ সেই সমাজ এই দেশ সেই দেশক তাত আক্ৰমণ কৰা হৈছে! চতুৰ্থত, কথাৰ আঁহ-বুন্দাসকলে দেখিব যে তাত তেওঁলোকক ওভতনি লেখকে গালি পাৰিছে। ইত্যাদি কাৰণত, যদিও ওভতনি কিতাপখন হতচিৰী হওঁক, ব্যাহী শ হওক বুলি শাও দি আমাৰ এই চমু আৰু দ সমালোচনা আজিলৈ অ। ম সামৰিবলৈ বাধ্য হলোঁ; আশাকৰোঁ। সদাশয় ওভতনি লেখক সেইবাবে আমাৰ ওপৰত অসন্তুষ্ট নহব; আৰু এই সমালোচনাৰ বাবে উভতি ধৰি তেওঁ আমাকে "সমালোচনা কৰি" অৰ্থাৎ গালি পাৰি নথব।

নোট।—মই এই সমালোচনা লেখি বাঁহীৰ সম্পাদকলৈ পঠিয়াই দিলত সম্পাদকে মোলৈ লেখি পঠিয়ালে—"ববৰুৱা ডাঙৰীয়া! এইখন আপোনাৰে কিতাপ; আপুনিয়েই ইয়াৰ লেখক; আপুনি পাহৰি নিজৰ কিতাপৰ নিজেই সমালোচনা কৰিছে; লোকে দেখি আপোনাক কি বুলিব! ই বৰ ৰুচিবিৰুদ্ধ কাম।"

মই কিন্তু আচৰিত মানিছোঁ,—মোৰ ইমানটো লোকোহা ভুল কেনেকৈ হব পাৰে? উঁহুঁ! তেওঁৰে হে ভুল।

শ্ৰীকৃপাবৰ।

# কিতাপৰ চমু সমালোচনা।

অঞ্জলি।—খণ্ড কবিতাৰ কিতাপ। পাৰ্থ পৰাজয়।—নাট। এই দুইখন শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা বি-এ, বি-এলৰ দ্বাৰাই প্ৰণীত। কিতাপ পোৱাৰ ঠিকনা.—বৰকাকতি এজেন্সি, শিৱসাগৰ। পাতনিত আছে "লেখক নতুন আৰু অভিজ্ঞতাও কম। ইয়াত যে বহুত দোষ বৈ গৈছে, তাক লেখকে স্বীকাৰ কৰে আৰু পাঠক সকলৰ ওচৰত সেইবাবে ক্ষমা বিচাৰিছে।" কিতাপ দুখন পঢ়ি, বাইকৈ অঞ্জলিখন পঢ়ি আমি সন্তোষ পাইছোঁ। অঞ্জলিৰ কবিতাবোৰ সুন্দৰ আৰু ওখ-ভাবৰ। লেখকে হাতৰ কাপ নেৰি লেখি থাকিলে আগলৈ আমি ভেওঁৰপৰা আৰু ভাল কিতাপ পাম বুলি আমাৰ বিশ্বাস।

---

## কবিলৈ।

কিয় হেৰা কবি, সময় কটোৱা ভাবি?
কিয় নো বলিয়া তুমি জোনলৈ চাই?
পুৱালে মধুৰ নিশা ভাব হাঁহি যায়।
ধৰণৰ সব ভৰা খিখিক-থামাক কথা
দেখি তুমি মিছাতেই কিয় ভোল যোৱা?
কেতিয়াও তুমি ভাব ধৰকে নোপোৱা।
মধুৰ মলয়া বয়,পিও নাহে তোমালৈ,
চতুৰ মলয়ে মাথোঁ ফুল চুমি যায়,
তোমাৰ চিকুণ গাল উলটি নেচায়।
জোনৰ প্ৰেমত ভাহি, ফুলি থাকে ভেঁট পাহি,
জোনলৈ চাই হাঁহে কত ঠেও ধৰি,
তোমাক নেচায় কিন্ত চকু কেৰা কৰি।
ঊষাৰ মিচিকি হাঁহি দেখিলে পদুম পাহি

নিৰ্জান বিলত ফুলে কত উলাহেৰে,
আমোদিত কৰে বন মধুৰ গোন্ধৰে ;
কিন্তু তুমি দুৰ্ভগীয়া ওচৰলৈ চাপি মোৰ্ ।
বোকা আৰু পানী মাথোঁ পাবা উপহাৰ,
নোপোৱা কৰিব ভোগ কথাতে হে সাৰ ।
ফুলনিত ফুলে যুতী, নাহৰী মালতী, জাতী,
ভাইহঁতো ভোমোৰাৰ প্ৰেমত বলিয়া,
বঞ্চিত কৰিলে তাতো ভোমোৰা কলীয়া ।
আমনিত পৰি কুলি কুউ কুউ কুউ বুলি
পঞ্চমত তুলি গায় নাচে ডালে ডালে,
গুচি যায় সিও হায় বসন্তটি গলে ।
মিছা এটি ভাব লৈ গাই ফুৰা তাকে কৈ,
উলিওৱা ৰস চেপি হলেও নিৰস ;
ইয়াতে নে লব খোজা তুমি অত যশ ?
মৰতৰ নৰ তুমি মৰতত থাকি,
লব খোজা স্বৰ্গসুখ কল্পনাতে আঁকি ;
ভাঙিলে সপোন হায় দেখা পোৱা পাছে,
তোমাৰ সংসাৰী ভাব তেতিয়াও আছে ।

শ্ৰীঅম্বিকানাথ বৰা ।

---

# ফুল-ৰাণী ।

চোৱাঁচোন সখী, মোক কেনে দেখি, ৰূপহী হৈছোঁ নে মই ?
ফুলেৰেই সাজিছোঁ. কি ৰূপ ধৰিছোঁ, দেখিলে পাবা নে ভয় ?
সুগন্ধি ফুলৰ গাথি চন্দ্ৰহাৰ, হিয়াত পিন্ধিছোঁ সখী ।
সুৰবস্ত্ৰ-বালা গাঁথি যতনেৰে, থৈছোঁ হাতত বান্ধি ।
দহো আঙুলিত ফুলৰ আঙঠি পিন্ধিছোঁ হেঁপাহত মই ।
খোপাৰ ওপৰত মালতীৰ খোপা, পৰিছে ভোমোৰাচয় ।

গুণ্ গুণ্ কৰি মধু খায় তুলি, গাইছে ললিত তানে।
ভোঁমোৰাৰ গীতত হিয়া জুৰুৱায়, তাক নো শুনিব কোনে।
চিতিপাতি দেখি আছি মৌ-মাখি পৰিছেহি উৰি উৰি।
জানোৱা কামোৰে, ভয় লাগে মনে, কলৈ যাম ঘূৰি ঘূৰি?
চন্দ্ৰমাৰ জোছনা মুখত পৰিছে, লুকাবৰ নাই ঠাই।
ঘৰলৈ যাওঁতে বাট হেৰুৱাম, জানো দেৱভাই পায়।
আও দেহি সখি! বৰ ভাল দেখি, বাসন্তী দেবী যেন হলা।
আহাঁ চুমা খাওঁ, কোলাত বহুৱাওঁ, মোৰো মন মুহি ললা।
তোমাৰ স্বৰূপাৰ দেখি চন্দ্ৰমাও বৈ চায় থিয় হৈ।
মুগুধ ভোমোৰা কিয় নো নাহিব মধুলোভে মত্ত হৈ।
নকৰিবা ভয় নাহিক সংশয় দেৱেও নিনিয়ে হৰি।
সখাৰ হাতত শোধাই দিবলৈ যাওঁ ৰলা থৰ কৰি।
যুগল মিলনে দুইকো মিলাই চকু জুৰাই মই চাম।
অ প্ৰাণৰ সখি! তেতিয়া হে মই স্বৰ্গৰ সুখক পাম।

শ্ৰীপদ্মাৱতী দেবী ফুকননী।

---

## সংগ্ৰহ।

**লৰালৰিৰ বেলিকা দিবৰ দৰব।** সকলোৱে সক লৰা শোৱাপটীৰ-পৰা বাগৰি পৰে আৰু কেতিয়াবা সেইদৰে পৰি, বা লৰি-ঢাপৰি কপালত বা মুৰত খুন্দা খায়। তেনেকুৱা হলে খুন্দা খোৱা ঠাইৰ ওপৰত লৰালৰিকৈ এডোখৰ চেপেটা ধাতুৰে (যেনে পয়চা বা টকা; কিন্তু টকা পয়চাতকৈ মিহি কোনো ধাতু হলে ভাল) চেপা দি বান্ধি দিব লাগে। তেনে কৰিলে সেই ঠাইডোখৰ আৰু সুখহে। যদি সেইদৰে কৰাৰ আগেয়ে সি উখহিল হে, তেন্তে যৰ তপত বা বৰ চেচা পানী ভাঁত দিব লাগে। ঘোৰা বা গৰুৱে কাকো ভৰিত গচকিলে সেই গচকা ডোখৰৰ ওপৰত তৎক্ষনাৎ তপত পানী ঢালি দি তিয়াই আধা-ঘন্টামান ৰাখিব। যদকৈ উখহিলে কপাহী কাপোৰ এডোখৰ মেৰাই তাক৺ ভালকৈ বান্ধিব। ভৰি মোচোকা খাই টান পালে তৎ-ক্ষণাত সেই ভৰিখন এখন চকি বা তেনে ওখ ঠাই এডোখৰত তুলি থব লাগে; সেই ভৰিৰে তেতিয়াই খোজকাঢ়িবলৈ যাব নালাগে। ডাক্তৰ আহি ভালকৈ তাক পৰীক্ষা নকৰালৈকে সেইদৰে থাকিব। কটা ঘাত বা উজুটি খাই তেজ ওলোৱা আঙুলিত খিতাতে আন দৰব নাপালে কেৰচিন তেল বা এৰা-গুটিৰ তেল ঢালি দিলে সেই ঘা নপকে। চেচা পানী ধাৰ নিছিগাকৈ ঢালি দিলেও তেজ বন্ধ।

---

# বাঁহী।

তোমাৰ অমিয়া বাঁহী জনম স্বৰ্গত,
নোহা তুমি পৃথিৱীৰ ধন।
মাজে মাজে আহি মাথোঁ মাৰাহি তুমুকি
কৰিবলৈ উদ্দেশ্য সাধন॥
আছিলা এদিন বাঁহী কৃষ্ণৰ কৰত
শোভিছিলা অতি বিতোপন।
তুলনা নোহোৱা এটি ললিত ঝঙ্কাৰ
তুলিছিলা ভুবনমোহন॥
খলিয়া গোপৰ বালা আপোন-পাহৰা,
গালে আহি তোমাৰ সুৰত।
বৃন্দাবন-বন-লতা নাচে তালে তালে,
মথা সবে চালি থবে তাত॥
যেছি বা কি কম বাঁহী! বিষাল সাপকো
নচুৱালা থমকি থমকি।
যমুনা কালিন্দী জল বোৱালা উজাই,
দেখুৱালা মহত্ব চানেকি॥
কেচুৱা তোমাৰ গুনি জনম যাতৰি
ভাগ্য গুণে ইবাৰ ইয়াত।
উলাহে উতলা আজি অসম সমাজ
ভৰা বুকু নতুন আশাত॥
দৰ সুখ পাওঁ বাঁহী তোমাৰ অতীত
গুণি গুণি গুণৰ গৰিমা।
কৰিছোঁ কৰোটি বাঁহী ইবাৰো তেনেকৈ
টানা টানা সুৰ মধুৰিমা॥
সুৰ শুনি বুঢ়া হক অসম সমাজ
এবোঁ সবে খিয়লা-খিয়লি।
মহান্ উদ্দেশ্য আঁকি অন্তৰে অন্তৰে,
দিওঁ সবে নীচ স্বাৰ্থ বলি॥
উঠা উঠা আই মোৰ অসম জননী!
উঠা দেবী বীৰ-প্ৰসবিনী!
ললিত পঞ্চম তান উলিয়া উলিয়া!
এবা আক দুখৰ বিননি॥

শ্ৰীজলভিৰাম লহকৰ।

প্ৰথম বছৰ, দশম সংখ্যা

# সূচী



## বাঁহীৰ সাহিত্য-সমন্ধীয়া অৰিয়াঅৰি।

আজিৰপৰা এমাহৰ ভিতৰত যিসকলে আমালৈ কামৰূপীয়া ভাষাত লেখি গল্প পঠিয়াব, তেওঁলোকৰ ভিতৰত যাৰ গল্পটো এটাইতকৈ ভাল হ'ব, তেওঁক আমি সংস্কৃত "শব্দকল্পদ্ৰুম" নাইবা "হেমকোষ" অভিধান এখন বঁটা দিম। বিচাৰৰ ভাৰ আমাৰ হাতত থাকিল।

আমাক অসমীয়া (nursery rhymes) অৰ্থাৎ লৰাক শুৱাওঁতে মাকে গোৱা, আৰু লৰাই সমনীয়াৰে সৈতে ধেমালি কৰোঁতে নিজে গোৱা পদ বা ফকৰা কিছুমান লাগে। যিসকলে আজিৰপৰা দুমাহৰ ভিতৰত সেইবোৰ গোটাই আমালৈ পঠিয়াব তেওঁলোকৰ ভিতৰত প্ৰথম হোৱাজনক আমি তিনি বছৰলৈ বাঁহী বেচ নোলোৱাকৈ দিম।

সম্পাদক।

*Published by H. BEZBAROA,*
From Assam-Bengal Stores, 2 Lall Bazar Street, Calcutta

## প্ৰকৃতি।

ফুল-কলি ফুলি গোন্ধ বোৱাই প্ৰীতিৰ সোঁত,
সৰি পাছে নাইকিয়া হল।
সি ফুলৰে মউ-পিয়া এটা ভোমোৰা বলিয়া
ঘূৰি ঘূৰি ফুৰিছে অকল।
উৰি ফুৰি বেজাৰৰ হৃদয় ৰাগিনী তাৰ
বৰষিয়ে সিও গুচি গল।
কম্ব কোন কিবা হল, চিন স্মৃতি পমি গল,
প্ৰকৃতি তেনেকৈয়ে ৰল।

## আশা।

কিয় মোৰ আশা হায় আশাতে নৰয় ?
ইমান বিৰিনি দেখি পৰি যায় ভঁয় ?
জগতৰ গতি দেখি পৰিছোঁ। ভাগৰি।
নেলাগে নেপাওঁ যিটো কিয় মৰোঁ। পুৰি ?

---

## সুধা মুখ।

মুখৰ সোৱাদে মোৰ পমাৰ হৃদয়,
অমৃতৰ নিজৰণি ৰঙা ওঠ দুই।
যাতে মৌ বৰষিব, মুখৰ নিশ্বাসে
হৃদয়ৰ দুখ ব্যথা লই যাব ধুই।
পাতলি গধুৰ ভাৰ উধাৰ জীৱন,
পাহৰি ই পৃথিৱীৰ সন্তাপ-শৃঙ্খল।
ভয় যদি এয়ে হক, মৰণৰ পাৰে
মুখতে দি মুখ দুটি হৰা যাব গল।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

## সম্পাদকৰ চৰা।

কোন কাৰ বিকৃতি? ষষ্ঠ সংখ্যা বাঁহীত "পুৰণি আসামৰ জিলি-গুনি এটি" নামেৰে যে এটা প্ৰবন্ধ ছপা হৈছিল সেই প্ৰবন্ধটো বঙ্গলা ভাষাত অনুবাদিত হৈ "মৃণ্ময়ী" নামে বঙ্গলা মাহেকীয়া কাকত এখনত ছপা হৈ ওলাইছিল। শ্ৰীযুত যোগেশচন্দ্ৰ ৰায় বিদ্যানিধি নামে এজনে সেই প্ৰবন্ধৰ প্ৰতিবাদ কৰি "আসামেৰ ও উৎকলেৰ বঙ্গভাষা" নাম দি এটা প্ৰবন্ধ পৰ জেঠৰ মৃণ্ময়ীত ছপাইছে। তেওঁ প্ৰবন্ধটোৰ আৰম্ভনতে লেখিছে "আমি আসামেৰ ইতিহাস, আসামেৰ ভাষা কিছুমাত্ৰ জানিনা।" তথাপি তেওঁ মৃণ্ময়ী কাকতৰ দহ পিঠি জোৰাকৈ তেওঁৰ প্ৰতিবাদ লেখি অসমীয়া ভাষাটো যে বঙ্গভাষাৰে সৈতে সুকীয়া নহয়, সেই কথা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে। আজিকালিৰ বঙ্গালী ন সাহিত্যিকসকলৰ বায়ুটো যে বৰ কম নহয় ইয়েই তাৰ এটা প্ৰমাণ। আসামৰ ইতিহাস আৰু অসমীয়া ভাষাৰ কিছুমাত্ৰ নাজানিয়েই তেওঁ পকা দহ পিঠি লেখিলে; জনাহেঁতেন কিজানি কি কৰিলেহেঁতেন সেইকথা ভাবিবলৈকো আমাৰ ভয় লাগে।

***

শ্ৰীযুত যোগেশচন্দ্ৰ ৰায় বিদ্যানিধিৰ প্ৰতিবাদৰ উত্তৰ লিখি আমি মৃণ্ময়ীলৈ পঠিয়াইছোঁ; মৃণ্ময়ীৰ পাঠকসকলৰ চকুত আমাৰ সেই নগণ্য প্ৰবন্ধ অৱশ্যে পৰিব। সেইদেখি তাৰ বিষয়ে ইয়াত সবহকৈ কোৱাৰ দৰকাৰ নাই। সম্প্ৰতি আমি বিদ্যানিধি আৰু তেওঁৰ শাৰীৰ নতুন সাহিত্যিক সকলৰ এটা সিদ্ধান্তৰ বিষয়ে আৰাবদেক কথা কব খুজিছোঁ।

***

"আসামেৰ ও উৎকলেৰ বঙ্গভাষা"ৰ লেখক বিদ্যানিধি মহাশয়ে কৈছে,— "নিৰপেক্ষ লোকে বলিবে, আসামী ও বাঙ্গলা এক কি দুই, যখন এই সন্দেহ হইতেছে তখন বুঝিতেছি দুই নয় এক। বঙ্গপুৰেৰ গ্ৰাম্য ভাষা বাঙ্গলা বলিয়া জানিতাম। এখন শুনিতেছি তাহা আসামী। যদি তাই

হয়, তেবে আসামী ও বাঙ্গলা এক। দ্বিতীয় ভাষা আসামী কি বাঙ্গলা; কই একথাত কেহ তোলেনা।" "হিউয়েন্‌সাং আসামী ভাষাকে বাঙ্গলা ভাষার অপভ্রংশ বলেন নাই। কেন বলিবেন? ভাষা ত দুইটা ছিলনা, ছিল একটা।" "বঙ্গভাষা ও সাহিত্য" কিতাপ বচোতা শ্রীযুত দীনেশচন্দ্র সেনে কয়—"কিন্তু আসামের ভাষাকে আমরা বঙ্গভাষার প্রাদেশিকভেদ ভিন্ন স্বতন্ত্র ভাষা বলিয়া স্বীকার করিনা।" শ্রীযুত পদ্মনাথ বিদ্যাবিনোদ মহাশয়রো এনেকুৱাই মত।



ৰংপুৰ আদি ঠাইৰ পুৰণি সাঁথৰ আৰু পুথিৰ ভাষা এওঁলোকে পুৰণি বঙ্গভাষা বোলে; অনন্ত কন্দলি আৰু শঙ্কৰদেৱৰ পুথিৰ ভাষা পুৰণি বঙ্গভাষাৰ চানেকি বুলি দেখুৱায়। যদি এই কথা ঠিক হয়, তেন্তে আমি দেখিবলৈ পাইছোঁ যে পুৰণি বঙ্গভাষা (অৰ্থাৎ অনন্ত কন্দলি, শঙ্কৰদেৱৰ ভাষা) অৰ্থাৎ যাক আমি অসমীয়া ভাষা বোলোঁ, সেই ভাষা আসামত এতিয়াও সম্পূৰ্ণৰূপে বিৰাজিত; সেই ভাষাৰ এতিয়াও আসামত ভৰ-সোঁতা কিন্তু বঙ্গদেশত সেই ভাষাৰ সোঁতা শুকান সৰস্বতী নৈ; আজিকালি তাৰ ঠাইত নতুন বঙ্গভাষাৰ বালি-চাপৰি। আজিকালিৰ বঙ্গলা ভাষা সেই ভাষাৰপৰা ইমান আঁতৰ যে আজিকালিৰ শিক্ষিত অশিক্ষিত সাধাৰণ অসাধাৰণ পণ্ডিত অপণ্ডিত কোনো বঙ্গালীয়ে তেওঁলোকৰ সেই পুৰণি বঙ্গভাষা—অৰ্থাৎ আমাৰ অসমীয়া ভাষা—আৰু বিশেষ চেষ্টা নকৰিলে সহজে বুজিব নোৱাৰে; লেখিব বা কব নোৱাৰে। ইয়াৰ দ্বাৰাই এইটো প্ৰমাণিত নহল নে যে, বিদ্যানিধি বিদ্যাবিনোদ সকলৰ কথা ঠিক বুলি ধৰিলে, অসমীয়া ভাষা যাই, আদি, গা-গছ আচল সোঁতা; আৰু বৰ্ত্তমান প্ৰচলিত বঙ্গলা ভাষা পালি, ঠাল-ঠেঙুলি, বাজে সুঁতী? আৰু অনন্ত কন্দলি আৰু অন্ততঃ তাৰ ছশ সাত শ বছৰৰ আগৰপৰা থাৰ-নিছিগাকৈ বৈ থকা অসমীয়া ভাষাৰ এই বঙ্গলাভাষাটো (সি যিমানেই শকত হওক) বিকৃতি বা অপভ্ৰংশ?



অনন্ত কন্দলিৰ ভাষা, ডাকৰ পুথিৰ ভাষা, শূন্য পুৰাণৰ ভাষাক আমি অসমীয়া ভাষা বোলোঁ: কাৰণ সেই ভাষা তেতিয়া যেনে আছিল এতিয়াও

আসামত প্ৰায় তেনেকুৱা গঢ়েৰেই চলি আছে। আমাৰ বঙ্গলা সাহিত্যিক সকলে সেই ভাষাক পুৰণি বঙ্গলা ভাষা বোলে বোলক; কিন্তু সেই ভাষা হলে বঙ্গলা দেশত এতিয়া অপ্ৰচলিত; এতিয়া বঙ্গদেশত চলা বঙ্গভাষাৰপৰা সেই ভাষা "শতেক যোজন" আঁতৰ। ইয়াৰ দ্বাৰাই ফট্‌ফটীয়াকৈ কি দেখা যায়? ইয়াকে দেখা নেযায় নে যে আসামত অসমীয়াই তেওঁলোকৰ চিৰপ্ৰচলিত 'বুনিয়াদী" ভাষা ৰাখিছে, কিন্তু বঙ্গদেশত বঙ্গালীয়ে তেওঁলোকৰ সেই "বুনিয়াদী" ভাষা নাৰাখি বা ৰাখিব নোৱাৰি তাৰ বিকৃত অপভ্ৰংশ আজিকালিৰ বঙ্গলা ভাষা কয় আৰু লেখে? সেইদেখি এই সিদ্ধান্তলৈ নাহি কেনেকৈ পাৰি, যে আজিকালি বঙ্গদেশত চলিত বঙ্গভাষাটো পুৰণি "বুনিয়াদী" অসমীয়াভাষাৰ অজাতবীয়া সন্তান? অৱশ্যে তেহেলৈ তেওঁলোকে লাগে যদি, বৰ্ত্তমান বঙ্গভাষাক পুৰণি বঙ্গভাষাৰ উন্নত সুসভ্য অৱস্থাকে বোলক বা যি বোলে বোলক তাত আমাৰ কবলৈ একো নাই; কাৰণ সেইটো ঠিক এনেটো;—ধৰাঁ জানিবা, পুৰণি বঙ্গভাষাভাষী নৈষ্ঠিক আচল হিন্দু ব্ৰাহ্মণ পণ্ডিত বিখ্যাত চন্দ্ৰনাথ তৰ্কপঞ্চাননৰ পৰি-নাতি বঙ্গভাষা সজনা বা এধা-ডুখৰীয়াকৈ জনা ইংৰাজী ভাষাভাষী বিলাতী বিবী বিবাহিত ধনী ব্যৰিষ্টৰ মিষ্টৰ ডবলিউ, এন্, ভটাচাৰিয়; আৰু বৰ্ত্তমান অসমীয়া ভাষাটো তৰ্কপঞ্চাননৰ আন এজন পৰি-নাতি মহামহোপাধ্যায় পণ্ডিত নৱনাথ ভট্টাচাৰ্য্য বিদ্যালঙ্কাৰ।

মনুত আছে—"শনকৈস্তু ক্ৰিয়ালোপাদিমাঃ ক্ষত্ৰিয়জাতয়ঃ।
বৃষলত্বং গতা লোকে ব্ৰাহ্মণাদৰ্শনেন চ॥
পৌণ্ড্ৰকাশ্চৌড্ৰ দ্ৰাবিড়াঃ কাম্বোজা যবনাঃ শকাঃ।
পাৰদাঃ পহ্লবাশ্চীনাঃ কিৰাতা দৰদা খশাঃ॥

( মনু ১০।৪০-৪৪ )

ইয়াৰ অৰ্থঃ—পৌণ্ড্ৰক, ওড্ৰ, কাম্বোজ, যবন, শক, পাৰদ, পহ্লৱ, চীন, কিৰাত, দৰদ আৰু খশ অৰ্থাৎ খাচীয়া বা খেহ জাতৰ ক্ষত্ৰিয়বিলাক ক্ৰিয়ালোপ হোৱা বাবে আৰু ব্ৰাহ্মণ অদৰ্শনৰ নিমিত্তে ক্ৰমে বৃষলত্ব প্ৰাপ্ত হল। এই ক্ষত্ৰিয়বোৰ মহাপৰাক্ৰমশালী আৰু তেওঁলোকৰ ৰাজ্য বৰ বৰ

একোখন আছিল; কিন্তু তথাপি তেওঁলোকে পুৰণি ক্ষত্ৰিয়ৰ চিন হেকৰাই থছি ঘুৰলম্ব পাজে।



এতিয়া যদি "হেট-কোট বা ইজাৰ-পাইজামা" পিন্ধা বিবী-বিবাহিত "বিলাত-ফেৰৎ" বৰ্ত্তমান বঙ্গলা ভাষাই পুৰণি চুৰিয়া আৰু উত্তৰীয় বস্ত্ৰ পৰিহিত অসমীয়া ভাষাৰ বিৰুদ্ধে প্ৰাচীন বঙ্গভাষাৰ (অৰ্থাৎ আচলতে অসমীয়া ভাষাৰ) পিণ্ডৰ অধিকাৰী হৰলৈ দাবি কৰি গোচৰ কৰে, তেন্তে তেওঁ হিন্দু স্মৃতিশাস্ত্ৰৰ "ল-অব্-পিণ্ডৰ" অৰ্থাৎ পিণ্ড-আইনৰ বিধান মতে এই গোচৰ জিকা উচিত নে অনুচিত বাইজৰ আদালতে বিচাৰ কৰি চাওক। নবাবী আমোলত তেওঁৰ এবাৰ জাত গল, ইংৰাজী আমোলত ছুনাই গল, তথাপি তেওঁ বিপুল সম্পত্তিৰ লোভত, নৈষ্ঠিক হিন্দু সাতপুৰুষীয়া ৰীতি-নীতি আচাৰ ব্যৱহাৰ যতনেৰে পালি আহি থকা অসমীয়া ভাষাক নিশকতীয়া দেখি গাৰ বলেৰে ঠেলি অপভ্ৰংশ বা জাত-যোৱা গ্ৰাম্য ভাষা বুলিছে! পুৰীৰ মেমেৰা অথচ আচল অক্ষয়-বটক কলিকতাৰ বটানিকেল গাৰ্ডেনৰ বৰ-গছে গ্ৰাম্য প্ৰাদেশিক বুলি ইতিকিং কৰিছে! সঁচাকৈয়ে টেমি-কটাৰী নাবাজি হাচটি হে বাজিছে! "সাধাৰণে""আদিক""প্ৰটেষ্টেণ্টে" "কাথলিকক" "পুৰাণে" "বেদক" "পাটৰ টঙালিক" "কপাহী চুৰিয়াই" "ভূয়াঁৰ পোৱালিক" "খকৱা-বেঙনা দাসে" চল পাই দুই চাৰি কথা শুনাই দিছে! দিয়াঁ, নেজক গা পাতাঁ, আৰু গাক নেজ পাতাঁ! তোমালোকৰ যি মন যায় তাকে কৰাঁ!



বঙ্গালী সাহিত্যিকসকলে অনন্ত কন্দলিৰ ভাষা আৰু ৰংপুৰ প্ৰভৃতি অঞ্চলত প্ৰচলিত পুৰণি পুথি আৰু সাঁথৰৰ ভাষাক পুৰণি বঙ্গভাষা বুলিছে। বেছ কথা। আমি অনন্ত কন্দলিৰ ৰামায়ণআদিৰপৰা তলত শাৰীচেৰেক তুলি দিলোঁ, আৰু ৰংপুৰীয়া সাঁথৰ আৰু পদো ফাকিচেৰেক দিলোঁ।

"দুইবো দুয়ো কুটুম্ব আউৰ আন নাই।
দন্দবাদ নকৰিবি দুই গুটি ভাই॥" অনন্ত কন্দলি।

"ৰাজাৰ বেটী খোজলা পেটী।
বিন কোদালে খোড়ে মাটী।" ৰংপুৰীয়া সাঁথৰ॥

"স্বগে থাকি পইল ভ্যাট।
ভ্যাট বলে মোৰ প্যাট কাট॥"

"বেতবাড়ীত ফেলামু ছুৰি।
বেত কাটা গেইল আঠাৰ বুড়ি॥"

"উগ্রসেন মহাৰাজ তিৰি জগতে জানি।
তাৰ ঘৰত উপজিল কন্যা দৈবকিনী॥
কাৰ ঘৰত দিম বিয়া কন্যা যোগ্য নাই বৰ।
ৰূপ আছে ৰতন আছে পৰম সুন্দৰ।
হেন কালে চলিয়া আইল নাৰদ মুনিবৰ।"

ৰংপুৰীয়া গাঙ্গালীয়া পদ।

"প্রচণ্ড ধনুক ৰায় হাতে লই তুলি।
ধাইলন্ত মৃগক যেন প্রমত্ত কেশৰী॥
নাইস বুলি ৰাম্র তেজিলন্ত বীৰবৰ।
সাগৰৰ ঢউ যেন লাগিল কাষৰ॥
সিংহ যেন শশাৰ আগত ভৈল থিয়।
সমস্ত ৰাজাৰ দেখি উৰি গৈল জীব॥

মাধৱ কন্দলি প্রণীত ৰামায়ণ।

"কোনোজনী বোলে কিনো অসুখ।
কিয়নো নোচোৱা ৰামৰ মুখ॥
পুৰাণ পুৰুষ এহেন্তে হৰি।
ফুৰন্ত যাত নানা ক্রীড়া কৰি॥

কীর্ত্তন। শঙ্কৰদেৱ প্রণীত।

"আপনাৰ জন্মকথা কহিব যে পাছ।
মুখটী বংশেৰ কথা আৰো কৈতে আছে॥"

"গুৰু প্ৰসংসিলা মোৰে অশেষ বিশেষ।
ৰাজপণ্ডিত হব মনে আশা কৰে।
পঞ্চশ্লোক ভেটিলাম ৰাজা গৌৰেশ্বৰে॥
দ্বাৰীহস্তে শ্লোক দিয়া ৰাজাকে জানালাম।
ৰাজাজ্ঞা অপেক্ষা কৰি দ্বাৰেতে ৰহিলাম॥
সপ্তঘটি বেলা যখন দেয়ালে পড়ে কাটি।
শীঘ্ৰ ধাই আইল দ্বাৰী হাতে সুবৰ্ণ লাঠি॥

*　　*　　*　　*

ৰঘুবংশের কীৰ্ত্তি কেবা বৰ্ণিবাৰে পাৰে।
কৃত্তিবাস ৰচে গীত সৰস্বতী বৰে॥"

কৃত্তিবাস ৰচিত ৰামায়ণ।

কৃত্তিবাসৰ এইডোখৰ বটতলাৰপৰা ওলোৱা কৃত্তিবাসী ৰামায়ণৰপৰা তোলা নহয়, এখন অতি প্ৰাচীন হাতে-লেখা কৃত্তিবাস ৰচিত ৰামায়ণৰপৰা তুলি দীনেশ বাবুৱে তেওঁৰ "বঙ্গভাষা ও সাহিত্যত" দিছে। সেইদেখি ইয়াৰ ভাষা আচল কৃত্তিবাসী ভাষা বুলি ধৰি আমিও ইয়াক ইয়াত তুলি দিলোঁ। অনন্ত কন্দলি শঙ্কৰদেৱৰ সমসাময়িক। কৃত্তিবাসো তেওঁলোকৰ সময়ৰে। কৃত্তিবাসৰ জন্ম ১৪৩২ খৃষ্টাব্দত। শঙ্কৰদেৱৰ জন্ম ১৪৪৯ খৃষ্টাব্দত। মাধৱ কন্দলি এওঁলোকৰ আগ। এতেকে প্ৰায় একেসময়তে লেখা অসমীয়া কবি মাধৱ কন্দলি অনন্ত কন্দলি আৰু শঙ্কৰদেৱৰ ভাষাৰে আচল বঙ্গালী কবি কৃত্তিবাসৰ ভাষা পাঠকসকলে মিলাই চাওক, কি ফট্‌ফটীয়া প্ৰভেদ। কৃত্তিবাসৰ ভাষাক কোনোবা অসমীয়াই পুৰণি অসমীয়া ভাষা বুলি সাৰ্যিব লব পাৰেনে? কেতিয়াও নোৱাৰে। তেন্তে নো অনন্ত কন্দলি আদি আমাৰ কবিসকলৰ পুথিবোৰ বঙ্গালী সাহিত্যিকসকলে সামৰি বঙ্গলা ভাষাৰ টোটোলত সুমাবলৈ যায় কিয়? শঙ্কৰদেৱৰ কীৰ্ত্তন পুথিত আছে—

"বকাসুৰে কৃষ্ণক গিললে ঠোটে ধৰি।
দেখি গোপ-শিশুগণে যেন গেল মৰি॥
পাছে তাৰ তালুত লাগিল যেন জুই।
ছাড়িলন্ত প্ৰাণ বকে বিমুৰ্চ্ছিত হই॥

আমি কওঁ আপোনালোকে আমাৰ পুথিবোৰ ভাত সুমুৱাব : আক যি সুমাইছে, তাক উলিয়াই দিয়ক। কি দৰ্কাৰ ? উলিয়াই দিয়ক ! উলিয়াই দিয়ক !

* *

আচল কথা,—পূৰণি কালত অৰ্থাৎ খৃষ্টীয় পঞ্চম, ষষ্ঠ, সপ্তম শতিকাত আৰু তাৰ আগেয়েও আসাম অৰ্থাৎ কামৰূপ ৰাজ্য প্ৰবল পৰাক্ৰমী সুসভ্য দেশ আছিল। খৃষ্টীয় সপ্তম শতিকাৰ আগছোৱাত যে আসাম তেনেকুৱা আছিল হিউয়েন্‌চাঙৰ ভ্ৰমণবৃত্তান্তৰপৰা তো তাৰ নিভুৰ্ল প্ৰমাণ পোৱা যায়েই। বৌদ্ধ ৰজা শিলাদিত্য হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত ভাৰতৰ নানা ঠাইৰপৰা যোৱা ২০ জন ৰজাৰ ভিতৰত ভাস্কৰ বৰ্ম্মাই প্ৰথম ঠাই পোৱা কথা আমি আগৰ এটা প্ৰবন্ধত কৈ আহিছোঁ। গৌড়ৰ ৰাজধানী লক্ষ্মণাৱতী নগৰ কামৰূপৰ ৰজা লক্ষ্মণাদিৰে স্থাপন কৰা বুলি প্ৰবাদ থকা কথাও কৈছোঁ। লক্ষ্মণাদিৰে উত্তৰ-ভাৰতৰ ৰজা কেদাৰৰ ৰাজ্য আক্ৰমণ কৰি কেদাৰক ৰণত ঘটুৱাইছিল এই কথাবো আমি উল্লেখ কৰি আহিছোঁ। এনে প্ৰবল ৰাজ্যৰ ভাষা অসমীয়া ভাষা অৰ্থাৎ কামৰূপীয়া ভাষা যে প্ৰবল প্ৰতাপী আছিল, আৰু উত্তৰবঙ্গ মৈমনচিঙৰ এডোখৰেৰে সৈতে গোটেই কামৰূপ সেই ভাষাৰ আৰু সেই ভাষাত ৰচিত সাহিত্যৰ লীলাভূমি আছিল তাত সন্দেহ নাই। সেই কালত সেই অসমীয়া ভাষাৰ প্ৰভাৱ অকল যে কামৰূপ ৰাজ্যৰ ভিতৰতে আবদ্ধ আছিল এনে নহয়, তাৰ চাৰি সীমাৰ বাহিৰেও সেই প্ৰভাৱ বিয়াপি পৰিছিল, এই কথাও সহজে অনুমান কৰিব পাৰি। সেইদেখিয়েই সেইকালৰ আচল বঙ্গদেশৰ লেখকসকলেও অসমীয়া কবিসকলৰ অনুকৰণ কৰিছিল আৰু অসমীয়া গ্ৰন্থকৰ্ত্তাসকলৰ প্ৰভাৱৰ দ্বাৰাই অনুপ্ৰাণিত হৈ তেনে গঢ়ৰে প্ৰায় তেনে ভাষাতেই নিজ নিজ গ্ৰন্থবোৰ ৰচিছিল। সেই বাবেহে আমি শূন্য-পুৰাণৰ ভাষাত, পৰাগালী মহাভাৰতৰ ভাষাত, কবীন্দ্ৰৰ ভাষাত, সঞ্জয়ৰ ভাষাত অসমীয়া কবিৰ অসমীয়া ভাষাৰ ছাঁ পাওঁ।

* *

কোনো এটা প্ৰবল ভাষাৰ আৰু সাহিত্যৰ ছাঁ নিশকতীয়া ভাষা আৰু সাহিত্যৰ ওপৰত পৰাটো চিৰকলীয়া নিয়ম। আজিকালিৰ ইংৰাজী

ভাষা আৰু সাহিত্যৰ ছাঁ কেনেকৈ বঙ্গালা ভাষাকে আদি কৰি ভাৰতৰ আন আন ভাষা আৰু সাহিত্যৰ ওপৰত পৰিছে সেইটো কোনে নাই দেখা? ইংৰাজীৰ কথাকে নকওঁ, table turn হৈ অৰ্থাৎ কথা উলটি গৈ আজিকালি কেনেকৈ প্ৰবল বঙ্গলা ভাষা আৰু সাহিত্যৰ প্ৰভাৱ অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত পদে পদে পৰিছে সেইটো মন কৰিলেই দেখিবলৈ পোৱা যায়। সেইদেখিয়েই প্ৰাচীন কালত প্ৰবল আসামৰ প্ৰবল ভাষাৰ প্ৰভাৱ দূৰ বঙ্গদেশৰ ভাষাৰ ওপৰত যে ভালকৈয়ে বিস্তাৰিত হৈছিল সেইটো বুজিবলৈ টান কথা নহয়। যি কামৰূপৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰে দুৰূহ জ্যোতিষ-বিদ্যা চৰ্চ্চাত প্ৰতিপত্তি লভি ভাৰতত প্ৰখ্যাত হৈছিল, যি কামাখ্যা তীৰ্থৰ অশেষ মহিমা হিমালয়ৰপৰা কন্যা-কুমাৰীলৈকে জনাজাত আছিল, যি কামৰূপ বশিষ্ঠ গালৱ গোকৰ্ণ আদি আৰ্য্য মহাঋষিসকলৰ তপস্যাৰ স্থান আছিল, সেই পুৰণি কামৰূপৰ ভাষাৰ প্ৰবল প্ৰভাৱৰ কথা অস্বীকাৰ "কোন মাইকীৰ পোৱে" কৰিব? অতি প্ৰাচীন কালৰ কথাকে নালাগে, যি অসমীয়া কোচবেহাৰৰ নৰণাৰায়ণ ৰজাৰ সভা বঙ্গদেশৰ নানা ঠাইৰপৰা অহা অগাঢ় পণ্ডিত সকলে উজ্জ্বল কৰিছিল, আৰু যিসকলক নিজৰ গুণেৰে হৰুৱাই অসমীয়া মহাকবি ৰামসৰস্বতীয়ে মহাভাৰতৰ অসমীয়া ভাঙনি কৰিবলৈ ৰজাৰপৰা অনুজ্ঞা লভিছিল, সেই কামৰূপৰ ভাষাৰ ক্ষমতা কোন মূৰ্খই অস্বীকাৰ কৰিব? অনেকে নাজানে যে কলিকতাৰ ঠাকুৰ বংশৰ উপৰি পুৰুষ বিখ্যাত পুৰুষোত্তম বিদ্যাবাগীশে কোচবেহাৰৰ ৰাজসভাত থাকি ৰজাৰ অনুজ্ঞামতে অসমত প্ৰচলিত "ৰত্নমালা ব্যাকৰণ" ৰচনা কৰিছিল। আসাম কামৰূপ আগেয়ে এনে আছিল; এতিয়াহে সি "ৰণত পৰি কলীয়া হৈছে, আৰু তেল নাপাই ফপৰীয়া হৈছে!"

---

# "এক্কণ্‌মানি ছোৱালীকণ তই"।

"Bonnie wee thing, cannie wee thing,
Lovely wee thing, wert thou mine
* * * *
Wishfully I look and langish
In that bonnie face of thine"

—Burns.

(' ফর্মাচী" কবিতা)

এক্কণমানি ছোৱালীকণ তই,—তোৰ
ইমান ৰূপৰ জমক !
—বিজুলীৰ যেনে চমক—
চাওঁ-নোচাওঁতেই হিয়াৰ জুই মোৰ
উঠিল ভমক ভমক !
অ' এক্কণমানি ছোৱালীকণ তোৰ ৰূপৰ ইমান জমক !

এক্কণমানি ছোৱালীকণ তই,—তোৰ
মুখৰ এনে মিঠা হাঁহি !
—যেনে চেনিচম্পাৰ পাহি—
বাজি উঠে তই মিচিকি মাৰিলে মোৰ
পৰাণৰ বলিয়া বাঁহী !
অ' এক্কণমানি ছোৱালীকণ তোৰ মুখৰ এনে মিঠা হাঁহি !

এক্কণমানি ছোৱালীকণ তই,—তোৰ
এনে মনমোহনী মাত !
—মলয়াৰ হে যেন ছাট—
একেষাৰতেই উগুল-থুগুল মোৰ
ভত্‌ নাইকিয়া গাত !
অ' এক্কণমানি ছোৱালীকণ তোৰ এনে মনমোহনী মাত !

এক্ষণমানি ছোৱালীকণ তই—তোৰ
চকুৰ বিষম চাব্‌!
—কি-যেন--কেনে হেন ভাব—
এক ঢেওতে পৰাণ ডোখৰ ডোখৰ,
থক নেথাকক বাব্‌!
অ' এক্ষণমানি ছোৱালীকণ তোৰ চকুৰ বিষম চাব্‌!

এক্ষণমানি ছোৱালীকণ তই,—তোৰ
ইমানটো ডাঙৰ লাজ!
—ইটো যে মহা মোৰ আজ—
নৌমিলোঁতেই চকু চকু পলায় মোৰ
তই মুৰত মাৰি বাজ!
অ' এক্ষণমানি ছোৱালীকণ তোৰ ইমানটো ডাঙৰ লাজ!

এক্ষণমানি ছোৱালীকণ তই,—তোৰ
এনেটো বিপৰীত ধং!
—বিপৰ্য্যয় "জবৰ জং"—
কিয় উঠ জলি কৰিলে ধেমালি তই
মুবুজ বোলে কাক বং?
অ' এক্ষণমানি ছোৱালীকণ তোৰ এনেটো বিপৰীত ধং!

এক্ষণমানি ছোৱালীকণ তই,—তোৰ
এনেটো ভব্য অভিমান!
—ভগাটোৱেই যেনেহে টান—
ঠেঁহ পাতি তই অসপতে মোৰ কাঢ়ি নি হে এৰ
সোপাকে অপমান মান!
অ' এক্ষণমানি ছোৱালীকণ তোৰ এনেটো ভব্য অভিমান!

এক্ষণমানি ছোৱালীকণ তই,—তোৰ
ইমানটো ডাঙৰ ভেন!

(যেনে)—লাট চাহাবৰ হে মেম—
বাট চাই চাই দিনটো কটাওঁ তেও তোৰ
নেভাগে দেখোনেই লেহেম !
অ' এক্কণমানি ছোৱালীকণ তোৰ ইমানটো ভাঙৰ তেম !

এক্কণমানি ছোৱালীকণ তই,—তোৰ
এনেখন শকত হিয়া !
—দি কাঢ়িও আকৌ নিয়া—
পালে কলিজাটো মোৰ কুটি কুটি যেন
তেজ টুপিকো ভুমি পিয়া !
অ' এক্কণমানি ছোৱালীকণ তোৰ এনেখন কঠিন হিয়া !

এক্কণমানি ছোৱালীকণ মোৰ,—তই
জাননো কিমান ছল !
—বিচাৰি-নোপোৱা-তল—
জোলোকাই জোলোকাই পানী খাওঁ মই
পৰি সি ছলৰ ঢল !
অ' এক্কণমানি ছোৱালীকণ তই জাননো কিমান ছল !

এক্কণমানি ছোৱালীকণ মোৰ,—তই
কছোন সঁচাকৈ কোন ?
—পূর্ণিমাৰ যেনে জোন—
শুকান মুখীয়া ঘা মোৰ মুকলি কৰি
ছিটাৰ লাগিছ লোণ !
অ' এক্কণমানি ছোৱালীকণ তই কছোন সঁচাকৈ কোন ?

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

# অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য-সভা।

( ২ )

শূন্য পুৰাণখন হেনো প্ৰায় হাজাৰ বছৰৰ আগেয়ে ৰচিত। আমি শূন্য পুৰাণ পুথিখন দেখা নাই, সেইদেখি তাৰ বিষয়ে বিশেষ একো কব নোয়াৰোঁ। বাবু দীনেশচন্দ্ৰ সেনে তেওঁৰ "বঙ্গভাষা ও সাহিত্য" কিতাপত শূন্য পুৰাণৰ বিষয়ে এইদৰে লেখিছে।—"ইহা ৰামাই পণ্ডিত বিৰচিত। ... বাঁকুড়া জেলাৰ অন্তৰ্গত ময়নাপুৰ গ্ৰামে যাত্ৰাসিদ্ধি ৰায় নামক যে ধৰ্ম্মঠাকুৰ প্ৰতিষ্ঠিত আছেন ৰামাই পণ্ডিতেৰ বংশধৰগণ এখনও সেই দেব-মন্দিৰে পৌৰোহিত্য কৰিয়া থাকেন। ... ৰামাই পণ্ডিত মহাৰাজ দ্বিতীয় ধৰ্ম্ম-পালেৰ ৰাজত্বকালে খৃষ্টীয় একাদশ শতাব্দীৰ প্ৰথম ভাগে বিদ্যমান ছিলেন। তিনি বৌদ্ধধৰ্ম্মেৰ বিকৃতৰূপ ধৰ্ম্মপুজাৰ একজন প্ৰধান পাণ্ডা ছিলেন। ... সত্য, ত্ৰেতা, দ্বাপৰ ও কলি—এই চাৰিযুগে ধৰ্ম্মপুজাৰ চাৰিটী সৰ্ব্বশ্ৰেষ্ঠ পাণ্ডা ছিলেন বলিয়া উল্লিখিত আছে। সত্যযুগে শেতাই পণ্ডিত, গতি সংখ্যা ৪০০; দ্বাপৰে কংসাই পণ্ডিত, গতি সংখ্যা ১২০০; এবং কলিযুগে ৰামাই পণ্ডিত, গতি সংখ্যা ১৬০০। ... ৰামাই পণ্ডিত ৮০ বৎসৰ বয়ঃক্ৰমকালে বিবাহ কৰেন। তাঁহাৰ পুত্ৰ ধৰ্ম্মদাসেৰ চাৰি পুত্ৰ—মাধব, সনাতন, শ্ৰীধৰ ও সুলোচন।"

ৰামাই পণ্ডিত হেনো "ডোম পণ্ডিত" অৰ্থাৎ ডোমৰ বামুণ আছিল। শূন্য পুৰাণৰপৰা যি কেইডোখৰ দীনেশ বাবুৱে তেওঁৰ কিতাপত তুলি দিছে, সেই লেখা পঢ়ি আমাৰ মনত নানা ভাবে খেলাইছে, যাৰ বিষয়ে আমি এতিয়া এই প্ৰবন্ধত খাতাংকৈ কোনো কথা কবলৈ সাহ নহওঁ; কাৰণ, আমি আগেয়ে আচল পুথিখন দেখা আৱশ্যক। সম্প্ৰতি ইয়াকে কওঁ যে, আসামৰ ডোম আৰু বঙ্গদেশৰ ডোম একে নহয়। আসামৰ ডোমৰ ব্যৱসায় ঘাইকৈ মাছ-ধৰা নাও-বোৱা, বঙ্গদেশৰ ডোমৰ ব্যৱসায় ঘাইকৈ ডলা পাচী খৰাহী আদি বোৱা, আৰু ঢোল বজোৱা। আসামৰ ডোম এটা প্ৰবল বৰ্দ্ধিষ্ণু আৰু গুৰু গোসাঁইত ভক্তিমান

সদাচাৰী জাতি, বঙ্গদেশৰ ডোম ভাবে ওলোটা। আসামত ডোমৰ বামুণ থকা সকলোৱে দেখিছে; বঙ্গদেশত ডোম পণ্ডিত বা ডোমৰ বামুণ দুৰ্ল্লভ। আসামত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰিত হোৱাৰ আগেয়ে বিকৃত বৌদ্ধ ধৰ্ম্মৰ নিচিনা ধৰ্ম্ম ডোমৰ ভিতৰত প্ৰচলিত আছিল। আসামৰ ডোম জাতিৰ মুখৰ গঢ় আৰু অঙ্গপ্ৰত্যঙ্গাদি দেখি সিইঁতক দ্ৰাবিড়ী জাতিৰ ভিতৰুৱা মানুহ বুলি জাতিতত্ত্বজ্ঞপণ্ডিতসকলে অনুমান কৰে। বঙ্গদেশৰ ডোমবোৰ যে অতি নীহ কুলীয়া আৰু আচাৰ ব্যৱহাৰ আদি বিষয়ত সিইঁতে আসামৰ ডোমৰ ছাঁটো তৰি দিব নোৱাৰে, তাক নকলেও হব। বাস্তবিকপক্ষত আসামৰ ডোম আৰু বঙ্গদেশৰ ডোম একে জাতিৰেই নহয় বুলি আমাৰ সুঢ়বিশ্বাস। সেইদেখি ৰামাই পণ্ডিতৰ ধৰ্ম্মঠাকুৰৰ ওথ পূজাৰ পদ্ধতি বঙ্গদেশৰ ডোম কুলীয়া মানুহৰ নিমিত্তে যে প্ৰচাৰিত হৈছিল, সেই কথাতে আমাৰ বৰ খুকুৰী আছে।

শূন্য পুৰাণৰপৰা দীনেশ বাবুয়ে তেওঁৰ কিতাপত যি তুলি দিছে, তাৰে এডোখৰ আমি আমাৰ এই প্ৰবন্ধত তুলিলোঁ।

"ধৰ্ম্ম হৈলা জবনৰূপি মাথা এত (এক ?) কাল টুপি
হাতে সোভে তিৰুচ কামান।
চাপিআ উত্তম হয় ত্ৰিভুবনে লাগে ভয়
খোদায় বলিয়া এক নাম ॥ ৬
নিৰঞ্জন নিৰাকাৰ হৈলা ভেস্ত (তেস্ত ?) অৱতাৰ
মুখেত বলেত দম্বদাৰ।
যতেক দেবতাগণ সভে হুয়্যা একমন
আনন্দেত পৰিল ইজাৰ ॥ ৭
ব্ৰহ্মা হৈল মহাম্মদ বিষ্ণু হৈলা পেকম্বৰ
আদম্ফ হৈল স্থূলপানি।
গনেশ হইআ গাজী কাৰ্ত্তিক হৈল কাজ্জি
ফকিৰ হইল্যা জত মুনি ॥ ৮
তেজিয়া আপন ভেক নাৰদ হইলা সেক
পুৰন্দৰ হইল মলনা।

চন্দ্র সূর্য্য আদি সবে পদাতিক হয়্যা সেবে
সভে মিলি বাজায় বাজনা ॥
আপুনি চণ্ডিকা দেবি তিহঁ হৈল্যা হায়াবিবি
পদ্মাবতী হল্য বিবি নুৰ।
জতেক দেবতাগণ হয়্যা সভে এক মন
প্রবেশ কৰিল জাজপুৰ ॥ ১০
দেউল দেহাৰা ভাঙ্গে কাড়্যা কিড্যা খায় ৰঙ্গে
পাখড় পাখড় বোলে বোল।
ধৰিয়া ধর্ম্মেৰ পায় ৰামাঞি পণ্ডিত গায়।
ইবড় বিসম গণ্ডগোল ॥১১"

ওপৰত তুলি দিয়া এইডোখৰলৈ চাই দীনেশ বাবুৱে লেখিছে—"কোন ঐতিহাসিক মুসলমান উপদ্রবকে লক্ষ্য কৰিয়া এই কবিতা ৰচিত হইয়াছে তাহা বলা যায় না; কিন্তু ব্রাহ্মণগণকৃত অত্যাচাৰেৰ প্রতিশোধ মনে কৰিয়া সদ্ধর্ম্মীৰা (বৌদ্ধগণ) যে হিন্দু দেবমন্দিৰ প্রভৃতিৰ উপৰ উৎপাত দর্শনে হৃষ্ট হইয়াছিলেন, তাহা স্পষ্টই বোঝা যাইতেছে।"

৬৩৬ খৃষ্টাব্দত খলিফা ওমৰৰ সেনাপতি ওচমানে প্রথমতে ভাৰত আক্রমণ কৰে। তাৰ পিছৰ ৩৬০ বছৰ কালত আৰবী, তুর্ক, আৰু পাৰস্যীয় মুছলমান বীৰসকলে যে ভাৰতবর্ষ আক্রমণ কৰা নাছিল এনে নহয়; কিন্তু সেই আক্রমণ সিন্ধুদেশ আৰু পঞ্জাবৰ পশ্চিম ফালতে আবদ্ধ আছিল। ঘজনিৰ মামুদে ভাৰত আক্রমণ কৰে ৯৯৭ৰ পৰা ১০৩৩ খৃষ্টাব্দলৈকে। তেওঁ বঙ্গদেশৰ ফালে অহা নাই। মহম্মদ ঘৰীৰ সেনাপতি বক্তিয়াৰ খিলিজীয়ে বঙ্গ জয় কৰে ১২০৩ খৃষ্টাব্দত। তেতিয়া লক্ষ্মণাৱতী বঙ্গদেশৰ ৰাজধানী আছিল। আফগানবিলাকে লক্ষ্মণাৱতীৰ নায় সলাই নিজৰ দেশৰ নগৰ 'ঘৰ' বা 'গৰ'ৰ আৰ্হিৰে গৌৰ বা গৌড় দিলে। সেইদেখি স্পষ্টকৈ দেখা যায় যে ত্রয়োদশ শতিকাৰ আদিত হে হিন্দুৰ দৌল দেৱালয় ভঙা মুছলমানবিলাকক বঙ্গালীয়ে বঙ্গদেশত দেখিবলৈ পাইছিল। তেনেহলে "একাদশ শতাব্দীৰ প্রথম ভাগে বিদ্যমান" থকা বঙ্গালী ৰামাই পণ্ডিতে তেওঁৰ শূন্যপুৰাণত মছলমানৰ সেই উপদ্রৱৰ বিষয়ে

কেনেকৈ লেখিবলৈ পালে? ইয়াৰ দ্বাৰাই প্ৰমাণ নহয় নে যে ৰামাই পণ্ডিতে ৰচা শূন্যপুৰাণ ত্ৰয়োদশ শকিতাৰ আগৰ নহয়। অথচ অসমীয়া দীপিকাছন্দ পুথি খৃষ্টীয় দশম শতিকাত ৰচিত হৈছিল।

অসমীয়া সাহিত্য বঙ্গসাহিত্যৰ প্ৰভাৱ নোপোৱাকৈ স্বকীয়া ভাৱে উৎপন্ন হোৱাৰ কথাত বিদ্যাবিনোদ মহাশয়ে সন্দেহ প্ৰকাশ কৰি ৰবং পাকে-প্ৰকাৰে কৈছে যে চৈতন্যদেৱৰ ধৰ্মৰ চল আহি আসাম পোৱাৰ লগে লগে বঙ্গসাহিত্যৰ চলো আসামলৈ আহি অসমীয়া সাহিত্য চৰ্জন কৰিলে। আমি একেআষাৰেই কওঁ যে এই কথা ভুল, মহাভুল। বঙ্গদেশৰ বৈষ্ণৱধৰ্মৰ চল আসাম পোৱাৰ আগেয়ে আসামত মহা-পুৰুষীয়া বৈষ্ণৱ ধৰ্ম্ম ভালকৈ প্ৰচাৰিত হৈছিল। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম্ম স্থাপন কৰাত শঙ্কৰদেৱে চৈতন্যদেৱৰপৰা যে কোনো সহায় বা উপদেশ পোৱা নাই সেই কথা আমি ডাঠকৈ কব পাৰোঁ। অৱশ্যে আমাৰ কথাৰ কাৰণ আছে। আসামত ৰামায়ণ আদি পুথিৰ ভাঙনি মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰিত হোৱাৰ আগৰেপৰা হৈছিল। মহাপুৰুষীয়া ঘাই পুথি দশম কীৰ্ত্তন শঙ্কৰদেৱে তেওঁৰ বয়সৰ ভাটীকালত পুৰীত চৈতন্যদেৱক লগ পোৱাৰ ভালেমান আগেয়ে ৰচনা কৰিছিল। চৈতন্যদেৱ শঙ্কৰদেৱতকৈ বহুত সৰু আছিল। শঙ্কৰদেৱ যেতিয়া ভৰ্-ডেকা, চৈতন্যদেৱ তেতিয়া পানী-কেচুৱা। শঙ্কৰদেৱ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্ম আসামত যেতিয়া গজ্গজীয়া, চৈতন্যদেৱে তেতিয়া নবদ্বীপত ক, খ, পঢ়িছিল। চৈতন্যদেৱতকৈ শঙ্কৰদেৱ বয়সত ৩৬ বছৰৰ ডাঙৰ। চৈতন্য-দেৱে নিজে কোনো গ্ৰন্থ ৰচনা কৰা নাছিল; তেওঁৰ পিছত তেওঁৰ শিষ্য সকলে হে তেওঁৰ মত আৰু উপদেশ আদিৰে সৈতে প্ৰচাৰিত বৈষ্ণৱধৰ্ম্মৰ পুথিবিলাক লেখিছিল। এনে স্থলত বঙ্গভাষাৰ বৈষ্ণৱ কবিসকলৰ বৈষ্ণৱ সাহিত্যই কেনেকৈ যে শঙ্কৰদেৱ আৰু মাধৱদেৱৰ অসমীয়া পুথিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিলে বুজিব নোৱাৰিলোঁ।

আজিকালি কোনো-কোনোৱে শঙ্কৰদেৱক চৈতন্যৰ শিষ্য বুলি এটা অদ্ভুত কথা কেতিয়াবা কেতিয়াবা কব খোজে। এই কথা যে অমূলক "আসাম বান্ধৱ"ৰ সম্পাদকে ১ম বছৰ, ২য় সংখ্যা "আসাম বান্ধৱত"

সেই কথা নিখুঁতকৈ প্ৰমাণ কৰি দেখুৱাইছে। বান্ধৱৰ সম্পাদকক কথাৰ লগতে আমি আমাৰো এযাৰ কথা লগ লগাই দি কওঁ যে,—শঙ্কৰদেৱ উদাৰহৃদয় আৰু ওখ মনৰ ধাৰ্ম্মিক মহাপুৰুষ আছিল। "মই অসমীয়া, তেওঁ বঙ্গালী" এনে এটা জাতীয় সঙ্কীৰ্ণ স্বতন্ত্ৰীয়া ভাবে তেওঁৰ অন্তৰত কেতিয়াও ঠাই নেপাইছিল। কৃষ্ণৰ অৱতাৰ আখ্যা পোৱা দেৱতুল্য শঙ্কৰদেৱ যদি চৈতন্যদেৱৰ শিষ্য হলহেঁতেন, তেন্তে গুৰুভক্তি ইমান দৃঢ়ৈকে প্ৰচাৰ কৰোঁতা তেওঁ সেই কথা কেতিয়াও গোপন নকৰিলেহেঁতেন। আৰু গোপন কৰিবই বা কিয়? গুৰু তো বঙ্গালী বা অসমীয়া বা হিন্দী বা মহাৰাষ্ট্ৰী নহয়; গুৰু সাক্ষাৎ ঈশ্বৰৰ অংশ বুলি মহাপুৰুষীয়া ধৰ্ম্মৰ মত। "জয় গুৰু শঙ্কৰ, সৰ্ব্বগুণাকৰ, যাকেৰি নাহি উপাম। তোহাৰি চৰণ-ৰেণু শতকোটী বাৰেক কৰোঁহোঁ প্ৰণাম॥.........ত্ৰিভুবন বন্দন, দৈবকী নন্দন, যো হৰি মাৰল কংস। জগজন তাৰণ, দেৱ নাৰায়ণ, শঙ্কৰ তাকেৰি অংশ॥" যি মহাপুৰুষীয়া ধৰ্ম্মৰ মত, এনে ধৰ্ম্মপ্ৰচাৰক শঙ্কৰদেৱে পৰম বৈষ্ণৱ চৈতন্যক গুৰু লভি আৰু ভৱ-সিন্ধু তৰণীৰ কাণ্ডাৰী পাই যে সেই কথা গোপন কৰি মহাপাতক আৰ্জ্জি ধৰ্ম্মৰ বাটৰপৰা পিছলি পৰিবৰ দিহা কৰিব এনে কথা কোনো সৎলোকে মনত ধাৰণা কৰিব নোৱাৰে। গুৰুৰ জাতিবিচাৰ কি? সাধাৰণতঃ বঙ্গালীৰ প্ৰতি বীতৰাগ অসমীয়া শিচে নিজগুৰু পৰ্ব্বতীয়া গোসাঁইসকলক কি ভক্তিৰ চকুৰে চায়, কনেকৈ তেওঁলোকক ঈশ্বৰৰ অংশ বুলি মানে, এই কথা কোনে নাজানে? কতা বঙ্গালী বুলি দেখোন অসমীয়াই তেওঁলোকক অস্বীকাৰ কৰা নাই? অগাঢ় পণ্ডিত উদাৰ-হৃদয় পৰম বৈষ্ণৱ "জগজন তাৰণ দেৱনাৰায়ণ, তাকেৰি অংশ" শঙ্কৰদেৱ আজিকালিৰ অসমীয়াবিলাকতকৈও ঠেক মনৰ নে যে নিজৰ "গুৰু মৰা বিদ্যাত" তেওঁ বিদ্যাৱন্ত হৈ উঠিছিল? শঙ্কৰদেৱে ৰচিত, মাধৱদেৱ ৰচিত, আৰু তেওঁলোকৰ পিছৰ কোনো মহাপুৰুষীয়াৰ দ্বাৰাই ৰচিত পুথিত চৈতন্যদেৱৰ উল্লেখ নাই কিয়? শঙ্কৰদেৱ মাধৱদেৱৰ পুথিত চৈতন্যৰ নাম নথকাৰপৰা এইটো বুজিব নোৱাৰি নে যে চৈতন্যদেৱৰ দ্বাৰাই প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ এওঁলোকৰ দ্বাৰাই প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ ওপৰত সমূলি পৰা নাছিল, আৰু চৈতন্যদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ আগেয়ে এওঁলোকৰ মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰিত হৈছিল?

আৰু এটা কথা মন কৰিব লগীয়া যে আজিলৈকে আমি যিবোৰ বৈষ্ণৱধৰ্ম্মৰ পুথি চৈতন্যপন্থী লোকৰ দ্বাৰাই বঙ্গদেশত প্ৰকাশিত হোৱা দেখিছোঁ। তাত শঙ্কৰদেৱৰ নাম পৰ্য্যন্ত উল্লেখ নাই। চৈতন্যৰ কত গণ্য আৰু নগণ্য শিষ্যৰ উল্লেখ চৈতন্যসম্বন্ধীয় পুথিবোৰত পোৱা যায়; দুৰদেশ আসামৰপৰা যোৱা শঙ্কৰদেৱ এনে নিতান্ত নগণ্য অশিক্ষিত মুৰ্খ আছিল নে যে তেওঁৰ নিচিনা শিষ্যৰ কোনো ভু লোৱাটো বা উল্লেখ কৰাটো চৈতন্য আৰু চৈতন্যৰ প্ৰধান অপ্ৰধান শিষ্যসকলে অনাৱশ্যক বুলি ভাবিছিল? যি "দৰশিতে সুন্দৰ, গৌৰ কলেৱৰ, যৈচন সুৰ পৰকাশ; পাষণ্ড-মৰ্দ্দন কলিক কালে যাক সম নাই আৰ" শঙ্কৰদেৱক একদণ্ড কাল কোনোৱে লগ পালে তেওঁৰ মনত শঙ্কৰৰ প্ৰতি এক আচৰিত শ্ৰদ্ধা ভক্তিৰ ভাব সুপজি নাথাকিছিল, যি শঙ্কৰদেৱে কোচ আৰু আহোম ৰজাৰ ৰাজসভাত বিপক্ষ ব্ৰাহ্মণসকলক বাদত জিকি ৰজাসকলৰ শ্ৰদ্ধা ভক্তি আকৰ্ষণ কৰিছিল, সেই শঙ্কৰদেৱ চৈতন্যদেৱৰ শিষ্য হল, অথচ সেই কথা অতি সামান্য সাধাৰণ বুলি চৈতন্যদেৱ আৰু তেওঁৰ ভক্তসকলকৰ মাজত বিবেচিত হৈ তেওঁলোকে তাৰ খবৰকে নকৰিলে! এইটো সম্ভৱ নে?

বিদ্যাবিনোদ মহাশয়ে কৈছে যে নৰনাৰায়ণ ৰজাৰ দিনৰেপৰা আজিলৈকে অসমীয়াবিলাকে অসমীয়া ভাষাৰ অৰ্থে একোকে কৰা নাই। এইটো নিশ্চয় আচৰিত মানিব লগীয়া কথা। কলিকতাৰ "অসমীয়া ভাষা উন্নতি সাধিনী সভাই" ছাপা কৰা কিতাপৰ তালিকা এখন মেলি চোৱা হেঁতেনেই তেওঁ দেখিবলৈ পালেহেঁতেন যে তেওঁৰ ধাৰণা ভুল। নৰনাৰায়ণ ৰজাৰ সময়ৰ পিছত অসমীয়া ভাষাত কত ধৰ্ম্মপুথি, সংস্কৃত শাস্ত্ৰৰ ভাঙনি, সংস্কৃত নাটৰ আৰ্হিত নাট, জ্যোতিষ আৰু বেজালি পুথি আদি ৰচিত হৈছে তাৰ লেখ-জোখ নাই। বৰ্ত্তমান যুগলৈ আহিলেই দেখা যায় যে তাৰ আদিতে, বঙ্গদেশত বঙ্গলা ভাষা চৰ্চ্চা কৰাটো, বঙ্গলা ভাষাত কিতাপ পুথি লেখাটো যেতিয়া সৰহভাগ বঙ্গালীয়ে হেয় জ্ঞান কৰিছিল, তেতিয়া অসমীয়া ভাষাত অসমীয়া অভিধান (যাদুৰাম ডেকা বৰুৱা প্ৰণীত, ১৮৩৯ খৃষ্টাব্দ), "Vocabulary and Phrase Book"

(by Mrs. Cutter, 1848) "Vocabulary in English & Assamese" (by Mrs. Wood, 1864), "অসমীয়া ইংৰাজী অভিধান" (by Dr. Brown, 1867), বাইবেলৰ ভাঙনি, "পিল্‌গ্ৰিম্‌চ্‌ প্ৰগ্ৰেচ" ইত্যাদি প্ৰকাশিত হৈছিল। যদিও আমেৰিকাৰ মিচনৰিসকলৰ যত্নত এইবোৰ হৈছিল, তথাপি সেই কাৰ্যাত অসমীয়াৰ লেখা পঢ়াৰ যাই সহায় তেওঁলোকে নোপোৱাহেঁতেন সি অসম্ভৱ হলহেঁতেন। অসমীয়া ভাষাৰ প্ৰথম অভিধান (যাদুৰাম বৰুৱা প্ৰণীত) সেই কালতে ৰচিত হয়। তেতিয়াৰেপৰা আজিলৈকে, ব্ৰজনৰ অভিধান, হেমচন্দ্ৰ বৰুৱাৰ "হেমকোষ", কাশীনাথ তামুলী ফুকনৰ "বুৰঞ্জী" গুণাভিৰাম বৰুৱাৰ "বুৰঞ্জী", হেমচন্দ্ৰ বৰুৱাৰ "অসমীয়া ব্যাকৰণ", আনন্দৰাম ঢেকিয়াল ফুকনৰ "অসমীয়া লৰাৰ মিত্ৰ", "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত", "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰি" "কানীয়াৰ কীৰ্ত্তণ", লম্বোদৰ বৰাৰ "শকুন্তলা", সত্যনাথ বৰাৰ "সাহিত্য বিচাৰ," চেক্‌চ্‌পিয়েৰৰ কমেডি-অব-এৰৰ্চৰ সুৰলা ভাঙনি "ভ্ৰমৰঙ্গ," ৰজনীকান্ত বৰদলৈৰ "মিৰি-জিয়ৰী," হেমচন্দ্ৰ গোস্বামীৰ "ফুলৰ চাকি," বেণুধৰ ৰাজখোৱাৰ "লখিমী তিৰোতা," "অঞ্জলি," "সাদৰী" ইত্যাদি অনেক কিতাপ; সচিত্ৰ "অৰুণোদয়" (১৮৩৬ খৃষ্টাব্দ), "আসাম বিলাসিনী," "আসাম নিউচ", "আসাম তৰা," "জোনাকী" "বিজুলী," ইত্যাদি ওখ খাপৰ কাকত, কত ছাপা হব লাগিছে, তথাপি পদ্মবাবুৱে কয় যোলে নৰনাৰায়ণ ৰজাৰ আমোলৰপৰা অসমীয়াই হাত-সাবটি বহি আছে! অৱশ্যে নানা কাৰণত, যিবোৰৰ ওপৰত আমাৰ হাত নাই, আৰু যিবোৰৰ বিষয়ে এই প্ৰবন্ধত উল্লেখ কৰাৰ সকাম নাই, অসমীয়া সাহিত্যই ওচৰচুবুৰীয়া বঙ্গলা সাহিত্যৰ সমান উন্নতি কৰিব পৰা নাই; কিন্তু সেইবুলি যে অসমীয়া সাহিত্যই নিজৰ সাধ্যমতে আওৱাবলৈ পুৰুষাৰ্থ কৰা নাই এনে নহয়। অসমীয়া সাহিত্যসেবীসকলৰ এহাগুধীয়া যতনৰ সুফল নিশ্চয় ফলিয়াইছে আৰু আগলৈ আৰু ভালকৈ ফলিয়াব। সহৃদয় ইংৰাজ মিষ্টৰ চড্‌মৰ্চনে কয়,—"Bengali has thus had the advantage of being for nearly half a century the only officially recognized language in the Valley, and for nearly three-quarters of a century the only medium of

instruction in all but village Schools. That this state of things must have had a disastrous effect upon the language and its literature is evident. Assamese had to fight for its very existence. It would have been lamentable had the fight ended otherwise. A people who had developed themselves on lines of their own, whose literature had characteristics distinct as their own individuality, would have been generally crushed down into hewers of wood and drawers of water. There was therefore much more at stake than the mere recognition or non-recognition in official circles of a particular language" অথচ বিদ্যাবিনোদ ডাঙৰীয়াই হমুনিয়াহ কাঢ়ি কৈছে যে "It is fortunate for our Assamese brethern that their desire to have the recognition of their mother-tongue as a court language has been so easily fulfilled" "বটে!" "So easily fulfilled"? "Assamese had to fight for its very existence". "অৰুণোদয়ৰ" কালবেপৰা, অনন্দৰাম ঢেকিয়াল ফুকনৰ "অসমীয়া লৰাৰ মিত্ৰ" আৰু "Remarks on the Assamese Language" ১৮৫৫ খৃষ্টাব্দৰ সময়বেপৰা, হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণ অভিধান আদিৰ সময়লৈকে অসমীয়া ভাষাৰ হকে, usurper বঙ্গলা ভাষাৰ বিৰুদ্ধে যুঁজোঁতে যুঁজোঁতে দেশহিতৈষী অসমীয়াসকল হায়ৰাণ; শেহত যুদ্ধ জিকি তাগৰ লাগি তেওঁলোক অলপ জিৰাবলৈ কাতি হৈছে মাথোন, আকৌ বঙ্গালী যুৱকসকলে "হুঙ্কাৰ ছাড়ি" তেওঁলোকক যুঁজলৈ আহ্বান কৰিছে! মুকুন্দ বৰাই যুদ্ধৰ অস্তত তাগৰ পলুৱাবলৈ ইন্দ্ৰৰপৰা বৰ লৈ পৰ্ব্বতৰ গহ্বৰত কিছুমান দিন নিশ্চিন্ত মনে শুই থোৱাৰ পিছত হে কাল-যৱনৰ গোৰ খাই তেওঁৰ টোপনিৰ ব্যাঘাত ঘটিছিল; কিন্তু দুৰ্ভগীয়া অসমীয়াসকলৰ কপালত নিদ্ৰা-সুখৰ এনিষ্টামানো নাই! নতুবা তেওঁলোকৰ কপাল ভাল হোৱাহেঁতেন আজিও বিদ্যাবিনোদ মহাশয়ে তেওঁৰ লগৰীয়াসকলেৰে সৈতে "ভাল সাৰিলি! ভাল সাৰিলি"! বুলি তেওঁলোকৰ কাণৰ কাষত টকালি

পাৰি আহকাল কৰি অলপ চিলমিলকৈ অহা টোপনিকেযাৰ ব্যাঘাত নকৰিলেহেঁতেন। আমি অসমীয়াই সঁচাকৈয়ে বুজিব নোৱাৰোঁ যে আমাক আমাৰ মাতৃভাষাৰ ভালৰ হকে পুৰুষাৰ্থ কৰা দেখিলে, আৰু সেই পুৰুষাৰ্থৰ সুফল ফলিলে, আমাৰ শ্ৰদ্ধাস্পদ বঙ্গালী বন্ধুসকলৰ গা ইমানকৈ বেজাই যায় কিয়? অসমীয়া ভাষাৰ সম্পৰ্কে তেওঁলোকক আমি বহুৎ কথা কৈছোঁ, ভালেমান বক্তব্য শুনাইছোঁ; আমাৰ গৱৰ্ণমেণ্টকো কৈছোঁ; আমাৰ কথাত সাৰ থকাটো বুজি নিস্বাৰ্থ গৱৰ্ণমেণ্টে আমাৰ কথাত কাণ দি আমাৰ প্ৰাৰ্থনা গ্ৰহণ কৰি আমাক সহায় কৰিছে; কিন্তু বেজাৰৰ কথা যে বঙ্গালী নতুন সাহিত্যিকসকলে আজিলৈকে আমাৰ কথাত সাৰকে বিচাৰি নেপালে! তেওঁলোকে আমাৰ ভাষাৰ পিছ এতিয়াও এৰা নাই, লাগিয়েই আছে, লাগিয়েই আছে! অৱশ্যে আজিকালি তাৰে সৈতে ককালে-ককালে লাগিবলৈ তেওঁলোকে সাহ নকৰি তাক লুকাই চিকুটিবলৈ ধৰিছে। আমি অৱশ্যে তাত নেলাগোঁ, কাৰণ আমাৰ ভাষা তেনে চিকুট সহিব পৰা হৈছে; মাত্ৰ তেওঁলোকক এই ফাকি হে ইংৰাজীতে কওঁ যে "mind your own business please, and leave us alone"

বিদ্যাবিনোদ মহাশয়ে অসমীয়াৰ ফাললৈ টোপ এটা পেলাই জোকাৰি টকলিয়াই কৈছে—"যদি বঙ্গলা ভাষা আৰু অসমীয়া ভাষা দুইকো লগ লগাই একেটা কৰা যায়, তেন্তে সি অসমীয়াৰ পক্ষে উপকাৰজনক হে হব; কাৰণ তেনেহলে অসমীয়া ভাষাত ৰচিত যিবোৰ কিতাপ পুথি আছে সেইবোৰ আমি বঙ্গলা ভাষাৰ ভিতৰত 'সুৰ্‌কাই' অৰ্থাৎ সুমাই লব পাৰিম, যেনেকৈ "বাঙ্গলা ভাষা ও সাহিত্য" কিতাপৰ লেখকে "অনন্ত ৰামায়ণ'ৰ গ্ৰন্থকৰ্ত্তা অনন্তকন্দলি কোন দেশৰ মানুহ আছিল সেইটো ভু নেপাই "অনন্ত ৰামায়ণ" পুথিখন স্বচ্ছন্দে বঙ্গলা ভাষাৰ ভিতৰুৱা কৰি লৈছিল।"

তাহানি "মিলাৰামৰ অস্মজীৱন-চৰিতত পঢ়িছিলোঁ যে চুৱাৰাম নামে তেওঁৰ এজন "উপৰি পুৰুষে" "লোকৰ বই-বস্তু তদাৰক নোহোৱাকৈ আলৈ-আথানি হৈ পৰি থকাটো সমূলি সহিব নোৱাৰিছিল। তেনে দেখিলে সেই বস্তু তেখেতে স্বহস্তে তুলি লৈ আহি নিজৰ ঘৰত সাৱধানে থৈ দিছিল।

মূৰ্খ লোকে নিজৰ ইষ্টানিষ্ট নুবুজে। মূৰ্খই নিজৰ বস্তু নিজেও ভালকৈ ৰাখিব্‌ নেজানে, পৰকো ৰাখিব নিদিয়ে। সেইদেখি পৰোপকাৰী চুন্না-ৰামে মূৰ্খ গৰাকীৰ বস্তু মনে মনে নি নিজৰ তত্ত্বাৱধানত সাৱধানে ৰাখবলৈ বাধ্য হৈছিল"। মূৰ্খ অসমীয়াইও নিজৰ কবিৰ কীৰ্ত্তিবোৰ ভালকৈ ৰাখিব নেজানে, অথচ বঙ্গালী সাহিত্যিকসকলে সেইবোৰ নিজৰ তত্ত্বাৱ-ধানত সাৱধানে ৰাখিলেও বেজাৰ পায়! এই অসমীয়াবোৰক আৰু বলে পৰা নগল! ইহঁতৰ লক্ষণ ভাল নহয়!—"যাক্‌ গে"!

বিদ্যাবিনোদ মহাশয়ে দীনেশ বাবুক চিঠি লেখি জনাইছিল যে "অনন্ত ৰামায়ণ" পুথিখন অসমীয়া, আৰু সেই পুথি ৰচোঁতাজন অসমীয়া, সেই দেখি তেওঁৰ কিতাপৰপৰা তেওঁ সেইখন উলিয়াই দিয়ক। দীনেশবাবুৱে তাৰ উত্তৰত "বঙ্গভাষা ও সাহিত্যৰ" তৃতীয় সংস্কৰণত লেখিছে - "সম্প্রতি শ্রীযুক্ত পদ্মনাথ ভট্টাচার্য্য মহাশয় আমাদিগকে জানাইয়াছেন যে এই অনন্ত আসাম-বাসী। ইনি অনন্ত কন্দলী নামে আসামবাসিগণেৰ নিকট পৰি-চিত। ইঁহাৰ ৰচিত ৰামায়ণেৰ অংশ বিশ্ববিদ্যালয়েৰ এণ্ট্রান্স পৰীক্ষাৰ জন্য পাঠ্যপুস্তকে উদ্ধৃত আছে। সুতৰাং "বঙ্গভাষা ও সাহিত্য" হইতে ইঁহাকে বাদ দেওয়াৰ জন্য আমাদিগেৰ নিকট অনুৰোধ আসিয়াছে। কিন্তু যে যুগেৰ ভাষা ও সাহিত্যেৰ ইতিহাস আমি লিখিতেছি, তখন আসামীভাষা বাঙ্গালাভাষা হইতে পৃথক ছিলনা। আজ যদি ত্রিপুৰাৰ কিংবা শ্রীহট্টে তদ্দেশীয় প্রাদেশিক ভাষাৰ আধিপত্য হয়, তবে সঞ্জয়, শ্রীকৰনন্দী প্রভৃতি লেখকগণকে আমৰা কখনই কি বঙ্গসাহিত্য হইতে বাদ দিতে পাৰি? অথচ, প্রাদেশিকত্ব ধৰিলে তাঁহাদেৰ ৰচনাও অনন্ত ৰামায়ণ হইতে কম দুৰূহ নহে। আসামেৰ প্রাচীন কবিগণেৰ বিষয় আমৰা সম্পূর্ণ জ্ঞাত নহি। তাঁহাদেৰ বিবৰণ পাইলে আমৰা এ পুস্তকে লিপিবদ্ধ কৰিতে প্রস্তুত আছি। আসামে অতি অল্পদিন হইল বঙ্গাক্ষৰ এবং বঙ্গ-ভাষাৰ গৌৰব নষ্ট হইয়াছে। কিন্তু আসামেৰ ভাষাকে আমৰা বঙ্গভাষাৰ প্রাদেশিকভেদ ভিন্ন স্বতন্ত্র ভাষা বলিয়া স্বীকাৰ কৰিনা"।

ইয়াৰ পিছত শ্রীযুত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ মহাশয়ে শঙ্কৰদেৱ মাধৱ দেৱৰ পুথিকে আদিকৰি অসমীয়া পুথিবোৰ দীনেশ বাবুৰ কিতাপৰ "গৌড়ীয়

যুগত" সুমাবলৈ, আৰু আনন্দৰাম ফুকন, হেমচন্দ্র বৰুৱা, গুণাভিৰাম বৰুৱাৰ কিতাপবোৰ বৰ্ত্তমান যুগত সুমাবলৈ দীনেশ বাবুলৈ পঠিয়াইছে নে নাই কব নোৱাৰোঁ ; নাই পঠিৱা যদি খৰকৈ পঠিয়াওক ; নহলে দীনেশ বাবুয়ে যেনেকৈ হুমিয়াইছে—"আসামেৰ প্রাচীন কবিগণেৰ বিষয় আমৰা সম্পূর্ণ জ্ঞাত নহি ; তাঁহাদেৰ বিবৰণ পাইলে আমৰা এপুস্তকে লিপিবদ্ধ কৰিতে প্রস্তুত আছি". তেওঁৰ আগেয়ে যদি আন কোনো সাহিত্যিক আচাৰ্য্য মহাশয় বা ভট্টাচাৰ্য্য মহাশয়ে সেই কাম কৰে, তেন্তে সেইজনে বিদ্যা-বিনোদ মহাশয়ৰ আগেয়েই "প্রত্নতত্ত্ববিদ্" নাম লাভ কৰিব। সেই দেখি ইংৰাজীত কবৰ নিচিনা "Take time by the fore lock." ইয়াৰ ধৰিব খুজিলে শুই থাকিলে নচলিব, সোনকালে গাত্রোত্থান কৰাই কৰ্ত্তব্য. ঘটনাৰ গঢ় যেনে দেখিছোঁ, আমি হলে সকলো আশাৰ মুৰত পানী এচলু দিলোঁৱেই ;- আমাৰ অনন্ত ৰামায়ণেৰে সৈতে অনন্ত কন্দলিক বঙ্গলা সাহিত্য মহাৰথী দীনেশ বাবুৰ বজ্রলেপ গাঁঠিৰপৰা আমি একৱাই আনিব নোৱাৰিমেই হবলা ! অসমীয়াই বঙ্গালী "স্যাৰ নাইট" (Sir Knight) সকলৰ হাতৰপৰা সেই চকুৰ-লো-টোকা কন্দনা-মুৱা কন্যাক (weeping damsel) কিজানি এইবাৰ উদ্ধাৰ কৰিব নোৱাৰিবই। হে হৰি ! হে কেশৱ ! নতুন-বঙ্গালী-সাহিত্যিক-সম্বৰ্দ্ধক-বলাহকসকলে চৰ্জন কৰা মহাপ্রলয়-পয়োধি জলৰপৰা অসমীয়া-সাহিত্য-বেদ অনন্ত ৰামায়ণ পুথি উদ্ধাৰ কৰিবলৈ আৰু এবাৰ মৎস্য-অৱ তাৰ ধৰা ! নতুবা অনন্ত ৰামায়ণ গল !

ই যি হওক, কলা ডাৱৰৰ কাষতে এটি ৰূপোৱালি বেখ আছে। বিদ্যাবিনোদ মহাশয়ে কৈছে—"আমাদেৰ আসাম-বাসী বন্ধুগণ অৱশ্য দেশবৎসলতা দ্বাৰা পৰিচালিত এবং মতৃভাষাৰ প্রতি স্নেহপৰায়ণ হইয়াই আপনাদেৰ স্বাতন্ত্র্য বজায় ৰাখিতে চেষ্টা কৰিয়াছেন। তজ্জন্য তাঁহাদিগকে দোষ দেওয়া যায়না। অতি দূৰদৰ্শী হইয়া আপাতস্বাৰ্থ কেহ বিসৰ্জ্জন দিতে পাৰেনা ; এবং সকলেই নিজেৰ বিষয়ে পক্ষপাতী হয়, ইহা অত্যন্ত স্বাভাবিক। তাঁহাৰা এখন অসমীয়া ভাষা ছাড়িয়া বঙ্গভাষা গ্রহণ কৰুণ, সে কথাও বলিতেছিনা।"

বক্ষা পৰিলোঁহঁক! পদ্মবাবুৰ অসমীয়া বন্ধুসকলে যে দেশ-বৎসলতা দ্বাৰা পৰিচালিত আৰু মাতৃভাষাৰ প্ৰতি স্নেহপৰায়ণ হৈ হে তাক স্বকীয়াকৈ ৰাখিবলৈ চেষ্টা কৰিছে সেইটো তেওঁ বুজিছে, আৰু সেইবাবে তেওঁলোকৰ গাত তেওঁ দায় নিদিয়ে; কিয়নো, অতি দুৰ-দৰ্শী হৈও হাতৰ স্বাৰ্থ যে কোনেও বিসৰ্জ্জন দিব নোৱাৰে সেইটো তেওঁ জানে। আৰু এটা তেওঁৰ গাত উমান আছে যে নিজৰ বিষয়ে পক্ষপাতী হোৱাটো স্বাভাবিক; সেইবাবে তেওঁ "এখন" অৰ্থাৎ ২০ শতি-কাৰ ১৯১০ চনত অসমীয়া ভাষা এৰি বঙ্গভাষা লবলৈকো অসমীয়াক নকয়। আমি কিন্তু তেওঁৰ এই কথা শুনি তেওঁক "সোনাৰ চাঁদ ছেলে" অৰ্থৎ সোণামুৱা লৰা স্বুবুলি থাকিব নোৱাৰিলোঁ। আমি তেওঁক সোধোঁ: "বোপা হেৰা, যদি তুমি আমাক তোমাৰ দন্দৰ গুৰি সমল—সোপাকে এৰিয়েই দিলা, তেন্তে মিছাতে মাজে মাজে এইদৰে আমাৰ "পৃষ্ঠদেশে চিম্‌টি আৰ বাম-চিম্‌টি কৰ্ত্তণ কৰিয়া" অৰ্থাৎ আমাৰ পিঠিত সৰু-চিকুট আৰু ভীম-চিকুট মাৰি থাকা কেলৈ? তোমালোকে যিমান পাৰা নিজৰ ভাষাটোকে উন্নতি কৰি নাথাকা কেলৈ? তোমাৰ অস-মীয়া বন্ধুসকলৰ মাতৃভাষাটো "লোষ্ট্ৰবৎ পৰদ্ৰব্যেষু" বুলি এৰি থলেই দেখোন ভাল হয়? আৰু দিনে ৰাতিয়ে লোকক,—অৰ্থাৎ তোমাৰ নিজৰ বন্ধুসকলক সঁচাই-মিছাই চিকুটি-বাকুহি থকাটো জানো কিবা ভাল কাম?

আমি অসমীয়া ভাষাটো স্বকীয়া কৰি লোৱাত দুৰদৰ্শী পদ্মবাবুৰ বেজাইৰ যাই কাৰণ এটা তেওঁ দিছে,—"কিন্তু এই ভাষা স্বাতন্ত্ৰ্য নিবন্ধন বঙ্গ ও আসামবাসীৰ পৰস্পৰ বিবাহাদি সূত্ৰে সম্বন্ধ হইয়া এক হইয়া যাওয়াৰ পক্ষেও যে বিঘ্ন হইল ইহাই প্ৰধানতঃ আক্ষেপেৰ কথা।" পদ্মবাবুৰে সৈতে আমিও এই কথাত বেজাৰ কৰিবলৈ বহি গলোঁহেঁতেন যদি এই কথা সঁচা হলহেঁতেন। সুখৰ বিষয় যে সঁচা নহয়। অস-মীয়া আৰু বঙ্গালীৰ ভিতৰত, বুৰঞ্জীয়ে ঢুকি পোৱা কাল ডোখৰত কেতি-য়াও "বিবাহাদি সূত্ৰে সম্বন্ধ" হোৱা নাছিল। আসাম ইংৰাজ গবৰ্ণমেণ্টৰ হাতলৈ অহাৰ কিছু কালৰ পিছত যেতিয়া আসামত বঙ্গলাভাষাক

খুমাই দি অসমীয়া ভাষাৰ কাণ মলি দি তাক rusticate কৰা অৰ্থাৎ আসামৰপৰা ওলাই যাবলৈ হুকুম দিয়া হৈছিল ; কণ্ডা, তেতিয়াও দেখোন অসমীয়াবে সৈতে বঙ্গালীয়ে বিবাহাদি সূত্ৰেৰে আবদ্ধ হোৱাটো কোনেও নেদেখিলে ? বঙ্গালীৰে সৈতে অসমীয়াৰ সম্বন্ধ তাৰ আগেয়ে যেনে আছিল তেতিয়াও দেখোন তেনেকুৱাই থাকিল। বৰং এতিয়া অসমীয়া আৰু বঙ্গালীৰ ভিতৰত শিক্ষিত লোকৰ লেখ সৰহ হোৱা গতিকে দুই পক্ষৰ ভিতৰত মিলাপ্ৰীতি বাঢ়িছে। আমি আশা কৰোঁ আগলৈ শিক্ষাৰ লগে লগে আৰু মিলাপ্ৰীতি বাঢ়ি ভৱিষ্যতত ভাৰতৰ আন আন জাতিৰে সৈতে অসমীয়া আৰু বঙ্গালী দুয়ো মিলি একেটা হৈ এটা ডাঙৰ ভাৰতীয় জাতিত পৰিণত হোৱা শিক্ষিত ভাৰতবাসীৰ সমাজিকটো ফলিয়াবৰ সম্ভৱ হব। কিন্তু পদ্মবাবুৰে এইটো থাতাংকৈ জানিব যে তেওঁলোকে সদাই যেনেকৈ অসমীয়াক এই অসমীয়া ভাষা লৈ অনা-হকত আমনি কৰি থাকে, আমাৰ এই আশা আৰু সপোনৰ দিনটো তেওঁলোকে তাৰ দ্বাৰাই আৰু দূৰলৈ ঠেলি হে নিব লাগিছে। সহানুভূতি আৰু বিশ্বাসে সহানুভূতি আৰু বিশ্বাস ওপজায়। সজ ব্যৱ-হাৰে সজ ব্যৱহাৰ আনে ; মিছা বাক-বিতণ্ডা, অসাৰ্থক সমালোচনা আৰু মন্তব্যাই, আৰু যাইকৈ "মই এনে, তই তেনে, মই ডাঙৰ, তই সৰু, মোৰ ভাষা যাই, তোৰ ভাষা গালি আৰু সৰি পৰা ছিগা চুলি" এনেবোৰ কথাই পৰস্পৰৰ ভিতৰত অপ্ৰীতি আৰু অসদ্ভাব হে বঢ়ায়, তেহেলৈ তুমি সেই কথাবোৰত যিমানকে বহণ সানি ধুনীয়াকৈ কোৱা। আমাৰ তো দৃঢ়বিশ্বাস যে আসামত অসমীয়া আৰু বঙ্গালীৰ ভিতৰত প্ৰচলিত অসদ্ভাবৰ এটা প্ৰধান কাৰণ বঙ্গালীসকলৰ অসমীয়া ভাষাৰ প্ৰতি চিৰপোষিত বিদ্বেষভাব। আচৰিত কথা যে আসামবাসী ওখ মনৰ বঙ্গালীসকলে এইটো কথা আজিলৈকে ভালকৈ টং কৰি চোৱা নাই। অসমীয়াতকৈ তেওঁলোকে নিজক বেছি শিক্ষিত আৰু জ্ঞানী বুলি অভি-মান কৰে, কিন্তু এইটো তেওঁলোকে কিয় পাহৰে যে বেছি শিক্ষিত আৰু জ্ঞানীৰ দায়িত্ব, কম শিক্ষিত আৰু কম জ্ঞানীতকৈ অনেক গুণে বেছি ? সেইদেখি হে আমি নকৈ নোৱাৰোঁ যে আসামত বঙ্গালী আৰু

অসমীয়াৰ ভিতৰত মনান্তৰৰ বাহে আমাৰ বঙ্গালী বন্ধুসকলৰ গাত জগৰৰ ভাগ সৰহ। অনেক বিষয়ত দেখিছোঁ। অসমত থকা বঙ্গালীসকলে অসমীয়াৰ মনত মিছাতে কষ্ট দি থাকে। তাহানি অসমীয়াই নিজৰ নামৰ আগত বাবু নেলেখি শ্ৰীযুত লেখাত তেওঁলোকৰ বিদ্ৰূপৰ তাপত অসমীয়া অস্থিৰ হৈ পৰিছিল ; অথচ আজিকালি বঙ্গালীয়ে সেই শ্ৰীযুত লভিবলৈ হামৰাও কাঢ়ি ফুৰিব লাগিছে। এনে উদাহৰণ আমি আৰু ভালেমান দিব পাৰোঁ। সেইদেখি আমি আমাৰ বঙ্গালী বন্ধুসকলক বিনয় কৰি কওঁ যে তেওঁলোকে ভাবি চিন্তি কাম কৰিব যেন। ভাৰতীয় জাতিৰ ভিতৰত যি unity একতাৰ নিমিত্তে তেওঁলোকৰ নায়কসকলে ( নিশ্চয় আমাৰো নায়ক ) ইমান পুৰুষাৰ্থ কৰিব লাগিছে, তেওঁলোকে অবিবেচনাকৈ চলি সেই মহাব্ৰত পণ্ড কৰে কিয় ? *।

ক্ৰমশঃ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

* শাওণৰ "বাঁহীত" ওলোৱা "অসমীয়া জীৱনীপুৰত বঙ্গলা সাহিত্য-সভা" শীৰ্ষক প্ৰবন্ধত দুটা ভুল হৈ গল —(১) শঙ্কৰদেৱৰ মৃত্যু ১৫৬৯ খৃষ্টাব্দত হে, ১৫৫৯ খৃষ্টাব্দত নহয়। (২) কণ্ঠভূষণৰপৰা শঙ্কৰদেৱে "ৰত্নাৱলী" শাস্ত্ৰ হে পাইছিল, ভাগৱত নহয়। পুৰীৰ ৺ জগন্নাথৰ আদেশ পাই পণ্ডিত ব্ৰাহ্মণ এজনে আসামলৈ আহি শঙ্কৰদেৱক ভাগৱত শাস্ত্ৰ পঢ়ি শুনাইছিল। ভাগৱত পাঠ সমাপ্ত হওঁতে ব্ৰাহ্মণজন শঙ্কৰদেৱৰ আশ্ৰমতে মৰে। প্ৰথমতে সেই ভাগৱত পুথি শঙ্কৰদেৱে পায়। সম্পাদক।

# ক্লপাবৰ বৰুৱাৰ সামৰণি।




পোহৰী কাকত।—টেঁ-টেঁ-টেঁ! টেঁ-টেঁ-টেঁ। টেঁট্!

১ম, কবি—পোৱালি।—মলধাত উটি, আহিব লাগিছোঁ, এতিয়াই হব ভেঁট॥

পোহৰী।— টেঁ-টেঁ-টেঁ! টেঁ-টেঁ-টেঁ! টেঁট্!

২য় কবি-পোৱালি।—কুউৱাই কুলিয়ে, আগচি ধৰিছিল, বলেৰে আহিছোঁ ইঁত॥

পোহৰী। টেঁ-টেঁ-টেঁ! ... ... টেঁট্।

৩য়। জোনৰ পোহৰত, জলক্-টবক্ চকু, বোকাত খাইছোঁ লেট্॥

পোহৰী। টেঁ-টেঁ-টেঁ! ... ... টেঁট্।

৪র্থ। ফুলা ভেট পাহি, বিলত থাকি হাঁহি, মুৰটো কৰিছে হেট্॥

পোহৰী। টেঁ-টেঁ-টেঁ! ... ... টেঁট্।

৫ম। ভোগোৱাই গেঁাজৰে, বৰ ভয়ে ধৰে, হেৰ মোক লৈ যাইঁত॥

পোহৰী। টে-টে-টেঁ! ... ... টেঁট্।

৬ষ্ঠ। ৰিণিকি ৰিণিকি, শুনি বাঁহী ধ্বনি, কি যেন কৰে মোৰ পেট॥

পোহৰী। টেঁ-টেঁ-টেঁ! ... ... টেঁট্।

৭ম। হেঙুলি, সোণালি, ৰূপালি, গোন্ধালি, ধবলি, খিচিৰি, that॥

পোহৰী। টেঁ-টে-টেঁ! ... ... টেট্।

৮ম। ঠাই দি ৰাখিবা, মোৰ এই কবিতা, পোহৰী কাকতখনত॥

পোহৰী। টেঁ-টেঁ-টেঁ! ... ... টেঁট।

৯ম। বৰ্হা টুটাবোৰ, টুটাই বৰ্হাই লবা, মোৰে মুৰৰ শপত॥

শ্রীক্লপাবৰ।

# কবিতাৰ জন্মোৎসৱ।

"There is a pleasure in poetic pains
Which only poets know." Cowper.

কাব্যৰসে লেটিপেটি কবিতা স্বৰলা,
আছিলি যে ক'ত নো লুকাই ?
আনিলোঁ নহয় টানি চিঞাহি কাপেৰে ;
কাকতত থলোঁ সুমুৱাই।
মনে মনে থাক তই পেটৰ মাজত
নিমাতী কৃমিৰ নিচিনাই,
ৰস-জ্ঞান চৰি গ'লে মৰ-কাযোৰত
দিয় মোৰ তত হেকৰাই।
তই যে আছিলি মোৰ পেটৰ মাজত,
বহু আগে গম পাইছিলোঁ।
নানান জুলাপী-পদ্য সেবি সযতনে
আজি তোক উলিয়াই পেলালোঁ।
পেটৰ মাজত মোৰ জিলিকি আছিলি
গোবৰত মুকুতাৰ দৰে ;
কি বুজিব মোল তোৰ কুকুৰা চৰায়ে ?
শোভে যদি পিন্ধে হে বান্দৰে।
সাৰ্থক নয়ন মোৰ সাৰ্থক জনম !
দেখিবলৈ পালোঁ আজি তোক ;
নমামি জুলাপী-কাব্য ৰচোঁতাসকল :—
উলিয়ালা কবিতাৰ পোক !

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।



# সুভা।

(১)

আদকৰা নামৰ একো অৰ্থ নাই। ডাক্তৰৰ ছোৱালী সুপ্ৰভা আৰু কাছাৰীৰ বৰমহৰীৰ লৰা হৰমোহনক্ ভেওঁবিলাকৰ মাক-বাপেকে সুভা আৰু হেমো বুলি মাতিছিল। কিয় মাতিছিল, তাৰ একো কাৰণ নাই; মাক-বাপেকৰ আদৰে মাথোন সেই কাৰণ জানিলে জানিব পাৰে।

ডাক্তৰ আৰু বৰমহৰীৰ ভিতৰত মিল আছিল। সেইদেখি ভেওঁ-লোকৰ ঘৈণীয়েক দুজনাৰ ভিতৰত, লৰা-ছোৱালীৰ ভিতৰত, চাকৰ-নাকৰৰ ভিতৰত, এনেকি ঘৰ দুটাৰ ভিতৰতো, মিল আছিল। দুয়োৰো আগফালে বাৰাণ্ডা থকা দুটা বঙলা ঘৰ. নিচেই ওচৰা-ওচৰি।

হেমো আৰু সুভাই একেলগে ৰং-ধেমালি কৰিছিল; আৰু দুইকো একেজন মাষ্টৰে (অৰ্থাৎ প্ৰাইভেট টিউটৰে) একেলগে একেঠাইতে একে পঢ়াকে পঢ়াইছিল.—কেতিয়াবা বৰমহৰীৰ ঘৰত, কেতিয়াবা ডাক্তৰৰ ঘৰত।

(২)

বাল্যকাল গল। আৰু তেতিয়াৰ সেই ৰং-ধেমালি, সেই গলা-গলি, লৰা-চাপৰা তাৰ লগে লগে গল। সুভাই স্কুলৰ পঢ়া আৰু "প্ৰাইভেট টিউটৰ" এৰি কাপোৰ-বোৱা ভাত-ৰন্ধা আদি বনবিলাক মাকৰ কাষৰত বহি বহি শিকিবলৈ ধৰিলে। হেমোয়েও সৰুকালিৰ লৰা-চাপৰা, হাঁহি-খিকিন্দালি আৰু ধুলা-লোৱা-লুৰি এৰি, ক্ৰীকেট্, ফুটবল্, লগৰীয়াৰ লগত ভাল সাজ-পাৰ পিন্ধি আলিবাটেদি ফুৰা আৰু চুৰট-হোপাত মন দিলে। তেতিয়া হেমো ওঠৰ বছৰীয়া, হাইস্কুলৰ প্ৰথম শ্ৰেণীৰ ছাত্ৰ; আৰু সুভা চৈধ্য বছৰীয়া, গৃহস্থালীৰ স্কুলত সোমাইছে মাথোন।

বৰমহৰীৰ লৰা, অলপ ডাঙৰ হৰৰেপৰা হেমোৱে জোতা-মোজা চোলা ৰকমে ৰকমে সলাবলৈ ধৰিলে; তাৰ পাছতে চিগাৰেট্ চিগাৰ

ছাঁপিবলৈ ধৰিলে; তাৰ পাছতে হাতত লাখুটি লৈ লগৰীয়াৰ লগত বাটে বাটে ফুৰিবলৈ ধৰিলে; আৰু তাৰ পাছতে পঢ়া বা খেলাৰ ছলতে আনুষঙ্গিক দুষ্টালিবোৰত যোগ দিবলৈ ধৰিলে।

কিছুমান দিনৰ পাছত স্কুলত "টেষ্ট্" পৰীক্ষা হল। হেড্ মাষ্টৰে বৰমহৰীৰ খাটিৰতে হ'ক বা কাৰ্য্যানুৰোধতে হ'ক, বা পৰীক্ষাৰ ফল চায়ে হ'ক হেমোক এণ্ট্ৰেঞ্চ পৰীক্ষা দিবলৈ "এলাও" কৰিলে। হেমোৱে "এণ্ট্ৰেঞ্চ" পৰীক্ষা দি ঘৰলৈ আহিল। নিয়মমতে এতিয়া হেমোৰ বিয়া হোৱা উচিত!

(৩)

ডাক্তৰণী আৰু বৰমহৰীয়ণী দুয়োৰো বৰ ইচ্ছা যে এই বিয়াখন হেমো আৰু সুভাৰ ভিতৰতে হয়। ইফালে ডাক্তৰৰ ইচ্ছা, তেওঁ এজন "গ্ৰ্যাজুৱেট" জোঁৱাই পালে ভাল। বৰমহৰীৰো আকৌ চকু মুঞ্চপৰ জীয়েকত হে। তেওঁ হেনো মনে মনে প্ৰতিজ্ঞাকে কৰিছিল যে মুঞ্চপৰ জীয়েক নহলে তেওঁ লৰালৈ বিয়াকে নকৰায়। সেই অৰ্থে তেওঁ ঢেৰ "যোগাৰ-যন্ত্ৰ" ও কৰিছিল।

বিয়াৰ কথা উলিয়ালে, বিয়া হবখোজা আমাৰ দৰা-কন্যাৰ কথা নোকোৱা হে ভাল; কাৰণ, তেওঁবিলাক বিয়া কৰাবৰ বা সোমাবৰ হে পাত্ৰ। বাদ-বিচাৰ বা ইচ্ছা অনিচ্ছাৰ বিষয়ে বিবাহ আইন অনুসৰি তেওঁলোকৰ একো স্বত্ব নাই। তথাপি যদি নগণ্য সেই পুতলাদুটিৰ কিবা কথা কোনোবাই শুনিব খোজে, তাত নো আমাৰ নিচিনা সভ্য-ভব্যৰ আপত্তি কি?

হেমোৱে হলে কেতিয়াবাৰেপৰা ভাবিছিল সুভাৰ লগতে তেওঁৰ বিয়া হব। সুভায়ো যে এই কথা নেভাবিছিল, তেনে কথা ডাঠি কব নোৱাৰি। দুয়ো ডাঙৰ হোৱাত, হেমোক দেখি সুভা কেতিয়াবা ৰঙা পৰি উঠা আৰু বাটেদি যাওঁতে হেমোৰ ফালে নেদেখাকৈ বেৰৰ সুৰুঙাইদি চাই থকা প্ৰভৃতি কেতবোৰ কথা লৈ সমনীয়া ছোৱালীবিলাকে প্ৰায়ে আলাপ কৰিছিল বুলি কয়। আগৰ কথা বি হঁক, যেতিয়া ডাক্তৰণী আৰু বৰমহৰীয়ণী দুয়ো ঠিক একে তালে একে চেয়ে একে কথাকে লৈ তোলপাৰ লগাবলৈ

ধৰিলে, তেতিয়া অকল হেমো সুভাৰেই নহয়, ওচৰ চুবুৰীয়া জ্ঞাতি কুটুম সকলোৱে মনতে ভাবিলে যে এই বিয়াখন হলেই; মুখতে মন্ত্ৰ কেই-আষাৰি মাতিৰ আৰু হোমৰ আম খৰি কেইডালি পুৰিবলৈ হে বাকী।

ডাক্তৰণী আৰু বৰমহৰীয়ণীৰ কথাত তেওঁলোকৰ স্বামী দুজনো ঘূৰিলেই বুলিব লাগে। মাজে মাজে তেওঁলোক দুয়ো এই বিষয়ে আন্দোলন কৰিবলৈ ধৰিলে। হওঁতে হওঁতে বিয়াৰ দিন আদি ঠিক কৰিবলৈ এদিন এজন পাণ্ডিতক মাতিলেই।

(৪)

কালৰ কি লীলা! ইয়াৰ ভিতৰতে আকৌ কোনটাও কথাই বৰ মেৰ-পাক লগাই দিলে। এদিনাখন পুৱা, দুটাখান ডেকা লৰাই লৰা-ঢপৰা কৰি একেবাৰে টেলিগ্ৰাফৰ অফিছলৈ গৈছে আৰু আহিছে। সেই দিনা হেনো এণ্টেঞ্চ পৰীক্ষাৰ খবৰ আহিব; কোনোবা এজনে পালেই। লাহে লাহে এটা এটাকৈ Reply prepaid টেলিগ্ৰাম দি সকলোবিলাকে খবৰ আনিলে। হেমোৰ ইমান সময় সাহ হোৱা নাছিল; ভাবিছিল অইন কাৰবাৰ খবৰতে আহে যদি আহক। শেহত কাৰো খবৰত একো নিষ্পত্তি নোহোৱা দেখি, পয়চা বাৰ অনা খৰচ কৰি নিজেই তেওঁ এখন টেলিগ্ৰাফ দিলে। উত্তৰত আৰু যি হবলগীয়া সেয়ে হল।

হৰমোহন "ফেইল" হোৱা কথাটো নগৰ গোটেইখনতে ওলাই গল। ডাক্তৰে শুনি নাক কোঁচালে; ডাক্তৰণী তেতিয়াই বৰমহৰিয়ণীৰ ঘৰলৈ আহিল; আৰু সুভাৰ চকুত, কোনে জানে কিয়, এটোপা চকুলো বিৰিঙিলে।

তাৰে তিন দিনৰ মূৰত ডাক্তৰৰ নামে এখন টেলিগ্ৰাফ আহিল;—তেওঁ যেনে আছে তেনে তেতিয়াই আন এখন জিলালৈ বদলি হল। নগৰ গোটেইখনত সেই খবৰটি বিয়পি পৰিল আৰু ডাক্তৰৰ ঘৰত বই-বস্তু বন্ধা-ছটাৰ গোলমাল লাগি পৰিল।

এইবিলাক ঘটনাৰ ফল হল, ডাক্তৰ আৰু বৰমহৰীৰ লগত এখন মেল। তাৰ ফল হল এয়েই যে সম্প্ৰতি সুভা আৰু হেমোৰ হবখোজা বিয়াখন হব নোৱাৰে; দি কিছুদিনলৈ পিছুৱাহকক ডাক্তৰণী আৰু বৰমহৰীয়ণীয়ে

কিবা গুণ্‌গুণালে ; কিন্তু বাতি ভাযোলব-বঁটা আগত-লোৱা সেই গুণ-গুণনি ডাক্তৰ আৰু বৰমহৰীৰ কিবা কথাতে নোহোৱা হল।

(৫)

ইয়াৰ তিন দিনৰ পিছত ডাক্তৰ যাবলৈ ওলাল। জাহাজৰ ঘাটলৈকে তিনি মাইলমান বাট। তাত গৈ মাইকী মানুহ দুজনীক তুলি বইবস্তু তোলা বহুতো আহকাল হব বুলি ভাবি জাহাজত উঠোঁতে সহায় কৰিবলৈ ডাক্তৰে এজন মানুহ বিচাৰিছিল। ওচৰতে হেমোৰেই "ফে'ল" হৈ এই কেইদিন মিছাতে হে বহি আছে দেখি বৰমহৰীয়ে হেমোকে যাবলৈ কলে।

বং মনেৰে হ'ক, খং মনেৰে হ'ক, বাইছিকোলখনত উঠি হেমো জাহাজ ঘাটলৈ গৈ ডাক্তৰক সপৰিবাৰে জাহাজত তুলি দিলে। অলপ পাছতে জাহাজ এৰি দিলে।

হেমোৱে ঘাটত থিৰ হৈ জাহাজখনৰ ফালে অলপ পৰ চাইছিল। সকলোৱে চায়। দুটি চকু তেওঁৰ চকুত পৰিল, আৰু দুয়ো অলপমান পৰ চকুৱে চকুৱে চাই বল। সুভাই যেন এবাৰ চকু মোহাৰিলে। এনেতে জাহাজেও পাক ঘূৰিলে। দুয়ো নেদেখা-নেদেখি হল।

উভতি আহোঁতে হেমোক বাটত বুঢ়া বকৱা ডাঙৰীয়াই লগ পাই বৰ বিমন দেখি কলে, "ফেল হলে, বোপা ইমান দুখ কৰিব পায় নে ? এইবাৰ ভালকৈ পঢ় পাছ হবি।"

(৬)

ইয়াৰ পাছত বহুদিন গল। হেমো সেইবাৰ "ফেইল" হলেও, তাৰ পাছত ভালেমান বছৰ তেওঁ ঘঁহি পিহি বি, এ লৈকে পাছ কৰি জীৱনৰ মহৎ উদ্দেশ্য সাধিলে। বৰ মহৰীৰো বহুদিনৰ আশা পূৰ হল ; তেওঁ বংশীধৰ মুন্সুপৰ জীয়েকক হেমোলৈ বিয়া কৰাই আনিলে ; আৰু বৰ চাহাবৰ অনুগ্ৰহত হেমোক পোনতে চৰডিপুটিৰ কামটোতে সুমাই দিলে। কপালীৰ কপাল !

ডাক্তৰৰ হলে আমি আৰু খবৰ নেপালোঁ। তেওঁ বদলি হৈ তাৰপৰা আৰু কলৈ গল আমি তাৰ ভু ৰাখিব নোৱাৰিলোঁ।

(৭)

হৰমোহনক সকলোৱে হাকিম বুলি মাতে। "আদৰ কায়দাও" তেওঁৰ হাকিমী। তেওঁ তেওঁতকৈ নীহ পদৰ কোনো মানুহৰ ঘৰলৈ নগৈছিল ; কাৰো

ঘৰত চাহ এটোপাকে নুছুইছিল ; এনেকি, পদত ভেওঁতকৈ নীহ এজন কোনো মানুহৰ লগত ভালকৈ কথা-বাৰ্ত্তাকে নেপাতিছিল ; কথা কলেও কেতিয়াবা অঠাইত জোৰ দি অলপ "হাকিমী কায়দা" খটাই ধীৰে-সুস্থে কৈছিল। এইবিলাক স্বত্বেও কিবা এখন চাহ বাগিছাৰ ২০ টকা কি ২১ টকা ৰূপ দৰমহা পোৱা কোনোবা এজন কেৰাণীৰ লগত কিবা কাৰণত ভেওঁৰ বৰ মিল হৈছিল। সেই কেৰাণীজনৰ ঘৰলৈ ভেওঁ যায়ো, ভাত খায়ো। কোনে জানে, "হাকিমী মিজাজৰ" কথা ? শাস্ত্রেয়ো কৈছে—

"লোকোত্তৰাণাং চেতাংসি কো নু বিজ্ঞাতুমৰ্হতি ."

(৭)

আৰু আচৰিত কথা ;—এদিনাখন এই কেৰাণীজনৰ ঘৰলৈ গৈ হৰযোগনে ভেওঁৰ ঘৰেতে খালেও, আৰু ৰাতিটোও কটালে। পাছ দিনা পুৱা ভেওঁ আহিলত, কেৰাণী আৰু ভেওঁৰ ঘৈণীয়েকজনাৰ ভিতৰত এনে কথাবাৰ্ত্তা হৈছিল বুলি শুনা যায় :—

ঘৈণীয়েক : - আমাৰ ইয়ালৈ হাকিম ইমান ঘনাই বা কেলেই আহে ?

কেৰাণী :—কি নো বেয়া পালা ? ভেওঁ আন কাৰো নঙলাৰ মুৰতো ভৰি নিদিয়ে। আমাৰ ইয়ালৈ আহিল কি হল ?

ঘৈ :—আমি দুখীয়া মানুহ। খৰচ-পত্ৰ বহুতো হয়। নহায়ে হে ভাল।

কে :—এঃ কি খৰচৰ কথা কোৱা! আমাৰ ইমান খাটিৰ দেখা নাই নে ?

ঘৈ :—এৰক খাটিৰ দেও হে! হাকিম আৰু আহিব নেলাগে। আপুনি যি প্ৰকাৰেই হ'ক হাকিমক বুজাই দিব যে ভেওঁ আহিলে আমি ভাল নেপাওঁ।

কে :—এইবোৰ কি মায়া হে তোমাৰ ? তেনে কথা কিয় কোৱা ?

ঘৈ :—মোৰ কথামতে নো আপুনি এটা কামো নকৰে নে ? মই কেছোঁ। বুলিয়েই কৰ।

কে :—তোমাক হলে তেতিয়া বৰ ভাল বুলিব নহয় ?

ঘৈঃ—ভেওঁ বেয়া বোলাটো বাৰু থৈ দিয়ক। কন্তকচোন আপুনি কব নে নকৰ ? নেমাতি থাকিল দেখোন ? মোৰে শপত কৰ।

শেহৰ কথা আষাৰ কাপোনৰ মুৰত যেন বাজি আহিল। আৰু ভেওঁ একে চাবে উঠি গৈ ঘৰৰ পিৰালিত কেকুৰিবলৈ ধৰিলে। কেৰাণীয়ে, "ও আই এইটোও কিবা দায় লগা কথা হল নে ? আহাঁ সুভা! আহাঁ! কম বাৰু ভুমি নেকান্দিবা।" এই বুলি ঘৈণীয়েকক হাতত ধৰি ভিতৰলৈ লৈ আহিল।

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী

# গিৰিডি।

এই ঠাইখন কলিকতাৰপৰা ২০৬ মাইল দূৰৈত; ৰেলত চাওৰা ষ্টেচনৰপৰা উঠিব লাগে। চাৰি পাঁচখন মান ট্ৰেইন আছে। ডাক-গাড়ী আহিলে সাত ঘণ্টা মানত আহিব পাৰি। মধুপুৰত গাড়ী সলনি কৰিব লাগে। মধুপুৰত আৰু এখন ৰেলগাড়ী প্ৰস্তুত থাকে। সেইখনত উঠিলেই দুটা ষ্টেচনৰ—জগদীশপুৰ, মহেশমুণ্ডা—পাছত গিৰিডি পোৱা যায়।

গিৰিডি হাজাৰিবাগৰ চব্‌ডিভিজন্‌। হাজাৰিবাগ-ৰোড ষ্টেচন হোৱাৰ আগেয়ে এই গিৰিডিতে নামি পুচ্‌পুচ্‌ গাড়ীৰে (মানুহে টনা গাড়ীৰে) সত্তৰ মাইল বাট অতিক্ৰম কৰি হাজাৰিবাগলৈ যোৱা হৈছিল। আৰু জৈনসকলৰ পুণ্যভূমি পৰেশনাথ পৰ্ব্বতলৈ যাবলৈ হলেও গ্ৰেণ্ডকৰ্ড লাইন খোলাৰ আগেয়ে এই গিৰিডিৰেপৰা যাব লাগিছিল। এই পৰেশ-নাথ পৰ্ব্বত ইয়াৰপৰা স্পষ্টৰূপে দেখা যায়। ভাল দিনত মন্দিৰৰ ওপ-ৰৰ টিং ইয়াৰেপৰা দেখা যায়।

গিৰিডি পৰ্ব্বতীয়া ঠাই। সমুদ্ৰতকৈ এক হাজাৰ ফিট ওখ। কিন্তু পৰ্ব্বতীয়া ঠাই বুলি আটাইবোৰ ঠাই পৰ্ব্বতৰ দৰে ওখ-চাপৰ নহয়। সমতল ভূমিও আছে। ইয়াৰ মাটি এনে শুকান যে বৰষুণ পৰিলেও আন ঠাইৰ দৰে বোকা নহয় আৰু পৰা মাত্ৰকতে শুকাই যায়। ইয়াৰ মাটি বালিঅঁহীয়া আৰু বালিৰ মাজে মাজে শিল। বগা কি আন বৰণৰ শিল বাটে-পথে পৰি থাকে। এইবোৰ শিলেৰে "পেপাৰওৱেইট" সুন্দৰকৈ হয়।

গিৰিডিত কয়লাৰ খনি আছে। এই ঠাই এই নিমিত্তেই বিখ্যাত। ইয়াৰ ওচৰাওচৰি ঠাইত অভ্ৰৰ খনিও আছে। বজাৰত কয়লা কিনিবলৈ হলে এমোন চাৰি অনামানত পোৱা যায়; আৰু টন হিচাপে কিনিলে আৰু সস্তাত পোৱা যায়। ইষ্ট-ইণ্ডিয়া ৰেলৰ কয়লা বহুত ভাগ ইয়াৰপৰাই যায়। আমাৰ মনেৰে মধুপুৰৰপৰা এই কুৰি মাইলমান বাট ইয়াত কয়লাৰ খনি নথকা হলে ৰেল সুথুলিলেহেঁতেন। এই কয়লাৰ খনিয়ে আমাৰ কিমান উপকাৰ কৰিছে, কিমান দখীয়া কাম কৰিব পৰা মানুহক কাম দিছে! আমাৰ ভাৰতবৰ্ষত সকলো বস্তু আছে। সকলো ৰকমৰ জলবায়ু আছে। ইচ্ছা কৰিলে এই ভাৰতত থাকি আমি নৰ্থ-পোলৰ জাৰ অনুভৱ কৰিব পাৰোঁ। আৰু ইচ্ছা কৰিলে মধ্য-আফ্ৰিকাৰ অসহ্য ঘহ অতি সহজে অনুভৱ কৰিব পাৰোঁ। এই কয়লাৰ খনি চাবলগীয়া ঠাই। আসামৰ মাৰ্‌গেৰিটাত এই ৰকম খনি আছে বুলি শুনিছোঁ। সেই কালৰ মানুহৰ আগত কয়লাৰ খনি একো নতুন নহয়, কিন্তু আমাৰ হলে বৰ নতুন লাগে।

আমি যি ঘৰত আছোঁ। তাৰ পাছ ফালেদি ইয়াৰ নৈ উস্ত্ৰী বৈ গৈছে। উস্ত্ৰী একাই-বেকাই যায়। পৰ্ব্বতীয়া নৈ দেখি সোভৰ নিমিত্তে ইয়'ত নাও নচলে। এই নৈ এতিয়াই শুকান হয় আৰু এতিয়াই পানীৰে ভৰি যায়। বৰষুণ দিলেই শুকান নৈ ক্ষণেকতে ভৰি যায়, তাৰ পিছত বৰষুণ এৰিলেই যি শুকান সেই শুকানেই থাকে। গিৰিডি চহৰ নৈৰ এপাৰে। সি পাৰৰ গাওঁবোৰৰ মানুহে ইয়ালৈ আহিব লাগিলে নৈ খোজ কাঢ়ি পাৰ হয়। নৈ যেতিয়াই তেতিয়াই ভৰি যায় দেখি খোজ কাঢ়ি পাৰ হোৱা টান। ইয়াৰ মানুহে কিমান সাতুৰিবও নোৱাৰে। গোষ্ঠ কুণ্ডু বুলি এজন মানুহে পাৰ হোৱা মানুহৰ সুবিধাৰ নিমিত্তে এখন ওলমা সাঁকো (Suspension Bridge) তৈয়াৰ কৰি দিছে। সেই সাঁকোৰেদি পাৰ হোৱা মাচুল এপয়চাকৈ।

আমাৰ ধাৰণা আছিল যে, এই ফালৰ আটাইবোৰ মানুহ চাওঁতাল, কিন্তু ই ভুল। ভাৰতৰ আন ঠাইৰ দৰে ইয়াতো ভিন ভিন জাতৰ মানুহ আছে। শুনিছোঁ বোলে আসামতো মিকিৰ লালুং কছাৰিবোৰ ভেনেকৈ আন মানুহৰ ওচৰাওচৰি গাওঁবোৰত থাকে।

ইয়াত দেওবাৰে হাট বহে। তাত যে কিমান দুখৈৰপৰা মানুহ আহে। ছাতি নাই, জাপি নাই, কিমান মানুহে হয় তো বৰষুণত তিতি-বুৰি দহ বাৰ মাইল দূৰৰ বাটত আৰু হয়তো তাতকৈও দূৰ চহৰত বেচিকিনি নিজৰ গাঁৱলৈ যায়। ইহঁতৰ আশ্চৰ্য্য সহিবৰ শক্তি।

ইয়াৰ চাকৰ-বাকৰক সপ্তাহে সপ্তাহে দৰমহা দিব লাগে। ইয়াৰ কাৰণ এই যে ইয়াৰ মানুহবোৰ বৰ দুখীয়া, দৰমহা পাবলৈ এমাহ বাট চাব নোৱাৰে।

ইয়াৰ আকাশ আৰু কলিকতাৰ আকাশ আমাৰ চকুত বেলেগ লাগে। ইয়াৰ আকাশ নানান বৰণৰ, সুন্দৰ বৰণৰ। চাই চাই আমনি নেলাগে। মেঘে কিমান যে বৰণ ধৰে। আমি যি ঘৰত আছোঁ তাৰ পচিম চোতালৰ পৰা এই নানান বৰণীয়া মেঘৰ খেলা সূৰ্য্য অস্ত যাবৰ সময়ত চাবলৈ বৰ তৃপ্তিকৰ ওচৰত উস্ত্ৰী নৈৰ কলকল ধ্বনি, সিপাৰে সুবিস্তীৰ্ণ পথাৰ, পথাৰৰ ঠায়ে ঠায়ে শাল গছ আৰু দূৰৈত পৰ্ব্বতৰ ৰেখা!— সুন্দৰ ঠাই।

পূজাৰ সময়ৰপৰা বাৰিষা আৰম্ভ হোৱালৈকে ইয়াত স্বাস্থ্য বিচৰা মানুহে ভৰি থাকে। সৰহ ভাগ মানুহেই বঙ্গদেশৰ। ইয়াত বহুতো বঙ্গালী ভদ্ৰ লোকে ঘৰ সাজিছে। ইয়ালৈ ভেওঁলোকে কামৰপৰা বংৰেণীয়া আজৰিৰ সময়ত অথবা যেতিয়াই সুবিধা পায় আহি বিশ্ৰাম লয়হি। ইয়াৰ স্বাস্থ্য ভাল, জ্বৰ-নৰিয়াৰ পক্ষে এই ঠাই ভাল বুলি ইয়াৰ সুনাম আছে।

শ্ৰীনন্দিকা দেৱী।

# নিয়তি।

তুমি কলৈ নৈ মোৱা আকাৰে ইঙ্গিতে,
চকুৰ ঠাৰে আঙুলি দেখাই?
মই সুবুজিও একো উদ্দেশ্য তোমাৰ,
সিপিনলৈ মাথোঁ আছোঁ আগুৱাই॥
মই নাজানো কেলেই আগুৱাই যাওঁ,
নিজৰ লক্ষ্য কৰবাতে এৰি।
মই সুবুজোঁ কেলেই আগুৱাই দিছোঁ
ৰাখিব নোৱাৰি আপোন-ভৰি॥
মই বুজিও কেলেই পাহৰি পাহৰি
আগবাঢ়ি আছোঁ তোমাৰ পাছে?
মই নেচাওঁ কেলেই গুণি গাথি তাক,
মোৰ নো কলৈকে যাবলৈ আছে?
মই পাহৰোঁ কেলেই, চাওঁ চাওঁ বুলি
ৰাখেকলৈ? মই কলৈ নো যাওঁ?
মই আকউ কেলেই মুগুণি নাভাবি
খোজক খোজেৰে আগবঢ়াওঁ?
তুমি আনিলা কেলেই ছল কৰি কৰি?
কলৈকে নো মোক নৈ যাব খোজা?
তুমি নকলা কেলেই, কলৈ নো নি মোক
কত পেলাই কি কৰিব খোজা?
মোক আনিলে কেলেই নামাতি সুবুলি,
ভুলাই আপোন চকুৰ ঠাৰে!
মই সুধ্ৰজিলোঁ তাৰ ছল চকবাস্ত
কলৈ নো নি মোক কি কৰি যাবে!
মই আহিছোঁ ৰেপাই খোজ কাঢ়ি কাঢ়ি,
পানী খোকা আৰু বননি ভাঙ্গি।
মোৰ হাঁত ভৰিবোৰ ভাগি ছিগি যায়,
শৰীৰৰ আৰু শকতি নাই!

শ্ৰীযজ্ঞৰাম শৰ্ম্মা।

---

প্ৰথম বছৰ, একাদশ সংখ্যা

# সূচী



## এষাৰ কেহেটা কথা।

অৰ্থাৎ পয়চা খোজা। ভালেমান গ্ৰাহকৰপৰা আমি আজিলৈকে বাঁহীৰ বেচ পোৱা নাই। এইখন একাদশ সংখ্যা বাঁহী। দ্বাদশ সংখ্যাইও নিয়মমতে ওলাই বাঁহীৰ এবছৰ বয়স পূৰ কৰি দিয়াত সন্দেহ নাই। এতেকে এতিয়াও বাঁহীৰ বেচ নিদিয়াসকলে দয়া কৰি বেচফেৰা পঠিয়াই দিয়ক। নতুন বছৰত বাঁহীৰ বেচ নবঢ়াই কলেৰৰ বঢ়াবৰ আমাৰ মন আছে, গতিকে গ্ৰাহকৰ পক্ষে সেইটোও সুবিধাৰ কথাই।

প্ৰকাশক।

---

*Published by H. BEZBAROA,*
From Assam-Bengal Stores, 2 Lall Bazar Street, Calcutta

## মই ।

সংসাৰ মোৰেই পূৰ্ণ দেখোঁ,
আছোঁ মাথোঁ নিৰঞ্জন মই ।
নাই তুমি কেওঁ আৰু নাই,
পাৰা যদি হোৱাঁ মোতে লয় ।
মই মই মই মাত্ৰ বিপুল সংসাৰে,
মই মই মই সুৰে শুনা
বাজিছে প্ৰাণৰ বীণা তান,
মই বিনা আছে নো কি গুণা ?

---

## সুখ ।

সুখ সুখ বুলি বিয়াকুল নৰ,
নাপায় সুখৰ বুজ ।
বিচাৰি নাপায় আছে হাতভেই,
হায় কৰি মৰে যুজ !

সুখ নোহে ইটো জগতৰ বস্তু
সুখ যে মনাৰ বিত ।
মনৰ তলিৰ পৰা যই আহে
লুকায় বাজ বালিত ।

---

## আওহেলা ।

দিনৰ দিনটো খপি মিছা ভাৱনাত,
সন্ধিয়া উচুপি উঠি বহিলোঁ শয্যাত ।
সকলো ওলটে দেখোঁ বিশ্ৰাম বিচাৰি,
সামৰি দিনৰ কাম লৰৰি ভাগৰি ।
এন্ধাৰ নিৰাশে আহি আধা আবৰিলে,
জীৱনত পোহৰৰ বাকী যি আছিলে ।
এতিয়াও দিব পাৰোঁ গোটেই জীৱন,
যদি ঘূৰি পাওঁ হায় জোনাক একণ ।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা ।

---

# সম্পাদকৰ চৰা।

বিশ্বেশ্বৰৰ বিশ্বৰূপ। আমি সকলোৱে প্ৰত্যেক ৰাতি আকাশত অসংখ্যাত তৰা দেখি আহিছোঁ ; কিন্তু আমাৰ ভিতৰত কেইজনে ভাবে আৰু কেইজনে জানে, আচলতে সেই তৰাবোৰ কি পদাৰ্থ ? সেইবোৰৰ বিষয়ে পুৰণি কালৰ পৰা চলি অহা উপাখ্যান আৰু পুৰাণ আদি শাস্ত্ৰই দিয়া ব্যাখ্যান আৰু বিবৰণেই আমাৰ সৰহ ভাগৰ মনত এক প্ৰকাৰ উত্তৰৰ শান্তি-পানী ছটিয়াই দি তাক চেঁচা কৰি ৰাখিছে ; কিন্তু প্ৰকৃত জ্যোতির্ব্বিৎ পণ্ডিতসকলে দিয়া প্ৰকৃত উত্তৰ আমি নাজানোহঁক। সেইদেখি আজি আমি জ্যোতিষশাস্ত্ৰজ্ঞসকলৰ দ্বাৰাই পৰীক্ষিত আৰু গৃহীত মতৰ ওপৰত সম্পূৰ্ণ ভৰ দি তাৰ বিষয়ে দুটা-চাৰিটা কথা কম।

* *

তৰা শব্দটো সাধাৰণ শব্দ ; তাৰ ভিতৰত গ্ৰহ উপগ্ৰহ নক্ষত্ৰ প্ৰভৃতি সকলো সোমায়। আকাশত আমি যিবোৰ তৰা দেখোঁ, সেইবোৰৰ ভিতৰত সকলো বিধৰে জ্যোতিষ্ক আছে। আমি উকা চকুৰে যিবোৰ তৰা দেখিবলৈ পাওঁ সেইবোৰৰ ভিতৰত থকা, আমাৰ পৃথিবীৰে সৈতে সম্বন্ধীয়া গ্ৰহ উপগ্ৰহ আদিৰ বাহিৰে, বাকী এটাইবোৰেই একোটা সূৰ্য্য। হাতীপটি অৰ্থাৎ আমি আকাশত বাটৰ নিচিনা দেখা সৰু সৰু তৰাৰ শাৰীবোৰ লক্ষ লক্ষ সূৰ্য্যৰ থুপি মাথোন।

* *

এই সূৰ্য্যবোৰৰ কিছুমান আমাৰ এই চিনাকি সূৰ্য্যতকৈ ইমান গুণে ডাঙৰ, যে তুলনাত ই দ্বিতীয় তৃতীয় শ্ৰেণীত পৰেগৈ। আমাৰ পৃথিবীৰপৰা সেই সূৰ্য্যবোৰ ইমান দূৰৈত আছে যে সিহঁত আমাৰ চকুত এধানমান পোহৰৰ একোটি তৰা যেন লাগে। আমাৰ পৃথিবীৰপৰা আমাৰ এই সূৰ্য্যলৈ ৯৩,০০০০০০ মাইল দূৰ। ইমান দূৰৰপৰা আমি এই সূৰ্য্যক মাথোন এখন কাঁহীৰ সমান ডাঙৰ দেখোঁ। কিন্তু আন সূৰ্য্যবোৰ আমাৰ পৃথিবীৰপৰা

ইমান সৰু দেখোঁ যে ভাব কোনোবোৰ ভালকৈ মণিবই নোৱাৰোঁ। ইয়াৰ দ্বাৰাই সহজে অনুমান কৰি লব পাৰি যে সেই সূৰ্য্যবোৰ আমাৰ পৃথিবীৰপৰা কি ভয়ঙ্কৰ আঁতৰত আছে। বিজুলী-ডাকৰ বাতৰি এটা গোটেই পৃথিবী খন এক চেকেণ্ডত ৭½ বাৰ ঘূৰি আহিব পাৰে। সেইদেখি ধৰোঁ, ত্ৰেতা যুগত ৰাৱণে সীতাক হৰি নিয়া বাতৰিটো যদি ৰামচন্দ্ৰই "অৰ্জেণ্ট টেলিগ্ৰাফ কৰি" সেইবোৰৰে কোনোএক সূৰ্য্য-লোকত থকা পিতাদেৱেক দশৰথলৈ পঠিয়ালেহেঁতেন, তেন্তে সেই বাতৰিটো গৈ গৈ আজিও আদখিনিমান বাট হে পালেগৈহেঁতেন!

***

জ্যোতির্ব্বিৎসকলে কয় যে সূৰ্য্যবোৰ নেবুলা (Nebula) অৰ্থাৎ নীহাৰিকাৰ পৰা উৎপন্ন হৈছে। তেওঁলোকৰ মতে. আদিতে বিশ্ব-সংসাৰ বাষ্পময় সূক্ষ্ম ভূতত বিলীন আছিল; তাপ বিকিৰণৰ দ্বাৰাই ক্ৰমাৎ তাৰপৰা সূৰ্য্যবোৰ উপজিল। Spectrum analysis অৰ্থাৎ ৰশ্মি বিশ্লেষণৰ দ্বাৰাই জনা গৈছে যে হাইড্ৰোজন, হিলিয়ম, অক্সিজন আদি বাষ্পৰ দ্বাৰাই এই নেবুলা অৰ্থাৎ নীহাৰিকাবোৰ গঠিত। প্ৰথমতে সূৰ্য্যৰ জন্ম নীহাৰিকাৰ-পৰা। ৰেডিয়মৰপৰা যেনেকৈ অনবৰত ৰশ্মি বিকিৰণ হব লাগিছে, নীহা-ৰিকাবোৰৰপৰাও সেইদৰে জগৎ-সৃষ্টিৰ পদাৰ্থ বিকিৰণ হব লাগিছে। প্ৰকৃতিৰ নিয়ম অনুসাৰে জগতত পজিটিভ (Posive) আৰু নেগেটিভ (Negative) নামে দুটা শক্তি আছে। ইলেক্ট্ৰিচিটি (Electcitriy) অৰ্থাৎ বিজুলীৰ বিষয়ে চৰ্চ্চা কৰা সকলে পজিটিভ আৰু নেগেটিভ ইলেক্ট্ৰিচিটিৰ কথা জানে। এই দুটা বিপৰীত গুণাত্মক পদাৰ্থই পৰস্পৰ আকৰ্ষণ কৰা কথাও তেওঁলোকে জানে। নীহাৰিকা নামৰ নভস্তুপবোৰেও ইটোৱে সিটোক আকৰ্ষণ কৰে। সেই আকৰ্ষণৰ বাবে সেইবোৰৰ ভিতৰত ভয়ানক খুন্দা লাগে। সেই খুন্দাত প্ৰচণ্ড উত্তাপৰ জনম হয়, আৰু সেই নভস্তুপৰ একোডোখৰ এৰাই চিটিকি পৰি প্ৰবল বেগেৰে ঘূৰিবলৈ ধৰে। সেইদৰে এৰাই পৰি ঘূৰি থকা সেই ভুৱৰীয়া পদাৰ্থবোৰ কালক্ৰমত অলপ অলপকৈ চেঁচা হৈ কুঁচি আহি একো একোটা সূৰ্য্যত পৰিণত হয়।

***

এইদৰে ওপজা সূৰ্য্যই ভীষণ বেগেৰে ঘূৰি থাকোঁতে থাকোঁতে নিজৰ গাৰ উত্তাপশক্তি বিকিৰণ কৰি কৰি অলপ অলপকৈ চেঁচা হৈ কুঁচি আহোঁতে তাৰ গাৰ একোডোখৰ এৰাই পৰে, আৰু তেনেকৈ এৰোৱা ডোখৰবোৰ একোটা গ্ৰহত পৰিণত হয়। আমাৰ সূৰ্য্যৰ গাৰপৰা এইদৰেই আমাৰ পৃথিবী আৰু গ্ৰহবোৰ উপজিল। আমাৰ পৃথিবীৰ লগৰীয়া মাৰ্কুৰি ( Mercury ) অৰ্থাৎ বুধ গ্ৰহ, ভিনচ ( Venus ) অৰ্থাৎ শুক্ৰগ্ৰহ, মাৰ্চ ( Mars ) অৰ্থাৎ মঙ্গল, জুপিটৰ ( Jupitor ) অৰ্থাৎ বৃহস্পতি, চেটৰ্ণ ( Saturn ) অৰ্থাৎ শনি, নেপচুন (Neptune) অৰ্থাৎ বৰুণ, উৰেণচ (Uranus ), ইৰচ Eros, এচটেৰইডচ (Asteroids)নামৰ গ্ৰহবোৰ এইদৰেই উপজিল। আমাৰ সূৰ্য্যই এইদৰেই ৯,০০০,০০০,০০০ বছৰৰ আগেয়ে আমি থকা এই পৃথিবীক জনম দিছিল। বোকা থকা বাটত বৰ বেগাই ঘূৰি যোৱা গাড়ীৰ চকৰিয়ে যেনেকৈ তাৰ গাত লগা বোকাবোৰ দলিয়াই পেলাই যায়, সূৰ্য্যৰ সন্ততি পৃথিবী আৰু গ্ৰহবোৰেও সেইদৰে আকাশত তীব্ৰ বেগে ঘূৰি থাকোঁতে অলপ অলপকৈ চেঁচা হৈ হৈ কুঁচি গৈ নিজৰ শৰীৰৰপৰা একো ডোখৰ দলিয়াই পেলাই যায়। সেইদৰে দলিয়াই পেলোৱা একোডোখৰেই পৃথিবী আদি গ্ৰহবোৰৰ চাৰিউফালে ঘূৰি ফুৰা একোটা চন্দ্ৰ। ৮,০০০,০০০,০০০ বছৰৰ আগেয়ে এইদৰেই আমাৰ পৃথিবীয়ে আমাৰ এই চন্দ্ৰক জনম দিলে। এইদৰেই মঙ্গলে দুটা, বৃহস্পতিয়ে চাৰিটা, শনিয়ে আঠোটা চন্দ্ৰ স্ৰজন কৰি ললে।

***

আমি আগেয়ে কৈ আহিছোঁ যে এই বিশ্বব্ৰহ্মাণ্ডত আমাৰ সূৰ্য্যটো এটা দ্বিতীয় কি তৃতীয় শ্ৰেণীৰ তৰা মাথোন; কাৰণ, আকাশৰ সেই যে হাতীপটি দেখিছা তাৰ ভিতৰত এনেকুৱা অনেক সূৰ্য্য আছে যিবোৰ আমাৰ এই সূৰ্য্যতকৈ অনেক গুণে ডাঙৰ আৰু পোহৰ, আৰু যাৰ তুলনাত আমাৰ এই ক্ষুদ্ৰ পৃথিবীখন এটা সৰিয়হৰ সমান হে ডাঙৰ। এইটো মন কৰিব লগীয়া যে, আমাৰ এই পৃথিবীখন ইমান সৰু যে তেনেকুৱা ৩০০,০০০ খনবো বেছি গোটাই একেখন কৰিলে হে সি আমাৰ এই সূৰ্য্যটোৰ সমান হব।

এই সূৰ্য্যৰ ব্যাস Diameter ৮৬৪০০০ মাইলৰ ওপৰ। এনে সূৰ্য্যটোক তাৰ এই পৃথিবী আৰু আন গ্ৰহ উপগ্ৰহ মণ্ডলীৰে সৈতে গোটাই একেটা কৰি ধৰি লৈ হাতীপটিত থকা আন ডাঙৰ সূৰ্য্য এটাৰে সৈতে তুলনা কৰিলে তাৰ পৰিমাণত ই এটা পোহৰ ধূলিকণাৰ সমান মাথোন হয়। এতেকে, হেৰা পাঠক! তোমাৰ কল্পনাৰ মুখৰ লেকাম ঢিলাই দি যিমান দূৰ পাৰা তাক চেকুৰাই লৈ সোঁধাচোন, বিশ্বেশ্বৰৰ বিশ্বসংসাৰ কি মহান! কি বিশাল! কি বিৰাট! মদ-মাৎসৰ্য্য অহঙ্কাৰ হিংসা বিদ্বেষেৰে পৰিপূৰ্ণ এই এণুদমান পৃথিবীৰ অধিবাসী তুমি নো কি খুদৰো খুদ, কি ধূলিৰো ধূলি, কি নগণ্যৰো নগণ্য, সেইটো এবাৰ ভাবি চাইছানে? নাই চোৱা যদি চোৱাঁ, দহোকুৰি চোৱাঁ, চালে, বিশ্বেশ্বৰৰ বিশ্বব্ৰহ্মাণ্ডত তোমাৰ আচল ঠাই, মূল্য, মহত্ব আৰু গুৰুত্ব বুজিব পাৰিবা; আৰু বুজিব পাৰিলে তোমাৰ নিশ্চয় নিশ্চয় অশেষ উপকাৰ হব।

---

# নিৰ্ম্মালি।

কলিকাল বিষম কাল, তদন্তৰে মহাকাল
চিৰকালে বিচৰে ভুবন।
ভাৰত ভুমি কৰ্ম্মভূমি, কৰ্ম্মে উঠে যায় নামি,
কৰ্ম্ম মৰ্ম্মে বিচাৰে জীৱন॥
সংসাৰ কাচাৰি মাজে, যম মাজিষ্ট্ৰেট ৰাজে,
চিৰষ্টাদাৰ চিত্ৰগুপ্ত যাৰ।
তেওঁৰ অতি সুবিচাৰ, ধৰ্ম্ম ভাৰ সদাচাৰ,
নলয় কাৰো কোনো ভেটি ভাৰ॥
কৰ্ম্ম বুজি যেনে যাৰ, ফল মাত্ৰ দিয়ে তাৰ,
নকৰে অন্যায় অত্যাচাৰ।
কৰ্ম্ম গুণে দণ্ড পায়, যেনে কৰ্ম্ম তেনে ঠাই,
ন্যায্য পথে চলাইছে সংসাৰ॥

শ্ৰীশ্ৰীআউনীআটীয়া গোস্বামী।

মায়া মোহ থালি পাতি, কাষ্ঠ খণ্ড দিনে বাতি,
কবে পাক আদিত্য-অনলে।
মাস ঋতু ঘুরি ঘুরি, সবণীব কার্য্য করি,
সুখ দুখ ভোগায় কর্ম্মফলে॥
দিনে দিনে ক্ষণে ক্ষণে, জীবনে ভুবন বনে,
অনুক্ষণে দেহব পতন।
অকালে কবাল কালে, বান্ধি ধবি হাতে গলে,
নিয়ে টানি অসীম জীবন॥
কর্ম্মভূমি ভূমণ্ডল, ভোগে জীব কর্ম্মফল,
বিফল নহয় কদাচন।
কর্ম্মফলে আহে যায়, নানা জাতি জন্ম পায়,
যাই ঘুরি সমন সদন॥
ধর্ম্মসূত্র সুক্ষ্মতব, তথাপি নাই লব-চব,
পবিত্র নয়নে দেখা পায়।
দেখোঁতে অধর্ম্ম-ডোল, দৃঢ়তব অতি স্থূল,
পবিণামে থাকে মাত্র চায়॥
ধবণীব তবণি নাই, পাপে প্রকম্পিত প্রায়,
ঠায়ে ঠায়ে যায় বসাতল।
পাপ ভাপে কঁপে কায়, পৃথিবীবো বক্ষা নাই,
স্থলে জল অচল অটল।
অকুল জলধিপাব, কোনে কবে জীব পাব,
নলয় তাব কোনোবে বিচাব।
প্রাণী লক্ষ জন্ম ঘুবি, মানব জনম ঘুবি,
সিপাবব নলয় সমাচাব॥
কোন ঘাটে ভাল তবি, কোন ঘাটে দিয়ে পাবি,
সুজন কাণ্ডাবী কোন ঘাটে।
নেদেখালে চিনা টান, অহঙ্কাবে নলয় জান
আছে বুলি কয় ঘটে ঘটে॥

# মহাপাপৰ মহাপৰাচিত।

মোৰ হাঁহি থাকো হাঁহি থাকো কৰি থকা সুখৰ ঘৰখনত অকস্মাৎ ৰবৰাবপৰা আজি এটা নিদাৰুণ শোকৰ ছাঁ পৰি তাক দুৰ্যোৰ এন্ধাৰে ঢাকি পেলাইছে। ৰং ধেমালি মাত-বোল আজি মোৰ ঘৰৰপৰা বিদায়। বিদায় হেঁপাহ উৎসাহ; বিদায় আশা ভৰসা; বিদায় উদ্যম উদ্যোগ। এইবিলাকৰ মোৰ ঘৰত আজি ঠাই নাই। কব নোৱাৰা, বৰ্ণাব নোৱাৰা, বুজাব নোৱাৰা, সীমা নোগোৱা, শেহ নোহোৱা এটা ভীষণ মৰ্ম্মভেদী শোকং মূৰ্ত্তিয়ে কিচ-কিচ-কৰে কলা কাচোন পিন্ধি গোটেইখন ঘৰ মোৰ আজি আগচি বহিছেহি! আজি মোৰ শোকৰ ভোগ। শোকৰ মোৰ আজি একাদশত বৃহস্পতি। ইমান দিন হাঁহি মাতি কটাইছিলোঁ। আজি মোৰ সুখৰ দিন উকলিল। নিয়তিৰ কাল-চক্ৰৰ গতিত আজি মোৰ কান্দোনৰ দিন পৰিছে। মোক কান্দিবলৈ দিয়া। কান্দোনেই আজি মাথোন মোৰ সম্বল, কান্দোনেই শান্তনা। মোৰ সকলো সুখ শান্তি সকলো আশা ভৰসা আজি কান্দোনতেই। সেই হে মোক হেপাহ পলুৱাই আজি কান্দিবলৈ দিয়া।

* * * *

তোমালোকে সুগুনো বুলিলে মই এৰিম কিয় ? কলিজা ফাটি-ছিটি-যোৱা মোৰ মহাশোকৰ কাহিনী আজি কবলৈ নেপালে যে মই চাটি-ফুটি কৰি পুৰি মৰিম। মোৰ যে আজি হিয়াৰ মাজতে বাৱনৰ চিতা জ্বলিব লাগিছে। নেদেখিছা নে, এই খাণ্ডৱ দাহন কাণ্ডত মোৰ সুখ শান্তিৰ একমাত্ৰ সম্বল চকুৰ লো টুপিবো পৰিত্ৰাণ নাই ? মোৰ অন্তৰাত্মাৰ মৰ্ম্মথলৰপৰা ওলাই অনন্তৰ বুকুত লীন হবলৈ যাওঁতেই মাজ বাটতে শোকানলে পাই সেই টুপিকো শুকুৱাই থিতাতে নাইকিয়া কৰি থৈছে।

উঃ এইকুৰা কি জুই! কেনে পোৰণি! এই কোপানলত যে কন্দাটোও অসম্ভৱ!

* * * *

মোৰ আজি মহাপাপৰ মহাপৰাচিত। সেই হে আজি মোৰ এই বিলাই, এনে অৱস্থা!

যাই বিচাৰালয়ত যাই বিচাৰকৰ বিতোপন বিচাৰত মোৰ মহা দোষৰ আজি বিচিত্ৰ দণ্ডৰ বিধান হল। সেই হে আজি এইকুৰা বিষম শোকাগ্নি মোৰ বুকুৰ মাজত হু-হু কৰি জ্বলিব লাগিছে!

মোৰ অন্তৰাত্মাই অলনি পোৰণিত তত নেপাই অনন্ত মহাপুৰুষৰ ওচৰত কৃপা ভিক্ষা কৰিবৰ অৰ্থে পৰম হেপাহৰে দেৱদত্ত চকুৰ লো টুপিক দূত স্বৰূপ কৰি পঠিয়ায়, আৰু মোৰ মহাশোকৰ সেই কালমূৰ্ত্তিয়ে মাজ বাটতে তাকো আটকি ৰাখে!

উঃ! মোৰ শোকৰ কি খুন্দা! কি বিষম সাহ! কি দুৰ্জ্জয় পৰাক্ৰম! দেৱ দূতো তাৰ হাতত আজি বন্দী!

* * * * * * * *

মোৰ যুতিকা আজি বিধৱা। যুতিকা কোন জানিছা? যুতিকাই তোমালোকৰ এই পোৰাকপলীয়া নৰাধমৰ পৰম মৰমৰ একমাত্ৰ কন্যা। বাপেকৰ বুকুৰ কলিজা, হিয়াৰ আগ-মঙহ, বৰ আদৰৰ, অতি চেনেহৰ, স্বৰগৰ কুসুম, মোৰ যুতিকাই বাট হেৰুৱাই কেনেবাকৈ মৰ্ত্ত্যলোকলৈ আহি এই অভাগাৰ ঘৰ শুৱনি কৰি আছিল। মোৰ স্বজ্ঞানকৃত পাপৰ প্ৰতিফলত আজি সেই স্বৰগৰ ফুল পাহি অকালত জঁয় পৰিল। মোক ইমান যতনেৰে, ইমান হেপাহৰে সজোৱা ফুলনি বাগিছাখনি লেৰেলি পৰ্ল। মোৰ সুখৰ বেলিয়ে ভাটী দিলে! মোৰ দুখৰ সন্ধিয়া লাগিল!

কেতিয়া, ভগবান, কেতিয়া মোৰ এই শোকৰ নিশা পুৱাব?

মই নিজকে নিজে এজন শিক্ষিত জনা বুজা মানুহ বুলি পৰিচয় দিঁও। দেশৰ ভিতৰতময়ো এজন যুধিয়াল মানুহ। সমাজসংস্কাৰক আৰু দেশোদ্ধাৰকৰ দলৰ আগ শাৰীতে ময়ো। দেশৰপৰা কুসংস্কাৰ কুআচাৰ উলিয়াই দি তাৰ থলত সুনীতি সুবিধি থাপন কৰাটো যুগুত প্ৰমাণ কৰি দীঘল দীঘল বক্তৃতা কৰা আৰু প্ৰবন্ধ লিখোঁতাসকলৰ মাজত মোৰ নামো প্ৰসিদ্ধ। মোৰ ওচৰত অনুগ্ৰহ প্ৰত্যাশী পাৰিষদসকলে মোৰ এইবিলাক দেশৰ হিতাৰ্থে কৰা কাম-কাজৰ উল্লেখ কৰি যেতিয়া মোক বঙ্গদেশৰ প্ৰাতঃস্মৰণীয় স্বৰ্গীয় ৰাজা ৰামমোহন ৰায় আৰু পুণ্যশ্লোক ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ লগত তুলনা কৰে, মই তেতিয়া আনন্দতে মগন হৈ নিজকে নিজে বৰ ডাঙৰ

হেন ভাবি গপতে ওফন্দি পজাটোপটো হওঁ। দৰ্পহাৰীয়ে আজি তাং- কোপ মৰাজনৰ দৰ্প চূৰ্ণ কৰিলে। আজি সমাজসংস্কাৰকৰ নিজৰ ঘৰতে দুৰ্ঘোৰ বিপ্লৱ মহা প্ৰলয়কাণ্ড উপস্থিত! যেনে কুকুৰ তেনে টাঙোন! যেনে পাপ তেনে শাস্তি!

এই আহিন পৰিলে দুভিকাৰ ৮ বছৰ পূৰ হব। সিদিনাথন বহাগত মাথোন মোৰ বাছাৰ বিয়া হৈ গল, আৰু আজি তাই বিধৱা!.

মোৰ নিজৰ বিশেষ ইচ্ছা নথকা সত্বেও, বৈণীৰ পুমৰ পুনৰ অনুৰোধ এৰাব নোৱাৰি মোৰ আইক এই কেচুৱা অৱস্থাতে বিয়া দিছিলোঁ। মোৰ সকলো লেখা-পঢ়া জ্ঞান বুদ্ধি মতি-গতি সুসংস্কাৰ ন বিধি-বিধানৰ মূৰত নেওচা-কেওচা দি মোৰ বাছাক বলি-শালত উছৰ্গা কৰিছিলোঁ! দেবী গোসাঁনীয়ে বলি গ্ৰহণ কৰিলে। কেচুৱা সুমলী কুমাৰী কন্যাৰ পবিত্ৰ তেজ টুপি পিবলৈ পাই আই উগ্ৰতাৰাৰ আজি পৰম আনন্দ। সেইহে তেওঁ ভীষণ ৰূপেৰে ভীষণ বেশেৰে আহি আজি মোৰ ঘৰ থন ছাতি ধৰি আছেহি।

বোলোঁ বিধৱাজনী কলৈ গল? বিচাৰাঁ, বিচাৰাঁ। কি? তাইৰ কপালৰ সেন্দুৰৰ ফোট এতিয়াও মছা নাই! কি কৰিছা? মছাঁ, মছাঁ, সোনকালে মছাঁ, মহাপাপে ছুব যে! তাইৰ হাতৰ খাৰু খহোৱাঁ, ডিঙিৰ মণি খহোৱাঁ, কাণৰ কেৰু খহোৱাঁ, হাতৰ আঙঠি খহোৱাঁ। তাইৰ গাত যতে যি গহনা-পাতি আছে সকলোবিলাক খহাই নিয়াঁ। তাই যে বিধৱা! সেইবিলাকে কি আৰু তাইক শুৱায়? খহোৱাঁ, খহোৱাঁ, তাইক পাতৰ বিহা মেখেলাৰ সলনি এডোখৰ গেৰুৱা কাপোৰ পিন্ধিবলৈ দিয়াঁ। সজা-কচাৰ আৰু তাইৰ সকাম কি? তাই যে বিধৱা! এসাজ তাইক মাথোন ভাত খাবলৈ দিয়াঁ; মাছ মঙহ চুবলৈ নিদিবাঁ। সি যে মহাপাপ। তাইৰ খোৱা-লোৱা পিন্ধা-উৰাৰ যে দিন উকলিল! তাই যে বিধৱা। তাইক গোসাঁইৰ নাম লবলৈ দিয়াঁ। পূজা কৰিবলৈ লগাই দিয়াঁ। তাই একাদশী কৰক, ব্ৰত কৰক, কীৰ্ত্তন-ঘোষা পঢ়ক, ৰামায়ণ পঢ়ক, মহাভাৰত পঢ়ক; ঘৰৰ বন-বাৰি কৰক; শাক পাচলি কুটক; ৰন্ধা-বঢ়া কৰক; খোৱা-কটা কৰক। এইবিলাক হে

তাইৰ কাম। বিধৱাৰ ৰং ধেমালি? বিধৱাৰ হাঁহি মতা? বিধৱাৰ ভোগ সুখ? ছিঃ! মানুহে শুনিলে কি বুলিব? তাত যে মহাপাপ!

যূতিকা বিধৱা। বাছাই মোৰ কিন্তু একোকে বুজিবকে পৰা নাই। বিয়া নো কাক বোলে আৰু বিধৱা নো কেনেকৈ হয়, বাছাৰ এতিয়াও জ্ঞান হোৱাই নাই। বিয়াৰ ৰাতি টোপনি অৱস্থাতেই মোৰ আইক সম্প্ৰদান কৰিছিলোঁ। মোৰ আইৰ কোনো কথাই মনত নাই।

বাছাৰ মোৰ গাৰ গহনা-পাতি খহাই নিছে। এডোখৰ কাপোৰ পিন্ধাই লঘোনে-ভোকে আইক মোৰ ঘৰৰ এচুকত সুমাৱাই থৈছে; বাছাই তথা মানিছে; ভাবিছে, এই দেখোন সংসাৰখন এতিয়াই এনে ধুনীয়া আছিল, চাৰিও পিনে ৰং ধেমালি, চাৰিও পিনে হাঁহি মতা, আৰু এতিয়াই নো এইখন কি হল? তাইক নো আৰু হাঁহিব নিদিয়ে কিয়? ৰং ধেমালি কৰিব নিদিয়ে কিয়? তাই নো কি বিধৱা হল? এইটো নো কি জগৰ কেনেকৈ লাগিল? এই বাবে তাইৰ গাত কিবা দোষ আছে নে কি? ক'তা তাই তো কোনো জগৰ লগোৱা কাম কৰা তাইৰ মনত নপৰে? তেনেহলে এই লেঠাটো নো কেনেকৈ লাগিল? কেতিয়া নো ইয়াৰ জেঙা মৰিব? এইবোৰ আৰু কত নো কি আকাশ পাতাল ভাবি মোৰ বাছাই এচুকত পৰি আছে। মোৰ হলে তাইৰ আগত ওলাবৰ আৰু সত নহল।

মোৰ মূৰত স্বৰগ ভাগি পৰিছে। নিজুম মাৰি এটা কোণত বহি কান্দি আছোঁ। কেতিয়াবা কৰবাৰপৰা আহি বাছা মোৰ ওচৰতে থিয় দিলেহি। মোক কান্দি থকা দেখি উভতি যাব খোজাত সুধিলোঁ।—

"কি হ'ল আই? কি লাগে?"

"একো নাই হোৰা দেউতা। কথা এটা কবলৈ আহিছিলোঁ। পিছে ক'ম। তই যেতিয়া হাঁহি-মাতি থাকিবি তেতিয়া ক'ম আহি"।

হে ভগবান! মই নো বাৰু এই শোকৰ প্ৰতিমাখনি চকুৰ আগত লৈ কেনেকৈ হাঁহি-মাতি থাকিম?

হতভাগিনীয়ে নো কি কথা কবলৈ আহিছে জানিবৰ ইচ্ছা হোৱাত মই সুধিলোঁ,—"নেলাগে বাৰু পিছত কব, এতিয়াই কচোন বাছা কিনো কব খুজিছ?"

বাছাই মোৰ বুকুৰ ভিতৰত সোমাই দুইখন হাতেৰে ডিঙিটো সাবটি ধৰি কলে—“দেউতা, কাইলে আমাৰ দৰা কন্যাৰ বিয়া। মালতী সখীৰ কন্যা আৰু মোৰ দৰা। মই দৰাৰ মাক। মই পানী তুলিবলৈ যাব লাগিব নহয়? ভাদে বাইয়ে কৈছে মই হেনো যাব নোৱাৰোঁ। দেউতা মই যাম দেই? মোক যাবলৈ দিবি দেই? আৰু আইক কৈ মোক নকৈ গঢ়া খাৰুজোৰ আৰু হাৰডাল উলিয়াই দিয়াবি দেই? আইক কোৱাত আয়ে একো নেমাতি মুবুলি শোৱা-ঘৰত দুৱাৰ দি সোমাল গৈ। দেউতা, আয়ে নো কিয় খং কৰিছে? মোক দেখোন আজি নেমাতেই। দেউতা মোক কাইলৈ যাবলৈ দিবি দেই। মই যে দৰাৰ মাক। মই নগলে কেনেকৈ হব?”

হৰি হৰি! মোৰ কপালত ইও আছিল! দয়াময়, মোক শোকৰ বাটিৰ গেদনিখিনিও খুৱাই হে এৰিলা! উঃ কি জুই! কি পোৰণি!

গোটেইখন সভ্য জগৎ বিচাৰঁা, পাতিপাতিকৈ বিচাৰি আহঁা, এনেকুৱা আচৰিত অভিনৱ কোমল নিৰ্ম্মল পবিত্ৰ আজলী নিচলী সাক্ষাৎ পুণ্য মূৰুতি বিধৱাৰ প্ৰতিমাখনি, এই “সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণৰ” চেনেহৰ লীলাক্ষেত্ৰ এই প্ৰসিদ্ধ আৰ্য্যাবৰ্ত্তৰ বাহিৰে আৰু আন ঠাইত কতো নোপোৱা! নাই। প্ৰাচীন ভাৰতৰ চৰমোৎকৰ্ষ প্ৰাচীন সভ্যতাৰ অতুলনীয় গৌৰৱৰ ভাৰতীয় বাল বিধবাই আচৰিত কীৰ্ত্তি-মন্দিৰ স্বৰূপ।

ভগবান আহঁা, সগত দেৱতাসকলক লৈ আহিবা, আহি চোৱঁাহি, মৰ্ত্ত্যলোকত বাপেক মাকৰ স্বজ্ঞানকৃত পাপৰ বোজা নজনা নুবুজা নিৰীহ নিৰ্দ্দোষী কেচুৱা সন্তান সন্ততিয়ে কেনেকৈ নমতা-নোবোলাকৈ মনে মনে বৰলৈ শিকিছে। আহঁা ভগবান, চোৱঁাহি এই দৃশ্য, দেখিলে, অকল দেৱতাসকলে কিয়, তুমিয়ো প্ৰভু, চকুৰ লো টুকিব লাগিব!

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

# এয়ে হে শ্যামৰ কুঞ্জ।

সখি! এয়ে হে শ্যামৰ কুঞ্জ।
এৰি গল শ্যামে, পৰি বল ৰাধী,
বিৰহ যাতনা ভুঞ্জ॥
লাহৰি খোপাত সাদৰি পিন্ধালে
সুগন্ধী মালতিপুঞ্জ।
সৌৰভৰ আশে বেঢ়ি বেঢ়ি যত
ভ্ৰমৰে কৰিছে গুঞ্জ॥
ৰাধকি ৰাধী দি, সাদৰি বুজাই,
এৰিলে শ্যামে নিকুঞ্জ।
সখি! ৰাঁহীৰ লহৰি, নাবায় পাহৰি,
আজিও প্ৰকৃতিপুঞ্জ॥
শ্ৰীবিষ্ণুৰাম বড়া।

---

# চেন্‌চচ্‌ পিয়ল।

## ভোলাই শৰ্ম্মাৰ বিপত্তি।

চেন্‌চচ্‌ পিয়ল কৰা কামটো বৰ টান। মই ১৮৯১ চনত এবাৰ চেন্‌চচ্‌ পিয়লৰ মহৰি নিযুক্ত হৈছিলোঁ। চুপাৰভাইজৰ ডাঙৰীয়াই মোক কেঞাইঁতৰ থাতাৰ নিচিনা দীঘল বহি এখন দি বুজাই দিলে, বহিটোৰ পাত বিলাকত মোৰ "ব্লকৰ" প্ৰত্যেক মানুহৰে নাম, ধাম, ধৰ্ম্ম, কৰ্ম্ম হেনো লেখিব লাগে। বহিটোৰ ঘৰ অৰ্থাৎ "হেডিং" দেখিয়েই মই বিচুৰ্ত্তি হলোঁ। "কলৈ যাওঁ গোপাল, কলৈ যাওঁ কপাল" লগালোঁ। চুপাৰভাইজৰ ডাঙৰীয়াক

মই চিয়ঁাহি এদোৱাত আৰু কাপ এটাৰ কথা কলত মোক ভেওঁ উত্তৰ দিলে, "চৰ্কাৰৰ ঘৰৰপৰা দোৱাত কলম নিদিয়ে। তোমাক ছপা কথা আখৰ-ঝাখৰ পৰণা দি গাৱঁত ভাল মানুহ পাতিছে। এই ভাল মানুহ হবলৈকে কত জনে ভেটী-লুটী সোপা-গোজা দিয়ে; তুমি আকৌ কাকো একো নিদিয়া কৈয়ে নাম-জলা মানুহ হলা। বজাৰ কামৰ বাবে চাইটা পয়চা খৰচ কৰি দোৱাত কলম কাগজ কিনি লোৱঁাগৈ।" মই কলোঁ, "ডাঙৰীয়া! মোৰ হাতত পয়চা এটাকে নাই; কৰপৰা নো দোৱাত কলম কাগজ কিনো? মোৰ এই কথাত চুপাৰভাইজৰ ডাঙৰীয়াই কলে, "যদি তোমাৰ কিনি লবলৈ পয়চা নাই তেন্তে বাঁহৰ চুঙা এটা কাটি লাওপাত আৰু চৰুৰ ছাইৰে চিয়ঁাহি কৰি লোৱঁাগৈ, আৰু খাগৰি এডোখৰ কাটি কলম এটা কৰঁাগৈ"। হৰি হৰি কপাল! চেনচচ পিয়ল কৰা বাবে দৰমহা যে নাপায়েই তাৰ উপৰিও এতিয়া মই ভোলাই শৰ্ম্মাৰ কপালত চুৱাচৰুৰ ছাই চুৰ লগাহে লিখন আছিল! কোনো ৰকমে ক ক ম ম চাইটা হৰফ লেখিবলৈ শিকিছিলোঁ, এতিয়া তাৰো ভিকাচম ভাগিৰ খুজিল দেখোন! চেনচচ পিয়ল নকৰিলেও হেনো চুপাৰভাইজৰে কিবা বোলে বিপট কৰিব। আৰু সেই বিপট কৰিলে হেনো ৰৰচাহাবে ধৰি নি ভোলাই শৰ্ম্মাক ৰৰঘৰত সুমাই থব। বিপদত মানুহৰ হেনো বুদ্ধি বাঢ়ে। মই মুৰটো আৰু মোৰ টিকনিকোছা খেপিয়াই ভাল উপায় এটা পালোঁ। মই চুৱা-চৰুৰ ছাইৰ সলনি বেৰৰ পূৰৈ-শাকৰ গুটিকে গুলি বাঁহৰ চুঙা এটাত ভৰাই খাগৰিৰ ভোটা কলম এটা কাটি লৈ কাষলতিৰ তলত বহি-খন লৈ মোৰ গাৱঁলৈ, শ্ৰীবিষ্ণু! কিবা হেনো ৱুকলৈ ওলালোঁ। দুখীয়াৰ দুখ আপদীয়াৰ আপদ কতো কোনোকালেই নখণ্ডে। যলৈকে যাওঁ তত্তে গাৱঁৰ লৰা বুঢ়া ডেকা জীয়ৰী বোৱাৰী গাভৰু এটাইবিলাকে বেঢ়ি বেঢ়ি সোধে "চৰকাৰৰ ঘৰে নো এইঃপিয়লখন কেলেই কৰাইছে হৌ।" মই যাকে যিহকে পালোঁ তাকে কৈ গা সাৰিছিলোঁ। লৰাবিলাকক কৈছিলোঁ, যিবিলাক লৰাই ভালকৈ নপঢ়ে বা গৰু নাচাৰে বা হাল কোৰ নাবায় সিহঁতক মহাৰাণীৰ ঘৰে ধৰি নি টপিনাত বেত মাৰিব। ডেকাবিলা-কক কৈছিলোঁ, কিজানি ডেকা কানীয়াবিলাকৰ ওপৰত চৰ্কাৰৰ ঘৰে টেক্ছকে বহুৱাব। বুঢ়াবিলাকক কৈছিলোঁ, চৰ্কাৰৰ ঘৰে চাৰ খুজিছে

কানি নেখালে নো মানুহ কিমান দিন জীয়ে আৰু খালে নো কিমান দিন জীয়ে। ছোৱালীহঁতক কৈছিলোঁ, যিবোৰ ছোৱালীয়ে ভালকৈ বন্‌থাৰী নিশিকে, খোদৰ-পছলা হৈ বহি থাবলৈ বিচাৰে, ভালকৈ বোৱা-কটা বন্ধা-বঢ়া নকৰে, সেইবোৰক আমাৰ পূজ্যপাদ মহাৰাণীয়ে হেনো ধৰাই নিব। ঘৰতে উঠি-থকা বিয়া নিদিয়া গাভৰুবিলাকক আৰু সিহঁতৰ মাক বাপেকক কৈছিলোঁ যে, যিবিলাক গাভৰুৱে শীঘ্ৰে বিয়া নোসোমায় সেইবিলাকক চৰ্কাৰৰ ঘৰে ধৰি ধৰি নি চিপাহীবিলাকক বিয়া দিব। মোৰ এইবিলাক কথাত কোনে কি কৈছিল, কোনে কি উত্তৰ দিছিল, মোৰ ভালকৈ মনত নাই। কিন্তু এটা মহৎ উপকাৰ হলে হৈছিল আৰু সেই উপকাৰত মই ভোলাই শৰ্ম্মাৰ এফেৰা লাভো হৈছিল। মই গাৱঁত, শ্ৰীবিষ্ণু! ব্ৰকত সোমাই মানুহ গণিবলৈ বা বহিত লেখিবলৈ ধৰা দিনৰেপৰা ভালেমান গাভৰুৰ, চিপাহীয়ে ধৰি নিয়া ভয়তে, বিয়া হবলৈ ধৰিলে আৰু মইও সেই প্ৰত্যেকখন বিয়ালৈকে নিমন্ত্ৰণ পাই পেট ভৰাই ভৰাই জলপান আৰু দক্ষিণা এগাল ভালকৈয়ে পাইছিলোঁ। আন বামুণক ভাকৰীয়া দক্ষিণা দিলেও মোক হলে এফেৰি বেছি বেছিকৈ দিছিল; আৰু ছোৱালীৰ মাকহঁতে মোক সিহঁতৰ ছোৱালীবিলাকক বহিত বিবাহিতা লেখিবলৈ তলে তলে খাটিছিল। মই এইদৰে নানান্ খেচালত সহিও অৱশেহত চেনচচ পিয়লৰ কাম আৰম্ভ কৰিলোঁ। ইঘৰ-সিঘৰকৈ ফুৰিবলৈ ধৰিলোঁ। এই কামটোতো এই আপদীয়াক আপদে নেৰিলে। প্ৰথমতে মানুহটো আৰু মানুহজনীয়ে প্ৰতি নাম লিখিব লগাত পাৰিলোঁ। কেৱে আচল নাম নকয়। কোনোৱে বা সোঁৱৰণীৰ নামটোকেহে কয়। কোনোৱে উপলুঙা নাম এটাকে কয়। গিৰিয়েকৰ নামটো ঘৈণীয়েকে নকয়, ঘৈণীয়েকৰ নামটো গিৰিয়েকে কব নোখোজে; কিয়নো, আমাৰ দেশত দস্তৰ আছে, গিৰিয়েকে ঘৈণীয়েকৰ, ঘৈণীয়েকে গিৰিয়েকৰ নাম কাঢ়িব নেপায়। কোনো ৰকমে দণ্ড-খৰিয়াল কৰি আক-তাক সুধি-পুছি নামবিলাক লেখিলোঁ। তাৰ পাছত এঘৰলৈ গলোঁ, তাত এটা তিনি মহীয়া কেচুৱা লৰা আছিল। আনবিলাকৰ দৰে তাৰো নাম ধাম সকলোবিলাক লেখিলোঁ। যেতিয়া তাৰ ব্যৱসায় অৰ্থাৎ সি কি কৰি খায় সুধিব লগাত পৰিলোঁ, তেতিয়া

তাৰ বাপেকে কলে "হেৰ বলিয়া ! সি নো কি কৰি খায় তাকো নেজান নে? তাকো আকৌ কব লাগে নে? সি মাকৰ পিয়াহ খায়।" মই এতিয়া এই কেচুৱা লৰাটোৰ ব্যৱসায় লেখিব লগায়া হোৱাত বিবুধিত পৰিলোঁ। কিনো লেখিম? সি লৰা মানুহ, হাল কোৰ মাৰিবও নোৱাৰে। নিয়মাবলী খনো ভালকৈ পঢ়ি চাই বুজি লবলৈকো আমাৰ বাপুৰ বিদ্যা ভথৈবচ। ভাবি চিন্তি লেখি থলোঁ,— "মাকৰ পিয়াহ খায়।" কোনোমতে এইবাৰ এই বিপদৰপৰা সাৰিলোঁ। আন এখৰলৈ গলোঁ; তাত দেখোঁ যে এজনী আগৈয়ে অমুক বাগিছাৰ অমুক চাহাবে ৰখা অসমীয়া মেম আছে। তাই চাহাবে দি থৈ যোৱা টকা-সিকা ভাঙি মাটি বৃত্তি চলাই খায়। তাইৰ নাম ধাম এইসোপা ঠিক-ঠাককৈ লেখিলোঁ; কিন্তু যেতিয়া তাইৰ জাতি আৰু ধৰ্ম্মৰ কথা সুধিলোঁ, তাই কলে তাইৰ জাত ছুটিয়া, ধৰ্ম্ম হিন্দু! সৰ্ব্বনাশ! চাহাবে ৰখা তিকতা যদি হিন্দু হৈয়ে থাকিব লাগিল তেন্তে আৰু এই সনাতন হিন্দুধৰ্ম্মৰ থাকিল কিটো? মই ভাবিচিন্তি তাইৰ ধৰ্ম্ম আৰু জাতিৰ ঘৰত তাই নজনাকৈ লেখি থলোঁ "অমুক বাগিছাৰ অমুক চাহাবে ৰখা মেম, জাতিভ্ৰষ্ট খৃষ্টিয়ান"। ইয়াৰ পাছৰ ঘৰত হে মোৰ আৰু বিলাই-বিপত্তিৰ ঠাই নোহোৱা হল। সেই ঘৰত এজনী বুঢ়ী মাকৰ লগত তিনিজনী দশ হৈ থকা অথচ আবিয়ৈ ছোৱালী পালোঁ। সিহঁতক এজনী এজনীকৈ এইবিলাক প্ৰশ্ন কৰিছিলোঁ।

(১)। তোৰ নাম কি? (২)। বাপেৰ নাম কি? (৩)। মাৰৰ নাম কি? (৪) তোৰ ধৰ্ম্ম কি? (৫) জাত কি? (৬) কত উপজিছিলি? (৭) কি কৰি খাৱ? (৮) বিয়া হৈছে নে? (৯ তোৰ হাহ কেইটা? (১০) পাৰ কেইটা? (১১) ছাগলী কেইজনী? (১২) কেইজনী খীবাৰ? (১৩) গৰু কেইটা? (১৪) সেই গৰুৰ ভিতৰত গাই কেইজনী? (১৫) হালোৱা কেইটা? (১৬) দমৰা কেইটা? (১৭) চেউৰী কেইজনী? (১৮) পোৱালি কেইটা? (১৯) তই তাত বৱ নে? (২০) সৰু সূতাৰ কাপোৰ বৱ পাৰ নে? (২১) ভালকৈ ফুল বাছিব জান নে? (২২) তোক টিকা দিছিল নে? (২৩) তোৰ আই ওলাইছিল নে? (২৪) তোৰ জ্বৰ হৈছিল নে? (২৫) মুৰৰ বিষ হৈছিল নে? (২৬) দাঁতৰ বিষ হৈছিল নে? (২৭) দাঁত সৰিছে নে?

সিহঁতে এইবিলাক প্ৰশ্নৰ উত্তৰ কোনো ৰকমে ধৈৰ্য্য ধৰি দিলে। শেহত আহিল সিহঁতৰ বয়স কি সুধিবৰ পাল। সিহঁত তিনিউজনীয়ে সিহঁতৰ বয়স লুকাই ডাকৰ ডাকৰ কৰি কলে। সিহঁতে কোৱামতে মোৰ বিশ্বাস নহল। ইফালে চুপাৰভাইজৰ ডাঙৰীয়াদেৱে কৈ পাঠাইছে, সকলো বিলাক কথা শুদ্ধকৈ লেখিবলৈ? কি কৰিম? ভাবি চিন্তি উপায় এটা পালোঁ। মোৰ ঘোৰা কিনা বেচা আৰু ঘোৰাত উঠা একেৰা অভ্যাস আছিল। মোৰ মনত পৰিল, ঘোৰাৰ বয়স দাঁত চাই স্থিৰ কৰে। তেন্তে মানুহৰ বয়স নো কেলেই দাঁত চাই থিৰ কৰিব নোৱাৰিম। এই ভাবি মই সিহঁতক সিহঁতৰ বয়স বুজিবলৈ মুখ-মেলি দাঁত কেইটা দেখুৱাবলৈ কলোঁ। কোৱা মাত্ৰকে সিহঁতৰ আগৰেপৰা উঠি থকা খণ্ডে মূৰৰ চুলি পালেগৈ। বুঢ়ীজনীয়ে খপহ কৰে কলে "হেৰ আইটীহঁত এই অহোবলিয়াটোক ভালকৈ এশিকনি দিওঁ, সোতাটো লৈ আহহঁক।" সোতাৰ নাম শুনিয়েই "ভয়ত ভগৱন্ত পলায়, কিলৈলৈ বাসুদেৱ ডৰাই" কৰি কিবা বোলে ঈশ্বৰক চিন্তি ভিৰাই ধৰি লৰ মাৰি হে ৰক্ষা পৰিলোঁ। সেইদেখিহে কওঁ ডাঙৰীয়াসকল! চেনচৰ মহৰি হোৱা কামটো বৰ টান।

শ্ৰীভোলাই শৰ্ম্মা।
১৮৯১ চনৰ চেনচৰ ইনিউমৰেটৰ।

---

# প্ৰাণৰ দৱাটি।

হাঁহি চায় কোনে! অই লাহৰী তৰাটি!
বুকুত খেলিছে আজি আনন্দৰ ঢৌ।
আহিব লাগিছে জোন, পালেহি নে নৌ?
ভুমুকি মাৰিছে হাঁহি প্ৰাণৰ দৰাটি।

শ্ৰীচন্দ্ৰকুমাৰ আগৰৱালা।

# বিলাতৰ কথা।

ডনেৰা (Dunera) জাহাজেদি বিলাতলৈ যোৱাৰ কথা কেতিয়াও নেপাহৰোঁ। ৩ চেপ্টেম্বৰ ১৮৯৫ চন মঙ্গলবাৰ আছিল। সোমবাৰে ৰাতি দুজন বন্ধুৰ লগত ঘৰৰ নিজৰ মানুহবোৰৰ বিদায় লৈ জাহাজত উঠিবলৈ গলোঁ। নিশা, জাহাজত চেইলৰ চুট পিন্ধা এজন আদহীয়া বয়সৰ "দাৰিৱালা" শকত বৃটিচ খালাচীয়ে আমাক ফিৰিকা দিয়া পুৱা আহিবলৈ কলে, জাহাজ গঙ্গাৰ জোৱাৰ ভাটাৰ গোলমালত নিশা যাব নোৱাৰিব দেখি। এনেবোৰ বৃটিচ খালাচী প্ৰায়ে—মোটা আদহীয়া "দাৰিৱালা" হয়—ইহঁতক quarter master (কোৱাৰটাৰ মাষ্টৰ) কয়। ইহঁত সাধাৰণ খালাচীতকৈ ওখ থাপৰ। সি বাক যি হওক—আমি আমাৰ বহা ভবানীপুৰৰ ১নং জেলিয়া পাড়া ৰোডলৈ আকৌ উভতি আহিলোঁ। সেই ৰাতি শুই থাকি পুৱা দহমান বজাত আকৌ জাহাজলৈ গলোঁ। এইবাৰ জাহাজ মানুহেৰে ভৰা, জাহাজৰ বিষয়াসকল আৰু চাকৰ-নাকৰ ইত্যাদি ৰব ব্যস্ত, যাত্ৰীসকলে বন্ধু বান্ধৱবৰপৰা বিদায় লোৱা, কোনোৱে কন্দা কোনোৱে চকু মোহৰা ইত্যাদি বিদায়ৰ লগৰীয়াবোৰ দেখিলোঁ। আমাৰ লগত যি দুজন বন্ধু গৈছিল তেওঁলোকৰপৰা আমি বিদায় ললোঁ। আন চাৰিজন ভাৰতবৰ্ষীয় লৰাৰ বন্ধু বান্ধৱেও তেওঁলোকৰ বন্ধুৰপৰা বিদায় ললে। জাহাজ এঘমান বজাত এৰিলে। নিজৰ মাতৃভূমি এৰি অচিনাকী ঠাইলৈ যাবলৈ আৰম্ভ কৰিলোঁ। সেই দিনা ৪ মান বজাত গৈ বোটানিকেল গাৰ্ডেনৰ কিছু দক্ষিণে জাহাজ লঙ্গৰ পেলালে। ৰাতি তাতে থাকিলোঁ। ঘৰৰ ইমান ওচৰত লঙ্গৰ পোলোৱাত আমাৰ বেয়া লাগিল। দূৰ দেশলৈ যেতিয়া যাবলৈ ওলাইছোঁৱেই অলপ দূৰৈত গৈ লঙ্গৰ পেলা,—ইমান ওচৰত অথচ কিমান দূৰৈত! সেইখিনি সময়ত আন চাৰিজন ভাৰতবৰ্ষীয় সহযাত্ৰীৰে সৈতে চিনাকী হৈ ললোঁ।—তাৰে ভিতৰত এজনক এই বিলাত যাত্ৰা সম্বন্ধেই দুদিন এদিন দেখা কৰিছিলোঁও। শ্ৰীযুত যোগেন পালৰ ককায়েক এজন মাদ্ৰাজলৈকে তেওঁৰ লগত গৈছিল। আমি ছয়োজনে অলপ অলপ কথা পাতিবলৈ আৰম্ভ কৰিলোঁ;—

আমি ইয়াৰ পূৰ্ব্বে এবাৰ সমুদ্ৰ-যাত্ৰা কৰিছিলোঁ। কলিকতাৰপৰা বোম্বাইলৈ এই যাত্ৰাত এমাহ লাগিছিল; কিয়নো, ভাৰতবৰ্ষীয় পূৰ্ব্ব আৰু পশ্চিম সমুদ্ৰতীৰৰ প্ৰায় প্ৰত্যেক ঠাইতে আৰু লঙ্কাৰ তিনিখন ঠাইত জাহাজ ৰৈছিল, সেইগুণে এমাহ লাগিছিল; সেইদেখি এইবাৰ আন আন সহ-যাত্ৰীক অলপ যেন অহঙ্কাৰেৰে সৈতে এই বিষয় জনালোঁ। তাৰ পাছ দিনা আমি পুৱা উঠি দেখিলোঁ জাহাজ সশব্দে গম্ভীৰভাৱে পানী ঠেলি নিজৰ বাট কৰি সমুদ্ৰৰ পিনে ছুটিব লাগিছে। গঙ্গা লাহে লাহে বহল হৈ আহিবলৈ ধৰিছে, পাৰ দেখা নেযায় নেযায় হৈছে। অলপ পৰৰ পাছত যিখিনি পাৰ দেখা গৈছিল তাকো নেদেখা হ'ল। অপাৰ সমুদ্ৰ। আমাৰ নিজৰ ডেক-মাচিয়াত বহি থাকোঁতে দেখিলোঁ যে জাহাজখন দুলিছে, ওপৰ তল কৰিছে, অলপ see-sawৰ (চি চ) দৰে দুলিছে। গাটো কিবা একৰকম কৰিবলৈ ধৰিলে। তাৰ অলপ আগেয়েই সুন্দৰৰূপে পেটপূজা কৰি আহিছিলোঁ। গাটো কেনেবা-কেনেবা কৰিবলৈ ধৰিলে। সেইদেখি তললৈ গৈ মুখ-হাত ধোৱা ঠাইত (Lavatory লেভেটৰি) অলপ বতিয়ালোঁ। তাৰ পাছত ভালকৈয়ে বাতি আহিবলৈ ধৰিলে। শেহত ওপৰৰ ডেকলৈ আহি সগৰ্ব্বে আকৌ ডেক-মাচিয়াত বহিলোঁ গৈ। কিন্তু গৰ্ব্ব বেচি পৰ নেথাকিল। আন আন সহযাত্ৰীৰো মুখত প্ৰায় আমাৰ দৰেই কেনেবা-কেনেবি ভাব দেখিলোঁ। জাহাজ বৰকৈ দোলা হেন লগাত পাটীত গৈ শুলোঁ;—আকৌ কেবাৰমান বতিয়াইছিলোঁ অৱশ্যে। এইয়া গল sea-sicknessৰ অৰ্থাৎ সামুদ্ৰিক নৰীয়াৰ পাল। মাদ্ৰাজলৈকে আমাৰ শৰীৰ ভাল নাছিল,—জ্বৰ আৰু গাত থহ হৈ কষ্ট পাইছিলোঁ। জাহাজত ডাক্তৰখানা আছে, সেইদেখি নৰীয়া হোৱাৰ অসুবিধা এৰি আন একো অসুবিধা আমাৰ হোৱা নাছিল। আপোনাৰ পাঠক পাঠিকা সকলক কওঁ যে সামুদ্ৰিক নৰীয়া হলে জ্বৰ থহ নহয়—আমাৰ শৰীৰৰ দোষৰ গুণেই এই জ্বৰ থহ হৈছিল, সমুদ্ৰৰ দোষ নহয়। সমুদ্ৰৰ দোষ বাতি হোৱা, মূৰ ঘূৰোৱা, মন কেনেবা-কেনেবি কৰা, বন্ধু বান্ধৱৰ লগত কথা কবলৈ মন নোযোৱা, ইত্যাদি। এই সামুদ্ৰিক নৰীয়া দু দিন তিন দিনৰ বেছি নেথাকে।

মাদ্ৰাচত প্ৰথম জাহাজ ৰল। এই মাদ্ৰাচ বন্দৰত জাহাজ ৰভ লাগে সেই ডোখৰ সমুদ্ৰ বৰ উত্ৰাৱল ("rough"), নাৱৰিয়াবোৰে ভয়ৰ (dangerous) ঠাই বুলি কয়। সেইদেখি "পাইলট" আহি জাহাজত উঠি জাহাজক সমুদ্ৰৰপৰা বন্দৰলৈ লৈ যায়। "পাইলট" বোলাত আমাৰ জাহাজৰ আৰিকাটিকে বুজক, বিভিন্ন মাথোন এই, পাইলটবোৰ শিক্ষিত আৰু ইউৰোপীয়; সেইদেখি সিহঁতৰ দৰমহাও বেছি। কলিকতাৰপৰাও জাহাজ পাইলটে লৈ যায়—গঙ্গা এৰি সমুদ্ৰৰ মুখৰ ওচৰত জাহাজক নিৰাপদে লৈ গৈ নামি যায়। এই পাইলটৰ হাতত বহুতে চিঠি দিয়ে, সি কলিকতালৈ আহি ডাকত দিয়েহি। এতিয়া আমাক মাদ্ৰাচ বন্দৰলৈ পাইলটে লৈ গল। মাদ্ৰাচ চাবলগীয়া ঠাই। ভালৈ আজিকালি অন্নপ্ৰো ৰেলেৰে যাব পাৰি, তেতিয়া ৰেল নাছিল। জাহাজৰপৰা মাদ্ৰাচৰ হাইকোৰ্ট বৰ সুন্দৰ দেখি। ওপৰৰ "ডোম" বোৰ (dome) সোণ বৰণীয়া; এই হাইকোৰ্টেই জাহাজৰপৰা আটাইৰে চকুত পৰে। ইয়াৰ পূৰ্ব্বে মাদ্ৰাচত জাহাজৰপৰা নামি এৰাতি আছিলোঁ। এইবাৰ আন আন বন্ধুসকলৰ লগত, গা ৰেয়া থকাৰ নিমিত্তে, চহৰ চাবলৈ নামিব নোৱাৰাত অলপ দুখিত হৈছিলোঁ,। মাদ্ৰাচৰ বৰ্ণনা দি এই চিঠি নবঢ়াওঁ। যিবাৰ মাদ্ৰাচত নামিছিলোঁ সি বহুত দিনৰ আগৰ কথা। ১৮৯৫ চনৰ জানুৱাৰী মাহ। সেই কথা এতিয়া ভালকৈ মনত নাই। সেইবাৰ গৈ মাদ্ৰাচৰ ব্ৰাহ্ম-সমাজৰ মানুহৰ লগতেই বেছি ভাগ দেখা কৰিছিলোঁ;—তেওঁলোক বৰ ভদ্ৰ, আৰু তেওঁলোকে ইংৰাজী কোৱাত মনত হয় যেন সংস্কৃত হে কৈছে। ইংৰাজী কোৱাত তেওঁলোক বৰ পাৰ্গত, বৰ খৰকৈ ইংৰাজী কয়। তাৰ গাৰোৱান, চাকৰ-বাকৰবোৰেও ইংৰাজী কয়—অৱশ্যে (broken English) শুদ্ধ ব্যাকৰণ নিৰ্দ্দোষ ইংৰাজী নহয়। তথাপি আমি বঙ্গ আৰু আসাম দেশৰপৰা গৈ তেনেবোৰ মানুহে ইংৰাজী কোৱা দেখি অলপ আচৰিত হেন পাওঁ। ই এটা শিক্ষাও। এইবোৰ শ্ৰেণীৰ মানুহে ইংৰাজী কোৱাৰ মানে বোধকৰোঁ বৃটিচসকলে হিন্দুস্থানী কৰলৈ যিমান সহজ পায় আৰু যিমান শিকিব পাৰে বা লাগে, তেনেও কি তামিল তেনে নেপায়; সেইদেখি মহম্মদৰ ওচৰলৈ পৰ্ব্বত নাহে দেখি মহম্মদ পৰ্ব্বতৰ ওচৰলৈ যাবৰ উদাহৰণৰ বশৱৰ্ত্তী হৈ সিহঁতেই বাধ্য হৈ দুখীয়াৰ দুখী অৱস্থাৰে ইংৰাজী শিকে আৰু

কয়। অথবা আৰু এটি কাৰণো মনত হয় যে খৃষ্টীয় মিচনেৰীসকলে মাদ্ৰাচত যিমান শিচ পাইছে আন ঠাইত সিমান শিচ পোৱা নাই ; বহুত দিনৰেপৰা খৃষ্টধৰ্ম্মৰ বস আস্বাদন কৰাও সিইঁতৰ ইংৰাজী শিকাৰ আৰু কোৱাৰ কাৰণ হব পাৰে। আৰু মাদ্ৰাজত ইংৰাজৰ বসতি বহু কালৰ আগৰপৰা। সি যাক যি হওক; মাদ্ৰাজী গাৰোৱান্দ, চাকৰ-বাকৰ আৰু সেই শ্ৰেণীৰ মানুহে কলিকতা কি বোম্বাইৰ সেই শ্ৰেণীৰ মানুহতকৈ ইংৰাজী বেছি কয়। মাদ্ৰাজ চহৰৰ এডোখৰ ঠাইক যি ডোখৰত দেশী মানুহ সৰহ ভাগ থাকে Black Town (কলা চহৰ) কয় শুনাত আমি বৰ দুখিত হলোঁ। Black আৰু White কথা দুটা বহুতো গোলমালৰ মূল।

আমাৰ জাহাজে মাদ্ৰাচ প্ৰায় পিছ দিনা এৰিলে। ইয়াত বহুত নতুন মানুহ জাহাজত উঠিল আৰু কিছু নামিল। যোগেন পালৰ ককায়েকো ইয়াতে নামিল। আমি এতিয়া পাঁচজন হলোঁ। আমি বেলেগ বেলেগ কেবিনত আছিলোঁ; Steward ষ্টুয়াৰ্ডক কৈ আমি পাচোঁজন একেটা কেবিনলৈ আহিলোঁ। সৌভাগ্যবশতঃ সাতখন বিছানা থকা এটা কেবিন সেই জাহাজত আছিল, প্ৰায়ে জাহাজত ইমান ডাঙৰ কেবিন নাথাকে। আমি পাঁচজন একেলগ হব পৰাত বৰ বং পালোঁ।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য-সভা।

( ৩ )

গৌৰীপুৰীয়া সভাৰ সভাপতি পদ্মবাবুৱে কয়,—“আসামবাসী অনেকেৰ ইচ্ছা গোয়ালাপাড়া জেলায় অসমীয় ভাষা প্ৰবৰ্ত্তিত হয়। তাঁহাদেৰ প্ৰধানতঃ এই মত যে, (১) গোয়ালপাড়াৰ অধিকাংশ লোক অসমীয় ভাষাই ব্যবহাৰ কৰে ; (২( এই জেলাৰ লোক প্ৰায়শঃ মহাপুৰুষীয়া, অতএব অসমীয় ভাষা না শিখিলে ধৰ্ম্মপ্ৰবৰ্ত্তক শঙ্কৰদেৱ প্ৰভৃতিৰ গ্ৰন্থ

পাঠেৰ অসুবিধা হইবে। তাঁহাদেৰ এই হেতুদ্বয়েৰ প্ৰথমটি সেন্‌সাস্ টেবেল্ দ্বাৰা সমৰ্থিত হয় না। ১৯০১ সালেৰ সেন্‌সাসে গোয়ালপাড়াৰ ১০,০০০ জন মধ্যে ৬,৯২৬ জন বঙ্গভাষা, ২,০৪৬ জন মাত্ৰ অসমীয় ভাষা, ২৭৯ জন হিন্দিভাষা এবং অবশিষ্ট কাছাড়ী গাৰো ৰাভা ইত্যাদিৰ ভাষা বলে। দ্বিতীয় হেতুবাদ সম্বন্ধে এই বলিতে পাৰি যে, শঙ্কৰদেবাদি ৰচিত ঘোষা প্ৰভৃতি পড়িয়া বুঝিবাৰ নিমিত্ত অসমীয় ভাষাৰ প্ৰবৰ্ত্তন অনাবশ্যক।.........বাঙ্গালা লেখাপড়া জানিলেই উহা অনায়াসে বোধগম্য হইয়া থাকে। অপিচ যখন প্ৰথম আসামীভাষা কামৰূপ জেলায় প্ৰবৰ্ত্তিত হয়, তখন ঐ জেলাৰ বহুসংখ্যক লোক উহাতে আপত্তি কৰিয়াছিল।.........কামৰূপেৰ সাধাৰণ লোক অনেকে আজিও কাশীৰাম দাসেৰ মহাভাৰত ও কৃত্তিবাসেৰ ৰামায়ণ পড়িয়া থাকে!”

বিদ্যাবিনোদ মহাশয়ৰ এই কথাৰ সম্পৰ্কে প্ৰথমতে আমি কওঁ যে গুৱালপাৰৰ লোকসংখ্যা ১০,০০০ জনৰ ভিতৰত ৬৯২৬ জনে বঙ্গভাষা কোৱা সম্পৰ্কে আমাৰ সন্দেহ আছে। কেনেকৈ কওঁ,—গুৱালপাৰৰ অসমীয়া ভাষাটো বঙ্গলাভাষাৰে কিছুদূৰ মিহলি। দাতি-কাষৰীয়া ঠাইত যেনে হয় ঠিক তেনেকুৱাই তাত হৈছে। গুৱালপাৰ জিলা ভালেমান দিন বঙ্গদেশৰ নবাবৰৰ তলতীয়া হৈ থকাত, আৰু বঙ্গদেশীয়সকলে তাত চাকৰি ব্যৱসায় আদি কৰিবলৈ আহি থকা বাবে তাৰ ভাষাত বঙ্গলাভাষাৰ সৰহকৈ সোমাই পৰিছে ; কিন্তু আচলতে সি অসমীয়া ভাষা,—অৱশ্যে অলপমান বিকৃত। গুৱালপাৰত বঙ্গালী মানুহৰ প্ৰভাৱ অলপ বেছি দেখি তাৰ অধিবাসী অসমীয়াবিলাকে “ফেস্যন”ৰ বশবৰ্ত্তী হৈ নিজৰ অসমীয়া মাতৃভাষাটো সংকোচ কৰি ঢাকি থৈ বঙ্গলাভাষাভাষী বুলি নিজক চিনাকি দিয়াটো অনেক সময়ত দেখা যায়। আৰু তাক মানুহক দেখা-দেখি তলৰ শ্ৰেণীৰ অনেকেও সেই “ফেস্যনতে” চলিছে। গুৱালপাৰৰ তলৰ শ্ৰেণীৰ অনেক মানুহে বাস্তবিক পক্ষত ভালকৈ নাজানেই যে তেওঁলোকৰ মাতৃভাষাটো অসমীয়া নে বঙ্গালী। সেই ঠাই নিবাসী বঙ্গালী বাবুসকলে সেই ভাষাক বঙ্গলা বুলি কৈছে, আৰু বঙ্গালীৰ “ফেস্যনত” চলা অসমীয়া কোনো

কোনো ভালমানুহেও সেই কথাকে সমৰ্থন কৰা দেখি তেওঁলোকৰ এটা অন্ধবিশ্বাস আৰু (self-deception) আত্মপ্ৰতাৰণা হৈ গৈছে যে তেওঁলোকৰ ভাষাটো বঙ্গলা। এনেকুৱা কাৰণৰ নিমিত্তে হে সৰহভাগ গুৱালপৰীয়াই নিজৰ মাতৃভাষা বঙ্গলা বুলি চেন্‌চচত লেখাই দিছে বুলি আমাৰ ধাৰণা। যি যি কাৰণৰ বাবে ৰংপুৰ দিনাজপুৰৰ বিকৃত অসমীয়া ভাষা বঙ্গলা-ভাষাৰ পেটত সোমাল, তেনেকুৱা কোনো কোনো কাৰণৰ নিমিত্তেই গুৱালপৰীয়া মাত বঙ্গলাভাষাৰ গৰাহৰ ফালে ঢাল লোৱা বিপদত পৰিছে। শিক্ষাৰ লগে লগে গুৱালপৰীয়া অসমীয়াসকলৰ যেতিয়া আত্মসম্মান বাঢ়ি আহিব, (অনেক শিক্ষিত গুৱালপৰীয়াৰ বাঢ়িছেও) তেতিয়া তেওঁলোক নিজৰ মাতৃৰ কোলালৈ নিশ্চয় লৰি আহিব, আৰু তেতিয়া তেওঁলোকে মাতৃভাষা কৈ মাতৃভাষা আলচ কৰি নিজক গৌৰৱান্বিত বিবেচনা কৰিব। আমি ভবিষ্যৎবাণী কৰিব পাৰোঁ,—আমাৰ বঙ্গালী বন্ধু-সকল কিছুদিনৰ মূৰত গুৱালপাৰৰ বিষয়তো নিৰাশ হব। "দ্বিতীয় হেতুবাদ সম্বন্ধে" যদি বিদ্যাবিনোদে ইয়াকে কব পাৰে "যে শঙ্কৰদেবাদি ৰচিত ঘোষা প্ৰভৃতি পড়িয়া বুঝিবাৰ নিমিত্ত অসমীয় ভাষাৰ প্ৰবৰ্ত্তন অনাবশ্যক ; বাঙ্গলা লেখাপড়া জানিলেই উহা অনায়াসে বোধগম্য হইয়া থাকে ;" আৰু "কামৰূপেৰ সাধাৰণ লোকে অনেকে আজিও কাশীৰাম দাসেৰ মহাভাৰত ও কৃত্তিবাসেৰ ৰামায়ণ পড়িয়া থাকে ;" তেনেহলে গুৱাল-পাৰত বঙ্গলাভাষা চলোৱাটোও উচিত নহয় ; কাৰণ অসমীয়া ভাষা চলা কামৰূপত যেনেকৈ বঙ্গলা নপঢ়িও বুজিব পাৰি, বঙ্গলা চলা গুৱাল-পাৰত তেনেকৈ অসমীয়া নপঢ়িও বুজিব পাৰি। এইটো ক্ষেত্ৰতত্বৰ সাধাৰণ নিয়ম। কিন্তু ইয়াৰ ভিতৰতে এটা কথা আছে ; যদি সংস্কৃতমূলক কোনো ভাষাৰ ধৰ্ম্মসম্বন্ধীয় পুৰণি পুথি সংস্কৃতমূলক আন ভাষা-ভাষীসকলে বুজিব পাৰে, তেন্তে যে সেই দুই ভাষা একে হল এনেটো সিদ্ধান্তলৈ যাবলৈ আমি টান পাওঁ। তুলসীদাসৰ হিন্দী কোন বঙ্গালীয়ে বুজিব নোৱাৰে ? তেনেহলে হিন্দী আৰু বঙ্গলাভাষা একে বোলা ; আৰু হিন্দী-ভাষাৰ ঠাইত হিন্দী নচলি বঙ্গলা চলিলেই হল বোলোঁ।

"সুখমে বাজ পড়ু,
দুঃখমে বলিহাৰী যাই।
আয়স্যা দুঃখ আওয়ে
যো ঘড়ি ঘড়ি হৰি নাম সোঁৱাই।"

উদাহৰণ স্বৰূপে তুলসীদাসৰপৰা দিয়া এই কেইফাকি বঙ্গদেশৰ কোন বঙ্গালীয়ে সুবুজিব কোৱাঁচোন? যদি বুজে, তেন্তে বঙ্গদেশত বঙ্গলা নচলি হিন্দী চলিলেই দেখোন হয়? বিদ্যাবিনোদ মহাশয়ে কি বোলে?

"অপিচ যখন প্রথম আসামীভাষা কামৰূপ জেলায় প্রবর্ত্তিত হয়, তখন ঐ জেলাৰ বহুসংখ্যক লোক উহাতে আপত্তি কৰিয়াছিল।" যেনেকৈ ভাৰতবৰ্ষত "লকেল্ চেল্ফ্ গৱৰ্ণমেণ্ট" চলাবলৈ প্ৰস্তাৱ হওঁতে, আৰু বৰলাট আৰু সৰুলাটৰ সভাত প্ৰজাৰ দ্বাৰাই নিৰ্ব্বাচিত প্ৰতিনিধিৰ ক্ষমতা দিবৰ সময়ত কোনো কোনো সম্প্ৰদায়ৰ বৰমূৰীয়া মুখ্য মানুহে কোনো শ্ৰেণীৰ অতিচাৰ মন্তাৱলম্বীসকলৰ উচটনিত তাৰ বিৰুদ্ধে কৈছিল, লেখিছিল, আৰু লাটচাহাবৰ ওচৰত দৰখাস্ত দিছিল, কিন্তু সেই আপত্তি অগ্ৰাহ্য হৈ যেতিয়া সেই অধিকাৰ প্ৰজাক দিয়া হল তেতিয়া আগেয়ে আপত্তি কৰোঁতাসকলে আনৰ আগেয়ে লৰি নিৰ্ব্বাচিত হবলৈ ওলাল, আৰু সেই অধিকাৰৰ অৰ্থে খোৱা-কামোৰা লগাই দি "খকুৱা পাত কাটিবলৈ গল, নিখকুৱাই মাটিতে কামুৰিলে" কৰিলে। কামৰূপতো সেইদৰে অসমীয়াভাষা বিৰোধী বঙ্গালীৰ উচটনিত "বহুসংখ্যক লোকে" অসমীয়া ভাষা কামৰূপত চলাবলৈ কৰা প্ৰস্তাৱত আপত্তি কৰাটোত আশ্চৰ্য্য কি? । গুৱালপাৰতো এতিয়া সেয়েই হৈছে। কামৰূপত যেনেকৈ এতিয়া তেনে ভাবৰ মানুহ নাইকিয়া হল, আত্মসন্মান বুজা আৰু থকা মানুহে যেনেকৈ সেই শ্ৰেণীৰ মানুহৰ ঠাই ললে. গুৱালপাৰতো কিছুদিনৰ পিছত সেয়ে হব। কলিকতাৰ বটতলাৰ ছাপাখানাৰ কৃপাত কাশীদাস কৃত্তিবাস সস্তা হোৱা বাবে হে আসামত সেই পুথিৰ ইমান প্ৰচাৰ বাঢ়িছিল, বঙ্গলা আৰু অসমীয়া ভাষা একে হোৱাৰ সি প্ৰমাণ নহয়। অসমীয়া ৰামায়ণ মহাভাৰত ছাপা হৈ নোলোৱা বাবে আৰু সাচীপতীয়া পুথি দুষ্প্ৰাপ্য আৰু মৰপ হোৱা বাবে হে কাশীদাসৰ মহাভাৰত আৰু

কৃত্তিবাসৰ ৰামায়ণে আসামত টিৰিলঘিলাবলৈ পাইছিল। সস্তা ছাপা-খানাৰ সহায়ত কেনেকৈ অতি অলপ কালৰ ভিতৰতে পুথি কিতাপ প্ৰচাৰিত হৈ পৰে, সেইটোও কাৰবাক বুজাই দিব লাগিব নে? বট-তলাৰ ৰামায়ণৰ দৰে যদি তুলসীদাসৰ ৰামায়ণ সেই সময়ত বঙ্গলা আখৰেৰে ছাপা হৈ খনে আধলি, তিনিসিকি বেচত বিক্ৰি হলহেঁতেন আৰু সেই কিতাপৰ "চালান' যদি আসামলৈ গলহেঁতেন, তেন্তে সিও আসামৰ ঘৰে ঘৰে সোমাই কৃত্তিবাসলৈ যে বাট মাৰি থৈ দিলেহেঁতেন সেইটো নিশ্চয়। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সময়ত তেওঁলোকৰ ৰচনাইদি আসামত হিন্দীভাষা আৰু ব্ৰজবুলি ভাষাৰ শবদ বিস্তৰ সোমাই-ছিল; সেইদেখি তুলসীদাসৰ ৰামায়ণ, কৃত্তিবাসৰ ৰামায়ণ আৰু কাশী-দাসৰ মহাভাৰতৰ দৰে আসামত চলাৰ বাটত বেছি জেঙা নাছিলেই।

"বঙ্গভাষা পূৰ্ব্বে আসামেৰ পাৰ্ব্বত্য জাতি সমূহেৰ মধ্যেও প্ৰচলিত ছিল; কাছাড়েৰ পাৰ্ব্বত্য প্ৰদেশে, গাৰোপাহাড়ে, মণিপুৰে, ও লুসাই পাহাড়ে বঙ্গভাষাই চলিত।" "পূৰ্ব্বে" শব্দটোৰ মানে কি? কেতিয়া? আসামত বঙ্গলা ভাষা বলেৰে চলোৱাদি সেইবোৰ ঠাইত চলোৱা বাবেই ধৰ্ম্মতঃ তাত বঙ্গলা ভাষা চলিবৰ অধিকাৰ "বাহাল" হল নে কি? মণি-পুৰীয়াৰ, গাৰোৰ, লুচাইৰ মাতৃভাষা বঙ্গভাষা নে কি? সঁচাসঁচিকৈ আমি বঙ্গভাষাৰ এই নতুন "স্যাৰ নাইট" সকলৰ গঢ়-গতি দেখি আচৰিত মানিছোঁ। এনে বিধৰ কথাৰ উত্তৰ নাই।

সভাপতি বিদ্যাবিনোদৰ অভিভাষণৰপৰা আৰু এডোখৰ তুলি দিওঁ;—"আসামে বঙ্গভাষা প্ৰচলিত না হওয়াতে আসামে আৰও একটি গুৰুতৰ ক্ষতিৰ কাৰণ ঘটিয়াছে। বঙ্গভাষাৰ সহিত অসমীয় ভাষা মিশ্ৰিত হইয়া গেলে আসামেৰ প্ৰাচীন সাহিত্য গুলি বঙ্গভাষাৰ সম্পত্তি ৰূপে পৰিগণিত হইত এবং আসামেৰ যে সকল হস্তলিখিত বুৰঞ্জী কি অন্যান্য পুথি আছে, তাহাও নিজেৰ সম্পত্তি ভাবিয়া বঙ্গীয় সাহিত্যিকগণ কৰ্ত্তৃক অন্বেষিত, আবিষ্কৃত, আলোচিত ও প্ৰকাশিত হইত—যেমন বঙ্গীয় সাহিত্য-পৰিষৎ কৰ্ত্তৃক নানা স্থানেৰ পুথি গুলিৰ উদ্ধাৰ হইতেছে। এখন অসমীয় ভাষাকে স্বতন্ত্ৰ মনে কৰিয়া তাহাৰা ইহাৰ দিকে আৰ দৃক্‌পাতও কৰিবেন না। আসাম প্ৰদেশে

অসমীয়াগণেৰ মধ্যে অদ্য পর্য্যন্তও এই সকল বিষয়ে স্বাধীনভাবে অনুসন্ধানাদি কৰিবাৰ কোনও আয়োজন হইতেছে না—সম্ভব হইবাৰ কোনও চিহ্ন দেখা যায় না।

এইটো আকৌ ওপৰত কৈ অহা সেই মিলাৰামৰ "উপৰি পুৰুষ মহাত্মা চুৰাৰামৰ" যুক্তি। লোকৰ বস্তু আলৈআথানি হৈ নষ্ট হৈ যোৱাৰ ভয়ত তাক নিজৰ কৰি নিজৰ তত্বাৱধানলৈ অনা যুক্তি! তুমি তোমাৰ নই-বস্ত ভালকৈ যতন কৰি সামৰি থোৱা নাই বা থব নাজানা, এতেকে তুমি আঁতৰঁা, আমি সেই বস্তুবোৰ আমাৰ নিজা সম্পত্তি কৰি আমাৰ ভঁৰালত থৈ তাৰ তত্বাৱধান কৰি থাকিম। তুমি দেখা নাই নে, এই কার্য্যৰ দ্বাৰাই তোমাৰ কিমান উপকাৰ হব?" য়ুৰোপীয়সকলে যে ভাৰতৰ সাহিত্য বুৰঞ্জী বিজ্ঞান দর্শন আদিৰ চর্চ্চা কৰি সেই বিষয়ৰ পুৰণি পুথিবোৰৰ টীকা কৰি পাঠোদ্ধাৰ কৰি ছপাই ৰক্ষা কৰিব লাগিছে, তাৰ বাবে তেওঁলোকে সেই সেই পুথি ৰচিত হোৱা ভাৰতীয় ভাষাবোৰ নিজৰ য়ুৰোপীয় ভাষাৰ ভিতৰত সুমাবলৈ দাবি কৰা নাই কিয় কব নোৱাৰোঁ। তেওঁলোকে সেইমতে কার্য্য কৰিব কিজানি! পৰৰ পুথি পৰৰ ভাষা নিজৰ কৰিবলৈ উলিয়া এই নতুন "বঙ্গীয়-সাহিত্যিক" যুক্তি দেখি আমি সঁচাকৈয়ে আচৰিত মানিছোঁ। এটা কথা এই খিনিতে কওঁ,—যে বঙ্গীয় সাহিত্যিকসকলৰ দ্বাৰাই আমাৰ বুৰঞ্জী আৰু আন আন হাতে লেখা পুথিবোৰ সম্প্ৰতি "অন্বেষিত আবিষ্কৃত আলোচিত আৰু প্ৰকাশিত" নহলেই মঙ্গল, কাৰণ তেওঁলোকৰ frame of mind অর্থাৎ মনৰ গঢ় গতি আৰু কল্পনাৰ কোব সম্প্ৰতি যেনে দেখা গৈছে, কিছুকাল আমাৰ পুথিবোৰ তেওঁলোকে অন্বেষণ আক্ৰমণ আবিষ্কাৰ পৰিহাৰ গবেষণা আৰু আলোচনা নকৰি ক্ষান্ত থাকিলেই দুই পক্ষৰ উপকাৰ। অনন্ত কন্দলিৰ ৰামায়ণ, ডাকৰ বচন (যাৰ বিষয়ে আমি পিছত কম) পুথিৰ অন্বেষণ আবিষ্কাৰ কৰি তেওঁলোকে আমাক যি নমুনা দেখুৱাইছে, তাক দেখি অসমীয়া ভাষা আৰু সাহিত্যাই ইংৰাজীতে এই কাকি বিভিয়াই কোৱা আমাৰ কাণত পৰিছে "Save me oh! save me from these candid friends!"

পদ্মনাথ বাবুয়ে কৈছে,—"অসমীয়া ভাষা বঙ্গভাষা হইতে বিচ্ছিন্ন কৰিবাৰ একটা ফল এই হইয়াছে যে, অসমীয়া গ্রন্থকাৰ মহাশয়েৰা তাহাদেৰ ভাষাকে বঙ্গভাষা হইতে স্বতন্ত্ৰ দেখাইবাৰ নিমিত্তই বোধ হয় যতদূৰ পাৰেন সাহিত্যে দেশজ কথাৰ অৱতাৰণা কৰিয়াছেন এবং কৰিতেছেন। অসমীয় প্ৰাচীন ভাষা এৰূপ ছিলনা। সাহিত্যেৰ ভাষা লৌকিক ভাষানুযায়ী হইলে অনবৰত এবং অতি শীঘ্ৰ শীঘ্ৰ উহা পৰিবৰ্ত্তনশীল হইয়া পড়ে তন্নিমিত্ত স্থায় সাহিত্যেৰ সৃষ্টি হওয়াৰ পক্ষে অন্তৰায় ঘটে। গভীৰ জ্ঞানগৰ্ভ প্ৰবন্ধাদি এইৰূপ ভাষায় লিখিত হওয়া অনেক সময় প্ৰায় অসম্ভব হইয়া পড়ে।"

কোৱা বাহুল্য যে বিদ্যাবিনোদৰ এই মতেৰে সৈতে আমাৰ মত সমূলি নিমিলে। তেওঁ যি যুক্তি দেখুৱাই লেখা ভাষাৰপৰা কোৱা ভাষা সুকীয়া কৰিবলৈ কৈছে, সেই যুক্তি অতি পুৰণি, অতি জুকলা। অনেকে এই যুক্তি খণ্ডন কৰিছে, আৰু আজিকালিৰ পৃথিবীৰ সকলো ভাষাৰ সাহিত্যৰ ঢাল লিখিত আৰু কথিত ভাষাক যতদূৰ পাৰি একে কৰাৰ ফালে। আন কি, অনেক ডাঙৰ বঙ্গালী লেখকৰো সেই মত। "ৰাম ৰাজপদে প্ৰতিষ্ঠিত হইয়া অপত্য-নির্ব্বিশেষে প্ৰজাপালন"ৰ নিচিনা তিনি পোৱা সংস্কৃত পানী আৰু এপোৱা কথিত ভাষাৰ গাখীৰ বঙ্গলা সাহিত্য বজাৰৰপৰা আজিকালি প্ৰায় নাইকিয়া হৈছে। এই বিষয়ে আগেয়ে আমি অনেকবাৰ অনেক কথা কৈছোঁ, বিশেষ দৰকাৰ হলে পিছত আৰু অনেক কবলৈ আছে; এই প্ৰবন্ধত সেইবোৰ কবলৈ গলে প্ৰবন্ধ বৰকৈ বাঢ়ি যাব। মুঠতে ইয়াকে কওঁ, যে বঙ্গালী লেখকসকলৰ ভুল বাট অসমীয়া লেখকসকলে নধৰে। জীয়া ভাষাটো জীয়া পদাৰ্থ, মৰা শ বা জকা নহয়। জীয়া বস্তুৱেই পৰিবৰ্ত্তনশীল হয়। ভাষাক অপৰিবৰ্ত্তনশীল কৰিলে সি মৰি জকা হব। পৃথিবীত যিবোৰ জীয়া ভাষা আছে, সেইবোৰৰ সবহ নেলাগে দেৰ-কুৰি বছৰ কালৰ ভিতৰতে হোৱা পৰিবৰ্ত্তন দেখিলে আচৰিত মানিব লাগে। ভাষা পৰিবৰ্ত্তনশীল বুলিয়েই তাৰ ব্যাকৰণ আৰু অভিধানৰ fixity স্থায়িত্ব নাই। ইংৰাজী ভাষাত জনচনৰ-অভিধান আৰু সেই সময়ৰ ব্যাকৰণ সেইদেখি ভালেখিনি "তামাদি" হৈছে। অভিধান ব্যাকৰণে অন্নপ্তে কিছু দিনলৈ ভাষাক নিয়মিত কৰি স্থায়িত্ব দিয়ে। ঘন ঘন পৰিবৰ্ত্তন একোলৈকে ভাল নহয়, ভাষালৈকো নহয়;

সেইদেখি ৰক্ষণশীল অভিধান ব্যাকৰণৰ চাপ আৱশ্যক; কিন্তু সেই বুলি "ধৰ্ম্মস্য তত্ত্বং নিহিতং গুহায়াং"ৰ নিচিনাকৈ "জীৱন্ত জাগ্ৰত পৰিৱৰ্ত্তনশীল" ভাষাৰ তত্ত্ব সেই দুইবো গুহাত সদায় নিহিত থাকিব নোৱাৰে। যদি থাকিল হেঁতেন তেন্তে বিদ্যাবিনোদ মহাশয়ে আজি বঙ্কিমৰ "বিষবৃক্ষ" নেপাই ৰামাই পণ্ডিতৰ "শূন্য পুৰাণ"তে থাকিব লাগিলহেঁতেন। জ্ঞানগৰ্ভ প্ৰবন্ধ লেখিবলৈ অসমীয়া ভাষাই নিশ্চয় আটিব; যেতিয়া নাটনি পৰিব, তেতিয়া আমি আমাৰ এটাইবে "ঠাকুৰ-মাৰ ঝুলি" অৰ্থাৎ বুঢ়ী আইৰ জোলোঙা সংস্কৃতত হাত ভৰামহঁক। সেই জোলোঙাত তাক নাপালে ইংৰাজী বঙ্গলা লেটিন যি জোলোঙাতে পাওঁ, তালৈকে হাত মেলি তাত আমাৰ "ৰেক্চ" অৰ্থাৎ শলাগটি থৈ দি শবদটি লৈ গুচি আহিমহঁক; সংক্ষেপতে এয়ে আমাৰ "প্লেন" (plan) অৰ্থাৎ মতলব। ক্ৰমশঃ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# মাভৈঃ!

Pol.—What do you read there, my lord?

Ham.—Words, words, words.

Shakespeare.

শঙ্কা নকৰা সমূলি,  
ভাষাটি নেযাই লেৰোল!  
আছোঁ "আমিহঁক" আছোঁ "আমিহঁক"—  
শঙ্কা নকৰা সমূলি—  
ভাষাটি নেযাই লেৰেলি!

ঘঁহাকে-ঘঁহি, মজাকে-মাজি, ধছাকে-ধছি, মচাকে-মচি, কচাকে-কাচি, চেপাকে-চেপি, টিপাকে-টিপি, কটাকে-কাটি, ছটাকে-ছাটি, গঢ়াকে-গঢ়ি, পিটাকে-পিটি, ৰটাকে-ৰাটি, পিহাকে-পিহি, টনাকে-টানি, মলাকে-মলি,

চোচাকে-চুচি, চোহাকে-চুহি, ঘোটাকে-ঘুটি, মথাকে-মথি, ধুনাকে-ধুনি,
চকাকে-চাকি, ভগাকে-ভাগি, জোবাকে-জুবি, পতাকে-পাতি, পোবাকে-পুৰি,
গুণ্ডাকে-গুণ্ডি, গিলাকে-গিলি, সজাকে-সাজি, বকাকে-বকি, পঢ়াকে-পঢ়ি,

লিখাকে লিখি—
লিখাকে লিখি—
বস উলিয়াই হোলোকা-হোলোকে
দিম সকলোকে জোলোকা-জোলোকে,
শঙ্কা নকৰা সমূলি—
ভাষাটি নেযাই লেবেলি !
অ, মোৰ সুৰলা ভাষাটি দেহিঐ নেযাবা তুমি দেই লেবেলি !
সেবিম তোমাক পৰম যতনে,
সজাম তোমাক বিবিধ ভূষণে,
লিখাকে লিখি চেবেলি লগাই কৰিম তোমাক গেবেলী।
কোনে নে: বুলিব লেবেলী ?
শঙ্কা নকৰা সমূলি।

কৰিম তোমাক থোলোক-থোপোক সোপাই সোপাই শবদ খুৱাই ;
আথৰ-বৌটনি-খনীয়া-কাপোৰে বাথিম তোমাক আবৰি।
পৰম লাঠুৰা "ভাবৰ" ভাবনা নেলাগে ভাবিব গেবেলী।
ভাবোঁতে ভাবোঁতে শুকানী হবি তই বাইজে বুলিব লেবেলী।

আছোঁ "আমিহঁক"আছোঁ "আমিহঁক"
শঙ্কা নকৰা সমূলি।

নিলাজ 'ভাবৰ' লাজ নাই সমূলি, 'ছুমুকি-জুমুকি চাইহি ভোক।
শপা যত গালি, কৰা টকচালি, তেও যে নেমানে সুগুনে মোক।
এনে যে দগধা গভাইত বপুৰা জলা-কলা কৰি মাৰিলে মোক।
মুৰত লৰিয়ালোঁ, বুকুত গুৰিয়ালোঁ, তেও নকৰে অলপো "কোঁক্"।
মনৰ দুৱাৰ মোৰ মুকলি কৰি যেৱে মাতোঁ তাক কাকুতি কৰি—
চকুৰ আগত নিশান এখনি জোকাৰি গুচি যাই কৰ্বালৈ লৰি।
লিখি থইছে তাত 'প্ৰৱেশ নিষেধ' বুলি তেওঁৰ আমাৰ মুৰত।

নধৰে নোছোৱে নেপায়ো মোক, নেথাকে অঁতৰি অথচ দূৰত।
মাথোন চুচুকি-চামাকি চোৰৰ দৰে জোকাৰ আহে মোৰ গেৰেলীক।
অ' মোৰ ভাষাটি দেহিঐ! লগ পালে এইবাৰ তাক কৰি দিম ঠিক।
আছোঁ "আমিহঁক" আছোঁ "আমিহঁক"
শঙ্কা নকৰা সমূলি।
ভাবৰ ভাবনা বৰ বিভোপন নেথাৰি ভাবুকি গেৰেলী।
শবদ হলেই ওকলি থাকিবি নেলাগে ভাবনা সমূলি।
শবদেই সাৰ শবদেই মাৰ শবদেই আমাৰ পৰম ধৰ্ম্ম।
শবদেই আমাৰ লুথৰি-পিঠা শবদেই আমাৰ কৰ্ম্ম।
শবদ শবদ লেথেৰি পাতি, শবদ শবদ চেৰেলি লগাই, শবদেই আমাৰ কীৰ্ত্তি
শবদ শবদ কেকাই-গেঠাই, শবদ শবদ ওলাই-নোলাই, শবদেই আমাৰ মুক্তি
সেয়েহে গেৰেলী কৈছোঁ তোক 'ভাব-বিসৰ্জ্জন' তোৰ যে পৰম যুক্তি।
আছোঁ "আমিহঁক" আছোঁ "আমিহঁক"
শঙ্কা নকৰা সমূলি—
ভাষাটি নেযাই লেৰেলি।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# কবিতা বিদায়।

—:—

লাহে লাহে আতঁৰিল আশাৰ পোহৰ,
নিৰাশাই ঢাকিলে হৃদয়।
সুখ শান্তি সকলোটি কেনিবা লুকাল,
দশোদিশ দেখোঁ শূন্যময়॥
ইপাৰত বহি যেযে বেজাৰ মনেৰে—
সিপাৰৰ জেউতি বিচাৰোঁ;

যেথা পাওঁ সমুখত ছুয়ামায়া ছবি—
দেখি হায়, বুজিব নোৱাৰোঁ॥
খন্তেক জলেহি আহি চকুৰ আগত—
বিজুলীৰ চকামকা দৰে,—
হেঁপাহেৰে কাষ চাপি আগবাঢ়ি যাওঁ,
ছবি মোৰ কেনিবা আঁতৰে॥—
আমন-জিমন মনে উভতি আহিলে -
শুনো যেন মধুৰ মাতেৰে,
দুখীয়াৰ দুখতেই সমদুখী হই
কোনোবাই মাতিছে সাদৰে॥
পুনু যদি আগুবাই দুৰ্ব্বল হৃদয়,
সুবটিও ক্ষীণ হই যায়।
বহুত দূৰত শুনো ৰিণিকি ৰিণিকি
লাহে লাহে তাতে মাৰ যায়॥
নিতে নিতে এনেদৰে আশাৰ ছলনা
সহি সহি লাগিছে আমনি,
যক উটি যেনি যায় কাল-সাগৰত,
আজি মোৰ জীৱন-তৰণী॥
কোনে নো শুনিব হায়, কোনে নো বুজিব
হৃদয়ৰ গভীৰ বেদনা ?
কাকনো চকুলো টুকি বেজাৰেৰে কম,
জীৱনৰ অশেষ যাতনা॥
নেলাগে বন্ধুৰ স্নেহ, নকৰোঁ কামনা,
যত দিন আছোঁ সংসাৰত,
নিজৰ ঘৰম মই নিজকে বিলাম,
লম সুখ প্ৰকৃতি কোলাত॥
জোনাক ৰাতিত্ত বহি তটিনী তীৰত
সুমধুৰ শৰত কালত।

স্বৰগ জেউতি চাই আপোন মনেৰে
উটি যাম নিজৰ ভাবত ॥
নতুন সাজেৰে সাজি বসন্ত কালত
উলাহত নাচিব ধৰণী।
কুঁহি কুঁহি ফুল পাত নতুন গছৰ
চাই চাই লভিম জিৰণি ॥
সকলো সমান আহা! প্ৰকৃতি বুকুত,
কিন্তু হায় নৰ সমাজত,
খিয়লা-খিয়লি কৰি ইটিয়ে সিটিয়ে
অনৰ্থক পৰে বিপদত ॥
শান্তিময় ৰমৰ বিমল কিৰণ
যত মই নেপাওঁ বিচাৰি,
অশেষ সুখেৰে পূৰ্ণ যদিও সি ঠাই
কেতিয়াও নধৰোঁ আৱৰি ॥
মিছামিছি ৰমৰ মোহিনী মুখাত,
আৰু মোৰ নাই পতিয়ন।
সঁচা বুলি ভাবি সেই ধুনীয়া ছবিটি,
নকৰোঁও দুখৰ জীৱন ॥
নিৰাশ পৰাণ লই নিৰলে থাকিম,
নবজাও ক্ষুদ্ৰ বীণধ্বনি,
ভাবৰ উদৰ নাই মনৰ মাজত
শূন্য যত অতীত কাহিনী ॥
উলাহৰ উপবন বিদায় বিদায়!
আহাঁ, আহাঁ, বিষাদ-বিননি,
কুহকী কল্পনা পুনু নিদিবাহি দেখা!
আজি মই মাগিলোঁ মেলানি ॥
সংসাৰৰ সুখ শান্তি সকলো এৰিলোঁ,
আৰু মোৰ একোৱেই নাই।
শেষ যিটি হৃদয়ৰ আদৰৰ ধন
কবিতাও বিদায় বিদায় ॥

"বন্ধু"

# আসামৰ কলিতা জাতি।

অতিপূৰ্ব্ব কালৰেপৰা আসামত কলিতা নামে এক জাতিৰ মানুহ আছে। কিন্তু আন কোনোদেশত কলিতা নামে কোনো এটি জাতিৰ নাম শুনা নাযায়। আসামত তেওঁবিলাকৰ সমাদৰ আছে আৰু তেওঁবিলাকক বামুণৰ তলতে বুলি বহুতে স্বীকাৰও কৰে। কায়স্থ নামে আন এটি জাতিৰ মানুহ ইয়াত আছে। এওঁ বিলাকো বামুণৰ তলতে আৰু কলিতাৰ ওপৰত বুলি কয়। কিন্তু বাস্তৱতে এই দুই জাতিৰ ভিতৰত কোন শ্ৰেণীৰ মানুহ শ্ৰেষ্ঠ সেই বিষয় বহুদিনৰপৰা আলোচনা কৰিও একো শেষ সিদ্ধান্ত কৰিব পৰা নাই। অলপতে মাননীয় শ্ৰীযুক্ত অনন্ত নাৰায়ন দেব গোস্বামী স্মৃতিৰত্ন ভাওৰীয়াই তেখেতৰ "জাতি চন্দ্ৰিকা" কিতাপত কলিতা জাতিকে শ্ৰেষ্ঠ বুলি স্বীকাৰ কৰিছে আৰু তেওঁবিলাকক পুৰণি ক্ষত্ৰিয় জাতি বুলি কৈছে। কায়স্থ জাতিক তেখেতে বৰ্ণশঙ্কৰ আৰু সকলো বিষযে কলিতা জাতিতকৈ হীন বুলি লিখিছে। এনেস্থলত আমি আশাকৰোঁ আমাৰ পণ্ডিত সমাজে এই দুই জাতিৰ শ্ৰেষ্ঠত্ব বিষয়ে এতি যুক্তি পূৰ্ণ সঠিক উত্তৰ দি মনৰ সংশয় দূৰ কৰিব। কলিতা জাতি সম্বন্ধে উক্ত গোঁসাই দেৱে যিবিলাক যুক্তি দিছে সেইবিলাক সৰ্ব্বসাধাৰণৰ ওচৰত প্ৰকাশ কৰিবলৈ আশা কৰিলোঁ।

শ্ৰীকাশীনাথ তালুকদাৰ।

# প্ৰাৰ্থনা।

প্ৰভু তোমাৰ ওচৰ চাপি যাব যে নোৱাৰোঁ পাপী
ইন্দ্ৰিয় বিলাকে আগত বাট ভেটি ধৰে।
কোনো মতে ঠেলি হেঁচি আগহৈ যাওঁ শুচি
কত যে লাঞ্চনা মোক বাটে বাটে কৰে॥
সিইঁতক কিহে পায় আনে কিয় ওভোতায়
দুৰ্ব্বল মনক নিয়ে কাঁইটনিৰ ফালে।
হায় হায় কোনে নিব, সুপথ দেখুৱাই দিব,
নলবাও ভবি যেন আৰু কোনো কালে॥
কৃপা কৰা দীন বন্ধু তুমিহে করুণা সিন্ধু
আন্ধাৰৰ জ্যোৎস্না তুমি কণাৰ লাখুটি।
তোমাৰ প্ৰসাদ পালে অজ্ঞানীৰ জ্ঞান মিলে।
হৃদয়ত ফুলৰ দৰে ওলোৱাহে ফুটি॥
তোমাৰ শুভদৃষ্টি হলে যাব পাৰোঁ আপোন বলে।
দুৰ্গম পথক এৰাই সুপথলৈ চাই।
উজ্বল চকুৰে চাব হৃদয়ত বল পাব
তোমাৰ কৃপাই নিব বাট দেখুৱাই॥

শ্ৰীপদ্মাৱতী দেবী ফুকননী।

**প্ৰথম বছৰ, দ্বাদশ সংখ্যা**

# সূচী

# নিবেদন।

ক্ষমিবা দোষ ক্ষমিবা হে,
নেৰিবা মোক নেৰিবা হে,
উষা-বিমানত, ৰশ্মি-বাহনত,
আহি তুমি মোৰ হিয়া-আসনত
কৃপা দৃষ্টি কৰি এই অধমত
নিতৌ চৰণ ধূলি পেলাবা হে,
প্ৰভু নেৰিবা মোক নেৰিবা হে।

মাগিছোঁ তোমাক মাগিছোঁ হে,
নেৰিবা মোক নেৰিবা হে,
জীৱন-ক্ষেত্ৰৰ চিৰসংগ্ৰামত,
বিজয়জনিত ৰঙ্গ উলাহত,
পৰাভূত হোৱা শোক বেজাৰত,
সদাই তোমাক একেটা ভাৱত
যেন দেখোঁ সদাই তোমাকে হে,
মই মাগিছোঁ তোমাক মাগিছোঁ হে,
প্ৰভু নেৰিবা মোক নেৰিবা হে।

সুবুদ্ধি তোমাক বুজিলোঁ হে,
নেৰিবা মোক নেৰিবা হে,
সৌভাগ্য সুখত, দাৰিদ্ৰ্য দুখত,
যশ গৌৰৱত, গ্ৰহ-বৈগুণ্যত,
ৰোগ যন্ত্ৰণাত, স্বাস্থ্য সৌন্দৰ্য্যত,
আপোন পৰত, শত্ৰুত মিত্ৰত,

সদাই দেখোঁ যেন তোমাক দেখোঁ হে,
আজি সুবুজি তোমাক বুজিলোঁ হে,
প্ৰভু নেৰিবা মোক নেৰিবা হে ।

নিচিনি তোমাক চিনিলোঁ হে,
নেৰিবা মোক নেৰিবা হে,

সূৰ্য্য কিৰণত, ফুলৰ গোন্ধত,
পৱন কোলাত, পানীৰ বুকুত,
গছৰ ছাঁয়াত, ধানৰ ক্ষেতত,
পশু পক্ষী কীট সকলো জীৱত,

মই দেখোঁ যেন তোমাকে দেখোঁ হে,
আজি নিচিনি তোমাক চিনিলোঁ হে,
প্ৰভু নেৰিবা মোক নেৰিবা হে।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# অসমীয়া গৌৰীপুৰত বঙ্গলা সাহিত্য-সভা।

( ৪ )

বিদ্যাবিনোদ মহাশয়ে কৈছে,—"অনেকেৰ মত এই যে, ইংৰেজ গবৰ্ণমেণ্টেৰ আগমনেৰ সঙ্গে সঙ্গে বাঙ্গালী কৰ্ম্মচাৰীৰা আসিয়া আসামে বঙ্গ ভাষা প্ৰবেশ লাভ কৰিয়াছে আহোম ৰাজগণেৰ সময়ে এখানে বাঙ্গালা ছিল না।...বাঙ্গালা ভাষা তাঁহাদেৰ সময়ে আসামে ছিল না, ইহা বলা যাইতে পাৰে না। " তেওঁৰ এই কথাৰ প্ৰমাণ স্বৰূপে বিদ্যাবিনোদ মহাশয়ে কৈছে, " ১৫৫৩ শকে অসমীয় ৰাজাৰ পক্ষ হইতে গৌহাটিৰ তদানীন্তন মোসলমান, ফৌজাদাৰ নবাব আলোয়াৰ খাঁৰ নিকটে যে পত্ৰ

প্রেৰিত হইয়াছিল তাহা বঙ্গভাষায় লিখিত। ১৯০১ সালেৰ ১লা আগষ্ট তাৰিখে আসাম বন্তি নামক তেজপুৰ হইতে প্রকাশিত পত্রিকায় "ঐতিহাসিক চিঠি" শীৰ্ষক প্ৰবন্ধে ঐ পত্ৰখানি মুদ্রিত হইয়াছিল, তাহা এস্থলে উদ্ধৃত কৰা হইল। সভ্য মহোদয়গণ দেখিবেন প্রায় ৩০০ বৎসৰ পূৰ্ব্বে আসাম-প্রদেশে বঙ্গভাষা কিৰূপ ভাবে লিখিত হইত।"—

"স্বস্তি বিবিধ গুণগাম্ভীৰ্য্য পৰমোদাৰ শ্ৰীযুক্ত নবাব আলোয়াৰ খাঁ সদাশয়েষু।

"সস্নেহ লিখনং কাৰ্য্যঞ্চ-আগে এথা কুশল; তোমাৰ কুশল সততে চাহি। পৰং সমাচাৰ পত্ৰ এহি। এখন তোমাৰ উকীল পত্ৰ সহিত আসিয়া আমাৰ স্থান পহুছিল। আমিও প্রীতিপ্রণয়পূৰ্ব্বক জ্ঞাত হইলাম। আৰ তুমি যে লিখিয়াছ, তোমাৰ উত্তম পত্ৰ আসিতে আমাৰ কিঞ্চিৎ মনস্থিতা না বহে এ যে তোমাৰ ভালাই দৌলত। অতএব আমিও পৰম আহ্লাদৰূপে জানিতে আছো তোমাৰ আমাৰ অদ্বয়ভাব প্রীতি ঘটিলে মনমাফিক সন্তোষ কি কাৰণ না হইবেক। আৰ তোমাৰ আমাৰ অত্যন্তৰূপ আনন্দযুক্ত হইলে উভয়পক্ষ লোকৰ নাবিদ্বেশৰূপ অবিযুতা অন্তপেত কিসক না বহবেক। একাৰণ তুমি লেখিবাক পোৰা।

"আৰ তুমি যে লেখিয়াছে, পূৰ্ব্বে সত্ৰাজিতেৰ -- সিঙ্গি -- পাড়া ৰৰগাও এইসকলত আমাৰ লোকজনে হাট খৰিদ কৰিয়া আপন মাকিক নিৰ্ম্মিত কৰিয়াছিল, এমত থান বুলিতে তোমাৰ উচিত নোহে। সেই ওক্তেত পৎসাই লোকক ভোট পাহাড়ী ডফলা অনেক খাইল কৰিলেক। আমাৰো ফুকন ডাঙ্গৰিয়া সকলে অনেক প্ৰকাৰ কৰি বাৰম্বাৰ পাহাড়ী লোককে কাটিলেক। তত্ৰাপি তাহাৰ বদনাম আমাত হইল। এখনো যে তাৰক কৰিবাক চাহ এমন গোট তোমৰ উচিত না হয়। আৰ অপৰ তুমি যে বুলিয়াছ ২৩ জন মনুষ্য তোমাৰ যে খাইল কৰিতে আছ, আমি তো তাৰেক নিৰ্ম্মীত কৰিতে নাহি পাৰে। সম্প্রতি প্রীতিপক্ষত তোমাৰ এমন প্ৰকাৰ অপৰিতোষ কৰিবাৰ চিতেত উৎকৰ্ষ না থিশেষ। একটা হেঙ্গালৰ কাৰণ তুমি যে তিনি জন মনুষ্য লোহাযে বান্ধিয়া তোমাৰ জিনেক নিয়া আছ, এমন ধৰ্ম্ম কৰিবাৰ তোমাৰ উচিত বেবহাৰ নোহে।

কিন্তু বৰলোকেৰ জবানি হস্তিদন্তৰ সদৃশ যে লিখিছ ই গোট তোমাৰ প্ৰীতি ব্যবহাৰ হয়। কিন্তু বৰ লোকেৰ বচন সামৰ্থতা কাৰ্য্যকামৰ দ্বাৰাএ জানি। আৰ অধিক কি কহিম। আমাৰ উকিল সনাতন ও শ্ৰীকাম্‌ শৰ্ম্মা প্ৰমুখে সমস্তে জানিবেক। ইতি শক ১৫৫৩" (১৬৩১ খৃষ্টাব্দ)।

এই চিঠিখন তুলি দি বিদ্যাবিনোদে সিদ্ধান্ত কৰিছে—"এই চিঠি হইতে ইহাও সূচিত হইতেছে যে, তদানীং কামৰূপ পৰ্য্যন্ত মুসলমানেৰ অধীনে ছিল এবং তখন ৰাজভাষা এখানে বাঙ্গালা ছিল।"

ইংৰাজ গবৰ্ণমেণ্ট আসামলৈ অহাৰ লগে লগে যে সৰহকৈ বঙ্গালী আসামত সোমাল, আৰু তাৰ আগেয়ে আসামত বঙ্গালী ঘাইকৈ কেৰাণী শ্ৰেণীৰ বঙ্গালী নাছিল, আৰু তীৰ্থযাত্ৰী বা আন শ্ৰেণীৰ বঙ্গালী হে অলপ-অচৰপ আছিল এই কথা যিসকলে বিশ্বাস কৰে তেওঁলোকৰ ভিতৰত আমিও আছোঁ। এই কথা সকলোৱে জানে, আৰু আজি যে প্ৰমাণৰ দ্বাৰাই তাক থিৰ কৰিব লগীয়া হল এইটো হে আচৰিত। আহোম ৰজাসকলৰ সময়ত যে আসামত বঙ্গলা ভাষা নাছিল এই বিশ্বাসো আমাৰ অলৰ। বিদ্যাবিনোদ মহাশয়ে অসম ৰজাৰ যিখন চিঠি তুলি দি ৩০০ বছৰৰ আগেয়ে আসামত বঙ্গভাষা প্ৰচলিত থকাৰ প্ৰমাণ দেখুৱাবলৈ গৈছে, সেই চিঠিয়ে তেওঁৰ সিদ্ধান্তটো যে অপ্ৰমাণ কৰি হে দেখুৱাইছে সেইটো তেওঁ দেখা নাই।

বুঢা-ৰজা প্ৰতাপসিংহৰ ৰাজত্বৰ কাল ১৬০৩-১৬৪১ খৃষ্টাব্দ। তেওঁৰ দিনত বঙ্গদেশৰ মুছলমান নবাবৰ সৈন্যৰে সৈতে অনেকবাৰ তেওঁৰ যুদ্ধ হৈছিল। কোনো যুদ্ধত নবাবৰ জয় আৰু কোনো যুদ্ধত আহোম ৰজাৰ জয় হৈছিল। এসময়ত গুৱাহাটীলৈকে এছোৱা আসাম নবাবৰ অধীন হোৱাত নবাবৰ প্ৰতিনিধি ফৌজদাৰে সেইডোখৰ কিছুদিন শাসন কৰিছিল। ফৌজদাৰ বঙ্গদেশীয় বঙ্গালী মানুহ; তেওঁৰ ওখ থাপৰ বিষয়াবিলাকো বঙ্গালী মুছলমান হোৱাটো স্বাভাবিক। বঙ্গালী মুছলমান নবাবৰ বঙ্গালী ফৌজদাৰৰ ভাষা বঙ্গলা হোৱাটোও স্বাভাবিক। সেই বাবে যে অসমীয়া কামৰূপৰ প্ৰজাইও বঙ্গলা-ভাষা-ভাষী দিনদেকীয়া ৰজাৰ

ভাষা গ্ৰহণ কৰিছিল অথবা কামৰূপৰে তেনে বঙ্গলাভাষা মাতৃভাষা আছিল, এনে সিদ্ধান্ত ভুল। অসমীয়া ৰজাই বঙ্গালী নবাবলৈ চিঠি যতদূৰ সম্ভৱ সাধ্যমতে বঙ্গলুৱা কৰি হে লেখাটো সম্ভৱ, কাৰণ ৰজাই সেই চিঠি নবাবে বুজিবলৈ হে লেখিছিল। অসমীয়া ভাষা বঙ্গালী নবাবে নুবুজে, সেইদেখি চিঠিখন অসমীয়া ৰজাৰ মন্ত্ৰী, কাকতী আৰু সভাসদসকলে গোটথাই নিজৰ বিদ্যাৰ জোখ মতে চেষ্টা কৰি বঙ্গলুৱা ভাষাত লেখিবলৈ গৈছিল গুণে তাৰ ভাষাৰ অকৃত্তি তেনে। জয়পুৰৰ বা পাতিয়ালাৰ মহাৰাজলৈ অসম ৰজা প্ৰতাপসিংহই চিঠি লেখোৱাহেঁতেন নিশ্চয় ভঙা ভঙা হিন্দীৰে সানমিহলি ভাষাত সেই চিঠি লেখা হলহেঁতেন, এনেকুৱা বঙ্গলুৱা ভাষাত কেতিয়াও লেখা নহলহেঁতেন। সেইবাবে, তেনেকুৱা চিঠি এখন কেতিয়াবা ওলালে তাক পঢ়ি আমি প্ৰতাপসিংহৰ দিনত আসামত তেনেকুৱা হিন্দী ভাষা প্ৰচলিত থকাটো সিদ্ধান্ত কৰিলে সি কেনে হব? যেতিয়া অসমীয়া ভাষাক বনবাস দি বঙ্গলাক আসামত ৰাজ্যভাৰ দিয়া হৈছিল, তেতিয়া অসমীয়াইও নিজৰ চিঠিক বঙ্গলা ভাষাৰ মৰ্য্যাদা দিবৰ মনেৰে প্ৰায় এনেবিধৰে অদ্ভুত ভাষাত তাক লেখিছিল। সৰুতে আমি অসমীয়া মানুহে লেখা তেনে চিঠি বহুৎ দেখিছিলোঁ। সেই ভূত-ৰোগ আৰু এতিয়া অসমীয়াৰ গাত নাই।

"বাহীৰ" অসমীয়া পাঠকসকলে কটুকটীয়াকৈ দেখিছে, যে এই বাৰে-বঙলুৱা চিঠিখন অসমীয়াভাষাভাষী অসমীয়াৰ দ্বাৰাই হে লিখিত, বঙ্গভাষাভাষী অসমীয়াৰ দ্বাৰাই লিখা নহয়। "নাৰ হে" "না হইবেক", "না ৰহবেক", "নোহে," "নাগয়," "নাহি পাৰে," আদি শব্দত অসমীয়া negative "ন" বা "না"টো ক্ৰিয়াৰ আগত দিয়া হৈছে*। লেখকে বঙ্গলা "হইলাম" এবাৰ কি দুবাৰ ব্যৱহাৰ কৰিযেই, ঠিক তাল ৰাখিব নোৱাৰি নিজৰ অসমীয়া "আছো" "কি কহিম" উলিয়াই দিছে। চিঠিখনত construction of the sentences অৰ্থাৎ বাক্যৰচনা প্ৰণালীও পূৰা অসমীয়া; যেনে,—"অতএব আৰিও পৰম আহ্লাদৰূপে জানিতে আছোঁ তোমাৰ আমাৰ অন্বয়ভাৰ

---

*"কিন্তু অসমীয়া "ন"ই পিছৰ শব্দৰ স্বৰ অনুসৰি ন-না-নি-নু-নে-নো এনে নানা আকৃতি ধৰে বঙ্গলাৰ ন এনে বহুৰূপী নহয়।" শ্ৰীপদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ 'আসাম-বান্ধৱ' ১ম বছৰ, ৫ম ষষ্ঠ সংখ্যা।

প্ৰীতি ঘটিলে মনমাফিক সন্তোষ কি কাৰণ নাহইবেক। আৰ তোমাৰ আমাৰ অত্যন্তৰূপ আনন্দযুক্ত হইলে উভয়পক্ষে লোকৰ নাবিদ্বেষৰূপ অবিযুক্তা অন্তৰেৰ কিসক নাৰহিবেক। একাৰণ তুমি লেখিনাক পোৰা (পাৰা)।" ..."এমন থান বুলিতে তোমাৰ উচিত নোহে"। "আমাৰো ফুকন ডাঙৰীয়াসকলে অনেক প্ৰকাৰ কৰি বাৰম্বাৰ পাহাড়ী লোককে কাটিলেক।" "তথাপি তাহাৰ বদনাম আমাত হইল।" "একটা হেঙ্গালৰ ( হেঙ্গামৰ ) কাৰণ তুমি যে তিনিজন মনুষ্য লোহাৰে বান্ধিয়া তোমাৰ দিনেক ( দিশক, দেশক ) নিয়া আছ, এমন ধৰ্ম্ম কৰিবাৰ তোমাৰ উচিত নোহে।" "কিন্তু বৰলোকেৰ জবানি হস্তিদন্তৰ সদৃশ যে লিখিছ ইগোট তোমাৰ প্ৰীতি ব্যৱহাৰ হয়। কিন্তু বৰলোকেৰ বচন সামৰ্থতা কাৰ্য্যকামৰ দ্বাৰাএ জানি। আৰ আধিক কি কহিম। আমাৰ উকিল সনাতন ও শ্ৰীকান্ত শৰ্ম্মা প্ৰমুখে সমস্তে জানিবেক।" কোন বঙ্গালী সাহিত্যিকে বুকু-ফিন্দাই কবলৈ সাহ আছে যে এই বাক্যবোৰ ৰচনাৰ ভঙ্গী আচল বঙ্গলা? অৱশ্যে তেওঁলোকে ৰংপুৰ আদি ঠাইৰ পুৰণি অসমীয়াভাষা জপাই-বনমালী কৰি সামৰি-সুতৰি লৈ সোপায়ং-নমঃ কৰি বঙ্গলা-ভাষা-শালগ্ৰামৰ মুৰত দি যে তাৰে সৈতে ইয়াৰ সাদৃশ্য উলিয়াব নোৱাৰিব এনে কথা আমি কব নোৱাৰোঁ। ; কিন্তু that is a different story অৰ্থাৎ সেইটো এটা সুকীয়া সাধু। চিঠিথনৰ অসমীয়া লেখকে বঙ্গালী মুছলমান নবাবক তাৰাৰে meet কৰিবৰ অৰ্থাৎ লগ ধৰিবৰ নিমিত্তে ইমান পুৰুষাৰ্থ কৰিছিল যে "মনমাফিক" "আপন মাফিক" "জবানি" ইত্যাদি উৰ্দ্দু কথা পৰ্য্যন্ত ব্যৱহাৰ কৰিছিল। চিঠিখনত অসমীয়া সম্ভ্ৰমাৰ্থক বহুবচন "সকল" ( ফুকন ডাঙৰিয়াসকল ) ব্যৱহাৰ কৰা হৈছে ; কৰণ কাৰকৰ বিভক্তি "ৰে" ( লোহাৰে বান্ধিয়া ) ব্যৱহাৰ কৰা হৈছে ; "কাৰ্য্যকামৰ দ্বাৰাএ জানি",—ইয়াত দ্বাৰাএ কথা বঙ্গলা ব্যাকৰণৰ নহয়, অসমীয়া ব্যাকৰণৰ হে। "কাৰ্য্যকাম" কথাটোও অসমীয়া, বঙ্গলাত সেই দুটা শব্দ গোটাই তেনে গঢ়েৰে ব্যৱহাৰ কৰা নহয়। ইত্যাদি। আমি আকৌ কওঁ, আচৰিত কথা যে, পদ্মনাথ বাবুৱে এই চিঠিখনৰপৰা ৩০০ বছৰৰ আগেয়ে আসামত চলা বঙ্গভাষাৰ নমুনা উলিয়ালে।

ইয়াৰ পিছত তেওঁ আৰু এখন চিঠি আসাম বন্তিবৰ্পৰা তুলি দি তেওঁৰ কথা এই বুলি প্ৰমাণ কৰিবলৈ গৈছে,—"ইহার প্রায় শতাব্দী পূর্ব্বে যখন কামরূপ রাজা নরনারায়ণের অধীন ছিল, তখনও এই স্থানে রাজভাষা বাঙ্গলা ছিল। তন্নিদর্শন স্বরূপ ১৯০১ সালের ২৭ জুন তারিখে আসাম বস্তিতে প্রকাশিত অপর একখানি চিঠি এস্থলে উদ্ধৃত হইতেছে। ইহা রাজা নরনারায়ণ কর্ত্তৃক ১৪৭৭ শকাব্দে অহোম নৃপতি চুকাম্ফা স্বর্গদেবের ( ওরফে খোড়া রাজার ) নিকটে লিখিত :—"স্বস্তি সকল দিগ দন্তী কর্ণতালাস্ফাল-সমীরণপ্রচলিত হিমকরহারসকাশকৈলাস-পাণ্ডর যশোরাশি-বিরাজিত-ত্রিপিষ্টপ-ত্রিদশতরঙ্গিনীসলিল-নির্ম্মলপবিত্র-কলেবর ধীষণ প্রচণ্ড ধীরধৈর্য্য মর্য্যাদাপারাবার সকল দিক্‌কামিনী গীয়মান গুণসন্তান শ্রীশ্রীস্বর্গনারায়ণ মহারাজ প্রতাপেষু।

"লেখনং কার্য্যঞ্চ। এথা আমার কুশল। তোমার কুশল নিরন্তরে বাঞ্ছা করি। অখন তোমার আমার সন্তোষ সম্পাদক পত্রাপত্রি গতায়ত হইলে উভয়ানুকুল প্রীতির বীজ অঙ্কুরিত হইতে রহে। তোমার আমার কর্ত্তব্যে সে বর্দ্ধতাক পাই পুষ্পিত ফলিত হইবেক। আমরা সেই উদ্যোগত আছি। তোমারো এগোট কর্ত্তব্য উচিত হয় নাকর তাক আপনে জান। অধিক কি লেখিম। সত্যানন্দ কর্ম্মী রামেশ্বর শর্ম্মা কালকেতু ও ধুমা সর্দ্দার উভত চাউনিয়া শ্যামরাই ইমরাক পাঠাইতেছি। তামরার মুখে সকল সমাচার বুঝিয়া চিতাপ বিদায় দিবা।

"অপর উকীল সঙ্গে ঘুড়ি ২ ধনু ১ চেঙ্গর মৎস ১ জোর বালিচ ১ জকাই ১ সারি ৫ খান এইসকল দিয়া গৈছে। আর সমাচার বুজি কহি পাঠাইবেক। তোমার অর্থে সন্দেশ সোমচেং ১ ছিট ৫ ঘাগরি ১০ কৃষ্ণচামর ২০ শুক্লচামর ১০। ইতি শক ১৪৭৭ মাস আষাঢ়।"

এই চিঠিখন তুলি দি বিদ্যাবিনোদ মহাশয়ে কৈছে,—"ইহা হইতে শ্রোতৃবর্গ কিঞ্চিদধিক সাড়ে তিনশত বৎসর পূর্ব্বে কোচবিহার রাজধানীতে কিরূপ বাঙ্গালা ভাষা লিখা হইত তাহারও পরিচয় পাইলেন। এবং এই দুই খানি চিঠি দ্বারা সূচিত হইল যে আহোম রাজসভাতেও বাঙ্গালা লেখা পড়ার চর্চ্চা হইত—নচেৎ এই চিঠি পত্র লেখালেখি চলিত কিরূপে?"

আমি কিন্তু, কিঞ্চিদধিক চাৰে-তিনি-শ বছৰৰ পূৰ্ব্বে কোচবিহাৰ ৰাজধানীত কেনে খিচিৰি অসমীয়া ভাষাত চিঠি লিখা হৈছিল, এই চিঠিৰ পৰা তাৰ হে চিনাকি পালোঁ। আৰু এই দুইখন চিঠিৰ দ্বাৰাই এইটো সূচিত হোৱা গম পালোঁ যে আহোম ৰাজসভাত বাৰে-বঙলুৱা অসমীয়া ভাষাৰে চিঠি লেখিব পৰা আৰু লোকে লেখিলে তাৰ মানে বুজিব পাৰি ৰজাক আৰু সভাসদসকলক বুজাই দিব পৰা সভাপণ্ডিত ব্ৰাহ্মণ বা কাকতী বা কটকি আছিল। আহোম ৰাজসভাত বঙ্গলা লেখা-পঢ়াৰ যে চৰ্চ্চা হৈছিল এই চিঠি দুখনৰপৰা আমি সেইটো নেপালোঁ। চা-জাহান বাদস্যাহে যদি আসামৰ অহোম ৰজালৈ চিঠি লেখিছিল, সেই চিঠি নিশ্চয় ফাৰ্চী ভাষাত বা উৰ্দ্দু ভাষাত লেখা হৈছিল। তেনে চিঠি এখন কেতিয়াবা আসামৰ কৰবাত পালে আশা কৰোঁ পদ্মনাথ বাবুৱে এনেটো সিদ্ধান্তত নোলায় গৈ যে পুৰণি কালত আসামৰ ৰাজসভাত উৰ্দ্দু বা ফাৰ্চী লেখা-পঢ়াৰ চৰ্চ্চা হোৱাৰ সেইখন সাক্ষী। আৰু তেনে সিদ্ধান্তত তেওঁ পিচলি পৰিলে গৈ আশাকৰোঁ আৰু এখোজ তেওঁ পিছল খাই আগবাঢ়ি এনে সিদ্ধান্তত নপৰেগৈ যে তেনে ফাৰ্চী বা উৰ্দ্দু ভাষা আসামতো প্ৰচলিত আছিল; অৰ্থাৎ সেই কালত অসমীয়া মানুহৰ মাতৃভাষা ফাৰ্চী বা উৰ্দ্দু আছিল।

আমি আগৰ এক প্ৰবন্ধত কৈছোঁ যে পুৰণি কালত অসমীয়া ভাষা গোটেই কামৰূপ ৰাজ্যত অৰ্থাৎ আজিকালিৰ আসাম, কোচবেহাৰ, ৰংপুৰ বগুৰা, আদিৰে উত্তৰবঙ্গ, মৈমনসিংহৰ এডোখৰেৰ এডোখৰ পূৰ্ব্ববঙ্গৰ ভাষা আছিল। কোচবেহাৰ ভাটীৰ দেশ; সি বঙ্গ-দেশৰ ওচৰৰ ঠাই দেখি বঙ্গভাষাৰ হেন্দোলনি তাত সততে লাগি আছিল। উৰিষ্যা দেশৰ ওচৰৰ মেদিনীপুৰীয়া বঙ্গভাষাৰ ওপৰত উৰিয়া ভাষাৰ কম-বেছি ছাঁ পৰাৰ দৰে কোচবেহাৰৰ অসমীয়া ভাষাতো বঙ্গভাষাৰ অলপ-অচৰপ যে ছাঁ নপৰিছিল এনে বুলি কব নোৱাৰি। সেইদেখি কোচবেহাৰৰ এই চিঠিত অলপঅচৰপ বঙ্গলাৰ চিন দেখিবলৈ পোৱা যায়। কিন্তু সেই বুলি সি বঙ্গলা নহয়, অসমীয়া হে। পাঠকসকলে চিঠিখনৰ ভাষাৰ ফালে ভালকৈ মন কৰিলেই সেইটো বুজিব পাৰিব। আৰু এটা কথা,—চিঠি লেখিবৰ সময়ত তাৰ ভাষাক বিদেশী বঙ্গলাৰ ফালে টানখোৱা কৰাটো আগেয়ে অনেকৰ ৰোগ আছিল। তেতিয়াৰ মানুহৰ বিশ্বাস

আছিল যে তেনেকৈ লিখিলে চিঠিখন ওখ খাপৰ হব, সাধুভাষাযুক্ত হব, vulgar অর্থাৎ ইতৰ নহয়। সেইদেখি চিঠিৰ পাঠ, আৰম্ভন, সামৰণি ইত্যাদি কিম্ভুত-কিমাকাৰ হৈ পৰিছিল কিন্তু চিঠিৰ ভাষা সর্ব্বসাধাৰণৰ ভাষা নহয়। সর্ব্বসাধাৰণৰ জীয়া কথিত ভাষাৰ প্ৰাণ artificial কৃত্ৰিম চিঠিত অনুপস্থিত। সেই দেখি তেনে formal চিঠিৰ ভাষাৰপৰা তেনে সিদ্ধান্ত কৰিবলৈ যোৱাটো ভ্ৰমাত্মক বুবুলি নোৱাৰি। সর্ব্বসাধাৰণ লোকে নিতৌ ব্যৱহাৰ কৰা ভাষাক vulgar বিবেচনা কৰাটো আগৰ কালত পৃথিবীৰ গোটেই পণ্ডিতাভিমানী লোকৰ ভিতৰত থকাটো দেখা যায়। য়ুৰোপৰ ধৰ্ম্মযাজকসকলে আৰু গ্ৰন্থকাৰসকলে তেওঁলোকৰ ধৰ্ম্মোপদেশত আৰু ধৰ্ম্মৰ কিতাপ আদিত নিজৰ প্ৰচলিত মাতৃভাষা ব্যৱহাৰ নকৰি লেটিন ব্যৱহাৰ কৰাটোৰ মানেও সেয়েই আছিল। ভাৰতবৰ্ষৰ পণ্ডিতসকলে সাধাৰণ লোকৰ ভাষা প্ৰাকৃত এৰি সংস্কৃতত পুথি ৰচনা কৰাৰ মানেও সেয়েই। অসমীয়া নাট আৰু ভাওনা অসমীয়াৰ সম্পত্তি ; তাক সংস্কৃত নাটক আৰু ভাওনাৰ আৰ্হিত কৰা হৈছিল। কিন্তু কিছুকালৰপৰা তেনে নাটও আসামৰ কোনো কোনো ঠাই সত্ৰত অদ্ভুত বঙ্গলুৱা ভাষাত ৰচিত হৈ সি অসমীয়া নাটৰ ওপৰত প্ৰাধান্য লাভ কৰিছে, আৰু সেই বঙ্গলুৱা নাট ৰচোঁতাসকলে নিজক গৌৰৱান্বিত বিবেচনা কৰিছে। ইয়াৰ কাৰণ এইটো হে যে, অসমীয়া নাট দেশী ভাষাৰে ৰচিত, সি সাধাৰণৰ মুখৰ ভাষা, সেইদেখি বিদেশী বঙ্গলুৱা ভাষাত যদি নাট লেখি তাৰে ভাওনা কৰা যায়, তেন্তে ৰচোঁতাৰ admirers অর্থাৎ গুণগ্ৰাহীসকলৰ মতে সি ওখ খাপৰ হব এনে এটা ভাব। ইও সেই একে শ্ৰেণীৰ মনৰ ভাব। বিদ্যাবিনোদ মহাশয়ে যদি আমাৰ সেই সত্ৰবোৰত বঙ্গলুৱা-নাটৰ ভাওনা দেখে আৰু সেই অদ্ভুত বঙ্গলা ভাষাত ৰচিত সেই নাটবোৰ পঢ়ে আৰু 'বঙ্গভাষা ও সাহিত্য' কিতাপৰ গ্ৰন্থকাৰৰ দৰে যদি তেওঁ kept in the dark হয়, অর্থাৎ তাৰ প্ৰকৃত আগগুৰি জানিবলৈ তেওঁক দিয়া নাযায়, তেন্তে তেওঁ নিশ্চয় সেইবোৰকো তিনি শ বা চাৰি শ বছৰৰ আগেয়ে অসমত প্ৰচলিত বঙ্গলা ভাষাৰ সাক্ষী বুলি ধৰি সেই কথা "সাহিত্য পৰিষৎ" সভাত প্ৰকাশ কৰিবৰ সম্ভৱ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# “বাইদেও”

জহ কালি এদিন দুপৰীয়া বতাহ লবৰ অভিপ্ৰায় কৰি আমাৰ বাটৰ বৰগছজোপাৰ তলত উপস্থিত হলোঁ গৈ। এনেতে মোৰ বান্ধৱ নৰও আহি মোৰ লগ লাগিলহি। দুয়ো কিছুপৰ হাঁহি মাতি গছৰ তলত বহি বতাহ লৈ থাকোঁতেই, সিফালৰপৰা বোকোচাত এটি কেচুৱাৰে সৈতে কুৰি বছৰীয়া এজনী মাইকী মানুহ আমাৰ ফাললৈ অহা দেখিলোঁ। মানুহজনীয়ে আমাৰ ওচৰ পাই বোকোচাৰপৰা কেচুৱাটি-নমাই কোলাত লৈ “হে হৰি, তোমাৰ মনত এয়ে হে আছিল” বুলি আমাৰপৰা পাঁচ হাত মান দূৰৈত খপৰ-কুৰে বহি কঁপিবলৈ ধৰিলে। আমি মানুহজনীৰ এনে ভাব গতি দেখি “কিয় কঁপিছা।” বুলি সোধাত মানুহজনীয়ে উত্তৰ দিলে“বোপাই-হঁত, মোৰ দুখৰ কথা তোমালোকক আৰু কি কম! বহুত বাট খোজ কাঢ়ি অহাত আৰু লঘোনত মোৰ এনে হৈছে”।

মানুহজনীৰ এই কেফাকি কথা শুনি মোৰ মনটো বেজাৰত জঁয় পৰি গল আৰু তেতিয়াই তেওঁক মোৰ পিছে পিছে আমাৰ ঘৰলৈ আহিবলৈ কৈ ঘৰ পালোঁগৈ। তেৱোঁ মোৰ পিছে পিছে গৈ আমাৰ ঘৰ ওলাল গৈ। তেতিয়া মই তেওঁক তেওঁৰ জাতৰ কথা সুধি, আমাৰে সৈতে তেওঁ একে জাতৰে বুলি জানিব পাৰি তেওঁক আমাৰ মাৰল-ঘৰটোলৈ লৈ গলোঁ গৈ, আৰু আইতাক এটা জলপান সজাবলৈ কলোঁ। আইতাই লৰালৰিকৈ এটা জলপান সজাই তেওঁক খাবলৈ দিলে। মানুহজনীয়ে হা-হুমুনিয়াহ ছাৰি খাই-বৈ উঠি অলপ সুস্থিৰ হৈ ৰহিল। তেতিয়া আয়ে বটাত তামোল-পাণ লৈ মানুহ-জনীৰ ওচৰত বহিল, ময়ো সেই ছেগতে গৈ পীৰা এখন পাৰি আইতাৰ ওচৰত বহিলোঁ গৈ।

মানুহজনী আৰু তেওঁৰ সেই আনন্দৰ প্ৰতিমা কেচুৱা লৰাটি দেখিলে কোনোবা উচ্চ ঘৰৰ জীয়াৰী বোৱাৰী আৰু ডাঙৰৰ সন্তান বুলি বোধ হয়। তেওঁৰ মুখত সৰলতা আৰু পবিত্ৰতাৰ কান্তি বিৰাজমান, অথচ সি ম্লান! যেন দিনে ৰাতিয়ে তেওঁ কিবা এটি মৰ্ম্মান্তিক বেদনাৰ দংশন তেওঁৰ সেই কোমল হৃদয়ত সহ কৰিব লাগিছে।

সি যি হওক, তামোল-ছালি খাই উঠি আয়ে তেওঁক সুধিবলৈ ধৰিলে,—“আই! আমাৰ আগত তই একো নাভাবিবি, কচোন আই তই কৰপৰা আহিছ আৰু তোৰ ঘৰ কত?”

তেওঁ এটি দীঘল হুমুনিয়াহ পেলাই ধীৰে ধীৰে উত্তৰ দিলে,—“আই, মোৰ ঘৰ লখীমপুৰৰ সদিয়াত।”

আইতা আৰু মই দুয়ো বিচুৰ্ত্তি হলোঁ। আইতাই পুনৰ সুধিলে—“আই, তোক দেখিলে দেখোন ডাঙৰ মানুহৰ ঘৰৰ বুলি বোধ হয়, আই কচোন, তই কিয় এনে দিগম্বৰ বেশেৰে এইখিনি ওলালিহি?”

তেওঁ এই কথা শুনা মাত্ৰকে তেওঁৰ চকুৰপৰা বিষাদৰ দুধাৰি পানী গালেদি বৈ গল। ক্ৰমে তেওঁৰ শোক বেছি হোৱাত আৰু সেই অনুসৰি চকুৰ পানীয়ো ওলাবলৈ ধৰাত আইতাই নানা ৰকমৰ প্ৰবোধ দি নাকান্দিবলৈ কলে। দুপনমান তামোল খোৱাৰ পিছত তেওঁ শোক সম্বৰণ কৰি কবলৈ ধৰিলে,—“আই! মই মোৰ দুখ আৰু ভাগ্যৰ কথা কৈ আপোনালোকক ব্যথিত কৰিব নোখোজোঁ; তথাপি আপোনালোকে যে শুনিবলৈ আগ্ৰহ প্ৰকাশ কৰিছে, কওঁ শুনক। মোৰ দেউতাৰ নাম লম্বোদৰ শইকীয়া। ধনে মানে মোৰ দেউতা গাৱঁৰ ভিতৰত এজন বৰ মুখিয়াল আৰু সম্ভ্ৰান্ত মানুহ আছিল আৰু সকলো তেওঁৰ গুণত বশ আছিল। মোৰ আইতাও এজন ধনী মানুহৰ কন্যা। তেওঁলোকৰ তিনটি সন্তান আছিল, ময়ে সকলোতকৈ সৰু, আৰু মোৰ দুজন ককাই আছিল। আই দুকাবৰ দুবছৰ মানৰ পিছত জহনী বেমাৰে মোৰ দুয়োটা ককাইক সিফলীয়া কৰিলে। আই এই অভাগিণীকো তেতিয়াই মাৰি নিয়াহেঁতেন আজি মোৰ মুখৰপৰা আপোনালোকে এই দুৰ্গতিৰ কথা শুনিবলৈ নেপালেহেঁতেন। মই সৰুতেই পবিত্ৰ মাতৃস্নেহৰ পৰা বঞ্চিত হৈছিলোঁ বুলিও পিতৃস্নেহৰপৰা বঞ্চিত হোৱা নাছিলোঁ; আনকি, মাহী-মাকে মোক কষ্ট দিয়ে বুলি, অনেকৰ অনুৰোধতো তেওঁ পুনৰ বিয়া নকৰিলে। সি যিহওঁক লাহে লাহে মোৰ যৌৱনাৱস্থা উপস্থিত হল, আৰু দেউতাই ধনে-মানে সম্ভ্ৰান্ত এজন মানুহত মোক বিবাহ দিলে। কিন্তু আই! কি কুক্ষণত এই অভাগিণীয়ে জন্ম গ্ৰহণ কৰিছিলোঁ কব নোৱাৰোঁ, মোৰ বিয়া নহল জানিবা বিহ হল। মোৰ বিয়াৰ দুমাহমানৰ পিছতে

সেইভাৱে মৃত্যু হল, আৰু কিছুমান দিনৰ পাছত শাহুৰ শাহু দুয়োৰো মৃত্যু হল। আমাৰ ঘৰত মাত্ৰ চাৰিটি প্ৰাণী অৱশিষ্ট থল। মই, মোৰ গিৰিহঁত, এজনী দাসী আৰু এটা চাকৰ। মোৰ গিৰিহঁত এজন শিক্ষিত ডেকা। তেওঁ প্ৰথমতে মোক ভাল পাইছিল, মৰম কৰিছিল আৰু সকলো কথাতে মোৰ মত লৈ চলিছিল। তেতিয়া মই ভাবিছিলোঁ যে আমাৰ পিছৰ জীৱনৰ দিনকেইটাও এইদৰে সুখময় হব। কিন্তু হায়, কালত বিপৰীত হল। শহুৰ শাহু মৰাৰ পিছত মোৰ গিৰিহঁত ঘৰৰো গিৰিহঁত হৈ পৰিল। আৰু কিছুমান দুষ্ট মানুহৰ লগত পৰি তেওঁৰ স্বভাৱ ক্ৰমে ক্ৰমে বেয়াৰ ফাললৈ ঢাল ললে আৰু নানা কুকাৰ্য্যত তেওঁ প্ৰবৃত্ত হল। তেওঁৰ ইচ্ছানুযায়ী কামত বাধা দিবলৈ কোনো নাছিল ; আৰু কোনোজনে আপোন ভাবি দিলেও তেওঁ তাক ওফৰাই পেলাইছিল। মোক আৰু তেওঁ দেখিব নোৱাৰা হল ; মই যেন তেওঁৰ চকুৰ কুটা, দাঁতৰ শাল হৈ হলোঁ। মই তেওঁক কু কৰ্য্যাত প্ৰবৃত্ত নহবলৈ নানা হাক-বচন দিয়ো তেওঁৰ মন ঘূৰাব নোৱাৰিলোঁ। পিছলৈ আৰু তেওঁক তেনে কথা কলে তেওঁ খঙতে একো-নাই হৈছিল। ক্ৰমে ক্ৰমে তেওঁ কানি, ভাং, মদ এই সকলোতে মুখ দিলে, আনকি, বেশ্যা-সক্ত হৈ পৰিল। নতুনকৈ ঘটক ছাৰি, আগৰ মান-সম্ভ্ৰম, টকা কড়ি বস্ত্ৰ-বেহানি যি আছিল সেই সকলোকে পাপ কাৰ্য্যত তেওঁ ভগণ কৰিলে। কালক্ৰমত মোৰ এই দবাটো হল। মই তেতিয়া তেওঁক সকলো কথা দেখুৱাই সংসাৰত ভালৰূপে চলিবলৈ মোৰ ক্ষুদ্ৰ বুদ্ধিৰে সকলো কথা বুজাই কলোঁ। কিন্তু তেওঁ শুনক ছাবি মোক তেনে কথা কোৱা বাবে কাটিবলৈ তৰোৱাল হৈ উলিয়াই ললে ; মই পতিয়েই তিৰোতাৰ গুৰু ভাবি তেওঁৰ প্ৰতি অকৃত্ৰিম স্নেহ আৰু শ্ৰদ্ধা তথাপিতো কম কৰা নাছিলোঁ। আমাৰ আৰু দুৰৱস্থাৰ সীমা নাথাকিল ; আনকি, খাবলৈ ভাত আৰু পিন্ধিবলৈ কাপোৰৰো অনাটনত পৰিলোঁহঁক। তথাপিতো. ওচৰ-চুবুৰীয়াৰ মৰমৰপৰা মোৰ গিৰিহঁত বঞ্চিত হলেও মই বঞ্চিত হোৱা নাছিলোঁ। তেওঁলোকে খাব-বৰৰ নিমিত্তে আমাক সহায় কৰি আছিল।

এদিন গিৰিহঁত কৰবালৈ এমাহৰ নিমিত্তে যাব বুলি কোৱা শুনি, তেওঁক নাযাবলৈ ভৰিত ধৰি কত অনুনয় বিনয় কৰিলোঁ। ভাব সীমা নাথাকিল, কিন্তু

তেওঁ একোকে নুশুনি বৰং বিদ্ৰূপৰ হাঁহি মাৰি, মোৰ অৱশিষ্ট গহনা-পাতি বোৰ মোৰপৰা হাত কৰি লৈ বেচি এখমান ৰূপ লৈ তেওঁৰ লগৰীয়া চাৰিজন মানেৰে সৈতে হাঁহি-মাতি ঘৰৰপৰা বাজ হল! এমাহমানৰ মূৰত তেওঁ এজনী বেশ্যাৰে সৈতে মাজ-নিশা আমাৰ ঘৰত ওলালহি আৰু সোধ-পোচ নোহোৱাকৈ, মোক মোৰ এই লৰাটিৰে সৈতে তেতিয়াই ঘৰৰপৰা ওলাই যাবলৈ আদেশ কৰিলে। মই এনে "বিনামেঘে ব্ৰজপাত" হোৱাৰ কাৰণ বুজিব নোৱাৰি তেওঁৰ ওচৰত কাকুতি কৰিলোঁ, কিন্তু মোৰ আশা পূৰ্ণ নহল। আৰু তেওঁ ইয়াকো কলে যে মই তেতিয়াই সেই ঘৰৰপৰা বাজ নহলে তেওঁ তৰোৱালেৰে মা-পো দুইকো কাটি নদীত উটাই দিব। আই, পুৰুষৰ হৃদয় ইমান কঠিন বুলি মই আগেয়ে জনা নাছিলোঁ।"

এই বুলি কৈ আৰু তেওঁ কব নোৱাৰিলে। দেখিলোঁ শোক আৰু মৰ্ম্মান্তিক বেদনাত তেওঁৰ বাক্ বোধ হল। তেওঁৰ সেই দুখময় কাহিনীয়ে আমাৰ মনতো এনেকৈ আঘাত দিছিল যে আমাৰো চকু-লো বৈ গল। কিন্তু তেওঁক আমি কান্দি শোকতে শোক দিয়া হব যেন ভাবি আমাৰ চকুৰ পানীৰ বাট বন্ধ কৰিলোঁ আৰু তেওঁক সান্ত্বনা দিবলৈ ধৰিলোঁ। কিছুপৰৰ পিছত তেওঁ শোক সম্বৰণ কৰি পুনৰ কবলৈ আৰম্ভ কৰিলে। "মই প্ৰাণৰ ভয় আৰু বেজাৰত কেচুৱাটি লৈ, তেওঁৰ চৰণত ধৰি কান্দি-কাতি বিদায় লৈ তেতিয়াই বাহিৰ ওলালোঁ। কিন্তু আই, বিদায়ত তেওঁ শোক প্ৰকাশ কৰক ছাৰি সম্পূৰ্ণৰূপে আনন্দ হে প্ৰকাশ কৰিলে। তেওঁ এই বিবাহিতা পত্নী আৰু এই কেচুৱাটিলৈ এবাৰো মৰমৰ চকুৰে নাচালে। মই নিজৰ ভাগ্যকে নিজে দুষি উদ্দেশ্যবিহীন হৈ যাবলৈ ওলালোঁ। কিন্তু মাজনিশা এই কেচুৱাটি লৈ কলৈ যাওঁ, অগত্যা ওচৰৰ মানুহ এঘৰতে কোনোমতে নিশা থাকিলোঁ। লাজ আৰু দুখত মোৰ টোপনি নাহিল। ৰাতিপুৱা যেয়ে মোৰ এই দুৰৱস্থাৰ কথা শুনিলে সেয়ে চকুৰ-পানী টুকি তেওঁক গৰিহণা দিবলৈ ধৰিলে। গাঁৱৰ মানুহে মোক সেই গাঁৱতে এটা ঘৰ সজাই দি ৰাখিবৰ অভিপ্ৰায় কৰিলে। কিন্তু মই বেজাৰত সেই গাঁৱত আৰু নাথাকো বুলি কৈ তেতিয়াই এই কেচুৱাটিক বুকুত বান্ধি লৈ লাজ আৰু ভয় সত্বেও গাঁৱৰপৰা যাবলৈ ওলালোঁ।

মোৰ যোৱাত কতই বাধা দিলে, কিন্তু বেজাৰত মোৰ হৃদয় দগ্ধ হোৱাত কাতৰোক্তি আৰু চকুৰ পানীৰে তেওঁলোকক ওভতাই পঠালোঁ। আই, তেতিয়াৰপৰা অজিলৈকে প্ৰায় এমাহতকৈ বেছি হৈছে, শোকে দুখে, ভোকে লঘোনে, খুজি মাগি খাই আজি আপোনালোকৰ ঘৰ ওলাইছোঁহি। আই, কেতিয়াবা মৰিবলৈ চাওঁ, কিন্তু এই এবছৰীয়া লৰাটিক কাৰ আশ্ৰয়ত এৰি থৈ যাওঁ আৰু মোৰ বাহিৰে এই লৰাটিৰ গতি কি হব, ইয়াকে ভাবি মৰিব নোৱাৰোঁ। আই, এয়ে মোৰ জীৱনৰ শোক লগা কাহিনী। হে প্ৰভু ——" দেখিলোঁ তেওঁ আৰু কব নোৱাৰিলে, তেওঁ সেই অজান কেচুৱাটিলৈ চাই সৰু লৰা-ছোৱালীৰ দৰে ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে। মাকক কন্দা দেখিয়েই তেওঁৰ সেই কেচুৱা-টিয়েও কান্দি উঠিল। আমি মা-পো দুয়ো তেওঁৰ ফালে কিছু পৰ চাই, নিজকে চম্ভালি নানা ৰকমে তেওঁক প্ৰবোধ আৰু সান্ত্বনা দিলোঁ। আৰু তেওঁৰ অনিচ্ছা সত্বেও আমি নেৰানেপেৰাকৈ ধৰি আমাৰ ঘৰত তেওঁৰ জীৱন কটাবলৈ তেওঁক মান্তি কৰিলোঁ।

তেতিয়াৰপৰা আয়ে তেওঁক নিজৰ জীৰ দৰে আৰু মই তেওঁক নিজৰ "বাইদেও" ৰ দৰে চেনেহ কৰিবলৈ ধৰিলোঁ। তেৱোঁ আমাৰ প্ৰতি যথেষ্ট মৰম প্ৰকাশ কৰিলে। তেওঁৰ লৰাটিৰ নাম মৰমতে আমি "মইনা" দি ললোঁ। লাহে লাহে মইনাৰ বয়স দুবছৰ হল আৰু সি লৰি ফুৰিব পৰাটি হল। বাইদেওৰ কেতিয়াবা বেজাৰ লাগিলে মইনাৰ হাঁহি মুখে সেই বেজাৰ আৰু অশান্তিৰ জুইত হৰিষ আৰু শান্তি-বাৰি ঢালি দিছিল। এইদৰে "বাইদেও" আৰু মইনা আমাৰ ঘৰত থকা দুবছৰ হল। এদিন কাল শত্ৰু-কৱে আমাৰ ঘৰ উদং আৰু মইনাক মাউৰা কৰি মৰমৰ বাইদেওক হৰি নিলে। সেই শোক আমি আৰু ইহ-জীৱনত কেতিয়াও পাহৰিব নোৱাৰোঁ। তেও মৰিবৰ সময়ত মইনাক আমি আপোন যেন দেখিবলৈ কৈ আমাৰ হাতত গতাই দি গল। আভুৱা মইনাই ইয়াৰ একো বুজিব নোৱাৰি মোৰ আইতাকে "আইতা" বুলিবলৈ ধৰিছে। মইনাৰ মুখখন অবিকল বাইদেওৰ মুখ খনিৰ নিচিনা দেখি; গতিকে, আমি মইনাকে চাই বাইদেওৰ সমন্ধে নানা কথা-বতৰা পাতি শোক কৰোঁ। এতিয়া মইনাৰ বয়স ৬ বছৰ। মইনা আমাৰ ঘৰতে আছে।

শ্ৰীমহীচন্দ্ৰ বৰা।

# প্ৰভাতৰ পদ্ম।

জিলিকি উষাৰ ৰেখা উদিল তৰুণ ৰবি
পূব আকাশত।
মাৰিলে সুখৰ হাঁহি কোমল কমল-বালা
তটিনী বুকত॥
গল নিশা ওৰেৰাতি বিৰহ অগণি লাগি
বুকু জ্বলিছিল।
এতিয়াই সেই জুই পানীৰ পৰশে যেন
চেঁচা পৰি গল॥
পৰশি অৰুণ কৰ অন্তৰৰ অন্ধকাৰ
বেগে আঁতৰিল॥
কুমুদক ইৰ্ষা কৰি হৰষে পদুম-বালা
উলাহে উঠিল॥
হৃদয়ৰ ভিতৰত প্ৰণয়ৰ মকৰন্দ
ৰতাহে খুলিলে।
সুপ্ৰীতি নয়নে দোঁহ! নাথৰ মুখৰ ফালে
চায়েই থাকিলে॥
নতুন নায়ক প্ৰেম অমৃত পানৰ আশে
সুবেশ ধৰিলে।
সুচিকণ কেশটাৰ যতনে মেলাই বালা
খোপাটি বান্ধিলে॥
নাথে দিয়া উপহাৰ সুন্দৰ কনক আহা
গলত পিন্ধিলে।
নিৰ্ম্মল পানীত চাই স্বমুখৰ প্ৰতিবিম্ব
নিজকে মুহিলে॥

নীল আকাশক এৰি অনিল লৰৰি আহি
মুখনি চুম্বিলে।
ভোমোৰা বলিয়া যেনে ফুলৰ সোৱাদখিনি
লই পলাইলে॥
কিয়নো পদুমী তোৰ প্ৰখৰ ৰবিৰ প্ৰতি
অত অনুৰাগ ?
ৰূপে যাৰ চকু থায়, কিৰণো প্ৰচণ্ড হায়,
পুৰি দেই বঢ়ায় বিৰাগ॥
তোমাৰ জীৱনৰূপ জীৱন শোষণ কৰে,
এনুৱা নিৰ্দ্দয়।
পৰদুখ দেখি হায় জলদে আবৰি ধৰে
সময় সময়॥
সুদূৰ আকাশে থাকি সদা ঘুৰি ঘুৰি ফুৰে,
নাই সহবাস।
আজলী অবলা দেহি কোমল হৃদয়া তুমি,
জলতে নিবাস॥
তেনুৱা প্ৰখৰ কৰে কিয় তুমি হোৱাঁ সুখী
বুজিব নোৱাৰি।
মানুহে ৰবিৰ কৰ সহিব নোৱাৰি চলে
শীৰে ছাতি ধৰি॥
মই কওঁ হেৰা বালা! এৰি সুকমৰ প্ৰেম,
চন্দ্ৰত মজিবা।
নিজান নিশান্ত ভেবে শান্তিৰ নিয়ৰ পাই
প্ৰাণক জুৰাবা॥
সৰল স্বভাৱ বালা পদুমী বুলিলা, "নাথে
নিন্দা অকাৰণ।
বিদিত কলঙ্কী শশী মোৰ প্ৰাণেশ্বৰপৰা
পায় সুৰৰণ।

সহয় উত্তপ্ত ৰবি          মোৰে হে প্ৰীতিৰ হেতু
অগণি জ্বলায়।
ক্ষক্ষণ দাহন কৰি          ৰহি সৌ সৰোপৰি
হাৰ নিৰমায়॥
যেতিয়া পিন্ধায় হাৰ          পৰাণ শিতল কৰে
বিদগ্ধ ভাস্কৰ।
যত ভাল পায় মোক          কেনেকৈ কম আৰু,
বৰ্ণনা দুস্কৰ॥
কি হব থাকিলে দূৰে?          সিজনৰ প্ৰাণেসৈতে
প্ৰাণ মোৰ গঁথা।
ৰইছে অদৃশ্যভাৱে          দুটি প্ৰাণ একে ঠাঁই
একে প্ৰেম-সূতা॥
দূপৰ হলেহি নাথ          প্ৰতিবিম্ব চলে নামি
সৰোবৰ জলে।
মোৰে হে চৰণে ধৰি          কতনো মিনতি কৰে
মচ্ছি নয়ন আঁচলে॥
তুমি জানা ৰবিদেৱে          সলিল শুকায়, কিন্তু
যথাৰ্থ নহয়।
পানী নীল বস্ত্ৰ ভ্ৰমে          পৰিহাস কৰে মাত্ৰ
ৰবি মহাশয়॥
কৰে পানী আকৰ্ষণ          মেঘ বুলি জানা যিটো
স্বৰূপ নহয়।
পানী-বস্ত্ৰ মোৰ সিটো          ধেমালি কৰিহে নাথ
আকৰ্ষি লয়॥
আকৌ হেৰোৱা বস্ত্ৰ          ঘুৰাই দিয়েহি মোক
বাৰিষা কালত।
গোপী বস্ত্ৰ হৰি যেনে,          কলীয়া কদম্ব মূলে,
যমুনা তীৰত॥

শ্ৰীচাৰুচন্দ্ৰ শৰ্ম্মা ঠাকুৰ।

# অসমীয়া বিয়া।

বৰ্ত্তমান যুগত বিয়া লৈ বঙ্গদেশৰ তো কথাই নাই আসামতো যথ গোলমাল হৈছে। গোলমালৰ ভিতৰত এইটোই যে, ব্ৰাহ্মণ, উচ্চবংশীয় কলিতা আৰু কায়স্থবিলাকৰ ছোৱালী ১১৷১২ বছৰৰ আগেয়ে বিয়া দিব লাগে অৰ্থাৎ ৰজস্বলা হোৱাৰ আগেয়ে বিয়া নিদিলে সেই ছোৱালীৰ আজীবন বিয়া হবই নোৱাৰে, তদুপৰি ঘৰৰপৰা সেই ছোৱালী বাজ কৰি দিব লাগে আৰু কুলত কলঙ্ক অনা হয়। সেইদেখি ১১৷১২ বছৰৰ আগেয়ে ছোৱালী নিশ্চয় বিয়া দিবই লাগে। সেই কাৰণেই বোধকৰোঁ আজিকালি দৰাৰ দৰ ইমান মৰগ। সকলোৱে ভাল লেখা-পঢ়া জনা লৰা বিচাৰে। কাৰণ অসমীয়া ভদ্ৰলোকৰ সাধাৰণতঃ চাকৰিগত প্ৰাণ। চাকৰি এটি নাপালে তিৰুতা পুহিবৰ আন একো উপায় নাই। আৰু যদিও চাকৰি নকৰি কাচিৎ দুই এজনে বেহা-বেপাৰত মন দিছে তথাপি তেওঁলোকৰ প্ৰতিপত্তি নিচেই কম। এনেকি আমাৰ ভদ্ৰ সমাজে তেওঁলোকক বেপাৰী বুলি ইতিকিং কৰে। আসামৰ নিচিনা পিছ পৰা ঠাইত ভাল লেখা-পঢ়া শিকেই বা কেইজনে? তাৰ উপৰি দুই এজনে বিদেশলৈ গৈ লেখা-পঢ়া শিকি আহিলেও তেওঁলোকে এই স্বৰগৰ ফুল ধৰ্ম্মিষ্ঠ বামুণ কেজনৰ চক্ষুশূল হয় আৰু তেওঁবিলাক বিদেশলৈ যোৱা বাবে স্বদেশৰ লগত বিবাহ-বন্ধনৰ পৰা বাদ পৰে। এনে স্থলত ভাল লৰাই বা হব কৰ পৰা আৰু বিয়া দিয়া যে কিমান টান কাম তাক সহজেই অনুমান কৰিব পাৰি। এনে স্থলত কি উপায় অৱলম্বন কৰিলে বিয়া অনায়াসসাধ্য হব তালৈ চিন্তা কৰা সকলো কৰ্ত্তব্যপৰায়ণ মানুহৰ কাম।

বঙ্গদেশত এই বিয়া লৈ মধ্যবিৎ ভদ্ৰমণ্ডলীৰ যে কিমান দুৰ্গতি হবলৈ ধৰিছে তাক আমি নিজ চকুৰে দেখিবলৈ পাইছোঁহক। তথাপি ইমানতো সতৰ্ক নহওঁ আৰু এই কুপ্ৰথা সমাজৰপৰা উচ্ছেদ নকৰোঁ। বঙ্গদেশত বহুৎ সময়ত ছোৱালী বিয়া দিয়া ধৰচলৈ ভাবি লৰা পঢ়োৱা পৰ্য্যন্ত তুচ্ছ কৰা দেখা গৈছে। আৰু ছোৱালী হবৰেপৰা সেইঘৰ মানুহৰ ঘৰত শান্তি নাইকিয়া হৈ পৰে, আৰু কেনেকৈ টকা পাব পাৰি এই ভাবনাত সেইঘৰ ব্যস্ত হয়; এনেকি সময়ত ভাল বেয়া বিবেচনা নকৰিও যি কোনো

উপায়ে টকা উপাৰ্জ্জন কৰিবলৈ মাত্ৰ বাট বিচাৰে। এইবিলাক কাৰণত ৰজস্বলা হোৱাৰ আগেয়ে বিয়া দিয়া প্ৰথাটো উঠাই দিয়া একান্ত বাঞ্ছনীয়; আৰু তাৰ লগে লগে বালবিধৱাৰ পুনৰ্বিবাহ প্ৰথাটো চলালে বৰ সুখৰ কথা হয়। লৰাই সোনকালে বিয়া কৰালে যেনেকৈ শৰীৰলৈ অনিষ্টকৰ সেইদৰে ছোৱালীয়ে সোনকালে বিয়া কৰালেও স্বাস্থ্য নষ্ট হৈ কগীয়া হৈ চিৰকাল নৰিয়া ভুগি থাকে। সেইদেখি আমাৰ মতে ছোৱালী বয়সত বিয়া দিয়াটো হে ভাল। আৰু ইয়াৰ ভাল ফলস্বৰূপ অনন্ত উদাহৰণ আমি চকুৰ আগতে দেখিবলৈ পাওঁহক। আমি লৰাক যেনেকৈ ভালকৈ লেখা-পঢ়া শিকাব লাগে আৰু যাতে জীৱন-যুদ্ধত সি ভয় খাই পিছ নোহোঁহকে তাৰ কাৰণ সাজু কৰিব লাগে, সেইদৰে আমাৰ ছোৱালীকো উপযুক্ত শিক্ষা দিব লাগে যাতে তাই স্বামীক শুশ্ৰূষা আৰু শাহু শহুৰক ভক্তি কৰি সেৱা শুশ্ৰূষাৰ দ্বাৰাই তেওঁবিলাকৰ মৰমৰ পাত্ৰ হব পাৰে; আৰু এই কাৰণেই বোধ কৰোঁ আজিকালিৰ দিনত বেছিভাগ বোৱাৰীয়ে শাহুৰ মন যোগাব নোৱাৰে। সেই কাৰণে যাতে ছোৱালীৰ উপযুক্ত শিক্ষা হয় আৰু যাতে ছোৱালীয়ে স্বামী আৰু শাহু শহুৰৰ মোল বুজে আৰু যাতে তেওঁলোকৰ মৰমৰ আৰু উদাহৰণৰ স্থল হয় তাৰ উপায় কৰা শিক্ষিত সমাজৰ একান্ত কৰ্ত্তব্য কাম।

সকলোৱে বুজে যে ছোৱালী ৰজস্বলা হোৱাৰ আগেয়ে বিয়া দিয়া বৰ মস্কিল। সকলোৱে বুজে যে কম বয়সত বিয়া দিলে ছোৱালীয়ে বাপেক মাকৰ ঘৰত শিক্ষা পাবলৈ যথেষ্ট সময় নাপায় আৰু ছোৱালীৰ উপযুক্ত শাৰীৰিক আৰু মানসিক শক্তি পৰিপুষ্ট নহয়। আৰু সেই বাবেই ছোৱালীয়ে শাহু শহুৰৰ ঘৰলৈ গৈ কাৰো মনত সুখ আৰু মৰম লগাব নাজানে, আৰু হঠাৎ শহুৰৰ ঘৰত কাম-কাজত বিশেষভাৱে মনোযোগ দিবলৈ বাধ্য হোৱাত কগীয়া হৈ চিৰজীৱন কটাব লাগে। তথাপি আমাৰ সভ্য সমাজে এই বিষয়ে অকণো চকু কাণ দিয়া দেখা নাযায়। বহুত সময়ত শিক্ষা আৰু বয়সৰ অভাৱত ছোৱালীয়ে গিৰিয়েকৰ মন যোগাব নোৱাৰা আমি দেখিবলৈ পাওঁহক আৰু এই বাবেই বহুত স্বামী স্ত্ৰীৰ ভিতৰত প্ৰথম অৱস্থাত কাৰো প্ৰতি কোনেও আকৰ্ষণ কৰিব নোৱাৰে; এনেকি

সময় বিশেষে দুইৰো ভাওৰ দন্দ হয় আৰু উভয়ৰে ধাৰণা বেলেগ হোৱা দেখা গৈছে। ইয়াৰ বাহিৰে স্ত্রীয়ে স্বামীক সকলো কামত সহায় কৰিব পাৰিব লাগে আৰু সকলো কামত ইটোক সিটোৱে আৰু সিটোক ইটোৱে সোধা-পোছা কৰি কাম-কাজ কৰা উচিত। কিন্তু আমাৰ তিৰোতা এনেকুৱাই যে তেওঁলো গিৰিয়েকৰ কামত নিজৰ মতামত দি সহায় কৰা দূৰৰ কথা গিৰিয়েক নো সংসাৰত কি ভাৱে চলিছে অর্থাৎ গিৰিয়েকৰ নো সাংসাৰিক অৱস্থা কেনে তাক পর্য্যন্ত জানিবলৈ ইচ্ছা নকৰে। এয়ে হৈছে তিকতাৰ বর্ত্তমান অৱস্থা। তিকতা বাস্তৱতে যদি নিৰোগী, পৰিশ্রমী, মৰমিয়াল আৰু গিৰিয়েকৰ সকলো কামতে সহায় কৰিব পৰা হয় তেতিয়া দুখীয়া হলেও সংসাৰত মানুহে অমিয়া সুখ অনুভৱ কৰিব পাৰে।

কিন্তু তিকতাক এইবিলাক গুণৰ আধাৰ কৰিব খুজিলে সময়ৰ দৰকাৰ। দহ এঘাৰ বছৰ বয়ৰত লৰা ছোৱালীৰ উমলিবৰ সময়; আৰু বিশেষতঃ ছোৱালীবিলাক সাধাৰণতঃ যেতিয়ালৈকে ৰজস্বলা নহয় তেতিয়ালৈকে সিহঁতৰ সংসাৰৰ দায়িত্বজ্ঞান একেবাৰেই নথয়। সেইদেখি ৰজস্বলা হোৱাৰ দুই তিনি বছৰৰ পিছত সিহঁতৰ বিয়া হলে সিহঁতে এইবিলাক গুণ শিকিবলৈ সময় পায় আৰু বাস্তৱতে শিকেও। সাধাৰণতঃ ১৬।১৭ বছৰ বয়স নহলে ছোৱালীৰ শৰীৰ সম্পূর্ণভাৱে পুষ্ট নহয়। কিন্তু আজি কালি দেখিবলৈ পাওঁ যে আমাৰ ছোৱালী ১৩।১৪ বছৰ বয়সত মাক হয়। এনেস্থলত তেনেকুৱা ছোৱালীৰ যে লৰা ছোৱালী কেনেকুৱা নিস্তেজ আৰু দুর্ব্বল হব তাক সহজেই বুজিব পাৰি। কুমলীয়া গছৰ খুটাক কিমান সহজে মাটিয়ে খাব পাৰে আৰু পুৰঠ গছৰ খুটা কিমান দিন টিকে তাক সকলোৱে জানে। এইদৰে কুমলীয়া বয়সত বিয়াৰ প্রথা যে কিমান দিন চলি আহিছে আৰু তাৰপৰা আমি ক্রমান্বয়ে কি ভাৱে দুর্ব্বল, নিস্তেজ আৰু ম্রিয়মাণ হৈ আহিছোঁ তাৰৈ চালে বাস্তৱতে আমাৰ শৰীৰ শিয়ঁৰি উঠে। তদুপৰি ছোৱালীৰ বিয়াৰ বয়স ৰজস্বলাৰ পিছলৈ নিলে যে আমাৰ বিধৱাৰ সংখ্যা কমি যাব ইয়াত তিলমাত্র সন্দেহ নাই।

এনে স্থলত পিতা মাতা যাতে নিৰোগী আৰু বলৱান হয় তালৈ চকু কাণ ৰখা সকলো কৰ্ত্তব্যপ্ৰিয় ভদ্ৰলোকৰ কাম। সভ্যতা বঢ়াৰ লগে লগে দেখিবলৈ পাওঁ যে আমাৰ লৰা ভীৰু আৰু নিস্তেজ হয়। ইয়াৰো যে গুৰিত পিতা মাতাই তাক কোনেও মুই কৰিব নোৱাৰে। একেই আমি পৰাধীন চাকৰিগত প্ৰাণী, তাৰ উপৰি আমাৰ লৰা ছোৱালীৰ মাক যদি ৰুগীয়া হৈ নিস্তেজ আৰু দুৰ্ব্বল হয় তেনেহলে লৰা ছোৱালীয়ে কাৰ মুখৰপৰা উৎসাহ-বাক্য শুনি সাহসিক আৰু তেজস্বী হব? পিতা চাকৰীয়া, ৰাতি পুৱাৰপৰা গধূলিলৈকে কেৱল চাকৰি লৈয়ে ব্যস্ত, সেইদেখি লৰা ছোৱালীৰ একমাত্ৰ ভৰসাৰ স্থল মাতা, আৰু সেই মাতাৰ ওচৰত যদি সিহঁতে উৎসাহ বাণী শুনিবলৈ নাপায় তেনেহলে আমাৰ লৰা ছোৱালীৰ ওচৰত ভবিষ্যৎ আশা দুৰাশামাত্ৰ। জাপানত এই বিষয়ে অতি সুন্দৰ নিয়ম আছে। তাত যে কেৱল বঢ়স্থলাৰ পিছত ছোৱালীৰ বিয়া হয় এনে নহয়; এনেকি তাত তিৰুতাই ব্যায়াম শিক্ষা কৰিব লাগে; সেই বিষয়ৰ কিতাপ পৰ্য্যন্ত আছে; আৰু জাপানী তিৰুতাই সেই কিতাপ অনুসাৰে সদাসৰ্ব্বদাই ব্যায়াম শিক্ষা কৰে। তাৰ দ্বাৰাই তিৰুতাৰ শৰীৰ বিশেষভাৱে আটিল আৰু পাৰমাৰ্জ্জিত হয়। জাপানী তিৰুতা মতাতকৈ কোনো গুণে দুৰ্ব্বল নহয়। আৰু সেইকাৰণেই বোধকৰোঁ জাপানীবিলাক আজ ক্ষুদ্ৰ দ্বীপবাসী হৈও অসীম পৰাক্ৰম শালী ইউৰোপিয়ান স্বাধীন জাতিৰ লগত সমানভাৱে গণ্য আৰু মাননীয় বুলি বিখ্যাত। ব্যায়াম কৰিলে তিৰুতাৰ সৌন্দৰ্য্য আৰু লাৱণ্য নষ্ট হয় বুলি বহুতৰ ধাৰণা। কিন্তু সেইটো একেবাৰেই ভ্ৰম আৰু মিছা; বৰং ব্যায়াম নকৰিলে হে এটা কিম্ভুত-কিমাকাৰ মনুষ্যাকৃতি প্ৰাণী হয়। ব্যায়াম কৰিলে স্বাভাবিকভাৱে শৰীৰৰ অঙ্গপ্ৰত্যঙ্গ পুষ্ট হৈ শৰীৰৰ শ্ৰীবৃদ্ধি হয়।

ভাৰতে যেতিয়ালৈকে হৃষ্টপুষ্ট, নীৰোগী, পৰিশ্ৰমী আৰু শিক্ষিতা তিৰুতা জন্মাব নোৱাৰিব তেতিয়ালৈকে ভাৰতৰ উন্নতিৰ বাট বন্ধ। আমাৰ দেশত বহুতৰ বিশ্বাস যে তিৰুতা শিক্ষিতা হলে গৃহস্থালী চলোৱাত বৰ বেয়া হয় আৰু গৃহস্থৰ কাম-কাজ নকৰি গোটেই মেম চাহাব হৈ পৰে। এই কথা একেবাৰেই ভেটিশূন্য। এমেৰিকাৰ তিৰুতাবিলাকৰ পিনে চকু দুৰাই

চালে সেই ভ্ৰম তৎক্ষণাৎ দূৰ হয়। তাৰ কাৰণ আমেৰিকাৰ প্ৰায় তিৰুতায়ে ভাল লেখা-পঢ়া জানে, অথচ ইপিনে পানী অনা, লোটা-বাটি ধোৱা, লৰা ছোৱালী নিচুকুৱা আৰু ভাত ৰন্ধা আদি সকলো নিজ হাতে কৰে। তাৰ বাহিৰে নিয়ম মতে গির্জ্জালৈ যায়, সভা-সমিতিত যোগ দিয়ে, অথচ ঠিক সময়ত লৰা ছোৱালী আৰু গিৰিয়েকক ভাত দিয়ে ; এনেকি ফটা কাপোৰত টাপলি মাৰিবলৈ ইয়াৰ ভিতৰতে সময় কৰি লয় আৰু লৰা ছোৱালীক স্কুলীয়া কিতাপৰ পঢ়া শিকায়। এইবিলাকেই হৈছে শিক্ষিতা তিৰুতাৰ সৌন্দর্য্য।

আমি সময়ে সময়ে ইচ্ছাৰ বিৰুদ্ধেও ৫০ বছৰীয়া বুঢ়াৰে সৈতে ১১ বছৰীয়া ছোৱালীৰ বিয়া দিওঁ ; কিয়নো, ১১ বছৰত ছোৱালী বিয়া নিদি ৰাখিলে আৰু ইতিমধ্যে ৰজস্বলা হলে আমাৰ কুলত কলঙ্ক পৰিব। এই কুসংস্কাৰৰ বশৱৰ্ত্তী হৈ আমি যে বহুতৰ ভবিষ্যৎ সুখ নষ্ট কৰোঁ তাত বিন্দুমাত্ৰ সংশয় নাই। বুঢ়াৰ গম্ভীৰ ভাবৰ সংসাৰৰ লগত কুমলীয়া ছোৱালীৰ চঞ্চল প্ৰকৃতিৰ সংসাৰ কেতিয়াও মিলিব নোৱাৰে, বৰং ইয়াৰ পৰিবৰ্ত্তে বিধৱা ছোৱালীৰ লগত এনেকুৱা দৰাৰ বিয়া হোৱা হে বাঞ্ছনীয় ; আৰু এইবাবেই আমাৰ শিক্ষিত ভদ্ৰলোকৰ ওচৰত অনুৰোধ কৰোঁ যেন তেওঁলোকে বিধৱা বিয়া চলাবলৈ অহোপুৰুষাৰ্থ কৰে। ইয়াৰ বাহিৰেও আমি নিজে তিৰুতা লৰা ছোৱালী লৈ পৰম সুখে মাছ মাংসাদি খাই লৈ থাকিম অথচ আমাৰ বিধৱা ভনী নাইবা ছোৱালীয়ে অলঙ্কাৰবিহীন হৈ শুভ্ৰ বস্ত্ৰ পৰিধান কৰি দুই বেলা নিৰামিষ ভোজন কৰা দেখিম, ই বাস্তৱতে বৰ অসহনীয়। হিন্দুধৰ্ম্ম মতে তিৰুতা বিধৱা হলে ব্ৰহ্মচাৰিণী হৈ জীৱন যাপন কৰিব লাগে, কিন্তু মতাবিলাকৰ তিৰুতা মৰিলে অতি শীঘ্ৰে তেওঁলোকে আকৌ ছোৱালী বিয়া কৰাব লাগে ; এইটো কেৱল স্বাৰ্থপৰতাৰ চিন মাথোন। কিন্তু তিৰুতাবিলাকক এনেকুৱা কট্‌কটীয়া নিয়মৰ ভিতৰত ৰাখিও কোনোবাই ডাঠকৈ কব পাৰে নে যে হিন্দু বিধৱা তিৰুতাবিলাক সতীৰ উদাহৰণ স্বৰূপ? কেতিয়াও নহয়। বেছি ভাগ বিধৱাৰে আমি কুৎসা বদ্‌নাম প্ৰায়ে শুনিবলৈ পাইছক। এইদেখি এইবিলাক কুৎসা বদনাম যাতে লোপ পায় তালৈ মন কৰি বিধৱা বিয়া চলোৱা একান্ত বাঞ্ছনীয়।

শ্ৰীকাশীনাথ তালুকদাৰ।

# অসমীয়াৰ গাৱঁলীয়া জীৱন।

এই বিষয়টো বহলাই আলোচনা কৰিলে এটা ডাঙৰ কিতাপ হব। আমি বেছি দিন গাৱঁত বাস কৰা নাই; মাত্র গাৱঁলীয়া মানুহৰ সংসৰ্গৰ পৰা যি অলপ অভিজ্ঞতা লাভ কৰিছোঁ। তাৰপৰাই অসমীয়া গাৱঁলীয়া জীৱনৰ এটি চমু বিবৰণ দিবলৈ আগ বাঢ়িলোঁ। পোন-প্ৰথমতে কোৱা যাওক নগৰীয়া আৰু গাৱঁলীয়া জীৱনৰ ভিতৰত পাৰ্থক্য কি?

গাৱঁৰ মানুহে নিজে খেতি-বাতি কৰি পেট প্ৰবৰ্ত্তাই থাকে আৰু নিজৰ ভাগৰ ধান দাই অঁটালে আৰু মাটিৰ খাজনা দিয়া হলে সুখে-স্বচ্ছন্দে বাস কৰে। পঞ্চাইতে আগৰ দিনৰপৰা চলি অহা ৰীতি-নীতি আচাৰ ব্যৱহাৰৰ অলপো লৰচৰ নকৰে আৰু কোনোৱে কৰিলে সমাজৰপৰা সি বিষম অত্যাচাৰ উপভোগ কৰে। নগৰৰ মানুহে কাচাৰীত আমোলা হৈ বা "কেৰাণী গিৰি" কৰি বা বেহা-বেপাৰ কৰি জীবিকা উপাৰ্জ্জন কৰে। নানান ঠাইৰ নানান লোকেৰে সংসৰ্গ হোৱাত নগৰীয়া মানুহৰ মন উন্নত হৈ উঠে আৰু পুৰণি কলীয়া দেশাচাৰবোৰৰ যুক্তিসঙ্গত উন্নতি কৰিবলৈকো ভেওঁবিঙাক পাছ নোহোঁহকে। নগৰ সভা সমিতিৰ স্থল, এই সভা সমিতিয়ে ইজন সিজনৰ ভিতৰত মনৰ ভাব সঞ্চালন কৰিবৰ সুযোগ দিয়ে। কিন্তু গাৱঁত যে একেবাৰে সভা সমিতি নাই এনে নহয়; মাজে মাজে পঞ্চাইতে ডাঙৰ ডাঙৰ মেল বা বৰসবাহ বা বৰভোজ পাতি সকলো গোট খায়। বিভিন্নতা এই যে, নগৰৰ সভা-সমিতি সাহিত্য বিজ্ঞান আৰু ৰাজনীতি সম্বন্ধীয়, আৰু গাৱঁৰ সভা-সমিতি যাইকৈ ভোজন সম্বন্ধীয়। দুয়োটিয়ে দুই বিধে মনৰ ভাব সঞ্চালন কৰিবলৈ বাট মুকলি কৰি দিয়ে। নগৰ শিক্ষাৰ যাই ঠাই। আমাৰ ওচৰচুবুৰীয়া বঙ্গদেশত নগৰৰ কথা দূৰত থাওক এখন ডাঙৰ গাৱঁতে ৭।৮টা ইংৰাজী স্কুল থাকে; আমাৰ দেশত গাৱঁত ৭।৮টা থাওক ছাৰি এটাও ইংৰাজী স্কুল নাই; মাত্র নিম্নপ্ৰাইমেৰী স্কুল আৰু কিছুমানত মজলীয়া ইংৰাজী স্কুল আছে। নগৰ হাই-উৰ্কমিৰ ধাঁহ; গাড়ীৰ ঘৰ্ঘৰণি, ৰেল জাহাজৰ উকি আদি নগৰত অনবৰত আছেই; কিন্তু গাৱঁত বেলি

ভেনি সুখময় শান্তিয়ে বিকাশ পায়। তাত চৰাই-চিৰিকতিৰ মাতৰ বাহিৰে আন শব্দ অতি বিৰল; প্ৰকৃতিৰ মন মোহা সৌন্দৰ্য্য চাৰিউ দিশে বিৰাজি থাকে।

এতিয়া আমি যাই বিষয়টিৰ ওচৰ চাপোঁ। বিষয়টি হৈছে "অসমীয়া গাৱঁলীয়া জীৱন।" ৰেভৰেণ্ড লালবিহাৰী দেৰ "Bengal peasants iife" নামৰ কিতাপটো পঢ়ি আমাৰ এনে ধাৰণা হৈছে যে অসমীয়াৰ গাৱঁলীয়া জীৱন বঙালীৰ গাঁৱলীয়া জীৱনেৰে সৈতে দুটামান কথাত মিলে। মাত্ৰ অসমীয়াৰ গাৱঁলীয়া জীৱন বঙ্গালীতকৈ বেছি শান্তিময় যেন লাগে।

কেবাজাতৰ আৰু কেবাকুলৰ মানুহ এখন গাৱঁত একেলগে থাকে; কিন্তু একেলগে থাকে বুলি এজাতৰ মানুহে আন জাতৰ মানুহৰ লগত খোৱা-বোৱা নকৰে। কোনো বামুণ এজনৰ ঘৰত কায়স্থ এজনক খাবলৈ দিবলৈ হলে পানীপোস্তাত কলপতুৱা এখনত ভাত আৰু খোল এটাত আঞ্জা দিয়ে। কায়স্থ বা বামুণে তেওঁবিলাকতকৈ নীহ মানুহৰ হাতৰ পানী এটোপাও নেখায়। গাৱঁত ১০ বছৰ মানলৈকে ধুতি বিধুতি এইবোৰৰ বেছি বাছ বিচাৰ নহলেও হয়; কিন্তু সোনো লৰা বা ছোৱালীৰ সেইখিনি বয়স পাৰ হলে সি সকলো নিয়ম পালিবলৈ বাধ্য। ৰাতিপুৱা সি গা নোধোৱে মানে একো খাব, আন কি কোনো খোৱা বস্তু ছুব নোৱাৰে, দিনটোত যতবাৰ শৌচাচাৰ কৰে ততবাৰ গা ধুব লাগিব। এইখিনিতে কৈ থোৱা যাওক, নিয়মিতৰূপে ভালকৈ গা-পা ধুলে ওপৰত কোৱা নিয়ম বা আচাৰটো অতি উপকাৰী হৈ উঠিব; কিন্তু গা ধোৱা মানে পুখুৰী এটাত কঁকাললৈকে নামি পাত দুটোপামান পানী ছুতিয়া মাথোন। গাৱঁৰ প্ৰায় সকলো ঘৰতে এটা গোসাঁই-ঘৰ থাকে; ৰাতিপুৱা গা ধুই উঠি মানুহবোৰে গোসাঁইঘৰত সেৱা কৰে আৰু সন্ধ্যা লাগিলে এজনে তাত মিঠাতেলৰ চাকি এটা লগাই থয়।

গাঁৱৰ সাধাৰণ অৱস্থাৰ মানুহ এজনৰ এটা বৰঘৰ, এটা মাৰল-ঘৰ, এটা গোহালি, এটা ভঁৰাল আৰু এটা গোঁসাই-ঘৰ, আৰু চহকী মানুহৰ এটা চৰাঘৰ থাকে। গোহালি আৰু ভঁৰাল নোহোৱাকৈ নহয়; কাৰণ গাৱঁলীয়া মানুহৰ সম্পত্তি ধান আৰু গৰু মহৰ সংখ্যাৰ দ্বাৰাই নিৰ্নীত হয়।

যাৰ ভঁৰাল আৰু গোহালি যিমান ডাঙৰ সি সিমান চহকী বুলি জনা-জাত হয়। মাৰল-ঘৰত ঢেকিশাল আৰু তাঁতশাল থাকে, আৰু তাঁতশালত মাইকী মানুহবোৰে বহি কথা-বতৰা পাতে আৰু অলপহি আহিলে আপনহি সোধে। বৰ-ঘৰত ভাত বান্ধে আৰু শোৱে।

প্ৰত্যেক সাধাৰণ অৱস্থাৰ মানুহৰে নিজা এডোখৰ মাটি থাকে। দুখীয়া মানুহবোৰে নিজে শালি আহু আদি ধান আৰু মাহ-শাক আদিৰ খেতি কৰে, কৰি নিজৰ জোখাৰে ৰাখি বাকীখিনি বেচি লোণ তেল কিনে। চহকী মানুহে আন মানুহক খেতি কৰিবলৈ লগাই যিখিনি ধান পায় তাৰ এক নিৰ্দ্দিষ্ট অংশ খেতি কৰা মানুহক দিয়ে। খেতিৰ সময়ত মতা-মাইকী লৰা-বুঢ়া কোনো বহি নেথাকে; মতামানুহবোৰে হাল বায় আৰু ধান কঢ়িয়ায়, মাইকীবোৰে ধান দায় আৰু ধান বানে; লৰা-ছোৱালীবোৰেও বাপেক মাকক পাৰ্য্যমানে সহায় কৰে। ধান দোৱা শেষ হলে মতামানুহ-বোৰে মুগা, পলু পোক ৰাখিবলৈ হাবিলৈ যায় আৰু মাইকীমানুহবোৰে তাঁত বৱলৈ আৰম্ভ কৰে। বিহুৰ ওচৰ চাপিলে বিহুলৈ খনিয়া, গামোছা আদি বৱলৈ আৰম্ভ কৰে। বিহু অসমীয়াৰ এটি বৰ আনন্দজনক আৰু আৱশ্যকীয় পৰ্ব্ব। বিহু তিনি সময়ত তিনটা হয়,—কাতি বিহু, মাঘ বিহু আৰু চতৰ বিহু। মাটিৰ খাজানা দিয়া হলে এইদৰে গঞাইঁতে আনন্দ প্ৰকাশ কৰে। ইয়াৰ বাহিৰেও মাজে সময়ে বৰসবাহ আৰু ভাৱনা পাতি ধেমালি কৰে।

এখন গাৱঁৰ জিমাত এজন মৌজাদাৰ থাকে; কিন্তু সচৰাচৰ এখন গাৱঁেই যে এখন মৌজা হয় এনে নহয়, কেবাখন গাও মিলিও এখন মৌজা হয়। মৌজাদাৰে গাৱঁৰ খাজনা আদায় কৰে, কৰি চৰ্কাৰক শোধায়। তেওঁ খাজনাৰ এক অংশ কমিশ্যন স্বৰূপে পায়। তেওঁৰ তলত কানুনগো, মণ্ডল আৰু টেকেলা থাকে।

গাৱঁৰ মানুহৰ ভিতৰৰ এটাইতকৈ চহাবোৰে আঠুলৈকে পৰা চুৰিয়া এখন পিন্ধে আৰু কানত গামোছা এখন আৰু কঁকালত হাচটি এখন লয়। সাধাৰণ অৱস্থাৰ মানুহৰ সাজ সৰঞ্জাম হৈছে চুৰিয়া এখন, কোট এটা, খনিয়া কপোৰ এখন, জাপি এটা আৰু লাখুটি এডাল; চহকীবোৰে মুগাৰ

এবিৰ, আৰু পাতৰ কাপোৰৰ চোলা চুৰিয়াও পিন্ধে। মাইকী মানুহৰ পোচাক নগৰবোৰৰে এক্কে, যেনে ৰিহা, মেখেলা, খনিয়া, কাণত কেক, ডিঙিত মণি, কপালত সেন্দুৰ। মঙ্গলীয়া আৰু তলৰ শ্ৰেণীৰ তিৰোতাই হাতত সৰু জাপি লৈ গাওঁ ফুৰে। অসমীয়ানীৰ সাজ-পাৰ বঙালী তিৰুতাৰ সাজপাৰতকৈ বহুত ভাল। বঙালীৰ দুখীয়া মাইকী মানুহৰ পোচাক মাত্ৰ এখনশাৰী; কিন্তু অসমীয়া যিমান দুখীয়া হওক এখন ৰিহা, এখন মেখেলা আৰু এখন কাপোৰ আছেই।

আমাৰ দেশৰ গাঁৱলীয়া মানুহে পঢ়া-শুনালৈ বেছি কাণসাৰ নিদিয়ে; বঙলা দেশতো আগেয়ে এনে আছিল, কিন্তু বৰ্ত্তমান সময়ত তাত বহুত উন্নতি হৈছে। আজিকালি বঙ্গদেশত কেবাজনো নাম-জলা মানুহ সাধাৰণ গাৱঁলীয়া মানুহ। আমাৰ মানুহে আখৰ কেটা চিনিব পাৰিলে আৰু চিঠি এখন লেখিব পাৰিলেই যথেষ্ট শিক্ষা হল বুলি ধৰে। বাপেক-মাকে লৰাক নিম্ন-প্ৰাইমেৰী পঢ়িবলৈ পঠালেও অলপ কষ্ট পাইছে বুলি শুনিলেই তাৰ নাম কটাই তাক আনি গৰু ৰখিবলৈ বা আন ঘৰৰ কাম কৰিবলৈ লগাই দিয়ে। এইবোৰ কৰা যে বেয়া এনে নহয়, কিন্তু সাংসাৰিক কাৰ্য্যত সোমোৱাৰ আগেয়ে অলপ শিক্ষা আৰু অভিজ্ঞতাৰ প্ৰয়োজন। বহুত গাৱঁলীয়া মানুহে বুঢ়া বয়সলৈকে নিজৰ গাওঁখনকে দেশ বুলি ধৰি লয়।

অনেক গাৱঁলীয়া মানুহ অতি হৃষ্টপুষ্ট আৰু কষ্টসহিষ্ণু। গছত উঠা, নাও বোৱা, ঘৰ সজা, কোৰ মৰা, সাঁতোৰা আদি সকলোতে তেওঁলোক পাকৈত। অসমীয়া মানুহে নিজৰ দুখেৰে মুখ ভৰাব পাৰিব বুলি নিশ্চিত থাকে,গতিকে খুজি খোৱা, মাগি খোৱা আদি নিকৃষ্ট কামবপৰা যিমান দূৰ পাৰে তেওঁলোক আঁতৰত থাকে। কিন্তু যদিও অসমীয়া ডেকা কালত হৃষ্টপুষ্ট আৰু কামিলা হৈ থাকে, কিন্তু আদহীয়া আৰু বুঢ়া বয়সত তেওঁ মহামাৰী কানি আৰু ভাঙৰ সেৱক হৈ জুকলা এলেহুৱা আৰু অকামিলা হৈ পৰে। তাৰ উপৰি গাৱঁলীয়া মানুহ অপৰিষ্কাৰ অপৰিচ্ছন্ন ভাৱে থকা বাবে গ্ৰহণী, হাইজা আদি বেমাৰত পৰি তেওঁলোক মৃত্যুৰ মুখত পৰে। গাৱঁৰ ঘৰবোৰত বতাহ সোমাবৰ যথেষ্ট বাট নেথাকে; বৰঘৰ-বোৰ দিনতে এন্ধাৰ; একেটা পুখুৰীতে গা ধোৱা, কাপোৰ ধোৱা আৰু কাঁহী

বাটি ধোৱা সকলো কাম কৰা হয়। খাল আৰু খাৱৈবোৰত পানী জমা হৈ থাকি তাৰপৰা বেয়া গোন্ধ ওলায়। ইত্যাদি দোষেও গাঁৱৰ বতাহ অস্বাস্থ্যকৰ বাষ্পেৰে পৰিপূৰ্ণ কৰি ৰোগ-ব্যাধিৰ বাট মুকলি কৰি দিয়ে।

নগৰতকৈ গাঁৱত অলপ একতা বেছি, আৰু ভাই-ককাই, ভাই-ভনী আৰু বাপেক-পুতেকৰ ভিতৰত বেছি দন্দ-হৈ নেথাকে। পিছে ইমানতো গাৱঁলীয়া মানুহে ইমানকৈ নগৰৰ আদালতত গোচৰ কৰিবলৈ যোৱাটো শোচনীয় কথা। কিছুমান মানুহ এনেয়ে দুখীয়া, তাতে তেওঁলোকে মোকৰ্দ্দমা কৰি ধন ভৰি বৰ অন্যায় কৰে। এই মোকৰ্দ্দমাবোৰত পৰাক গৰাঁইতৰ ভিতৰত মনোমালিন্য ঘটে। অৱশ্যে মাজে-সময়ে মেল পাতি দন্দ-কাজিয়াবোৰ যে তেওঁলোকে মিট-মাট কৰাই নলয় এনে; নহয় তথাপি মোকৰ্দ্দমাৰ সংখ্যা ভয়ঙ্কৰ বেছি।

গাৱঁলীয়া মানুহৰ খাই চিন্তা হৈছে কোনোমতে পেট প্ৰৱৰ্ত্তাই থকা। নিজৰ ভাগৰ ধান দোৱা হলে আৰু খাজনা আদায় হলে তেওঁলোকে অতিশয় সুখ অনুভৱ কৰে। কিন্তু এই সুখ নিকৃষ্ট বিধৰ। কবিবৰ গল্ড্স্মিথে কৈছে যে চুইচবোৰে (swiss) সিহঁতৰ নিকৃষ্ট অৱস্থাতে থাকি চাউলকঠা মোকোলাব পাৰিয়ে যি সুখ সন্তোষ অনুভৱ কৰে সিও সেই বিধৰ। যদি তেওঁলোকৰ আকাঙ্ক্ষা আৰু অলপ বেছি হয় তেওঁ-লোকে বহুত কাম সাধিব পাৰে। আগেয়ে কোৱা হৈছে যে তেওঁলোক কষ্টসহিষ্ণু আৰু হৃষ্টপুষ্ট। মতা মানুহবোৰে নানা কষ্ট সহ কৰি হাবিত বাঘ-ভালুকৰ মাজত মৃগা, পলু আদি পোক বাখে আৰু মাইকী মানুহবোৰে তাৰপৰা সুন্দৰ সুন্দৰ কাপোৰ তৈয়াৰ কৰে। গাৱঁৰ মানুহে সৰিয়হ, মৰাপাট আদিৰো খেতি কৰে। তেওঁলোকে যদি এইবোৰ বস্তুৰে ভালকৈ বেহা বেপাৰ কৰে তেন্তে সহজে নিজৰ আৰু তাৰ লগে লগে দেশৰো উন্নতি কৰিব পাৰে। কিন্তু তাক নকৰি সকলো গঞাইঙেটেঙৰ কেঞাইতেৰে কাৰবাৰ কৰি সকলো শ্ৰম আৰু যত্নৰ অপব্যৱহাৰ কৰে। এইবোৰৰ খাই কাৰণ হৈছে শিক্ষাৰ অভাৱ। অজ্ঞান-অন্ধকাৰত ৰুকুৰকাই থকা এই অশিক্ষিত জনসমাজক জ্ঞানৰ জকমকীয়া পোহৰ দেখুৱা নগৰীয়া শিক্ষিত সম্প্ৰদায়ৰ কৰ্ত্তব্য। নগৰৰ মানুহে বিশ্ববিদ্যালয়ৰ উপাধি লৈছে, ডাঙৰ ডাঙৰ সভ

সমিতি পাতিছে, কিন্তু ওচৰত গঞাইতে সেইবোৰৰ একো আওভাও নেপাই অলকা লাগি আছে। দেশৰ এক অংশই শিক্ষা পালে আন অংশই নেপালে একো উপকাৰ নাই; গতিকে উন্নত জাতিবোৰৰ আহিঁলৈ গাৱঁত অলপ নহয় অলপ শিক্ষা বিস্তাৰৰ চেষ্টা কৰা নিতান্ত বাঞ্ছনীয়। যদি প্ৰাইমেৰী শিক্ষা ( primary education ) বাধ্য ( compulsory ) কৰা হয় আৰু বিনামাচুলে ( free ) দিয়া হয় তেন্তে এই বিষয়ে বহুত উন্নতি হব। আমাৰ দেশত, আনকি গাৱঁতো, ভালেমান ধনী মানুহ আছে, যদি তেওঁবিলাকে অলপ ধন ভাঙি ওপৰত কোৱা বিধৰ শিক্ষা অৰ্থাৎ free and compulsory education দিয়াৰ ব্যৱস্থা কৰে তেনেহলে দেশৰ কিমান উন্নতি হয়, আৰু তেওঁবিলাকৰ ধনৰ কেনে সদ্ব্যৱহাৰ হয়। আৰু এটি উপায় হৈছে গধূলি হোৱা পঢ়াশালি ( যাক ইংৰাজীত night school বোলে ) স্থাপন কৰা। বহুত গাৱঁলীয়া লৰা আছে যিবোৰে গোটেই দিনটো ঘৰৰ কাম কৰিব লগা বাবে পঢ়াশালিলৈ যাব নোৱাৰে। তেওঁলোকে দিনটো কাম কৰি যদি গধূলি বেলিকা পঢ়াশালিত অলপ বেছি পঢ়া-শুনা কৰে তেনেহলেও কত হয়। কিন্তু অকল প্ৰাইমেৰী শিক্ষাতে শিক্ষাৰ ওৰ পেলোৱা বৰ কুফলজনক, কাৰণ "অল্প বিদ্যা ভয়ঙ্কৰী"। এনেস্থলত এই গুৰুতৰ বিষয়বোৰ বিবেচনা কৰা নিতান্ত আৱশ্যক। যদি আমাৰ জাতিৰ আৰু আমাৰ দেশৰ প্ৰকৃত উন্নতি হব লগা হয় তেনেহলে নগৰীয়া আৰু গাৱঁলীয়া সকলোৱে যাতে নিস্তাৰ পায় তাৰ উপায় অবিলম্বে অৱলম্বনীয়।

শ্ৰীপদ্মধৰ চলিহা।

# বিলাতৰ কথা।

ইমান দিনৰ কথা এতিয়া ভালকৈ মনত নপৰে। তেতিয়া আপোনাৰ "বাঁহী" থকা হলে ন ন বাতৰি দি চিঠি দি:লাঁহেঁতেন; এতিয়া সেই পুৰণি ভাৱ মনত নাহে; তেতিয়াৰ আৰু এতিয়াৰ ভাব বেলগ। সেইদেখি এতিয়াৰ কথা ঠিক সেইভাবে লেখা টান। মাদ্ৰাচ এৰি জাহাজ কলম্বোত ৰলহি।

কলম্বো বাৰণৰ দেশত। কলম্বো চহৰ আধুনিক। জাহাজ বন্দৰত লাগিলেই যাত্ৰীৰ দেশ চাবলৈ যোৱাৰ হুৰমুৰ লাগে। এজন যাত্ৰীয়ে আন এজনক সোধে "Are you going ashore at"—(নামৰ ঠাই দি ?) কলম্বো চাবলৈ আমি ওলালোঁ। জাহাজ পাৰত ঠিক নালাগেহি। জাহাজৰপৰা সৰু নাও কেৰেয়া কৰি পাৰলৈ যাব লাগে। ইয়াত এক ৰকম আচৰিত নাও আছে—তাক "কেটামাৰাণ" বোলে। আমাৰ মনত এই "কেটামাৰাণ" আমাৰ খেল নাৱৰ দৰে কি ভাতকৈও বেছি দীঘল যেন লাগিল। এনে নাও আমি আন কতো দেখা মনত নপৰে। পাৰ হৈ এখন গাড়ী কেৰেয়া কৰিলোঁ। ইয়াত মানুহে টনা গাড়ীও চল্তি—তাক ৰিক্ চ (ricksbaw) কয়। ইমান ডাঙৰ দেশত সিহঁতে গাড়ীখন লৈ কেনে লৰে! মানুহে পয়চাৰ নিমিত্তে কি নো নকৰিব। এইবোৰ বন্দৰত "গাইড" থাকে। আমি এজনৰ সাহায্য লৈছিলোঁ। নে নাই কৰ নোৱাৰোঁ, বোধকৰোঁ লোৱা নাই। চহৰত ডাঙৰ ডাঙৰ ইউৰোপীয় হোটেল আছে। সঁচাকৈয়ে ইউৰোপীয়হঁত যত্নলৈকে যত্নতে সিহঁতে সুন্দৰৰূপে থাকে। সিহঁতৰপৰা আমাৰ এইবোৰ বিষয়ত বহুতো শিকিব লগীয়া আছে। গোটেইবোৰ হোটেলৰ ভিতৰত আমাৰ Galle Face Hotel "গেল ফেচ্ হোটেলৰ" position অৰ্থাৎ ঠাই ভাল লাগিল। সমুদ্ৰৰ পানীয়ে পুৱা গধূলি দিনে ৰাতিয়ে অনবৰত হোটেলৰ ভৰি ধুৱাই থাকে। বৰ ভাল ঠাই। আটাইবোৰ চহৰ চোৱা যাত্ৰীয়ে "মিউজিয়ম" অৰ্থাৎ যাদুঘৰ

চাবলৈ যায়। এই মিউজিয়ম আন দেশৰ আন মিউজিয়মৰ দৰে। ইয়াত নতুন তেনে বস্তু দেখা মনত নপৰে; যদিও বা নতুন বস্তু দেখিছিলোঁ সি মনত নাই। তাৰ পাছত (চিনেমন্ গাৰ্ডেনৰ) অৰ্থাৎ দালচেনিৰ বাগিছা। এই বাগিছাৰ ভিতৰত মানুহ নোসোমায়; বাহিৰৰপৰাই বাগিছাৰ চাৰিউফালে ঘূৰে। বাগিছাখন ডাঙৰ, সেইদেখি বাগিছাৰ চাৰিউফাল ঘূৰিলেই হয়। বাগিছাখন দালচেনিৰ গছবোৰেৰে ভৰা, সেইবোৰ সুৰুলাকৈ শাৰী পাতি সজোৱা বুলি মনত নহল। "দালচেনিৰ লাঠি" (Cinnamon stick, sir,) বুলি এই লাঠি বেচা মানুহ গাড়ী কি বিক্সৰ লগত লৰে। প্ৰায় যাত্ৰীয়ে এডাল লাঠি কিনে। কেতিয়াবা "চিনেমন্ ষ্টিক" বুলি সিহঁতে আন লাঠি বেচে, সেইদেখি কিনিবলৈ হলে ভালকৈ চাই চিন্তি কিনা ভাল। কলম্বো গাড়ী কৰি তিনি চাৰি ঘণ্টামান ফুৰিলেই চোৱা হয়। ইয়াত জাহাজ যদি সৰহ পৰ থাকে তেনেহলে কেন্‌ডি (Candy) অথবা আন কোনো ভিতৰুৱা ঠাইলৈ ৰেলেৰে যোৱা উচিত। যিমান দেশ দেখা যায় সিমান ভাল।

এটা কথা আপোনাৰ আচৰিত লাগিব, মোৰো লাগিছিল, আনৰো লাগিব। ইয়াত জাহাজ বলে ধোবা জাহাজলৈকে আহে। সিহঁতে সিহঁতৰ কাৰ্ড যাত্ৰীক দিয়ে, আৰু কাপোৰখনেপতি চাৰি পইচাকৈ দিলে ছ ঘণ্টাৰভিতৰতে কাপোৰ ধুই আনি দিয়ে। বৰ আচৰিত কথা। দীঘল বাট সমুদ্ৰেৰে ভ্ৰমণ কৰিলে কাপোৰ ধুউৱা দৰকাৰ হৈ পৰে। এই ধোবাবোৰে নিশ্চয় বেছ পয়চা উপাৰ্জ্জন কৰে। কাৰবাৰত যি ব্যৱসায়ীৰ মন্ত্ৰ— Honesty, small profits, qnick return অৰ্থাৎ সততা, কম লাভ আৰু বেগাবেগিকৈ বেচা-কিনা, সেই ব্যৱসায়ীৰ নিশ্চয় উন্নতি হয় সন্দেহ নাই। শেহবাৰ কলম্বোত ১৮৯৮ চনত আকৌ নামিছিলোঁ। তেতিয়াও ধোবা আহিছিল আৰু এতিয়াও নিশ্চয় আহে।

আৰু এটি কথা আগেয়ে মোৰ কোৱা উচিত আছিল। লেংটি পিন্ধা কি-একেবাৰেহ নাঙঠা লৰাবোৰে নাৱেৰে জাহাজৰ ওচৰলৈ আহি ইংৰাজী আধা-ভঙা মাতেৰে প্ৰচলিত গানবোৰ গায় হি, আৰু সিকি কি আদমহীয়া পানীত পেলাই দিলে সিহঁতে নাৱৰপৰা জপিয়াই পৰি সেইবোৰ আনেগৈ।

এডেনত এইটো বৰ বেছি আছিল। আজিকালি এডেনত নাই; কিয়নো খৰিয়ালে কোনো কোনো নবাক নিজৰ ভোক নিবাৰণৰ সাহায্য কৰিবলৈ পানীৰ তললৈ একেবাৰেই লৈ যায়। সেইদেখি গবৰ্ণমেণ্টে মানা কৰিছে। কলম্বোত এতিয়াও আছে নে নাই কব নোৱাৰোঁ।

কলম্বো চাব লগীয়া ঠাই। ইয়াৰ ভাষা প্ৰধানতঃ তামিল। ইয়াৰ মানুহবোৰে চুলি দীঘলকৈ ৰাখে। সেই চুলিত আকৌ ফণী এখন লগাই থয়। তাৰ ওপৰত আকৌ ইংৰাজী টুপি, বিশেষকৈ "বোলাৰ" Bowler হেট্। গাত ইংৰাজী কাপোৰ কিন্তু ভৰি ডোখৰ অৰ্থাৎ ককালৰপৰা ভৰিলৈকে লুঙ্গী পিন্ধে। শুনিছোঁ বোলে এই লুঙ্গীৰ তলত ইংৰাজী ট্ৰাউজৰ্চ। ইহঁত বেচ ভদ্ৰ মানুহ। জাহাজলৈ প্ৰত্যেক বন্দৰতে দোকানীয়ে বস্তু বেচিবলৈ আহে। কলম্বোতো আহে।

এইখিনিতে আমাৰ এই "ডনেৰা" জাহাজত খোৱাৰ তালিকা দিলে বেয়া নহয়। ৰাতিপুৱাতে বিছনাত চাহ বিস্কুট। ৮॥•, ৯ মান বজাত ব্ৰেকফাষ্ট। এক মান বজাত ডিনাৰ। চাৰি বজাত আকৌ চাহ। তাৰ পিছাত ছয় বজাত এবাৰ খাবলৈ দিছিল। তেতিয়া খোৱাৰ এই নিয়ম আছিল, আজিকালি বদলিব পাৰে। পি, এণ্ড, ও কোম্পানীৰ জাহাজত আজিকালি সময় বদলাইছে, আমি সিদিনা আহোঁতে গম পালোঁ। ব্ৰিটিচ্ ইণ্ডিয়া জাহাজবোৰৰ খানচামা "বয়"বোৰ বেছি ভাগেই খিদিৰপুৰৰ কি কলিকতাৰ আন ঠাইৰ মুছলমান। সিইঁতবে সৈতে আমি সুকীয়া বন্দবস্ত কৰি লৈছিলোঁ, আমাক ৰাতি ৮॥• মান বজাত ভাত আৰু দেশীমতে বন্ধা কুকুৰা কি আন মঙহৰ আঞ্জা দিছিল। এই খোৱাও বেচ খাট ছিলোঁ। ইয়াৰ নিমিত্তে জাহাজৰ বাবুৰ্চিক অলপ বেলেগ বক্চিচ দিব লগীয়াত পৰিছিলোঁ। বক্চিচ যতে ততে। টকাৰে বহুতো কাম কৰিব পাৰি। বক্চিচ্, বক্চিচ্, টকা, টকা, এই হে কেৱল শুনো, হোটেলেই হওক কি জাহাজেই হওক, দেশেই হওক কি বিদেশেই হওক।

কলম্বো এৰি আমি এডেন পালোঁ। এডেনত এইবাৰ পাৰলৈ যোৱা নাছিলোঁ। তাত চাব লগীয়া ঠাই বেছি নাই। এটা মিঠা পানীৰ পাটনাদ আছে সেইটো চাব লগীয়া। আৰব দেশত পানীৰ কষ্ট। এই এডেনৰ

ওচৰত পৰ্ব্বত। পৰ্ব্বতৰ ওচৰত চহৰ। ইয়ালৈকে আমাৰ ভাৰতবৰ্ষীয় পয়চা টকা চলে, তাৰ সিফালে ইংৰাজী টকা। এই এডেনত পয়চাৰ নিমিত্তে পানীত জপিৰা লৰা ভেতিয়া বহুতো। সিহঁতে আহি সেই কলঘোৰ দৰে ইংৰাজী গান গাই কাষলতি-ভগ বজাই "হেবেডাই' "হেবেডাই" কৰে। হেবেডাই ইংৰাজী Have a dive (হেভ এ ডাইভ) ৰ অপভ্ৰংশ হে মাথোন, আৰবী ভাষা নহয়। আপুনি এটা আদ-মহীয়া সাগৰত পেলাওক, বহুতো লৰাই একে লগে বুৰ মাৰিব, এটাই হাঁহি হাঁহি কৃতকাৰ্য্য হৈ দাঁতেৰে কামুৰি আদ-মহীয়াটো আপোনাক দেখুৱাব। আকৌ "হেবেডাই"। এইটো, সঁচাকৈয়ে চাব লগীয়া বস্তু। কোনো কোনো লৰাই আকৌ জাহাজৰ ডেকৰ ওপৰৰপৰা জপিয়ায়, আমি এইটো নিজে দেখিছোঁ। শুনিছোঁ কোনোৱে আকৌ জাহাজৰ ওপৰৰপৰা জাপিয়াই জাহাজৰ তলেদি বুৰ মাৰি সিফালে গৈ ওলায়।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি।



পুজাৰ চৰ্পত।

মৰবৰুৱা।— ছুঃ! ছুঃ! ছুঃ!

পোতনি পান কৰোঁতা।—বেলেঁা মনে মনে থাকা, ছুঃ ছুঃ কৰি নাপাকিবা দেও হে। সাহিত্যৰ সোৱাদ লৈ গন্ধৰ পোতনি এটোপা পিছোঁ, তাকো তুমি দেখিব নোৱাৰা হল। দেখোন! দেখিছাই আজিকালি এনে আপুৰুগীয়া পোতনিকেবা আন কতো পাবলৈকে নাইকিয়া হল; এই পোহৰী কাকতখনৰে পৰা যি টোপাচেৰেক ওলাই বৈ ভোঙা বান্ধিছে, নহলে পোতনি পানৰ সুখ গলেই বুলিব লগে।

**দ্বিতীয় বছৰ, প্ৰথম সংখ্যা**

# সূচী

# বাঁহী।

## সখি কোনে নো বজায় ?

গীত

(বেহাগ—আড়াখেমটা)

সখি কোনে নো বজায় ?
সন্ধিয়াৰ বায়ুত শুনা
সেই সুৰ উটি যায়॥

যমুনাৰ কুলু গান
আকুল কৰিছে প্ৰাণ।
নূপুৰৰ ৰুণু-ঝুনু
শুনা তাতে মিলি যায়॥

ভোমোৰাৰ গোঁজৰ জানো
বাঁহীৰ মাজে ভলাইছে।
কুলিৰ পঞ্চম কু-উ
কিবা আতে মিলিছে॥

বন-মালাৰ গোন্ধ মধু ;
আকাশত হাঁহে বিধু,
আদৰি বন্ধুক আনা
মিছাতে সময় যায়॥
সখি কোনে নো বজায় ?

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# সম্পাদকৰ চৰা।

আত্মকথা। আজি বাঁহীয়ে দ্বিতীয় বছৰৰ পদূলি-মূৰত ভৰি দি যি ৰং পাইছে সেই ৰঙত বাঁহীৰ গ্ৰাহক পাঠক আৰু ভাল চিন্তোভাসক-লৰো নিশ্চয় ভাগ আছে। অকলৈ পোৱা ৰং ষোল-কলাৰে পৰিপূৰ্ণ ৰং নহয়; বন্ধু বান্ধৱেৰে সৈতে লগেভাগে সম্ভোগ কৰিবলৈ পোৱা ৰং হে সম্পূৰ্ণ ৰং। এনে ৰং আজি বাঁহীৰ ভাগ্যত। সেইদেখি বাঁহীয়ে আজি তেওঁলোকৰ আশীৰ্ব্বাদৰ অঁজলি মূৰত লৈ আৰু ঈশ্বৰৰ দুখানি চৰণৰ ওচৰত আঠু লৈ, বুকুত ন বলৰ সম্বল বান্ধি, ন উছাহেৰে দুৰ্গম কৰ্ত্তব্যৰ বাটত খোজ লবলৈ সাজু হল।

কোনে জানে যোৱা বছৰত আমাৰ কিমান ত্ৰুটী হৈছে, কিমান দোষ আমি কৰিছোঁ? কৰ্ত্তব্য পালিবলৈ গৈ নাজানি শুনি কিজানি আমি কত লোকৰ মনত কত কষ্ট দিছোঁ! আশা কৰোঁ যেন তেওঁলোকে আমাৰ সেই ত্ৰুটী মাৰ্জ্জনা কৰিব, দোষ মৰষিব, আৰু সেইবাবে নিজৰ মনত কুৰ্চ্চত-কপট নাৰাখি আগলৈ আমি যাতে আমাৰ জন্মভূমিৰ সেৱা সুকলমে কৰিব পাৰোঁ তাত যেন আমাক সহায়তা কৰিব।

আমি এবছৰ বাঁহী চলাই অনেক অভিজ্ঞতা লাভ কৰিলোঁ। সেই সম্বন্ধে এটাইবোৰ কথা কোৱা নচলে। মাথোন এই খিনিতে লাহেকৈ দুটা কি এটা কথা কওঁ। প্ৰথমতে কওঁ যে, নিয়মমতে চলালে আজকালি আগামত অসমীয়া মাহেকীয়া কাকত চলে। ২২ বছৰৰ আগেয়ে (১৮১০ শক, মাঘ) যেতিয়া আমাৰ পৰম প্ৰিয় বন্ধু শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগৰৱালাই আমাৰে সৈতে গোট খাই প্ৰথমতে "জোনাকী" মাহেকীয়া কাকত উলিয়ায় তেতিয়া তেওঁ "আত্মকথাত" লেখিছিল,—"কোনোএ বা আমাৰ নিবুদ্ধিতাৰ সাহ দেখি হাঁহিব—সন্দেহ নাই। আমি যে এই বিপদসাগৰত বুৰ মাৰি ল'বাৰ দৰে পাৰ হ'বলৈ ওলাইছোঁ তাক আমি জানো। অস-মত কাকতৰ গতি কচুপাতত পানি-টুপিৰ দৰে।"—সেই কালত বাস্তবিকতে

আমাৰ সাহ দেখি অনেকে হাঁহিছিল ; আৰু আমি বিপদ-সাগৰত ডুব বাজি লবাৰ দৰে সঁচাকৈ পাৰ হবলৈ ওলাইছিলোঁ ; আৰু অসমত কাকতৰ গতি নিশ্চয় কচুপাতত পানী টুপিৰ দৰে আছিল। অশিক্ষিত অসমীয়াৰ কথাকে নকওঁ, আমাৰ মনত আছে, অনেক শিক্ষিত অসমীয়াই ভেতিয়া আমাক অসমীয়া ভাষাত ৰচনা লেখা দেখি, আৰু আমাৰ জোনাকী কাকত পঢ়ি পেংলাই কৰিছিল। বহুতে আমাৰ জোনাকীক লবাৰ ধেমালি, আৰু অসমীয়া ভাষাত প্ৰবন্ধ ৰচনা কৰি তাক প্ৰিয় কৰিবলৈ যোৱাটো বলিয়ালি বুলি যে নাভাবিছিল এনে নহয়। সবহ নকওঁ, " বিশ্ববিদ্যালয়ত উচ্চশিক্ষা পোৱা কোনো ডাঙৰীয়াই আমাক জোনাকী-ধেমালিত সময় অপব্যয় নকৰিবলৈ উপদেশ দি কৈছিল যে "বাৰু তোমালোকে যদি সঁচাকৈয়ে অসমীয়া ভাষাক ভাৱা কৰিব খুজিছা তেন্তে বাৰু তোমালোকে মোক আগেয়ে ইংৰাজী "গলিভৰ্চ ট্ৰেভেল" কিতাপখন অসমীয়ালৈ ভাঙি দেখুৱঁা। তোমালোকে কলেজৰ কিতাপ পঢ়াঁহক, "জোনাকী" পোহৰী উলিয়াই মিছাতে সময় নষ্ট নকৰিবা।" আমাৰ সেই তপত ন উৎসাহত এনে বিধৰ বাহী চেঁচা পানী ঢালেমান পৰিছিল। কিন্তু জোনাকীয়ে তালৈ কাণ নিদি কৈছিল—"নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছপৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিখাৰী, ধনত দুখীয়া, সংখ্যাবলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা ও পৰাধীন—কিন্তু আমি নিজ শক্তি অনুযায়ী হইহে কামত হাত দিব পাৰোঁ। আমি যুজিবলৈ ওলাইছোঁ "আন্ধাৰৰ" বিপক্ষে ; উদ্দেশ্য—দেশৰ উন্নতি, "জোনাক"। কিমানলৈ আগ বাঢ়িব পাৰিমহঁক সেইটো নিজৰ শক্তি চালনা ও সুযোগৰ ওপৰতহে বই আছে। আটায়ে উঠি পৰি লাগোঁহক, সুযোগও আপুনি ওলাবহি ; পাটিত পৰি দিন গণিবৰ সময় নাই। চাৰিও ফালে হুৰহুৰাই "কাল" চলিছে—অসমীয়া ৰহি থাকিব নে? এই তাপ-ও আও, তাপ-বধ, বিজুলি-ডাকৰ দিনতো যদি হাতভৰি কোঁচাই বহি থাকোঁ

হঁক, তেনে আৰু আগ-বাঢ়িযোৱা সকলৰ লগ ধৰিবলৈ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে "যোগ্য" নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হইছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপাতলৈ যাব।...তুঁহঁৰ জুইৰ দৰে অসমীয়াৰ "তেজ" আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে—এবাৰ ভমকাই উঠিবই উঠিব।"

"জোনাকীৰ" এই যত্ন আৰু আশা এই ২২ বছৰৰ ভিতৰত কিমান দূৰ সফল হৈছে, আৰু "ভাগ্যৰ জাপৰ তলত লুকাই থকা" অসমীয়াৰ তেজ আৰু উৎসাহ এতিয়া কিমান "ভমকাই উঠিছে" তাক পাঠকসকলে অৱশ্যে দেখিছে। আমি কিন্তু নিৰাশ হোৱা নাই; বৰং অসমীয়া ভাষাৰ উন্নতি বিষয়ত আশাতীত ফল পাইছোঁ। বুলি হে আমাৰ বিশ্বাস। তেতিয়া জোনাকীয়ে হাঁহি পেংলাইৰ খোচ খাইছিল, লেকাত লাগি পৰি আছিল; কিন্তু আজি বাঁহীৰ তেনে দুৰ্দ্দশা হোৱা নাই, তেনে দুৰৱস্থা হোৱা নাই। বাঁহীয়ে আজি সদিয়াৰপৰা মানাহলৈকে অসমীয়াৰ আদৰ পাইছে, ৰজাৰ পৰা প্ৰজালৈকে সকলোৰে সন্মান লভিছে, বৰবপৰা সকলৈকে অসমীয়াৰ শ্ৰদ্ধা যত্ন আকৰ্ষণ কৰিছে। ই শুভ লক্ষণ নহয় নে? আসামৰ ভবিষ্যৎ পোহৰৰ জিলিঙনি নহয় নে? ১৮১০ শকৰ জোনাকীৰ ভবিষ্যৎ বাণী ফলিয়াৰ চিন নহয় নে? এইদেখি আমি আজি ন দি কব পৰা হৈছোঁ। যে আসামত অসমীয়া মাহেকীয়া কাকতৰ দুৰ্দ্দিন গল। যুজত এন্ধাৰ হাৰিল আৰু জোনাক জিকিল।

অৱশ্যে বাঁহীয়ে ব্ৰহ্মাৰপৰা বৰ লৈ অশ্বত্থামা হনুমন্তৰে সৈতে অজৰ অমৰ হৈ অহা নাই। বাঁহীয়ে নাচিব নাজানি যদি চোতালখন হাবামগুৰীয়া বুলি কৈ খোপোৰা লাগি বহি থাকে, অথবা নাচিব নাজানিও লোকক দেখুৱাই পাক চেবেক নাচিবলৈ গৈ হামখুৰি খাই পৰি আগ-দাঁত কেইটা ভাঙে, ওঠখন কাটি তেজেৰে টুংৰলি হৈ কয়—"মোৰ গাত দোষ নাই, চোতালখন হে ওখোৰাবোখোৰা অৰ্থাৎ অসমীয়া মানুহবোৰ হে বেয়া, কাৰণ সিঁহঁতে আমাক নলয়, নপঢ়ে, পইচা নিদিয়ে, এইদেখি আমি তনুত্যাগ কৰিব খুজিছোঁ।" তেন্তে সেইথাবে বাঁহীয়ে নিজক হে শলাগিব লাগিব, লোকৰ গাত দায় দিব নোৱাৰে: আমি ওপৰত কৈছো। যে

বাহীয়ে সকলো অসমীয়াৰপৰা আদৰ পাইছে, সকলোৱে বাহীক শ্ৰদ্ধা আক চেনেহ কৰিছে। ইয়াৰ দ্বাৰাই আমি বাহীক যে একেবাৰেই অজাত-শত্ৰু যুধিষ্ঠিৰ বুলিছোঁ এনে নহয়; কাৰণ যুধিষ্ঠিৰো সম্পূৰ্ণ শত্ৰুবিবৰ্জ্জিত নহয়; আক চাউল মগনিয়াৰৰো কুকুৰ শত্ৰু আছে বুলি কয়। কিন্তু সি ধৰিব লগীয়া নহয়। বাঁহীৰে সৈতে একে শাৰীৰ ব্যৱসায় কৰোঁতা কেনো-কেনোৰ যে বাহী চকুৰ-কুটা-দাঁতৰ-শাল হৈছে সেইটো অনেকে লক্ষ কৰিছে; কিন্তু সেইটো অস্বাভাবিক নহয়, কাৰণ তেনে প্ৰাণী সকলো দেশতে সকলো সময়তে সকলো সজ লোকৰ সজ কামৰ বিপক্ষে থাকে আক আছে, সেই-বোৰৰ দ্বাৰাই কাৰো কোনো ক্ষতি নহয়, বৰং অনেক সময়ত দায় খোচৰা কাৰ্য্যৰ দ্বাৰাই বেকা বাটেদি সিহঁতৰপৰা উপকাৰ হে পোৱা যায়। আমাক যদি সকলোৱে ভাল বুলি দিনে ৰাতিয়ে প্ৰশংসাকে কৰি থাকিল তেনেহলে আমাৰ দোষ দেখুৱাব কোনে? আমাৰ দোষ দেখুৱাওঁতাৰ অভাৱত আমি যদি নিৰ্দ্দোষ হব নোৱাৰোঁ তেনেহলে আমাৰ উন্নতিত পয়া-লাগিব আক ফলত আমি নিজক নিৰ্দ্দোষ, শুৱলা, নিষ্পাপ, নিষ্কলঙ্ক-কলাধাৰ বুলি ভাবি আত্মবিস্মৃত হৈ অধোগতিৰ ফালে ঢাল লম। মানুহ ভদ্ৰ ওথ আক চাফ-চিকুণ হৈ সমাজত থাকিবলৈ যেনেকৈ তেওঁৰ মলি-ধোৱা ধোবা আক দাড়ি-মূৰ খুৰোৱা নাপিতৰ দৰকাৰ, আমাক সভতে সজ আক নিকা কৰি ৰাখিবলৈ, আমাৰ কামবোৰ নিৰ্দ্দোষ জলজলীয়া নিৰ্ম্মল আক শুচি কৰি ৰাখিবলৈ তেনেকৈ আমাৰ critic অৰ্থাৎ দায় উজাৰি উলিয়াই দেখু-ৱাওঁতাৰ দৰকাৰ। সেইবাবে আমি কওঁ যে তেওঁলোক জীয়াই থাওক; তেহেলৈ তেওঁলোকে আমাৰ ওচৰত আঠু লওকেই বা নলওক, তেওঁলোকক আমি মৰিবলৈ এৰি নিদি তেওঁলোক জীয়াই থাকি তেওঁলোকৰ ব্যৱসায় চলাই থাকিবলৈ আমি মন মেলি এজোলোকা আশীৰ্ব্বাদ দিয়েই দিম। কোনো "সমালোচকে" বাঁহীৰ আথৰ-বোঁটনিত দায় খুচৰি উলিয়াবলৈ হৈপ বাঁহী পঢ়িবৰ সময়ত হেৰকোষখন আগতে মেলি লয় আক ভাবে সৈতে বাঁহীৰ কোন কোন শব্দৰ বৰ্ণবিন্যাসৰ অমিল ওলায় সেইটো চাই থাকে, আক অমিল পালেই "ধৰিলোঁ!" "ধৰিলোঁ!" বুলি ডাঙৰ জাঁপ লপায়। কিন্তু আমাৰে পৰামৰ্শ তেওঁলোকে শুনে যদি কওঁ যে 'সেইকাম তেওঁলোকে

মুকলি চোতালত বহি কৰিলে ভাল নতুবা ঘৰৰ ভিতৰত কেতিয়াবা তেওঁলোকৰ জাঁপ জোখতকৈ ওখ হলে মাৰলি বা চতিত তেওঁলোকৰ টপাবুৰ কেইটি ঠকৰ কৰে লাগি ফাটি পৈতৃক প্ৰাণ-বায়ু কেইটি ওলায় যাবৰ সম্ভৱ। অসমীয়া ভাষাৰ বৰ্ণবিন্যাসত হেমকোষৰ শাসন তেওঁলোকে যেনেকৈ মানে আমিও তেনেকৈ মানো; মাত্ৰ প্ৰভেদ এই ফেৰা হে যে, তেওঁলোকে যেনেকৈ "অটবাৰ গুৰিৰপৰা কটবাৰ গুৰিলৈকে' গৈ সমূলি নেৰেঙোৱাকৈ হেমকোষেৰে সৈতে মিলি যাব খোজে আমি নোখোজোঁ। বেদ বেদান্ত মনা নৈষ্ঠিক হিন্দুৱেও বেদবিহিত কোনো কোনো ক্ৰিয়া-কাণ্ডৰে সৈতে অমিল হৈ চলিও বেদবিহিত হিন্দুধৰ্ম্মাৱলম্বী বুলি চিনাকি দিয়াত বিধিনি নহয়। সময়ৰ সোঁতত সকলো লৰচৰ হয়, অলৰ-অচৰ একো নাই। অৱস্থা অনুসৰি নিয়ম-কাৰোণৰ আৰু গঢ়-গতিৰ অলপ-অচৰপ সাল-সলনি কৰি সময়ৰ উপযোগী কৰি লোৱাটো হে বুদ্ধিমানৰ কাৰ্য্য। সকলোৰে তেনে কৰেও আৰু কৰিও যাই শাসনৰ অধীনৰ বাহিৰ নহয়। ভাষা পৰিবৰ্ত্তনশীল। ভাষ ব্যাকৰণ আৰু অভিধানো তাৰ অনুগামী নহলে ভাষাৰে সৈতে সেই দুইৰো বিচ্ছেদ ঘটিব। ভাষা বঙা ঘোৰা, ব্যাকৰণ আৰু অভিধান ঘোৰা-শাল। ঘোৰা শালটো বাঢি-বৃতি নাথাকিলে তেজী বঙা ঘোৰাই পুৰণি পচা শাল লঘিয়াই ভাঙি ওলাই চেকুৰি বাটত খুদা-খুন্দলি খাই "দেউতাৰ ঘোৰা চাই ঠেং খোৰা" হৈ পৰিব, আৰু আমি তাৰ তেনে দুৰ্দ্দশা দেখি চৈধ্য ফকীয়া "চনেট" কবিতা একোটি লেখি শোকাবেগ সংবৰণ কৰিব লাগিব মাথোন। ব্যাকৰণ আৰু অভিধান ৰচোঁতাসকলে নিজেই সেই কথা ভালকৈ জানে। হেমচন্দ্ৰ বৰুৱাই ১৭৯৫ শকত তেওঁৰ ব্যাকৰণৰ পাতনিত লেখিছেঃ—

"শেহান্তৰত কব লাগে, যে অসমীয়া ভাষাৰ এতিয়া যেনে অৱস্থা আছে তাৰ উপযোগী কৰি এই ব্যাকৰণ ৰচনা কৰা গৈছে। এতেকে সেই ভাষাৰ উন্নতি হলে, ইয়াকো অন্যথ্যে লবাৰ লাগিব।"

এইবাৰ ৩৭ বছৰৰ আগৰ কথা। ৩৭ বছৰ বৰ তাকৰ কাল নহয়। ৩৭ বছৰৰ ভিতৰত জাপানে অৰ্দ্ধসভ্য অৱস্থাৰপৰা পূৰ্ণসভ্যাৱস্থা পালে গৈ।

৩৭ বছৰৰ আগেয়ে অসমীয়া ভাষা বহুৱা জৰীভাল এৰিয়া অলপ ঢিলাই দি আটিবৰ হৈছে।

হেমকোষৰ আথৰ-যোঁটনিৰপৰা যে চুলি এডালৰ সমানো আঁতৰিব নেপায়, তেহেলৈ "বামুণেই মৰক বা শুণেই ছিগক" এনে কথা কতো নাই। অৰুণ্ডে যুক্তিশূন্য হৈ মইমত্ত ভাবে আঁতৰা অযুগুত। হেমকোষৰ আথৰ-যোঁটনিও কোনো কোনো ঠাইত যে অলপ অসঙ্গত নহয় এনে নহয়। অসঙ্গতক সঙ্গত কৰিবলৈ চেষ্টা কৰাটো মানে যে হেমকোষৰ ওপৰত পোবাসুঠান ওলোৱা, এনে সিদ্ধান্ত ভুল। হেমকোষক মান্য কৰিও তাৰ দুই-চাইটা আথৰ-যোঁটনি লৰাই চলিলেও পাপে নপৰশাকৈ অসমীয়া বচনা লেখিব পাৰি। আজিকালি বঙ্গদেশৰ বঙ্গলা মাহেকীয়া কাকতবোৰ মন দি যি পঢ়িছে তেৱেঁই দেখিবলৈ পাইছে যে লেখকসকলে ভাত বিদ্যাসাগৰৰ আৰু "প্ৰকৃতিবাদ" অভিধানৰ দিনৰ বৰ্ণবিন্যাসৰ অনেক লৰ-চৰ কৰি বৰ্ণ বিন্যাস কৰি নিজৰ লেখা লেখিছে। তাৰ দ্বাৰাই তেওঁলোকে বিদ্যাসাগৰক আৰু প্ৰকৃতিবাদ অভিধানক একেবাৰেই ওফৰাই পেলাইছে বুলি কোনেও নকয়। সেই বুলি কলিকতাৰ হাটখোলাৰ চাউলৰ মহাজনৰ গোমোস্তাই তাৰ নিজৰ চিঠি শুধকৈ লেখিবৰ নিমিত্তে তাক যদি এই বঙ্গলা মাহেকীয়া কাকতৰ কোনো সম্পাদকে "প্ৰকৃতিবাদৰ" বৰ্ণবিন্যাস চাই শুধকৈ লেখিবলৈ কয় তেন্তে পুৰণি বৰ্ণবিন্যাসৰ সময়োপযোগী দুটা চাইটা সলাই লোৱা সেই সম্পাদকে ক্ষুদ্ৰ-পাতকৰপৰা মুক্ত হবৰ বাট পাব'যেন লাগে। উদাহৰণ স্বৰূপে গেটাচেৰেক শবদ আমি তলত দিলোঁ। আথৰ-যোঁটনি শব্দটো হেমকোষত "আথৰ-জোঁটনি" আছে; সেইবাবেই যে 'আথৰ-যোঁটনি' অশুধ হল এনে নহয়। ভাহানি লম্বোদৰ বৰাই জোনাকীত "আথৰ-যোঁটনি" হে লেখিছিল। * আমি কওঁ "আথৰ-জোঁটনি" আৰু "আথৰ-যোঁটনি", জোৰ, যোৰ, জোৰা, যোৰা, কোনোটো ভুল নহয়। হেমকোষত "সুধিলো" আছে বুলিয়েই যে "শুধিলোঁ" লিখাটো মহা ভুল এই কথাও মানিবলৈ টান। বঙ্গালী লেখকসকলে "শুধাই" "সুধাই" দুইটা লেখে। আমাৰো দুইটা থাকিলে অলাভ নাই। হেমকোষত "পাচ" আছে, সেইবাবে

* "জোনাকী" দ্বিতীয় ভাগ, ২২৪ পিঠি।

"পাছ" লেখাটো অশুধ এনে নহয়। আমাৰ মনেৰে পশ্চাৎ শব্দৰপৰা ভলোৱা বাবে তাক "পাছ" "পাছত" "পিছত" লেখাহে উচিত। *আৰু এটা সুবিধা যে সেইদৰে বেখি পাচ (five) শব্দটোৰপৰা তাক বেলেগ কৰি ৰাখিব পৰা যায়। "বেছি"কো (সৰহ) আমি সেইবাবে "বেচি" ( to sell )ৰ পৰা বেলেগাই সেইদৰে লেখা উচিত বুলি ভাবোঁ। "বৰষণ" "বৰষুণ" এটাও অশুধ নহয়; যাৰ যিটো মন যায় ব্যৱহাৰ কৰিব পাৰে; কাৰণ সেই দুইটা সেইদৰে ভাল মানুহে কয়। হেমকোষত "খোঁটালী" আছে দেখি "খোটালি" লেখাটো ভুল এইটো মানিব নোৱাৰোঁ। "কোষ্ঠ"ৰ পৰা "খোটা" ওলাই দেশজ "লি"ৰে সি সাঙোৰ খাই তেনে হৈছে, গি যে "লী" হে হব, "লি" হব নোৱাৰে এনে নহয়। বৰং "লি" লেখাটো হে আমি উচিত বুলি ভাবোঁ। আগৰ কালৰ লেখকসকলে লেখিবৰ সুবিধা দেখি শবদৰ শেহৰ আখৰটোত দীর্ঘ ঈকাৰ বৰকৈ ব্যৱহাৰ কৰিছিল; আজিকালি দীৰ্ঘ ঈকাৰৰ ফালে লেখকসকলৰ তেনেকুৱা পক্ষপাত গুচিছে। এনেকুৱা কিছুমান শব্দ আছে, যে সেইবোৰ দীর্ঘ হ্রস্ব দুই প্রকাৰে লেখিব পাৰি, এটাও ভুল নহয়; বৰং হ্রস্ব কে লিখা হে আজিকালিৰ ঢাল। * "এটাইৰে" "আটাইৰে" দুইটা ব্যৱহাৰ হয়। "আৰ্য্যবোৰ" "আৰ্য্যবিলাক" ঠাই বুজি ব্যৱহাৰ কৰা যায়। "লেখা" "লিখা" "লেখা-পঢ়া" "লিখা-পঢ়া" এটাইকেইটা শুধ। "কেউটাই" আৰু "কেইওটাই" দুইটা ব্যৱহৃত হয় থল বুজি। যেতিয়া তাৰ ওপৰত Emphasis অর্থাৎ বল দিব লগীয়া হয় তেতিয়া "কেইওটাই" লেখা হয়। "কোনোক-কোনোক" হে শুধ "কোনো-কোনোক" নহয়, তেহেলৈ সি হেমকোষতে থাওক বা যতে থাওক। "গোটাই" "গোটেই" দুইটা ব্যৱহাৰ কৰা হয়। "বই বই" পদ্যত ছন্দ মিলাবলৈ লেখা হয়, গদ্যত নহয়; গদ্যত "বৈ বৈ" হয়। "অকলশৰীয়া" "অকলশৰীয়া" যিটো যাৰ মন যায় লেখিলে "মহা-ভাৰত অশুদ্ধ নহয়"। "সোপোকাই" নেলেখি "শোলোকাই" লিখাটো

---

* ভাগ্যনি "আসাম নিউচ"ত হেম বৰুৱা ডাঙৰীয়াই "পাচ" "পাছ" দুইটা লেখিছিল। কাৰবাৰ হাতত "আসাম নিউ চ"ৰ ফাইল আছে যদি আমাৰ কথা মিলাই চাব পাৰে।

* হেমকোষত আখল শব্দৰ মানে দিওঁতে হেম বৰুৱাই "খোঁটালী" "খোটালিত" "খোটাতিক" লেখিছে। হেমকোষৰ ৬৮ পিঠি।

উচিত, কিয়নো, সম্ভৱতঃ সি সংস্কৃত গ্ৰন্থ, শিথিল, শব্দবপৰা ওলাইছে। "এটাইবোৰ" "আটাইবোৰ" দুইটাৰ ব্যৱহাৰ আছে। "কেতকী" "কেতেকী" দুইটা শুধ। কেতকী সংস্কৃত সাধুভাষা। যেনে, "অজ্ঞাদ্যাসৌ ভুবন বিদিতা কেতকী স্বৰ্ণবৰ্ণা। "কেতেকী" তাৰ অপভ্ৰংশ। "দুৰন্ত" "দুৰৈন্ত" দুয়ো নিভুল। "এন্ধাৰত" "আন্ধৰত" এই দুইটাও যেনে। কথায় কথায় চন্দ্ৰবিন্দুৰ চকটো আথৰৰ মূৰত তুলি দিয়াটো আমি ভাল নেদেখোঁ। দেখি তাক আমি কমকৈ ব্যৱহাৰ কৰোঁ; যত নিদিলে নহয় তাত হে দিওঁ। "সৈতে" ব্যৱহাৰত কৰণ কাৰকৰ "ৰে" হয় সঁচা, কিন্তু ষষ্ঠীৰ "ৰ"ও যে অসমীয়াত ব্যৱহাৰ হয় সেইটো কোনোৱে নাজানে। "ৰামেৰে সৈতে" "ৰামৰ সৈতে" দুইটা অসমীয়াত শুধ। বঙ্গলাতো তেনেকুৱা আছে।

এনেকুৱা গোটাচেৰেক বৰ্ণবিন্যাসত বাঁহী হেমকোষৰপৰা অলপ আঁতৰিছে; কিন্তু এই ফেৰাতে কোনো কোনো ফালৰপৰা এনে চেক্‌চেকনি ওলাইছে যে, কথাৰ আঁতি-গুৰি নজনা দৰ্শকসকলে কিজানি ভাবিছে যে বাঁহীয়ে সেই চেক্‌চেকোৱা শালিকাৰ বাহৰপৰা কণী কেইটা হে পাৰি আনিলে হবলা। অলপ-অচৰপ জনাসকলে কিজানি ভাবিছে যে আমেৰিকাৰ আগৰ প্ৰেচিডেণ্ট কৰ্ণেল থিওডৰ কজ্‌ভেল্টে ইংৰাজী ভাষাৰ "Spelling reform" অৰ্থাৎ বৰ্ণবিন্যাসৰ সংস্কাৰ কৰিবলৈ যোৱাৰ নিচিনা বাঁহীয়ে অসমীয়া ভাষাৰ কিবা এটা মহা সংস্কাৰ হে আৰম্ভ কৰিছে, নতুবা —

"ৰাজনাৰী নিৰন্তৰে বজাইলা কান্দন্তে।
হা স্বামী (এই খিনিত হা আথৰ-জোঁটনি!)
বুলি আতি হিয়া ঢাকুৰন্তে॥"

হৈছে কিয়?

ছুটী বাঁহীৰ পক্ষে প্ৰবন্ধ দীঘল হৈ আহিল, সেইদেখি আৰু এটি কথাৰ উল্লেখ কৰি আমি আজিলৈ তাক সামৰি থম।

আমি দেখিছোঁ, বাৰিষা-কালি ভেকুলীৰ উজান উঠাদি আজিকালি আসামত কবিৰ উজান উঠিছে। আসামত কিয়, বঙ্গদেশতো সেই অৱস্থাই। সিদিনা আমাৰ বন্ধু বঙ্গলা মাহেকীয়া কাকত এখনৰ বঙ্গালী

সম্পাদক এজনেও তেওঁৰ কাকতৰ ওপৰত বঙ্গালী ন কবিৰ কবিতাৰ ববষণ বৰষাৰ কথা আমাক কৈছিল। আমি লেখ কৰি দেখিছোঁ, মাহেকত ৩০ খন কৈ "কবিতা" পাওঁ; তাৰ সৰহ ভাগ ডাড়ি-গোফ ঠুঁটিয়া আৰু সুঠুঁটিয়া ঘুলীয়া লৰাবপৰা। দেখিছোঁ কোনোৱে "আদিপাঠ" সামৰিয়েই কবিতা লেখিবলৈ কাপ ধৰিছে। কোনোজনে কোনো ডেকেৰীক বাং-ভগ্নৰ পুখুৰীত পানী আনিবলৈ যোৱা দেখিয়েই নিজৰ মনত ভাবোদয় হৈ প্ৰেমৰ কবিতা লেখি বাঁহীত ছপাবলৈ পঠিয়াই দিছে; কোনোৱে বা সন্ধ্যাবেলিকা ছহু এটাই পথাৰৰপৰা নিগনি-পোৱালি এটা ধৰি নিয়া দেখিয়েই ভাবত বিভোৰ হৈ লেচাৰী ছন্দত তিনি পাত কবিতা লেখি পঠিয়াইছে; কোনোৱে আকৌ তেওঁৰ স্কুলৰ ষষ্ঠ শ্ৰেণীৰপৰা পঞ্চম শ্ৰেণীলৈ উঠিব নোৱাৰি "নিৰাশা" নাম দি "দাৰ্শনিক তথ্যৰে পৰিপূৰ্ণ" কবিতা লেখি ডাকত দিছে; কোনো চেঙেলীয়াই বা তেওঁৰ ঘৰৰ চোতালৰ আগৰ নঙলাৰ ওচৰত খোজ চলাই ফুৰোঁতে হঠাৎ তেওঁৰ গাত এচাতি বতাহ লাগি তেওঁ পিন্ধা চুৰিয়াৰ খোৰটো অলপ উৰি লৰফৰ হলতে লৰি আহি মলয়া বতাহৰ গুণ বখানি উস্-আস্ কৈ এটা দুলৰী ছন্দত কবিতা ৰচনা কৰি বাঁহীত ছপা কৰিবলৈ পঠিয়াই দিছে; ইত্যাদি। এইবিলাক দেখি শুনি আমাৰ মনত কেতিয়াবা কেতিয়াবা খেলায়, যে যদি "আমৰা মৰে, নিজৰা জৰে, আৰু নিধনীৰ ধনজয় নাম হয়" অৰ্থাৎ বাঁহীৰ সম্পাদকক কেতিয়াবা কোনবাই ঠেলি-হেচুকি ঢাকাৰ লাট চাহাবৰ সভালৈ মেম্বৰ কৰি পঠিয়ায়, তেওঁৰ প্ৰথম কাম হব, ডাড়ি-গোফ সুঠুটিয়া লৰাই কবিতা লেখিলে দণ্ড পাবৰ আইন এখনৰ 'পাণ্ডুলিপি" কৰি সেই সভাত "পেচ" কৰাটো। অৱশ্যে তাত অসমীয়া পোপ (Pope) কবিলৈ exception clause অৰ্থাৎ ব্যতিক্ৰমৰ "দফা" থাকিব।

———

# ডাকৰ পুথি।

বঙ্গালী সাহিত্যিকসকল ইমান দিন নিদ্ৰালু হৈ আছিল, কোনো আহকালও নাছিল; এতিয়া তেওঁলোকে নিদ্ৰা পৰিহাৰ কৰি সাহিত্য, পুৰণিতত্ত্ব আদি ইমান বেগেৰে চৰ্চ্চা কৰি যাবলৈ ধৰিছে, যে ঘণ্টাত তেওঁলোকৰ "স্পীড্" (speed) অৰ্থাৎ গতি ৫০।৬০ মাইলতকৈও সৰহ হৈছে যেন লাগিছে। সেইদেখি আমি বাটৰ বাটকৰাই নিজৰ জীৱনটো হাতৰ মুঠিত লৈ চলিব লগীয়াত পৰিছোঁহঁক। সঁচা কথা কবলৈ গলে, আমি তেওঁলোকৰ কাৰ্য্য-কলাপ কিহেৰে তুলনা কৰিম তাৰ একো থিৰাং কৰিব পৰা নাই; কাৰণ বেগী, বলী, উগ্ৰ, প্ৰচণ্ড যিহেৰে সৈতে তুলনা কৰিবলৈ যাওঁ তাৰে সৈতেই সি খাপ খোৱা যেন লাগে। তেওঁলোকক হুতাশ-নেৰে বিজালে বিজ খাব; কাৰণ, তেওঁলোকে কেচা-পকা একো নাবাছে। তেওঁলোকক প্ৰচণ্ড পৱনেৰে সৈতে মিলাব খুজিলে মিলাব পাৰোঁ; কিয়নো, তেওঁলোকে এদেশৰ পুথি এদেশত, এদেশৰ সাহিত্য আন দেশত, পুব হাটীৰ সৰ্ব্বহ পচিম হাটীৰ মুৰত উৰাই পেলাইছে; আৰু তাতো শাঁত নহৈ পালে আৰু উৰাম বুলি হুমিয়াইছে হে। কিন্তু "সৰ্ব্বমত্যন্তং গৰ্হিতং" বুলি বাটত এটা নীতি-বাক্য ওপ হৈ পৰি আছে, সেইটোলৈ চকু নিদি তেওঁলোক লৰিলে উজুটি খাই পৰিবৰ সম্ভৱ। মৰুৎ ৰজাৰ যজ্ঞত সৰহকৈ ঘিউ খাই হুতাশনৰো অগ্নিমন্দ ৰোগ হৈছিল; পিছত অৰ্জ্জুনৰ অনুগ্ৰহত খাণ্ডৱ-বন বোলা বৰি এজোৰা বিধিমতে সেৱন নকৰাহেঁতেন তেওঁ সেই আহুকলীয়া ৰোগৰ হাত সাৰিবই নোৱাৰিলেহেঁতেন কিজানি। বেছি উৎপাত কৰি পৱনো পৰ্ব্বতৰ গুহাত বন্দী হৈ পৰিছিল। এতেকে "শনৈঃ পন্থা শনৈঃ কন্থা শনৈঃ পৰ্ব্বত লঙ্ঘনং" হে ভাল।

আসামত কোনে অসমীয়া ডাকৰ আৰু অসমীয়া পুথি ডাকৰ-বচনৰ কথা নাজানে? এনে অসমীয়াৰো-আও-অসমীয়া পুথিকো বঙ্গালী সাহিত্যিক সকলে টানি-আজুৰি লৈ গৈ নিজৰ টোলৰ ভিতৰত সুমাইছে! বাবু.

দীনেশচন্দ্র সেনে ডাকৰ পুথি লভি আপ্যায়িত হৈ নিজৰ কিতাপত তাৰ বিষয়ে এবকলা লেখি বঙ্গলা ভাষা আৰু সাহিত্যৰ প্ৰাচীনত্ব প্ৰতিপাদন কৰিছে। হ'লেও এক প্ৰকাৰে ই আনন্দৰ হে কথা; কিয়নো, অসমীয়া ভাষা আৰু সাহিত্যৰ ইয়াৰ দ্বাৰাই গৌৰৱ হে বাঢ়িছে বুলি ধৰিব লাগে। মোৰ পোৰ গুণ দেখি যদি লোকে মোহিত হৈ তাক নিজৰ যেন ভাবে তেন্তে তাৰ যছ মাটিত থবলৈ নটা হয়। আৰু নিজে তো নিজৰ পোৰ গুণ দেখেই, লোকে দোখলে হে দেখা। অসমীয়া ভাষা আৰু সাহিত্যৰ তেনে-কুৱাই যছৰ অৱস্থা হৈছে।

দীনেশ বাবুৱে তেওঁৰ কিতাপত "ডাক ও খনাৰ বচন" অধ্যায়ত লেখিছে,—"এই সকল বচন ৰচনাৰ সময় বুদ্ধেৰ প্ৰভাব বঙ্গদেশ হইতে উৎপাটিত হইয়াছিল বলিয়া বোধ হয় না। ইহাতে পুষ্কৰিণীখনন, বৰ্ত্ম নিৰ্ম্মাণ, বৃক্ষৰোপণ ইত্যাদি সাধাৰণেৰ উপকাৰজনক ধৰ্ম্ম যে অবশ্যপালনীয়, তাহা অনেকবাৰ নিৰ্দ্ধাৰিত হইয়াছে; কিন্তু একটিবাৰও হৰি কি অন্য দেৱতাৰ নাম লইবাৰ সূত্ৰ গৃহস্থকে পালন কৰিতে আহ্বান কৰা হয় নাই। ...খনাৰ বচনেৰ প্ৰচলন অত্যন্ত অধিক, এইজন্য কালক্ৰমে তাহাদেৰ ভাষা ক্ৰমশঃ সহজ হইয়া গিয়াছে, কিন্তু ডাকেৰ বচন ততদূৰ প্ৰচাৰিত হয় নাই, এইজন্য সে ভাষাৰ প্ৰাচীনতা অনেকাংশে ৰক্ষা কৰিয়াছে।......ডাক নামক জনৈক গোপ "ডাকেৰ বচন" প্ৰণয়ন কৰিয়াছেন বলিয়া কথিত আছে। যে বংশে স্বয়ং শ্ৰীকৃষ্ণেৰ লীলাবতাৰ হইয়াছিল, সেই বংশে বঙ্গেৰ সক্ৰেতিস্ —ডাকেৰ জন্ম কল্পনা কৰা কিছু অনুচিত হয় নাই, তবে মিহিৰেৰ পত্নী উজ্জয়িনীৰ ভাব ছাড়িয়া বাঙ্গালায় নীতি ও জ্যোতিষতত্ত্ব সঙ্কলন কৰিতে-ছেন, এ কল্পনাৰ দৌড় আৰ একটু বেশী।.........বোধহয় বঙ্গভাষা স্ফুৰ-ণেৰ এই গুলি প্ৰাক্-চেষ্টা। ভাষা ও ভাব দৃষ্টে বোধ হয় ৮০০-১২০০ খৃঃ অব্দেৰ মধ্যে এই সকল বচন ৰচিত হইয়াছিল।......কালিদাস ও গোপাল ভাঁড় যেমন বঙ্গীয় ৰসিকতা একচেটিয়া কৰিয়া ৰাখিয়াছেন, বঙ্গদেশেৰ জ্ঞানেও সেইৰূপ সেকালে ডাক ও খনা নামধেয় প্ৰকৃত কিম্বা কল্পিত ব্যক্তি-দ্বয় একাধিকাৰ স্থাপন কৰিয়াছিলেন।......খনা ও ডাকেৰ বচন দুইৰূপ সামগ্ৰী। খনা কৃষক ও গ্ৰহাচাৰ্য্যেৰ নজিৰ। ডাকেৰ বচনে জ্যোতিষ ও

ক্ষেত্রত্বেব কথা আছে সত্য, কিন্তু তাহাতে মানব-চৰিত্রেব ব্যাখ্যা যেথা"। ইত্যাদি।

"খনাব বচনেব প্রচলন" যেনেকৈ বঙ্গ দেশত "অত্যন্ত অধিক" ডাকৰ বচনৰ প্রচলনো তেনেকৈ আসামত অত্যন্ত অধিক। তাৰ কাৰণ, ডাক আসামৰ অসমীয়া আৰু তেওঁৰ বচনৰ পুথিও অসমীয়া পুথি। আৰু উজ্জয়িনীৰ খনাব নামে খনাব বচন বচোঁভাজন বা বচোঁ।ভাসকল বঙ্গালী আৰু সেই পুথি বঙ্গলা। ডাক বঙ্গালী নহয় আৰু তেওঁৰ পুথিও বঙ্গলা নহয়। বঙ্গদেশত এশৰ ভিতৰত এজনে ডাকৰ নাম শুনিছে কি নাই শুনা, আৰু হাজাৰৰ ভিতৰত এজনে মনৰপৰা ডাকৰ বচন এফাকি মাতিব পাৰে নে নোৱাৰে সন্দেহৰ বিষয়; কিন্তু খনাব বচন বঙ্গালীৰ মুখে মুখে। আসামত ডাকৰ বচন প্রত্যেক অসমীয়াৰ মুখে মুখে, কিন্তু খনাব বচন হাজাৰৰ ভিতৰত এজনেও জানে নাজানে সন্দেহ। কলিকতাব বটতলাব প্রকাশক শ্রীবেণীমাধব দে এণ্ড কোম্পানীয়ে "ডাক পুৰুষেব বচন" কিতপৰ পতামিত লেখিছে, "বহু দিবস হইল এই প্রাচীন পুস্তক খানি সংগ্রহ কৰিবাব মানসে মফঃস্বলেব নানা স্থানে অনুসন্ধান কৰিয়া বৰ্দ্ধমান জিলাব অন্তর্গত গণপুব নিবাসী ৺ বক্রেশ্বৰ ন্যায়বত্ন মহাশয়েব বাটীতে এই অসম্পূর্ণ পুস্তক খানি প্রাপ্ত হইলাম কিন্তু ইহাব সম্পূর্ণ সংগ্রহ কোন স্থানেই পাইলাম না, কি কৰি পাঠকগণেৰ বিদিতার্থ অসম্পূর্ণ পুস্তক খানিই প্রকাশ কৰিতে বাধ্য হইলাম কিন্তু যদ্যপি কোন সুহৃদয় পাঠকগণ এই পুস্তকেব অবশিষ্ট অংশ যাহা যখন প্রাপ্ত হইবেন তাহা লিখিয়া আমাদিগেব নিকট পাঠাইয়া দিলে বড়ই বাধিত হইব, ইহাই সাদ্গুনয় পূর্ব্বক পাঠক গণেৰ নিকট প্রার্থনা, কাৰণ এতদ্বিষয়ে এই প্রাচীন কবিব কীৰ্ত্তি স্থাপনা কৰা হয়।"

বটতলীয়া 'শ্রীবেণীমাধব দে এণ্ড কোং" এ ডাকৰ বচন পুথি বিচাৰি এইদৰে হাবাথুৰি খাই পৰ্ব্বতে-পাৰণ্ডে গহনে-বিপিনে ফুৰা দেখি আমাৰ এটা গান গাই দিবৰ মন গৈছে; কিন্তু আমাৰ "গলা নথকা" বাবে পাঠকসকলক ভয় খুখুৰাবৰ মনেৰে মাত্র তাৰ দুফাকি গায়েই ক্ষান্ত দিম—

'কাহে যোগীবৰ ভ্ৰম এ বিজন কাননে?
নাজানি কোন অভাগিনী কান্দে তব বিহনে।"

যোগোঁ, তোমাক যদি পাৰ-কণীয়া মুকুতা লাগে, তেন্তে পাৰস্য-উপসাগৰ নাইবা লঙ্কাৰ ওচৰৰ ভাৰত-মহাসাগৰৰ পাৰলৈ যোৱাঁ, নতুবা বৰ্দ্ধমানৰ পুনি-পুথুৰীত খেৱালি-জাল বাবিলে "ঘোষেদেৰ বাড়ীৰ সইয়েৰ বকুল-ফুলে" তাত গা ধোওঁতে অকস্মাৎ তেওঁৰ নাকৰপৰা সৰি পৰা ভগা ফুটা মুকুতাৰ "নোলক" এটা—এডোখৰ পাব পাৰা, তাৰ বাহিৰে আৰু কি পাবা? বৰ্দ্ধমান মুৱা হৈ "নানা স্থানে অনুসন্ধান" নকৰি যদি উক্ত কোম্পানী বৰপেটা-মুৱা হলহেঁতেন তেন্তে খিতাতে তেওঁলোকে সৰ্ব্বাঙ্গসুন্দৰ "ডাকৰ-বচন পুথি" পালেহেঁতেন। *

বঙ্গদেশত ডাকৰ পুথি নাই। কৰপৰা থাকিব? সেই বুলি যে দুখন চাৰিখন অত-তত বিচাৰিলে নোলাব এনে নহয়; আৰু সেইটো সম্ভৱও। ছাপা হোৱা বঙ্গলা কিতাপ যেনেকৈ আজিকালি আসামত সিচৰতি হৈ পৰিছে, আগৰ কালত অৰ্থাৎ আসামৰ গৌৰৱৰ কালত, আৰু পুথিবীত ছাপা-যন্ত্ৰ ওলোৱাৰ আগৰ ডোখৰ কালত দুখন-দহখন ভাল অসমীয়া হাতে-লেখা পুথিও বঙ্গদেশত চিটিকি পৰিছিল। এইবাবেই অসমীয়া পুৰণি কবিসকলৰ দ্বাৰাই ৰচিত ভালেমান পুথি পূৰ্ব্ব, পশ্চিম, উত্তৰ বঙ্গ শ্ৰীহট, আদি ঠাই পাইছিল গৈ, আৰু সেইবাবেই মাজে-সময়ে দুখন-এখন পুৰণি হাতে-লেখা অসমীয়া পুথি সেইবোৰ ঠাইত ওলায়। বিশেষ, উত্তৰ বঙ্গ আৰু মৈমনচিঙৰ এডোখৰ তো পুৰণি আসামৰ ভিতৰতে আছিলেই।

ধৰাঁ, যদি এনেকুৱা এটা অদ্ভুত ঘটনা ঘটে,—আসামত সোণৰ ভাল খনি গোটাচেৰেক ওলাল, আৰু আসামৰ ব্যৱসায়-বাণিজ্য ইত্যাদিৰ বৰ্থে উন্নতি হল, চীন পৰ্য্যন্ত যাবলৈ আসামেদি ৰেল হল, ইত্যাদি কাৰণত আসামৰ বৰ উন্নতি হৈ আসাম জয়-জয়-মই-মই হল; আৰু আসামলৈ উন্নতিৰ ভৰ-সোঁতা আহিলত বঙ্গদেশ জঁয় পৰি গল, আৰু তাৰ উন্নতি সোঁতাৰ অৱনতি হৈ সি মৰি-দীঘো বা মৰি-কলং হল গৈ, বঙ্গ সাহিত্যক তুলসীৰ তলত

* বৰপেটাৰ লেহেৰিয়া পাৰ্ত্ত ডাকৰ জন্ম হয়।

থৈ নাম সোঁৱৰাবৰ সময় পালেহি, এনে অৱস্থাত সেই ভবিষ্যত কালৰ কোনো অসমীয়া সাহিত্যিক ডেকাই যদি অসমীয়া জাতি আৰু সাহিত্যৰ বুৰঞ্জী লেখোঁতে তাৰ ভিতৰত ঈশ্বৰচন্দ্ৰ আৰু বঙ্কিমচন্দ্ৰৰ কিতাপবোৰ সুমাই নানা গৱেষণাপূৰ্ণ মন্তব্য প্ৰকাশ কৰি নিজৰ ভাষা আৰু সাহিত্যৰ গৌৰৱ বঢ়াবলৈ চেষ্টা কৰে, তেন্তে সেই দৃশ্য কেনে ধুনীয়া হব ?

নানা কাৰণত এক দেশৰ কিতাপ পুথি আন দেশ পায় গৈ। পুৰণি কালত ভাৰতবৰ্ষৰ সংস্কৃত ভাষাৰ বেজালি পুথি আৰব, ইজিপ্ট, গ্ৰীচ, আৰু স্পেইন পাইছিলগৈ; ধৰ্ম্মশাস্ত্ৰবোৰ চীন জাপান আদি দেশ পাইছিল গৈ; নাটক আদি পুথি মধ্য আচিয়া পাইছিল গৈ; সৰহ নাজাগে দক্ষিণ-আমেৰিকাৰ মেক্সিকো পেৰু আদি দেশো পোৱা প্ৰমাণ আজি কালি ওলাইছে। কালক্ৰমত সেইবোৰ দেশৰে সৈতে সম্পৰ্ক ৰহিত হলত আৰু সেই পুথিৰ ভাষাই পৰিবৰ্ত্তিত আৰু অনুবাদিত হৈ অন্য আকাৰ ধাৰণ কৰিলত সেই পুথিবোৰৰ গুৰি ডোখৰৰ কথা পাহৰণিৰ গৰ্ভত সোমালত, পিছৰ কালৰ সেই দেশীয়সকলে সেইবোৰ নিজৰ পূৰ্ব্বপুৰুষসকলৰ দ্বাৰাই উপাৰ্জ্জিত বস্তু বুলি ধৰি লোৱা অনেক দেখা গৈছে। পঞ্চতন্ত্ৰৰ সাধু, ইচপৰ সাধু ইউক্লিডৰ জ্যামিতি, বীজগণিত ইত্যাদিৰ উদাহৰণ এই খিনিতে দিয়ো এই কথাৰ শেও ধুৱাই দিব পাৰি।

আগৰ দিনত আমাৰে সৈতে যে বঙ্গদেশ একেবাৰেই সম্পৰ্কবিৰহিত হৈ আছিল এনে নহয়। কামাখ্যা তীৰ্থ দৰ্শন কৰিবলৈ শাক্ত বঙ্গালী ভোভয়াও কামৰূপলৈ আহিছিল। বৰ্দ্ধমানৰ ৺ হৰেক্ৰেশ্বৰ ন্যায়ৰত্ন মহাশয়ৰ কোনো এজনে কামাখ্যাৰপৰা উভতি যাওঁতে অমূল্য জ্ঞানাগৰ্ভ ডাকৰ বচনৰ এখন ভুখৰীয়া পুথি এখনো লগত লৈ যাব পাৰে। মান, যৱাণৰ বিপ্লৱত অনেক অসমীয়া মানুহ আসামৰপৰা ভাগি গৈ বঙ্গদেশত বসতি কৰিছিল। সেই-বিলাকেও ভেওঁলোকৰ আদৰৰ নিজা পুথিবোৰৰ ভিতৰৰপৰা অনেক পুথি লগত লৈ যোৱাটো অনুমান কৰিব পাৰি, আৰু তাৰ ভিতৰত ডাকৰ বচনৰ সৰু পুথিখন থকাও অসম্ভৱ নহয়। এইদৰেই অনন্ত কন্দলিৰ ৰামায়ণ গৈ বঙ্গদেশ যে পাইছিলগৈ সেইটোও সহজে বুজিব পাৰি।

"শ্ৰীযুত বেণীমাধৱ দে কোং দ্বাৰা সংগৃহীত এবং প্ৰকাশিত" "ডাকেৰ বচন" কিতাপৰপৰা ফাকিচেৰেক তলত তুলি দিলোঁ। পাঠকসকলে সেই বঙ্গলাৰ সোৱাদ লওক।

"কেহো ছাওয়াল না দেখিব। কোনেৰ ভিতৰ শোইয়া থোব ॥
লোক শোয়াইব চাৰি পাশে। ৰাত্ৰি হৈলে ছাওয়াল শোয়াব কোলে ॥"
"সে সি ভাল কুশলানি। যে পোয়াতিকে পিতে নাদেয় পানি ॥"
"ভাল দ্ৰব্য যখন পাব। কালিকাৰে তুলিয়া নাথোব ॥
কালিকাৰ বাট না চাহিয়ে। মাথাৰ উপৰ যম দাঁড়ায়ে ॥"
"সুখতাপাত কাসুন্দিৰ ঝোল। তেল উপৰে দিয়া তোল ॥"
'মাগুৰ মাছ দায়ে কুটিয়া। হিঙ্গু মৰিচ আদা দিয়া ॥
তেলঁ হলদি দিয়া বেসাৰ। বলে ডাক ব্যঞ্জন সাজ ॥
পোহনা মাছ জম্বীৰেৰ ৰসে। কাসুন্দী দিয়া যে পৰশে ॥'
"পাকা তেঁতুলী বৃদ্ধ বোয়াল। বড় কৰিয়া দিহ আল ॥
কাচে দিয়া কৰিহ ঝোল। খাইবাৰ বেলা মুণ্ড না তোল ॥"
"অজা আলি বুড় মেষ। দৈয়েৰ আগা ঘোলেৰ শেষ ॥"
"মিঠ বাঞ্জে সক অকাটে। সে গৃহিণীতে ঘৰ নাটুটে ॥
"কাখে কলসি পানিকে যায়। হেঠ মুণ্ডে কাকেহো নাচায়।
"যে নাৰী দিনে নিদ্ৰা যায়। গালি দিলে ৰোষ কৰিয়া যায় ॥
চিড়ি পো কাহাকে না পুছে। ডাক বলে বিভা কৈলে মিছে ॥
নিয়ড় পোখৰী দূৰে যায়। পথিক দেখিয়া আড়চক্ষে চায় ॥"
"বাৰিষাতে বিনি ছাতাতে যায়। পানি দেখিয়া তৰাসে ধায় ॥
সিয়াপাতে খায় দুধ। বলে ডাক সে বড় আবুধ ॥
"নিতি নিতি অপৰাধ কৰে। বলে ডাক যো কি সৰিবু ভাবে ॥
"নৌকা থাকিতে যে সান্তৰে। বলে ডাক মৰে যো কি কৰিবু ভাবে ॥
"চোৰ গাই বাঁঝি ছাগলী। ঘৰে আছে দুষ্টা মেহলি ॥"
"বিনি চূনে গুৱা খায়। ভাত হইলে ৰোষ কৰিয়া যায় ॥"
"ঈশ্বৰেৰ স্ত্ৰীসনে কৰে পৰিহাস। গাভুৰ বয়সে যাতে কাস ॥
"বুড়া গৰু বস্ত্ৰ পুৰাণ। চোৰ গাই গাব্দি চুনা খান ॥

যে বিচে সেই সিয়ান । ইহা বিচিতে না পুছিব আন ॥"

"ঘৰে প্ৰদীপ বাহিৰে ভুঁজে তবে জানিব পৰ ।

বাট এড়িয়া উবাটে যায় তবে জানিব চোৰ ॥"

"পৰিহৰ বাটে ক্ষিতিৰ আশ । পৰিহৰ গাভুৰ বয়সেৰ কাস ॥

পৰিহৰ যত্নে পোখৰী পিছলীঘাট । পৰিহৰ যত্নে ভাঙ্গা ঘাট ॥"

"হাঁচি জিঠি যেজন বাৰে । বিয়েৰ সময় সেজন তৰে ॥"

সোণা ৰূপা কিবা কৰি । ভাত না খাইলে ভোখে মৰি ॥"

পাঠকে এই "ডাকেৰ বচনেৰ" বঙ্গলা ভাষাৰ নমুনা চাই লওক, আমি সৰহ একো নকওঁ ।

"ধৰ্ম্ম কৰিতে যবে জানি । পোখৰি দিয়া বাখিব পানি ॥

গাছ ৰূইলে বড় কৰ্ম্ম । মণ্ডপ দিলে বড় ধৰ্ম্ম ॥"

"যে দেয় ভাত শালা পানী শালী । সে না যায় যমেৰ বাড়ী ॥

স্বৰ্ণ ভূমি কন্যা দান । বলে ডাক স্বৰ্গে স্থান ॥"

ডাকৰ বচনৰপৰা দীনেশ বাবুৱে এই কেইফাকি তুলি দি লেখিছে,— "এই সকল বচন ৰচনাৰ সময় বুদ্ধেৰ প্ৰভাব বঙ্গদেশ হইতে উৎপাটিত হইয়াছিল বলিয়া বোধ হয় না । ইহাতে পুষ্কৰিণী খনন, বৰ্ম্ম নিৰ্ম্মাণ, বৃক্ষ-ৰোপণ ইত্যাদি সাধাৰণেৰ উপকাৰজনক ধৰ্ম্ম যে অবশ্য পালনীয়, তাহা অনেকবাৰ নিৰ্দ্ধাৰিত হইয়াছে । কিন্তু একটি বাৰও হৰি কি অন্য দেৱতাৰ নাম লইবাৰ সূত্ৰ গৃহস্থকে পালন কৰিতে আহ্বান কৰা হয় নাই ।"

বেণীমাধৱ দেৱ দ্বাৰা প্ৰকাশিত ডাকৰ বচনতে আছে—

"গঙ্গাধিক তীৰ্থ নাহিক আৰ । ত্ৰিভুবনে গঙ্গা সাৰ ॥

ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ দেৱা । সবেই কৰে গঙ্গাৰ সেৱা ॥

গয়া বাৰাণসী যাই । গঙ্গাস্নানে সকল পাই ॥

সোণা ৰূপা হীৰাৰ মূল । গঙ্গাজলেৰ নহে সমতুল ॥

"গঙ্গাজলে ছাড়ে পৰাণ । মুক্তি ছাড়িয়া নহে আন ।"

হৰি কি অন্য দেৱতাৰ নাম লবলৈ আহ্বান নকৰা ডাকে গঙ্গাৰ ইমান মাহাত্ম্য ঘোষণা কৰে কিয় ? বৌদ্ধধৰ্ম্মই গঙ্গাক ইমানকৈ বঢ়াই দিয়ে নে ? অসমীয়া সম্পূৰ্ণ ডাকৰ পুথিত তো হৰিনামৰ আটকেই নাই—

"অশৌচ বাব্জে মঙ্গল কৰি। সূৰ্য্যক দেখাইব নয়ন ভৰি॥
তেবেসে পুত্ৰৰ হৈব কুশল। জয় হৰি বুলি কৰা মঙ্গল॥"
"শুনা সৰ্ব্বজন ডাক চৰিত্ৰ। ৰাম ৰাম বুলি তৰা কলিত॥
"অনিত্য দেহত নকৰা আশ। হৰিৰ নামত কৰা বিশ্বাস॥
আক জানি সবে আলাস এৰি। সঘনে ডাকিয়া ঘোষিয়ো হৰি॥"

দীনেশ বাবুৰে আক কয়—"বৌদ্ধধৰ্ম্মেৰ সম্পূৰ্ণ অবনতিৰ সময় উহা নাস্তিকতায় পৰিণত হইয়াছিল।······ডাকেৰ বচনে তদ্রূপ সূত্ৰও প্ৰচাৰিত দেখা যায়,—

ভাল দ্ৰব্য যখন পাব। কালিকাৰে তুলিয়া নাথোব।
দধি দুগ্ধ কৰিয়া ভোগ। ঔষধ দিয়া খণ্ডাব ৰোগ॥
বলে ডাক এই সংসাৰে। আপনা মইলে কিসেৰ আৰ॥"

ডাকে গৃহস্থৰ দৈনিক জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবৰ নিমিত্তে আৱশ্যকীয় "প্ৰেৰ্া ক্টকেল" উপদেশ দিছিল, পৰকালৰ হিতাৰ্থে ধৰ্ম্মপুথি লিখা নাছিল। এনে স্থলত, দীনেশ বাবুৰ মন্তব্য অসাৰ্থক নহয় নে? পুখুৰী খনা, আলি বন্ধোৱা, দেৱালয় কৰা পুণ্যকাৰ্য্যবোৰ হিন্দুধৰ্ম্মৰ ভিতৰুৱা নহয় জানো? তেহেলৈ সেইবোৰ বৌদ্ধধৰ্ম্মৰে পৰাই হিন্দুৱে পাওক।

দীনেশ বাবুৱে তেওঁৰ কিতাপত লেখিছে,— "এই পুস্তকেৰ প্ৰথম সংস্কৰণ প্ৰকাশিত হওয়াৰ পৰে জানা গিয়াছে. নেপালে বৌদ্ধ পণ্ডিতগণ দ্বাৰা সুৰক্ষিত, সংস্কৃত টিপ্পনী সংযুক্ত 'ডাকাৰ্ণব' পুস্তকে বঙ্গীয় ডাকেৰ বচনসমূহ উদ্ধৃত আছে। বঙ্গদেশে প্ৰচলিত ডাকেৰ বচনেৰ ভাষাপেক্ষা-সেগুলিৰ ভাষা জটিল। এই পুস্তক মহামহোপাধ্যায় শ্ৰীযুক্ত হৰপ্ৰসাদ শাস্ত্ৰী মহাশয় দেখিয়া আসিয়াছেন। তাঁহাৰ মতে 'ডাক' শব্দ ডাকিনী শব্দেৰ পুংলিঙ্গ ও একাৰ্থবাচক, যেৰূপ ডাকিনী মন্ত্ৰাদি দৃষ্ট হয়, ডাকেৰ বচনও সেই শ্ৰেণীৰ। বৌদ্ধদিগেৰ দ্বাৰা এই পুস্তক সযত্নে ৰক্ষিত হইতেছে, সুতৰাং ঐ সমস্ত বচন যে বৌদ্ধযুগীয় এখন নিঃসন্দেহে বলা যাইতে পাৰে।"

বঙ্গালী পণ্ডিতসকলৰ হাতত পৰি কামৰূপৰ জ্ঞানী "ডাক গুৱালৰ"* কি দুৰ্গতি হৈছে পাঠকসকলে চাওক।

এইখন দেখি শুনি ডাকৰ আহিতে আমাৰো একাকি বচন ৰচি গাবৰ মন গৈছে,—

বঙ্গ পণ্ডিতৰ মহা গুণ।
ডাকক মাৰি কৰিলে খুন॥
মহাজ্ঞানী অসমীয়া ডাক।
ডাকিনীৰ পৈয়েক পাতিলে তাক॥

ডাক যে অতি প্ৰাচীন কলীয়া জ্ঞানী পুৰুষ আছিল, আৰু তেওঁৰ বচনৰ পুথিও যে অতি প্ৰাচীন কলীয়া তাত আমাৰ সন্দেহ নাই। কমপক্ষেও খৃষ্টীয় পঞ্চম কি ষষ্ঠ শতিকাত আসামত ডাকৰ পুথি ৰচিত হৈছিল বুলি আমাৰ বিশ্বাস। নেপালত "ডাকাৰ্ণব" পুথি অৰ্থাৎ ডাকৰ বচনৰ পুথি গুলোৱাত এইটো আৰু প্ৰমাণ হল যে পুৰণি কামৰূপ ৰাজ্যৰ ভাষা, বিদ্যা, জ্ঞান আৰু গৌৰৱৰ প্ৰভাৱ দুৰ হিমালয়ৰ কাষৰ দেশ নেপাল পৰ্য্যন্ত বিয়াপি পৰিছিল। ধন্য আসাম! ধন্য দেশ! তুমি ডাক হেন মহাপুৰুষক অৰ্থাৎ ভুলকৈ পতা "বঙ্গৰ সক্ৰেটিসক," অৰ্থাৎ আচলতে আসামৰ চক্ৰেটিচক গৰ্ভত ধাৰণ কৰিছিলা।

শাস্ত্ৰী মহাশয়ে কোৱা দৰে ডাকৰ বচন যদি ডাকিনী মন্ত্ৰাদিৰ শাৰীৰ হয় তেন্তে সেইটো আৰু এটা ডাঙৰ প্ৰমাণ যে ডাক আসাম কামৰূপৰ হে মানুহ; কাৰণ ডাকিনী যোগিনী মন্ত্ৰ-তন্ত্ৰৰ আচল আদি ঠাই যে কামৰূপ কামাখ্যা সেইটো শাস্ত্ৰী মহাশয় আৰু দীনেশ বাবুৰেও অস্বীকাৰ কৰিবৰ উপায় নাই।

আসামত আৰু বঙ্গদেশত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰিত হোৱাৰ আগেয়ে অনেক হীনাচাৰী হিন্দু আছিল। আন কি, সদাচাৰৰ আৰু নিৰ্ম্মল শাস্ত্ৰজ্ঞানৰ

---

* "গুনাই গৈ নাসে সোনকালে।
দুইটা স্ত্ৰী বোলে ডাক গুৱালে॥"
　　　　অসমীয়া ডাকচৰিত্ৰ পুথি।

"পৃথিৱী হইয়া ৰূপে বুলে।
স্বামিৰ পীড়ি পায়ে টালে॥
ঘৰ নাশে অল্পকালে।
ক্ষুত্ৰভাবে ডাক্ গোৱালে॥"
　　　　বেণীমাধৱ দেৱ "ডাক পুৰুষেৰ বচন"

অভাৱত অনেক ব্ৰাহ্মণেও বৌদ্ধাচাৰী নাম পাইছিল। শঙ্কৰদেৱৰ দ্বাৰাই প্ৰকাশিত বৈষ্ণৱধৰ্ম্ম আসামত ভালকৈ প্ৰচাৰিত হোৱাৰ আগেয়ে অনেক ৰাম্নুণে হাল বোৱা আৰু হাল বাই থাকোঁতেই বাহী পাই পিঠা চোবাই থকা, আৰু সন্ধ্যা আদি ব্ৰহ্মণ্য কাম নকৰা বুলি গুৰুচৰিত্ৰত উল্লেখ আছে। আজিকালি বৌদ্ধ বুলিলে আমি বি বুজোঁ, সেই কালত বৌদ্ধ শব্দৰ মানে তেনে নাছিল। অনাচাৰী, বীৰাচাৰী, ব্ৰহ্মণ্য কৰ্ম্মজ্ঞানহীন লোকক সেই কালত বৌদ্ধ বোলা হৈছিল। বৌদ্ধ শব্দটো তেতিয়া এক প্ৰকাৰ গালিবাচক আছিল। সেইদেখি প্ৰকৃত বৌদ্ধধৰ্ম্মৰ অন্তকাল আৰু হিন্দুধৰ্ম্মৰ পুনৰ অভ্যুত্থানৰ আগ ডোখৰ কালত তাৰ চৰিত্ৰ বিৰচিত হৈছিল বুলি আমাৰ বিশ্বাস। ভাৰতত কোনোকালে একেবাৰেই হিন্দুধৰ্ম্মও মৰা নাছিল, আৰু বৌদ্ধধৰ্ম্মও বিলোপ হোৱা নাছিল। বৌদ্ধধৰ্ম্মৰ অধঃপত আৰু হিন্দুধৰ্ম্মৰ পুনৰ তেজেৰে অভ্যুত্থানৰ মাজডোখৰত অকল আসামত আৰু বঙ্গদেশত কিয়, ভাৰতবৰ্ষৰ আন আন দেশতো নানা কিম্ভূত-কিমাকাৰ মিহলি খিচিৰি ধৰ্ম্মমত আৰু বিশ্বাসবোৰ প্ৰচলিত হৈছিল। তেনে কালতে কামৰূপত বামাচাৰী তান্ত্ৰিক ধৰ্ম্মৰ বিকাশ হৈছিল।

দীপিকাছন্দত বৌদ্ধক আক্ৰমণ কৰা পদৰ ফাকিচেৰেক তলত দিলোঁ। ঃ—

"তাম্ৰ কাংস শিলায়ে কি গতিক দিবেক।
কলিত পামৰ লোক একে মানিবেক॥
কাম ক্ৰোধ লোভ মোহ সবাকে ত্যজিয়া।
নিবিড় আসন মনে সমাধি ধৰিয়া॥
সনক সনন্দ মহা যোগীগণ যত।
তাৰা সবো হৰিক নেদেখে হৃদয়ত॥
তাম্ৰ কাংস মৃত্তিকাৰ সাজি প্ৰতিমাক।
হৰি মূৰ্ত্তি বুলি তাক পূজা কৰিবেক॥
এহিমতে বৌদ্ধসবে লোকক ভাণ্ডিব।
নহৈবেক গতি ঘোৰ সংসাৰে পৰিব।"
"ধনৰ নিমিত্তে কাটিবেক মনুষ্যক।

পেটুৱা ব্ৰাহ্মণে নাশিবেক জগতক ॥
কলি চণ্ডালৰ সখা হৈবেক ব্ৰাহ্মণ।
এহিমতে অধোগতি হৈবে প্ৰজাগণ ॥”
“বলে বই ব্ৰহ্ম তত্ত্ব বুলি দৰ্প কৰে।
স্বৰূপ কহিলোঁ। দেখি কলিৰ বিপ্ৰৰে ॥
সন্ধ্যা কি আহ্নিক নিত্য সেবা যে বৰ্জ্জিত।
শূদ্ৰৰ আচাৰ সিটো চণ্ডালতো ধিক ॥”
“কতো বলি হংস ছাগ দিবে নানামত।
আকে দিলে মুক্তি পাইবি থাকিবি স্বৰ্গত ॥
মোহোৰ সমান পূজা কোনে বা জানই।
মুই পূজা দিলে তুষ্ট হৈবে কালী আই ॥
মাংসলোভী বিপ্ৰসবে পেট প্ৰবৰ্ত্তাই।
আৰো বেদ শাস্ত্ৰ তাৰ কিছু নজানই ॥
হেন বৌদ্ধসবক দেখিবে কলি মন্দ।
মোৰ কাৰ্য্য সিদ্ধি বুলি কৰিবে আনন্দ ॥”

গৌতম বুদ্ধই প্ৰবৰ্ত্তোৱা বৌদ্ধধৰ্ম্ম আৰু এই ধৰ্ম্ম বা অধৰ্ম্ম স্বৰ্গ-পাতাল অাঁতৰ। এই ধৰ্ম্ম অতি বিকৃত বৌদ্ধ হিন্দু আৰু অনাৰ্য্য ধৰ্ম্মৰ বীভৎস ব্যাপাৰ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা

শ্ৰীকৃষ্ণ শৰণং ।

# গুৰু চৰিত্ৰ ।*

## প্ৰথম অধ্যা ।

শঙ্কৰায় নমস্তুভ্যং মাধৱেন সমন্বিতং ।
ভক্তানপি তথা বন্দে মাধৱং শীল শিক্ষিতং ॥
শ্ৰূয়তাং শ্ৰূয়তাং নিত্যং গীয়তাং গীয়তাং মুদা ।
চিন্ত্যতাং চিন্ত্যতাং ভক্তা গুৰুণাং চৰিতং তথা ॥

অনাদি ভগৱন্ত একেশ্বৰে থাকি সংসাৰ সৃজনৰ মন হোৱাত কটাক্ষে চালে, তাতে বাম অঙ্গৰপৰা প্ৰকৃতি সোঁ অঙ্গৰপৰা পুৰুষ অৱতাৰ হয়, সেই অৱতাৰ যুগ্মক ৰাধা মাধৱ বোলে। ভকতৰ পদে গোলোক বৈকুণ্ঠ থাপি চাৰিদ্বাৰে চাৰিজন দ্বাৰি দিছে। এদিন পূৰ্ণ ভগৱন্ত বিৰজাৰ ওচৰলৈ অহাত শ্ৰীদামে দুৱৰিক দ্বাৰ ৰক্ষা কৰিবলৈ আজ্ঞা দিয়ে। ভগৱানে বিৰজাৰ লগত অনেকক্ষণ ক্ৰীড়া কৰিলত লক্ষ্মীয়ে প্ৰভুক নেদেখি বিচাৰি আহি বিৰজাৰ দুৱাৰত ধৰাত শ্ৰীদামে বাধা দিয়াত ৰাক্ষসৰ স্বভাৱ বুলি লক্ষ্মীয়ে শাপ দিয়ে, তাতে সেৱকে দুখিত হৈ বিনাদোষে শাপ দিয়াত লক্ষ্মীকো মনুষ্য হব লাগিব বুলি অভিশাপ দিলে। বিৰজাদেৱী লক্ষ্মীৰ আগমনত ভয় পাই দ্ৰবিত হৈ নদী হল; পৰমেশ্বৰে বাক্য কৰিলে তোমাত মানৱ সকলে মোক্ষ পাব।

ৰাধা মাধৱে উভয়কে হংস ৰূপ ধৰিবলৈ আদেশ হোৱাত দুজনে মানস সৰোবৰত হংস হংসী হৈ ক্ৰীড়া কৰি কতকাল আছিল। এদিন পৰমেশ্বৰে আহি দেখি কোপন্তৰে কলে যে তোমালোকে ক্ৰীড়াত ভোল হৈ সময় নষ্ট

* এই হাতে-লেখা পুথিখন আমি আমাৰ বন্ধু শ্ৰদ্ধাস্পদ শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াৰ পৰা পাইছোঁ। ৰাজখোৱা ডাঙৰীয়াক এই পুথিখন পঠৱা সত্ৰৰ শ্ৰীযুত পুৱাৰাম মহন্তই যৰদোৱা সত্ৰৰ পুথি এখনৰপৰা নকল কৰি আনি দিছিল। আমি এই পুথি লখচৰ নকৰাকৈ যাঁহীত প্ৰকাশ কৰিবৰ মন কৰিছোঁ।

সম্পাদক ।

কৰিলা। পিছত শৃঙ্গাৰত এক খণ্ড মাংসপিণ্ড জন্ম পালে। অনাকৃতি মাংস দেখি লজ্জিত হৈ জলত পেলাই দিলে। ভগবানে অকাৰ্য্য হোৱা দেখি শুধিলে কি কৰিলা, বৰ অন্যায় হল, সৃষ্টিৰ কামত অৱহেলা কৰিলা। পানীত বুৰ দি সেই মাংসপিণ্ড এটি ডিম্বাকাৰে পালে। সেই ডিম্বৰ ভিতৰত ব্ৰহ্মা, শিৱ, প্ৰকৃতি তিনিজন জন্ম হৈছে। এই তিনিজনেই সৃষ্টিৰ প্ৰথম কাৰণ।

যি সময় ধৰিত্ৰীয়ে দুষ্ট ৰাজাসকলৰ ভাৰ সহিব নোৱাৰি অসহ্য ; দেৱতা সকলে সৈতে ক্ষীৰসমুদ্ৰৰ তীৰত ভগৱানক আৰাধনা কৰাত দৈববাণীৰে ব্ৰহ্মাই কলে, যে তোমালোকো আৱশ্যক মতে গোকুলত জন্মা গৈ, মইও বসুদেৱৰ ঔৰসে দৈবকীৰ গৰ্ভত মানবাকাৰে জন্ম লভিম। এই বাক্য সত্য কৰিবৰ নিমিত্তে স্বয়ং পূৰ্ণব্ৰহ্ম মথুৰাত আবিৰ্ভাৱ হৈছিলহি। ঋষি সকল গো, অপ্সৰাসকল গোপী ৰূপে জন্ম লভিলে।

বসুদেৱ পূৰ্ব্বজন্মত সুতপা নামে প্ৰজাপতি, দৈবকী—পৃশ্নিও নামে সতী আছিল ; ব্ৰহ্মাদেৱে দুইকো সৃষ্টি কৰিবলৈ পঠালত উভয়ে বাৰ বছৰ ব্যাপি ঘোৰ তপ আচৰিলে, বায়ু ভুঞ্জি পকা পাত ভক্ষণ ভিন্ন আন আহাৰ নাছিল। তপত ভগৱান তুষ্ট হৈ সাক্ষাৎ হোৱাত মায়াত মুহিত হৈ পুত্ৰ বাঞ্ছা কৰিলে। পৰমব্ৰহ্ম ভগৱানে মনোভিলাষ পূৰ্ণ হব বুলি বৰ দি অন্তৰ্দ্ধান হল। মথুৰাত কংস, বসুদেৱ, দৈবকী জন্ম লভি পৰস্পৰ বৈবাহিক সম্বন্ধ ঘটালে। বিবাহৰ পিছত ৰথত তুলি সাৰথি হৈ যোৱাত দৈববাণী হল—এওঁৰ উদৰৰ অষ্টম পুত্ৰে তোমাৰ প্ৰাণ লব। কংসৰাজে ভয় পাই ষেহৰ ভগ্নীক কাটিবলৈ উদ্যোগ কৰাত জাত পুত্ৰ অৰ্পণ কৰা হব বুলি অঙ্গীকাৰ কৰাত প্ৰাণে নামাৰি এৰি দিলে। তদন্তৰ ছয়জন পুত্ৰ ওপজা মাত্ৰে বাক্য ৰাখি অৰ্পণ কৰিলত নিৰ্দ্দয় মাতুলৰ হাতত একে একে ক্ৰমে মৃত্যু হল। সপ্তম গৰ্ভ স্থিতি হোৱাত নাৰায়ণে মহামায়াক পঠায়, দৈবকীৰ গৰ্ভ ৰোহিণীৰ উদৰত ৰাখি তুমি স্বয়ং যশোদাৰ গৰ্ভত বাস কৰা গৈ, আমিও দৈবকীৰ উদৰত উপজিম গৈ, বসুদেৱে আমাক থৈ তোমাক লৈ আহিব, তোমাৰ চাৰি নাম হব। যেতিয়া ভগৱন্ত দৈবকীৰ গৰ্ভত স্থিতি হল, কংসৰাজাই ভয় পাই দুগুণে ৰখীয়া দিছিল। দশ মাস পূৰ্ণ হোৱাত সূতিকা গৃহ অভিশয়

আলোকিত হৈছিল. ভাদ্ৰ মাহৰ কৃষ্ণাষ্টমী তিথিত মাজ নিশা ৰোহিণী নক্ষত্ৰত জন্ম লভিলে। বসুদেৱে দেখি সপতে স্নান কৰি আহি স্তুতি কৰাত পিছত হে দৈবকীয়ে পুত্ৰ মুখ দেখিছে! ভগবানৰ উপদেশ মতে কৃষ্ণক মথুৰাৰপৰা গোকুলত নন্দঘোষৰ ঘৰত ৰাখি মহামায়াক দৈবকীৰ সমীপত ৰাখিলেহি; পিছত কংসৰাজে ভু পাই যেদি আহি শিলাত অফলাই মাৰিবলৈ ধৰাত মহামায়া মায়া প্ৰকাশি আকাশগামী হল। দৈববাণী হল, যে তোমাৰ প্ৰাণবৈৰী কৃষ্ণদেৱ গোকুলত শিশুভাৱে বাস কৰিছে, অচিৰাত তোমাৰ লক্ষী বিনষ্ট হব. আৰু সাৰূপ্য মুক্তি এভিৰা। ভগবান শ্ৰীকৃষ্ণদেৱ গোকুলত বাস কালত পুতনা, চক্ৰবাত, শকতভঞ্জন, অৰ্জ্জুনভঞ্জন. বৎস, বকাসুৰ. অঘ, ধেনুক প্ৰভৃতি অসুৰসকলে গতি পালে। মথুৰালৈ আহি ধোবাক মোক্ষ সুদামা বেশাকাৰ কুব্জীক প্ৰসাদ দি যজ্ঞশালা প্ৰবেশ কৰি ধেনু ভাঙ্গি কুবলয়. অম্বষ্ঠ, চানুৰ মুষ্টিক প্ৰমুখ্যে মাল আৰু কংসক সপ্ত ভাই সহিতে বধ কৰি, বসুদেৱ দৈবকীৰ নিগল ভাঙ্গি, উগ্ৰসেনক ৰাজা পাতি গুৰুক মৃতক পুত্ৰ অক্ৰুৰক প্ৰসাদ দি সোতৰ বাৰ জৰাসন্ধৰ লগত যুজি সাগৰৰ মাজত দ্বাৰিকা নিৰ্ম্মাণ কৰি যোগবলে মথুৰাৰ প্ৰজাসকলক আনি নগৰ স্থাপন কৰিলে। কালযৱনক মুচকুণ্ডৰ দৰ্শনত বিনাশ কৰাই যোগশীল ৰাজাক মুক্তি দিলে। তাৰ পিছত ৰুক্মিণী প্ৰমুখ্যে অষ্ট মহিষী বিবাহ কৰাই মুৰ দানৱক বধ কৰে। তদন্তৰ নৰকাসুৰক বধ কৰি ষোল হাজাৰ কন্যা লাভ কৰি স্বৰ্গৰপৰা পাৰিজাত পুষ্প সত্যভামাৰ দুৱাৰত ৰোপণ কৰে। বাণ, জৰাসন্ধ. শাল. পৌণ্ডৰ্ক, শিশুপাল. দন্তবক্ৰ প্ৰভৃতি দুৰাচাৰ বীৰসকলক বধ কৰে আৰু অঠৰ অক্ষৌহিণী সৈন্য পাণ্ডৱৰ হতুৱাই বধ কৰালে।

বিপ্ৰ দামোদৰক প্ৰসাদ দি ব্ৰাহ্মণৰ মৃত পুত্ৰ অনাই নিজ মাতাৰ মৃত পুত্ৰ সহোদৰ ছয়জন পুনৰ মাতৃ কোলে স্থাপন কৰে। নন্দ যশোদা গোপী সকলক মোক্ষ দি ভৃগু মুনিক স্তুতি কৰি নৃগ ৰাজাক মুক্তি দিয়ে। চাৰি বেদ প্ৰচাৰ কৰি কাশীৰ পঞ্চজন অসুৰ মাৰি প্ৰকাৰান্তে ঋষিসকলৰ হতুৱাই ব্ৰহ্মশাপগ্ৰস্থ কৰাই নিজ বংশ ধ্বংসৰ কাৰণ হয়। উদ্ধৱক ভক্তি পথ দেখুৱাই বদৰিকাশ্ৰমলৈ পঠাই দিয়ে; বলভদ্ৰ গোসাঁইয়ে মানৱলীলা

সম্বৰণ কৰে, যদুবংশক বাৰুণী সুৰা সেৱন কৰাই সমুলি নিৰ্মূল কৰিলে। স্বয়ং প্ৰভু কলিৰ সন্ধ্যাকালে মানৱলীলা সম্বৰণ কৰি বসুন্ধৰা পৰিত্যাগ কৰিলে ; কিন্তু কৃষ্ণদেৱত পূৰ্ণভগৱানে জিজ্ঞাসা কৰিলে, সম্পূৰ্ণ লোক অন হল নে ? উত্তৰত নহল বুলি কোৱাত মনত আক্ষেপ কৰি এটি দৃষ্টান্ত দিছে।

এজন বৃদ্ধ লোকৰ দশজন পুত্ৰ আছিল। বেপাৰ কৰিবৰ কাৰণ প্ৰথমে ক্ৰমে ন জনক পঠালে আটাই কেইজনে মুলনাশী নগৰত সোমাই বন্দী হৈ থাকিল। সৰ্ব্ব কনিষ্ঠজনক চাৰি লাখ টকা দি বেপাৰৰ কাৰণ পঠাই কলে যে তুমি কেতিয়াও মুলনাশী নগৰত প্ৰবেশ নহবা। যদি অকস্মাৎ সোমাব লগা হয় তেন্তে তিনি-মুৰীয়া বুঢ়াৰ কথামতে বেপাৰ কৰিবা। ডেকা সাউদ বেপাৰৰ সময় মুলনাশী নগৰত প্ৰবেশ কৰি প্ৰথমে ধোবাক পালে ; ধোবাৰ এটি বগলি আছিল, ডেকা সাউদে সেই পখীটো মাৰিলত ধোবাই কলে, মই ৰাজাৰ ৰজক ; বগলিটো আগত ৰাখি সেই চৰাইৰ পাখিৰ আঁহিৰে কাপোৰ ধোৱা হয় ; তুমি তাকে মাৰিলা হয়, বগলিটো দিয়া, নতুবা এক লাখ টকা দিয়া। তেতিয়া সাউদৰ পুত্ৰই উপায়ান্তৰ হৈ ফিৰি আহি দিম বুলি অঙ্গীকাৰ কৰিলে। দ্বিতীয়তঃ এজন কণাই লগ পাই কলে যে তোমাৰ পিতায়েৰে এক লাখ টকা দিম বুলি মোৰ চকু এটা নিছে, হয় চকু দিয়া নাইবা এক লাখ টকা দিয়া ; ডেকা সাউদে উপায় নাপাই ফিৰি আহি দিম বুলি স্বীকাৰ ললে। তৃতীয়তঃ এজনী মানুহে লগ পায় ধৰিলে, তোমাৰ পিতায়েৰে মোক বিবাহ কৰিছে, এক লক্ষ টকা খৰচ কৰি খোৱা হৈছে, মোক নিব লাগে আৰু এক লাখ টকা দিব লাগে ; সাউদে কলে উভতি আহি দিয়া হব। চতুৰ্থতঃ এজন লোকে কলে তোমাৰ পিতায়েৰে এক লাখ টকাৰ এগছি ছাইৰ লেজু নিছে সেই লেজুগাছি দিয়া অভাবে এক লাখ টকা দিয়া। তাকো উভতি আহি দিব বুলি উত্তৰ দিলে। এই প্ৰকাৰে ডেকা সাউদে চাৰি লক্ষ টকাৰ দেনাত পৰি ভাবিব লাগিল, হঠাৎ পিতৃবাক্য মনোমধ্যে উদয় হোৱাত তিনিমুৰীয়া বৃদ্ধলোক বিচাৰ কৰি এজনক ভেট পালে। বুঢ়াত সাৰশেষ কথা ভাঙ্গি কলত এইদৰে উপদেশ দিলে ; প্ৰথমে পোৱা ধোবাক কবা মোৰ এক লাখ টকাৰ এটা দবিকণা মাছ আছিল, নাৱৰ আগে আগে

আছে. তোমাৰ বগলিয়ে খোৰাত বগলি মৰা হৈছে, মোৰ মাছ নাইবা টকা এক লাখ দিয়া দিয়া। এই কথা কোৱা মাত্ৰকে খোৰা ভাগিব। কণাক পালে কৰা মোৰ নাৱত বহুত চকু আছে তোৰ চকু দেখুৱাই দে মই সেই জোখাৰে দিম। মানুহজনীক কৰা পিতৃয়ে বিবাহ কৰিছে এতিয়া বৃদ্ধ হল চলিবৰ সময় পৰিছে, সতী যাব লাগে আমি নিবলৈ আহিছো। ছাইৰ লেজুৰ গৰাকিক কৰা মোৰ নাৱত বহুত লেজু আছে, তোমাৰ লেজুৰ জোখৰে দেখুৱাই দিয়া মই লেজু দিম। বুঢ়া আপৰ কথাৰে কথাৰ উত্তৰ দিয়াত চাৰিয়োজন আৰু কোনো কথা নোকোৱাকৈ পলাই পত্তঙ্গ দিলে। এই দৰে বেপাৰ কৰি আহি এটা আমগুটী পচাই কইছিল, গছ ক্ৰমে ডাঙৰ হৈ মলিয়াই গোট ধৰিলে কিন্তু পকিব লগা আম নপকিলত ৰাজা বন্দী কৰি থলে। এনেকুৱা এটা সাধৰ দি পূৰ্ণব্ৰহ্ম ভগৱন্তে এজোপা মাটিআমৰ গুটী এটা আনি পচাইছে। সেই আমজোপা ডাঙৰ হৈ মলিলত গুটী ধৰি পকিছে। পকা আমটীৰ অকণো—নাই ইডাল সিডালে বগাই—মুঠে ভুমিত পৰিলহি। এই দৃষ্টান্ত দি পৰমেশ্বৰ বুঢ়াৰ লৰা দহোটা মোকোলাই আনিলে।

পৃথিৱীৰ আদি ঠাই যেকৰ মুলত সকলো পাৰিষদ অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, মহেশ সহিতে আলচ পাতি পুনৰ পৃথিৱীলৈ আহিছে, কিন্তু অৱতাৰৰ পৰিচয় কোনে দিব বুলি মনত খেদ কৰাত নিজ শৰীৰৰ পৰা এজন বাজ হৈ কৈছে আমিয়ে সকলোকে পৰিচয় কৰাম। তেতিয়া ভগৱন্তে আহ্লাদিত হৈ জনাইছে যে তোমাৰ নাম বঢ়াৰ-পো হব। ·বঢ়াৰ পো, জয় বিজয়ত সোধাছো কৃষ্ণ অৱতাৰৰ আঠ কোটী প্ৰাণীৰ ভিতৰৰ কিমান আহিল কিমান বাকী আছে। ধৰ্ম্মমূৰ্ত্তিবন্তয়ে কৃতাঞ্জলিপুতে গুৰুৰ বাক্য শিৰে ধৰি পাৰিষদ দুজনক সোধাত উত্তৰ দিলে ছয় কোটী আহিছে দুই কোটী বাকী থাকিছে। তেনেহলে আমি পুনৰ ভূ লোকলৈ যাব লগা হল; কি বস্তু লৈ যোৱা হব ভাবেহে সুবন্ধৰত্ত কৰিব লগাত পৰিল। এই কথা প্ৰকাশ কৰি গুৰুদেৱে কলে আমি শৰণ ভজন শ্ৰৱণ কীৰ্ত্তন চাৰিটী বস্তু নিয়া হব। তুমি কি লৰা তাৰ পৰিচয় দিবানে? ধৰ্ম্মমূৰ্ত্তিবন্তয়ে উত্তৰ দিলে আমি স্নেহ শ্ৰদ্ধা মৰম প্ৰীতি সদ্‌সঙ্গ ইয়াকে লোৱা হৈছে।

বড়াৰ পো, আমাৰটীত আশ্ৰয় কৰি তোমাৰটী আহিব, সেই কাৰণে তুমি বৰ। তুমি গোবিন্দৰ ঘৰত জন্ম লবা, আমি কুসুমৰ ঘৰত জন্ম হম। এই প্ৰকাৰে আলাপন কৰি স্বয়ং ভগৱান চাৰি অংশে চাৰিধামে অৱতাৰ কাৰণ হল।

পুৱে শঙ্কৰ, পশ্চিমে কৃষ্ণ চৈতন্য, দক্ষিণে ৰামানন্দস্বামী, উত্তৰে হৰিব্যাস। বড়াৰ পো, আগৰ অৱতাৰত শঙ্খ, চক্ৰ, গদা, পদ্ম লৈ যোৱা বাবে জীৱ তাৰিব পৰা নহল, এইবাৰৰ অৱতাৰত গছৰ ছাল, গছৰ গুটী, বাহ জেঙনি, গোমূত্ৰ লোৱা হৈছে। এই সম্বলে যদি জীৱ তাৰণ হয় তেন্তে বৰ আহ্লাদৰ কথা। শঙ্কৰদেৱে কলে বড়াৰ পো, আন বাৰ গুৰু আগ হয়, এই বাৰ দেৱ আগ হব। মাধৱদেৱে কলে বাপ, গুৰু আগ হব, দেৱ আগ হব নোৱাৰে। এইদৰে গুৰু আৰু দেৱৰ আগ পিছৰ আলাপন কৰি এটী সাধু-কথাৰে মীমাংসা হৈছে। এজন বুঢ়া এজনী বুঢ়ী লোকশূন্য অৰণ্যত বাস কৰিছিল, এটী লৰা জন্ম পালে, বুঢ়াই বুঢ়ীক "বুঢ়ী" বুলি সম্বোধন কৰে, বুঢ়ীয়ে বুঢ়াক "বুঢ়া" বুলি সম্বোধন কৰে। লৰাটীয়েও সেইদৰে পিতা মাতাক বুঢ়া বুঢ়ী বুলি মাতিবলৈ মাত ললে, পিতা মাতা বুলি মাতিব লাগে এই কথা নাজানে, গতিকে বুঢ়া বুঢ়ী নিৰুপায় হৈ ইটোৱে সিটোক পিতা মাতা সম্বোধন কৰিব লগা হল। সেইদৰে আমি দুই জনেও, মই তোমাক তুমি মোক দেখুৱাবা। এই আলাপন কৰি শিষ্য গুৰু সম্বন্ধ লৈ ভূ-লোকে অৱতাৰ হলহি।

---

# অসমীয়া "হুজুগ।"

O shame to men ! devil with devil damn'd
Firm concord holds ; men only disagree
Of creatures rational, though under hope
Of heavenly grace ; and God proclaiming peace,
Yet live in hatred, enmity and strife,
Among themselves, * * *
* * * * * *
As if (which might induce us to accord)
Man had not hellish foes enough besides,
That, day and night, for his destruction wait

—Milton

"আদাক দেখি উঠিল গা, কেহুৰীয়ে বোলে মোকো খা।" কলমুটিয়াই থকা ভাৰতবাসীক লৰ্ড কৰ্জ্জনে কাণত পানী ঢালি জগাবৰ দিনাৰেপৰা ভাৰতৰ নানান প্ৰদেশৰ মানুহে আগৰ দস্তৰ এৰি নিজৰ নিজৰ কামত লাগি হাকোঁলাহাকোলে কাৰ্য্যক্ষেত্ৰত আগবাঢ়িছে। যেতিয়া কোনোৱে কোনো কাম অকলৈ কৰিব পৰা নাই, কোনো মত অকলৈ প্ৰচাৰ কৰিব পৰা নাই, কোনো সামাজিক বিকাৰৰ প্ৰতিকাৰ অকলৈ কৰিব পৰা নাই, তেতিয়া দহ জনে লগ লাগি মিলি-জুলি, সকলোৱে মত একেটা পাচিতে লৈ দহোটা চকুৰে খেনা, কেকণীয়া, গেলা, ঠিহিৰা, পুকীয়া বাছি দলিয়াই পেলাই ঘূণ নধকা কিটাক সম্বল কৰি লৈ জাতীয় উন্নতিৰ বাটত আগবাঢ়িছে। এই কথাৰ প্ৰমাণ "ঘৰত জুই লাগিল-তাকে নো কোনে চকু মেলি চায়" খোচনামধাৰী বীৰপুৰুষসকলক হে দিব লাগিব। দূৰলৈ যাব নেলাগে ওচৰচুবুৰীয়া বঙ্গদেশলৈকে চাওক। এসময়ত এই বিশাল প্ৰদেশখনৰ এখণ্ডৰ বঙ্গালীয়ে আন এখণ্ডৰ বঙ্গালীক "বাঙ্গাল" বুলি ইতিকিং কৰিছিল। এতিয়া মুখত "মা," "বাবা" মাত ওলোৱা প্ৰত্যেকজনকে প্ৰত্যেক বঙ্গালী-য়েই একৰ মানুহ জাতিগুৰি নিবিচাৰি কি দেশত কি বিদেশত কি জলত কি স্থলত ভাই বুলি আকোঁৱালি ধৰিছে।

এই বঙ্গালী আন্দোলনৰ ঢৌৰ "নকলী" ঢৌ এটা অসমতো উঠা দেখা যায়। সন্নাগৰে সচকিতে উদ্দেশ্যটো স্থিৰ কৰি লৈ আন্দোলন কৰা এটা কথা আৰু "বৰশী টুপিয়াই" মাজে মাজে উচপ্ খাই আন্দোলন কৰাটো আন এটা কথা। অৱশেষত, বঙ্গালীয়ে বুজিলে যে আত্মসহায় আত্মনির্ভৰ অকল প্ৰত্যেক মানুহত হে খাটে এনে নহয়, এটা জাতিৰ উন্নতিও তাৰ ওপৰতে হে আচল নির্ভৰ কৰে। বঙ্গালীয়ে দেখিলে ইমান দিন তেওঁবিলাকে পৰৰপৰা সকলো বিষয়ত আশা কৰি থাকি আৰু সেইদৰে থাই লৈ থাকি নিজক মাথোন দুর্ব্বলী. অকৰ্ম্মণ্য কৰিছিল। গতিকে তেওঁলোকে 'লোকত আশ' এৰি দি নিজৰ উন্নতিৰ যৎপৰোনাস্তি চেষ্টা কৰিছে। আৰু তেওঁলোক ক্রমাৎ বলী হৈ অহা আমি চকুৰ আগতে দেখি আছিছোঁ। তেওঁবিলাকে ৰাজনৈতিক আন্দোলনৰ লগে লগে সমাজ সংস্কাৰৰ আন্দোলনত লাগি গৈছে। কি লৰা কি ছোৱালীৰ বাল্যবিবাহ প্ৰথা যে তেওঁবিলাকৰ উন্নতিৰ বাটৰ জেটুলি-পকা কাঁইট তাক ভালকৈ বুজি তাক শিপাই সৈতে উঘালি পেলাবলৈ আহোপুৰুষাৰ্থ কৰিছে। মানুহ বুলিলে স্ত্রী-পুৰুষ উভয়কে বুজায়। মানুহৰ উন্নতি বুলিলে পুৰুষৰ উন্নতিকে হে বুজায় নে কি? স্ত্রী-জাতিক কি সদায় আপোনাৰ ইচ্ছামতে মদাহীৰ "ফুটবল," বুঢ়ালাপুঙৰ বেটী, সিহঁতৰ আজান অৱস্থাত বিয়া দি ডিঙিৰ মণি, হাতৰ খাৰু, কাণৰ কেৰু সোলোকাই বিধৱা উপাধিৰে সুশোভিত কৰি সিহঁতক সংসাৰৰ নিকাৰ ভুঞ্জাবলৈকে সৃষ্টি কৰিছিল নে? মানুহৰ সমানে এভাগ যদি সদাই অসন্তুষ্ট অশিক্ষিত, তেন্তে নো মানুহৰ উন্নতি বেগতে কেনেকৈ হয়? এনেবিলাক প্রশ্নৰ আন্দোলন কৰি আজিকালি বঙ্গসমাজৰ শিৰোমণি জষ্টিচ্ শ্রীযুত আশুতোষ মুখোপাধ্যায় মহোদয়ে তেওঁৰ নিজৰ বিধৱা জীয়েকক হিন্দু মতে পুনৰ্ বিয়া দিয়ে। এই উদাহৰণ লৈ এতিয়া বঙ্গালী ডেকাসকলে বিধৱাবিবাহ কৰিবলৈ ইচ্ছুক হোৱা দৈনিক কাকতত দেখা যায়। তাৰ পাছত ওপৰৰপৰা হেচা মাৰি ধৰা হীন শ্ৰেণীৰ মানুহবিলাকৰ পুনৰুদ্ধাৰৰ নিমিত্তে আৰু সিহঁতৰ মাজত শিক্ষাবিস্তাৰৰ নিমিত্তে নথৈ যত্ন হৈছে। এইবিলাকৰ লগে লগে বেহা বেপাৰৰ, কল কৌশলৰ, শিল্প বাণিজ্যৰ উন্নতিৰ অৰ্থে মানুহে মুঠ বান্ধি কাৰ্য্যক্ষেত্ৰত প্ৰবেশ কৰিছে। মুঠতে বঙ্গালীয়ে জাতীয় জীৱন গঢ়িবলৈ আন্দোলন কৰিছে।

অসমীয়াই জাতিটো ভাঙিবলৈ হে আন্দোলন বা "গণ্ডগোল" কৰা দেখা যায়। জাতীয় উন্নতিৰ নিমিত্তে আমাৰ সামাজিক অৱস্থা বঙ্গদেশতকৈ ভাল আছিল আৰু আছেও। কিন্তু যেনেকৈ ইউৰোপত ফ্ৰান্স দেশৰ পুৰণা 'ফেচন' টো 'ইংলিচ্ চেনেলত' গা ধুই মূৰ অঁতাই ওচৰচুবুৰীয়া ইংলণ্ডত গৈ ন হয় গৈ তেনেকৈ বঙ্গদেশৰ বাল্যবিবাহ প্ৰথা আমাৰ আসামত অৱতাৰ দিছেহি। লেখা-পঢ়া নজনা গাৱঁলীয়া চহা মানুহে বা বহুকলীয়া প্ৰথাৰ কট্‌কটীয়া বান্ধনিত মেৰ খাই অহা উচ্চশ্ৰেণীৰ মানুহে যদি তেনে কাম কৰে তাত আমাৰ বিশেষ মতামত প্ৰকাশ কৰাৰ উদ্দেশ্য নহয়। কিন্তু যেতিয়া যাক আমি শিক্ষিত বোলোঁ তেওঁবিলাকেও কোনো বাধ্য বাধকতাত নপৰাকৈ বাল্যবিবাহ প্ৰথা চলাবলৈ ধৰে তেতিয়া আপুনি কব খোজে নে যে অসমীয়াই টোপনিৰপৰা সাৰ পাইছে বা অসমীয়াৰ জ্ঞান-চকু মেল খাইছে। সেইদৰে বঙ্গদেশৰ দৰা কিনা প্ৰথা চুৰ্‌চুৰীয়াকৈ অসমতো সোমাইছে, তলে তলে বুজ ললে গম পোৱা যায়। কিন্তু ইপিনে বঙ্গালীৰ বৰ্ত্তমান উৎসাহ, উদ্যম, এক ভাবৰ গোন্ধকে অসমীয়াই পাব পৰা নাই।

আঁউনীআটী সত্ৰৰ দুৰ্ঘটনাটোৰ আচল মুখ্য কাৰণলৈ চালে ওপৰত আমি কোৱা কথাৰ জাজ্বল্য প্ৰমাণ পোৱা যায়। আৰু আপুনি যদি এই বিষয়ে ভালকৈ ভু লয় আপুনি জানিব পাৰিব যে এই কথাত দুই বন্ধুৰ, দুই পৰিয়ালৰ আন কি পিতা পুত্ৰৰ মাজতো মনোমালিন্য হৈছে। যেতিয়া দুদল মানুহৰ দুটা মত হয় আৰু দুই দলৰে যদি মিলিবৰ প্ৰকৃত ইচ্ছা থাকে তেন্তে মতৰ লৰচৰ হবই লাগিব। মিলন বুলিলেই উভয়ে উভয়ৰ ভুল স্বীকাৰ কৰি, লাগে যদি এদলৰ বাবৰ ভাগ আন দললৈ এৰি দি, এদলে সৈমান হৈ আন দলক সন্তুষ্ট কৰা। কিন্তু অসমীয়া বাইজৰ কিছুৰে ঠৰঙা হৈ দুদল হৈছে আৰু কিছুৰে দূৰৰপৰা বং চাইছে। অৱশেষত আদালতৰ বিচাৰেও এই কন্দল নিবাৰণ কৰিব পৰা নাই। শুনা যায় ওপৰ-আদালতত বিচাৰ লগাবলৈ উভয়ে হুমিয়াই আছে। কিন্তু এই অসমীয়া বাইজসকলে বুপা-ছকাৰ কালৰ 'বাইজেই ৰজা' কথাষাৰৰ অৰ্থ পাহৰি নিজৰ ক্ষমতালৈ আওকাণ কৰি বা নিজকে তুচ্ছ আৰু দুৰ্ব্বল জ্ঞান কৰি এই বহুকলীয়া

পবিত্র সত্ৰখনৰ মঙ্গল কামনা নকৰি নিজৰ ভৰিতে নিজে কুঠাৰ মাৰিছে গমিব পৰা নাই। নহলে আজিকালিৰ দিনত এনে অমিলৰ গুটি সিচি ৰং চাবলৈ বাইজে ভাল নেপালেহেঁতেন। এই সত্ৰবিলাকে যে অসমীয়া জাতিটোক ভাৰতৰ অইন মানুহবপৰা কিমান পৃথককৈ ৰাখিছে অসমীয়াই ভু লোৱা নাই যেন লাগে। এই সত্ৰবিলাকে যে অসমৰ বৰ্ত্তমান যুগক অতীতৰ সৈতে লগ লগাই থৈছে তাৰো গম লোৱা নাই যেন লাগে। এই সত্ৰবিলাকেই যে শঙ্কৰ মাধৱদেৱৰ নিষ্কাম বৈষ্ণৱধৰ্ম্মৰ মন্দিৰ তাকো পাহৰিলে যেন লাগে। এই সত্ৰবিলাক দুখীয়া অসমীয়া বাইজৰ আকালৰ ভঁৰালো নহয় নে? তেন্তে নো এনে বিপদৰ আশ্ৰয় এনে শান্তিৰ নিকেতন সত্ৰখনক লাং-লাং-ঠাং-ঠাং কৰিবলৈ এৰি দিয়াটো অসমীয়া বাইজৰ আগৰ কীৰ্ত্তিৰ চিন নে বাইজে এবেলি ভাবি চাব।

এবেলি অসমীয়াই চক্ খাই তাহানি পঞ্চবামে ক্ষত্ৰিয়ক নিক্ষত্ৰিয় কৰিবলৈ ২১ বাৰ যত্ন কৰাৰ দৰে অলপতে আসামত "শাড়ী"ক নিশাড়ী কৰিবৰ নিমিত্তে কাপৰ মুখেৰে কালকূট বিষ বঁতিয়াই দিছিল। কিন্তু সেই অসমীয়াৰ তিৰোতাসকলক বিহা মেখেলা পিন্ধাই অসমীয়া জাতিটো নিখুঁত ৰাখিবলৈ ইমান হেঁপাহ যে আপুনি যদি যোৱা বছৰতকৈ এই বছৰত আসামত শাড়ীৰ আমদানি কম নে বেছি হিচাপ লয় দেখিব যে শাড়ীৰ সংখ্যা বেছি হে হৈ গৈছে। আকৌ আপুনি অসমীয়া মুলধনৰ দোকানত বা অসমীয়া দোকানীৰ দোকানত, অকল নগৰতে নহয় ভিতৰৰ দুৰ দোকানতো, অকল বঙ্গালী কুলীয়নীয়ে নহয়, অসমীয়া গাভৰুয়েও শাড়ী কিনা পাব। শাড়ী কিয় কিনে তাৰ আচল কাৰণলৈ গৈ সেই কাৰণ গুচাই শাড়ীক নিন্দা কৰি বৰ্জ্জিত কৰিব পাৰিলে, শাড়ীক আসামৰ চাৰি গৰৰ বাজ কৰিব পাৰিলে অসমীয়াৰ শৰাইঘাটৰ যুদ্ধৰ কীৰ্ত্তি অটুট থাকিব বুলি আমি মানো। কিন্তু সেই দিন নাই। থকা হলে অসমীয়া বাইজে মুখেৰে মেখেলা পিন্ধ পিন্ধ কৰি নযৰি কামেৰে মুগা, পাট, মেজাঙ্কৰি আদি খেতি আগতকৈও বহলাই ঘৰে ঘৰে কাপোৰ যোগালে হেঁতেন। মুগা এড়ি পোহাসকলে আজিকালি তেনে কাম কৰিবলৈ লাজ পায়। আক কোনোৱে যদি কুৰি শতিকাৰ বৈজ্ঞানিক প্ৰথাৰে

সেইবিলাক খেতি শিকি আহি বহলাই খেতি কৰিবলৈ অসমীয়াৰ ওচৰলৈ আহে তেতিয়া তেওঁবিলাকৰ শাড়ী খেদোৱা প্ৰকৃত হেপাহৰ চিন পোৱা যায়। শাড়ীক খেদাব নোৱাৰে; শাড়ীয়ে আপোনাক পিছে পিছে খেদিছে আৰু আপুনি আগে আগে চিয়ঁৰি-বাথৰি লৰিছে মাথোন। কাৰণ, শাড়ী পিন্ধিব জানিলে তো ভাত বাঁতি অহা গুণ একো নাই। সি উন্নতিৰ বাটৰো জেং নহয়। বৰং ভাৰতৰ এটাইতকৈ উন্নত সম্প্ৰদায়ৰ মাইকী মানুহৰ গাৰ আবৰণ শাড়ী। পাৰ্চী মহিলাই শাড়ী হে পিন্ধে। এই পাৰ্চী জাতিৰ সম্বন্ধে এদিন স্যাৰ হেনৃৰি কটন চাহাব বাহাদুৰে কৈছিল যে যদিও তেওঁবিলাক লেখত ৯০ হেজাৰ মাথোন, গুণত ভাৰতৰ অইন মানুহৰ ১০০ হেজাৰৰ (৯ কোটিৰ) সমান হব। আপোনাৰ সেই থমৃথমীয়া অদম্য মুগাৰ আৰু লেউসেউ কোমল পাটৰ চুৰীয়া কলৈ গল? এতিয়া দেখোন অতি শিক্ষিতৰপৰা অতি চহা অজ্ঞ-মূৰ্খলৈকে হিঞ্জাৰ পাখি যেন পাতল মানচেষ্টাৰৰ বা ফৰাচ্ডাঙাৰ বা শ্ৰীৰামপুৰৰ ধুতি পিন্ধিলে হে বিয়া সবাহ খাবলৈ যাব পৰা হয়। মতা মানুহৰ সাজ-পাৰৰ যি দৰে লৰ-চৰ হৈছে, মাইকী মানুহৰ সাজ-পাৰৰো সেইদৰে লৰ হব। আমাৰ দেশত এটা পোছাক চলতি নাই বুলি সেই পোছাক গৰিহণাৰ যোগ্য বুলি কোৱাটো কি জ্ঞানগৰ্ভ কথা তাক বিবেচকসকলে এবেলি ভাবি চাব। শাৰী-নিবাৰিণী সভাতকৈ "মেখেলা উদ্ধাৰিণী" সভা পাতি মুগা আদি সূতাৰ নাটনি পৰাত কি উপায়েৰে পূৰ্ব্ববৎ অসমীয়া তিৰোতাৰ গাত বিহা মেখেলা দেখি থাকিবলৈ আশা কৰিব পাৰি তাৰ আলচ কৰাটো কেনে?

তাৰ পাছত "হুজুগ" উঠিছে অসমীয়া ভাষা সম্পৰ্কে, যেন আকৌ এটা অসমীয়া ভাষা সৃষ্টি কৰিব। এই কলিকতাতে অসমীয়া কিজনৰ ভিতৰত দুই এবছৰৰ ভিতৰতে এবেলিকৈ নহয় দুই তিনি বাৰ ভাষা সম্বন্ধে তৰ্কবিতৰ্ক হয়। তৰ্কটো এনেদৰে হয় যে অসমীয়া ভাষাটো যেন কিবা বুধি কৰি উজনিৰ আৰু মাজ-আসামৰ মানুহবিলাকে নিজৰ মাজেৰে গঢ়ি এতিয়া অন্ত যাত কথা কোৱা নামনি আসামৰ বাইজ সকলৰ ভাষা বুলি কব খোজে। গতিকে তাৰ কিছু লৰ হব লাগে যাতে নামনিৰ মানুহৰ মাত-কথাৰ লগত কিছু সামঞ্জস্য থাকে। কিন্তু দকৈ ভাবি চালে দেখিব ভাষা কোনেও সৃষ্টি কৰা নাই আৰু নকৈ এটা অস-

মীয়া ভাষাৰ সৃষ্টি নহয়ে। প্ৰথম লিখকসকলে সাহিত্যাদিৰ চৰ্চ্চা কৰি লেখাৰ সময়ৰেপৰা অসমীয়া ভাষাই উজনিৰ, নামনিৰ, বিদেশীৰ ন ন শব্দ লৈ সাহিত্য, বিজ্ঞান, দৰ্শনাদিৰ আলোচনাৰ বাট পোন কৰি আনিছে আৰু আনিবও, ই ধ্ৰুব সত্য। মাত্ৰ গোটেই অসমীয়াই এক উদ্দেশ্যেৰে মিলেৰে মাতৃভাষাৰ চৰ্চ্চা কৰিব লাগে। যাক আমি এতিয়া অসমীয়া ভাষা বোলোঁ। আদিৰেপৰা যদি সি নামনিৰ মাত-কথাৰে পুষ্ট হৈ আহিল হেঁতেন বোধকৰোঁ আজি কোনো উজনিৰ মানুহে আমাৰ মাত কথা নাই যেতিয়া ই আমাৰ ভাষা নহয় বুলি কলে নৰজিলহেঁতেন। এই দৰে বঙ্গদেশৰ ভাষাটোও কোনো এখণ্ডৰ মাত-কথাৰে লিখা ভাষা হে। সেই বুলি অন্য কিখণ্ডৰ মানুহে সি আমাৰ ভাষা হব নোৱাৰে বুলি আপত্তি কৰা নাই আৰু কৰিবও নোৱাৰে। এই বিষয়ে শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সাৰুৱা যুক্তিপূৰ্ণ ১ম বছৰৰ ২য় সংখ্যা বাঁহীত প্ৰকাশ কৰা "অসমীয়া ভাষা সম্পৰ্কে আৰু দুআষাৰ মান কথা" প্ৰবন্ধ পঢ়িলেই হব।

কিন্তু অসমীয়া ভাষাত থাইকৈ উজনিৰ মাত-কথা থকাত নামনিৰ মাত-কথাৰ বহুত শব্দ, অইন কি, সুন্দৰ গুৱলা বচন, যোজোনা, ফকৰা, সাঁথৰ, বিয়াহ, আইনাম, ধাইনাম, বিয়াৰ-নাম, সাধুকথা, ধেমেলীয়া কথা আদি লোপ পোৱাৰ খুব সম্ভৱ। কিয়নো যিবিলাক কথা ব্যৱহাৰ বা চৰ্চ্চা কৰা নযায় তাক সময়ত পাহৰা যায়। আসামত মাজতে বঙ্গালী ভাষা চলোৱাত আমাৰ বহুতে নিজৰ বহুত কথা পাহৰা বা নজনাৰ প্ৰমাণ এতিয়াই পোৱা গৈছে। গতিকে সেই গুৱলা নামনিৰ মাত-কথাৰ বচন বিলাক পুথিৰ আকাৰে প্ৰকাশ কৰিলে যে আমাৰ সাহিত্য-ভঁৰাল চহকী হব তাৰ কোনো ভুল নাই। সৰ্ব্বাঙ্গসুন্দৰ ইংৰাজী ভাষাতো ওৱেলচ স্কচ ভাষাৰে (মাত-কথাৰে) লিখা পুথি আমি পঢ়িছোঁ। আৰু স্কচ কবি ৰবাৰ্ট বৰ্ণচৰ সাৰুৱা মধুৰ কবিতা পঢ়ি ইংৰাজী কবিতা পঢ়ি পোৱাৰ দৰে পৰম প্ৰীতি লভি আহিছোঁ। আমাৰ বোধেৰে ১০ম সংখ্যা "বাঁহী"ত ওপোৱা বাঁহীৰ সাহিত্য সম্বন্ধীয়া অবিয়াঅবি জাননীখনি দূৰদৰ্শী সম্পাদকে মহৎ উদ্দেশ্যেৰে হে দিছে আৰু এনে মহৎ ভাৱ স্বদেশ স্বভাষাপ্ৰেমিকৰ

মনত হে ঠাই পায়। যদি সম্পাদক ডাঙৰীয়া উজনীয়া নহৈ নামনিৰ মানুহ হলহঁতেন তেওঁ আমাৰ আৰু শলাগৰ পাত্ৰ হলহেঁতেন।

কিন্তু দুখৰ বিষয় কোনো কাকতৰ সম্পাদকে এই সজ উদ্দেশ্যত মাথোন ঠাট্টা বিদ্রূপৰ গোন্ধ পাইছে। বোধকৰোঁ সেই কাপৰ বলতে কোনো কোনো লোকে প্ৰথমতে মন নকৰা নভবা অৰ্থ এটা "কামৰূপীয়া ভাষা" কথাষাৰত উলিয়াবলৈ যত্নবান হৈছে। কিন্তু দন্দ লগোৱা বৰ সহজ। প্ৰত্যেক কথাৰ দুটা ভাব থাকে, বেয়া আৰু ভাল। বেয়াটোকে হে যে মানুহে পোনেই বিচাৰি পায়, ভালটোক নো নেপায় নে?

কামৰূপৰ অৰ্থ আগেয়ে যিহকে থাওক বৰ্ত্তমান "কামৰূপ জিলা"কে বুজায়। আৰু "ভাষা" কথাটো যদিও অকলৈ ব্যৱহাৰ কৰিলে "মাত-কথা" (spoken dialect) সুবুজাব পাৰে কিন্তু "কাম ৰূপীয়া ভাষা" কথাষাৰত কামৰূপ জিলাৰ মানুহৰ মাত-কথাকে হে বুজাইছে। জাননীৰ সজ উদ্দেশ্যৰ কথা আমি ওপৰত উলুকিয়াই আহিছোঁ।

যদিও অসমৰ প্ৰত্যেক জিলাৰ মাত কথাত হেনা-ছুচা আছে তথাচ অসমৰ মাত-কথা সমানে দুভাগ কৰিব পাৰি। এই সত্যটি লুকালেও অসমীয়া ভাষাই গা টঙাব পাৰিব। আৰু একো অপ্ৰিয় সত্যও নহয়। আসামৰ মাত-কথাৰ দুভাগে ভাগ হোৱাত আমাৰ বেহা-বেপাৰৰ, খোৱা-লোৱাৰ, অইন কি বিয়া-বাৰুবো ব্যাঘাত হোৱা নাই। সাহিত্যৰ বাটত তো কাঁইট অতীতভো হোৱা নাই, এতিয়াও হোৱা নাই, আৰু আগলৈও নহয়।

আমি নিচেই সৰুবেপৰা কামৰূপীয়া মানুহৰ সৈতে ঘনিষ্ঠ ভাব ৰাখি আহিছোঁ। উজনিলৈ যোৱা কামৰূপীয়া বেপাৰী আদি মানুহৰ মাত-কথা শুৰেৰে গোৱা সুললিত কীৰ্ত্তন আমি বৰ হেপাঁহেৰে ঘৰে ঘৰে মানুহক নিমন্ত্ৰণ কৰি শুনো।

এনে স্থলত যদিও উজনিৰ মানুহে এই জাননী দিছে তাত ঠাট্টা-বিদ্রূপৰ গোন্ধ পোৱাটো এবিধ মানুহৰ দস্তুৰ; সকলোৰে নহয়। গতিকে "বাঁহীৰ" ওপৰত ঠেহ পাতি "বাঁহী"ক মাৰ, "বাঁহী"ক ভাং কৰাটো নিতান্ত অযুগুত। বাঁহীয়ে যদি বাইজৰ ঘৰত জগৰ লগাইছে বিচাৰ কৰি দায় পালে দণ্ড কৰক, "বাঁহী"ক এৰিব কিয়? কিন্তু কোনো অসমীয়াৰ তেনে কৰা একো আচৰিত কথা নহয়। আমাৰ ভণ্ডাই সহজ।

এইদৰে "আলোচনী" কাকতৰ ওপৰতো বোহ-পত্ৰা এশ্ৰেণীৰ ভেকা লগ পাইছিলোঁ। তেওঁলোকেও "আলোচনী"ৰ দোষকে হে দেখে। কিন্তু ইং ১৮৪৬ চনৰ প্ৰথম অসমীয়া কাকত "অৰুণোদয়"ৰ দিনৰেপৰা আজি লৈকে যি ঠাইত ১৪ খন কাকত অল্পায়ু হৈ মৰি গৈছে সেই মাৰাত্মক ঠাইত টকীয়াকৈ এখন মাহেকীয়া আলোচনী উলিওৱা কিমান টিলা কথা ভাবিলে নগমে। আমি হলে "আলোচনী" চলোৱাসকলক বছেৰেক নানান বাধা-বিঘিনি অতিক্ৰম কৰি নিয়ম মতে প্ৰত্যেক মাহৰ ৯ লা ভাবিখে কাকত প্ৰকাশ কৰা দেখি নথৈ শলাগিছোঁ; আৰু ৬০৲ টকা ধাৰ লগাইয়ো যে দেশৰ হিতাৰ্থে মহৎ কাৰ্য্যটিত জুনাই লাগি বলৈ যত্নবান্ হৈছে তাৰ বাবে তেওঁবিলাক আৰু প্ৰশংসাৰ পাত্ৰ।

অৱশেষত মুঠতে আমি ইয়াকে কব খোজোঁ যে এতিয়া আমাৰ মিছা, অমূলক, সৰু কথা একোটাক ৰৰটো কৰি, ৰোটোকে ঢোটো পাতি পৰস্পৰৰ মাজত বাদ বিসম্বাদ কৰিবৰ দিন নহয়। যদি আমি লৰ্ড কৰ্জ্জনে তুলি দিয়া ঢৌৰ হেন্দোলনিত নাচিব খোজোঁ আৰু কলগাটিয়াই থাকিবলৈ ভাল নেপাওঁ তেন্তে সময়ৰ আগ-টিকনিত ধৰি আমি এগোট হৈ আমাৰ পৃথক পৃথক ক্ষুদ্ৰ ক্ষুদ্ৰ মতবোৰক শেষবাৰ টিকিৰা পুৰি, এক মত হৈ, ছাই, এণ্ডাৰ, বাঁহৰ চুঙা, খোৰাঁ-খোৰাই সৈতে দলিয়াই পেলাই নিজৰ ঘৰ অঁতাবলৈ যতন কৰা কৰ্ত্তব্য। জগৰ কাৰৈ লগতে উজুৱা উচিত।

There is a tide in the affairs of men
Which, taken at the flood, leads on to fortune;
Omitted, all the voyage of their life
Is bound in shallows and in miseries.

—Shakespeare.

শ্ৰীভোলানাথ কাকতি।

———

# আসামৰ কলিতা জাতি।

( ১ম বছৰ, ১১ সংখ্যা বাহীৰ ৩৬০ পৃষ্ঠাৰ পিছত )

কোনো ছুটা বিষয় সৰ্ব্বসাধাৰণে বিচাৰ কৰিব লাগিলে তাৰ আঁতি-গুৰি আৰু দোষ গুণ জনা দৰকাৰ। পিছত ন্যায্য বিচাৰ কৰি তেওঁবিলাকে প্ৰমাণস্থলত যিটোকে শ্ৰেষ্ঠ বা নিকৃষ্ট বিবেচনা কৰে সেইটোৱেই আমাৰ মত। সেইদেখি কলিতা আৰু কায়স্থ জাতিৰ ভিতৰৰ এই বাৰত কায়স্থ জাতিৰ আঁতিগুৰি সম্বন্ধে লেখিলোঁ। অহা বাৰলৈ কলিতা জাতি সম্বন্ধে আলোচনা কৰা হব।

পুৰণি কালত মহাভাগ ধ্ৰুবৰ বংশত বেণ নামে এজন ৰজাই ৰাজত্ব কৰে। এওঁ ধৰ্ম্মপথ এৰি অৰ্থ উপাৰ্জ্জনত মনযোগ দিছিল আৰু এওঁৰ দিনতেই সঙ্কৰ জাতিৰ উৎপত্তি হয় (১)। এওঁ প্ৰথমে অসবৰ্ণ জাতিৰ মানুহৰ সংযোগত কুৰি বিধ বৰ্ণসঙ্কৰ জতি ওপজায় আৰু ইয়াৰ পিছত এই বৰ্ণসঙ্কৰ আৰু আন আন চাৰেক জাতিৰ মানুহৰ লগত অসংখ্য বৰ্ণসঙ্কৰ জাতিৰ সৃষ্টি হয়। ইয়াৰ আগেয়ে ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য আৰু শূদ্ৰ এই চাৰি জাতি হে আছিল। পূৰ্ব্বোক্ত কুৰি বিধ বৰ্ণসঙ্কৰ জাতিৰ ভিতৰৰে কৰণ এবিধ। এই কৰণেই (২) কালক্ৰমত কায়স্থ নাম ধাৰণ কৰে আৰু আজিকালি সকলো ঠাইতে সেই নামেই পৰিচিত। কায়স্থ জাতি যে বৰ্ণসঙ্কৰ এই বিষয়ে ব্ৰহ্ম-বৈবৰ্ত্ত পুৰাণ (৩) দেখিলে তাৰ সত্যতা বিষয়ে বিশেষ প্ৰমাণ পোৱা যায়। এতিয়া আমাৰ দৰকাৰ বৰ্ণসঙ্কৰ কৰণ জাতি মূল কোন কোন জাতিৰ সংযোগত হল আৰু তেওঁবিলাকে জাতি বিভাগত কোন স্থান অধিকাৰ কৰিলে। এই বিষয়ে বিচাৰ কৰি চালে

---

(১) পুৰা বেণো ধৰ্ম্মপথ মৃৎস্যৈজ্যে হৰ্ষ্যা মকাৰয়েত।
তস্যাধিকাৰ কালেতু জাতানাং সঙ্কৰোভবেৎ॥
বৃহদ্ধৰ্ম্ম পুৰাণ বৰ্ণ সঙ্কৰ জাতি নিৰূপণ—ব্যাস উবাচ

(২) পদ্ম কল্পক্ৰমত কায়স্থ শব্দৰ অৰ্থ।

(৩) ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ,—কাশীনাথ মিত্ৰ কৃত ব্ৰহ্মখণ্ডৰ ঋষিবৰ্গ ও সুৰেৰ জন্ম নিৰ্ণয় অন্তৰ্গত পৃষ্ঠা ৪৩।

(৪) বৃহদ্ধৰ্ম্ম পুৰাণৰ বৰ্ণসঙ্কৰ জাতি নিৰূপণং।

(৫) বৃহদ্ধৰ্ম্ম পুৰাণৰ বৰ্ণসঙ্কৰ জাতি নিৰূপণং।

দেখিবলৈ পোৱা যায় যে কৰণ জতি (৪) বৈশ্যৰ ঔৰসত শূদ্ৰানীৰ গৰ্ভত উৎপত্তি হয়। পিছত এওঁবিলাকে ভবিষ্যতে কি ব্যৱসা আশ্ৰয় কৰি জীৱন যাপন কৰিব আৰু জাতি বিভাগত কোন স্থান অধিকাৰ কৰিব এই বিষয়ে ব্ৰাহ্মণসকলক কাকুতি মিনতি কৰি প্ৰাৰ্থনা কৰাত ব্ৰাহ্মণসকলে কলে (৫) যে তেওঁবিলাক কৰণ ( কায়স্থ ) নামে প্ৰসিদ্ধ হৈ শ্ৰীযুক্ত হব আৰু বিনয়াচাৰী মিষ্টভাষী হব আৰু দেৱতাত ভক্তি ৰাখি চলিব। এওঁবিলাক সচ্ছূদ্ৰ নামে খ্যাত হব। বোধকৰো এইবাবেই এওঁবিলাক পুৰণাদিত সচ্ছূদ্ৰ নামে পৰিচিত। কিন্তু এওঁবিলাক সচ্ছূদ্ৰ হলেও মূল ব্ৰাহ্মণ ক্ষত্ৰিয়, আৰু বৈশ্য জতিৰ সমকক্ষ নহয়।

অনেকে বিশ্বাস কৰে যে এওঁবিলাক ব্ৰাহ্মণাদি চাৰি জাতিৰ ভিতৰৰ শূদ্ৰ জাতি। পিছত লেখা পঢ়া শিকে আৰু ব্ৰাহ্মণসকলে এওঁবিলাকৰ মতি গতি ভাল দেখি কাইথ অৰ্থাৎ কাকতী নাম দি শূদ্ৰাদিৰ লৰা শিকাবলৈ নিযুক্ত কৰে। এওঁবিলাকে যি লেখাপঢ়া শিকাইছিল সি আজিলৈকে "কাই থেলি" নামে প্ৰসিদ্ধ। তাৰপৰাও কাইথৰ ভাল শব্দ কায়স্থ নামে পৰিণত হয়। তাৰ প্ৰমাণ স্বৰূপ আজিকালিও আমি বহুত দেৱালয়ত এজন ভঁৰাল কাইথ বা ভাণ্ডাৰ কায়স্থ ( accountant ) দেখোঁ। কিন্তু তেওঁ যে কায়স্থ জাতিৰ মানুহ হব লাগে তাৰ একো নিয়ম নাই। গতিকে প্ৰায় দেৱালয়ত যি ঠাইৰ যি জাতিৰ মানুহ সুবিধামতে পোৱা যায় সেই ঠাইত সেই জাতিৰ মানুহেই ভঁৰাল কাইথ হয়; যেনে কলিতা, কায়স্থ, কোচ ইত্যাদি। প্ৰবন্ধৰ কলেবৰ বেছি হোৱা দেখি কায়স্থ জাতি যে সচ্ছূদ্ৰ বা শূদ্ৰ সেই বিষয়ে বৰ্ত্তমান ইয়াতকৈ বিশেষ প্ৰমাণ দিয়া নগল। ভবিষ্যতে সেই বিষয়ে কোনোৱে প্ৰমাণ খুজিলে আমি তাৰ তাৰ পাত লওঁ।

শ্ৰীকাশীনাথ তামুলিফুকন।

---

# ওপৰৰ প্ৰবন্ধৰ উত্তৰ।

শ্ৰীযুত বাঁহী সম্পাদক মহোদয়েষু,

আপোনাৰ একাদশ সংখ্যা বাঁহীত শ্ৰীযুত অনন্তনাৰায়ণ গোস্বামী স্মৃতিৰত্ন মহোদয়ে তৎবিৰচিত "জাতি চন্দ্ৰিকা" পুথিত আসাম দেশৰ কলিতা জাতিক পুৰণি ক্ষত্ৰিয় জাতি বুলি কায়স্থ জাতিতকৈ উত্তম বুলিছে, কায়স্থ জাতিক বৰ্ণসঙ্কৰ বুলি অলপ খৰ্ব্ব কৰিছে। এই জাননী দেখি সেই বিষয়ে এটি প্ৰবন্ধ লেখা হল, ইচ্ছা হলে আপোনাৰ বাঁহীত প্ৰকাশ কৰিলে সকলোৱে দেখিবলৈ পাব।

কায়স্থ বৰ্ণসঙ্কৰ জাতি নহয়। শাস্ত্ৰমতে দেখিবলৈ গলে কায়স্থ জাতি ভগবানৰ সৃজিত চতুৰ্থ জাতি। শুক্ল যজুৰ্ব্বেদৰ বাজসনেয়ী সংহিতাত দেখিবলৈ পোৱা যায় যে সাকাৰ ব্ৰহ্মৰ মুখৰপৰা ব্ৰাহ্মণ, বাহুৰপৰা ক্ষত্ৰিয়, উৰুৰপৰা বৈশ্য, চৰণৰপৰা শূদ্ৰ জাতি উৎপন্ন হয়। স্মৃতিকৰ্ত্তা মনুৰ মতেও—

লোকানান্তু বিবৃদ্ধ্যৰ্থং মুখ বাহুৰু পাদতঃ।
ব্ৰাহ্মণং ক্ষত্ৰিয়ং বৈশ্যং শূদ্ৰঞ্চ নিৰবৰ্ত্তয়ৎ॥

জনসংখ্যা বৃদ্ধি কৰিবৰ কাৰণে জগদীশ্বৰে মুখ বাহু উৰু আৰু চৰণৰপৰা ক্ৰমে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰক সৃজন কৰিলে। ইয়াৰ দ্বাৰা বুজিব পাৰি যে খাটি জাতি চাৰিটি মাথোন। পাছত চাৰি জাতিৰ অনুলোম বিলোম অনুসাৰে মিশ্ৰ হৈ যিবিলাক লোক হল সেইবিলাক সঙ্কীৰ্ণ জাতি হল। সঙ্কীৰ্ণ জাতিৰ ভিতৰটো উত্তম নৰম ভেদে অনেক জাতি থাকিলেও কায়স্থ সঙ্কীৰ্ণ জাতি হব নোৱাৰে। অগ্নি পুৰাণত দেখা যায় যে জগদীশ্বৰৰ পাদসম্ভূত যিজন ব্যক্তি তেওঁৰ নাম শূদ্ৰমণি, তেওঁৰ পুত্ৰ প্ৰদীপ, প্ৰদীপৰ পুত্ৰ কায়স্থ।

আদৌ প্ৰজাপতে জাতাঃ মুখাদ্বিপ্ৰাঃ সদাৰকাঃ।
বাহ্বোশ্চ ক্ষত্ৰিয়া জাতা উৰ্ব্বো বৈশ্যা বিজাজিৰে।
শূদ্ৰাঃ পাদাচ্চ সম্ভূতা স্ত্ৰিবৰ্ণস্তচ সেবকাঃ।
হীমনামা সুতস্তস্য প্ৰদীপ স্তস্য পুত্ৰকঃ।

কায়স্থস্তস্য পুত্ৰোঽভূৎ বভূৱ লিপিকাৰকঃ।
কায়স্থস্য ত্ৰয়ঃ পুত্ৰা বিখ্যাতা জগতীতলে।
চিত্ৰগুপ্ত শ্চিত্ৰসেনো বিচিত্ৰশ্চ তথৈবচ।
চিত্ৰগুপ্তো গতঃ স্বৰ্গে বিচিত্ৰো নাগ সন্নিধৈ।
চিত্ৰসেনঃ পৃথিব্যাঞ্চ ইতি শাস্ত্ৰং প্ৰচক্ষতে॥

এই অগ্নিপুৰাণৰ শ্লোক মতে "কায়স্থ" শূদ্ৰমণিৰ প্ৰপৌত্ৰ আৰু কায়স্থ লিপিকাৰক অৰ্থাৎ কাকতী। আসাম ৰজাৰ দিনত যিসকল কাকতী আছিল বৰ্ত্তমান কালত সেইসকলকে কায়স্থ বুলি সকলোৱে জানে। কায়স্থ সকলু সৎশূদ্ৰ বাবেই অতীজৰপৰাই কায়স্থসকলৰ যাজনাদি কৰ্ম্ম সদ্ ব্ৰাহ্মণে নিঃশঙ্কোচৰূপে কৰায়। প্ৰাচীন কায়স্থসকলৰ ৰীতি নীতিও শাস্ত্ৰানুসাৰিণী।

অনেক কায়স্থ মহন্তই সাধাৰণ শূদ্ৰক শিষ্য কৰাবই লাগিছে। প্ৰাচীন নিয়ম মতে কায়স্থসকলে জাতকৰ্ম্মাদি চূড়াকৰণ পৰ্য্যন্ত সংস্কাৰদ্বাৰা সংস্কৃত হৈ উত্তৰী গ্ৰহণ কৰে। অতি দুৰৱস্থা হলেও কায়স্থসকলে হল বাহন আৰু ভাৰ বহন কৰ্ম্ম নকৰিছিল। পূৰ্ব্ব কালত কায়স্থ শাস্ত্ৰ মতে সৎশূদ্ৰৰ লগত গণ্য আছিল, সিবিলাককেই মান্য শূদ্ৰ বুলিছিল। কোন সাহসে স্মৃতিৰত্ন মহোদয়ে এনেকুৱা শ্ৰেষ্ঠ জাতিক সাধাৰণ শূদ্ৰৰ তলত বহুৱাইছে আমাৰ হলে বুদ্ধিৰ অগম্য। ইয়াৰপৰা কায়স্থ জাতি বিস্মিত হলেও বোধ হয় দুখিত নহয়।

কলিতাবিলাক যে নিকৃষ্ট জাতি এনে বুলি আমি কবলৈ ইচ্ছা নকৰিলেও স্থলত লেখা কাৰণৰ দ্বাৰা তেওঁলোকে কায়স্থৰ সমানে আসন পোৱা দুৰূহ।

প্ৰবাদ আছে যেতিয়া ভগবান পৰশুৰামে ক্ষত্ৰিয়কুল নিৰ্ম্মূল কৰিবলৈ উদ্যত হয় তেতিয়া কিছুমান ভীৰু ক্ষত্ৰিয়ই প্ৰাণৰ ভয়ত স্বস্থান পৰিত্যাগ কৰি আছুতীয়া ঠাইত সোমাবলৈ ধৰিলে। আসামৰ ফাললৈ যিবিলাক আহিল সেই বিলাকে ক্ষত্ৰিয়ৰ কৰ্ম্ম পৰিত্যাগ কৰি শূদ্ৰৰ কৰ্ম্ম আচৰণ কৰি ক্ষত্ৰিয় কুল লোপ কৰিলে। কুল লোপ কৰা বাবেই কুল-লুপ্তা হল। কুল লুপ্তাৰ অপভ্ৰংশ কলিতা বুলি অনেকৰ ধাৰণা। যদি এই কথাই সত্য, তেনেহলে কলিতা কায়স্থতকৈ উত্তম কেনেকৈ হয়? ক্ষত্ৰিয় যুদ্ধৰপৰা ভয়ত ভঙ্গ হলে শাস্ত্ৰ মতে মহাপাতকী হব, তদুপৰি ক্ষত্ৰিয়োচিত কাৰ্য্য পৰিত্যাগ কৰি নিম্ন জাতিৰ সমুদয় ক্ৰিয়া-

কলাপ গ্ৰহণ কৰি আত্যস্তৰ হল। এতেকে খাটি শূদ্ৰ কায়স্থৰ লগত কলিতাৰ সমতা কৰাই সঙ্গত নহয়।

অতি প্ৰাচীন কালৰপৰাই আসমত কয়াস্থ সৎশূদ্ৰ, কলিতা সাধাৰণ শূদ্ৰ বুলি চলি আহিছে, এনেস্থলত বিবাদ লগোৱাৰ কোনো আৱশ্যক নকৰে। কলিতা অতীতত ক্ষত্ৰিয় হলেও বৰ্ত্তমান সময়ত সিবিলাকত ক্ষত্ৰিয়ৰ গন্ধ মাত্ৰও নাই। এনেই কলিযুগত মনুৰ মতে ক্ষত্ৰিয় শূদ্ৰৰ লগত গণ্য—

শনকৈস্তু ক্ৰিয়া লোপাদিমাঃ ক্ষত্ৰিয় জাতয়ঃ।
বৃষলত্বংগতা লোকে ব্ৰাহ্মণাদৰ্শনেন চ ॥

অনেক পুৰুষৰ পূৰ্ব্বেই ক্ষত্ৰিয়োচিত কাৰ্য্য আৰু ৰীতি নীতি পৰিহাৰ কৰা কলিতাত ক্ষত্ৰিয়ত্ব থাকিব নোৱাৰে। . সিসকল সৰ্ব্ব প্ৰকাৰেই শূদ্ৰত্বত পৰিণত হৈছে। অলমতি বিস্তৰেণেতি।

যোৰহাট। শক ১৮৩২।১৯আহিন।

শ্ৰীকীৰ্ত্তিচন্দ্ৰ বিদ্যাভূষণ গোস্বামী।

---

## তেওঁলৈ।*

চুমাটি খাবলৈ পালে সি দুটি ওঁঠত,
লাখতো হৈপাহ মোৰ থাকিব মনত;
তথাপিতো সি মুখতে ওঁঠ দুটি থই,
প্ৰতি চুমাটিতে বৰ যুগ যুগ কই,
তাতো মুগুচিব মোৰ প্ৰাণৰ ধাউতি;
চুমাকেহে খাই বৰ তোমাকে সাবটি।
নিছিঙে তোমাৰে মোৰে বান্ধনি চুমাৰ;
সদাই চুমাকে খাম, খাম আকৰঞ্চৰ;
পথাৰৰ ধান মাহ অশেষ অলেখ,
তাতোকই বেছি হলে নপৰিব শেষ।
আঁতৰিব মিছাকৈয়ে যতন নকৰোঁ,
এৰিব পাৰিম নেঐ? নোৱাৰোঁ নোৱাৰোঁ।

শ্ৰীত—।

* Catullers ৰ আৰ্হি লৈ Byronএ Ellenলৈ লেখা কবিতাৰ ভাঙনি

# মাতৃশ্ৰাদ্ধ।

বিশাল প্ৰকৃতি স্নেহ তিল তিল কৰি
গোটাই ৰচিলে মাতৃ জনমদায়িনী।
করুণা-ৰসত আৰ্দ্ৰ হৃদয় তোমাৰ,
মূৰ্ত্তিমন্তী সহিষ্ণুতা! জনম তোমাৰ
অনন্ত কন্দলি বংশে আসাম-গৌৰৱ।
কিহেৰে তৰ্পিম মাতঃ! আজি শ্ৰাদ্ধ দিনে,
নিঃকিন সন্তান মই? চকুৰ লোৰেৰে
ধুৱাওঁ চৰণ আই আশীৰ্ব্বাদ দিয়াঁ।

২২-১০-১০। শনিবাৰ। সেৱক
শ্ৰীলক্ষ্মীনাথ।

---

# হাঁ মোৰ কাপাল!

For a' that and a' that
'Tis soul and heart and a' that
That makes the king a gentleman.
And not his crown and a' that.
And whether he be rich or poor
The best is he for a' that
who stands erect in self-respect
And acts the man for, a that.
Charles mackay

তোহ্ নাই কিনো কৰাহীঁ, এই প্ৰ্যান কিনো ৰকাহীঁ?
দেখ্‌বা শুন্‌বা নবেঁা আৰু ৰথ লাগেই সাৱধি থল্লাহীঁ।
বোল্‌বা ন'ব্‌ছি চেক্‌ৰী আমাক হল নো কিনো ভাভ?
সেই বোলিয়েইং এবি দিয়্ না আমি ৰাই পিতেইব মাভ?

শিক্লোঁৱেই বাক নাউমান লিখা পঢ়া পালোঁৱো নহয় পদ মান।
সেই বোলিয়েই নেদোঁ দ্যা আমি এনে গ্ল্যান কথাত কাণ॥
আবু আতাই হাগৰাই আমাৰ মাতেই যিটো মাত।
সকলো মাতৰ ভিতৰত হৈছি জানৰা সেঁটোৱেই ভাল জাত॥
যি মাত মাতি বুকুৰ মাজত গোসাঁইক সৰাঁ কৰোঁ।
মৰ্ বাৰ সময়তো যি মাত মাতি মনৰ সুখত মৰোঁ॥
মানুহে হাঁইহ্ বো বোলিয়েই এৰি দিমুনা মাত্ বা সেটো মাত?
নকৰা এনাই কথা আক খং উঠি আহেই আমাৰ গাত॥
জাতি কুটুমুৰ লগত আমি যি মাতেইদি কওঁ কথা।
সেঁটো মাতেইহা কাণত আমাৰ লাগেই দিয়া বৰ মিঠা॥
দুখৰ সুখৰ কথাগিলান যি মাতত ফুটি উঠেই।
আচল মাত্ হা সেঁটো তাত সন্দেহ নাই দিয়া মুঠেই॥

হবা পাৰেই "শুদ্ধ" তোহ্ নাৰ মাত আক চহকী তোহ্ নাৰ ভাষা।
দিনক্ দিনে আক চহ্ কী হক কৰোঁ আমিও আশা॥
শক্তি আমাৰ যিমান আছেই তোহ্ নাক সহায় কৰিম তাত।
সেই বোলিয়েই আমি নেদোঁ দিয়া এৰি আবু আতাইৰ মাত॥
লিখ্ বা লাগেই কিতাপ পুথি লিখিম দিয়া তোহ্ নাৰ ভাষাত।
ভয় নাথ বা নৰক্ষো দিয়া আমি তোহ্ নাৰ এনাটো ডাঙাৰ আশাত॥
যিমান লাগেই ভিমান লিখিম দিয়া সেঁটো কিনো টান কাম।
মুঠেই ভাব্ না ধৰেই ছাপ্ বাৰ খৰ্চা ক'ত নো কেন্‌কৈ পাম॥
তোহ্ নাৰ ভাষাত যোনি যিহ্ কে লিখেই বোলেই সক্লোৱে ভাল।
এনাহা গুণাৱতী ভাষা তোহ্ নাৰ আজি শুকেই হৈছি হাড় ছাল॥
ম্যাকৰ মাতো পঢ়বাক লেগি এখান ভেটী লাগেই দিবা।
তত্ লৰাহাঁ ছলিগিলান তোহ্ নাৰ ডাক্‌বো চাবা জিভা॥
-এইগ্ল্যান দেখি শুনি আমাৰো মৰ বেজাৰ লাগেই দিয়া।
লিখ্ বা লাগেই লিখিম দিয়া আমিও ভয় নো খাওয়া কিয়া?
লিখিম পঢ়িম সক্লো কৰিম মুঠেই নাম্‌তো তোহনাৰ মাত।
বোলা নোয়া ঢেক্‌ৰী আমাক আক বয়া পাওয়া তাত॥

মূৰ জকৰাছোঁ! কিনো কৰাহাঁ? নাগৃতা সেঁটো মাত?
নাগৃতিলা নাই তোহ্‌নাগিলাই আমাৰ হল নো কিনো তাত?
লিখাপঢ়া শিক্‌ছা তোহ্‌নাই কৰ্ছাও পাছ-ফাছ কিবা।
জানা তোহ্‌নাই কেন্‌কেই পাৰি উন্টেই ফেল্‌বা জিভা॥
গুণি ভাবি তত লৈ গাত তোহ্‌নাই মাতা "শুদ্ধ" মাত।
কবা নোখজোঁ আকোই আমি তোহ্‌নাই সুখ যদি পাওৱা তাত॥
কিন্তু আবু আতাই আৰু আনগিলানে নবে তো লববা জিভা।
কৰাছোঁ বাৰু তাহ্‌নাৰ নো পাছেই হবো দশা কিবা?
দেথাক দেখি তাহ্‌নাইও যদিহা "শুদ্ধ" মাত মাত্‌বা ধৰেই।
হাঁইহ্‌ছি এথান জীয়া মানুহে হাঁইহ্‌বো তেথান মৰাশৰেই॥
নিজৰ বাই পিতেইকো তেথান তোহ্‌নাই ৰাথ্‌বা লাগ্‌বো লুকেই।
তোহ্‌নাৰ মতিবুদ্ধি দেখি তাহ্‌নাই মৰ্‌বো বুকুত ভুকেই॥
কাবো বোলেই পঢ়ি শুনি ছলিগিলান ডাঙাৰ মানুহ হলাক।
আৰু নিজোৰ আবু আতাইকো চিন্‌বাক লেগি লাজ পাৱাত পল্যাক॥
ভাব্‌ছিল তাহ্‌নাই পঢ়িশুনি তোহ্‌নাই জানা বুজা হবা।
হাওঅ! উল্টি দেখোঁ কিচোঁ হল আৰু কিনো বাৰু কবা॥
চহ্‌কী ভাষাত কথা কলেই যদিহা ডাঙাৰ মানুহ হই।
কান্‌য়া ডাও্‌ৰীয়াগিলান তেথান নাথকিলহেঁতেন শুই॥
চোৰ ডকাইতেও তেনা মাতত কথা পাৰেই কবা।
সেইবোলি কি ৰাজ্‌ঘৰত তেঁহ্‌তোৰ আলাগ বিচাৰ পাৰেই হবা?
গৰুৰ বেব্‌নি ভাল লাগেইনা গাধাৰ মাতটো মিঠা?
পঢ়ি শুনি চৰ্চ্চা কৰা তোহ্‌নাই এথান এনাগিলান কথা !
ভাব হোলিহা মাত্‌টি ফুটেই চাওৱাছোঁ ভাবি চাওয়া।
ভাব লৈ হা ভাষা হই তোহ্‌নাই কিনো উন্টেই গাওৱা॥
মনটো ডাঙাৰ হোলিহি তোহ্‌নাই ডাঙৰ মানুহ হবা।
কল্যা নকল্যা পাছ-ফাছ তেও যশ মান তোহ্‌নাই পাবা॥
ডাঙাৰ মানুহৰ ঘৰোত উপ্‌জি কুনিও ডাঙৰ হবা নৰেই।
সমান যদি নেদ্‌খেই সক্লোকো আৰু মনটো সৰু থাকেই॥
অ্যাক থলন্দপৰাই আহিহ্‌ছোঁ আমি অ্যাকেই থলক যাম্‌।
ছুদিন যুঠেই সংসাৰোত থাকিম লৈ সৰু ডাঙাৰ নাম॥
কিয়ানো তেস্তেই তোহ্‌নাই মিছাই চিয়াঁৰ-বাথাৰ কৰাহ?
লাজ্‌-কাজ তোহ্‌নাই কাষ্টি কৰি থৈ খপেই-জপেই মৰাহ্‌?
এই গ্ল্যান দেখি শুনি কবিয়ে বোলেই "হাঁ মোৰ কাপাল আৰ
দেশৰ কিনো বিদেই!
"থাকুবা লাগ্‌ছিল নিগ্‌লি ভাউৰীয়া তোহনাৰ আজি মজা জিংকু
হয় উলেই॥"

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

## কৃপাবৰ বৰুৱাৰ সামৰণি ।



( সুৰ—মই-হে-মই । তাল - অহং )

ঘোষা । বাজে মিঠা টোকাৰি বাজে ।
নাচে ভক্তবৃন্দ নাচে ॥
"মই-হে-মই, মই-হে-মই, মই মোক হে চোৱাঁ ;
মোৰে নাম লোৱাঁ আৰু মোৰে গুণ গোৱাঁ ॥'

পদ ।—পোহৰ হাঁহিটি ৰঞ্জিল পূৱত ।
"বাঁহী" থৈ ললোঁ টোকাৰি হাতত ॥
টোকৰে টোকৰে স্বনাম ওলায় ।
মোকে বোলে ধেমেলীয়া ওজা কাই ॥

ঘোষা ।—বাজে মিঠা টোকাৰি বাজে । ইত্যাদি ।

পদ ।—"নবজাওঁ বাঁহী মোক উনমাদ কৰিছে ।"
পয়চা নাই বাঁহী বাই মুখ বিষাই গইছে ॥
টোকাৰিৰ টোকৰে পতি তিনি সিকি আহে ।
বজাম টোকাৰি লোকে হাঁহেই বা কাহে ॥
"বাঁহীৰ কোমল স্বৰ,
বীণাৰ মধুৰ সুৰ,
কঠুৱা কাউৰী মাত যেন মোৰ লাগিছে,
সন্তাপী হৃদয় মোৰ সন্তাপেৰে-ভৰিছে ॥"

কৃপাবৰ ।

**দ্বিতীয় বছৰ, দ্বিতীয় সংখ্যা**

# সূচী

# দেউতা খৃষ্ট্‌মাচ।




আপোনাৰ খৃষ্ট্‌মাচ ৰঙিয়াল হওক।

আমাৰ ওলগ আৰু নমস্কাৰ লওক॥

# বাঁহী।

নবৰ্ষা নবৰ্ষা দেখি আকৌ বজোৱাঁ,
বাঁহীৰ শুৱলা মাত আকৌ শুনোৱাঁ;
মধুৰ ৰাগিণী ধৰি
বাঁহীত যতন কৰি
" সা ঋ গা মা পা ধা নি সা " আকৌ বজোৱাঁ।

হিমাদ্ৰিৰ শিখৰত, মানস হ্ৰদত,
তাহানি বজোৱা সেই সুৰ সুললিত;
আৰু যে সিদিনা সৌ পশ্চিম দেশত
বজালাঁ মধুৰ সুৰ সাগৰ দাঁতিত;
দুইকো মিহলি কৰি
বিতোপন সুৰ গঢ়ি,
মানস-পাৰত ৰহি বজোৱাঁ বাঁহীত।

ফুলনি ভৰাই ফুল ফুলক লাহেৰে,
সাজক প্ৰকৃতি দেৱী লাহৰ সাজেৰে,
বিমল পোহৰ হ'ক,
লাহেৰে মলয়া ব'ক,
বজোৱাঁ বজোৱাঁ দেখি বাঁহী উলাহেৰে।

বৰষা অনন্ত কাল মধুৰ সঙ্গীত,
পোহৰেৰে ৰুৰা দেখি জগত বঞ্চিত,
স্বৰ্গীয় অমিয়া সানি,
স্বৰ্গীয় সুৰেৰে তানি,
বজোৱাঁ অনন্ত কাল বাঁহী সুললিত।

শ্ৰীচন্দ্ৰধৰ বৰুৱা।

# আসাম।

আজিৰ বক্তৃতাৰ নিমিত্তে আমি আসামৰ বুৰঞ্জীক সাত ভাগ কৰি ভগাই লৈ তাৰ বিষয়ে চমুকৈ অলপ কম।

(১) অতীতৰপৰা কুৰুক্ষেত্ৰৰ যুজৰ সময়লৈকে।

(২) কুৰুক্ষেত্ৰৰ যুজৰ সময়ৰপৰা খৃষ্টীয় চতুৰ্থ শতিকাৰ শেহলৈকে।

(৩) চতুৰ্থ শতিকাৰ শেহৰপৰা সপ্তম শতিকাৰ মাজলৈকে।

(৪) সপ্তম শতিকাৰ মাজৰপৰা দ্বাদশ শতিকাৰ মাজলৈকে।

(৫) দ্বাদশ শতিকাৰ মাজৰপৰা পঞ্চদশ শতিকাৰ মাজলৈকে।

(৬) পঞ্চদশ শতিকাৰ মাজৰ পৰা ষোড়শ শতিকাৰ মাজলৈকে।

(৭) ষোড়শ শতিকাৰ মাজৰপৰা বিংশ শতিকালৈকে।

অতীতৰ কথা অনুমানৰ ওপৰত ভিৰ দি নকলে আন উপায় নাই। অৱশ্যে সেই অনুমান যিমান দূৰ পৰা যায় যুক্তিসঙ্গত কৰিবলৈ পাহৰিব নালাগে, নতুবা তাৰ মূল্য নাথাকে। প্ৰত্নতত্ত্বজ্ঞ পণ্ডিত আৰু বুৰঞ্জীবিজ্ঞ সকলে সিদ্ধান্ত কৰিছে যে অতীতত অৰ্থাৎ ভাৰতলৈ আৰ্য্যবংশীয় মানুহ বিলাক অহাৰ আগেয়ে ভাৰতত দ্ৰাবিড়ী বংশৰ মানুহৰ বসতি আছিল। দ্ৰাবিড়ীবিলাকো ভাৰতৰ আদিবাসী মানুহ নহয়। দ্ৰাবিড়ীবিলাকৰ দীঘল মুৰ, ডাঙৰ কলা চকু, শকত দাড়ি গোফ, কলা বা কলাৰ ওচৰাওচৰি বৰণ, চুঁচি-মৰা ভৰি, বহল নাক অথচ মঙ্গলীয়বোৰৰ নাকৰ নিচিনা সি চেপেটা নহয়, ইত্যাদি গঢ়ৰ পৰীক্ষা কৰি পণ্ডিতসকলে থিৰ কৰিছে যে তেওঁলোক আফ্ৰিকাৰপৰা অহা মানুহ; কাৰণ আফ্ৰিকা মহাদেশৰ অধি-ৰাসী নিগ্ৰোবিলাকৰ সৈতে সেইবোৰ বিষয়ত তেওঁলোকৰ অনেক মিল আছে। যদি দ্ৰাবিড়ীবিলাক আফ্ৰিকাৰপৰা হে অহা মানুহ হয়, তেন্তে এতিয়া চাব লাগে, তেওঁলোক কোনটো বাটেদি আহি ভাৰতবৰ্ষত সোমালহি। ভাৰতলৈ আহিবলৈ বাট দুটা;—এটা উত্তৰ-পশ্চিমেদি, আনটো উত্তৰ-পূবেদি। দ্ৰাবিড়ীবিলাকৰ পক্ষে ভাৰতলৈ উত্তৰ-পূবেদি অহা একেবাৰেই অসম্ভৱ, কাৰণ সেইটো বাট বৰ দূৰণ আৰু মঙ্গলীয় জাতিৰ

মানুহৰ দেশৰ মাজেদি। উত্তৰ-পশ্চিম বাটেদিয়েই আৰ্য্য আৰু চেমিটিক বংশৰ মানুহবিলাক ভাৰতলৈ আহিছিল; সম্ভৱতঃ সেই বাটেদিয়েই আফ্রিকাৰ নিগ্রো জাতিৰে সমন্ধ-লগা এই দ্রাবিড়ীবোৰ আহিছিল। অৱশ্যে তেনেহলে তেওঁলোক আবর দেশৰ মাজেদি আহিব লগীয়াত পৰিছিল। আবরত দ্রাবিড়ীৰ চিন-মোকাম পিছৰ কালৰ চেমিটিক জাতিৰ দ্বাৰাই মছ-খাই নাইকিয়া হল। কোনো কোনো পণ্ডিতে আৰু এটা অনুমান কৰে যে অতি পুৰণি কালত লেমুৰিয়া নামৰ এডোখৰ ঠায়ে আফ্রিকাৰ মাডাগাস্কাৰেৰে সৈতে ভাৰতক লগ লগাই থৈছিল; সেই ঠাই ডোখৰ কালক্রমত সাগৰে বুৰাই ভাৰতেৰে সৈতে আফ্রিকাৰ সমন্ধ ছিঙিলে। সেই লিমুৰিয়াইদিয়েই আফ্রিকাৰ দ্রাবিড়ীবোৰ ভাৰতলৈ আহিছিল।

এইটো এক ৰকম থিৰ হৈছে যে দ্রাবিড়ী জাতিৰ মানুহে একালত গোটেই ভাৰত জুৰি বসতি কৰিছিল আৰু আৰ্য্যবিলাক ভাৰতলৈ অহাৰ বহুকালৰ আগৰেপৰা তেওঁলোক ভাৰতত আছিল। আৰ্য্যবিলাকৰ হেচা-ঠেলাত দ্রাবিড়ীবিলাক উত্তৰ-ভাৰতৰপৰা হুহকি গৈ গৈ দক্ষিণ-ভাৰতত থুপ খালেগৈ, আৰু যিবোৰ কাষৰে-পাঁজৰে বৈ গল সেইবোৰে আৰ্য্যৰ ভিতৰত সোমাই আৰ্য্য জাতি-বিভাগৰ অতি তলৰ শ্রেণী অধিকাৰ কৰিলে। আসামতো দ্রাবিড়ী মানুহৰ বসতি আছিল। আসামৰ দ্রাবিড়ীয়ে দুফালৰ হেচা খাইছিল,—পচিমৰপৰা আৰ্য্যৰ আৰু পূবৰপৰা অনাৰ্য্য মঙ্গলীয় জাতিৰ। এই দুই প্রবল জাতিৰ হেঁচাত তেওঁলোকৰ আত্মবিলোপ ঘটিল; সৰহ ভাগ অনাৰ্য্য জাতিৰে আৰু অলপ ভাগ আৰ্য্য জাতিৰে মিলি গৈ আপোনাৰ স্বকীয়া অস্তিত্ব তেওঁলোকে নাইকিয়া কৰিলে। পণ্ডিত সকলে কয় যে আসামত দ্রাবিড়ী জাতিৰ অৱশিষ্ট ডোম অৰ্থাৎ নদীয়াল জাতিৰ ভিতৰত দেখিবলৈ পোৱা যায়।

উত্তৰ-পশ্চিমৰ বাটেদি আৰ্য্যবিলাক ভাৰতত সোমোৱাৰ আগৰেপৰা মঙ্গলীয় জাতিৰ কোনো কোনো ফৈদ উত্তৰ-পূবৰ বাটেদি আসামত সোমাইছিল নে নাই, এই কথাৰ মীমাংসা কৰা টান; সম্ভৱতঃ সোমাইছিল। অনন্ত কালৰ সোঁতেৰে সৈতে জনস্রোত নিশ্চয় ভাৰতলৈ বৈ আছে। অতীত কালত কত মঙ্গলীয় জাতিৰ ফৈদৰ মানুহ দ্রাবিড়ী জাতিৰ মানুহেৰে

সৈতে লাহে লাহে মিহলি হৈ একে হৈ গৈছিল কোনে জানে? আৰ্য্যবিলাকে যেতিয়া বিজয়-দুন্দুভি বজাই আৰ্য্যসভ্যতাৰ বিজয়-নিশান হাতত লৈ ভাৰতত দক্ষিণ পশ্চিম আৰু পূব মুৱা হৈ আগুৱাই আহিছিল তেতিয়া তেওঁলোকে কত দৈত্য দানৱ অসুৰ ৰাক্ষসেৰে সৈতে সমুখ হৈ সংগ্ৰাম কৰি নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব লগীয়া হৈছিল তাৰ সীমা নাই। ভাৰতৰ পূব প্ৰদেশ আসামতো তেওঁলোকে অসুৰবোৰেৰে সৈতে নিজৰ বলৰ পৰীক্ষা কৰি সিইঁতক জয় কৰি হে নিজৰ প্ৰাধান্য স্থাপন কৰিব পাৰিছিল। সেই অসুৰবোৰ কোন আছিল? সেইবোৰ নিশ্চয় পূৰ্ব্ব ভাৰতৰ আদিম অধিবাসী,—দ্ৰাবিড়ী আৰু মঙ্গল জাতিৰ অনাৰ্য্য মানুহ। বাণ, ঘটক, নৰকাসুৰ, হিড়িম্ব আদিয়েই প্ৰতাপশালী অনাৰ্য্য জাতিৰ ৰজা যাক আৰ্য্যসকলে অসুৰ আখ্যা দিছিল।

ইণ্ডো-চাইনিজ ভাষা কওঁতাসকলক পণ্ডিতসকলে যি কেইটা শ্ৰেণীত বিভাগ কৰিছে তাৰে-তিনটা খাই শ্ৰেণীত আসামলৈ অহা সেই বংশৰ মানুহবোৰ পাৰে। (১) মন-খেমৰ (Mon-khmer) (২) তিব্বত-ব্ৰহ্ম (Tibeto-Burman.) (৩) শ্যাম-চীন (Siamese-Chinese)। চান ভাষা শ্যাম-চীন ভাষাৰ বংশৰ ভিতৰুৱা। আহোম ভাষা চান ভাষাৰপৰা ওলোৱা। মন-খেমৰ ভাষা কওঁতবিলাক আসামলৈ প্ৰথমতে আহে। তেওঁলোকৰ পিছত তিব্বত-ব্ৰহ্ম ভাষাৰ ভিতৰুৱা ভাষা কওঁতাবিলাক এটা ফৈদৰ পিছত আন এটাকৈ আসামলৈ আহে। পিছত অহাবোৰে আগেয়ে অহাবোৰক ৰণত আৰু জীৱন-যুদ্ধত হৰুৱাই, হয় গ্ৰাস কৰি নিজৰ ভিতৰুৱা কৰি লৈছিল, নহয় খেদি ঠেলি পৰ্ব্বতবাসী কৰিছিল। এই তিব্বত-ব্ৰহ্ম ভাষাৰ পৰিয়ালৰ ভিতৰুৱা তিনি শ্ৰেণীৰ ভাষা আসামবাসী অনাৰ্য্যবিলাকৰ ভিতৰত আজিকালি প্ৰচলিত আছে—(১) নগা ভাষা, (২) কুকি-চীন ভাষা, (৩) বড়ো ভাষা। নগা-পৰ্ব্বতবোৰত নগা ভাষা কোৱা হয়। কুকি-চীন ভাষা মণিপুৰ, কাছাৰ আৰু লুচাই পৰ্ব্বতবোৰত কোৱা হয়। বড়োভাষাৰ ভিতৰত ব্ৰহ্মপুত্ৰ-উপত্যকাৰ প্ৰায় সকলো অনাৰ্য্য জাতিৰ ভাষা পৰে। উত্তৰ-কাছাৰৰ ভাষাবোৰ, গাৰো-পৰ্ব্বতবোৰত প্ৰচলিত ভাষাবোৰ, কছাৰী বা মেছ ভাষা,

বাভা, চুটিয়া, লালুং, ত্রিপুৰা, ডিমচা আদি ভাষা বডো পৰিয়ালৰ ভিতৰুৱা। খৃষ্টীয় ত্রয়োদশ শতিকাত আৰু তাৰ পিছতো টাই বা চান ভাষাৰ ভিতৰুৱাল ভাষা কওঁভাবিলাকো আসামত সোমালহি।

এই দৰে নানা দেশৰ নানা জাতৰ নানা পৰিয়ালৰ আৰ্য্য অনাৰ্য্য মানুহ আসামলৈ আহি আসামত দীৰ্ঘকাল বাস কৰি অসমীয়া হৈছিল, আৰু এইদৰেই পিছৰ কাল ডোখৰতো, আন কি আজিলৈকে অসমীয়া জাতি গঠিত হব লাগিছে। গোটেই পৃথিবীৰ ইতিহাসতে এইদৰে সকলো জাতি গঠিত হোৱাৰ প্ৰমাণ আছে। এংগোল, চেক্সন, জুট, কেল্ট, ডেনিচ ইত্যাদি জাতিৰ মানুহেৰে জগদ্বিখ্যাত ইংৰাজ জাতি গঠিত হোৱাটো কোনে নাজানে ? ফ্রেন্স, ডচ, জৰ্ম্মাণ, আইৰিচ, ইটালিয়ান, ইংলিচ, নিগ্রো, চীনা ইত্যাদি জাতিৰ মানুহেৰে চকুৰ আগতে প্ৰবল আমেৰিকান জাতি গঠিত হোৱাটো আমি দেখিয়েই আছোঁহঁক। পুৰণি কালৰ কথা এৰি দিলেও তাৰ পিছৰ ডোখৰত সিদিনালৈকে আমি দেখিবলৈ পাওঁ যে কনৌজীয়, হিন্দুস্থানী, পঞ্জাবী, বঙ্গালী, উড়িয়া, নেপালী, গুজৰাটী, আদিৰে অসমীয়া জাতি গঠিত হব লাগিছে। কত চিংফৌ, মৰাণ, (আহোমৰ কথাই নাই) নগা, মিৰি, ডফলা, গাৰো লাহে লাহে হিন্দুধৰ্ম্মৰ আৰু হিন্দুৰ প্ৰভাৱৰ ভিতৰলৈ আহি কোচ, কেওট আদি জাতৰ ভিতৰুৱা হৈ অসমীয়া জাতিৰ কলেৱৰ বঢ়াব লগিছে।

এইদেখি বাণ, নৰক, ভগদত্তৰ বীৰত্বত আমি নিজক যেনে গৌৰৱান্বিত বিবেচনা কৰোঁ, আৰিমত্ত, জোঙাল-বলহু, ভাস্কৰবৰ্ম্মা, গদাধৰ সিংহৰ বীৰত্বতো তেনে গৌৰৱান্বিত বিবেচনা কৰোঁ; কাৰণ এই সকলোবিলাক অসমীয়া। অসমীয়া মানে আমি একেখন আসাম দেশৰে মানুহ। অসমীয়া মানে কামৰূপীয়া, কামৰূপীয়া মানে অসমীয়া। আগৰ কালত কামৰূপীয়া মানে যি বুজাইছিল, এই কালত অসমীয়া মানে তাকে বুজায়। অসমীয়া বুলিলে উজনিৰ "ডিষ্ট্রীক্ট" কেইখনৰ হে মাথোন মানুহ এনেটো নহয়; অসমীয়া মানে উজনি ভাটীৰে সৈতে গোটেই আসাম দেশখনৰ মানুহ। পুৰণি কালত কামৰূপীয়া মানে যেনেকৈ ভাটী আৰু উজনিৰে সৈতে গোটেই কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া মানে আজিকালি সেইদৰে

গোটেই দেশখনৰ মানুহকে বুজায়। মানুহৰ নিচিনাকৈ, আৰু আন আন জীৱ জন্তু আদি প্ৰাণীৰ নিচিনাকৈ ভাষাৰ আৰু ভাব অন্তৰ্গত শব্দৰ জন্ম, উন্নতি, অৱনতি আৰু মৃত্যু আছে। একালত কোনো এটা শবদে যি এটা মানে বুজাইছিল কালক্ৰমত সি অধোগতি পাই আন এটা মানে বুজাবা হয় গৈ। একালত কোনো এটা শবদ ক্ষমতাশালী হৈ উঠি তাৰ উদৰত বহল অৰ্থৰ বিপুল সম্পত্তিক সি ঠাই দিও কালৰ কুটিল গতিত দুখীয়া লুৰ্ব্বুং লুঠুং হৈ পৰা দেখা যায়। এনে শবদৰ অলেখ উদাহৰণ দিব পৰা যায়। পুৰণি কালত বিপুল অৰ্থৰ অধিকাৰী "কামৰূপীয়া" এই শবদটোৰো আজি সেইদৰে নিঃকিন অৱস্থা। কিন্তু সেইবাবে আমাৰ কোনো সম্প্ৰদায়ে মনত ব্যথা অনুভৱ কৰাৰ সকাম নাই, অথবা কোনো সম্প্ৰদায় উৎফুল্ল হোৱাবো সকাম নাই। জন্ম মৃত্যু উথান পতন নিয়তিৰ অধীনত, আমাৰ ইচ্ছাৰ ওপৰত নহয়। সঁচাকৈ কবলৈ গলে আমি "আসাম" শবদটোতকৈ "কামৰূপ" শবদটোক, "অসমীয়া" শবদটোতকৈ "কামৰূপীয়া" শব্দটোক হে ভাল পাওঁ। কাৰণ, কামৰূপ শবদটো শুনিলেই আমাৰ গুৱাহাটী পলাশবাৰী নলবাৰী সুৱালকুচিলৈ মনতনপৰি প্ৰাগজ্যোতিষপুৰ ৰত্নপুৰ শোণিতপুৰ প্ৰভৃতিলৈ মনত পৰে। কাৰণ, কামৰূপ কথাটো শুনিলেই কালিকা-পুৰাণ আৰু বিষ্ণুপুৰাণত উল্লেখ কৰা, কামাখ্যা মন্দিৰকে সোঁ-মাজ কৰি চাৰিউ ফালে এশ যোজন অৰ্থাৎ প্ৰায় ৪৫০ মাইল বিয়াপি জুৰি থকা কামৰূপলৈ হে মনত পৰে, যি কামৰূপে নিজৰ প্ৰকাণ্ড শৰীৰৰ ভিতৰত, আজিকালি ভাগ হোৱা গোটেইখন পূৰ্ব্ববঙ্গ আৰু আসামক ভুটানেৰে সৈতে সাৱৰি সুমাই থৈছিল। কাৰণ, যি কামৰূপ শব্দ আমাৰ মনত পৰিলে, কালিকা-পুৰাণ আৰু বিষ্ণুপুৰাণৰ পিছৰ কালৰ পুথি যোগিণীতন্ত্ৰত উল্লেখ কৰা "কৰতোয়াং সমাৰভ্য যাবদ্দীকৰ বাসিনী" অৰ্থাৎ পশ্চিমে চিকিমৰ নামনিৰ পৰ্ব্বতঃবাৰৰ মাজৰ ব্ৰহ্মকুণ্ডৰপৰা ওলাই দাৰ্জিলিং জলপাইগুৰি ৰংপুৰ দিনাজপুৰ আৰু বগুৰাৰ মাজেদি দক্ষিণমুৱা হৈ বৈ ঢাকা-ঘাটেদি গৈ পাবনাৰ ওচৰৰ পদ্মাত যি নৈ পৰিছেগৈ আৰু যাক মহাভাৰতৰ ভীষ্মপৰ্ব্বত "লৌহিত্যাং কৰতোয়াংচ তথৈব বৃষকাহ্বয়াম" আৰু ব্ৰহ্মাণ্ডপুৰাণত "কৰ-তোয়াং মহাগৌৰী দূৰ্গা চাণ্ডঃশিৱা তথা' বুলি উল্লেখ কৰিছে সেই পুণ্যতোয়া

কৰতোয়া নৈ যি ৰাজ্যৰ পশ্চিম সীমা, দীক্ৰাই বা দীক্ৰাং যাৰ পূব সীমা, কাঞ্চন আৰু গিৰিকান্তক নামৰ পৰ্ব্বতবোৰ যাৰ উত্তৰ সীমা আৰু ব্ৰহ্মপুত্ৰ আৰু লক্ষ্মানদীৰ সঙ্গম যাৰ দক্ষিণ সীমা আছিল, অৰ্থাৎ আজিকালিৰ ব্ৰহ্মপুত্ৰৰ উপত্যকা, ভুটান, ৰংপুৰ আৰু কোচবিহাৰ মিলি যি কামৰূপ ৰাজ্য হৈছিল সেই কামৰূপলৈ মনত পৰে। কাৰণ, কামৰূপ নাম শুনিলেই প্ৰাগ্জ্যোতিষপুৰ স্থাপন কৰোঁতা, কামাখ্যাত অনেক ব্ৰাহ্মণৰ বসতি কৰাই দিওঁতা, বিদৰ্ভ ৰজাৰ জীয়েক মায়াক বিয়া কৰাওঁতা. প্ৰথমতে হিন্দুধৰ্ম্মত আস্থাবান হৈ বিষ্ণুৰ মৰমৰ পাত্ৰ হৈ পিছত বাণৰ সংসৰ্গ-দোষত সেই ধৰ্ম্মত অনস্থাবান হৈ অত্যাচাৰী অনাচাৰী হোৱাত কৃষ্ণৰ হাতত প্ৰাণ হেৰুৱাওঁতা নৰকাসুৰলৈ মনত পৰে। কাৰণ, সেই শব্দটো শুনিলে নৰকাসুৰৰ পুতেক ভগদত্তলৈ মনত পৰে যি ভগদত্তৰ প্ৰাগ্জ্যোতিষপুৰ মধ্যম পাণ্ডৱ অৰ্জ্জুনে আক্ৰমণ কৰিলত, নিজৰ কিৰাত আৰু চীনা সেনা লৈ যি ভগদত্তই অৰ্জ্জুনেৰে সৈতে আঠ দিন তুমুল সংগ্ৰাম কৰি শেহত ঘাটি যুধিষ্ঠিৰক কৰ দিবলৈ মান্তি হৈছিল; আৰু যি ভগদত্তই মহাভাৰতৰ যুদ্ধত দুৰ্য্যোধনৰ ফলীয়া হৈ যুদ্ধ কৰি অসীম বীৰত্ব দেখুৱাইছিল, যি বীৰত্বৰ বিষয় বখানিবলৈ মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ চাৰি অধ্যায় লাগিছিল;—অৰ্থাৎ ভগদত্ত নামৰ যিজন কামৰূপীয়া ৰজাই কুৰুক্ষেত্ৰৰ যুদ্ধত মহা পৰাক্ৰম দেখুৱাই ভীমৰ হাতৰপৰা দুৰ্য্যোধনক সৰয়াই অনাৰপৰা অৰ্জ্জুনৰ হাতত তেওঁৰ মৃত্যু ঘটালৈকে যি বৃত্তান্ত সেই চাৰি অধ্যায়ত বৰ্ণোৱা হৈছে. সেই ভগদত্ত ৰজা। কাৰণ, কামৰূপ বুলিলে খৃষ্টীয় চতুৰ্থ শতিকাৰ শঙ্কল বা শঙ্কলাদিৰ নামৰ মহা পৰাক্ৰমী কামৰূপীয়া ৰজালৈ মনত পৰে, যি উত্তৰ-ভাৰতৰ কেদাৰ ব্ৰাহ্মণ নামে ডাঙৰ ৰজা এজনৰ ৰাজ্য আক্ৰমণ কৰি যুদ্ধত কেদাৰ ৰজাক হকৰাইছিল; যি ভাগীৰথীৰ পূব কালৰ দেশ বঙ্গ আৰু বিহাৰ জয় কৰিছিল; যি গৌৰ নগৰ অথবা লক্ষণাৱতী সংস্থাপন কৰিছিল; যাৰ ৪০০০ হাতী, ১০০০০০ ঘোঁৰা আৰু ৪০০০০০ পদাতিক সৈন্য আছিল; যাৰপৰা ম্লাইখিয় টুৰাণ ৰজা আফ্ৰচিয়াবে কৰ বিচৰা বাবে যি সেই আফ্ৰচিয়াবৰ ৫০০০০ মঙ্গল বা মোগল সেনাৰে সৈতে ঘোৰাঘাট পৰগণাৰ ওচৰৰ কোচ পৰ্ব্বতৰ কাষত যুদ্ধ কৰি সেই সেনাবোৰ

মষিমূৰ কৰিছিল। কাৰণ, যি কামৰূপৰ নাম শুনিলে মহা গৌৰবান্বিত মহাৰাজা ভাস্কৰ বৰ্ম্মালৈ মনত পৰে, যাক ৰাজচক্ৰবৰ্ত্তী বৌদ্ধ ৰজা শিলাদিত্য হৰ্ষবৰ্দ্ধনে মহোৎসৱলৈ নিমন্ত্ৰণ কৰি লৈ গৈ, ভাৰতবৰ্ষৰ আন আন ঠাইৰপৰা নিমন্ত্ৰিত হৈ যোৱা ক্ষত্ৰিয় ৰজাৰ আগ শাৰীত ঠাই দিছিল, আৰু যাক শিলাদিত্যই সেই উৎসৱৰ শোভা-যাত্ৰাৰ (procession) নায়ক পাতি নিজৰ সৈতে হাতে একে শাৰীতে লৈ গৈছিল, আৰু ৫০০ হাতীয়ে যাক শিলাদিত্যৰে সৈতে ৰক্ষা কৰি গৈছিল। কাৰণ, যি কামৰূপৰ নাম শুনিলে দীপিতচ্ছন্দ পুথিত বৰ্ণনা কৰা ৰামচন্দ্ৰ ৰজাৰ কথা মনত পৰে যাৰ ৰত্নপুৰ নামে ৰাজধানী মাজুলীত আছিল, যি ৰত্নপুৰ হৰবিন্দ ৰজাৰ পুতেক কুশাৰণ্যাকে আদি কৰি অনেক ৰজাৰ ৰাজধানী আছিল, আৰু যি কুশাৰণ্য গৌৰ, কামৰূপ, আৰু জয়ন্তাৰ অধিপতি আছিল। কাৰণ, যি কামৰূপৰ নাম শুনিলে তেজপুৰত পোৱা তামৰ-ফলিৰ গৰাকী বানমালা ৰজাৰ কথা মনত পৰে, যাৰ ৰাজ্য সমুদ্ৰ পৰ্য্যন্ত বিস্তাৰিত আছিল, আৰু বঙ্গদেশৰ ৰজা দেবপালৰ তামৰ ফলিত যাৰ কথা এই বুলি লেখা আছে যে 'দেবপালে কামৰূপৰ ৰজাক উৰিষ্যাৰ ৰজাৰ বিপক্ষে যুদ্ধত সহায় কৰিছিল।' কাৰণ, যি কামৰূপৰ নাম শুনিলে নগাঁৱত পোৱা তামৰ ফলিৰ গৰাকী বলবৰ্ম্ম (প্ৰায় ৯৯০ খৃষ্টাব্দ), আৰু শুৱালকুচিত আৰু বৰগাঁৱত পোৱা তামৰ ফলি দুখনৰ দাতা ৰত্নপাল ৰজাৰ (একাদশ শতিকাৰ প্ৰথম ভাগত) কথা মনত পৰে যি ৰত্নপালে গুৰ্জ্জৰ, গৌৰ, কেৰেলা আৰু দক্ষিণ-ভাৰতৰ ৰজাৰে সৈতে যুদ্ধ-বিগ্ৰহ কৰিছিল বুলি তেওঁৰ নাতিয়েক ইন্দ্ৰপাল ৰজাৰ তামৰ ফলিত লেখা আছে, আৰু যি ৰত্নপাল অনেক তামৰ খনিৰ গৰাকী আছিল (ভুটানত সেই খনিবোৰ আছিল, আৰু ভুটান কামৰূপ ৰজাৰ তলতীয়া আছিল)। সঁচা কথা কবলৈ গলে কামৰূপ বুলিলে যেনেকৈ আমাৰ মনটো মুকলি হৈ বাঢ়ি ডাঙৰ হয়, আসাম বুলিলে সেইদৰে সিঁকুচি গৈ, পোনতে হুবলীবপৰা দীকুৰলৈকে ভিতৰত থকা সোমাৰপীঠ নামৰ জকাই-চুক ডোংৰ পাই তাৰ পিছত হে ভৱলীৰপৰা ৰূপহী আৰু ৰূপহীৰপৰা অতি সংকুচিতভাৱে চুচুক-চামাককৈ সোণকোহ লৈ পায় গৈ। চুচুক-চামককৈ এইবাবে বুলিছোঁ যে আমি গুৱালপাৰ

ডিষ্ট্ৰিক্টৰ পশ্চিম সীমান্ত অসমীয়া ভাষাৰ টাব্ চিলিঙি পুতিবলৈ গৈ তাৰ আগেয়ে তাতে এমুঠি চাউল-সিজোৱা লবলৈ বহিলেই আমাৰ বঙালী ভাইসকলে হাতত টাঙোন লৈ সেইখিনিতে ওলাই "তচৌলিয়া তেৰা মা যেৰা" লগাই দিয়া সততে দেখা গৈছে। আসাম বুলিলে বিশাল পুৰণি কামৰূপ ৰাজ্যৰ পূব ফালৰ এছোৱাত ৭০০ বছৰীয়া আহোম ৰাজত্বৰ কথাৰ সোঁৱৰণি হে আমাৰ মনত ওলায়, যি সোঁৱৰণি পাছৰ ডোখৰ কালৰ ৰুদ্ৰসিংহ শিৱসিংহৰ ভালেমান সুশাসন আৰু দান-ধ্যান আদি ধৰমৰ কাৰ্য্যৰে সৈতে, আগৰ, যাইকৈ ১৬৭০ খৃষ্টাব্দৰ পিছৰ ১১ বছৰৰ ভীষণ সোঁৱৰণিৰে সৈতে সান-মিহলি: যি সোঁৱৰণিৰে সৈতে ৰুদ্ৰসিংহৰ চাৰি পুতেকৰ অৰ্থাৎ শিৱসিংহ আৰু তেওঁৰ ঘৈণীয়েক কুলেশ্বৰী বা প্ৰমথেশ্বৰী বা বৰ-ৰজা, প্ৰমত্তসিংহ, ৰাজেশ্বৰসিংহ, লক্ষ্মীসিংহৰ কুশাসন মিহল-খোৱা; যি সোঁৱৰণিৰে সৈতে গৌৰীনাথসিংহ আৰু চন্দ্ৰকান্ত সিংহৰ অধইচ শাসন, আসামৰ কুলায়-পাচৈয়ে-নধৰা দুখ-দুৰ্গতি আৰু অধঃপতনৰ কলঙ্কৰে দুৰ্যোৰ কলীয়া!

কিন্তু সেই বুলি আমি আমাৰ জন্মভূমিৰ যি নাম পাইছোঁ। সেই নামকে সাদৰে গ্ৰহণ কৰি সন্তুষ্ট থাকি নিজক গৌৰৱান্বিত বিবেচনা কৰা উচিত; আৰু সেই নামক ভবিষ্যতত যেন আৰু গৌৰৱান্বিত কৰিব পাৰোঁ তালৈ একাগ্ৰতা-ৰে ভাবে যত্ন কৰা উচিত। ইংৰাজ কবিয়ে কবৰ নিচিনা, "মাত্ৰ নামত কি আছে যায়? গোলাপক আন নামেৰে মাতিলেও তাৰ গোন্ধ নকমে বা সলনি নহয়।" বিশেষ এটা কথা চাব লাগে যে নাম সাধাৰনতঃ কোনেও নিজে নলয়: নাম লোকে হে দিয়ে। লোকে দিয়া ভাল নামৰ তো কথাই নাই, ঘৃণাসূচক নামও কালক্ৰমত পাওঁতাজনৰ মৰমৰ সমল হয়। ৰাউণ্ড্ হেড্, হুইগ, টৰি, ইত্যাদি নাম এইদৰে দিওঁতাই দিছিল আৰু পাওঁতাই কালক্ৰমত আদৰ কৰি লৈছিল। ভাৰতবাসীৰ আদৰৰ নাম হিন্দু এই নামৰো ইতিহাস যে প্ৰায় এনেকুৱাই তাক নকলেও হয়। আসামত বাপেকে দিয়া ফেদেলা, ঘিণাৰাম, ঘিণলগা নাম এইদৰেই পুতেক ফেদেলা ঘিণাৰাম আৰু ঘিণলগাৰ মৰমৰ হৈছিল হৈছে আৰু হব, আৰু ফেদেলাৰ ঘিণাৰামৰ ঘিণলগাৰ সন্তানসকলৰ মৰমৰ আৰু ভক্তিৰ সেৱাইৎ-বস্তু হৈছিল হৈছে আৰু হব।

আমি যাক আদি যুগ বুলি ধৰিছোঁ। ( অৰ্থাৎ অতি অতি পুৰণি কালৰপৰা মহাভাৰতৰ যুদ্ধৰ সময়লৈকে ) সেই কালৰ আসামৰ ইতিহাস আমি অলপ-অচৰপ ওপৰত কৈ আহিছোঁ, চমুকৈ সেই কথা আমি আকৌ ইয়াত কওঁ। সেই কালত ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিম বাটেদি অহা দ্ৰাবিড়ী জাতিৰ মানুহ আৰু উত্তৰ-পুব বাটেদি অহা মঙ্গলীয় জাতিৰ মানুহ আসামত আছিল। তাৰ পিছত ভাৰতৰ উত্তৰ-পশ্চিম বাটেদি ভাৰতবৰ্ষত সোমোৱা আৰ্য্যজাতিৰ মানুহ লাহে লাহে আৰ্য্য সভ্যতাৰ পৰাক্ৰমৰ আৰু সোঁতৰ লগে লগে পশ্চিম ফালৰ-পৰা আহি আসাম পাইছিলহি। এফালৰপৰা মঙ্গলীয়, আন ফালৰপৰা আৰ্য্য জাতিৰ মানুহৰ খুন্দাত, তেওঁলোকৰ আগৰেপৰা আসামত থকা, তুলনাত দুৰ্ব্বল দ্ৰাবিড়ী জাতিৰ মানুহবোৰৰ সৰহ ভাগে আৰ্য্য আৰু মঙ্গলীয় জাতিৰ ভিতৰত সোমাই নিজৰ স্বকীয়া অস্তিত্ব বিলোপ কৰিলে, কিছুমান পৰ্ব্বত-পাষণ্ডবাসী হল আৰু কিছুমান দক্ষিণলৈ হুহকি গল।

ইয়াৰ পিছত ওখ বিদ্যা বুদ্ধি আৰু সভ্যতাৰ মানুহ আৰ্য্যসকলৰ হেচা আসামবাসী মঙ্গলীয় জাতিৰ ওপৰত পৰিল; তেওঁলোকৰ সৰহ ভাগে আৰ্য্য সকলৰ ওচৰত সকলো প্ৰকাৰে হাৰি আৰ্য্যৰ সভ্যতা আৰু আৰ্য্যৰ ধৰ্ম্ম গ্ৰহণ কৰিলে। এই যুগতে কামাখ্যাৰ মন্দিৰ, বশিষ্ঠ গাৰ্গ্য গোকৰ্ণ আদি ঋষিৰ আশ্ৰম আসামত স্থাপিত হয় আৰু অনেক হিন্দু মূৰ্ত্তি আৰু মন্দিৰ প্ৰতিষ্ঠিত হয়। ইণ্ডো-চাইনিজ ভাষাৰ পৰিয়ালৰ ভিতৰুৱা মন-খেমৰ আৰু তিব্বত-ব্ৰহ্ম ভাষাৰে সৈতে দ্ৰাবিড়ী ভাষা মিহলি-খোৱা ভাষা ভাষী অনাৰ্য্য মহীৰঙ্গ দানৱ, হটক অসুৰ, সম্বৰ অসুৰ, বত্ন অসুৰ, কিৰাতৰ ৰজা ঘটক, বিখ্যাত প্ৰাগ্জ্যোতিষপুৰ অৰ্থাৎ আজিকালিৰ গুৱাহাটী স্থাপন কৰোঁতা নৰক অসুৰ, নৰকৰ পুতেক কুৰুক্ষেত্ৰত মহাপৰাক্ৰম দেখুৱাওঁতা ভগদত্ত, নদিয়াৰ ফালৰ প্ৰতাপী ৰজা ৰুক্মিণী আৰু ৰুক্মবীৰৰ বাপেক ভীষ্মক, শোণিতপুৰৰ, অৰ্থাৎ আজিকালিৰ তেজপুৰৰ, পৰাক্ৰমী ৰজা উষাৰ বাপেক বাণ এই যুগৰে। এই যুগৰে আগৰ এসময়ত (যি ছোৱাক হিন্দুসকলে ত্ৰেতা যুগ বোলে) দশৰথৰ বাপেক ৰঘুৱে (ৰঘুবংশ ৪ৰ্থ সৰ্গ) লৌহিত্য অৰ্থাৎ লুইত অৰ্থাৎ ব্ৰহ্মপুত্ৰ নৈ পাৰ হৈ আহি প্ৰাগজ্যোতিষপুৰৰ ৰজাক ৰণত হৰুৱাই কৰস্বৰূপে তেওঁৰপৰা কিছুমান হাতী লৈ গৈছিল। এই যুগতে আসামত আৰ্য্য সভ্যতা উন্নতিৰ ওখ টিঙত।

---

ক্ৰমশঃ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# গুৰুচৰিত্ৰ।

## দ্বিতীয় আধ্যা।

### গুৰুদেৱৰ বংশাবলী।

আদি পুৰুষ অত্ৰি গোত্ৰ সম্ভূত। নাম প্ৰেমপূৰ্ণানন্দ গিৰি। সন্তান নাছিল। কৃষ্ণক উপাসনা কৰি পুত্ৰ লাভ হল, নাম দিলে কৃষ্ণগিৰি। পূৰ্ণানন্দ গিৰি মৃত্যুৰ সময় উপদেশ দিলে যে এজনক উপাসনা কৰিলে হে পুত্ৰ লাভ হব। সেই বাক্য শিৰোধাৰ্য্য কৰি সুবৰ্ণ দি ভগবানক আৰাধনা কৰাত পুত্ৰ সন্তান লাভ হয়। জাতকৰ্ম্ম কৰি সুবৰ্ণগিৰি নাম দিলে। সুবৰ্ণ গিৰিয়ে গন্ধৰ্ব্বসকলক আৰাধনা কৰি পুত্ৰ কামনা কৰাত এজন পুত্ৰ জাত হয়। জাত কৰ্ম্ম কৰি নাম গন্ধৰ্ব্ব গিৰি দিলে। ৰাম নামে ভগৱন্তক আৰাধনা কৰাত পুত্ৰ লাভ হয়, তেওঁৰ নাম ৰাম গিৰি দিলে। ৰাম গিৰিৰ পুত্ৰ হেম গিৰী। তেওঁৰ পুত্ৰৰ নাম হৰিবৰ গিৰি। বহু যত্ন কৰি পৰম পুৰুষ ভগৱান কৃষ্ণদেৱক আৰাধনা কৰিছিল, দুৰ্ভাগ্যবশতঃ পুত্ৰ সন্তান জাত নাই, কন্যা এটী বৈহাগৰ শুক্লা দশমীৰ দিন জন্ম হয়। নামকৰণ কৰি কৃষ্ণকান্তি নাম দিলে। ডাঙৰ হৈ ঘৰতে আছে। ভূঞাঁসকলে বিবাহৰ নিমিত্তে প্ৰস্তাৱ কৰাত কন্যা-টিয়ে অসন্মত প্ৰকাশ কৰি কাৰো সহিত বিবাহ নহল। স্বপ্নত সদাশিৱে আহি ৰমণ কৰাত ক্ৰমে গৰ্ভৱতী হৈ লোকত প্ৰকাশ পালে। সকলো লোকে কুকথা ৰতনা কৰাত মহেশে প্ৰতি ঘৰে স্বপ্নাদেশ কৰাত অসৈয়া নিবাৰণ হল। পূৰ্ণ মাসে সুক্ষণে এজন পুত্ৰ জন্ম হয়, জাতকৰ্ম্ম কৰি পিতৃ নাই বাবে লণ্ডাদেৱ নাম দিলে। লণ্ডাবে এদিন গৰু ৰখিছিল, সঙ্গী বালকসকলে পিতৃ নাই বুলি হাঁহিলত বৰ দুখ মনে মৌনাৱলম্বন হৈ বৈ আছিল, মহেশ্বৰ সাক্ষাৎ হৈ লণ্ডাবৰ হাতত ধৰি গৰখীয়াসকলৰ মাজলৈ গৈ সকলোৰে আগত প্ৰকাশ কৰিলে বোলে মইয়ে লণ্ডাবৰ পিতৃ, তোমালোকে আজিৰপৰা কেতিয়াও

এওঁক উপহাস নকৰিবা, কৰিলে তোমালোকৰ ভাগী ক্লস হয়। এই বাক্য কৰিয়েই সদাশিৱ অন্তৰ্দ্ধান হল।

এই কথা বালকসকলে ভূঞাসকলৰ আগত কোৱাত লণ্ডাৰৰ নাম লণ্ডাদেৱ দিলে। জাতকৰ্ম্ম কৰি উপযুক্ত সংযুত সুভদ্ৰা নামে কন্যা একনী বিবাহ কৰালে। তদন্তৰ হৰিবৰ ভাৰ্য্যাসহ আৰু কৃষ্ণাকান্তি আই তিনিওজন মৃত্যু হল। বৈদিক মতে প্ৰেতাদি সমাপন কৰিলে।

লণ্ডাদেৱ চণ্ডীৰ ভক্ত আছিল, আৰাধনা কৰি পুত্ৰ লাভ হলত নাম চণ্ডীবৰ দিলে। যেতিয়া গৌৰেশ্বৰ সহিত কামেশ্বৰৰ কাজিয়া হৈছিল উভয়ে বলবীৰ্য্যে সমকক্ষ হোৱাত কোনোৱে কাকো বলে নোৱাৰাত মিল হয়। তেতিয়া কামেশ্বৰ ৰজাই কলে যে মোৰ দেশত উচ্চজাতীয় লোক নাই, কেইজনমান ব্ৰাহ্মণ আৰু উত্তম কায়স্থ লোক দিলে ভাল হয়। গৌৰেশ্বৰে সম্মত প্ৰকাশ কৰি কনৌজপুৰৰপৰা কৃষ্ণ পণ্ডিত প্ৰমুখ্যে সাত ঘৰ ব্ৰাহ্মণ আৰু চণ্ডীবৰ প্ৰমুখ্যে সাত ঘৰ কায়স্থ দিয়ে। ব্ৰাহ্মণ কিজনৰ নাম—কৃষ্ণ পণ্ডিত, ৰঘুপতি, বাশ্বৰ, লোহাৰ, বৰণ, ধৰম আৰু মথুৰা। কায়স্থ—চণ্ডীবৰ, শ্ৰীধৰ, হৰি শ্ৰীহৰি, শ্ৰীপতি, চিদানন্দ, সদানন্দ। এই চৌদ্ধ ঘৰ ব্ৰাহ্মণ কায়স্থ আনি প্ৰথমে লেঙ্গামাগুৰিত ঠাই দি বসতি কৰাইছিল। চণ্ডীবৰ কিছুদিন থাকি লণ্ডাদেৱক আনিলে, গৌৰেশ্বৰ জানিব পাৰি খঙ্গ কৰি কামেশ্বৰক জনাই চণ্ডীবৰক ধৰাই নি পোতাশালত বন্দী কৰি ৰাখিলে। এই প্ৰকাৰে কিছুদিন মনকষ্টে বন্দী ভাবে আছে, এদিন নদীয়া শান্তিপুৰৰ পৰা ——— নামে সন্ন্যাসী এজন অনেক শিষ্য সহিতে বাদ কৰিবৰ নিমিত্তে গৌৰেশ্বৰৰ নগৰত উপস্থিত হলহি। পণ্ডিত প্ৰবৰে কলে বাদ কৰিবৰ কাৰণ পণ্ডিত দিবলৈ অনুমতি হক, তৰ্কত যদি আমি জিনিব পৰা হয় তেন্তে অৰ্দ্ধ ৰাজ্য দিব লাগিব। ৰজাই বৰ দুখৰ সহিত কলে যে আমাৰ ৰাজ্যত ভাল পণ্ডিত নাই, কাৰ সহিত বাদ কৰিব। পণ্ডিতে শুনি ৰাজাক মূৰ্খ বুলি গালি দিলে। চণ্ডীবৰ কায়স্থে পোতাশালৰপৰা পণ্ডিতৰ কৰ্কশ বাক্য শুনি অসহনীয় হৈ—দিয়াত পণ্ডিত উভতি আহি ৰাজাক কলে যে আপোনাৰ ৰাজ্যত পণ্ডিত থকাতো আমাক বাদ কৰিবলৈ নিদিয়াৰ কাৰণ কি? মহাৰাজ আচৰিত হৈ কোন বুলি অনুসন্ধান কৰাত পোতাশালৰ চণ্ডীবৰ

ভূঞা বৰ অগাধ বিদ্বান, বুলি জানিব পাৰি বন্দীশালৰপৰা মোকেলাই আনি—লগাই নখ চুলি পৰিষ্কাৰ কৰাই ধৌতবস্ত্র পৰিধান কৰোৱাই পণ্ডিতৰ সহিত বাদৰ কাৰণ পঠাবলৈ প্রস্তাব কৰিলে। চণ্ডীবৰে ৰাজ বাক্য শিৰোধাৰ্য্য কৰি মহামায়া চণ্ডী দেৱীক উপাদেয় সামগ্ৰী লৈ পূজা কৰিলত বৰদাত্রী মাতা সাক্ষাৎ হৈ চণ্ডীবৰক বৰ দিলে। আজিৰ তৰ্কত তোমাক কোনোৱে পৰাস্ত কৰিব নোৱাৰিব, যি হেতু মই আজি তোমাৰ মুখত অৱস্থিতি হম।

চণ্ডীবৰে মাতাৰ আশীৰ্ব্বাদত বলীয়ান হৈ খুটাত কাপোৰ মেৰাই আগত সৰাই বঁটা লৈ বহিছে। পণ্ডিতে সুধিছে চণ্ডীবৰ তোমাৰ বসতি গ্ৰামৰ নাম কি? চণ্ডীবৰে কলে আমি গোগৰীয়া গ্ৰামত থকা হয়। তাতে পণ্ডিতে ব্যাখ্যা তুলি কলে যে একে গৰু তাতে গৰীয়া, এই কথা কৈ ঈষৎ হাঁহিছে। পিছত চণ্ডীবৰে কৈছে আপোনাৰ বাসস্থান কত? কোন গ্ৰামত থাকে? পণ্ডিতে উত্তৰ দিছে, উত্তম, পোতনিপুৰত থকা হয়। এই কথাৰ উত্তৰে পণ্ডিতালি গুণ দেখুৱাই চণ্ডীবৰে ব্যাখ্যা কৰিছে যে চাউল সিজালে ভাত হয়. তাতে পানী দিলে পোতনি বোলে, সেই পোতনিৰ পানী পৰা ঠাই গৰুৰ লাদে শুচি নকৰিলে আন দ্ৰব্যে শুদ্ধ কৰিব নোৱাৰে। এই কথা কোৱা মাত্ৰকে সকলো সমাজে হাঁহিলে, পণ্ডিতে লাজ পাই উঠি গুচি গল। ৰজা অতিশয় সন্তোষ লাভ কৰি দেৱীদাস নাম দিলে। (১) মুক্ত ভনাৰায়ণ ৰজাই সেই দিনাৰপৰা বৰ মৰম দেখুৱাব ধৰিলে। চণ্ডীবৰে এটা ঘৰ বন্ধাই দুইফালে দুই শাৰী গছ ৰোৱাইছিল। এই কাৰ্য্যটীত প্ৰজাই বৰ সন্তোষ পাই আশীৰ্ব্বাদ দি পুত্ৰ এজন হব বুলি বৰ দিলে। লেঙ্গামাগুৰিত কিছুদিন থাকি তাৰপৰা উজাই আহি টেম্বুৱানি বৰদ্ৰুৱাত ঘৰ বান্ধি কিছুদিন আছে। লণ্ডাদেৱ পৰলোক গমন কৰিলে, চণ্ডীবৰে নিয়মিত বৈদিক কাৰ্য্য সমাধা কৰি সুখে আছে। কিছু দিনৰ পিছত চণ্ডীবৰৰ এটি পুত্ৰ জন্ম হয়, জাতকৰ্ম্ম কৰি ৰাজধৰ নাম দিলে। দেৱহুতী নামে কন্যা বিবাহ কৰালে। পথাৰত ধানৰ খেতি কৰি তাতে থকাত তোটে ধৰি নিলে। চণ্ডীবৰে বুজ পাই খেদি গৈ দেখিলে যে ৰাজধৰক মাজত লৈ শুই আছে। তোটক কাটি ৰাজধৰক লৈ আহিল।

তদন্তৰ তেওঁৰ পৰলোক গমনৰ সময় পৰিলহি। ৰাজধৰক উপদেশ দিলে তুমি ধৰ্ম্মপৰায়ণ হবা, তেহে তোমাৰ পুত্ৰ লাভ হব। ইমাকে আদেশ কৰি চণ্ডীবৰে মানবলীলা সম্বৰণ কৰিলে। *

ৰাজধৰ দয়াশীল সৰল অথিতিসৎকাৰক ভূঞা আছিল। অনেক দ্ৰব্যাদি দি সূৰ্য্যদেৱক আৰাধনা কৰাত চাৰিজন পুত্ৰ জন্ম হয়। প্ৰথম সূৰ্য্যবৰ, দ্বিতীয় জয়ন্তা, তৃতীয় মাধৱ, চতুৰ্থ হলায়ুধ। সকলোটিৰে নিয়মমত জাতকৰ্ম্ম কৰা হল। সূৰ্য্যবৰক খেৰসুতীৰ সহিত বিবাহ দিলে। খেৰ-সুতীৰ কনিষ্ঠা ভগিনী তিনিজনাক ক্ৰমে জয়ন্তা, মাধৱ, হলায়ুধলৈ বিবাহ

---

(১) গোবেশ্বৰৰ নাম ধৰ্ম্মনাৰায়ণ, কামেশ্বৰৰ নাম দুৰ্লভনাৰায়ণ। এই পুথিত গোবেশ্বৰৰ নাম যেন দুৰ্লভনাৰায়ণ এনে ভাবে লেখা হৈছে, কিন্তু সেইটো ভুল। আৰু পণ্ডিতৰে মতে চণ্ডীবৰৰ বাদ গোবেশ্বৰৰ সভাত হৈছিল নে কামেশ্বৰৰ সভাত হৈছিল? আমি কামেশ্বৰ দুৰ্লভনাৰায়ণৰ সভাত হৈছিল বুলি হে জানো। আৰু এটা প্ৰশ্ন,—চণ্ডীবৰক গোবেশ্বৰে বন্দী কৰিছিল নে কামেশ্বৰে। আমি "চৰিত্ৰত" শুনি আহিছোঁ, চণ্ডীবৰ পলাই গৈ তেওঁৰ আগৰ ঘৰ গোবেশ্বৰৰ ৰাজ্য পাইছিল দেখি গোবেশ্বৰক কৈ কামেশ্বৰে তেওঁক ধৰাই আনি সেই অংশৰ বাবে বন্দীশালাত থৈছিল।

সম্পাদক।

* দৈত্যাৰি ঠাকুৰ প্ৰণীত শঙ্কৰদেৱৰ জীৱনচৰিত্ৰ পুথিত আছে,——

লণ্ডাদেৱ নামে এক জন আছিলন্ত। চণ্ডীবৰ নামে তান তনয় ভৈলন্ত।
চণ্ডীবৰে ৰাজসেৱা বিস্তৰ কৰিল। দুৰ্লভ নাৰায়ণে দেৱীদাস নাম দিল॥
দেৱীদাসে বসাইলন্ত টেম্বুৱানি বন্দে। বৰদোৱা নামে গ্ৰাম পৰম প্ৰবন্ধে॥
* * * * * *
ৰাজসভা আসিল পণ্ডিত একজন। পশ্চিমৰ পৰা বাদ কৰিবাক মন॥
লাগি গৈল কথা মাত্ৰ দেৱীদাস সমে। দেৱীদাসে জন্মস্থান পুছিলা প্ৰথমে॥
পোতনিয়া গ্ৰাম বুলি পণ্ডিতে কহিল। তযু জন্মধাম কৈয়ো পণ্ডিতে পুছিল॥
গোগৰিয়া গ্ৰাম দেৱীদাসে কহিলন্ত। শুনিয়া পণ্ডিতে উপহাসা কৰিলন্ত॥
একে গো তাতে আৰো গৰীয়া অধম। এই বুলি হাসে তেহো আনন্দে পৰম॥
দেৱীদাসে বোলে যৈত পৰয় পোতনি। তাক শুদ্ধ কৰন্ত গৰুৰ লাদ আনি।
এহি বুলি দেৱীদাসে হৰিষে হাসন্ত। উত্তৰ নাপায়া লাজ পণ্ডিত ভৈলন্ত॥

সম্পাদক

কৰালে। জগন্নাথৰ পুত্ৰ সত্যানন্দ, তেওঁৰ পুত্ৰ জগত্যানন্দ, এওঁৰে মাতাৰ নাম নাৰায়ণ প্ৰিয়া। মাধৱৰ পুত্ৰ মাধৱদলৈ, তেওঁৰ পুত্ৰ ৰতিকান্ত, তেওঁৰ পুত্ৰ অথিয়া* আছিল, হলায়ুধৰ সন্তান নাই। ৰতিকান্ত ব্ৰহ্মজ্ঞানী আছিল। ৰাজধৰ মৃত্যুৰ সময় সূৰ্য্যবৰক কলে এজনাক উপাসনা কৰিবা তেনেহলে হে পুত্ৰ লাভ হব। ৰাজধৰ পৰলোক গমন কৰিলে। বিধিমতে প্ৰেতাদি কাৰ্য্য সমাপ্ত কৰি সূৰ্য্যবৰে বিষয়কাৰ্য্যত লিপ্ত আছে। কৃষ্ণ দেৱক কুসুম দি পূজা কৰাত বৰ সন্তোষ হৈ পুত্ৰ বৰ দান কৰিলে। আহিনৰ এদিন যোৱাত শুক্লাদশমী শুক্ৰ-বাৰে কুসুমৰ জন্ম হয়। জাতকৰ্ম্মাদি কৰি নিয়মমত বিদ্যা শিকাই পণ্ডিত সকলৰ শ্ৰেণীভুক্ত গণ্য কৰায়।

শ্ৰীহৰি ভূঞাৰ মালাকান্তি নামে পত্নীত হৃদয়ানন্দ জাত হয়। এওঁলৈ ৰামপ্ৰিয়াক বিবাহ কৰে। তেওঁৰ গৰ্ভত অনিৰুদ্ধ জন্ম লয়। স্বৰস্বতীক অনিৰুদ্ধলৈ বিবাহ কৰায়, তাৰাৰ দুহিতা সত্যসন্ধা আইক কুসুম্বৰলৈ বিবাহ কৰায় বিবাহ অতি সমাৰোহে কৰোৱা হৈছিল। বহুকাল সুখ ভোগ কৰাতো সন্তান নহল। তদন্তৰ সন্তানৰ আশায় শ্ৰীপতি ভূঞাৰ কন্যা অমৃধৃতিক কুসুম্বৰে বিয়া কৰায়, তেওঁৰ গৰ্ভত বনগয়াগিৰি জন্ম লভে। কুসুম্বৰ ভূঞাৰ এজনী কপিলী গাভী আছিল, প্ৰতি দিন নিশা গোহালিৰপৰা মুকলি হৈ গৈ ব্ৰহ্মপুত্ৰ পাৰ হৈ শিঙ্গৰিৰ গোপেশ্বৰক দুগ্ধ যোগায়, পুনৰ ফিৰি আহি গোহালিত থাকেহি। কিন্তু সদাই গৰুজনী তিতা দেখি মনত সন্দেহ হোৱাত খাপ দি ধৰ পেলায়। ভূঞাই সকলো কথা জানিব পাৰি মনত অতিশয় সন্তোষ লাভ কৰে; পূজাৰ সামগ্ৰী লৈ গোপেশ্বৰক পূজা কৰাত সন্তুষ্ট হৈ পুত্ৰ হব বুলি বৰ দিয়ে। শিৱৰ বৰ লাভ কৰি পতি পত্নী উভয়ে মনৰ আহ্লাদে সুখে থকাত এদিন সত্যসন্ধা আইয়ে ৰাত্ৰিযোগে শয়ন কালে স্বপ্ন দেখিলে যে মহেশে দিব্যৰূপ ধাৰণ কৰি থাকিবৰ ঠাই খুজিছে। পিছ দিনা নিজ স্বামীৰ আগত স্বপ্নৰ বাৰ্ত্তা কোৱাত পুত্ৰ সন্তান লাভ হব বুলি ৰঙ্গ কৰি আছে। শুভক্ষণে সতীয়ে ঋতু লভিলত মাঘ মাহৰ দশ দিন যোৱাত শুক্ল-

---

* অথিয়া নহৈ হাথিয়া দলৈ হে হোৱা উচিত। আমি চৰিতত হাথিয়া দলৈ হে শুনিছোঁ। বোধকৰোঁ পুথি নকল কৰোঁতাই ভুলকৈ হাথিয়াৰ ঠাইত অথিয়া লেখিছে

সম্পাদক।

ষাৰে দ্বিতীয়া তিথিত মাতৃগৰ্ভত শ্ৰীগুৰুৱে স্থিতি লাভ কৰিলে। ১৩৭১ শকৰ কাৰ্ত্তিক সংক্ৰান্তিৰ অমাবস্যা তিথিত বৃহস্পতিবাৰ মাজ নিশা জন্মলাভ কৰে। এই সময় অসমৰ ৰজা চুচেন্‌ফা ৰাজ সিংহাসনত আছিল। হিন্দু নাম হোৱা নাছিল। আহোম নামেই প্ৰচলিত আছিল। শ্ৰীশঙ্কৰৰ জন্ম হোৱা মাত্ৰেই ভূঞাসকলৰ ঘৰৰ এক শ পুখুৰীত ভৰি থকা সৰিয়হৰ ভূলি বাগৰি পৰিছে, এক শ গাছি বস্তি নুমাই দেৱীমূৰ্ত্তিসকল কাটি হৈ পৰিছে। হাতী ঘোঁৰাই চিঞৰিছে, দবা, ভেৰী, কালি দেৱবাদ্য বাজিছে। জন্মান্তে তিনটা হাঁচি মাৰিছে, তিনটা হাঁমি তুলিছে, তিনটা কাহ মাৰিছে। এই তিনটা কাৰ্য্যৰ দ্বাৰাই ইয়াকে বুজাইছিল যে প্ৰথম তিনটা স্বৰ্গ মৰ্ত্ত পাতাল তিনি লোকৰ জীৱ আনিছে। দ্বিতীয়টীয়ে আসাম কামৰূপ বেহাৰ তিন ৰাজ্যত ভকতি প্ৰচাৰ হব। তৃতীয়টীয়ে বুজাইছে নিগুণা কেৱলা অন্তৰঙ্গা ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰিব। ভূঞাসকলে এইবোৰ আচৰিত কথা দেখি মনত বৰ ভয় হৈছিল। জন্মকালে তিনিগাছি নাড়ী মেৰাই আছিছিল। স্বৰ্গৰ অপ্সৰাসকলে প্ৰসৱ কালৰ মাঙ্গলিক কাৰ্য্য কৰিছিলিহি। ব্ৰহ্মজলে স্নান কৰাইছিল। জন্মৰ সময় কুসুম্বৰে চতুৰ্ভুজ ৰূপ দৰ্শন পাইছিল। ষষ্ঠী যাগবাস্তে সন্তবায় দৈৱজ্ঞৰ মতাই আনি শাস্ত্ৰানুসাৰে গণনা কৰাত ধেনু ৰাশি, দেবগণ, মাহেন্দ্ৰ যোগ, ৰোহিণী নক্ষত্ৰ নিৰ্ণয় কৰে। প্ৰকাশ্য নাম শঙ্কৰ, গোপনীয় নাম গঙ্গাধৰ ১ ২ মহাপুৰুষ, ৩ শঙ্কৰ, ৪ ডেকাগিৰী, ৫ অধিকাৰী, ৬ সন্ত, ৭ মহন্ত, ৮ আতা, ৯ গোসোস্বা, ১০ জগন্নাথ। এইসকল নামকৰণ হয়। আৰু ভবিষ্যত বাণী কিছুমান সমাজত জনাইছিল। নৱপ্ৰসূত শিশু হস্তে অসংখ্য প্ৰাণী মুক্ত হব আৰু প্ৰচুৰ দোকান খুলিব। দেৱী উপাসনা নিবাৰণ হব, স্মৃতি, ভাগৱত, পুৰাণ সৰল ভাষাৰে ৰচিত হৈ অল্প বিদ্যাৰে বহুত জ্ঞান লাভ কৰিব পৰা অতি কোমালীয়া শাস্ত্ৰ প্ৰচাৰ হব। নামধৰ্ম্ম প্ৰচাৰ কৰি উজান ভাটীৰ লোকসকলক তৰণৰ উপায় (পথ) দেখুৱাব। এই অৱতাৰটীক গুৰু অৱতাৰ বুলি প্ৰচলিত হব; শুদ্ধ ধৰ্ম্ম আশ্ৰয় কৰি বহু প্ৰাণীয়ে মুক্তি পাব; শঙ্কৰদেৱৰ সুকৃতি উজান ভাটী বহুল প্ৰচাৰ হৈ কলিৰ অন্তলৈকে বৈ থাকিব।

---

# বিলাতৰ কথা।

ৰেড চিভ ( Red sea )সোমালেই মানুহে পাতল জহ কৰীয়া কাপোৰ পিন্ধিবলৈ আৰম্ভ কৰে। ৰেড চি বছৰৰ প্ৰায় সৰহ সময়তেই গৰম— আমাৰ ভাৰতবৰ্ষতকৈও গৰম; কিয়নো আৰব আৰু আফ্ৰিকা দেশৰ মৰুভূমিৰ মাজত এইখন সমুদ্ৰ। এডেনলৈকে আমাৰ দেশীয় মুদ্ৰা চলে আৰু এপইচীয়া পোষ্ট কাৰ্ড, দুপইচীয়া টিকিটেৰে চিঠি আমাৰ দেশৰ পৰা তালৈ আৰু তাৰপৰা আমাৰ দেশলৈ দিব পাৰি। চিলোনত আমাৰ টকাই চলে; কিন্তু আমাৰ দেশৰ দৰে পইচা নকয়, তাত চেণ্ট (cent ) কয়। এশ চেণ্টে হে এক ডলাৰ ( dollar ) হয়। এক ডলাৰ ৪ ছিলিং ২ পেন্‌চ্‌, অৰ্থাৎ প্ৰায় ৩, টকা।

আমাৰ এডেন এৰাও বি কলম্বো এৰাও সি ; বিলাত বুলি ওলাইছোঁ। যেতিয়া আমি বিলাতৰ কথা হে সৰহকৈ পাতিছিলোঁ। সন্ধ্যা বেলিকা প্ৰায়ে আমাৰ গানৰ "মজ্‌লিচ" বহিছিল, অৱশ্য ডেকৰ এচুকত, আন মানুহে শুনিব নোৱাৰাকৈ। কব নেলাগে যে আটাইবোৰ গানেই বঙ্গলাত গোৱা হৈছিল। এই গানৰ ৰসৰ ভালকৈ সোৱাদ পাবৰ নিমিত্তে আমি আমাৰ দেশৰ কথা আৰু আমাৰ আটাইৰে ভবিষ্যতৰ কথা কৈ সময় কটাইছিলোঁ। কি উদ্যম, কি উৎসাহ, কি প্ৰফুল্লতা। এতিয়া তাৰ আধা থকা হলেও আমি নিজক সুখী বুলি ভাবিলোঁহেঁতেন।

আমি দ্বিতীয় শ্ৰেণীৰ কেবিনত গৈছিলোঁ। তেতিয়া এই কোম্পানিৰ জাহাজৰ, কলিতাৰপৰা লণ্ডনলৈ যাবৰ দ্বিতীয় শ্ৰেণীৰ কেৰেয়া ৩৭৫, আছিল, আজিকালি বাঢ়িছে। আটাইবোৰ কোম্পানীৰ "ৰেট্‌" এতিয়া বাঢ়িছে।

আমাৰ শ্ৰেণীত কেটামান ভাৰতবৰ্ষতওপজা ব্ৰিটিচ লৰা ছোৱালী আছিল। সিহঁতৰ বাপেক মাকো কাৰো কাৰো লগত আছিল। সিহঁতৰ আৰ্থিক কি সামাজিক অৱস্থা কেনে আছিল কব নোৱাৰোঁ। লৰা ছোৱালী কেটাৰ আমাৰে সৈতে ব্যৱহাৰ দেখি ভাল বুলি মনত

নহৈছিল। সিহঁতে মিছামিছিকৈয়ে আমাৰে সৈতে কৰ্কশ আৰু অভদ্ৰ ব্যৱহাৰ কৰিছিল। সকলো ছোৱালী দেখি আমি সেই ব্যৱহাৰলৈ আওকাণ কৰিছিলোঁ। আশ্চৰ্য্যৰ কথা এই যে এনে ব্যৱহাৰ সিহঁতে মাক বাপেকৰ আগতে কৰিছিল আৰু মাক কি বাপকে এইবাবে সিহঁতক কোনো শাস্তি দিয়া কি শাসন কৰা আমাৰ দেখা মনত নপৰে। কিছু দিনৰ পাছত এই ব্যৱহাৰ এনেয়ে স্বাভাবিকৰূপে কম পৰি আহিল।

আমাৰ আন সহযাত্ৰীসকলৰ সৰহ ভাগ সিমান উচ্চশ্ৰেণীৰ মানুহ নাছিল বুলি মনত হয়। মাল্ৰাচ কি কলম্বোৰপৰা এজন "মজা"ৰ যাত্ৰী উঠিল। তেওঁৰ মুখ বৰ বডা আৰু তেওঁ বঙ্গিয়াল (কেতিয়াবা কেতিয়াবা) স্বভাৱৰ মানুহ, কথা মুখৰপৰা "উনৈশটাকৈ ডজনত" (এই কথাফাকি ইংৰাজী ভাষাৰপৰা অনুবাদ, nineteen to the dozen,) অৰ্থাৎ তেওঁ ইমান কথা কৈছিল যে আন মানুহৰ যেনে ডজন মানে বাৰটা তেওঁৰ কথাৰ ডজনত উনৈশটাকৈ আছিল। তেওঁ বোধকৰোঁ অলপ সৰহ মাত্ৰাত ফটিকা সেৱন কৰিছিল; সেইদেখি ইব্ৰীচ্ নামধাৰী খিদিৰপুৰীয়া মছলমান খানচামাই আমাক পাঁচোটাকে সেই মানুহজনে ফটিকা খুজিলে নিদিবলৈ কৈছিল;—আমাৰ অৱশ্যে ফটিকাৰে সৈতে সম্পৰ্ক নাছিল। এই মানুহজনে আমাৰে সৈতে খুব কথা পাতিছিল। আমাক তেওঁ নিজে নামকৰণ কৰিছিল, যেনে Doctor, professor, colonel, ইত্যাদি। দুবাৰ এবাৰ ফটিকা খাই অলপ অসদ্ব্যৱহাৰও কৰিছিল, কিন্তু সি ক্ষণস্থায়ী। তেওঁ স্কটল্যাণ্ডৰ ডণ্ডী দেশৰ মানুহ আছিল; জাহাজৰ কাপ্তানী কৰিছিল বোধকৰোঁ, অৱশ্যে "ডনেৰা" জাহাজৰ নহয়।

আৰু এজন যাত্ৰী মাৰ্কিন দেশীয় পাদুৰী। মুৰৰ বেমাৰৰ নিমিত্তে স্বদেশলৈ উভতি যাব লাগিছিল। এওঁ বৰকৈ চেলেউ, নহলে পাইপ হুঁপিছিল। এওঁকো ইব্ৰীচ কি আন এজন খানচামাই আমাক ফটিকা দিবলৈ মানা কৰিছিল। আমাৰ ফটিকাৰে সৈতে কোনো সম্বন্ধ নাছিল সঁচা কিন্তু মাজে-সময়ে লুকাই চুৰকৈ কোনেও নেদেখাত সুবিধা পালে আমি চেলেউ হুপিছিলোঁ। ভাবিছিলোঁ চেলেউ হোপা পুৰুষ মাত্ৰৰে কাম। আমি আটায়ে ডেকৰ ওচৰত বহি আছোঁ এনেতে এদিন সন্ধিয়া বেলিকা

এই পাদ্ৰীজনে আহি আমাক সুধিলে "Do any of you gentlemen smoke ?" আমি ইটোৱে সিটোৰ পিনে চোৱাচুই কৰিবলৈ ধৰিলোঁ। কোনেও কথা নকয়। দোষীৰ ভিতৰত আমাৰ মহম্মদীয় সহযাত্ৰী আৰু আমি এই দুজন হে। দুবাৰ এবাৰ আমি যি হুঁপিছিলোঁ তাকে বোধকৰোঁ দেখি হে আমাক আহি এওঁ এই প্ৰশ্নটো কৰিছে। আমাৰ ভয় হল, পাদ্ৰী মানুহ, হয়তো বা আমাক সেই বাবে তেওঁ শাসনকে কৰে ; আমি কলোঁ "No"। তেতিয়াই তেওঁ কলে মোৰ কিছুমান চোকা ধপাতৰ চেলেউ আছে, মই নিজে সিমান চোকা খাব নোখোজোঁ, আপোনাসকলে তাৰে কেটা-মান হুঁপিব ভাবিছিলোঁ। তেওঁ কত খং কৰিব নে আমাক চুৰঠ দিয়ে ! আমি এই কথা লৈ তেতিয়া যে কিমান হাঁহিছিলোঁ। এতিয়াও আমাৰ সেই কথা মনত পৰিলেই হাঁহি উঠে।

আৰু এক পৰিয়াল মৰিচিয়চৰপৰা কলম্বোলৈ আন জাহাজেৰে আহি আমাৰ জাহাজত উঠিল। ইহঁতৰ পৰিয়াল,—মাক বাপেক দুটি ছোৱালী আৰু এটি লৰা। ইহঁতে নিজৰ ভিতৰত মিঠা ফৰাচী ভাষা কৈছিল।

আৰু বহুতো আছিল। তাৰে ভিতৰৰ কিছুমানক আমি নামকৰণ কৰিছিলোঁ। আমাৰ এটা নাম হে মনত আছে, "একবস্ত্ৰ"। এই মানুহ জনক এই নাম দিছিলোঁ, কিয়নো, তেওঁ জাহাজত উঠাৰপৰা নমালৈকে একেটা চুটেকে পিন্ধিছিল। আৰু এটা নাম মনত পৰিছে "মেঞ্জেকা"। এওঁ বেছ ভাল কাপোৰ পিন্ধা sociable ইংৰাজ ; ইংলণ্ডত কোনো ভাৰত বৰ্ষীয়ক চিনি পাইছিল, তেওঁৰ নাম বোধকৰোঁ মিৰ্জ্জা খাঁ আছিল ; তেওঁ মিৰ্জ্জা খাঁ উচ্চাৰণ কৰিব নোৱাৰাত "মেঞ্জেকা" কৈছিল। তেওঁক তৎক্ষণাৎ আমি সেই নামকৰণ কৰিলোঁ।

এডেন এৰিয়েই ভালকৈ ৰেড্‌চিত সোমালোঁ। ৰেড্‌চি আন সমুদ্ৰতকৈ ঠেক, সেইদেখি এই সমুদ্ৰত যিমান জাহাজ চকুত পৰে আন সমুদ্ৰত নপৰে। দীঘল সমুদ্ৰ ভ্ৰমণৰ ই এটা বৰ ডাঙৰ কথা। অনন্ত-সমুদ্ৰ দেখি চকুৰ আমনি লাগি যায়, সেইদেখি আন এটা বস্তু দেখিলে বৰ ৰং লাগে ! তৎক্ষণাৎ যাৰ যাৰ দুৰবীণ আছে সি সি চকুত লগায়। কোন লাইনৰ জাহাজ তাক প্ৰায়ে জাহাজৰ চুঙা ( funnel )

দেখিয়েই জানিব পাৰি। ওচৰ হলে জাহাজৰ কি নাম, কলৈ যায় ইত্যাদি জানিবৰ নিমিত্তে যাত্ৰীসকলৰ ভিতৰত বৰ কোঁতাল লাগি যায়।

জাহাজখন সকলুবা পৃথিবীৰ দৰে। তাত নানান ৰকমৰ যাত্ৰী যায়। তেওঁলোকে যাৰ যেনে স্বভাৱ কি পদ মৰ্য্যাদা, আৰ্থিক সামাজিক অৱস্থা, ঠিক তেনে মানুহৰ লগত সঙ্গ লয়। ইয়াত নানান্ শ্ৰেণীৰ মানুহ। মিলিটেৰি শ্ৰেণীয়ে আন শ্ৰেণীৰ সঙ্গ নলয়, তেওঁলোকে নিজকে বৰ উচ্চ ভাবি নিজৰে ভিতৰত তাচ খেলে, মদ খায় আৰু আমোদ প্ৰমোদ কৰে। সাউদৰ শ্ৰেণীৰ মানুহে সাউদৰ শ্ৰেণীৰ লগত। ইত্যাদি। ইয়াত ইংৰাজীত যাক clique "দল" কয় তাক সুন্দৰৰূপে দেখা যায়।

ব্ৰিটিচ জাতি আমোদপ্ৰিয়। যিখিনি সময় তেওঁলোক জাহাজত থাকে সেই খিনি সময় কেনেকৈ আমোদ প্ৰমোদে বং ধেমালি কৰি কটাব সেই নিমিত্তেই তেওঁলোক চিন্তাকুল। যাত্ৰীবোৰৰ ভিতৰতে তেওঁলোকে নানান্ আমোদ প্ৰমোদৰ নানন্ কমিটি গঠন কৰে; যেনে Sports committee (খেল খেদাৰ কমিটি)। তেওঁলোকে সেই সৰু ঠাই কণতে খুব গম্ভীৰ ভাৱে ক্ৰীকেট খেলে। কোনো কোনো মানুহৰ মুখত এনেহে ভাব যেন এই ক্ৰীকেট খেলতে ব্ৰিটিচ সাম্ৰাজ্যৰ ভবিষ্যত অবলম্বন কৰিছে। জাহাজত ক্ৰীকেট খেলা মানুহৰ এজনৰ মুখ আমাৰ এতিয়া এই লেখি থাকোঁতেই মনত পৰিছে। ইয়াৰ মানে আন একো নহয়; ব্ৰিটিচ্ হঁতে যি কাম হাতত লয় তাক ঠিকমতে কৰিব খোজে। কনচৰ্ট কমিটি অৰ্থাৎ নাচ গানৰ কামটিও হয়, ইত্যাদি। এই আটাইবোৰ কথাতে চব্ চ্ক্ৰিপচন্ দিব লাগে। আমি তিনি বাৰ অহা যোৱা কৰি যিমান দূৰ দেখিছোঁ, ভাৰতবৰ্ষীয় যাত্ৰীসকলৰ সৈতে ইউৰোপীয় যাত্ৰীসকলে এইবোৰ আমোদত যোগ নিদিয়ে; সৰহ ভাগ ভাৰতবৰ্ষীয়ই চব্ চ্ক্ৰিপ্ চন হে দিয়ে মাথোন। এই জাহাজৰ আমোদ প্ৰমোদৰ বিষয়ে পাছত কবলৈ আশা ৰাখিলোঁ।

আমি এতিয়া ভনেৰা জাহাজেৰে যাব লাগিছোঁ। এডেনৰ পাছত চুয়েজ (suez) পালোঁ। চুয়েজ, এতিয়া যিমান দূৰ মনত পৰে, আমি নিশা পালোঁগৈ। আমাক আটাইবোৰ যাত্ৰীকে চুয়েজ পালতে ওপৰৰ ডেকত আহি শাৰী শাৰী হৈ থাকিবলৈ আমাৰ দ্বিতীয় শ্ৰেণীৰ ষ্টুৱাৰ্ডে আহি

কৈ গল। ডাক্তৰৰ পৰীক্ষাৰ নিমিত্তে বাতি বহুত পৰলৈকে থিয় হৈ আছিলোঁ। ডাক্তৰে আহি পৰীক্ষা কৰিছিল নে নাই মনত নাই। আজিকালি হলে চুয়েজত ডাক্তৰ আহি যাত্ৰীৰ নাম মাতি যায় আৰু সেই নাম শুনাত এটাইবোৰ যাত্ৰী হাজিৰ থাকিব লাগে। আজিকালি মানে এবছৰ মানৰ আগলৈকে আছিল। ১৯০৯ চনৰ ডিচেম্বৰ মাহত আমি দেশলৈ উভতি আহোঁতে চুয়েজত জাহাজ নৰখ। শুনিলোঁ যে জাহাজ চুয়েজত বধ বন্ধ হল।

এই চুয়েজৰ পৰাই চুয়েজ খাল আৰম্ভ। এই চুয়েজ খাল ফাৰ্ডিডেণ্ড ডি লেচেপ বুলি এজন বিখ্যাত এঞ্জিনিয়েৰৰ তত্বাবধানত হৈছিল। খাল দীঘলে প্ৰায় ৮০।৯০ মাইল। পোৰ্ট চেডত (Port Said) এই বিখ্যাত মানুহজনৰ শিলৰ প্ৰতিমূৰ্ত্তি আছে। তেওঁ থিয় হৈ চুয়েজ খালৰ পিনে আঙুলি দেখুৱাই আছে। বাওঁ ফালে মেডিটেৰেণিয়ান সমুদ্ৰ, সোঁ ফালে খাল। এই খাল বহলে আমাৰ নগাৰ্বৰ জলং নৈতকৈ ঠেক। এই খালৰ বিষয়ে বিস্তাৰিতৰূপে পাছত কম। জাহাজ লাহে লাহে ইয়াত যায়। প্ৰায় এদিনমান লাগে।

আমাৰ বেছ মনত আছে. জাহাজৰ লগে লগে সেই খালৰ ওচৰত থকা মানুহৰ ছুটা এটাই আমাৰ জাহাজৰ লগে লগে লৰা। জাহাজৰপৰা আলু সুমথিৰা টেঙা পইচা ইত্যাদি দলিয়াই পেলাই জাহাজৰ বিষয়াসকলে কি যাত্ৰীসকলে বং চোৱাও মনত আছে। আৰু মনত আছে সেইবাৰ সিহঁতে কেচাই কেচাই আলু খোৱাৰ কথা। প্ৰত্যেক জাহাজৰ লগে লগে এনেকৈ সিহঁতে লৰে।

এই চুয়েজ খালৰ দ্বাৰাই পৃথিবীৰ বাণিজ্যৰ যে কিমান উপকাৰ হৈছে অলপ গমি চালেই চিন্তাশীল পাঠকে জানিব পাৰিব। এই খালে বাণিজ্যৰ চলাচল সুচল কৰিছে। এই বিষয়ে লাহে লাহে কবলৈ আশা ৰাখিলোঁ।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---

# আত্ম-বিভ্ৰম।

কবিয়ে গাই গৈছে,--

"O, wad some power the giftie give us,
To see ourselves as others see us."

অৰ্থ—"হায়! লোকে আমাক যেনেটো দেখে, আমি নিজে নিজক ঠিক তেনেটো দেখা পাবৰ শক্তি যদি কোনো দেৱতাই আমাক দিলে-হেঁতেন!"

কেঞা-আঁঠীয়া টিকিৰা লৰাক যেতিয়া পঞ্জাবী চোলাৰ 'আস্তিন" কোঁচাই, হটঙা শিখ-চিপাহীৰ গাত থুন্দা মাৰি তাৰ আগ দেই দেই মেৰেক্ মেৰেক্ খোজেৰে বুকু ফুন্দাই ফুৰি, নগৰীয়াবোৰৰ আগত সাহিয়াল বোলাবৰ ভুল চেষ্টা কৰা দেখোঁ; পাছ ফালে বৰ খোপা পিন্ধা চহা মানুহক যেতিয়া আগ ফালে "এল্‌বৰ্ট ফেছনৰ" চুলি ৰাখি খাছ নগৰীয়া বাবু ভাবেৰে ফুৰা দেখোঁ; দাড়ি-চুলি পকা সোটোৰা-ছলীয়া বুঢ়াক যেতিয়া তৰিত কলা মোজাৰ ওপৰত বগা "ক্ৰেনভাছৰ" বুট, আৰু গাত ৰঙচঙীয়া চোলা পিন্ধি, বটিয়া পাৰি দিয়া' পাতল শান্তিপুৰীয়া চুৰিয়াৰ কেৰ মাৰি, উঠি-অহা ন-ডেকাৰ খোজেৰে গা-ঘেলোৱা দেখোঁ; যোগ্যক পাছ পেলাই অযোগ্যই আগ-আসন অধিকাৰ কৰি ডাঙৰ বোলাবলৈ চেষ্টা কৰা যেতিয়া দেখোঁ;—যেতিয়া চালনীয়ে বেজীক হঁহা দেখোঁ,—তেতিয়া মোৰ ঘনে ঘনে ওপৰত কোৱা কবিতা ফাঁকিলৈ মনত পৰে,—

Oh would some power the giver give us,
To see ourselves as others see us".

এটা গল্প আছে ঃ—

এসময়ত কোনোবা এগৰাকী সৰ্ব্বসুলক্ষণযুতা ৰাজকন্যাৰ ৰূপ আৰু গুণৰ আকৰ্ষণত পৰি মহামুনি নাৰদৰ হেনো সংসাৰধৰ্ম্ম অৱলম্বন কৰিবৰ মন গল। কিন্তু মুনিয়ে হেঁপাহ কৰিলে কি হব?—ৰজাই জীয়েকক; বোলে,

স্বয়ম্বৰা হে কৰিস। স্বয়ম্বৰ সভাৰ দিহা-পোহাও চলিবলৈ ধৰিলে! মহা মস্কিল! মুনিয়ে একে লবে ভগৱান বিষ্ণুৰ ওচৰ পালেগৈ। ভগৱান বিষ্ণুৰ সমান গুৱনি, প্ৰতাপী আৰু ঐশ্বৰ্য্যশালী আন কোন আছে? মুনিয়ে বিষ্ণুক তেওঁৰ ৰূপ আৰু সাজটোৰ নিমিত্তে নেৰা-নেপেৰাকৈ ধৰিলে,—সেইকিটা বস্তু এদিনলৈ মুনিক ধাৰলৈ দিবই লাগে। বিষ্ণুৱেও মুনিৰ কথা এবাৰ নোৱাৰি বস্তুকিটা ধাৰলৈ দি, নিজে মুনিক সজাই দিলে। মুনিয়ে নিজৰ ৰূপ দেখি নিজে মোহ গল। মহা আনন্দিত হৈ তেওঁ স্বয়ম্বৰ সভাত উপস্থিত হলহি। স্বয়ম্বৰ সভাত ইন্দ্ৰ, চন্দ্ৰ, বৰুণ, কুবেৰ প্ৰভৃতি দেৱতাকে আদি কৰি নৰমনিষ ৰাজকোৱঁৰলৈকে অতি গুৱনি গুৱনি আৰু প্ৰবল প্ৰতাপী পুৰুষসকল উপস্থিত আছিল। কিন্তু মুনিৰ অলম্ব বিশ্বাস, তেওঁতকৈ মন-মোহা ৰূপহ আৰু শ্ৰেষ্ঠপুৰুষ সেই সভাত ( সেই সভাত কিয়, জগতৰ কতো ) কোনো নাই। অতএব ৰাজকন্যাই তেওঁৰ ডিঙিত বৰমাল্য দিয়াটো অতি থিৰাং। এই বিশ্বাসৰ বলত তেওঁ সভাত উপস্থিত মহাৰথীসকললৈ অতি তাচ্ছল্যব্যঞ্জক ভাবেৰে চাবলৈ ধৰিলে আৰু তেওঁবিলাকে নো তেওঁৰ ৰূপলৈ চাই লাজ পৰি কন্যাৰ আশা এৰি দি সভাৰপৰা এতিয়াও গুচি যোৱা নাই কিয় তাকে ভাবি আচৰিত মানিলে। তেওঁৰ ওফন্দা ভাব দেখি, সভাৰ কোনো কোনোৱে বঙ্ চাবৰ মনেৰে তেওঁক শুনাই কবলৈ ধৰিলে, "হায়! আমি অহা মিছা হল! এনেজন সুন্দৰ পুৰুষ এই সভাত উপস্থিত থাকিব বুলি জনাহেঁতেন আমি কেতিয়াও নাহিলোঁহেঁতেন। এইজন সুন্দৰ পুৰুষৰ ওপৰত এবাৰ কন্যাৰ চকু পৰিব লাগিলে তেওঁ এওঁক নবৰি আৰু অইন কাৰবাক বৰিব খুইছে নে? ইত্যাদি। মুনিয়ে এইবোৰ উচটনি-কথা সঁচা বুলি পতিয়াই ওফন্দি পৰিল, আৰু সভাৰ সৰ্ব্বশ্ৰেষ্ঠ আসন অধিকাৰ কৰি কন্যালাভ বিষয়ে নিঃসন্দিগ্ধ মনেৰে কন্যাৰ আগমনলৈ বাট চাই থাকিল। নিৰ্দ্দিষ্ট সময়ত সখীপৰিবেষ্টিতা হৈ ৰাজকন্যা সভাৰ ভিতৰলৈ আহিল। কিন্তু তেওঁ পাহৰিও নাৰদৰ ফালৈ চকু নিদিলে। মুনিয়ে কন্যাৰ চকুত ভালকৈ পৰিবৰ মনেৰে, কন্যা যি ফাললৈ ঘূৰে সেই ফালে বহে গৈ। কিন্তু নাৰদক দেখিলেই কন্যাই অইন ফাললৈ

মু কৰে। নাৰদৰ আত্মবিভ্ৰম ইমান বেছি হৈছিল যে কন্যাক তেওঁৰ কাললৈ পিঠি দিয়া দেখিলে প্ৰতিবাৰেই তেওঁ ভাবে যে কন্যাই তেওঁক নেদেখি হে তেনে কৰিলে। সেইবাবে তেওঁ ঘূৰি ঘূৰি সনে ঘনে কন্যাৰ আগত দেখা দিবলৈ ধৰিলে। তেওঁৰ এই কাণ্ড দেখি সভাৰ সকলোৱে মুখত সোপা লৈ হাঁহিবলৈ ধৰিলে। কিন্তু এইবোৰৰ একোৱেই তেওঁৰ মোহ ভাঙিব নোৱাৰিলে। অৱশেষত ভগৱান বিষ্ণুক বেশচন্দ্ৰকৈ এঠাইত বহি থকা দেখি কন্যাই তেওঁকেই বৰমাল্য দিলে আৰু বিষ্ণুৱেও কন্যাক গৰুড়ৰ ওপৰত তুলি লৈ গুচি গল। নাৰদে স্বৰ্ণাৰ-হাঁহি হাঁহি নানা প্ৰকাৰে কন্যাৰ ৰুচিক সভাৰ ভিতৰতে ধিক্কাৰ দিবলৈ ধৰিলে। তেওঁৰ নিন্দাবোৰ অসহ্য হোৱাত, কোনোবাই তেওঁক তেওঁৰ নিজৰ মুখখন আৰ্চিত এবাৰ চাবলৈ কলে। নাৰদে আৰ্চিত নিজৰ মুখৰ আকৃতি দেখি লাজত মৰা যেন হল। কি আচৰিত, তেওঁৰ নিজৰ মুখখন তেওঁ যেনে বুলি ভাবিছিল তেনে নহয়-বান্দৰমুৱা মুখ হে। আচল কথা, ভগৱান বিষ্ণুৱে তেওঁক সজাই দিবৰ সময়ত তেওঁৰ গোটেইটো গা অতি সুন্দৰ কৈ সজাই দিছিল হয়, কিন্তু মুখখন বান্দৰ-মুৱা কৰি থৈছিল! নাৰদে তেতিয়া হে ৰাজকন্যাই তেওঁৰ কাললৈ নোচোৱাৰ কাৰণ বুজিব পাৰিলে। কি লাজ-লগা আত্ম-ভ্ৰম!

সংসাৰখনে যেই ভাবক কিন্তু কোনেও নিজে নিজক অন্তৰনি, মূৰ্খ বা অযোগ্য বুলি বিবেচনা কৰিবলৈ ভাল নেপায়। আমাৰ দোষবোৰও নিজৰ চকুৰ আগত একোটা মহৎ গুণ যেন হে লাগে। গাইগোটা নৰ নাৰীৰ যেনে আত্ম-ভ্ৰম জন্মিব পাৰে, একোটা গোটেই জাতি বা সমাজৰো তেনে আত্ম-বিভ্ৰম জন্মিব পাৰে। চীনাবিলাকে নিজক "নৰদেৱতা" (Celestial People) আৰু নিজৰ দেশক "স্বৰ্গ-ৰাজ্য" (Celestial Empire) বুলি কয় আৰু বিশ্বাস কৰে; আৰু সেইবাবে পৃথিৱীৰ আন আন দেশৰ মানুহবিলাকক নিজতকৈ সৰু যেন দেখে আৰু ঘিণ কৰে। অলপ দিন হৈছে, জাপানে কিন্তু চীনৰ এই ভ্ৰম ভাঙি দিছে।

প্ৰকৃত যোগ্যতা নাই অথচ নিজে নিজক ডাঙৰ ভাবি আনক ধিণাই দেখুৱাইছা বুলিয়েই ভুমিকাৰ্যক্ষেত্ৰত জয়ী হবৰ আশা নকৰিবা।

আত্মবিভ্ৰম তিনি প্ৰকাৰে ঘটিব পাৰে ; ——

( ১ ) নিজৰ যিমান যোগ্যতা আছে তাতকৈ নিজক ভাল বুলি বিবেচনা কৰাত।

( ২ ) নিজৰ যিমান যোগ্যতা আছে তাতকৈ নিজক বেয়া বুলি বিবেচনা কৰাত।

( ৩ ) নিজে সমূলি যিটো নোহোৱা সেইটো বুলি নিজক ভবাত।

ইয়াৰ ভিতৰত তৃতীয় বিধৰ ভ্ৰম বলিয়া মানুহৰ হে ঘটে। বলিয়াই কেতিয়াবা নিজক চৰাই বুলি ভাবি, হাঁহকণী কিছুমান কিনি আনি উমনিত বহি-যাব পাৰে ; কিম্বা নিজক গদাধৰ বৰুৱা বুলি ভাবি তেওঁৰ দৰে আচৰণ কৰিব পাৰে। আশা কৰো কোনো 'অ-বলিয়াই' তেনে নকৰিব। সেইবাবে ৩ নং বিভ্ৰমৰ বিষয়ে আমি ইয়াত বিশেষ আলোচনা কৰিবৰ দৰ্কাৰ নাই।

কিন্তু প্ৰথম আৰু দ্বিতীয় বিধৰ ভ্ৰম আমাৰ সকলোৰে অলপ নহয় অলপ ঘটে বুলি মোৰ বিশ্বাস। সেইবাবে এনে ভ্ৰমৰ হাত সাৰিবৰলৈ সদাই সাৱধান হব লাগে।

আমাৰ নিজৰ সম্বন্ধে নিজৰ ভ্ৰম যি কি নঘটক সংসাৰখনে কিন্তু আমাৰ দোষ গুণ দুইকো দেখে। তুমি মানুহটো আচলতে যেনে, সংসাৰখনে তোমাক ঠিক তেনেটো হে দেখিব—তেহেলৈ তুমি যেনেটো নোহোৱা তেনেটো বুলি জনাজাত হবলৈ কৃত্ৰিম উপায়েৰে হেজাৰ চেষ্টা কৰা। তুমি অজ্ঞ হৈও নিজক বিজ্ঞ বুলি ভ্ৰম কৰি বিজ্ঞ বোলাবলৈ মুখ মেলিব পাৰা আৰু বিজ্ঞৰ অনুকৰণ কৰি দেখুৱাব পাৰা কিন্তু মানুহে তোমাক অজ্ঞ বুলি হে জানিব। কিন্তু তুমি যেতিয়া সঁচাকৈয়ে বিজ্ঞতা উপাৰ্জ্জ কৰি বিজ্ঞ হবা তেতিয়া তোমাক মানুহে এনেয়ে বিজ্ঞ বুলিব। তুমি মহাপাপী, কিন্তু তোমাৰ ইচ্ছা, মানুহে তোমাক ধাৰ্ম্মিক বোলক আৰু ধাৰ্ম্মিকক ভক্তি কৰাৰ দৰে ভক্তি কৰক। মানুহে কিন্তু তোমাক পেটে-পেটে মহাপাপী বুলি হে জানিব। অৱশ্যে অজ্ঞ-বিজ্ঞ, পাপী-ধাৰ্ম্মিক চিনিব নজনা মানুহৰ আগত কেতিয়াবা তুমি অজ্ঞ হৈও বিজ্ঞ, পাপী হৈও ধাৰ্ম্মিক বোলাই আছিব পাৰা কিন্তু চিনাই তোমাক চিনিবই চিনিব। বাঘৰ ছাল পিন্ধা

গাধ কেইদিন ধৰা নপৰাকৈ থাকিব পাৰে? যি আচলতে যিটো নহয় সি সেইটো বুলি জনাজাত হবলৈ কৃত্ৰিম চেষ্টা কৰিলে হাস্যাস্পদ হবই হব। কিন্তু তুমি নো আচলতে কি সেইটো ঠিক কৰাত অনেক সময়ত তোমাৰ নিজৰেই ভুল হব পাৰে। সেইবাবে সদাই আত্মপৰীক্ষা কৰি থাকিব লাগে, সংসাৰ-দাপোণত মুখ চাই থাকিব লাগে। তুমি জানা লাট চাহাব কোনো এখন সভালৈ গলে সভাৰ সকলোৱে থিয় হৈ তেওঁক সম্বৰ্দ্ধনা কৰে। তুমি কোনো এখন সভালৈ গলে সকলোৱে থিয় হৈ যদি তোমাক সম্বৰ্দ্ধনা নকৰে তেনেহলে তুমি মুখ নোকোন্দাবা। তুমি পেটেপেটে বুজি থবা তুমি সিমানৰ লায়েক এতিয়াও হোৱা নাই।

তুমি আচিনাকী ঠাইত ফুৰিছাঁ। তোমাক দেখি যদি আচিনাকী মানুহে "দেউতা—স্বৰ্গদেও" বুলি নেমাত তেনেহলে তুমি জানিবা তোমাৰ "চেহেৰা" আৰু ভাবভঙ্গিবোৰ "দেউতা স্বৰ্গদেও" বোলাবৰ লায়েক নহয়; ইত্যাদি। এইবোৰেই সংসাৰ-দাপোণ। নিজে নিজৰ চেহেৰা চাব খুজিলে দাপোণৰ সহায়তা লোৱাত বাজে আৰু আন উপায় নাই। কিন্তু পৰৰ দোষ দেখিও জ্ঞানীয়ে নিজৰ দোষ বুজি পাব পাৰে।

সংসাৰত বহুত সময়ত দেখা যায় যে তোমাৰ বা তোমাৰ ঘৰৰ সম্বন্ধীয় এটা সঁচা বা মিছা বেয়া কথা হয়তো সকলো মানুহৰে ভিতৰত জনাজাত হৈছে, কিন্তু তুমি তাৰ ভু নোপাৱাঁ। তোমাৰ বা তোমাৰ ঘৰৰ সম্বন্ধীয় যিটো কথা বিশেষকৈ তোমাৰ কাণত পৰা উচিত ঠিক সেইটো কথাই হয়তো তোমাৰ কাণত নপৰাকৈ থাকিব। সেওঁতা-ফলা, ফিট্‌ফাট বাবু এজনে জানি শুনি, চকুৰে দেখি, মুখত চকৰ ছাই ঘঁহি বা চুলিত মকৰা-জাল লগাই লৈ সৰ্ব্বসাধাৰণৰ আগলৈ নোলায়। তেওঁ নিজক যথাযথ অকণিও খুঁট-নথকা চাফ-চিকণ বুলিহে ভাবে। তেওঁৰ মুখত বা পিঠিত যদি ধুলি-মাকটি লাগি থাকে সেইটো তেওঁ নজনাকৈ হে।

যি মানুহে বা যি জাতিয়ে নিজৰ যোগ্যতাৰ সঠিক পৰিমাণ কৰি চাই সেইমতে চলিব জানে আৰু নিজৰ দোষবোৰ (defects) নিজে বুজিব পাৰে, সেই মানুহ বা সেই জাতিয়েই সংসাৰ-যুদ্ধত জয়ী। জাপানৰ উন্নতিৰ মূলত নিজৰ যোগ্যতা নিৰ্ভুলৰূপে পৰিমাণ কৰিব পৰা এই শক্তিটো আছে।

কিয়নো, জাপানে যুজি চাই নিজৰ বেয়াটো এৰি পৰৰ ভালটো আগ্ৰহেৰে লৈছে ; সদাই পৰৰ দোষ গুণলৈ চাই আত্ম-পৰীক্ষা কৰি আছে। "মোৰ সমান কোন আছে ?" এই ভাবি চকু মুদি গেলা গপত আত্ম-বিভ্ৰান্ত হৈ থকা নাই।

নিজৰ যোগ্যতাতকৈ নিজক শ্ৰেষ্ঠ বুলি ভাবিলে মানুহে তোমালৈ চাই ইতিকিং কৰিব। কিন্তু নিজৰ যোগ্যতাতকৈ নিজক অন্তৰে সৈতে সঁচা-কৈয়ে (আকাঙ্ক্ষাৰ উচ্চতাৰ লগত নিজৰ যোগ্যতাৰ তুলনাই যি নম্ৰতা আনে তাৰপৰা নহয়) নীহ বুলি বিশ্বাস কৰিলে, বা নিজৰ যোগ্যতা উপলব্ধি কৰিব নোৱাৰিলে, তুমি পশুত্বলৈ নামি যাব লাগিব। নিজৰ যোগ্যতাতকৈ নিজক শ্ৰেষ্ঠ বুলি ভবাত বৰঞ্চ অলপ তেজস্বীতাৰ চিন পোৱা যায়, কিন্তু যোগ্যই নিজক অযোগ্য বুলি বিশ্বাস কৰি পশুজীৱন যাপন কৰিবলৈ ধৰিলে তাক ক্ষমা কৰিব নোৱাৰি।

আত্মশক্তি উপলব্ধি কৰিব পৰা আৰু আত্মশক্তিৰ ওপৰত বিশ্বাস থকা এটা বৰ ডাঙৰ গুণ। বেলেগ বেলেগ প্ৰাণীৰ গাত বেলেগ বেলেগ পৰিমাণে এই শক্তিৰ বিকাশ দেখা যায়। যুক্তিশক্তিৰ সহায় পোৱা বাবে মানুহৰ গাত এই গুণৰ সৰ্ব্বশ্ৰেষ্ঠ বিকাশ। তল থাপৰ প্ৰাণীবিলাকৰ যুক্তিশক্তি তেনে প্ৰখৰ নোহোৱা বাবে হে মানুহ আজি পৃথিবীৰ ৰজা। অসংখ্য বৰল, ফেটি সাপ, বাঘ, শেন ইত্যাদিয়ে যুক্তিপূৰ্ণ উপায় ঘটাই শত্ৰুতা সাধিব জনাহেঁতেন সিহঁতে মো মানুহৰ কি লটিঘটি কৰিব নোৱাৰিলে হেঁতেন ? এজন বৈজ্ঞানিকে কৈছে, বোলে, পক্ষী জাতিৰ যুক্তিশক্তি হেনো ক্ৰমে বাঢ়িবলৈ ধৰিছে। এই শক্তিটো সিহঁতৰ মস্তিষ্কত যেতিয়া সম্পুৰ্ণৰূপে পৈণত হব, তেতিয়া সিহঁতে মানুহ জাতিটোক নিজৰ অধীনলৈ আনি মানুহৰ শ্ৰেষ্ঠ আসন অধিকাৰ কৰিব আৰু পৃথিবীৰ শাসক জাতি হব। মানুহকে আদি কৰি সকলো জন্তু তেতিয়া সিহঁতৰ আজ্ঞাবহ হব। গৰু, ঘোৰা, হাতী, মহ, কুকুৰ, ছাগলী প্ৰভৃতি জন্তুক মানুহে বশ কৰিছে হয়, কিন্তু পক্ষী জাতি, জলচৰ জাতি আৰু আন ভালেমান জাতিক মানুহে এতিয়াও বাব-পৰাকৈ ভালকৈ বশ কৰিব পৰা নাই। এইবোৰ প্ৰাণীৰ লগত মানুহৰ এতিয়ালৈকে পৰস্পৰ শত্ৰুতা হে চলিছে। ভালেমান

ইতৰ জন্তু শাৰীৰিক শক্তিত মানুহতকৈ শ্ৰেষ্ঠ হলেও সিহঁতে সেই শক্তিৰ ভাল প্ৰয়োগ নজনা বাবে মানুহৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হয়।

সি যি কি নহক আত্মশক্তি উপলব্ধি কৰিবৰ শক্তিৰ অভাব ঘটিলে মানুহ যে কিমান তললৈ নামি যায় তাৰ উদাহৰণ ভাৰতবৰ্ষৰ নিম্নশ্ৰেণীৰ হিন্দুবিলাকৰ অৱস্থালৈ চালেই পোৱা যায়। "তহঁত নীচ অস্পৃশ্য, ইহজনমত আৰু তহঁতৰ পক্ষে শ্ৰেষ্ঠতা লাভ কৰা অসম্ভৱ, কৰিলে অহা জনমত কৰিব পাৰ" ইত্যাদি ভাব সিহঁতৰ মনত স্বাৰ্থপৰ সমাজে সুমুৱাই দি সিহঁতক আত্ম-বিভ্ৰান্ত কৰি থৈছে। এই আত্মবিভ্ৰমৰ ফলত নিৰাশ হৈ সিহঁতেও ক্ৰমে নামি গৈ পশুৰ শাৰীত পৰিছে গৈ। সিহঁতৰ শক্তি আছে কিন্তু সেই শক্তিৰ প্ৰয়োগ নাই। কিন্তু এবাৰ যদি কিবা মোহিনী-মন্ত্ৰৰ বলত সিহঁতৰ এই মোহ-জাল কাটি পেলাব পৰা গল-হেঁতেন তেনেহলে সিহঁতৰ অদ্ভুত শক্তি দেখি সংসাৰ গোটেইখনে তবধ মানিলেহেঁতেন।

ৰামায়ণত আছে, সূৰ্য্যক গিলিব খোজা বাবে হনুমানক ব্ৰহ্মাই "অইনে সোঁৱৰাই নিদিলে নিজ শক্তি সম্পূৰ্ণৰূপে পাহৰি থাকিবি" বুলি শাপ দিয়ে ব্ৰহ্মাৰ শাপত হনুমানে নিজ শক্তি সম্পূৰ্ণৰূপে পাহৰি গৈ নিচেই কাপুৰুষ ভাৱে জীৱন কটাইছিল। বালিৰ ভয়ত সুগ্ৰীৱৰ লগত অনাই-বনাই ফুৰিছিল। সাগৰ লঙ্ঘন, সীতাৰ অনুসন্ধান, গন্ধমাদন আনয়ন ইত্যাদি ডাঙৰ কাম হনুমানে কৰিছে। কিন্তু এই এটাইবোৰ বীৰত্ব তেওঁ ৰামৰ ভৃত্যৰূপে হে দেখুৱাব পাৰিছে অৰ্থাৎ কৰিব পাৰিবি বুলি উচটাই দিয়াত হে কৰিব পাৰিছে। সীতাৰ উদ্ধাৰৰ পাছত বিভীষণ, সুগ্ৰীৱ প্ৰভৃতি ৰামৰ সকলো ভক্তই একোখন ৰাজ্য লাভ কৰিলে, কিন্তু হনুমানে ৰামৰ দাস হৈয়েই থাকিল। মোৰ সন্দেহ হয় যে আত্মশক্তি উপলব্ধি কৰিবৰ ক্ষমতা তেওঁৰ নথকা বাবে তেওঁৰ স্বাধীনভাবে কাৰ্য্য কৰিবৰ ক্ষমতা নাছিল, সেইবাবে হে তেওঁ ৰজা নোহোৱাকৈ থাকিল।

হিন্দুসমাজৰ তল ছোৱা কোনো পাপৰ ফলত হনুমানৰ দৰে আত্ম-বিভ্ৰান্ত হৈ আছে। পাছ ছোৱা লৰাব-চৰাব নোৱৰা বিশাল অজগৰৰ

আগ-ছোৱা বৰ বলী আৰু ফোঁচফোঁচোৱা হলেও যেনেকৈ সি খেদি চিকাৰ ধৰিব নোৱাৰে. হিন্দু সমাজৰো আজি ঠিক তেনে অৱস্থা হৈছে।

ভ্ৰান্তি কোনো বিধৰেই ভাল নহয়। নিজৰ যোগ্যতাতকৈ নিজক শ্ৰেষ্ঠ বুলি ভাবিলে. কাউৰীয়ে ঈগলৰ অনুকৰণ কৰি ভেড়া চিকাৰ কৰিব খুজি যেনে অৱস্থাত পৰিছিল তেনে অৱস্থাত পৰিবৰ ভয়। আৰু নিজৰ শক্তি উপলব্ধি কৰিব নোৱাৰি আশা আৰু উৎসাহহীন হৈ জীৱন কটালে তুমি মানুহ নামৰে অযোগ্য।

হায়! কেতিয়া আমি নিজক নিজে নিভুলকৈ দেখিবৰ আৰু বুজিবৰ শক্তি লাভ কৰিম?

শ্ৰীজ্ঞানানন্দ ভগতী।

---

## তোমালৈ।*

তেজে-ফাটি-যোৱা সি দুটি ধুনীয়া
ওঁঠলৈ যেতিয়া চাওঁ,
বৰ মন যায় হিয়া ওপচাই
লৱৰি চুমাটি খাওঁ;
দেৱৰ দুৰ্লভ সি সুখতো মোক
কিয় নো বঞ্চিত কৰোঁ,
অপবিত্ৰ বুলি জানো বেয়া পোৱা
ভাবেই ভয়তে মৰোঁ।
তোমাৰ পবিত্ৰ হিয়ালৈ ভাবিলে
কত সুখ পাব পাৰোঁ!
প্ৰাণৰ ধাউতি প্ৰাণে মাৰ যায়

* Byron ৰ কবিতাৰ ভাঙনি।

জানো বা অশান্তি কৰোঁ ।
হিয়া ভেদি যোৱা তোমাৰ দেখন,
সকলো সম্ভৱ হয়,
আশাক উপচি উধাৱত হিয়া
ভয়তে পৰেহি জ'য় ;
তথাপি লুকাওঁ মোৰ ভাল পোৱা
কিয় নো জানা নে হায় !
জানোবা তোমাৰ এটুপি চকুলো
মোৰ হস্তে বই যায় ॥

শ্ৰীত —।
গুৱাহাটী

---

# স্পেনিচ্ প্ৰাচীন সাহিত্যৰ ইতিহাসৰ এপিঠি ।

"There is a point where toleration sinks into sheer baseness and poltroonery. The toleration of the worst leads us to look on what is barely better as good enough and to worship what is only moderately good. Woe to that man. or that nation, to whom mediocrity has become an ideal –

James Russel Lowell

ওঠৰ শতিকাৰ আগ ছোৱাতে স্পেইন দেশৰ সাহিত্যৰ ওপৰত শনিদেৱৰ কিবা কাৰণত কুদৃষ্টি পৰিছিল। যিমান দূৰ অৱনতি হবৰ সম্ভৱ সিমান দূৰ অৱনতি হৈ স্পেনিচ সাহিত্যৰ শেহত এনেকুৱা অৱস্থা হলগৈ যে গৰু ছাগলী আৰু আন আন জন্তুবিলাকেও তাৰ মোল বুজাত পৰিল। সেই সময়ত যেয়ে অলপমান লিখিব পঢ়িব পাৰিছিল তেওঁৱেই কবি, তেওঁৱেই গ্ৰন্থকাৰ। গ্ৰন্থকাৰেই সমালোচক আৰু আকৌ সমালোচকেই গ্ৰন্থকাৰ। ইজনে সিজনৰ লিখা প্ৰশংসা কৰে, সিজনে ইজনৰ লিখা ভাল বোলে। এনেকুৱা কবি গ্ৰন্থকাৰ আৰু সমালোচকৰ ভিতৰত ইজনে সিজনৰ আৰু সিজনে ইজনৰ

শলাগ লোৱা সমিতি Mutual Admiration Society) গঠিত হৈ স্পেনিচ সাহিত্যৰ চৰমোৎকৰ্ষ সাধন কৰি তাৰে একেবাৰেই নিৰ্ব্বাণ প্ৰাপ্তিৰ বাট মুকলি কৰিছিল।

পোন্ধৰ শতিকাত স্পেনিচ Chivalry আৰু স্পেনিচ Knight Errantry ৰ যেনেকুৱা ঘিণ-লগা অৱস্থা হৈছিল, ওঠৰ শতিকাত স্পেনিচ সাহিত্যৰো প্ৰায় তেনেকুৱাই দশা।

মহাকবি চেক্সপিয়েৰে এঠাইত কৈছে:—"There is some soul of goodness in things evil" অৰ্থাৎ বেয়াবপৰাও ভালটো ওলায়। যদি স্পেইনত Knight Errantyৰ তেনে দুৰৱস্থা নহলহেঁতেন, আজি বিশ্বসাহিত্যই Cervantesঅৰ Adventures of Don Quixoteঅৰ নিচিনা অতুলনীয় গ্ৰন্থ লভি গৌৰবান্বিত হব নোৱাৰিলেহেঁতেন।

ঠিক তেনেকুৱাকৈ ওঠৰ শতিকাত স্পেনিচ সাহিত্যৰ দুৰৱস্থাৰ বাবেই, আজিও Don Renan Yriarteৰ "Fabulas Litetarias"এ (সাহিত্য সম্বন্ধীয় উপকথা) সেই সময়ৰ স্পেনিচ সাহিত্যক জিলিকাই ৰাখিছে।

Yriarte ১৭৫০ খৃষ্টাব্দত টেনেৰিফ দ্বীপত জন্ম গ্ৰহণ কৰে। মেড্ৰিদ বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি তেঁও সাহিত্যানুশীলন কাৰ্য্যত নিযুক্ত হয়। তেঁওৰ "সাহিত্য সম্বন্ধীয় উপকথা"বিলাকৰ নিমিত্তেই স্পেনিচ-সাহিত্য-জগতত তেঁওৰ নাম প্ৰখ্যাত। এজন ইংৰাজ সমালোচকে তেঁওৰ এইবিলাক Fables সম্বন্ধে এইদৰে লিখিছে:—The influence of Yriartes fables was much needed in the age of bad writing in which they appeared and in which he shewed originality by adapting the attributes of animals to only one class of men, namely authors and not mankind at large, as had always been done before. ১৭৯৬ খৃষ্টাব্দত Yriarte ৰ মৃত্যু হয়।

১৮৫৪ খৃষ্টাব্দত ইংলণ্ডত Rockliff এ Yriarte ৰ এইবিলাক উপকথা ইংৰাজীত ভৰ্জ্জমা কৰি এখন গ্ৰন্থ প্ৰকাশ কৰে। তলত দিয়া কবিতাটি সেই কিতাপৰ এটা উপকথাৰ মুকলি ভাঙনি।

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# ভালুক, বান্দৰ আৰু গাহৰি।

ভালুক নাচ নাচি নাচি ভালুক বেচেৰাই।
ভাবে তাৰ সমান নাচনিয়াৰ পৃথিবীতে নাই॥
এটা নতুন নাচৰ ভাব তাৰ এদিন মনত খেলালে।
আৰু মাজ বাটতে থিয় দি সি নাচি পেলালে॥
বান্দৰ এটা ঠিক সেই সময়ত যাওক আগেদি।
তাক দেখি ভালুক-নাচ চৰিল যে কিমান কবা আৰু কি॥
নাচ অন্তে সোধে ভালুকে মলুৱা ডাঙৰীয়াক :—
"বোলোঁ কোৱাঁচোন বাৰু নাচ দেখি মোৰ হলা নে অৱাক?"
"নহয় নে বাৰু মোৰ নাচন হেৰা বৰ বিতোপন?"
"সঁচা কথা ভাল পাওঁ মই কোৱাঁ তুমি স্বৰূপ বচন"?
বান্দৰ বোপাই মিচিকি মাৰি কয় উত্তৰতঃ—
"বেয়া, বেয়া, সমূলি বেয়া; যদি সোধা হে মোৰ মত॥"
ভালুকে বোলে "কবা যে সিটো জানিছিলোঁ মই।"
"ভালুকৰ যশ গৌৰৱ কি বান্দৰৰ প্ৰাণত সয়?"
গাটত আছিল গাহৰি এটা ইসব বেহু-ৰূপ চাই।
"ধুনীয়া বঢ়িয়া" বুলি ওলাই আহে চাপৰি বজাই॥
কয় হুমু তেনে নাচ কতো দেখা তাৰ নপৰে মনত।
গোটেই পশু পক্ষী কীট পতঙ্গ আৰু মনুষ্য লোকত॥
গাহৰিৰ কথাত ভালুক মণিৰ মুখখন শুকাই গল।
আৰু নাচন-কাচন ভাব বং ধেমালি খিতাতে নোহোৱা হল॥
খিমখিম হৈ চকু-লো টুকি সি ভাৱে নিজৰ মনত :—
"হব পাৰে বাৰু বান্দৰ বোপাৰ ঈৰ্ষ্যাজনিত মত;
কিন্তু গাহৰিয়েও বেভিয়া মোৰ নাঁথ শলাগ লয়,
নাচন মোৰ বে কিমান্দ পৰা বুজিলোঁ এতিয়াহে মই॥"

কবি গ্ৰন্থকাৰ সকলোৱে কথাটো ভালকৈ গুণি ভাবি চাবা।
আৰু এই বচনটি সদাই নিজৰ মনত ৰাখি থবা :—
"আহম্মকেও যেতিয়া তোমাৰ নথৈ শলাগ লয় আৰু ধৰে বখানিব গুণ,"
"ভাবি লবা সেইবাৰেই মূৰত তোমাৰ গাধৰ টুপি, মুখত চিএগাহি চুণ॥"

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

— —

## হা মোৰ হৰি !

ভাল নহায় হা ভাইলুদাৰ তোমাৰ এনাই কথা গিলা,
ক্যানো তুমি কাইথ্-কইলুতাৰ দন্ধ্খান লগেই দিলা ?
বহি আইছ্লোঁ চৰ্হা পীড়াত কাইথ্ জাতিটো আমি,
সেখান পীড়া কইলুতাক দিয়া কোন পণ্ডিত হা তুমি ?
তলত লেখা কথাখেনি একুখ পঢ়ি চাবা,
কাইথ কইলুতা কোন্ ডাঙাৰ জাতি নাউমান বুজি পাবা।
ভাইলুদাৰ কইলুতাই কন্নাছো, তুমি বহু কথা জানা—
তোহ্নাৰ্জাতিত বাৰী তিৰী ধেমনি আনা না নানা ?
মাম্নুহ হওৱা আপী তোহ্নাই নকৰন্না না বিয়া ? .
স্ক্ৰেত্ৰি তোহ্না, ছলি খানোক কেইডাল লগুণ দিয়া ?
কাইথোৰ ঘৰোত বামুণহাতে চিৰা খাই না নাখাই ?
কেইটা কাইথে ভাৰ কৈৰায়ে, কেইটাই হাল বাই ?
বাৰী তিৰী কেইটা কাইথে ধেমনী আনে বাৰু ?
দখ্ হওৱা আপী কুনি বিয়া কৰায়ে আৰু ?
হৰা পাৰে কাইথোত কবি কইলুতা ডাঙাৰ জাত,
তেওঁবুলি কাইথে নাখাই কইলুতাৰ ৰান্ধা ভাত।

ভাব নক্ৰ্যাৰে. হাল নাধাৰে, নানে ধেমনী ভিৰী,
ভুঁই নোৰোৱে, মাছ নামৰে আচল কাইথোৰ ভিৰী।
হবা পাবে কইলূভাগিলা আগাৰ ক্ষেত্ৰি জাতি,
আচাৰ বেওয়াৰ এৰি কিন্তু জাতিক কছি মাটি।
যেদি কাইথোত কৰি কইলূতা ডাঙাৰ জাতি হৱে,
নিচ্না জাগাত কইলূতাই কিয়' কাইথ বুলি ছি কৱে ?
কাইথোৰ দৰে কেই ঘৰ কইলূভাই জাতকৰ্ম্ম কৰে ?
কাশ্যপ গোত্ৰত পৰ কেইটা গোত্ৰ কৰা পাৰে ?
কইলূতাই যেদি কাইথোক 'বৰ্ণশঙ্কৰ' বুলি ধৰে,
জাতি যাৱা বইৰা বদ্নাম ভেহ্নাৰ গাতহি পৰে।
শূদ্ৰৰ জাতিৰ জাতি গেলি তলোৰ জাতিত ৰৱে,
দ্বিজ জাতিৰ জাতি গেলি বইৰা জাতি হৱে।
গোপেশ্বৰ ভৰালকাইথে বহু টকা পাৱে,
ভেওঁ দেখো 'মায়াবামক' কাইথ বোলা নাই কাহে ?
দেহা অৰ্থে 'কায়' আৰু থাকা অৰ্থে 'স্থ'।
ঈশ্বৰৰ দেহাত হওৱা শূদ্ৰৰ কায়স্থ !
সেকোস্তেহে কাইথ ডাঙাৰ সকাল শূদ্ৰত কৰি,
নাজ্নি মুশ্নি সৰু বোলে হা মোৰ হৰি !

শ্ৰীধনিৰামদত্ত।

(কায়স্থ)

— —

# এজন অসমীয়া ডাঙৰীয়াৰ চিঠি।

মান্যবৰ শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা, বাহী সম্পাদক ডাঙৰীয়াৰ সমীপেষু।

আপোনাৰ গত সংখ্যা "বাঁহীত" "কামৰূপীয়া ভাষাৰে" লিখা গল্প খোজাৰ বিজ্ঞাপন দেখি বঁটাৰ লোভ সামৰিব নোৱাৰি দুই ফাঁকি মান লিখিবলৈ আগ বাঢ়িলোঁ। আশাকৰোঁ মোৰ এই কথাখিনি আপোনাৰ সুবিখ্যাত 'বাঁহীত" লৰচৰ নকৰাকৈ ঠাই দিব।

"কামৰূপীয়া ভাষাৰ" কেৱল এটি বা দুটি গল্প পঢ়ি আপোনাৰ অভিলাষ পূৰণ নহব যেন পাঁও। সেই নিমিত্তে "কামৰূপীয়া ভাষাৰ" ভড়ালৰ সঞ্চাৰ পেটিকে দিব ইচ্ছা কৰিছোঁ। সিই সঞ্চাৰপেটি এইঃ— বৰ্ত্তমানত আমাৰ অসমীয়া ভাষাই যি আকৃতি ধাৰণ কৰিছে তাৰেই কিছুমান শব্দ অলপ পৰিবৰ্ত্তন কৰিলেই "কামৰূপীয়া ভাষা" ফটফটীয়াকৈ ওলাব। যথাঃ—

১। অধিকাংশ একাৰান্ত শব্দক অকাৰান্ত কিংবা আকাৰান্ত কৰিলেই "কামৰূপীয়া ভাষা" স্পষ্ট হব; যেনে "নেলাগেৰ" ঠাইত "নলাগে," "নেৰায়ণৰ" ঠাইত "নাৰায়ণ", "ৰেধা কৃষ্ণৰ" ঠাইত "ৰাধাকৃষ্ণ', "কেছাৰিৰ" ঠাইত "কছাৰি", "কেৰকেটুৱাৰ" ঠাইত "কৰকটুয়া", "খেজানাৰ" ঠাইত "খাজানা", "এহাৰ মাহৰ" ঠাইত "আহাৰ মাহ", "চেহেবৰ" ঠাইত "চাহাব", "এহাগুধিয়াৰ" ঠাইত "আশা গুধিয়া", "এদাৰ" ঠাইত "আদা," ইত্যাদি।

২। সংস্কৃতমূলক কিছুমান যুক্তাক্ষৰ-শব্দ স্বাভাৱিক অবস্থাত ৰাখিলেই "কামৰূপীয়া ভাষা" হব; যেনে—"পদুম" নকৰি "পদ্ম", লখিমী" নকৰি "লক্ষ্মী", "সইত" নকৰি "সত্য," "কাইছপ" নকৰি "কাশ্যপ," "কৰম" নকৰি "কৰ্ম্ম", "আইগা কৰা" নকৰি "আজ্ঞা কৰা," সৰবজান" নকৰি "সৰ্ব্বজ্ঞান," "পৰব" নকৰি "পৰ্ব্ব," "শইচ" নকৰি "শস্য," "শবদ" নকৰি "শব্দ," "কিৰিপা" নকৰি "কৃপা," "ধৰম" নকৰি "ধৰ্ম্ম,"

"শৰাধ" নকৰি "শ্ৰাদ্ধ," "আইধা" নকৰি "আধা," "যইগ" নকৰি "যজ্ঞ," "মিত্তিৰ" নকৰি "মিত্ৰ," "ছাতৰ" নকৰি "ছাত্ৰ," ইত্যাদি।

৩। সংস্কৃতমূলক শব্দৰ পৰিবৰ্ত্তে নিৰৰ্থক শব্দৰ ব্যৱহাৰ নকৰিলেই "কামৰূপীয়া ভাষা" হয়; যেনে: "সংস্কৰণৰ" ঠাইত "তাঙৰণ," "খণ্ডৰ" ঠাইত "গজালি," "মাইৰ" ঠাইত "বৌ." "কবিৰাজৰ" ঠাইত "বেজ," "পুত্তেকৰ" ঠাইত "পিতেক," "মামীৰ" ঠাইত "মাই." ইত্যাদি।

৪। অৰ্থবাচক শব্দ থাকোঁতে অৰ্থহীন শব্দ ব্যৱহাৰ নকৰিলেই নিভাঁজ "কামৰূপীয়া ভাষা" হয়; যেনে :—"মহৰিৰ" পৰিবৰ্ত্তে "আঠুৰা," "আগুৰাণৰ" পৰিবৰ্ত্তে "বিহা." "ধনীৰ" পৰিবৰ্ত্তে "চহকী." "মেঘৰ" পৰিবৰ্ত্তে "ডাৱৰ," "দোমাহিৰ" পৰিবৰ্ত্তে "বিহু." "ৰবৰ" পৰিবৰ্ত্তে "দবা," "পেঁকৰ" পৰিবৰ্ত্তে "বোকা," "সাতদিনাৰ" পৰিবৰ্ত্তে "সাদিনা." "ডিমাৰ" পৰিবৰ্ত্তে "কণি," "ডালৰ" পৰিবৰ্ত্তে "ধাক," "গলৰ" পৰিবৰ্ত্তে "ডিঙি," "থাবলৈৰ" পৰিবৰ্ত্তে "সাবেলে," "চাবিটাৰ" পৰিবৰ্ত্তে "চাইটা," "ৰাষ্কনীৰ" পৰিবৰ্ত্তে "চাংমাই." ইত্যাদি।

এই সকাৰ পেটি হাতত লই আমাৰ অসমীয়া ভাষাৰ পেড়া মেলি-লেই "কামৰূপীয়া ভাষা" উজ্জ্বলৰূপে দেখা পাব। আপোনাক কোৱা বাহুল্য যে বৰ্ত্তমানৰ "আসাম" নামটি আগৰ "কামৰূপৰ" ঠাইত ব্যৱহাৰ হৈছে, সেই কাৰণে "কামৰূপীয়া ভাষা" এতিয়া "অসমীয়া ভাষা" নামে অভিহিত হৈছে। মহাপুৰুষ ৺শঙ্কৰদেৱ কিংবা তৎপূৰ্ব্বকালৰ কবি সকলৰ ৰচিত প্ৰাচীন গদ্যপদ্যময় গ্ৰন্থসকলৰ ভাষা "কামৰূপীয়া" বুলিয়েই প্ৰখ্যাত আছিল। আৰু এতিয়াও আছে। বৰ্ত্তমানৰ অসমীয়া ভাষাৰ ওজা সকলেও সেই সকল গ্ৰন্থকেই অসমীয়া ভাষাৰ মূল ভিত্তি বুলি ঘোষণা কৰিছে। বৰ্ত্তমান আকাৰৰ অসমীয়া ভাষা কামৰূপী ভাষাৰ ২য় তাঙৰণ মাত্ৰ। "মলুক" ডাঙৰীয়াই নতুন সাজ পিন্ধি "মিষ্টাৰ মুলুক গুঁইণ গুঁইণ" বুলি পৰিচয় দিলেও তেঁও "মলুক" ককাই ভিন্ন আন কোনো নহয়।

মোৰ বিবেচনাত আপোনাৰ নিচিনা উচ্চশিক্ষাপ্ৰাপ্ত ভাষাজ্ঞ পণ্ডিত এজনে এইদৰে আমাৰ ভাষাক "অসমীয়া ভাষা" আৰু "কামৰূপীয়া

ভাষা" নামে বেলেগকৈ নাম দিয়া উচিত যেন নালাগে। আসামৰ প্ৰত্যেক জিলাত আৰু অইন কি প্ৰত্যেক মৌজাতেই কথিত ভাষাৰ বহুতো লবচৰ আছে। এনে কি একে গাঁওতেই শ্ৰেণী আৰু জাতি বিশেষে ভিন্নৰূপ কথাৰ প্ৰচলন আছে। কিন্তু সেই বুলিয়েই লিখিত ভাষা কাৰো ভিন্ন নহয়। পৃথিবীৰ সকলো ভাষা এই নিয়মৰ অন্তৰ্গত।

মোৰ কথা কেইফাঁকি আপোনাৰ অভিলষিত "কামৰূপীয়া ভাষাৰ" গল্প নোহোৱাৰ বাবে আপোনাৰ স্বীকৃত পুৰস্কাৰ পোৱাৰ অধিকাৰী নহব পাৰোঁ, সেই বাবে মোৰ কবলগিয়া একো নাই, কাৰণ গল্পৰ ভাল বেয়া বিচাৰৰ ভাৰ আপোনাৰ উপৰত। কিন্তু "কামৰূপীয়া ভাষাৰ" পেড়াৰ সঞ্চাৰ পাটৰ সন্ধান কৈ দিয়া বাবে বোধকৰোঁ আমাক বঁটাৰ পৰা একেবাৰে কালেজিয়া নকৰিব পায়। আপোনাৰ "বাঁহীত" মোৰ কথা কেই আষাৰ প্ৰকাশ কৰিলেই বঁটা পোৱাৰ তুল্য জ্ঞান কৰিম। ইতি*

গুৱাহাটী
৯।৯।১০

লিখক
শ্ৰীউত্তমচন্দ্ৰ বৰুৱা
কামৰূপীয়া নিভাঁজ "ধেকেৰী"

---

# আমাৰ নামনি-আসামৰ বন্ধুসকলৰ প্ৰতি।

আমি শুনি দুখিত হৈছোঁ যে গত সংখ্যা বাঁহীত ওলোৱা "হঁ। মোৰ কাপাল" পদ্যটো পঢ়ি আমাৰ নামনি-আসামৰ বন্ধুসকলে বেজাৰ পাইছে। আভেওঁলোকৰ বা আন কাকো বেজাৰ দিবৰ মনেৰে বা নামনি-আসামৰ কথাক ইতিকিং কৰিবৰ মনেৰে তাক ছপোৱা নাছিলোঁ, অথবা অসমীয়া আৰু কামৰূপীয়া যে দুটা ভাষা, সেইটো দেখুৱাবলৈকো চেষ্টা কৰা নাছিলোঁ। আৰু

* এই প্ৰবন্ধটো আমি অলপো লবচৰ নকৰাকৈ ছপাইছোঁ। কোৱা বাহুল্য যে আমাৰ বিজ্ঞাপনৰ উদ্দেশ্যলেখকে ভুল বুজিছে।

সম্পাদক।

কৰিমেই বা কিয় ? ভাষা তো দুটা নহয় ; অসমীয়া ভাষা মানেই কামৰূপীয়া ভাষা কামৰূপীয়া ভাষা মানেই অসমীয়া ভাষা। আমি আগৰ জাননীত ভুলকৈ কামৰূপীয়া ভাষা নেলেখি নামনি-আসামৰ মাত বা কথা লেখাহেঁতেনেই বোধ কৰো ইমানবোৰ জেওঁ নালাগিলহেঁতেন। গত সংখ্যা বাহীত শ্ৰদ্ধাস্পদ শ্ৰীযুত ভোলানাথ কাকতিৰ প্ৰবন্ধটো মন দি যি পঢ়িছে তেৱেঁই আমাৰ অভিপ্ৰায় বুজিছে। ভাটীৰ অসমীয়া কথাৰে কেনে একোটি সুন্দৰ কবিতা ৰচনা কৰিব পাৰি এই বাবৰ "হা মোৰ হৰি" পদ্যটো পঢ়িলেই বুজা যায়। Dialectical Peculiarities ৰাখি একোটি ৰচনা লেখিলেই যে সেই dialectঅক ইতিকিং কৰা হয় অথবা যাই ভাষাৰ প্ৰতিদ্বন্দ্বী কৰি তাক থিয় কৰিবলৈ চেষ্টা কৰা হয় এইটো আমি সমূলি মানিব নোৱাৰোঁ। বৰ্ণচ্ৰ Burns) কবিতাৰ উদ্দেশ্য ইংৰাজী ভাষাৰ বিপক্ষাচাৰণ বুলি কোনেও বুজা কথা আমি নাজনো। আশাকৰোঁ আমাৰ বন্ধুসকলে কথা দ কৈ ভাবিব আৰু আমাৰ উদ্দেশ্য ভুলকৈ নুবুজিব। নামনিৰ অসমীয়া কথাত সুন্দৰ ৰচনা, নতুনেই হওক বা পুৰণিয়েই হওক, আমাৰ সকলোৱে আদৰৰ হোৱা উচিত। উদাৰহৃদয় ৺ কালীৰাম বৰুৱা দ্বাৰাই প্ৰকাশিত "ৰাধিকাৰ কলঙ্ক ভঞ্জন" কিতাপখনি পঢ়ি আমি মুগ্ধ হওঁ। তেনেকুৱা ৰচনা মোহাৰি মাৰিবলৈ যোৱাটো ভাল নে ? অসমীয়া-ভাষা ৰূপী পূৰ্ণচন্দ্ৰৰ চাৰিউফালে তেনেকুৱা সৰু সৰু একোটি তৰা থাকিলে আসাম-আকাশ উজ্জ্বল হব বুলিহে আমাৰ বিশ্বাস। আমাৰ ভাটীৰ অসমীয়া বন্ধুসকলে নো কি বুজিছে, আমি কব নোৱাৰোঁ। তেওঁলোকে যি বুজক, এইটো নিশ্চয় যে আমাৰ উদ্দেশ্য সৎ। আমাক ভুল বুজি তেওঁলোকে বেজাৰ পোৱাত আমিও বেজাৰ পাইছোঁ।

সম্পাদক।

---

## বাঁহীলৈ প্ৰবন্ধ পঠিৱাসকলৰ প্ৰতি।

প, চ, ।—পিছে।

চা, ঠা, ।—আপোনাৰ কবিতাটো বৰ দীঘল   আগলৈ চুটিকৈ লেখিব।

শ্ৰীভোলাই শৰ্ম্মা —আপোনাৰ প্ৰবন্ধটো আমাৰ হাতলৈ অহাৰ আগেয়েই এইবাৰৰ বাঁহী ছাপাখানালৈ গৈছিল। অহাবাৰত স্নি নিশ্চয় ওলাব। আপোনাৰ প্ৰবন্ধ বাঁহীৰ আদৰৰ বস্তু।

শ্ৰীডিম্বধৰ তামুলি।—কোনো এখন মাহেকীয়া কাকতে হেনো ভুক্ ভুক্ কৰি হাইড্ৰফবিয়াৰ (Hydrophobia) লক্ষণ দেখুৱাইছে। এই কথা লিখি যি দীঘল চিঠিখন আপুনি বাঁহীলৈ পঠিয়াইছে আমি সেই বিষয়ৰ কথা বাঁহীত প্ৰকাশ কৰি বাঁহীক কলুষিত কৰিব নোৱাৰোঁ। যি কাকতে তেনে সুসভ্য ৰাও কঢ়া আপুনি দেখিছে বা শুনিছে, সেই কাকতলৈকে আপোনাৰ চিঠিখন পঠিয়াটোৱেই যুক্তিসঙ্গত; কাৰণ, "কাচুলিৰ পাস্তুৰ ইন্‌ষ্টিটিউট মেনেজ" কৰিবৰ ভাৰ বাঁহীৰ হাতত নাই। কিন্তু বাস্তবিকতে আপুনি যদি নিজক নিৰাপদে ৰাখিব খোজে তেন্তে সেই কাকতৰ ওচৰৰপৰা নিজক আঁতৰাই ৰাখিবলৈকে বুধি দিব পাৰোঁ; কাৰণ বুঢ়া লোকে কয়, "বোপাই! প্ৰাণ বৰ ধন" ইয়াৰ বাহিৰে আৰু আপুনি আমাৰপৰা একো সহায় পাবৰ আগন্তুক নাই।

---

# অতীত জগায়।

সখি অতীত জগায়!

সন্ধিয়াৰ সমীৰণে, পুৱাৰ বগা কিৰণে,

অভিজন্ম ভাবনাই।

অতীতৰ সেই স্মৃতি, অতীতৰ সেই গীতি,

শুনি হিয়া পমি যায়।

নিকুঞ্জৰ সেই লীলা, পবিত্ৰ সুলভ খেলা,

বাঁহীগুঁ কাণ্ডৰে বায়।

শ্ৰীস্তিৰ মঞ্জীৰ বাজে, আনন্দ মুখত বাজে,

ভাবে হিয়া ভৰি যায়।

সখি অতীত জগায়।

শ্ৰীবিষ্ণুৰাম বড়া

---

দ্বিতীয় বছৰ, তৃতীয় সংখ্যা

# সূচী

# গুৰু-গীতিমালা।

ৰবাগীৰ জোলোঙা

(১)

নিশা, দিন, গধূলি, পুৱা,
নিয়ৰ, বসন্তকালি,
কালৰ গতিত আহিছে গইছে,
আয়ু-লতা গৈছে জালি।
আশা-বায়ু কিন্তু এতিয়াও তোমাৰ
আছে যে গাতে লাগি।
মৰণ আহিলে মৰিব লাগিব,
নোচোৱা কিয় নো ভাবি।
বিদ্যা বুদ্ধি তোমাৰ তৰ্ক নৈপুণ্যাই
তোতয়া নিদিয়ে কাম।
( সেই তে ) ভজা গোবিন্দক, জপা গোবিন্দক,
লোৱা গোবিন্দৰ নাম।

(২)

কাপোৰ বিহীনে বদ জুই পুৱাই
কটাইছা জাৰকালি ;
শয্যা বিহীনে আঠুত মূৰ থই
পুৱাইছা বহি ৰাতি ;
কাঁহী বাটি তোমাৰ একোকে নাই
ভিখ লোৱা হাত পাতি ;

তোমাৰ ঘৰ বাৰী নাই, সদাই তোমাৰ
গছৰ তলত থিতি ;
আশা-বায়ু কিন্তু এতিয়াও তোমাৰ
আছে যে গাভে লাগি ?
অজ্ঞজন হেৰা তুমি নেঃ বাক
নোচোৱা কিয় নো ভাবি ?
মৰণ আহিলে মৰিব লাগিব,
এৰা হে সকলো কাম।
(সেই হে তুমি) ভজা গোবিন্দক, জপা গোবিন্দক,
লোৱা গোবিন্দৰ নাম ॥

( ৩ )

ধন বিত্ত তোমাৰ আছে যত দিন,
আছে আপোনাৰ জন ;
আৰ্জ্জিব নোৱাৰা হলে কি দেহা,
পলাব গোটেইখন।
বাতৰি ভেতিয়া নলয় তোমাৰ,
ঘৰলৈ নাহেও আৰু ;
তোমাৰ শকতি থাকোঁতে ভকতি তুমি
নকৰা কিয় নো বাৰু ?
মৰণ আহিলে মৰিব লাগিব,
(সেই হে) এৰা হে সকলো কাম।
তুমি ভজা গোবিন্দক, জপা গোবিন্দক,
লোৱা গোবিন্দৰ নাম ॥

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# আসাম।

( ২ )

দ্বিতীয় যুগ,—মহাভাৰতৰ যুদ্ধৰ সময়ৰপৰা খৃষ্টীয় চতুৰ্থ শতিকালৈকে লোৱা যায়। এই যুগত নৰকাসুৰৰ বংশধৰসকলে আসামত ৰাজত্ব কৰে। নৰকৰ পিছত সুবাহু আৰু সুপৰ্ণলৈকে ১৯ জন ৰজাই প্ৰাগ্‌জ্যোতিষপুৰত ৰাজত্ব কৰে। এই যুগতে খৃষ্টীয় চতুৰ্থ শতিকাত কামৰূপৰ ৰজা শঙ্কলাদিৰ বা শঙ্কলে বঙ্গ বিহাৰ জয় কৰে, গৌৰ নগৰ অথবা লক্ষণাৱতী স্থাপন কৰে, (যি লক্ষণাৱতী প্ৰায় ২০০০ বছৰলৈকে বঙ্গদেশৰ ৰজাসকলৰ ৰাজধানী হৈছিল); এই শঙ্কল ৰজাই উত্তৰ ভাৰতৰ পৰাক্ৰমী ৰজা কেদাৰ ব্ৰাহ্মণৰ ৰাজ্য আক্ৰমণ কৰি জয় কৰে; স্কাইথিয় টুৰাণ ৰজা আফ্ৰচিয়াবৰ ৫০০০০ মোগল সেনা ৰণত হৰুৱায়; এই শঙ্কলৰ কথাকে ফিৰ্দৌচিয়ে তেওঁৰ মহাকাব্যত পাৰস্যৰ সম্ৰাট বাহৰাম গৌৰৰ বিষয়ে লেখা ঘটনাবোৰৰ সম্পৰ্কীয় কথাত উল্লেখ কৰিছিল। এই কালত কামৰূপ দিগ্বিজয়ী আছিল আৰু কামৰূপৰ মহাযশৰ বিজয়-দুন্দুভি বঙ্গ বিহাৰ আৰু উত্তৰ-ভাৰতত নিনাদিত হৈছিল।

তৃতীয় যুগ,—খৃষ্টীয় চতুৰ্থ শতিকাৰ শেষৰপৰা সপ্তম শতিকাৰ মাজ ছোৱালৈকে। এই ছোৱাত আসাম অৰ্থাৎ কামৰূপ সমৃদ্ধিশালী, উন্নত। এই কালত কামৰূপৰ অধিপতিৰ পৰৰাজ্য-আক্ৰমণস্পৃহা গৈ নিজৰাজ্য উন্নত আৰু সমৃদ্ধিশালী কৰিবৰ যত্ন হৈছিল। এই কালত আসাম সুখ শান্তিৰ ওখ সীমাত। জ্ঞান বিদ্যা ধৰম নীতি চৰ্চ্চাত এই কাল শ্ৰেষ্ঠ। এই কালৰ আসামৰ প্ৰমাণিত বুৰঞ্জীৰ অলপ পোহৰ দেখিবলৈ পাওঁহক। এই কালত আমি কামৰূপৰ উজ্জ্বল ৰজা ভাস্কৰ বৰ্ম্মাক পাওঁ, যাক মহাপ্ৰতাপী ৰাজ চক্ৰবৰ্ত্তী বৌদ্ধৰজা শিলাদিত্যাই নিজৰ মহাযজ্ঞলৈ সাদৰেৰে নিমন্ত্ৰণ কৰি লৈ গৈ নিমন্ত্ৰিত আন সকলোবোৰ নৃপতিৰ আগত শ্ৰেষ্ঠ আসন দি সন্মানিত কৰিছিল। এই যুগত অৰ্থাৎ খৃষ্টীয় সপ্তম শতিকাৰ আগ ভাগত বিখ্যাত চীন পৰিব্ৰাজক হিউৱেনচাঙক আমাৰ এই ধাৰ্ম্মিক আৰু সাধু ৰজা

ভাস্কৰ বৰ্ম্মাই কামৰূপলৈ নিমন্ত্রণ কৰি আনে যি পৰিব্রাজকে সেই সময়ৰ কামৰূপৰ বিবৰণ তেওঁৰ ভ্রমণ-বৃত্তান্তত লেখি থৈ গৈছে। হিওয়েনচাঙে লেখিছে,—“কামৰূপ দেশ বেৰে ১০০০০ লাই ( অৰ্থাৎ প্রায় ১৭০০ মাইল )। কামৰূপৰ ৰাজধানী প্ৰায় ৬০ লাই ; মাটিবোৰ দ, কিন্তু বৰ সাৰুৱা আৰু তাত নিয়মিতৰূপে খেতি কৰা হয়। কামৰূপৰ মানুহে কঠাল আৰু নাৰিকলবো খেতি কৰে। নাৰিকলৰ আৰু কঠালৰ গছ খুব হয়, আৰু কামৰূপৰ মানুহে সেইবোৰ বৰ মূল্যবান বুলি ভাবে। নৈৰ, আৰু পাৰ বান্ধি থৈকৰা পুখুৰীৰ পানী নগৰবোৰৰ চাৰিউফালে বোৱাই দিয়া হয়। জল-বায়ুৰ অৱস্থা মৃদু,—বৰ জহো নহয়, বৰ জাৰো নহয়। মানুহবিলাকৰ ব্যৱহাৰ আৰু আচৰণ সজ আৰু ছল চাতুৰী নথকা পোন পটিৰ। মানুহ-বিলাক চুটি-চাপৰ আৰু তেওঁলোকৰ বৰণ গোমোঠা-হালধীয়া। তেওঁলোকৰ ভাষা মধ্য-ভাৰতৰ ভাষাৰে সৈতে অলপ হে বেলেগ। তেওঁলোকৰ স্বভাৱ বৰ উগ্র আৰু গোৱাঁৰ, স্মৃতিশক্তি প্ৰবল, আৰু পঢ়াত বৰ মন।

“তেওঁলোকে দেৱতাসকলৰ পূজা কৰে; বুদ্ধত বিশ্বাস নকৰে; সেই দেখি এই পৃথিবীত বুদ্ধৰ আবিৰ্ভাৱৰপৰা আজিলৈকে কামৰূপত এটা “সংঘৰম” নিৰ্ম্মিত হোৱা নাই যত আচাৰ্য্য পুৰোহিতসকল গোটখাব পাৰে। যিসকল নৈষ্ঠিক বৌদ্ধ শিষ্য আছে তেওঁলোকে নিজৰ উপাসনা আদি লুকাই মনেমনে কৰিয়েই নিশ্চিন্ত। নানা পন্থীয়া অসংখ্য দেৱ-মন্দিৰ কামৰূপত আছে। বৰ্ত্তমান ৰজা পুৰণি নাৰায়ণদেৱৰ বংশৰ। তেওঁ ব্রাহ্মণ। তেওঁৰ নাম ভাস্কৰ বৰ্ম্মা আৰু তেওঁৰ উপাধি কুমাৰ। এই বংশৰ ৰজাই কামৰূপৰ ৰাজপাট অধিকাৰ কৰিবৰপৰা আজিলৈকে এহেজাৰ পুৰুষ হৈছে। ৰজাই বিদ্যা চৰ্চ্চা কৰিবলৈ ভাল পায়, আৰু ৰজাক দেখাদেখি প্ৰজাবিলাকৰো বিদ্যাচৰ্চ্চাত মন। বৰ পণ্ডিত জ্ঞানী আৰু দক্ষ মানুহ দূৰ দেশৰপৰা বিষয়-বাসনা বিচাৰি এই ৰাজ্যলৈ আহে। বৌদ্ধধৰ্ম্মত ৰজাৰ যদিও বিশ্বাস নাই, তথাপি তেওঁ পণ্ডিত আৰু জ্ঞানী শ্ৰমণ সকলক বৰ সমাদৰ কৰে।

“এই দেশৰ পূব ফাল পৰ্ব্বতৰ শাৰীৰে সীমাবদ্ধ, সেইদেখি এই ৰাজ্যৰ এই ফালে ডাঙৰ নগৰ নাই। দক্ষিণ-কাষৰীয়া ঠাইবোৰ চীনদেশৰ দক্ষিণ-

পশ্চিমৰ বৰ্ব্বৰবোৰৰ ঠাইৰে সৈতে লগালগি। বাস্তৱতে সেই বৰ্ব্বৰ জাতিবোৰৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰ দক্ষিণ-পশ্চিমৰ বৰ্ব্বৰ মানবিলাকৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰৰ নিচিনা। দুমাহ আহি আহি আমি জেচুয়েন (Szechuen) প্ৰদেশৰ দক্ষিণ-পশ্চিম সীমা পালেঁাহি। কিন্তু পৰ্ব্বত আৰু নৈবোৰ আমাৰ বাটত প্ৰতিবন্ধক হৈ পৰিছে; আৰু অস্বাস্থ্যকৰ বায়ু, বিষাক্ত ভাপ, বিষাল সাপ, মাৰাত্মক হাবি-বননি, ইত্যাদি মৃত্যুজনক কাৰণ ইয়াত বিদ্যমান।

"এই দেশৰ দক্ষিণ-পূব ফালত জাকে জাকে বনৰীয়া হাতী চৰি ফুৰে, সেইদেখি এই ডোখৰত যুদ্ধৰ নিমিত্তে যাইকৈ হাতী ব্যৱহাৰ কৰা হয়। দক্ষিণ-মুৱা হৈ ১২০০ কি ১৩০০ লাই (প্ৰায় ২০০ মাইল) আহি আমি সমতত (পূৰ্ব্ববঙ্গ) পালেঁাহি।"

ওপৰত দিয়া হিউয়েন্‌চাঙৰ এই বিবৰণৰপৰা আমি কি পাওঁ? প্ৰথমতে পাওঁ, যে সপ্তম শতিকাৰ আগছোৱাত হিউয়েন্‌চাঙে কামৰূপত সোমোৱাৰ আগেয়ে এখন ডাঙৰ নৈ পাৰ হৈছিল; সেই নৈ কামৰূপ ৰাজ্যৰ পশ্চিম সীমা। আৰু পূব সীমা এশাৰী পৰ্ব্বত, যিবোৰ চীনৰ দক্ষিণ-পশ্চিম সীমাৰ অসভ্য জাতিবিলাকৰ ঠাইৰে সৈতে লগালগি। পশ্চিম সীমাৰ সেই ডাঙৰ নৈখন যে বিখ্যাত কৰতোয়া নৈ তাক নকলেও হব। পূব সীমা আজিকালিৰ আসামৰ পূব সীমাৰে একে। আৰু পাওঁ, কামৰূপ ৰাজ্য বেৰে প্ৰায় ১৭০০ মাইল; সেইদেখি কামৰূপৰ ভিতৰত আজিকালিৰ গোটেই আসাম, ভুটান, কৰতোয়ালৈকে উত্তৰ-বঙ্গ আৰু মৈমনচিঙৰ এডোখৰ পৰিছিল। এই কামৰূপ ওচৰচুবুৰীয়া পৌণ্ড্ৰ বৰ্দ্ধন আৰু সমতট অৰ্থাৎ পূৰ্ব্ববঙ্গ এই দুখন ৰাজ্যতকৈ ভালেমান গুণে ডাঙৰ আছিল; কাৰণ সেই দুখন বেৰে ৭০০ আৰু ৫০০ মাইল মাথোন আছিল। আৰু কামৰূপৰ ৰজা ভাস্কৰ বৰ্ম্মা বৰ ডাঙৰ ৰজা আছিল, যাৰ সন্মান আৰু প্ৰভাৱৰ কথা ওপৰত কোৱা হৈছে। আৰু পাওঁ, যে কামৰূপৰ ৰাজধানী পৌণ্ড্ৰবৰ্দ্ধনৰপৰা পূব ফালে ১৫০ মাইল দূৰত আছিল। কনিংহামে পৌণ্ড্ৰবৰ্দ্ধনক আজিকালিৰ পাবনা বুলি ধৰি কাৰ কমতাপুৰক কামৰূপৰ সেই ৰাজধানী বুলি সিদ্ধান্ত কৰিছে। কিন্তু কমতাপুৰ পাবনাৰ উত্তৰত হে, দক্ষিণত নহয়; সেইদেখি পৌণ্ড্ৰ বৰ্দ্ধনক পাবনা বুলি

থিৰ কৰাত সন্দেহ হয়। সি যি হওক, পৌণ্ড্ৰবৰ্দ্ধনৰপৰা প্ৰাগ্‌জ্যোতিষপুৰ অৰ্থাৎ গুৱাহাটী ১৫০ মাইলৰো বেছি দূৰ; সেইদেখি সেই কালৰ কামৰূপৰ ৰাজধানী গুৱাহাটীৰ আৰু পশ্চিমে হোৱাটো সম্ভৱ,—হয় গুৱালপাৰ ডিষ্টিক্টত, নাইবা কোচবেহাৰত, নাইবা ৰংপুৰৰ উত্তৰ-পূৰত। কামৰূপ ৰাজ্যৰ মানুহবিলাকক হিউয়েনচাঙে চুটি-চাপৰ আৰু হালধীয়া বৰণৰ বোলাৰ পৰা তেওঁলোক মঙ্গলীয় জাতিৰে সান-মিহলি হৈ উৎপত্তি হোৱাটো মনে ধৰে; আৰু কামৰূপৰ পূব সীমাৰে সৈতে মঙ্গলীয় জাতিৰ মানুহৰ লগা-লগিৰ কথা তেওঁ কৈছেই। আৰু পাওঁ, যে হিন্দুধৰ্ম্ম ৰজাৰ ধৰ্ম্ম আছিল; অসংখ্য হিন্দু দেৱালয় কামৰূপত আছিল; আৰু হিন্দুবিলাক সৌৰ, শাক্ত, শৈৱ, বৈষ্ণৱ আদি নানা শাখাত বিভক্ত আছিল। ভাস্কৰ বৰ্ম্মাক তেওঁ ব্ৰাহ্মণ বুলিছে; সেইটো অৱশ্যে ভুল; কাৰণ, বৰ্ম্ম ক্ষত্ৰিয়ৰ হে উপাধি। সেই কালত অৰ্থাৎ সপ্তম শতিকাৰ আগ ছোৱাত আসামত বৌদ্ধধৰ্ম্ম নথকাৰ বিষয়ে হিউয়েনচাঙে ভালকৈয়ে কৈছে। তেওঁৰ কথাৰপৰা জানিব পাৰি যে বৌদ্ধধৰ্ম্মাৱলম্বী যিবিলাক লোক আসামত আছিল তাৰ লেখ অতি সামান্য, ধৰিব লগীয়াই নহয়। বৌদ্ধধৰ্ম্মত ৰজাৰ যদিও বিশ্বাস নাছিল, তথাপি তেওঁ ইমান উদাৰ আৰু শিক্ষিত আছিল যে বৌদ্ধ আৰু হিন্দুক তেওঁ সমান চকুৰে দেখিছিল। সেই কালৰ এজন হিন্দু ৰজাৰ পক্ষে ই কম গৌৰৱৰ কথা নহয়। বহুতৰ ধাৰণা আছে যে আসামত এসময়ত বৌদ্ধ ধৰ্ম্মই খামি পুতি লৈছিল, আৰু তাৰ বৰ প্ৰচাৰ হৈছিল। কিন্তু হিউয়েনচাঙৰ বৃত্তান্ত পঢ়িলে সেইটো ভুল বিশ্বাস বুলি মনত হয়। আসামৰ কোনো পুৰণি কলি বা পুথিত বা শিলৰ ওপৰত লেখাৰপৰা আসামত বৌদ্ধধৰ্ম্মৰ বেছি প্ৰচাৰৰ কথা পোৱা নাযায়; তাৰ দ্বাৰাই হিউয়েনচাঙৰ কথা যে থুব সঁচা সেইটো হে প্ৰমাণিত হয়। তিব্বতীয়াবিলাকৰ ভিতৰত এটা প্ৰবাদ প্ৰচলিত আছে যে বুদ্ধৰ মৃত্যু আসামত হৈছিল। এইটো যে ভুল কথা সেইটো প্ৰমাণ হৈ গৈছে। গুৱাহাটীৰ জনাৰ্দ্দন-বুদ্ধৰ শিলৰ মূৰ্ত্তি আচলতে বিষ্ণুৰ মূৰ্ত্তি বুলি স্থিৰসিদ্ধান্ত হৈ গৈছে। হাজোৰ মূৰ্ত্তিক একালত বুদ্ধৰ মূৰ্ত্তি বুলি ভবা হৈছিল, কিন্তু সেই মূৰ্ত্তিও যে বিষ্ণুৰ অৱতাৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি তাত সন্দেহ নাই। সিকালে পৌণ্ড্ৰবৰ্দ্ধন আৰু সমতটত বৌদ্ধধৰ্ম্ম ভালকৈ প্ৰচাৰিত হোৱাৰ বিস্তৰ প্ৰমাণ আছে। সেই

দুই ঠাইত অনেক বৌদ্ধ বিহাৰ আৰু অশোকৰ স্তম্ভ স্থাপিত হৈছিল ; নৱম কি দশম শতিকাত ৰচিত হোৱা বুলি থিৰাং কৰা দীপিকাছন্দ পুথিত ( যাৰ বিষয়ে আমি পিছত কম ) বৌদ্ধৰ প্ৰতি আক্ৰমণ দেখি কোনোৱে ভাৰপৰা সেই কালত আসামত বৌদ্ধধৰ্ম্ম প্ৰচলিত থকাটো অনুমান কৰে, কিন্তু সেইটো অনুমান ঠিক নহয়। "ডাকৰ পুথি" নামে আমাৰ আগৰ এক প্ৰবন্ধত আমি দেখুৱাইছো যে সেই পুথিত যি বৌদ্ধক আক্ৰমণ আছে সেই বৌদ্ধ বৌদ্ধাধৰ্ম্মাৱলম্বী বৌদ্ধ নহয়, হীনাচাৰী ভণ্ড ব্ৰাহ্মণ-বিলাকক হে বৌদ্ধ বোলা হৈছে। বাস্তবিকপক্ষত সেই কালত বৌদ্ধ কথাটো গালি আৰু নিন্দাবাচক হে হৈ পৰিছিল। ডাকৰ পুথি আসামৰ অসমীয়া পুথি। তাত "বঙ্গভাষা ও সাহিত্য" গ্ৰন্থকাৰে বৌদ্ধধৰ্ম্মৰ বিৰোধ চিন বিচাৰি উলিয়াই তেওঁৰ সিদ্ধান্ত থিৰ কৰিছে সেই সিদ্ধান্তও থিৰ হব নোৱাৰে, কাৰণ আসামত বৌদ্ধধৰ্ম্মৰ প্ৰচাৰ নাছিল বুলিলেই হয়। আসামত ওপৰাউপৰিকৈ নানা পন্থীয়া হিন্দুধৰ্ম্ম প্ৰচাৰৰ হে অলেখ প্ৰমাণ পোৱা যায়। শঙ্কৰদেৱেও আসামত বৌদ্ধেৰে সৈতে যুঁজিব লগীয়া হোৱা নাছিল, হীনাচাৰী লোভী আৰু শাস্ত্ৰৰ অপ্ৰকৃত অৰ্থকৰী ব্ৰাহ্মণসকলেৰে সৈতে হে তেওঁৰ তৰ্ক চলিছিল। শঙ্কৰদেৱে আসামত দুজন হে বৌদ্ধ "টাটকীয়া" লগ পাইছিল বুলি চৰিত্ৰ পুথিত আছে। এইবিলাক যি হওক, হিউয়েনচাঙৰ বিবৰণৰ পৰা আমি আৰু এটা কথা পাওঁ। তেওঁ যেনে—তেনে পৰিব্ৰাজক নহয় ; তেওঁ প্ৰগাঢ় পণ্ডিত আৰু পৰম জ্ঞানী বৌদ্ধ পণ্ডিত আছিল। ৬০৩ খৃষ্টাব্দত চীনৰ অন্তৰ্গত হোনান প্ৰদেশৰ চিন লিউ নগৰত হিউয়েনচাঙৰ জন্ম হয়। হিউনচাঙৰ তিনিজন ককায়েক আছিল। তেওঁৰ মাজুজন ককায়েক চাংচিয়ে তেওঁক সঙ্গতে বিদ্যাশিক্ষাৰ নিমিত্তে লোইয়াং চহৰলৈ লৈ যায়। ১৩ বছৰ বয়সত হিউয়েনচাঙে বৌদ্ধ শ্ৰমণ ব্ৰত গ্ৰহণ কৰে ; আৰু ২০ বছৰ বয়সত ভিক্ষু হৈ, তেওঁক পঢ়াবলৈ উপযুক্ত অধ্যাপক বিচাৰি চাংগানলৈ আহে। ইয়াত থাকোঁতেই তেওঁ ভাৰতবৰ্ষলৈ আহি লেখা-পঢ়া কৰিবৰ সঙ্কল্প কৰি, ছাব্বিশ বছৰ বয়সত চাংগান এৰি ৬২৯ খৃষ্টাব্দত ভাৰতবৰ্ষ পায়হি। ৬২৯ খৃষ্টাব্দৰ পৰা ৬৪৫ খৃষ্টাব্দলৈকে তেওঁ ভাৰতবৰ্ষত থাকে। ইয়াৰ পিছত তেওঁ নিজৰ দেশলৈ উভতি গৈ ভাৰতবৰ্ষৰপৰা লৈ যোৱা পুথিবিলাকৰ চীন ভাষাত

ভাঙনি কৰে। ৬৬৪ খৃষ্টাব্দত হিউয়েনচাঙৰ মৃত্যু হয়। ভাৰতবৰ্ষৰপৰা উভতি যাওঁতে তেওঁ তলত লিখা পুথি আৰু বস্তুবোৰ লগত লৈ যায়।

( ১ ) বুদ্ধদেৱৰ শৰীৰৰ পাঁচ শ বিধ স্মৰণ-চিহ্ন ( relics )।

( ২ ) বুদ্ধদেৱৰ দুখন সোণৰ মূৰ্ত্তি; তিনিখন চন্দন-কাঠৰ মূৰ্ত্তি, আৰু এখন ৰূপৰ মূৰ্ত্তি।

( ৩ ) ১২৪ খন মহায়ান বৌদ্ধ সূত্ৰ পুথি।

( ৪ ) ৬২০ খন আন আন পুথি।

এই বস্তুবোৰ বৈ লৈ যাবলৈ ২২টা ঘোঁৰা লাগিছিল।

চীন সম্ৰাটৰ আজ্ঞাত হিউয়েনচাঙে ৬৫৭ খন সংস্কৃত পুথি চীনা ভাষালৈ ভাঙে। তেওঁ টাটাং চিইউকি নামে বাৰখন কিতাপ লেখিছিল। সেই অমৰ কিতাপবোৰত নানা দেশৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, উৎপন্ন দ্ৰব্য, জাতি-বিভাগ, বৌদ্ধধৰ্ম্ম সংক্ৰান্ত গূঢ় বিষয়বোৰ, ইত্যাদি কথা তেওঁ লেখি থৈ গৈছে।

টাংছৱানচাং ৰজাৰ মন্ত্ৰী চাং ইৱে হিউয়েনচাঙৰ চিইউকি কিতাপৰ পাতনিত লেখিছে;—ত্ৰিপিটক পাৰদৰ্শী হিউয়েনচাং নামে এজন পণ্ডিত আছিল। তেওঁ সাধাৰণতঃ চিন্‌চি নামে খ্যাত আছিল। স্বভাৱৰ সৌন্দৰ্য্য আৰু পুণ্য তেওঁৰ গাত বিদ্যমান আছিল। * * তেওঁৰ জ্ঞান সুগভীৰ আছিল।... তেওঁৰ সুযশ দিগ দিগন্ত ব্যাপৃত হৈছিল। ... সকলো বিষয় বিবেচনা কৰি তেওঁ ইন্দ্ৰিয় সুখত বিৰত আছিল। ... হাতী বা অসুৰ যেনেকৈ জীৱবিলাকৰ ভিতৰত ডাঙৰ, তেৱোঁ সেইদৰে মানুহবোৰৰ ভিতৰত শ্ৰেষ্ঠ। যেনেকৈ সাৰস আৰু শেন চৰাই আন চৰাইবোৰতকৈ আকাশত ওখত উৰিব পাৰে, তেৱোঁ সেইদৰে বিদ্যাৰ আকাশত সকলোৰে ওপৰত বিচৰণ কৰিছিল। কি ৰাজদৰবাৰত কি গহন বনত সকলো ঠাইতে তেওঁ বিদ্যাৰ গৌৰৱেৰে পৰিচিত আছিল। ... তেওঁ ছাত্ৰ-অৱস্থাত পঢ়াত বৰ মনোযোগী আছিল। এক মুহূৰ্ত্তও তেওঁ অপব্যয় নকৰিছিল।... তেওঁ সকলো বিদ্যাত পাৰদৰ্শী হৈ শেহত বেদ অধ্যয়নত মন দিছিল। ... শুভক্ষণত তেওঁ হাতত লাখুটি লৈ দূৰদেশলৈ যাত্ৰা কৰিলে। ...তেওঁৰ তুলনাত পোওৱা (১) আৰু ফাহিয়ানে (২)

(১) এওঁ প্ৰথম চীনপৰ্যটক। আচল নাম চাংকিয়েন।

(২) এইজন চীন পৰ্য্যটক ৩৯৯ খৃষ্টাব্দৰ পৰা ৪১৯ খৃষ্টাব্দলৈকে ২০ বছৰ ভাৰতত আছিল।

অলপ দেশ হে দেখিছিল। হিউয়েন্‌চাঙে যিবিলাক দেশ ফুৰিছিল সেই এটাইবোৰ দেশৰ ভাষাকে তেওঁ আয়ত্ত কৰিছিল। ... এইদৰে তেওঁ ভাৰতীয় পুথিবোৰ শুদ্ধ কৰিবলৈ আৰু ভাৰতীয় লেখকসকলক অতিক্ৰম কৰিবলৈ সক্ষম হৈছিল। এটাইবোৰ পুথি তেওঁ তাল-পাতত লেখি নকল কৰি নিজৰ দেশলৈ লৈ আহিছিল।" ইত্যাদি,

হিউয়েন্‌চাঙে তেওঁৰ কিতাপত ভাৰতবৰ্ষীয় ভাষাৰ আৰু বৰ্ণমালাৰ কথ এইদৰে লেখিছে।—"ভাৰতবৰ্ষীয় বৰ্ণমালা ব্ৰহ্মদেৱৰ দ্বাৰাই ৰচিত হৈছিল, আৰু সেই সময়ৰপৰাই প্ৰচলিত হৈ আছে। এই বৰ্ণমালা লেখত ৪৭, আৰু দেশ কালপাত্ৰ অনুযায়ী শবদ ৰচনাৰ উপযোগীভাবে সংযুক্ত। এই বৰ্ণমালা নানা দেশৰ নানা ভাষাত প্ৰচলিত হৈছে, আৰু সেইবাবেই দেশভেদে উচ্চাৰণৰ ব্যতিক্ৰম দেখা যায়, কিন্তু সাধাৰণতঃ বিশেষ একো প্ৰভেদ নাই। মধ্য-ভাৰতত ই আদি কালৰপৰা একেভাৱেই আছে। এই ঠাইৰ (অৰ্থাৎ মধ্য-ভাৰতৰ) উচ্চাৰণ শুনিবলৈ মধুৰ আৰু দেৱতাসকলৰ ভাষাৰ নিচিনা। দাঁতি-কাষৰীয়া প্ৰদেশবোৰৰ মানুহৰ উচ্চাৰণত ভুল দেখা যায়, কিয়নো, তেওঁলোকৰ চৰিত্ৰগত দোষৰ বাবে ভাষাও দূষিত হৈ পৰে। ... লৰাবিলাকৰ শিক্ষা আৰু উৎসাহৰ নিমিত্তে সিহঁতক প্ৰথমতে বাৰ অধ্যায় থকা সিদ্ধবস্তু নামৰ পুথি পঢ়োৱা হয়। সিহঁত সাত বছৰ বয়সীয়া হলে সিহঁতক পঞ্চবিদ্যা নামৰ শাস্ত্ৰ পঢ়োৱা হয়। প্ৰথমতে সিহঁতে শব্দবিদ্যা পঢ়ে। এই পুথিয়ে শব্দৰ অন্বয় আৰু পদৰ ব্যুৎপত্তি বিষয়ৰ তত্ত্ব শিক্ষা দিয়ে। তাৰ পিছত সিহঁতে শিল্পস্থানবিদ্যা অৰ্থাৎ শিল্পশক্তি নিৰ্ণয়ক বিদ্যা আৰু জ্যোতিষ পঢ়ে। তাৰ পিছত চিকিৎসাবিদ্যা অৰ্থাৎ যি শাস্ত্ৰই স্বাস্থ্য ৰক্ষা আৰু গুপ্তমন্ত্ৰবিদ্যা শিক্ষা দিয়ে তাকে পঢ়ে। তাৰ পিছত হেতুবিদ্যা আৰু আত্মবিদ্যা সিহঁতক শিক্ষা দিয়া হয়। ... ব্ৰাহ্মণে চতুৰ্ব্বেদ অধ্যয়ন কৰে। প্ৰথম বেদক আয়ুৰ্ব্বেদ বোলে, কিয়নো, ই জীৱনৰক্ষাৰ বিষয়ে পৰ্য্যালোচনা কৰে। দ্বিতীয় যজুৰ্ব্বেদ, তৃতীয় সামবেদ আৰু চতুৰ্থ অথৰ্ব্ববেদ।" ইত্যাদি।

আমি ওপৰত কৈ আহিছোঁ যে হিউয়েনচাঙে খৃষ্টীয় সপ্তম শতিকাৰ আসামৰ অৰ্থাৎ পুৰণি কামৰূপৰ ভাষাক মধ্য-ভাৰতৰ ভাষাতে লৈতে অলপ স্বাধান বোলেগ বুলিছে। তেওঁ মধ্য-ভাৰতৰ ভাষাৰ যথা কৈছে

যে, সি আদি কালরপরা একে ভাৱেই আছে, আৰু সেই ভাষাৰ উচ্চাৰণ শুনিবলৈ মধুৰ, শুদ্ধ আৰু দেৱভাসকলৰ ভাষাৰ নিচিনা। অসমীয়া ভাষাও বেতিয়া প্ৰায় সেই ভাষাৰ নিচিনা বুলি তেওঁ কৈছে, সেইটো যে অসমীয়া ভাষাৰ পক্ষে কি গৌৰৱৰ আৰু কি অহঙ্কাৰ কৰিবৰ কথা আপোনাসকলে ভাবি চাওঁক। আৰু এইধাৰ কথা কোনে কৈছে? বেদ বেদান্ত আৰু দৰ্শনাদি ৬৫৭খন সংস্কৃত গ্ৰন্থৰ অনুবাদক মহা পণ্ডিত মহা ধাৰ্ম্মিক ঋষিতুল্য হিউয়েন-চাঙে কৈছে. যি জীৱনত মিছা কথা নকৈছিল আৰু সকলো বিষয় বিবেচনা কৰি চলিছিল; যি হিউৱেনচাং বিৰচিত চিউইকি গ্ৰন্থৰ কথা মিষ্টৰ ভিন্‌চেণ্ট স্মীথে ( Mr Vincent Smith ) আগৰ কালৰ ভাৰতবৰ্ষৰ বুৰঞ্জী (Early History of India) কিতাপত এইদৰে লিখিছে,—"His book is a treasure-house of accurate information indispensable to every student of Indian antiquity and has done more than any archaeological discovery to render possible the remarkable resusciation of lost Indian history which has recently been effected." আমি ওপৰত কৈ আহিছোঁ যে চিইউকি কিতাপৰ পাতনিত টাংছয়েনচাং ৰজাৰ মন্ত্ৰী চ্যাং ইউয়ে লেখিছে যে হিউয়েনচাঙে যি যি দেশলৈকে গৈছিল সেই সেই দেশৰে ভাষা আয়ত্ত কৰিছিল। ইয়াৰ দ্বাৰাই এইটো বেছ প্ৰমাণ হয় যে তেওঁ মধ্যভাৰতৰ ভাষাও শিকি জানিছিল আৰু কামৰূপৰ ভাষাও শিকি জানিছিল। এইদেখি সংস্কৃতত অগাধ পণ্ডিত, মধ্য-ভাৰতৰ আৰু কামৰূপৰ ভাষাত অভিজ্ঞ হিউয়েন্‌-চাঙে সেই দুই ভাষাৰ সাদৃশ্যৰ বিষয়ে যি কৈছে সি অকাট্য বুলি ধৰিব পাৰি। অসমীয়া ডাকৰ বচনৰ পুথি খৃষ্টীয় ৮ম শতিকাত বিৰচিত হৈছিল বুলি বঙ্গালী পণ্ডিত দীনেশচন্দ্ৰ সেনে কৈছে; আমি আমাৰ আগৰ এক প্ৰবন্ধত সেই পুথি খৃষ্টীয় ৫ম কি ষষ্ঠ শতিকাত ৰচিত হৈছিল বুলি আহিছোঁ। এতিয়া এই দুই-বুধীয়া দুই মত এৰি দিও যদি আপোনাসকলে গ্ৰীক দাৰ্শনিক পণ্ডিত এৰিষ্টটোল আৰু প্লেটোৱে দিয়া Golden mean অৰ্থাৎ মাজৰটো ধৰে তেন্তে দেখিব যে আপোনাসকলে সপ্তম শতিকা পাৱে—অৰ্থাৎ খৃষ্টীয় সপ্তম শতিকাত ডাকৰ পুথি ৰচিত হোৱাটো উলিয়ালে। খৃষ্টীয় সপ্তম শতিকাতে হিউয়েন্‌চাং আসামলৈ অৰ্থাৎ কামৰূলৈ আহিছিল; সেইদেখি

তেওঁ সেই সময়ত আসাম কামৰূপত প্ৰচলিত অসমীয়া ভাষাৰ কথা কৈছিল, যাৰে সৈতে শুদ্ধ, মধুৰ, দেৱভাসকলৰ ভাষাৰ নিচিনা মধ্য-ভাৰতৰ ভাষাৰ প্ৰভেদ অতি অলপ। সেই ভাষাৰ চানেকি আমি কত পাওঁ ? ডাকৰ বচনৰ পুথিত পাওঁ। কাৰণ সি সেই কালত প্ৰচলিত আসাম-কামৰূপীয়া ভাষাত অৰ্থাৎ অসমীয়া ভাষাত ৰচিত। ডাকৰ পুথিৰ ভাষাৰে সৈতে আজিকালিৰ অসমীয়া ভাষাৰ প্ৰভেদ নায়েই বুলিব লাগে, থাকিলেও সি মণিব নোৱাৰা। ভাৰতৰ আন আন প্ৰদেশৰ ভাষাৰ কত সালসলনি হৈছে, পৰিবৰ্ত্তন ঘটিছে, আৰু সেই পৰিবৰ্ত্তন ইমান দূৰ হৈছে, যে আগৰ যুগৰ ভাষাই পিছৰ যুগৰ ভাষাক চিনিব নোৱাৰা হৈছে ; কিন্তু আজিৰ অসমীয়া ভাষাৰ গঢ় সপ্তম শতিকাৰ অসমীয়া ভাষাৰ নিচিনা হৈয়েই আছে, যি ভাষা হিউয়েনচাঙৰ মতে মধ্যে-ভাৰতৰ ভাষাৰে সৈতে অলপ হে বেলেগ আছিল, যি মধ্যভাৰতৰ ভাষা শুদ্ধ সুমধুৰ দেৱভাষাৰ নিচিনা আৰু আদি কালৰপৰা একে দৰেই আছে। অসমীয়া ভাই সকল! আপোনাসকলৰ মাতৃভাষা এনে অসমীয়াভাষাৰ সুখ্যাতি আৰু গৌৰৱত আপোনাসকলে নিজক গৌৰৱান্বিত অনুভৱ নকৰে নে ?

আৰু এটা আমি এই বৃত্তান্তৰ ভিতৰত পাইছোঁ, আপোনাসকলে মন কৰিছে নে নাই কব নোৱাৰোঁ। সেই কালত ভাৰতবৰ্ষত লৰাক শিক্ষা দিয়া প্ৰণালী যেনে আছিল আজিলৈকে আসামত তেনেকুৱাই আছে। অৱশ্যে আজিকালি আসামৰ স্কুলত অসমীয়া লৰাক ইংৰাজী কি অসমীয়া পঢ়োৱা প্ৰণালীৰ কথা আমি নাই কোৱা। আসামত ইংৰাজী শিক্ষাৰ বেছি প্ৰচাৰ হোৱাৰ আগয়ে নগৰত আৰু গাৱঁত, আৰু আজিকালি গাৱঁত যেনেকৈ অসমীয়া লৰাক বিদ্যাৰম্ভ কৰাই লেখা-পঢ়া শিকায় তাৰ কথা হে আমি কৈছোঁ। হিউয়েনচাঙে লেখিছে যে ভাৰতত লৰাবিলাকক প্ৰথমতে বাৰ অধ্যায় থকা সিদ্ধবস্ত নামৰ কিতাপ পঢ়ায়। এই সিদ্ধবস্ত আমাৰ আসামৰ "সিদ্ধিৰস্ত" পঢ়োৱাৰ বাহিৰে আন একো নহয়। সিদ্ধিবস্তুক নিশ্চয় হিউয়েন-চাঙৰ কিতাপৰ অনুবাদকসকলে ভুলকৈ সিদ্ধবস্ত কৰিছে। শব্দবিদ্যা শিকাৰ কথা তেওঁ যি কৈছে, সেইটো যে আমাৰ শবদ-সধা তাক মকলেও হব। শবদ-সধা কাক কয় আজিকালি ইংৰাজী পঢ়া নতুন ছাত্ৰৰে নাজানিব পাৰে। "দেৱ শব্দৰ প্ৰথমাৰ সি ; সোন্তস্থ বিসৰ্গ ন বিৰাময়ো" এইদৰে সূত্ৰ মাতি "দেৱঃ

মেবৌ মেবাঃ” ইত্যাদি শবদ শিকাকে শবদ-সধা কয়। আগৰ আসামৰ সংস্কৃত পঢ়াশালিত ব্যাকৰণ পঢ়াৰ পিছত জ্যোতিষ পঢ়া আৰু চিকিৎসাশাস্ত্র পঢ়া হোৱাৰ কথাও অনেকে জানে। ইয়াৰ পিছত হেতুবিদ্যা অৰ্থাৎ ন্যায়শাস্ত্র আৰু দৰ্শনশাস্ত্র শিক্ষা দিয়াও হৈছিল।

চতুৰ্থ যুগ—সপ্তম শতিকাৰপৰা দ্বাদশ শতিকাৰ মাজলৈকে। হিউয়েনচাঙে আসাম এৰি যোৱাৰ পিছৰপৰা এন্ধাৰে আকৌ আসাম ঢাকিলে ; অৰ্থাৎ এনে কোনো বিৱৰণ নাই যাৰপৰা আমি তাৰ পিছৰ যুগৰ আসামৰ বিষয়ে জানিব পাৰোঁ। কিন্তু ডাৱৰীয়া আউহী-বাভিত বিজুলীৰ পোহৰৰ দৰে খনচেৰেক তামৰ-ফলি আৰু পৰ্ব্বতৰ গাৰ শিলৰ ওপৰত লেখা ওলাইছে যিবোৰৰ চকা-চমকা পোহৰৰ দ্বাৰাই সেই এন্ধাৰতো অলপ-অচৰপ বাট পাব পাৰি। ছখন তামৰ-ফলি পোৱা গৈছে,—প্ৰথমখন তেজপুৰত পোৱা গৈছে, বানমালা ৰজাৰ। দ্বিতীয়খন নগাওঁত পোৱা গৈছে, বলবৰ্ম্মণ ৰজাৰ। তৃতীয় আৰু চতুৰ্থখন সুৱালকুচি আৰু বৰগাওঁত পোৱা গৈছে, ৰত্নপাল ৰজাৰ। পঞ্চমখন গুৱাহাটীত, ৰত্নপাল ৰজাৰ। আৰু ষষ্ঠখন কাশীত পোৱা গৈছে, বৈদ্যদেব ৰজাৰ।

এইবোৰৰ উপৰি তেজপুৰৰ ওচৰৰ পৰ্ব্বতৰ শিলৰ গাত কটা আখৰেৰে লিখা পোৱা গৈছে, তাত হৰ্জৰ বৰ্ম্মণ ৰজাৰ নাম আৰু ৫১০ গুপ্ত-শক (৮২৯ খৃষ্টাব্দ) আছে। এওঁ তেজপুৰ আৰু নগাওঁৰ তামৰ-ফলিত লেখা বানমালা আৰু বলবৰ্ম্মণ ৰজাৰ কৈদৰ দ্বিতীয়জন ৰজা। এটাইবোৰ তামৰ-ফলিতে সকলো নগৰৰ শ্ৰেষ্ঠ প্ৰাগজ্যোতিষৰ কথা, কামৰূপ বিজয়ী নৰকাসুৰৰ, তেওঁৰ পুত্ৰেক ভগদত্তৰ আৰু সেই বংশৰ কেইবা পুৰুষলৈকে পিছৰ ৰজাসকলৰ কথা আছে। আসাম বুৰঞ্জী লেখক মিষ্টৰ গেইটে এই তামৰ-ফলিবোৰ আৰু শিলৰ ওপৰত ওলোৱা লেখা মিলাই সামঞ্জস্য কৰি সিদ্ধান্ত কৰিছে যে প্ৰায় ৭৬৪ খৃষ্টাব্দত শালস্তম্ভ নামে ম্লেচ ৰজা একনে ভাস্কৰবৰ্ম্মাৰ বংশৰ ৰজাক জয় কৰি কামৰূপৰ ৰাজপাট অধিকাৰ কৰে। ইয়াৰ দ্বাৰাই কটুকটীয়াকৈ দেখিবলৈ পোৱা যায় যে হিউয়েনচাঙে আসাম এৰি যোৱাৰ কিছুমান বছৰৰ পিছতে এই কাৰ্য্য সাধিত হয়। শালস্তম্ভৰ পিছত সেই বংশী কুৰিজন ৰজাই কাম

ৰূপত ৰাজত্ব কৰে। এই ৰজাসকল শুৰিতে যদিও ম্লেচ্ছ আছিল, পিছত তেওঁলোকে হিন্দু ধৰ্ম্ম আৰু হিন্দু আচাৰ গ্ৰহণ কৰি হিন্দু হৈছিল। প্ৰায় ৮০০ খৃষ্টাব্দত প্ৰলম্ব নামে এজনে এই শালস্তম্ভ বংশী ৰজাক হকৰাই বধ কৰি কামৰূপৰ ৰজা হয়। প্ৰলম্ব বংশী ৰজাৰ তিনটি চিন পোৱা গৈছে,—তেজপুৰৰ শিলৰ ওপৰত থকা লেখা ; তেজপুৰত পোৱা তাম্ৰ-ফলি আৰু নগাৱঁত পোৱা তাম্ৰ-ফলি। তেজপুৰৰ তাম্ৰ-ফলিৰপৰা তিনিজন ৰজাৰ নাম পোৱা যায়,—প্ৰলম্ব, হৰ্জৰ, আৰু বানমালা। নগাৱঁৰ ফলিত প্ৰলম্বৰ নাম নাই, কিন্তু জয়মালা, বীৰবাহু, আৰু বলবৰ্ম্মণ এই কেইটা নাম বেছি পোৱা যায়। হৰ্জৰৰ পুতেক বানমালাই অনেক বছৰ ৰাজত্ব কৰে। তেওঁ শৈব আছিল। তেওঁৰ ৰাজ্য সমুদ্ৰ পৰ্য্যন্ত বিস্তাৰিত হৈছিল। বঙ্গদেশৰ ৰজা দেবপালৰ তাম্ৰ-ফলি এখনত লেখা আছে যে তেওঁ কামৰূপৰ ৰজা এজনে উৰিষ্যাৰ ৰজাৰ বিপক্ষে কৰা যুদ্ধত সহায় কৰিছিল। এই জন ৰজাকে বানমালা বুলি থিৰ কৰা হৈছে। বলবৰ্ম্ম এই বংশৰ ষষ্ঠ ৰজা। গেইট চাহাবে ত্যাগসিংহ ৰজাক প্ৰলম্ব বংশী শেহ ৰজা বুলি ধৰিছে। প্ৰায় ২০০ বছৰ এই বংশী ৰজা সকলে ৰাজত্ব কৰে। এই বংশী ৰজাৰ ৰাজধানী গুৱাহাটীৰ উত্তৰে তেজপুৰৰ ওচৰত আছিল। ইয়াৰ পিছত প্ৰায় ১০০০ খৃষ্টাব্দত পাল বংশৰ প্ৰথম ৰজাই কামৰূপৰ ৰাজপাটত উঠে। ব্ৰহ্মপাল এই বংশ স্থাপন কৰোঁতা প্ৰথম ৰজা। এই পাল বংশী ৰজাসকল বঙ্গদেশৰ পাল বংশী ৰজা নহয়। এওঁলোকৰো উপৰিপুৰুষ সেই বিখ্যাত নৰকাসুৰেই বুলি কয়। কিন্তু পাল বংশী ৰজাৰ তাম্ৰ-ফলিবিলাকত এওঁলোকক ম্লেচ্ছ বা অহিন্দু ৰজা বুলি উল্লেখ কৰা হৈছে। এওঁলোকে শেহ ভোখৰত হিন্দুধৰ্ম্মৰ আচাৰ নীতি গ্ৰহণ কৰি নৈষ্ঠিক হিন্দু হৈছিল। ব্ৰহ্মপালৰ পিছত তেওঁৰ পুতেক ৰত্নপাল ৰজা হয়। এই ৰত্নপালৰ দুখন তাম্ৰ-ফলি ( সুৱালকুচি আৰু বৰগাওঁ ) পোৱা হৈছে। তেওঁ যথ বলী আৰু যুজাৰু ৰজা আছিল। ৰত্নপালযে সৈতে গুৰ্জ্জৰ, গৌৰ, কেৰেলা আৰু দক্ষিণৰ ৰজাবোৰৰ যুদ্ধ হৈছিল বুলি উল্লেখ আছে। তেওঁৰ ৰাজধানী ব্ৰহ্মপুত্ৰৰ পাৰত আছিল, আৰু তাৰ নাম দুৰ্জয় আছিল। পণ্ডিত, ধাৰ্ম্মিক আৰু কবিসকলক তেওঁ উৎসাহ দি তেওঁৰ ৰাজধানীত ৰাখিছিল। তেওঁৰ কেইবাটাও তাম্ৰৰ খনি আছিল। সম্ভৱতঃ ভুটানত। ভুটান তেতিয়া

কামৰূপৰ বজাৰ অধীনত আছিল। বত্নপালৰ পিছত তেওঁৰ পুতেক পুৰন্দৰ পাল আৰু পুৰন্দৰপালৰ নাতিয়েক ইন্দ্ৰপাল বজা হয়। এই ইন্দ্ৰপালকে বোধহয় বঙ্গদেশৰ বজা বিজয়সেনে কৰতলীয়া কৰে। এই কথা বাজসাহীত তামৰ-ফলি এখনত উল্লেখ আছে। ইয়াৰ এশ কি পঞ্চাশ বছৰৰ পিছত লেখা তামৰ-ফলিৰ ( কাশীত পোৱাখন ) সময়ত কামৰূপৰ বজা উত্তৰ-বঙ্গৰ পাল-বজাৰ কৰতলীয়া হোৱাটো পোৱা যায়। প্ৰায় ১১৩৩ খৃষ্টাব্দত কামৰূপৰ বজা তিস্যদেৱে বঙ্গদেশৰ বজা কুমাৰপালৰ অধীনতা-শৃঙ্খলৰপৰা মুকলি হব খোজাত, কুমাৰপালে সৈন্য-সামন্তেৰে তেওঁৰ মন্ত্ৰী বৈদ্যদেৱক তিস্যদেৱৰ বিৰুদ্ধে পঠিয়াই দিয়ে। সেই যুদ্ধত তিস্যদেৱে বৈদ্যদেৱৰ হাতত হাৰি প্ৰাণ হেৰুৱায়; বৈদ্যদেৱে তেওঁক মাৰি কামৰূপৰ ৰাজপাটত উঠি বজা হয়। কিন্তু যদিও বৈদ্যদেৱে নিজক বঙ্গদেশৰ বজাৰ অধীন বজা যেন দেখুৱাইছিল, কিন্তু কাৰ্য্যত তেওঁ বাজাধিৰাজ উপাধি লৈ স্বাধীন হৈ পৰিছিল। বত্নপালৰ নাতিয়েক ইন্দ্ৰপালৰ দিনতে কামৰূপ মাতৃৰ ডিঙিৰপৰা স্বাধীনতা-সোণৰ সাতসৰি হাৰ কাঢ়ি নি পৰাধীনতা-লোৰ শিকলি তেওঁৰ ডিঙিত পিন্ধোৱা হয়। তিস্যদেৱৰ দিনত ১১৩৩ খৃষ্টাব্দত কামৰূপৰ গৌৰৱ-ৰবি অস্ত যায়।

এই যুগৰ পুথি দীপিকাছন্দ। ৰায় মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই দীপিকাছন্দ পুথি খৃষ্টীয় একাদশ শতিকাত ৰচিত হৈছিল বুলি তেওঁ ছপা কৰোৱা দীপিকাছন্দ কিতাপৰ পাতনিত লেখিছে।

আমি ওপৰত কৈ আহিছোঁ যে শালস্তম্ভ বংশী বজাৰ পিছত প্ৰলম্ব কামৰূপৰ বজা হয়। প্ৰলম্বই প্ৰায় ৮০০ খৃষ্টাব্দত ৰাজপাট অধিকাৰ কৰে। তেজপুৰৰ তামৰ-ফলিত উল্লেখ কৰা বানমালা এই বংশৰ তৃতীয় বজা। একোজন বজাৰ ৰাজত্বকাল যদি গৰে ১৬ বছৰকৈ ধৰা যায় তেন্তে প্ৰায় ৮৫০ খৃষ্টাব্দত অৰ্থাৎ নবম শতিকাৰ মাজ ভোখৰত বানমালাই ৰাজত্ব কৰে। প্ৰলম্ব বংশী বজাসকলৰ দিনত শৈৱধৰ্ম্ম কামৰূপত প্ৰবল আছিল। বানমালা নৈষ্ঠিক শৈৱ বুলি প্ৰখ্যাত। বানমালাৰ ৰাজধানী সম্ভৱতঃ গুৱাহাটীৰ পূবে তেজপুৰৰ ওচৰত আছিল। ধৰ্ম্মপাল নামে সূৰ্য্যবংশী ক্ষত্ৰিয় বজা এজনে পশ্চিমৰপৰা আহি কামৰূপত এখন বাজ্য স্থাপন কৰে। তেওঁৰ ৰাজধানী গুৱাহাটীৰ পশ্চিমে

আছিল। এই ধৰ্ম্মপালৰ সৈতে পিছৰ পালবংশী ৰজাসকলৰ কোনো সম্বন্ধ নাই। তেওঁ তেওঁৰ ৰাজ্যত উত্তৰ ভাৰতৰপৰা অনেক পণ্ডিত ব্ৰাহ্মণ সজ্জন আনি বহুৱায়। বিখ্যাত কেন্দুকলাই বাপু তেওঁৰ দিনৰে মানুহ। তেওঁৰ পিছত পদ্মনাৰায়ণ আৰু চন্দ্ৰনাৰায়ণ ৰজাকে আদি কৰি অনচেবেক ৰজা হয়। ৰামচন্দ্ৰ সেই বংশৰ শেষ ৰজা বুলি গেইটচাহাবে তেওঁৰ বুৰঞ্জীত লেখিছে। ৰামচন্দ্ৰৰ ৰাজধানীৰ নাম ৰত্নপুৰ। ৰত্নপুৰ মাজুলীত আছিল। ৰত্নপুৰ কেইবাজন ৰজাৰ ৰাজধানী আছিল। ব্ৰহ্মপুত্ৰই এই ৰত্নপুৰ নগৰ খহাই নি তাৰ চিন নাইকিয়া কৰিলে। দীপিকাছন্দত লেখা আছে যে ৰত্নপুৰ হৰবিন্দৰ পুতেক কুশাৰণ্যৰো ৰাজধানী আছিল। কুশাৰণ্য গৌৰ, কামৰূপ আৰু জয়ন্তীয়াৰ ৰজা আছিল।

দীপিকা ছন্দত আছে ঃ—

"হৈবেক লোহিত কূলে ৰাজাৰ নগৰ।
সান্তনু নন্দন আদি তীৰ্থ মনোহৰ॥
তাহাতে হৈবেক পুৰী সুবৎসল।
হয় হস্তী ৰথ গজে ছত্ৰে সুনিৰ্ম্মল॥
হৰবিন্দ নাম তাৰ হৈবে নৰপাল।
চন্দ্ৰপ্ৰভা নাম হৈব নগৰী বিশাল॥
সিটো নৃপতিৰ হৈব দেৱ ধৰ্ম্মে ৰতি।
বিপ্ৰ বাক্য নকৰিব বুজিয়া প্ৰবৃত্তি॥
পঞ্চধিক ষাঠি বৰ্ষ পালিবেক মহী।
*        *        *        *
তাহাৰ তনয় ৰাজা হৈবেক প্ৰধান॥
কুশাৰণ্য নাম তাৰ হৈবেক প্ৰখ্যাত।
কুশৰ মূলত জাত হৈবেক ভৰাত॥
অসংখ্যাত সূৰ্য্যবিপ্ৰ সঙ্গে কৰি মিৰ॥
পিপ্লাবন তীৰ্থে যাই আদিত্য পূজিব॥
*        *        *        *
গৌৰে কামৰূপে আৰু জয়ন্তা মাগধে।

হৈবে একছত্র ৰাজা অতি বিদগধে ॥
তাহাৰ নগৰ হৈব নাম ৰত্নপুৰ।
শ্রবণ কীর্ত্তন ভক্তি হৈবেক প্রচৰ ॥
বিংশতি অধিক শত বৰিষ প্রথ্যাত।
পালিবে ধৰণী তাৰ নাহিকয় পাত ॥
* * * *
হৈবে সাত পুত্র তাৰ লোকে নসহিব।
সাত খণ্ড কৰি ৰাজ্য বিভাগিয়া লৈব ॥”

গেইট চাহাবে তেওঁৰ আসামবুৰঞ্জীত ৰামচন্দ্রকে সেই বংশৰ শেষ ৰজা বুলি কোৱা কথা দীপিকাছন্দ পঢ়িলে ঠিক নহয় যেন লাগে। দীপিকাছন্দ পুথি ৰচোঁতাজনৰ নাম পুৰুষোত্তম গজপতি। গজপতিয়ে দীপিকাছন্দত নিজৰ চিনাকি এইদৰে দিছে:—

“চাৰি ৰূপ ধৰি, শ্রীৰাম, লক্ষ্মণ,
ভৰতাই শত্রুঘন।
হেনয় ৰামৰ পদে মজি ৰৌক
আমাৰ বালক মন ॥
তাহান বংশত জন্ম ভৈলোঁ, হেন
কৰোঁ মনে অহঙ্কম।
কাতৰ কৰিয়া শৰণ পশিলোঁ
পামৰ পুৰুষোত্তম ॥”

“মই মহা আহঙ্কমী পৰম দুৰ্ব্বাৰ।
শ্রীৰাম বংশে ভৈলোঁ মহাৰাজা সাৰ ॥
এক খণ্ড পৃথিবীৰ ভৈলোঁ অধিপতি ‘
মোহোৰ সমান কোন আছয় নৃপতি ॥
গজবাজি পদাতি ৰথৰ সীমা নাই।
এহিমত্ত গৰ্ব্বে মোৰ দিন বহি যায় ॥”
“হে প্রভু ভগৱন্ত দেৱতা শ্রীৰাম।
তোমাৰ দুখনি পায়ে কৰোঁ মহো প্রণাম ॥

তযু নিজ অনুজৰ নাতি পুৰুষোত্তম।
মোৰ মুখে সদা স্ফুৰোক কৃষ্ণনাম ॥”

ৰায় মাধৱচন্দ্ৰ বৰদলৈ বাহাদুৰে দ্বিতীয় বাৰ ছপা দীপিকাছন্দৰ পাতনিত কৈছে ;—

“এই অতি প্ৰাচিন পুথিখনি প্ৰথমবাৰ ছপোৱাত ইয়াৰ লিখক পুৰুষোত্তম গজপতি কোন সময়ত কোন দেশৰ ৰজা জনা নাছিলোঁ। এতিয়া অনেক অনুসন্ধান কৰি জানিব পাৰিছোঁ, যে এওঁ কামৰূপৰ ক্ষত্ৰিয় জীতাৰি বংশৰ ৰজা আছিল। অনুমান একাদশ শতিকাত এওঁ এই পুথিখনি লেখিছিল। আৰু জীতাৰি বংশৰ শেষ ৰজা ৰামচন্দ্ৰৰ অনুজৰ এওঁ নাতি আছিল, দাশৰথি ৰামৰ অনুজৰ নাতি নহয়, কাৰণ সেইটি অসম্ভৱ। যি সময়ত এই পুথি খনি লিখা হৈছিল সি সময়ত বৌদ্ধধৰ্ম্ম এই দেশত কি ভাৰতৰ অন্যান্য দেশতো হ্ৰাস পাইছিল, এনে কি বৌদ্ধ শব্দটিয়েই ঘৃণনীয় হৈছিল। এই পুথিত বৌদ্ধধৰ্ম্মৰ যেনে নিন্দাবাদ দেখা গৈছে তদ্দ্বাৰায় আমি এই কথাটি ঠিৰাং কৰিছোঁ।”

গেইট চাহাবেও ৰামচন্দ্ৰকে এই বংশৰ শেষ ৰজা বুলিছে। কিন্তু গজপতিয়ে নিজক ৰামচন্দ্ৰৰ অনুজৰ নাতি বুলি চিনাকি দিছে. আৰু নিজক “নৃপতি” “মহাৰাজা” আৰু একখণ্ড পৃথিবীৰ অধিপতি বুলি চিনাকি দিছে। মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াৰ মতে এওঁ জীতাৰিবংশৰ শেষ ৰজা ৰামচন্দ্ৰৰ অনুজৰ নাতি, দাশৰথি ৰামচন্দ্ৰৰ অনুজৰ নাতি নহয়। জীতাৰি বংশ বুলি কোনো ৰজাৰ বংশৰ নাম গেইট চাহাবৰ বুৰঞ্জীত নাই। কিন্তু পশ্চিমৰপৰা অহা ক্ষত্ৰিয় ধৰ্ম্মপালে স্থাপন কৰা আৰু ৰামচন্দ্ৰ ৰজাত শেষ হোৱা বংশই জিতাৰি বংশ হব পায়। ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাই তেওঁৰ বুৰঞ্জীত এই ৰজাসকলকে জিতাৰি বংশীয় বুলি উল্লেখিয়াইছে। তেওঁ কয় “জিতাৰি নামে এজনা ক্ষত্ৰিয় সন্ন্যাসী ভাটীৰপৰা আহি কামৰূপৰ নামনি খণ্ডত ৰজা হৈছিল। তেওঁ আৰু তেওঁৰ পাছত জল্পেশ্বৰ নামে এজনা ৰজা হয়। তেওঁৰ ৰাজধানী এতিয়াৰ জলপাইগুৰি যত জল্পেশ্বৰ নামে দেৱালয় আছে তত আছিল। এইজনা ৰজাই জল্পেশ্বৰ দেৱালয় স্থাপন কৰে।... কোনো বুৰঞ্জী মতে জিতাৰিয়ে ৭২ বছৰ আৰু তেওঁৰ পুত্ৰ সুৰেন্দ্ৰকে ১০৫

বছৰ ৰাজত্ব কৰে। এওঁৰ পাছত পদ্মনাৰায়ণ, চন্দ্ৰনাৰায়ণ, মহেন্দ্ৰনাৰায়ণ, গজেন্দ্ৰনাৰায়ণ, ৰামনাৰায়ণ, জয়নাৰায়ণ, খোৰনাৰায়ণ আৰু ৰামচন্দ্ৰ প্ৰত্যেকে ১০৫ বছৰ ৰাজত্ব কৰে। ৰামচন্দ্ৰৰ দিনতে এই বংশ লোপ পায়।” ওপৰৰ এই কথাৰপৰা বুজা যায় যে সেইট চাহাবে লেখা ক্ষত্ৰিয় ধৰ্ম্মপালে আৰম্ভ কৰা আৰু ৰামচন্দ্ৰই শেষ কৰা এই বংশই জিতাৰি বংশ। এতিয়া চাব লাগে, যদি দীপিকাছন্দৰ গ্ৰন্থকৰ্ত্তা পুৰুষোত্তম গজপতি এই জিতাৰি বংশৰ শেষ ৰজা ৰামচন্দ্ৰৰ অনুজৰ নাতি হে, তেনেহলে ৰামচন্দ্ৰতে সেই বংশ শেষ হোৱা নাই; কাৰণ গজপতিয়ে নিজক নৃপতি আৰু একখণ্ড পৃথিবীৰ অধিপতি বুলি চিনাকি দিছে। আৰু তেওঁ যে আচল দাশৰথি ৰামচন্দ্ৰৰ হে অনুজৰ নাতি সেইটো ওপৰত ভুলি দিয়া তেওঁৰ ৰচনা পঢ়িলেই জানি। তেওঁ স্পষ্টকৈ লক্ষ্মণ, ভৰত, শত্ৰুঘ্নৰ ককায়েক ৰামচন্দ্ৰখ কথা কৈছে। আমাৰ মনেৰে তেওঁ দাশৰথি ৰামচন্দ্ৰৰ ভায়েক ভৰতেই হওক বা শত্ৰুঘনেই হওক বা লক্ষ্মণেই হওক, কোনো এজনৰ বংশৰ ৰজাৰ লৰা বুলি নিজক পৰিচয় দিছে। অনুজৰ নাতি বুলিলেই অনুজৰ পৌত্ৰ হব লাগে এনে নহয়। সেই বংশৰ অনেক নামনি পুৰুষৰ লোককো নাতি বোলাটো অপ্ৰচলিত নহয়। অমুকৰ ঘৰৰ নাতি বুলিলেই যে পুৰুষানুক্ৰমমতে সেই ঘৰৰ পৌত্ৰ হব লাগে এনে নহয়। কমলাবাৰীৰ সত্ৰৰ ( খাইখনৰ ) অধিকাৰক "আতাৰ নাতি” অৰ্থাৎ কমলাবাৰী সত্ৰ সংস্থাপক পদ্ম আতা বা বদুলা আতাৰ নাতি বোলে। সেই নাতি মানে বদুলা আতাৰ পৌত্ৰ নহয়। পৰ্ব্বতীয়া গোসাঁই এঘৰকো নাতি-গোসাঁই বোলে। সেইদেখি গজপতিয়ে নিজক দাশৰথি ৰামচন্দ্ৰৰ অনুজৰ নাতি বুলি কোৱাত আমি একো লেঠা নেদেখোঁ। যদি তেওঁ জিতাৰি বংশী ৰজা হয়, তেন্তে তেওঁ সেই বংশৰ শেষ ৰজা ৰামচন্দ্ৰৰ আগেয়ে ৰাজ্যভোগ কৰিছিল সেইটোও অস্বীকাৰ কৰিব নোৱাৰি, কাৰণ ৰামচন্দ্ৰকে সেই বংশৰ শেষ ৰজা বুলি ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱা, মাধৱচন্দ্ৰ বৰদলৈ আৰু মিষ্টৰ গেইটে কৈছে। জিতাৰি বংশৰ ৰজাই কামৰূপৰ্ত কেতিয়া ৰাজত্ব কৰিছিল সেইটো তালকৈ ঠিক কৰিব নোৱাৰি। সপ্তম শতিকাৰ ভাস্কৰ বৰ্ম্মাৰ পিছত দ্বাদশ শতিকাৰ মাজলৈকে যি কেইবংশৰ ৰজাই ৰাজত্ব কৰিছিল, সেই কেইবংশৰ কথা আমি ওপৰত

কৈ আহিছোঁ। ইয়াৰ ভিতৰত জিতাৰি বংশলৈ ঠাই কতা? যদি নাই, তেন্তে সপ্তম শতিকাৰ আগেয়ে সেই বংশী ৰাজাই ৰাজত্ব কৰে। আমাৰ বিবেচনাত গজপতি ষষ্ঠ শতিকাৰ ৰজা, আৰু দীপিকাছন্দ ষষ্ঠ শতিকাত ৰচিত পুথি। দীপিকাছন্দৰ পাষণ্ডকলা বৰ্ণনাত আছে,—

"হৈবেক অধৰ্ম্মকাৰী লোক ভাৰতৰ।
তিনি দিশে তিনি ৰাজা হৈবে অনন্তৰ॥
এক গোট অশ্বপতি আৰ গজপতি।
অপৰ গোটৰ নাম জানা নৰপতি॥"

হিউয়েনচাঙেও তেওঁৰ চিইউকি কিতাপত জম্বুদ্বীপৰ চাৰিফালৰ চাৰিজন ৰাজচক্ৰবৰ্ত্তীৰ কথা লেখিছে—"দক্ষিণত গজপতি,—এই দেশ বহ, আৰু সেমেকা; হাতীবোৰৰ পক্ষে উপযোগী। পশ্চিমত ছত্ৰপতি,—ইয়াত যথেষ্ট ৰত্ন পোৱা যায়। উত্তৰত অশ্বপতি,—ঘোৰাৰ পক্ষে এই দেশ উপযোগী। পূবত নৰপতি,—এই দেশৰ স্বাস্থ্য সুন্দৰ আৰু দেশখনত বহুৎ মানুহ।"

নৰকাসুৰৰ দিনৰপৰা প্ৰাগ্‌জ্যোতিষপুৰ কামৰূপৰ ৰাজধানী আছিল। কিন্তু জিতাৰি বংশৰ কালত সি ৰাজধানী নাছিল। দীপিকাছন্দত উল্লেখ কৰা হৰবিন্দ ৰজাৰ ৰাজধানী যদিও লুইতৰ পাৰত আছিল, কিন্তু সি প্ৰাগ্‌-জ্যোতিষপুৰ নহয়, তাৰ নাম সুবৎসল আছিল। হৰবিন্দৰ পুতেক কুশাৰণ্যৰ ৰাজধানী মাজুলীত আছিল, তাৰ নাম ৰত্নপুৰ। জিতাৰি বংশৰ শেষ ৰজা ৰামচন্দ্ৰৰো ৰাজধানী ৰত্নপুৰ আছিল বুলি গেইট চাহাবে কয়। সেইদেখি আমি সহজে অনুমান কৰিব পাৰোঁ যে পুৰুষোত্তম গজপতিৰো ৰাজধানী ৰত্নপুৰ আছিল। তেওঁ দীপিকাছন্দত ৰাজকলাত ভাৰতৰ যিবোৰ ডাঙৰ ডাঙৰ নগৰৰ নাম উল্লেখ কৰিছে, সেইবোৰৰ ভিতৰত প্ৰাগ্‌জ্যোতিষৰ নাম নাই, ৰত্নপুৰৰ হে নাম আছে।

"সিন্ধুপুৰ, নাগপুৰ আৰু চন্দ্ৰপুৰ।
মণিপুৰ, ধৰ্ম্মপুৰ, বঙ্গ ব্ৰহ্মপুৰ॥
কুৰ্ম্ম চন্দ্ৰাৱতী বাৎসপুৰ মহীপুৰ।
কাশীপুৰ জয়পুৰ ত্ৰিপুৰ অপৰ॥
কনক চম্পক মৎস্যপুৰ ৰম্যপুৰ।

হেমশ্রবা হেমকূট বিবাধ বিপাব ॥
অসিচন্দ্রা অযোধ্যা অপব সূর্য্যমালা।
সোণ কাঞ্চী কিষ্কিন্ধা কুমুদ ভদ্রকলা ॥
কায়াপুব কন্যাপুব কর্ণাট নবপুব।
চন্দ্রমালা ধর্ম্মমালা বত্নমালাপুব ॥
জয়ন্তা মথুবা লঙ্কা মিথিলা মিহিবা।
মণিবন্ধা ইক্ষাকু সাত্বিক গজপুবা ॥
শ্রীপূর্ব্বা ধন মধুমুকন্তা শোণিত।
কণৌজ ককিল পুষ্পমাল্য ভদ্রাজিত ॥
অপাব কর্ণাটকুঞ্জ বাষ্ট্র সৌবাষ্ট্রক।
হিমালয় হিমকূট অসিত নন্দক ॥
মণিবন্ধা মণিচন্দ্রা হস্তীমা পাঞ্চাল ॥
ত্রিকুট অপব চম্পাবতী ধিত্রপাল ॥
ধর্ম্মচন্দ্রা পুষ্পচন্দ্রা সূর্য্যপ্রভা শশী।
গয়া গন্ধাবি গোধিমৃগা কম্বুকাশী ॥
সিন্ধু ইন্দ্রশ্রবা উচ্চশ্রবা বত্নপুব।
কোশল কোষল নন্দস্বতি কামপুব ॥
নবেন্দ্র চোত্তব মক মহীন্দ্র জমালা।
হংসধব গুঞ্জাকব সিংহিলা মহিলা ॥
গোদাববী গোপপুব হবিপুব বিন্ধ্যা।
অসিতীর্থ যমশ্রবা স্বৰথা সববিন্ধা ॥
মৃগশ্রবা অসিবিন্ধা মকবা কুমবা।
বাবাহি অঙ্গিবা কোল স্ববতবাপুবা ॥
অঙ্গ কলিঙ্গ শ্রুতদেশ বঙ্গ বঙ্গ।
পতিশ্রুত সুমিত্রা বসাগ বন্ধু বঙ্গ ॥
মকব মিহিলা অতীত মক মালা।
ধৃতি কুন্তা নামমালা যবন বীশলা ॥
এহিসব মুখ্যকবি নগব প্রখ্যাত।

মুখ্য মুখ্য বাছি কিছু কহিলোঁ তোমাত ॥"

এই বিলাক মুখ্য নগৰৰ ভিতৰত পুৰণি শ্ৰেষ্ঠ প্ৰাগজ্যোতিষপুৰৰ নাম নাই। ইয়াৰ দ্বাৰাই বুজা যায় যে গজপতিৰ সময়ত মৰক ভগদত্তৰ প্ৰাগ্‌-জ্যোতিষপুৰ লেখৰ নগৰৰ শাৰীৰপৰা নামি গৈ সামান্য নগৰত পৰিছিল; আৰু কামৰূপৰ ৰজাসকলৰ ৰাজধানী ৰাজুলীৰ বক্সপুৰ হৈছিল; যদিও কাম-ৰূপৰ ৰজাসকলে পুৰণি গৌৰৱৰ প্ৰাগ্‌জ্যোতিষপুৰাধিপতি উপাধি লবলৈ নাপাহৰিছিল। ইয়াৰ পিছৰ ভাস্কৰবৰ্ম্মাৰ ৰাজধানীও প্ৰাগ জ্যোতিষপুৰ নাছিল যে সেই কথা হিউয়েনচাঙৰ ভ্ৰমণ বৃত্তান্ত পুথিৰপৰা জনা যায়। হিউয়েনচাঙে পৌণ্ড্ৰবৰ্দ্ধনৰপৰা পূব মুৱা হৈ ১৫০ মাইল বাট আহি এখন ডাঙৰ নৈ পাৰ হৈ কামৰূপ ৰাজ্যত সোমাইছিলহি। পৌণ্ড্ৰবৰ্দ্ধনৰপৰা কামৰূপৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰ ১৫০ মাইলতকৈ ভালেখিনি দূৰত আছিল; সেইদেখি সেই কালত কামৰূপৰ ৰাজধানী হয় গুৱালপাৰ জিলাৰ কোনো এঠাইত, নহয় কোচবিহাৰত, নহয় আজিকালিৰ বঙ্গদেশৰ ভিতৰুৱা ৰংপুৰৰ উত্তৰ-পূবত আছিল।

কামৰূপত বৌদ্ধধৰ্ম্ম কেতিয়াও ভালকৈ প্ৰচাৰিত হোৱা নাছিল, যদিও দুজন চাৰিজন বৌদ্ধ অত-তত পোৱা গৈছিল আৰু এটা কি দুটা বৌদ্ধ মন্দিৰ থকাটো অসম্ভৱ নহয়, আৰু কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মাকে আদি কৰি কোনোকোনোৱে বৌদ্ধ ভিক্ষু সন্ন্যাসীক আদৰ কৰিছিল। এই কথা হিউ-য়েন্‌চাঙৰ বিবৰণ পাঢ়িলেই বুজা যায়। আমি আগৰ এক প্ৰবন্ধত কৈ আহিছোঁ যে বৌদ্ধ শব্দটো কামৰূপৰ অনাচাৰী তান্ত্ৰিক বামুণ, ভণ্ড বামুণ আৰু আন আন অবৈষ্ণৱ ভণ্ড হিন্দুসকলৰ প্ৰতি গালিস্বৰূপে প্ৰয়োগ কৰা হৈছিল। পাষণ্ডকলাত মহাদেৱে পাৰ্ব্বতীক কৈছে;—

"বিপ্ৰ বাক্যে মেহে হুই,　　　　কাৰো একো গতি নুই।
হংস ছাগ বলি কৰি,　　　　তোমাৰ নাষক স্মৰি।
তুমি গতি দিবা বুলি,　　　　লোকত কহবৈ ভুলি।
পৰম ঈশ্বৰ দেৱ,　　　　তাহাঙ্ক নকৰে সেৱ।
তোমাকেসে ধ্যান কৰে,　　　　তোমাক পূজয় নৰে।
দুৰাচাৰ বিপ্ৰগণ,　　　　আশা দিয়া লোভাই মন।

ইহ লোকে ধন জন, পৰলোকে স্বৰ্গস্থান।
এহি আশা দৰশাই, তোমাৰ পূজাক চাই।
মোৰ নিজ ইষ্টদেৱ হৰি পায়ে কাৰোঁ সেৱ।
তাহান কিঙ্কৰ আমি, নিশ্চয়ে কিঙ্কৰী তুমি।
তোমাক স্বতন্ত্ৰ মানি পূজে দুৰাশয় প্ৰাণী।
বৌদ্ধ বিপ্ৰ বাক্যে থাকি তোমাৰ নামক ডাকি।
তযু দীক্ষা দিবে টানি, বোলে অলৌকিক বাণী।"
"তোমাৰ পূজাত যত, পাষণ্ডৰ অভিমত।"

"বৈষ্ণৱক হিংসিবেক ভকতি বিনাশি।
নানা শাস্ত্ৰ সব দেখাই কুতর্ক কুবৃত্তি।
কলিৰ লোকক কৰিবেক পাপমতি॥
শ্ৰৱণ কীৰ্ত্তন ভক্তিমাৰ্গ নিবোধিব।
মনুষ্য লোকক অধোগতি কৰাইব॥"
"কটাইবেক হংস ছাগ দিবে দীক্ষা মন্ত্ৰ।
ভকতি বুলিয়া কতো কৰাইবেক যন্ত্ৰ॥"
"লৈবেক মৃত্তিকা ফোট পিন্ধিবে অঞ্জন।
লৈবেক তৰ্জ্জনী ধৌত কৰিব দশন॥
তমাল তুলসী ঢোপ মাথাত ধৰিব।
যেন পাগলৰ নয় বাৰুয়া ফুৰিব॥
সাজাইবেক তাম্ৰ কাংস শিলা দাৰুময়।
এই ভাৱে হৰিৰূপ লৈবাক লাগয়॥"
"মই শূলপাণি ব্ৰহ্মা আদি দেবগণে।
মোক্ষক দিবাক নপাৰোঁহো একজনে॥
তাম্ৰ কাংস শিলায়ে কি গতিক দিবেক।
কালত পামৰ লোক একে মানিবেক॥

* * *

তাম্ৰ কাংস মৃত্তিকাৰ সাজি প্ৰতিমাক।
হৰি মূৰ্ত্তি বুলি তাক পূজা কৰিবেক॥

এহিমতে বৌদ্ধ সবে লোকক ভাণ্ডিব।
নহৈবেক গতি ঘোৰ সংসাৰে পৰিব ॥”
“অনুদিনে কলিৰ বাঢ়িব মহাবল।
তাতে বহুতৰ বিপ্রে কৰে অকুশল ॥
সুৰাপায়ী ম্লেচ্ছৰো লৈবেক দান ধন:
নকৰিবে সিটো জাতি ধৰ্ম্মক ৰক্ষণ ॥
কতো ৰাজদূত হয়া পৰ্য্যটি ফুৰিব।
ধনৰ নিমিত্তে লোকে মাংস ছিণ্ডি খাইব।

* * *

মিছা বিনে সত্যবাণী নাহিকে মুখত।
হৈবে মহা খলুয়া ব্রাহ্মণগণ যত ॥
বৈষ্ণৱৰ বেশ ধৰি পিন্ধি ধুতি ফোট।
লৈবেক ভূষণ কৰি অনেক আস্ফোট ॥
পিন্ধিবে হাতত খাক ক্ষত্রিয়ৰ ধনে।
মন্ত্রণা কৰিয়া কতো লৈবে বহু দানে ॥
থাটিব ৰাজাৰ পাশে হিংসি মহন্তক।
ভকতক হিংসি দোষ কৰিব অনেক ॥“

* * *

“মোহোৰ সমান পূজা কোনেবা জানই।
মই পূজা দিলে তুষ্ট হৈব কালী আই ॥
মাংস লোভা বিপ্র সবে পেট প্ৰবৰ্ত্তাই।
আৰো বেদ শাস্ত্র তাৰ কিছু নজানই ॥
হেন বৌদ্ধ সবক দেখিবে কলি মন্দ।”

এই পদবোৰৰপৰা স্পষ্টকৈ বুজা যায় যে দীপিকাছন্দ ৰচোঁতা পুৰুষোত্তম বৈষ্ণৱ ধৰ্ম্মাবলম্বী নৈষ্ঠিক বক্তা আছিল। আমি ওপৰত উল্লেখ কৰা কথাবে এই সিদ্ধান্তলৈ যাবলৈ বাধ্য হৈছোঁ যে দীপিকাছন্দ পুথি খ্রীষ্টীয় ষষ্ঠ শতিকাত ৰচিত হৈছিল আৰু সি তাৰুৰ বচনৰ পুথিৰ সময়তে বা পিছতে। সেইদোষ যাদও আমি ৰবদলৈ তাণ্ডবীয়াৰ সিদ্ধান্তৰ ওপৰত ভিৰ দি তাক এই যুগত

সুমাইছোঁ, কিন্তু আচলতে সে ইয়াৰ আগৰ যুগ ষষ্ঠ শতিকাৰ ভিতৰত হে পৰিব লাগে।

ক্ৰমশঃ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# গুৰু চৰিত্ৰ।

## তৃতীয় আধ্যা।

### শঙ্কৰদেৱৰ শিশুলীলা।

কুসুম্বৰে গণনান্তে আটাই দৈৱজ্ঞক বসন ভূষণে সন্তোষ কৰাই বিদায় দিলে। এদিন কুসুম্বৰৰ ভগিনী নৱ প্ৰসূত বালকক দেখিবৰ কাৰণে বাটত অশৌচ কৰি পানী স্পৰ্শ নকৰাকৈ আহি গুৰুদেৱক কোলাত লোৱাত পুতনাৰ চেষ্টাক দেখুৱাই চক্ষু স্থিৰ কৰি ঢলি পৰিছিল। অনেক চেষ্টা কৰি তেল পানী দিহে সুস্থ কৰোৱা হৈছিল। আৰু এদিন শয্যাত শুৱাই থোৱাত ঘৰটি পৰিছিল। কিন্তু ভগা ঘৰ গাত নপৰি শকতৰ নিচিনাকৈ আলাস হৈ আছিল; তাতো বহুলোক আচৰিত হল। কৃষ্ণ পণ্ডিতৰ পুত্ৰ যজ্ঞেশ্বৰ, তেওঁৰ পুত্ৰ নৰোত্তম, তাৰাৰ পুত্ৰ মৃত্যুঞ্জয়, তেওঁৰ পুত্ৰ চতুৰ্ভুজ, তাৰাৰ পুত্ৰ ৰামৰামগুৰু যাৰ লগত গুৰুদেৱৰ মুখ্য ভাক্ত আছিল; তেওঁ গুৰুদেৱ অপেক্ষা ৫ বছৰ ডাঙৰ। এদিন গুৰুমাতা ৰামৰাম গুৰুক ৰখীয়া দি পানী আনিবলৈ গৈছিল: বালকৰূপী ভগৱানে নিজ ৰূপ ধাৰণ কৰি ৰামৰামক কলে যে তুমি মোক চিনিব পাৰিছা নে? মই তোমাক চিনিছোঁ; যেতিয়া তুমি গৰু চুৰি কৰি লুকাই ৰাখিছিলা মই আচৰিত ক্ষমতা দেখুৱাইছিলোঁ, এতিয়া স্মৰণ হব পায়। যাক সিবোৰ এৰা যাওক কিবা খাবৰ মন গৈছে নে? এই বুলি নিজৰ নিমিত্তে থকা গাখীৰ ফল দিছে; ৰামৰাম গুৰুৱে খাবলৈ ধৰিছে এনে সময়ত সত্যসন্ধা আই দেখি খঙ কৰি সুধিছে; তোমাক ফল গাখীৰ কোনে দিলে? গুৰুৱে কলে যাৰ বস্তু সেইজনে দিছে। শুনি আচৰিত হল। আৰু এদিন ঘৰৰ ভিতৰত শয্যাত শুৱাই থৈছে, এটি চকৰি-কেটী

সাপ আহি ফণা তুলি ছত্ৰ ধৰিছে; চন্দ্ৰবিয়ে দেখি ভয় পায় যৌব মাৰি সাপৰ ভয় বুলি আচৰিত হৈ চিয়ঁৰ মাৰি গুৰু-মাতাত কোৱাত আথেবেথে গৈ দেখি সাবটি ধৰাত সৰ্প অদৃশ্য হল। এই দৰে মায়া দেখুৱাই গুৰুদেৱ আঠুকাঢ়ি ফুৰিব পৰা হৈছে। পিতৃদেৱৰ ইষ্টদেৱতা মূৰ্ত্তিৰ ওপৰত বহি আছে, পৰিচাৰিকাই দেখি মৃত্যুৰ ভয় পাইছিল; কিন্তু ভগবানৰ কাৰ্য্যত মনুষ্য বুদ্ধিয়ে আকলিব নোৱাৰে; বাস্তবিকো একো অমঙ্গল নহল। ক্ৰমে লৰি ফুৰিব পৰা হল, দিবা নিশি ধেমালি ভিন্ন আন একো কাৰ্য্য নাই। লগৰীয়া লৰাবোৰ লৈ আমোদ প্ৰমোদ কৰি ফুৰে; কেতিয়াবা খিলা খেলে; সময়ত কোটোৰা খেলে, জহকালি ব্ৰহ্মপুত্ৰ নদীত নাদুৰি কুৰে। এদিন সঙ্গৰ বালক সৈতে হাবিলৈ যোৱাত এটি হৰিণ ধৰি আনে; কিছু সময় আমোদ কৰি এৰি দিয়ে; আৰু এদিন বটা চৰাই ধৰি আনি ধেমালি কৰিছে; বালক সকলে চৰাই পোৱালি কষ্ট দিব খোজাত বাধা দি মেলানি দিছে। আৰু এদিন ৰামৰাম গুৰুৰ সহিত আমোদৰ চলে ব্ৰহ্মপুত্ৰ নদী ভাদ মাহত পাৰাপাৰ হৈছিল। এদিন পানীত বুৰ মাৰি তিনি প্ৰহৰ বেলি জলৰ তলত আছিল। আটাইবোৰ লৰা এদিন ব্ৰহ্মপুত্ৰত নাও লৈ আমোদ কৰিবলৈ গৈছিল; শঙ্কৰদেৱে নাৱত উঠি ডুইবাৰ সাতুৰি পাৰাপাৰ হল; সকলো বালকে দেখি আচৰিত মানি সমুদায় কথা ভুঞাসকলত কলত তেওঁলোকৰ মনত ক্ৰমে ঈশ্বৰ বোধ হবলৈ ধৰিলে। আৰু এদিন ব্ৰহ্মপুত্ৰৰ পাৰত সকলো লগৰীয়া লৰা সৈতে আমোদ কৰি ফুৰিছে এনেতে এটি গুহ পানীত বুৰ মাৰি মাৰি ধেমালি কৰি উজাইছে; প্ৰভুৱে দেখা পাই সঙ্গৰ বালকসকলক কলে যে কোনে এই গুহটি বুৰ মাৰি ধৰি আনিব পাৰাইক। আটাইবোৰ লৰা আচৰিত হৈ কলে যে কোনে এনে ভয়াবহ কাৰ্য্যত হাত দিব পাৰে। পিছত নিজে পানীত বুৰ মাৰি কতোবেলি থাকি গুহসৈতে ওলাই আহি সঙ্গী বালক সকলক দেখুৱাই এৰি দিছে। এদিন গুৰুমাতা বন কৰি থকাত গুৰুজনে ক্ষুধা পাইছে বুলি মাতাক জনোৱাত আইয়ে কলে, চৰুত ভাত আছে উলিয়াই খোৱা যাওক। পিছত মাতৃৰ আজ্ঞা পালন কৰি চতুৰ্ভুজ ৰূপ ধাৰণ কৰি এক হাতে চৰু, এক হাতে হলিয়া, এক হাতে বাটি, আৰু হাতত অন্ন তুলি লৈছে। আইয়ে দেখিলে যে প্ৰভুৱে নিজ ৰূপ ধাৰণ কৰি সমুদায় আজ্ঞাৰ ৰবচী

পোহৰ কৰি সূৰ্য্য যেন জলিব লাগিছে। সত্যসন্ধা আই আচৰিত হৈ সুধিলে তুমি কোন? গুৰুজনে কলে আমি আদিকৃষ্ণ। কিয় অহা হৈছে? জীৱ সকলক নিস্তাৰ কৰিবৰ নিমিত্তে অৱতাৰৰ আৱশ্যক হোৱাত তোমাৰ উদৰত জন্ম লোৱা হৈছে। কি প্ৰকাৰে জীৱক তাৰি নিবা?. জগত কি কি অনা হৈছে? গুৰুজনে কলে তিনটী বস্তু অনা হৈছে। মাতৃয়ে প্ৰাৰ্থনা কৰিলে, আমাকো দিবলৈ অনুমতি হক। গুৰুদেৱ মাতৃৰ বাক্যত সন্তোষ লাভ কৰি প্ৰাৰ্থিত তিনটী বস্তু প্ৰকাশ কৰিলে। সেই দিনাৰ পৰা বালকৰূপী প্ৰভুক আইয়ে পুত্ৰ ভাব এৰি ঈশ্বৰ বোধে পালিছে। ১২ বছৰলৈকে বালক কেলিতে সময় নিয়ালে। ক্ৰমশঃ।

---

# মণিপুৰ যাত্ৰা।

নানা কাৰণত মনৰ অৱস্থা বৰ ভাল নাছিল। একালৰপৰা ফুৰি অহাটোৱেই ভাল যেন বোধ হল। ভালেমান দিনৰেপৰা একোএকোবাৰ মণিপুৰৰ কাললৈ ফুৰিবলৈ যাবৰ কথা পেটত খেলাই আছিল, কিন্তু কথাটোত ধৰেঁা বুলি ধৰা নাছিলোঁ। ঘটনাক্ৰমে এদিন এজন বন্ধুৰ আগত কথায় কথায় খেমালিতে মণিপুৰলৈ ফুৰিবলৈ যোৱাৰ প্ৰস্তাৱ কৰিছিলোঁ। তেওঁ যাবলৈ সন্মত হল। মই জানিছিলোঁ বন্ধুজনেও একালৰপৰা ফুৰি আহিবলৈ পাওঁ আছিল। কিন্তু তেওঁ যে মোৰ প্ৰস্তাৱমতে ৰেল-জাহাজ-নাওকা মণিপুৰৰ লেখিয়া দুৰণি ঠাইলৈ যাবলৈ সন্মত হব তেনে আশা মই স্বপ্নতো কৰা নাছিলোঁ। সেইবাবে বন্ধুজনে খপ্ কৰে মোৰ প্ৰস্তাৱত্ সন্মত হৈ যোক সাজু হবলৈ কোৱাত মই অলপ আচৰিত হলোঁ। মই পেটে পেটে ইমান দূৰৈ দেশলৈ (যাতায়াতৰ অসুবিধাৰ কাৰণে হে দূৰৈ) যাবলৈ স্থিৰসঙ্কল্প হোৱা নাছিলোঁ। তথাপি এতিয়া মণিপুৰলৈ বুলি যাত্ৰা কৰাটোকেই ঠিক কৰিলোঁ। আৰু ৯ যে তাৰিখে যোৱাৰ দিন ঠিক কৰি বন্ধুজনক সাজু হৈ থাকিবলৈ কৈ মই সাজু হবলৈ ধৰিলোঁ। ইয়াতে কোৱা উচিত যে যাত্ৰাৰ প্ৰস্তাৱটো ৭ তাৰিখে আবেলি বেলিকা হে উত্থাপিত হৈছিল।

৯ যে তাৰিখে জ-যাতিপুৰা জগত দৈ ম-ৰেলিয়ে পুৰত দেখা দিলে

উগুল-থুগুল মনেৰে মইও বিছনাৰপৰা উঠি মুখ হাত ধুই যাত্ৰাৰ দিহাপোহা কৰিবলৈ ধৰিলোঁ। কাম বিশেষ একো নাছিল—আগ ৰাতিয়েই সকলো ঠিক-ঠাক কৰি থৈছিলোঁ। কিন্তু কি এটা কথা, ডিব্ৰুগড় এৰি অইন ঠাইলৈ যাবৰ বেলিকা সদাই মোৰ কিবা নেযাম-নেযাম-যেন লাগে। ইয়াৰ প্ৰতি ধূলিকণাটোৰে কিবা এটি অদ্ভুত আকৰ্ষণী শক্তি আছে। সেইযাবে ঘৰৰ পৰা ওলাবৰ আগ মুহূৰ্ত্ত পৰ্য্যন্ত যাম-নে-নেযাম ঠিক কৰিব নোৱাৰি হোৰোকা-পিছলা কৰিবলৈ ধৰিলোঁ। তথাপি লাহে লাহে সক কাপোৰৰ বেগটোত এড়ীয়া কাপোৰ এখনে, ছুৰিয়া এখনে, ঘেনিয়ান এটায়, গামোছা এখনে, ঘটী এটায়, আৰু পাতল দহ-অনীয়া সতৰঞ্চি কাপোৰ এখনে ভৰাই ঠিকঠৈক থলোঁ। নিজেও দুটামান কিবাকিবি খাই বৈ লৈ ঠিকঠাক হৈ ললোঁ। ক্ৰমে বেলৰ সময় হলত ছাতিটোৱে বেগটোৱে হাতত লৈ ঘৰৰ বাজ ওলালোঁ আৰু জুপুৰি ঘৰটোত তলা-চাবি মাৰি ওচৰ-চুবুৰীয়া মানুহ এঘৰক তালৈ চকু ৰাখিবলৈ কৈ বিহাবাৰী ষ্টেছনৰ ফাললৈ খোজ ললোঁ। অৱশ্যে মই যে মণিপুৰলৈ যাবলৈ ওলাইছোঁ এই কথা পূৰ্ব্বে কোয়া বন্ধুজনৰ বাজে ডিব্ৰুগড়ৰ আন কোনেও ভু নেপালে।

বেলে কেইমিনিট মানৰ পাছত জাহাজ-ঘাটত নমাই দিলে। মোৰ এতিয়াও যাওঁ-নেযাওঁ ভাব গুচা নাই। সেইযাবে মই নিচেই ওচৰৰ ষ্টেছন ডিহিং-মুখৰ এখন থাৰ্ড ক্লাছৰ টিকিট কিনিলোঁ। বন্ধুৱে কিন্তু একেবাৰে কঁকিলামুখৰ টিকিট ললে। জাহাজত উঠি বুজ পালোঁ বন্ধুৰ লগত আৰু এজন লগৰীয়া আছিছে তেওঁৰ কিন্তু মণিপুৰলৈ যোৱাৰ একো ঠিক নাই। তেওঁ জোৰহাট মানতে নামিব পাৰে। হওঁতে, আমাৰো মণিপুৰলৈ যোৱা একো ঠিক নাই। মনে ধৰিলে, আমিও অইন ফাললৈ যাব পাৰোঁ। যেই হ'ক তিনিজন সহযাত্ৰী গোটখোৱাত মনত ভালৰ থাহিৰে বেয়া নেলাগিল।

জাহাজ এৰি দিলে। ডিব্ৰুগড়ৰ চিৰসুন্দৰ আইথাম হাবিৰ দৃশ্য ক্ৰমে চকুৰ আঁৰ হল। মোৰ প্ৰথম সঙ্গীয়ে তাচ খেলা সম্বন্ধে কেইটামান কৌশল দেখুৱাই বৰ আচৰিত কৰিলে। মই কোনো ৰকমৰ তাচ খেলা সমূলি নেজানিলেও, ভাবি-ভাবি, পাটীগণিতৰ সাহায্যত তেওঁৰ কৌশলৰ গুং এটা পাছত

খুজিব পাৰি মনত বৰ ৰং পালোঁ। জাহাজৰ ওপৰত এই দৰে সময় যাবলৈ ধৰিলে।

ক্ৰমে ডিব্ৰুগড় পালোঁহি। মোৰ কিন্তু ইয়াত নমা নহল। ষ্টেচন এৰি অলপ পৰৰ পাছতে মই জাহাজৰ টিকট-বাবুজনক জনালোঁ যে মোৰ ডিহিংমুখলৈকে হে টিকিট আছিল কিন্তু মোৰ তাত নমা নহল। মই ককিলামুখলৈকে যাম বুলি তেওঁক কলোঁ আৰু ককিলামুখলৈকে মোৰ টিকিটৰ extension খুজিলোঁ। জাহাজৰ টিকিট সম্বন্ধে এনে কৰা যাব পাৰে বুলি মোৰ আগৰেপৰা জনা আছিল। বাবুজনে কিন্তু মোৰ কথা শুনি জিক-জিকাই উঠি কলে "কেন মশায়. আপনি ডিহিংমুখে এক খানা টিকিট করে নিলেন না? সেখানে ত অনেকক্ষণ পর্য্যন্ত জাহাজ ছিল। আপনি জানেন না extension ticket issue করতে আমাদের কতখানি কাজ বেড়ে যায়। এই টিকিট খানা এখন তিন খানা বইতে entry করতে হবে।" মই,— যি হৰলগীয়া হল আৰু আগৈয়ে এনে বুলি জনাইছিলোঁ, ডিহিংমুখতে টিকিট লৈ থলে ভাল হৈছিল—ইত্যাদি কথা কৈ তেওঁক শাঁত কৰিবলৈ চেষ্টা কৰিলোঁ। তেওঁ টিকিটটো লৈ গুচি গল:

যেনে জাহাজে ফুৰাৰ কিছুমান ফাকতি-ফুকুতা আছে। তাক যি জানে সেইয়ে হে জানে। সেইবিলাকৰ ভলানলা মই ভালকৈ পোৱা নাছিলোঁ, অৰ্থাৎ দুষ্টবুদ্ধিত মই পকত নাছিলোঁ। সেই বাবে extension টিকিটখন যেনেতেনে পাবৰ নিমিত্তে মোৰ বৰ চিন্তা হল। সেইদেখি এক ঘণ্টা মানৰ পাছত মই তলৈ গৈ বাবুজনক টিকিটখনৰ কথা সুধিলোঁ। তেওঁ কলে "আর একটু পরে আসবেন।" মই দুই তিন ঘণ্টা মানৰ পাছত আকৌ এবাৰ তেওঁৰ ওচৰলৈ গলোঁ। তেওঁ আকৌ পূৰ্ব্বৰ দৰে উত্তৰ কৰিলে। ক্ৰমে ৰাতি ৮।৯ বাজি গল। কাইলৈ ৰাতিপুৱাই ককিলামুখত নামিব লাগিব। সেইদেখি মই আকৌ এবাৰ তেওঁৰ ওচৰলৈ গলোঁ। বাবুজনে এইবাৰ জিকৃজিকাই উঠি, মোৰ পূৰ্ব্বৰ ডিহিংমুখৰ টিকটখনকে মোৰ হাতলৈ দলি মাৰি দি কলে—"এই নিন্. ম'শায়, আপনার টিকিট। আপনি ককি-লামুখে এম্নিই নেমে যাবেন। আমি বল্‌ছি আপনাকে কেউই কিছু বল্‌বে না।"

ক্ৰমশঃ

শ্ৰীজ্ঞানানন্দ অগস্তী।

# আত্মবিনোদক "থিয়েটৰৰ দল।"

য়ুৰোপীয়ানসকলৰ দহজনে মিলি আমোদ প্ৰমোদ কৰিবলৈ হলে তেওঁবিলাকে বৰ-ভোজ খায়; "বল" নাচ কৰে, "লনটেনিছ", "পল" ইত্যাদি খেলে। আমাৰ বঙালী ভায়াসকলে পাঠা মাৰি মাটিত পাত পাৰি পেট ওলমাই উগাৰি উগাৰি ভোজ খোৱাৰ লগতে নিশা এটা "সখৰ থিয়েটৰ" পাতে। স্কুল কলেজ এৰি সংসাৰত সোমোৱা অসমীয়া ডেকা সকলৰো দহজন লগ লাগিলে থিয়েটৰ পতাটোৱেই আজিকালিৰ আমোদ। দৌড়াদৌড়ি কৰি "ক্ৰিকেট ফুটবল টেনিছ" ইত্যাদি খেলা লৰা-ধেমালি; তাক ডাঙৰীয়াসকলে কৰাটো অযুগুত আৰু লাজৰ কথা। বঙ্গালীৰ দৰে পেট ওলমাই বহে ভহে আসনৰ অভাৱত ভুলা পাতত বহি, কাঁহী-বাটিৰ অভাৱত কলাপাতত ভাত খাবলৈ আমি অসমীয়া ইমান থকুৱা আৰু মানমৰ্য্যাদাবিহীন নহওঁ। বহে-ভহে যাৰে-তাৰে হাতে খাই ফুৰি মেলেচ্ছ হবলৈকো ইচ্ছা নকৰোঁ। সেইদেখি আমি অসমীয়াই কেৱল (নোখোৱা-নোবোৱাকৈ) থিয়েটৰ পতাটোকে ভাল ভদ্ৰলোকৰ কাম যেন বিবেচনা কৰোঁ। এই ৰীতি অনুসৰি তাহানিখন আমিও এবাৰ এখন আত্মবিনোদক (Amateur) থিয়েটৰ পাতিছিলোঁ; কিন্তু কলে কিহব, থিয়েটৰ পাতি আমাৰ বিলাই-বিপত্তিৰ সীমা নোহোৱা হৈছিল। থিয়েটৰ পতা ধাউতি গোটেইটো মোৰ। মই অহোপুৰুষাৰ্থ কৰি ঘৰে ঘৰে গৈ মাতি-বুলি পোন্ধৰ জনমান স্কুল কলেজ এৰি সংসাৰত সোমোৱা বা সোমাবলৈ দুৱাৰ-মুখত থিয় দিয়া লগৰীয়া ডেকা গোটাই এদিন গধূলি মোৰ ঘৰতে এখন চুচুৰীয়া মেল পাতি প্ৰস্তাৱ কৰিলোঁ —"ভাইহঁত! এইবাৰ আমি পূজাত এখন ভাল থিয়েটৰ পাতোহঁক দিয়া।" মোৰ কথাৰ উত্তৰত পোনেই হলিকান্ত বৰুৱাই কলে—"থিয়েটৰ পাতিবলৈ আমাৰ প্ৰথমতে নাট নো কত?" মই "কিয়? সীতাহৰণ, ভ্ৰমৰঙ্গ আছে নহয়। নাটৰ নাটনিত থিয়েটৰ নহব নে? যদিওবা ধৰি লোৱা ভাল নাট নাই, কিয় আমি দুই তিনিজনে লগ-লাগি দুই-তিনি দিনৰ ভিতৰতে ভাল নাট এখন লেখি

উলিয়াব নোৱাৰিম নে? তোমালোকে কোনোবাটো সীতাহৰণ নে ভ্ৰমৰঙ্গ কৰিবা? ভাবিৰাম ৰৰা—"ভাইহঁত, মোৰ মনেৰে হলে সীতাহৰণ বা ভ্ৰমৰঙ্গ এই দুখনৰ এখনো ভাল নহয়। সীতাহৰণ হৈছে বৰ Dull অৰ্থাৎ তাত বিশেষ বং ধেমালি বা বীৰত্বৰ কথা নাই। ভ্ৰমৰঙ্গ হৈছে তেনেই ফুচ্‌কি; আমাৰ অসমীয়া মানুহে তাৰ সোৱাদ বুজিব নোৱাৰে। মোৰ মনেৰে হলে এখন পৌৰাণিক নাট লেখিব লাগে, যত নওটা বস. ‘হৰেৰকৈ বীৰ-ৰসটো বেছিকৈ থাকে।" তেওঁৰ এই কথাত নীলকান্ত দস্তই কলে—"ভাই-হঁত! ভাবিৰাম ৰবাৰ কথা মই নামানো। ভ্ৰমৰঙ্গ বৰ ভাল নাট। চেক্সপিয়েৰৰ নিচিনা মহাকবিৰ লেখনিৰপৰা ওলোৱা এই নাট নো কেনেকৈ বেয়া হব? তোমালোকে যদি ভ্ৰমৰঙ্গ নকৰা তেন্তে মই এই থিয়টৰ পাৰ্টিতে নাথাকোঁ।" তেওঁৰ এই কথাতে আমাৰ ডেকাসকল দুফালে দুভাগ হল। কোনোৱে কয়, ভ্ৰমৰঙ্গ কৰিব নালাগে; কোনোৱে কয় ভ্ৰমৰঙ্গ নকৰিলে থিয়েটৰকে নকৰোঁ।" হৰিহৰি কপাল! নৌ পাতোঁতেই দেখোন আমাৰ থিয়েটৰ যায়! কি কৰিম! কি উপায় হব! মই ভাবি চিন্তি লোকনাথ ফুকনক মোৰ ফলীয়া কৰি লৈ কলোঁ "ভাইহঁত! এই একেৰা কথাতে লাগিব নালাগে। আমি দুদিন দুখন থিয়েটৰ কৰিম। এদিন ভ্ৰমৰঙ্গ এদিন এখন পৌৰাণিক নাট।" আমাৰ এই কথাত হুলস্থুলখন, দপদপকৈ উঠা জুইত পানী ঢালি দিলে: যেনেকৈ নুমাই সেই দৰে নুমাল। কিন্তু এতিয়া পৌৰাণিক নাট নো কি কৰিম এই বিষয়ে আকৌ আৰু এটা হুলস্থুল লাগিল। মই লোকনাথ ফুকন আৰু ভৈৰৱ দাস এই তিনিউজনে মিলি নওটা বস থকা কীচক বধ আখ্যানটো তিনদিনৰ ভিতৰত লেখি উলিয়াই দিবলৈ গাঠ লৈ ইওখন হুলস্থুলৰ মূৰ মাৰিলোঁ। এনেতে নৱকান্ত কটকীয়ে ক্ষৰপৰা কি মতলবত কৰ নোৱাৰোঁ পোনেই মাত লগালে "ভাইহঁত! মই নিজে অকলৈ নাট এখন লেখি আনিম। মোৰখন তেওঁবিলাক তিনিউজনে মিলি লেখা নাটখনেৰে সৈতে বিচাৰিবা। যদি মোৰ খন হে ভাল হয় তেন্তে মোৰ খনকে কৰিবা। লগৰীয়াবিলাকে তেওঁৰ এই কথাত "বাৰু" "বাৰু" বুলি সেইদিনালৈ আমাৰ মেল ভাঙিলে।

ইয়াৰ চাৰি দিনৰ মূৰত পূৰ্ব্বৰ কথা অনুসৰি শনিবাৰে চাৰি বজাৰেপৰা

আকৌ মোৰ ঘৰত মেল বহিল। আমি তিনিউজনে এই তিন দিনৰ ভিতৰতে নাটৰ অঙ্ক গৰ্ভাঙ্ক কোনে কোনটো লেখিব, অঙ্ক গৰ্ভাঙ্কবিলাকত কি কি ভাব থাকিব এইবিলাক মিলি জুকিয়াই লৈ ৫টা অঙ্কৰ আৰু ২০টা গৰ্ভাঙ্কৰ কীচকবধ নাটখন লেখি আনিছিলোঁ। ছয় সাতটা গীতো লগাই দিছিলোঁ। আমাৰ নাটখন আছিল অসমীয়া পদ্যত লিখা। নবকান্ত কটকীয়ে অমিত্ৰাক্ষৰ ছন্দত এখনি কৰ্ণবধ নাট লিখি আনিছিল। সমজুৱাসকলৰ আগত দুইওখনি নাট পেলোৱা হল। ভাবিৰাম ববাৰ পাত নাট বাছি দিবৰ ভাৰ পৰিল। তেওঁ আধ ঘণ্টা মান হাতে লিখা নাট দুখন লুটিয়াই লগাই কলে:—"ভাইহঁত! মোৰ মনেৰে হলে কীচক বধখনেই ভাল হৈছে, কাৰণ ই শুধ অসমীয়াত লিখা আৰু মূল মহাভাৰতৰ পৰা অধ্যায়টো লোৱাত বাজে নাটত কোনো বঙলা কিতাপৰ ভাব-ভাষা চুৰ কৰি অনা হোৱা নাই। মাজে মাজে ভাষা অলপ চালি জাৰি ললে এই খনেই ভাল হব।" তেঁওৰ এই কথাত আমাৰ নবকান্ত কটকী দেও অগ্নিশৰ্ম্মা হৈ উঠিল। তেঁও কলে:—"আমাৰ ভাবিৰাম ববাদেও নিজেই কিমান পণ্ডিত তাক সকলোৱে জনা আছে। তেওঁ নিজে কোনোদিন এফলম অসমীয়া কতো লেখা নাই, এতিয়া তেওঁ ওলাল মোৰ নাটৰ দোষ গুণ বিচাৰ কৰিবলৈ।" ভাবিৰাম:—"এৰা ভাই নবকান্ত! তুমি মহা পণ্ডিত। নহলে নো বঙালী কৰ্ণবধ নাটৰ ক্ৰিয়া এটা দুটা অত-তত লৰচৰ কৰি দি অমিত্ৰাক্ষৰ ছন্দত নাট এখন লেখিব পাৰিলা হেঁতেন নে?" নবকান্ত—"কোনে কব পাৰে মই বঙলা নাটৰপৰা চুৰ কৰিছোঁ? কোনে দেখিছে? ভাবিৰাম ববাই বঙালী কৰ্ণবধ নাট দেখিছে বুলি শপত খাব পাৰে নে? মোৰ নাটখন যদি বঙালীৰপৰা হে লোৱা হল তেন্তে তেওঁবিলাক তিনিজনে লেখা নাটখনো জানো বঙালী কীচকবধ নাটৰপৰা চুৰ কৰি লেখা নহয়?" লোকনাথ ফুকন:—"এৰা ভাই নবকান্ত! আমিতো চুৰ কৰিছোঁৱেই নহলে নো অসমীয়া পদ্যত লিখোঁ নে? এটা কথা। ভাহানিখন হাতী এটাই গছৰ ডাল ভাঙি অলপ উৎপাত কৰিছিল। হাতীটোক এই উৎপাত কৰা দেখি বাউভে জীতৰৰপৰা কলে:—"চা চা এই নিলাজ হাতীটোক। মই ইয়াক বাদ্ধি

ছাতি যে আহিছিলে। ই এতিয়া বান্ধ ছাত চিঙি কেনে উৎপাতখন লগাইছে।" হাতীয়ে উত্তৰ দিবলৈ নৌ পাওঁতেই হাতীৰ ওচৰত গাতত থকা ৰেঙ এটাই ওলাই মাত দিলে :—"হে ঢুঠেঙীয়া নৰ! তুমি কেলেই এনেকৈ ৰকিছা? আমাৰ চাৰিঠেঙীয়া জন্তুৰ স্বভাৱে এই।' এই সাধুটো ভাই নৰ! তোমাৰ গাতেই মিলিল দেখোন। কলিকতাত গিৰীশ ঘোষেও অমিত্ৰাক্ষৰ ছন্দত নাট লিখে, আসামত তুমিও অমিত্ৰাক্ষৰ ছন্দত নাট লিখা, সেইদেখি তুমি আমাৰ গিৰীশ ঘোষ হলা।" ভাবিৰাম বৰাৰ কথাত তেওঁ অলপ জহ-তহ আছিল কিন্তু লোকনাথ ফুকনৰ সাধুটোৰে আৰু কথা কেইষাৰে জানিবা জুইত ঘিঁউ হে ঢালিলে আমাৰ নৰকান্ত কটকীদেৱে একেবাৰে থিয় হৈ হাত জোকাৰি জোকাৰি কলে :—"মই ভইতৰ এনেখন ফুচ্ৰি মেল আৰু থিয়েটৰত নাথাকোঁ। বাৰু মই দেখিম মই মোৰ নাটখনেৰে সৈতে সুকীয়া থিয়েটৰ এখন পাতিব পাৰোঁ নে নোৱাৰোঁ। এই বুলি কৈয়েই উঠি গুচি গল। আমাৰ ইবিলাকে তেওঁক "গিৰিশ ঘোষ, বিদ্যাদিগগজ" ইত্যাদি উপধিৰে বিভূষিত কৰি তেঁও উঠি যোৱাৰ লগে লগে হাত চাপৰি বজাই দিলে।

তেওঁ যোৱাৰ পাছতে থিৰাং হল যে ৫ দিনৰ ভিতৰত কীচকবধ নাটখনৰ ভাৱৰীয়াবিলাকৰ বচন আমি তিনিজন আৰু ৰূপতে আন চাৰিজনে মিলি লেখিজুখি উলিয়াব আৰু অহা শনিবাৰলৈ লোকনাথ ফুকনৰ ঘৰত বহি "পাৰ্ট" ভগাই দিয়া হব। আজি আমি এটায়ে মিলি কাৰ গাত কি ভাৰ থাকিব সেইটো থিৰাং কৰিলোঁ। লোকনাথ ফুকনক কৰা হল "জেনেৰেল মেনেজৰ।" ভাবিৰাম বৰাক "এচিচটেন্ট মেনেজাৰ," হলিকান্ত বৰুৱাক "ড্ৰেচৰ", নীলকান্ত বৰুৱাক "ট্ৰেনৰৰ", ভৈৰব দাসক "চেক্ৰেটৰি", হলধৰক "প্ৰম্‌পটৰ," আৰু মোৰ গাত ৰাখিলোঁ "ষ্টেজ মেনেজৰি" আৰু "মচন্ মাষ্টৰি"। এই বিষয়াবিলাকৰ কোনে কি কাম কৰিব এই বিষয়ে সকলোৱেও চলে। "চিন" "ড্ৰপচিন," "ষ্টেজ", "উইঙ", পোছাক নো কৰ পৰা হব এইটো আমি নৌ ভাবোঁ; সকলোৱে নিজ নিজ মনতে বুজি থলোঁ যে মই যেনেতেনেৰতে ষ্টেজটো মেনেজ কৰিম। হলিকান্তই যেনে তেনেকৈ খুজি মাগি কিনিকুটি ড্ৰেচ ঠিক কৰিব আৰু ভাৱৰীয়াবিলাকক পিন্ধাব। জেনেৰেল মেনেজৰে ধনে যি লাগে যোগাৰ কৰি দিব। আমি

পাইপতি আমাৰ "পাৰ্টি"ৰ ভিতৰতে অৱস্থা অনুসৰি এটকাৰপৰা দহ টকা-লৈকে পঁচা পেলালোঁ। ৰূপ ৭০ টকাৰ চহি হল।

"পাৰ্ট" লিখোঁতে পঢ়োঁতে সপ্তাহটি গল। আমি আকৌ শনিবাৰে লোকনাথ ফুকনৰ ঘৰত গোটখালোঁ। এইবাৰ "পাৰ্ট" ভগাই দিবৰ পাল আহিল। লোকনাথ ফুকনৰ আৰু মোৰ ওপৰত পাৰ্ট ভগাই দিবৰ ভাৰ পৰিল। এই পাৰ্ট ভগাই দিয়াতো বৰ গোলমাল লাগিছিল। কীচকবধত ভীমৰ পাৰ্ট লবলৈ এটাইৰে খোৱা-কামোৰা; কিন্তু পৰীয়া, দূতী, উপকীচক, বিৰাট ৰাণীৰ দাসী ইত্যাদিৰ পাৰ্ট লবলৈ কেৰেঁ আগ নাবাঢ়ে। মাইকী মানুহৰ পাৰ্ট লবলৈ সকলোৰে আপত্তি। এনেতে হৰনাথ আৰু গুৰুচৰণ শৰ্ম্মাই কলে 'ভাইহঁত! আমাৰ বিবেচনাৰে হলে ভোলাই শৰ্ম্মাক দূতী, উপকীচক আৰু বিৰাটৰ ৰাণীৰ দাসীৰ প্যাৰ্ট দিব লাগে।" তেওঁবিলাক দুজনৰ এই কথাত মোৰ বৰ খং উঠিল। কি মতেই এই থিয়েটৰ পতাৰ মূল, মই "ষ্টেজ মেনেজৰ" আৰু "মচন মাষ্টৰ"-মোক লগুৱা, দূতী, বান্দী ইত্যাদিৰ পাৰ্ট হে যাচে! মই খোলাখুলি কৰি কৈ পেলালোঁ "ভাইহঁত! মোক ভীমৰ পাৰ্টটো নিদিলে মই থিয়েটৰ নকৰোঁ। মোৰ মুখত দাড়িয়ে গোঁফে জাতিক্কাৰ, মই এই সোপাকে খুৰাই বেটী-বান্দীৰ ভাও লবলৈ সম্পূৰ্ণ নাৰাজ। তহঁতে চাচোন মই সবাতকৈ গায়ে-গোটে ডাঙৰ দীঘল। মোৰ নামনাচত হে ভাবিৰাম বৰাদেও। মোক ভীম তেওঁক কীচক দিলে হে শুৱাব।" মোৰ এই কথাত ভাবিৰামে কলেঃ—"ভাল কথা, মই ভীম হম, ভোলাই শৰ্ম্মা কীচক হওক।" মই—"তোমাৰ এইটো ভুল। বাৰু দুইকো দুইও জুখি চাওঁ আহঁা।" দুইও থিয় দিলোঁ, ভাবিৰাম বৰা মোতকৈ ঈষৎ ওখ হে হল। ভাবিৰামে কলে—"এতিয়া! তোমাৰ কথামতে মই হে ভীম হবৰ যোগ্য।" মই—"নহয় বৰা দেও! কথা এটা মন কৰক। কীচক দৰাচলতে ভীমতকৈও বলী আছিল; সৈৰিন্ধ্ৰীক ছলিত ধৰি আমুঙ্কীণ হোৱা বাবে হে ভীমৰ হাতত কীচক মৰিল। নহলে এটা ভীম নালাগে দহোটা ভীমেও হোৱা কীচকক মাৰিব নোৱাৰিলেহেঁতেন। আৰু এটা কথা; মই জাতত বামুণ, তুমি কলিতা। মোককীচক পাতি তুমি ভীম হৈ মোক মাৰিলে তোমাৰ গাত ব্ৰহ্মবধ পাতক নালাগিব নে? মোৰ প্ৰথম যাব

যুক্তিয়ে বলে নোৱাৰিলেও শেহৰ বাৰ যুক্তিয়ে এটাইকে জঁয় পেলালে। কীচক-বধত মই ভীম হৈ ৰলোঁ। ভাবিৰাম বৰাদেও কীচক হল আৰু নাট লিখোঁতা ভৈৰৱদাস চেক্রেটৰি হাঁহি খিকিন্দালিৰ কথা কোৱাত পৈণত দেখি তেওঁক "কমিক" বামুণৰ পাৰ্ট টো দিলে। সেইদৰেই যোগ্যতা অনুসৰি আন আন বিলাককো পাৰ্ট দিয়া হল। তিকতাৰ পাৰ্টবিলাক, আমাৰ যিসকল লগধাৰা অলপ দেখনিয়াৰ, বয়সত কম, মুখত দাৰি গোফ কম, সেইসকলক তেওঁ-বিলাকৰ মহা অনিচ্ছাস্বত্তেও জোৰ-জবৰদস্তি কৰি কৰি জাপি দিয়া হল। স্রৰবঙ্গতো সেইদৰে দন্তালি মাৰি মযে আৰু লোকনাথ ফুকনে নিৰঞ্জনৰ পাৰ্ট দুটা ললোঁ। ভৈৰৱদাস আৰু ভাবিৰামক কলিমন পতা হল; গীত গাব জনা আহোম্বৰ লৰা দুজনক মালতী আৰু তৰাৰ পাৰ্ট দিয়া হল। ইয়াৰ পাছত আহিল আখৰা বা Rehearsal দিয়াৰ পাল। পূজালৈ আছে আৰু ২০ দিন। লোকনাথ ফুকনৰ ঘৰতে আখৰা দিবৰ ঠাই স্থিৰ কৰা গল। প্ৰথম এটা নে দুটা আখৰালৈ সকলোবিলাক ভাৰবীয়া আহিছিল কিন্তু তাৰ পিছৰপৰা আৰু সমজুৱাসকল অহাৰ সময় আৰু দিনৰ স্থিৰ নোহোৱাত পৰিল। এদিন যদি ভাবিৰামৰ সুবিধা সেইদিন মোৰ অসুবিধা। যি দিন দ্ৰৌপদী হোৱাজনৰ সুবিধা সেই দিন হয়তো ভীম আৰু কীচক উভয়ৰে অসু-বিধা, আখৰালৈ আহিব নোৱাৰে। কি হব উপায় নাই। ভাবি চিন্তি ফুকনে সৈতে গোটপিট খাই যি যি দিনা মোৰ ফুকনৰ আৰু ভৈৰবদাসৰ সুবিধা হয় সেই সেই দিনাই rehearsal দিবলৈ সকলোবিলাক আহিব লাগে বুলি মটিচ জাৰি কৰা হবলৈ ধৰিলে, তথাপি আখৰা regular আৰু punctual নহল। ২০ দিনৰ ভিতৰত মুঠেই ৪টা নে ৫টা হে আখৰা দিয়া হল। অনেক সময়ত মই ঘৰৰ খুটা এটাকে কীচক সম্বোধন কৰি প্ৰম্পটৰজনকে বা আন এজনকে মনৰ হেপাহত "প্ৰিয়ে দ্ৰৌপদি"! সম্বোধন কৰি আখৰা দিলোঁ, আন আনবিলাকেও বোধকৰোঁ সেইদৰে বেৰ ছালকে সম্বোধন কৰি আখৰা দিলে। যন্ত্ৰীৰ আগদিনলৈকে যন্ত্ৰাদিৰে সৈতে মিলাই গীত কেইটা গোৱা নহল।

এই ২০ দিনৰ ভিতৰতে আমাৰ এটাইৰে প্ৰত্যায় অনুসৰি পূজাৰ ৩ দিনৰ উপৰি ভৈৰবদাসে হেমকণ্ঠ বৰুৱা তাণ্ডবীয়াৰ ৰবলৈ পৈছিল। তেওঁৰ ঘৰত

পূজা পাতে আৰু তেওঁৰ চৰাঘৰটোত বছৰি ঢুলীয়াৰ ভাও আৰু ভাসে-ৱেয়াই যাত্ৰা এপালা কৰায়। আমি ভৈৰৱদাসক এই কথা কৈ পাঠিছিলোঁ। "এইবাৰ আমি ভাওৰীয়াৰ চৰাঘৰতে ৮ গী আৰু ৯মীৰ দিন তেওঁ অনুগ্ৰহ কৰি ষ্টেজ, চিন, ড্ৰপচিন, পোছাক যোগাৰ কৰি দিলে থিয়েটৰ পাতিব। তেওঁ মান্তি হয় নে নহয়।" ভৈৰৱদাসক পঠাই আমি লোকনাথ ফুকনৰ ঘৰতে বাট চাই আছোঁ। ভৈৰব দাস নাহে হে নাহে। কি হব। গধূলি পৰত ভৈৰব দাস আহি উপস্থিত। আমি এটায়ে বৰ হেপাহ মনেৰে তেওঁৰ মুখলৈ চাই আছোঁ। তেওঁৰ মুখত নিৰানন্দৰ ভাব। জানোবা তেওঁ কি কয়। তেওঁৰ কথাৰ ওপৰতে থিয়েটৰ হব বা নহব। লাহেকৈ মই মাত লগালোঁ। "কি ভৈৰব দাস, হেমকণ্ঠ বৰুৱাক লগ পাইছিলা নে!" ভৈৰব দাস— "পাইছিলোঁ।" মই—"তেওঁ থিয়েটৰ কৰাব নে?" ভৈৰবদাস—"তেওঁ কৈছে যদি তোমালোকৰ বৰ ইচ্ছা হৈছে মোৰ এই চৰাঘৰতে কৰিব পাৰিবাহঁক।" মই—"ষ্টেজ কেনেকৈ হয়?" ভৈৰবদাস—"আমি যেনেকৈ যি উপায়েৰে কৰোঁ। ?" মই—"চিন ড্ৰপচিন?" ভৈৰব—"তেওঁৰ দিবলৈ নাই, আমিয়েই যেনেকৈ হওক যোগাৰ কৰি নিলে হব পাৰিব।" মই "পোছাক?" ভৈৰৱদাস—"ভাকো তেওঁ নিদিয়ে। আমি হে নিব লাগিব।" মই—"তেন্তে নো তেওঁ কি কৰিব?" ভৈৰবদাস—"আমি যদি ষ্টেজ পাতি থিয়েটৰ কৰিব পাৰোঁ। তেন্তে তেওঁ নিমন্ত্ৰিত ভদ্ৰলোকসকলক মাতি-বুলি-আদৰ কৰি বহুৱাই মেলাই থিয়েটৰ দেখুৱাব।" ভৈৰব দাসৰ এইবিলাক কথা শুনি মই কলোঁ। "ভাইহঁত! পিছে এতিয়া থিয়েটৰ কেনেকৈ কৰিবা?" মুক্তানাথে কলে "মোক ৰূপ ২০ টকা দিয়া, মই এতিয়াই তিনি থান মাৰ্কিন কাপোৰ, অলপ চক্ আৰু বং কিনি আনো। মই দুদিনতে চিন আকিম।" লোকনাথ ফুকন আৰু মই কলোঁ। "আমি দুয়ো ঘৰে ঘৰে আজি খাট বিচাৰি আনি চৰাঘৰত পতাম।" হলিকান্তই কলে "মই আমাৰ অসমীয়া মানুহৰ ঘৰে ঘৰে ফুৰি বিহা মেখেলা, থনীয়া-কাপোৰ, পাগুৰি গোটাম। যাৰ যাৰ ভাল ভাঙ্গ কলা কোট আছে ভাইহঁত আনিবি। মই সোনোৱালি পটি কিনি আনি লগাই লগাই দিম। দহোটা টকা মুঠতে মোক দে মই কেইভাৰ মান দাবি আৰু চুলি কিনি আনো গৈ। আমাৰ এইবিলাক কথাত এটাইয়ে

মহা উৎসাহ হৈ পৰিল। ভৈৰবদাস চেক্রেটৰিয়ে আৰু ভাবিবাম নৰা এঃ যেনেকৈ এনেতে সুধিলে "আমি নো কি কৰিমহঁক, আমাৰ নো Duty কি?" লোকনাথ ফুকনে মাত দিলে "ৰবাই আমাৰ লগতে ফুৰক।" মই ভৈৰব দাসক কলোঁ "ভাই ধি হয় এটা কৰ। যদি একোকে কৰিবলৈ নাপাব তেন্তে ঘাঁহ খা গৈ।" কোৱা বাহুল্য আমি তিনিউ ঘৰে ঘৰে খাট খুজি ফুৰিছিলোঁ। হলিকান্তই ঘৰে ঘৰে বিহা মেখেলা গোটাই ফুৰিছিল। মুক্তানাথে কাপোৰ কিনি আনি দৰ্জিৰ হতুৱাই সিয়াই দুখন চিন, এখনত দুৱাৰ দুখন আঁকি, এখনত গছ এডাল আকি, তৈয়াৰ কৰিলে। ড্ৰপচিনখনত এটা নদী আৰু পৰ্ব্বতৰ দৃশ্য অঁকা হল। ৪ খন উইং আঁকিলে। আমাক লৰি-ধাপৰি এইদৰে ফুৰা দেখি নগৰৰ ভাল ভদ্র বুঢ়াভগীয়া দুই চাৰিজনমান ডাঙৰীয়াই নানা প্ৰকাৰ ইতিকিঙো কৰিছিল। কৈছিল "এই লৰা কেইটাক কিহে পালে? ইইঁত বলিয়া হল নে কি?" আমাৰ হলে এই তিন দিনে ৰদ নাই, ৰৰষুণ নাই, সময় নাই, অসময় নাই, ভাতখাবৰ আজৰিও নাই। আমি এটায়ে থিয়েটৰৰ যোগাৰ কৰাতে বলিয়া। আজি থিয়েটৰৰ দিন। ৰাতিপুৱাৰেপৰা আমাৰ গাত তত নাই। নগৰৰ ভাল মানুহ অমানুহ সকলোয়ে আমাৰ কাণ্ড-কাৰখানা দেখি আমাক বলিয়াত বাজে আন একো বিশেষণ দিবলৈ নেপাইছিল। দুই এজন বুঢ়াভগীয়া ডাঙৰীয়াই ইয়াকো কৈছিল "এই বান্দৰ কেইটাই কি থিয়েটৰ কৰিব!" ওৰেদিনটো ৩।৪ জন মাত্র বন-কৰা কুলি হাতত লৈ আমি লৰি-ধাপৰি হায়ৰাণ; তথাপি ষ্টেজৰ নিমিত্তে খাট ১০ খনৰ ৪ খন কোনো ৰকমেই গোট নাখালে। গধূলি হলত কুলিইঁত পুলুকা মাৰি মাৰি পলাল। আমি দুজন আৰু লগৰীয়া চাৰিজন মান লৈ শেহত নিজে নিজে কুলিৰ দৰে খাটো কঢ়িয়ালোঁ। নিজে নিজে ওপৰত বাঁহ বান্ধি ওৰা লগাই চিন দুখন আৰিলোঁ, উইং ৪ খন আৰু ড্ৰপচিনো ৰ্‍হিলো। এইবিলাক কৰোঁতেই ৰাতি ৮ মান বাজিল। ৯ বজাৰপৰা থিয়েটৰ হবৰ লাগিব। ৮ বী পূজাৰ দিন থিয়েটৰ চোৱা মানুহ ঘৰে-নধৰা হৈছেগে। আমাৰ কিন্তু তেতিয়ালৈকে খোৱাবোৱাও হোৱা নাই, কানি-কাপোৰ সাজপাৰ ইত্যাদিও অনা হোৱা নাই। আমি থিয়েটৰ কৰা কেইজন দুখে-ভাগৰে ভোকে-লঘোনে লৰেজান। থিয়েটৰ কৰা

দূৰত থাওক আমাৰ অৱস্থাৰ থিয়েটৰ চাই কোনে! আমাৰ অনেকৰ খোৱা-বোৱাও নহল। ৯ বাজিল; অডিয়েঞ্চে হাত-চাপৰি বজাবলৈ ধৰিলে। আমাৰো ইফালে খং উঠিল। ভাবিলোঁ আমি কিবা কাৰবাৰ চাকৰ নে তাতে অডিয়েঞ্চৰ হাত-চাপৰি বাজাৱা শুনি তৎক্ষণাৎ কৰিম? ইফালে তিৰোতাৰ পাৰ্ট লোৱাসকলৰ দাড়ি খুৰাবলৈ নাপিত নাই। দুটা নাপিতক দিনতে ঠিক কৰি থোৱা হৈছিল কিন্তু এতিয়া চেগ বুজি খুজুইতে নাহে হে নাহে। সিহঁতৰ ভেম চাবা কি! হাততে গাইপতি দুটকা নাপালে হেনো সিহঁত নাহে। কোনো ৰকমে এটকা এটকা বয়না দি দুটা নাপিত অনা হল। তিৰোতাৰ ভাও লোৱা ডেকা ৪।৫ জনৰ দাড়ি খুৰুউৱা হল। দাড়ি খুৰাবলৈ অত্যন্ত নাৰাজ হৈ এজন আমাৰ ডেকাই-গোঁফৰ ওপৰ ডোখৰত লেই অলপ ঘঁহি পাউডৰ লগাই থলে। কোনো ৰকমে ১০ মান বজাত দাড়ি খুৰুৱা হল। সিফালে অডিয়েঞ্চৰ গাত তৰেই নাই। এইবাৰ সকলোৱে সাজপাৰ কৰিবৰ পাল আহিল। মতা মানুহ হোৱাসকলৰ সাজ পাৰ সকলোৱে নিজে নিজে কৰিলে। দাড়ি কেইটাৰ থপিয়াই থপিয়াই যেয়ে বলে পাৰিলে সেয়ে পিন্ধোত বাজে বিশেষকৈ উল্লেখ কৰিব লগীয়া একো হোৱা নাছিল। কিন্তু তিৰোতাৰ পাৰ্ট লোৱাবিলাকৰ সাজ-পাৰ পিন্ধোতে পিন্ধোতে এক মহা হুলস্থুল ব্যাপাৰ হৈছিল। খুজি মাগি অনা কিংখাপ আৰু পাট মুগাৰ ৰিহা মেখেলা কেইখন পিন্ধোত মহা গোলমাল হল। দুই এজন ডেকাই সেইবিলাক ৰিহা মেখেলা পিন্ধিবলৈকে নাৰাজ হৈছিল। কেৱেঁ কেৱেঁ মেখেলা কেইখন মুৰৰ ফালৰপৰা নে ভৰিৰ ফালৰ পৰাই সুমাব লাগে তাকে লৈয়েই মহা হুলস্থুল লগাইছিল। কাৰো কাৰো গাত খুজি মাগি অনা কটা-চিটা পুৰণি মেখেলাবিলাক ভালকৈ নোসোমাইছিলেই, অথচ এইবিলাক কাপোৰ ঘৰে ঘৰে আনিবৰ সময়ত বন্দৱস্ত আছিল, হেৰালে আমি ভৰিব লাগিব; ফালিলে চিঙিলে আমি ভালকৈ সি-পুটকি দিব লাগিব। কোনো ৰকমে ভালে-বেয়াই চাৰে—দহোটাৰ সময়ত সাজ-পাৰ হল। তাৰ পিছত ভালে-বেয়াই হাৰমনিয়মত আমাৰ এজনে জনাই-নজনাই "কতকাল পৰে বল ভাৰত ৰে" এই গানটোৰ গতটো বজালে; লগতে বাভিটোৰ নিমিত্তে ৫ টকালৈ বন্দৱস্ত কৰি অনা যাত্ৰাদলৰ

ওস্তাদ এটাই ঢোলোকটো বজালে। ১১ বজাত কোনো ৰকমে ফুট-লাইট লগাই ড্ৰপচিন তুলিবলৈ ধৰোঁতে ড্ৰপচিনখন সুঠে হে সুঠে। অভিয়েন্সৰ আকৌ হাতচাপৰি বজোৱা আৰু হাঁহি-খিকিন্দালি হল। হাতেৰে কোনো ৰকমে টানি-টুনি ড্ৰপচিন তোলা হল। থিয়েটৰ আৰম্ভ হল। আখৰা মুঠেই ৪।৫ দিন হে দিয়া হৈছিল। পাৰ্ট মুখস্থ কাৰো নাই। প্ৰম্পটৰৰ গাতহে সম্পূৰ্ণ নিৰ্ভৰ। এবাৰ প্ৰম্পটৰে সৰু সৰু কৈ প্ৰম্পট কৰোঁতে আমাৰ কীচক ভায়াই সুগুনে হে সুগুনে। বেজাৰ লাগি প্ৰম্পটৰক অলপ ডাঙৰকৈ কৈ দিলে "ভাই তই অলপ চাপি আহ অ। অলপ ডাঙৰকৈ ক অ।" কীচকৰ এই কথা অভিয়েন্সৰ সমুখত বহা সকলোটিয়েই শুনিলে। সকলোটিয়ে খিলখিল কৰি শেহত গিৰ্জ্জনি মাৰি হাঁহি হাত-চাপৰি বজাই দিলে। প্ৰম্পটৰে বেজাৰতে ডাঙৰ ডাঙৰকৈ সকলোৰে প্ৰায় শুনাকৈয়ে প্ৰম্পট আৰম্ভ কৰিলে। অভিয়েন্সৰ আকৌ গিৰ্জ্জনি মাৰি হাঁহি আৰু হাত-চাপৰি পৰিল। এইদৰেই মাজে মাজে হাঁহি খিকিন্দালিৰে সৈতে সেই দিনালৈ ভালে বেয়াই কীচকবধ পালা হৈ গল। কীচকক মৰোঁতে মোৰ ভীমৰ দফালি চাই কোনে। অভিয়েন্সে হাত-চাপৰি বজাই ব্ৰোভো ব্ৰেভো কৰিছিল। অৰ্জ্জুন হোৱাজনেও নিজে ভাইনা বাঞা বজাৰ জনা শুণে "প্ৰাণ কেমন কেমন কৰে সজনি" এই সুৰৰ ছাঁয়ানট ৰাগিনীৰ খেমটা ভালটো বজাই যাত্ৰাৰ দলৰ পৰা ওস্তাদৰ লগত অহা চোকোৰা দুটাক গোৱাই নচুৱাই কিছু হাত-চাপৰি আৰু বাহাদুৰি ললে। আনবিলাকৰ পাৰ্টৰ ভিতৰত ভৈৰব দাসে বামুণ হৈ আৰু দৈৱকীয়ে বামুণী হৈ অভিয়েন্সক পাৰেমানে হঁহুৱালে। মাজতে যুধিষ্ঠিৰ হোৱাজনে এটা চিনত দাড়িতাৰ থহাই থৈ পিন্ধিবলৈ পাহৰি শুদামুখে অহাত অভিয়েন্সে বেছকৈ তত ধৰিব পাৰি তেওঁলোকৰ এজনে কৈ পেলালে "আমাৰ যুধিষ্টিৰ মহাৰাজাই এইবাৰ দাড়ি খুৰাই আহিল নে কি?" তেওঁৰ এই কথাত অভিয়েন্সৰ আকৌ হাঁহি খিকিন্দালি হল আৰু হাত-চাপৰি পৰিল। সিফালে ষ্টেজৰ ভিতৰতো ষ্টেজ মেনেজৰ আমাক লগৰীয়া এজনে খণ্ডতে ছুহ নিৰ্ক্কিলাবলৈ হে বাকি এৰিলে।

ভ্ৰমৰক্ষৰ দিনা কাপোৰ-কানিৰ অসুম্পূৰ্ণতাত বাজে বিশেষ গোলমাল হোৱা নাছিল; কিন্তু একটিঙত এবাৰ কলিমন এজনক মই নিষ্কল হৈ

"মতলীয়া গোলাম" এই কথাষাৰ অলপ জোৰে কৈ ঢকাটো মৰাত চিন হৈ যোৱাৰ পাছত কলিমনে মই নিৰঞ্জনক প্ৰায় কিলাবলৈকে উঠিছিল। লগৰীয়াবিলাকে ধৰি মেলি ৰৰাই-বুজাই হে আমাক উভয়কে কিলাকিলিৰ পৰা ক্ষান্ত কৰিলে। ভৰাই "গুরনি ফুগনি" এই গীতটো গাওঁতে সুৰ একালে গল হাৰমণিয়ম একালে গল। অডিয়েন্সে হাতচাপৰি বজালে। কেজন মানে ছুপ ছুপ গ গ কৰিব ধৰিলে। কেৱেঁ কেৱেঁ Bravo miss বুলিলে, কেৱেঁ কেৱেঁ "আকৌ আকৌ" কৰিলে। এজনে মাজতে গীত গোৱা হলত Encore বোলাত অডিয়েন্সৰ আকৌ খিকিন্দালি হাতচাপৰি পৰিল। এক-টিঙৰ ভিতৰত কোটোৱালটোৱে মায়াপুৰীয়া নিৰঞ্জনক ধৰিবলৈ পাহাৰ কামপুৰীহঁতে ধৰি পেলাইছিল। ভাগে বেয়াই এইদৰে আমি থিয়েটৰ কৰিলোঁ। বাইদে বেয়া বুলিলেও কুৎচ থিয়েটৰ বুলিলেও আমি থিয়েটৰ হৈ থাকোঁতে দুই এজন অডিয়েন্সৰ ভিতৰত বহি Excellent Excellent কৰিছিলে। আৰু থিয়েটৰ হৈ যোৱাৰ পাছত নিজক নিজে যতদূৰ পাৰোঁ শলাগিছিলোঁ।

ইয়াৰ পাছতে আমাৰ থিয়েটৰৰো পতনৰ কাল আহিল। মই বিজয়া দশমীৰ দিনা লোকনাথ ফুকনৰ ঘৰত বেলি এটা মান বজাত এটাইবিলাক গোট খোৱাত প্ৰস্তাৱ কৰিলোঁ যে আকৌ লক্ষ্মী আৰু কালী পূজাত ভালকৈ আগৰ দি থিয়েটৰ কৰিম। গোনেই লোকনাথ ফুকনে কলে :— "ভাই নিজে নিজে এইদৰে ফুলিৰ নিচিনাকৈ খাটি মই আৰু থিয়েটৰ নকৰোঁ।" ভাবিৰাম বৰাদেৱে কলে :—"এবা থিয়েটৰ পাতি আমি এটায়ে পৰিশ্ৰম কৰিম আৰু আমাৰ ভোলাই শৰ্ম্মাই ভাল পাৰ্ট টি নিজে লৈ বাহবা লব।" নীলকান্তই কলে" থিয়েটৰৰ ৰূপ মোৰ হাতত এক পইচাও নাই। দোকানত ৰূপ একুৰিমান ধাৰ লাগিছে। আমি এটায়ে পঁচা ভুজি সেই ৰূপ নিদিলে দোকানীয়ে ভেওঁৰ পৰা লব। ট্ৰেজৰৰ হৈ ভেওঁৰ লাভ ইমানেই হৈছে।" ভৈৰৱ দাসে কলে :—"ভাই! মোক নো কিয় চেক্ৰেটৰি পাতিছিলা, মই নো কি কাম কৰিব লাগিছিল মই এতিয়ালৈকে ভাব গমকে নাপালোঁ। সকলোৰে মুখত এইবিলাক কথা শুনি মই আৰু দুনাই কোনো কথা কবলৈ সাহ কৰিব

নোৱাৰিলোঁ। বৃজা গল আমাৰ থিয়েটৰৰ ওৰ এইখিনিতে পৰিল। থিয়েটৰৰ ওৰ পৰিল হয় কিন্তু তাৰ হোন্দোলানি ৭।৮ দিনলৈকে ৰল। লোকৰ খাটবিলাক ওলটাই দিয়াৰ ভাৰ গোটেই মোৰ ওপৰতে পৰিল। মোৰ নিজৰ হে খৰচ হল। চিন, ড্ৰপচিন কেইখন নীলকান্তই তেওঁৰ গাত দোকানৰ বাকী টকাৰ বাবে লৈ গল, আৰু সিয়নি মোকোলাগ হেনো সিয়নি চুৰিয়া কৰিলে। দাড়ি চুলি কেইতাৰ হেনো হেৰাল। হলিকান্ত বৰুৱাৰ বিপাইৰ হোনো ঠাই নোগোৱা হৈছিল। মেখেলাবিলাক থিয়েটৰ কৰোঁতে যি কেইডোখৰ ফাটিছিল তাক তো তেওঁ নিজেই সি-পুতকি দিছিলেই তদুপৰিও আগৰ ফটাচিটাবিলাকো হেনো সি দিব লগাত পৰিছিল সবাতোকৈ কামপুৰীয়া কলিমন হোৱাজনৰ বিপাই বিপত্তিৰ হোনো ঠাই নোহোৱা হৈছিল। তেওঁক বাটত দেখিলেই স্কুলীয়া লৰাবিলাকে হেনো "সোটো কলিমন! সোটো কলিমন" বুলি আঙুলিয়াইছিল, আৰু দুই এজন দুষ্ট লৰাই হেনো "মতলীয়া গোলাম" এই বুলি ইতিকিং কৰাত তেওঁ হেনো এদিন লৰা এটাক খেদি গৈ ঘৰতে ছুটা চৰ মাৰি থৈ অহাত লৰাটোৰ বাপেকে হোনো পিছদিনা তেওঁৰ ওপৰত ফৌজদাৰি দৰ্খাস্ত এখনো আদালতত দাখিল কৰিছিল। আমি লগৰীয়া ১০।১২ জনে ধৰি-মেলি হে কোনো ৰকমে মকৰ্দ্দমাটো আপোছ কৰি দিছিলোঁ। দ্ৰৌপদীৰ পাৰ্ট লোৱাজনৰ হেনো তেঁওৰ ঘৰৰ ভিতৰতে অলপ লেঠা হৈছিল। থিয়েটৰ হৈ যোৱাৰ তিন দিনৰ পাছত হেনো ঘৈণীয়েকে কিবা কথাত মুখে মুখে উত্তৰ কৰোঁতে দাবি দি খেদি যাওঁতে ঘৈণীয়েকে তেওঁক কৈ পেলাইছিল—"নেদেখিছা কেনে মতাটো! ঘৰত হে মতা। থিয়েটৰত কাৰবাৰ ফটা মেখেলা পিন্ধি তিৰুতা হে হব পাৰিছিল!" এইদৰে আমাৰ গাইপতি দুৰ্গতিৰ সীমা নোহোৱা হৈছিল।

শ্ৰীভোলাই শৰ্ম্মা।
ভাহনিখনৰ ষ্টেজ মেনেজৰ আৰু ক্ৰচম মাষ্টাৰ।

---

দ্বিতীয় বছৰ, চতুৰ্থ সংখ্যা

# সূচী

# গুৰু-গীতিমালা।

## বৰাগীৰ জোলোঙা। *

( ৪ )

ইন্দ্ৰিয়বিলাকে একেবাৰে ধৰি
থৈছে তোমাক মোহি;
সংসাৰ-ভাৱনা শুধা লাগি চাই
আছা তুমি যে মজি!
সময়ত তোমাৰ পেটৰ চিন্তাত
মূৰত জটাৰ বোজা;
খুৰাৱো তাকো আকৌ ৰাখি চলি
গেডঁতা কালিছা শোভা।
বিবিধ বসনে নানান বেশেৰে
সজা-কচা তুমি কৰা;
নাতাৰে কেতিয়াও ইসবে তোমাক
মৃত্যুৰ হাতৰপৰা:
মৰণ আহিলে মৰিব লাগিব,
(সেই হে) এৰাঁ হে সকলো কাম।
তুমি ভঁজা গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম॥

---

*শঙ্কৰাচাৰ্য্যৰ "চৰ্পটপঞ্জৰিকা স্তোত্ৰ"ৰ মুকলি ভাঙনি।

( ৫ )

ভগৱদ্গীতাৰ অলপ মানো যদি
পৰিছে তোমাৰ কাণত ;
যদি গঙ্গাজলৰ কণা এটাও
পৰিছে তোমাৰ মুখত ;
মুৰাৰিৰ পূজা এবাৰো যদি
কৰিছা তোমাৰ বুকত ;
তোমাক কোনোৱে একোকে কৰিব নোৱাৰে,
মৰিবা মনৰ সুখত।
মৰণ আহিলে মৰিব লাগিব,
(সেই হে) এৰা হে সকলো কাম !
তুমি ভজা গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

( ৬ )

বুঢ়া কালত তোমাৰ লুৰ্‌লুৰ্‌ দেহা
চুলিও গৈছে পকি।
দাঁতো নোহোৱা হৈছে এটিও,
গৈছা লাখুটি ধৰি।
আশা-জালত কিন্তু এতিয়ালৈকে
যেৰ খাই আছা যে তুমি ;
মুক্ত নহলে নভবা যে হেবা !
নোচোৱা কিয় লো পমি ?
মৰণ আহিলে মৰিব লাগিব,
(সেই হে) এৰা হে সকলো কাম
তুমি ভজাঁ গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

# আসাম।

## ( ৩ )

দ্বাদশ শতিকাৰ মাজৰপৰা পঞ্চদশ শতিকাৰ মাজলৈকে পঞ্চম যুগ। এই যুগত বিশাল কামৰূপ ৰাজ্য ভাগি-ছিগি ডোখৰ ডোখৰ হৈ কেইবাখনো সৰু সৰু ৰাজ্যত পৰিণত হল; আৰু পুৰণি প্ৰবল কামৰূপৰ গৌৰৱ-সূৰ্য্য চিৰ-কাললৈ অস্ত গল। বৈদ্যদেৱ ৰজাৰ তামৰ-ফলিৰ পিছৰপৰা ৬০ বছৰ কাল এন্ধাৰ; সেই কালৰ বিষয়ে আমি একো জানিবলৈ নাপাওঁ। প্ৰায় ১১৯৮ খৃষ্টাব্দত মহম্মদ বকৃতিয়াৰ খিলজিয়ে বঙ্গদেশৰ শেষ হিন্দু ৰজা লক্ষ্মণ সেনক পৰাস্ত কৰি বঙ্গ জয় কৰাৰ কিছু বছৰৰ পিছত তেওঁ কামৰূপৰ ফালে যুদ্ধ যাত্ৰা কৰি আহি কামৰূপৰ ৰজাৰ হাতত সগুৰ্ণাগতি হৈ কথমপি প্ৰাণ লৈ সাৰি গৈছিল। সেই সময়ত কামৰূপৰ ৰজাক কামেশ্বৰ বোলা হৈছিল আৰু তেওঁৰ ৰাজ্যৰ পশ্চিম সীমা কৰতোয়া নৈয়েই আছিল। ত্ৰয়োদশ শতিকাৰ আগডোখৰত বঙ্গদেশৰ শাসনকৰ্ত্তা খিয়াচুদ্দিনে আসাম আক্ৰমণ কৰিবলৈ আহি ব্ৰহ্মপুত্ৰইদি সদিয়া পাইছিল গৈ; কিন্তু তেৱোঁ; কামৰূপৰ ৰজাৰ হাতত হাৰি খেদাখাই উভতি যাব লগীয়াত পৰিছিল। ইয়াৰ পিছত প্ৰায় ১২৭৮ খৃষ্টাব্দত, টুগ্ৰিল খাঁই আসাম আক্ৰমণ কৰি কামৰূপৰ ৰজাৰ হাতত সসৈন্যে হাৰি প্ৰাণ হেৰুৱালে। ১৩৩৭ খৃষ্টাব্দত মহম্মদ চাই ১০০০০০ অশ্বাৰোহী সেনা আসাম আক্ৰমণ কৰিবলৈ পঠিয়াইছিল; কিন্তু ইমান ডাঙৰ সেই ফৌজ আসামত মৰি ধ্বংস হল, তাৰ কোনো চিন-মোকাম নাথাকিল। মছলমানসকলৰ দ্বাৰাই লিখিত বুৰঞ্জীৰপৰা পোৱা এনেকুৱা দুটা-চাইটা ঘটনাৰপৰা এইটো স্পষ্টকৈ দেখা যায় যে ত্ৰয়োদশ আৰু চতুৰ্দ্দশ শতিকাতো কামৰূপ ৰাজ্য প্ৰবল পৰাক্ৰমশালী আছিল, আৰু তাৰ পশ্চিম সীমা সেই পুৰণি কৰতোয়া নৈয়েই আছিল; কিন্তু পূব সীমা কত আছিল সেইটো জানিব পৰা নাযায়। এইটো ঠিক যে সেই কামৰূপ ৰাজ্যৰ কলেৱৰ আগৰ কালৰ কলেৱৰতকৈ ভালেমান গুণে ঠেক হৈছিল। ত্ৰয়োদশ শতিকাৰ আগছোৱাত চান বংশী আহোমবিলাক পূবেদি আসামত সোমায়। ছুটিয়া ৰজাসকলে

ভেভিয়া সোৱণশিৰী আৰু দিচাং নৈৰ পূব ফালৰ ঠাই ডোখৰত ৰাজত্ব কৰিছিল; আৰু তাৰ দক্ষিণ-পশ্চিম ফালৰ ঠাইত বডো জাতৰ সৰু সৰু ৰজা অনচেৰেকৰ ৰাজ্য আছিল। তাৰ আৰু পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণ কুলত কছাৰী ৰাজ্য আছিল। তাৰ পশ্চিম ফালে দক্ষিণ কুলতে আৰু ছুটিয়া ৰাজ্যৰ দক্ষিণে বাৰভূয়াঁসকলৰ সৰু সৰু ৰাজ্য আছিল। আসামত বাৰভূয়াঁ সকলৰ উৎপত্তিৰ বিষয়ে কেইবাটাও মত আছে। আহোমবিলাক আসামত সোমোৱা কালত ভূয়াঁসকলে ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ ফালে আৰু ছুটিয়া ৰাজ্যৰ পূবত ৰাজত্ব কৰিছিল। এটা মত এই যে, আৰিমত্ত ৰজাৰ পিছত তেওঁৰ মন্ত্ৰী সমুদ্ৰই আৰিমত্তৰ পুতেক ৰত্নসিংহক ৰাজ্যৰপৰা খেদি দি নিজে ৰাজ-পাটত উঠিছিল। আৰিমত্ত আগি ওপৰত কৈ অহা সূৰ্য্যবংশী ক্ষত্ৰিয় ধৰ্ম্ম-পালে সংস্থাপন কৰা ৰাজ্যৰ শেহ ৰজা ৰামচন্দ্ৰৰ ৰাণীৰ গৰ্ভত হোৱা পুতেক। এই আৰিমত্তই বাপেক ৰামচন্দ্ৰক নাজানি বধ কৰিছিল। আৰিমত্তৰ ৰাজধানী কামৰূপৰ যেত্‌নাৰ ওচৰৰ বৈদ্যৰগৰত আছিল। কমতাপুৰৰ ৰজাৰ বংশৰ ফেঙ্গুৱা নামে ৰজা এজনে আৰিমত্তক আক্ৰমণ কৰি প্ৰথমতে হাৰি তাৰ পিছত আৰিমত্তৰ দুষ্টা ৰাণী ৰত্নমালাৰ সাহায্যত আৰিমত্তক বধ কৰে। কিন্তু পিছত আৰিমত্তৰ পুতেক ৰত্নসিংহৰ হাতত ফেঙ্গুৱাই হাৰি প্ৰাণ হেৰুৱায়। এই ৰত্নসিংহকে তেওঁৰ বাপেকৰ কালৰ মন্ত্ৰী সমুদ্ৰই খেদাই নিজে ৰজা হয়। সমুদ্ৰৰ পিছত পুতেক মনোহৰ ৰজা হয়। এনে প্ৰবাদ আছে যে মনোহৰৰ জীয়েক লক্ষ্মীৰ গৰ্ভত সূৰ্য্যদেৱৰ ঔৰষত দুটি লৰাৰ জন্ম হয়, এটিৰ নাম সান্তনু আনটিৰ নাম সামন্ত। সান্তনু বৈষ্ণৱ আৰু সামন্ত শাক্ত হল। সান্তনুৱে বেলেগ হৈ সপৰিবাৰে গৈ নগাৱঁৰ ৰামপুৰ বোলা ঠাইত বসতি কৰিলে, আৰু সামন্ত লক্ষ্মীপুৰতে (আজিকালি যাক লখীমপুৰ বোলে) থাকিল। সামন্তৰ পিছত তেওঁৰ পুত্ৰসকলে তাতে ৰাজত্ব কৰি আছিল, আৰু মধ্য-আসমত ৰাজত্ব কৰি থকা কছাৰী ৰজাই আৰু সদিয়াৰ ছুটিয়া ৰজাই তেওঁলোকৰ স্বাধীনতাত হাত দিব নোৱাৰিছিল। কিন্তু পিছত আহোম ৰজাৰ হাতত তেওঁলোকে হাৰি ৰাজ্য হেৰুৱায়। ৰাজধৰ নামে সান্তনুৰ সন্তান এজনে নগাৱঁৰ বৰদোৱাত বসতি কৰে। এই ৰাজধৰেই আমাৰ শঙ্কৰদেৱৰ পিতৃ কুসুমবৰৰ বাপেক।

কিন্তু গুৰুচৰিত্ৰ পুথিত বাৰভূঞাঁসকলৰ উৎপত্তিৰ বিষয়ে আন প্ৰকাৰ আছে। দুৰ্লভনাৰায়ণ নামে কমতাপুৰৰ ৰজাৰে সৈতে ধৰ্ম্মনাৰায়ণ নামে গৌৰৰ ৰজা এজনৰ ৰণ লাগে। সেই ৰণৰ অন্তত যেতিয়া শান্তি স্থাপিত হল, তেতিয়া ধৰ্ম্মনাৰায়ণে সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ কমতেশ্বৰক দিলে। কমতেশ্বৰ দুৰ্লভনাৰায়ণে তেওঁলোকক মাটি-বাৰী ধন-বস্তু দি দাভি-কাষৰীয়া ঠাইত দেশ-ৰখীয়া কৰি পাতিলে। তেওঁলোকৰ ভিতৰত কায়স্থ চণ্ডীবৰ গুণী আৰু কামিলা আছিল দেখি তেৱেঁই তেওঁলোকৰ ভিতৰত প্ৰধান হৈছিল। পইমাগুৰিত তেওঁলোকৰ যাই ঠাই আছিল, আৰু তাত তেওঁলোকে এটা বান্ধ বা মথাউৰি কৰি দিয়াত তাৰ প্ৰজা তেওঁলোকৰ প্ৰতি কৃতজ্ঞ হৈছিল। তাৰ পিছত ভুটীয়াবোৰে সেই ঠাইত উপদ্ৰৱ কৰি কিছুমান মানুহ ধৰি নিছিল; সেই মানুহবোৰৰ ভিতৰত চণ্ডীবৰৰ পুতেক এজনো আছিল। চণ্ডীবৰে আন ভূঞাঁসকলেৰে সৈতে ভোটক খেদি গৈ সিহঁতে ধৰি নিয়া সেই মানুহবোৰ মোকোলাই আনে। ইয়াৰ পিছত চণ্ডীবৰে সেই ঠাই এৰি নগাৱঁৰ বৰদোৱাত বসতি কৰে। এই চণ্ডীবৰৰে আজো-আজো-নাতি শঙ্কৰদেৱ।

দৈত্যাৰি ঠাকুৰে কৰা শঙ্কৰদেৱৰ জীৱনচৰিত্ৰ পুথিত আছে,—

"লণ্ডাদেৱ নামে একজন আছিলন্ত। চণ্ডীবৰ নামে তান তনয় ভৈলন্ত ॥
চণ্ডীবৰে ৰাজ সেৱা বিস্তৰ কৰিল। দুৰ্ল্লভনাৰায়ণে দেৱীদাস নাম দিল ॥
দেৱীদাসে বন্ধাইলন্ত টেম্বুৱানি বন্ধে। বৰদোৱা নামে গ্ৰাম পৰম প্ৰবন্ধে ॥
কৰা সেৱা দুৰ্ল্লভনাৰায়ণ নৃপতিৰ। দাতা ভোক্তা জ্ঞাতা বীৰ গহীন গম্ভীৰ ॥

* * * *

হেনয় পণ্ডিত দেৱীদাস আছিলন্ত। ৰাজধৰ নামে তান তনয় ভৈলন্ত ॥
দানী মানী গুণৱন্ত শান্ত শুভনয়। ভৈল তিনিজন জানা তাহান তনয় ॥
সূৰ্য্যবৰ জয়ন্ত মাধৱদলৈ নাম। তিনিয়ো পণ্ডিত গুণৱন্ত অনুপাম ॥

* * * *

সূৰ্য্যবৰ পুত্ৰ ভৈল কুসুম নামত * * *

* * * *

সেহি বেলা কুসুমৰ পুত্ৰ উপজিল। * * *

* * * *

শঙ্কৰৰ ঘৰত পুত্ৰক লভিলন্ত। এতেক শঙ্কৰবৰ নামক থৈলন্ত॥"

কমতেশ্বৰ দুৰ্লভনাৰায়ণেৰে সৈতে যুদ্ধ কৰোঁতা ধৰ্ম্মনাৰায়ণকে গৌৰেশ্বৰ বুলি কৈছে। পুৰণি প্ৰকাণ্ড কামৰূপ ৰাজ্য ভাগি গৈ একোখন সৰু সৰু ৰাজ্যত পৰিণত হলতো যেনেকৈ সেই সৰু ৰাজ্যবোৰৰ ৰজাবিলাকে প্ৰাগ্-জ্যোতিষ-পুৰাধিপতি বা কামৰূপেশ্বৰ উপাধিৰে নিজক বিভূষিত কৰি ৰাখিছিল, পুৰণি গৌৰ ৰাজ্য ভাগি গলতো তাৰ সৰু সৰু ৰজাবিলাকে নিজক গৌৰেশ্বৰ উপাধিৰে বিভূষিত কৰি ৰাখিছিল। খৃষ্টীয় অষ্টম আৰু নৱম শতিকাত উত্তৰ-বঙ্গত ছজন তেনেকুৱা সৰু ৰজাই নিজক গৌৰেশ্বৰ উপাধিৰে বিভূষিত কৰা পোৱা যায়। বৰ্ত্তমান ছিলঠ ডিষ্ট্ৰিক্টৰ এডোখৰৰো আগৰ কালত গৌৰ নাম আছিল। সেইদেখি ধৰ্ম্মনাৰায়ণ যে তেনেকুৱাই এজন উত্তৰ-বঙ্গৰ সৰু ৰজা আছিল সেইটো সিদ্ধান্ত কৰিব পাৰি।

কোচ ৰজাসকল যেতিয়া প্ৰবল হৈ উঠিল, তেওঁলোকে সোণকোহ আৰু বৰনৈৰ ভিতৰত থকা অনেক সৰু সৰু ৰজাক পৰাজয় কৰি সেই ক্ষুদ্ৰ ৰাজ্য বোৰ নিজৰ ৰাজ্যৰ ভিতৰুৱা কৰিছিল। সেই ৰজাবোৰক যদিও ভূঁয়া বোলা গৈছিল, কিন্তু আগি ওপৰত কৈ অহা কায়স্থ ভূঁয়াসকলৰ সৈতে তেওঁলোকৰ সম্পৰ্ক নাই।

কালক্ৰমত যি প্ৰাচীন কামৰূপ ৰাজ্য ঠেক হৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ পশ্চিম ডোখৰত মাথোন পৰিছিল গৈ, সেই কামৰূপে লাহে লাহে নাম পৰ্য্যন্ত সলাই কমতাপুৰ নাম লব লগীয়াত পৰিল গৈ। যদিও কিছু কাললৈকে কমতাপুৰ আৰু কামৰূপ দুইটা অদল-বদলকৈ ব্যৱহাৰ কৰিব পৰা হৈ আছিল কিন্তু পিছত তেনে নাথাকিল গৈ। সোণকোহৰ পুব আৰু পশ্চিম ডোখৰ বেলেগ বেলেগ সময়ত বেলেগ বেলেগ ৰজাৰ অধীনলৈ আহিবলৈ ধৰিলত ক্ৰমে কমতাপুৰ আৰু কামৰূপ এই দুই নামৰ ভিতৰত কটা-ছিঙা হল। গুৰু-চৰিত্ৰত লেখা কমতাৰ ৰজা দুৰ্লভনাৰায়ণে সম্ভৱতঃ ত্ৰয়োদশ শতিকাৰ শেষ ভাগত ৰাজত্ব কৰিছিল। তেওঁৰ ৰাজ্য নিশ্চয় পিছৰ কমতা ৰজাসকলৰ ৰাজ্যতকৈ ডাঙৰ আছিল, কাৰণ তেওঁ গৌৰেশ্বৰ ধৰ্ম্মনাৰায়ণৰপৰা পোৱা চণ্ডীবৰ আদি কায়স্থসকলক তেওঁৰ ৰাজ্য ৰক্ষা কৰিবলৈ দাভি-কাষৰত নগাওঁ অঞ্চলত

বহুৱাইছিল। সেইদেখি দুর্ল্লভনাৰায়ণৰ দিনত কমতা ৰাজ্যৰ সীমা পশ্চিমে কৰতোয়া আৰু পুবে বৰ-নৈলৈকে আছিল বুলি বুজিব পাৰি। আহোম বুৰঞ্জীতো কমতা ৰজাৰে সৈতে আহোম ৰজাৰ ৰণ লগাৰ কথা উল্লেখ আছে, আৰু সেই ৰণত কমতাৰ ৰজা হাৰি নিজৰ এজনী জীয়েকক আহোম ৰজালৈ দিয়া কথা আছে। কমতা বংশী ৰজাৰ প্ৰথমজনৰ নাম নীলধ্বজ আছিল। নীলধ্বজ এজন বামুণৰ গৰখীয়া আছিল। বামুণে সেই গৰখীয়া লৰাৰ গাত ৰাজ-চিহ্ন দেখি সি ৰজা হব বুলি ভবিষ্যত বাণী কৈছিল দেখি নীলধ্বজে ৰজা হৈয়েই তেওঁৰ পুৰণি প্ৰভু বামুণক আনি মন্ত্ৰী পাতিলে। তেওঁৰ ৰাজধানী কমতাপুৰত আছিল, আৰু মিথিলাৰপৰা বহুত ভাল বামুণ আনি তেওঁ তেওঁৰ ৰাজ্যৰ ভিতৰত বহুৱাইছিল। ধৰ্‌লা নৈৰ বাওঁ পাৰত তেওঁৰ এই ৰাজধানী আছিল। তেওঁ পুৰণি কামৰূপ ৰাজ্যৰ অলপমান ঠাইৰ ওপৰত হে যে ৰজা আছিল এইটো বুজিব পাৰি। তেওঁৰ পিছত পুতেক চক্ৰধ্বজ ৰজা হল। চক্ৰধ্বজৰ পিছত চক্ৰধ্বজৰ পুতেক নীলাম্বৰ ৰজা হল। নীলাম্বৰ বৰ ক্ষমতাশালী ৰজা আছিল। তেওঁ পুবে বৰনদী আৰু পশ্চিমে কৰতোয়ালৈকে তেওঁৰ ৰাজ্য বহলাইছিল। আগৰ বঙ্গদেশৰ মছলমান নবাবৰ অধীন উত্তৰ-পুবৰ ঠাই ডোখৰো তেওঁ তেওঁৰ ৰাজ্যৰ ভিতৰুৱা কৰি লৈছিল। তেওঁ তেওঁৰ ৰাজ্যৰ অনেক উন্নতি কৰে; আৰু কমতাপুৰৰপৰা ঘোৰাঘাটলৈকে এটা ডাঙৰ আলি কৰাই দিয়ে; এই আলিয়েই আজিকালিৰ কোচবিহাৰ, বগুৰা আৰু ৰংপুৰৰ ভিতৰৰ ঘাই বাট। নীলাম্বৰৰ সৈতে তেওঁৰ বামুণ মন্ত্ৰীৰ বিবাদ হোৱাত সেই মন্ত্ৰী পলাই গৈ গৌৰৰ শাসনকৰ্ত্তা হুচেন চাহৰ ওচৰ পাই ষড়যন্ত্ৰ কৰি হুচেন চাহৰ দ্বাৰাই কমতাপুৰ আক্ৰমণ কৰায়। হুচেন চাহে যুজত নীলাম্বৰক বলে নোৱাৰি পিছত বন্ধুভাৱ দেখুৱাই বিশ্বাস ঘাতকতা কৰি নীলাম্বৰক বধ কৰি তেওঁৰ ৰাজ্য লয়। ১৪৯৮ খৃষ্টাব্দত এই ঘটনা ঘটে। বৰ-নদীলৈকে হুচেন চাহে নিজৰ ভলতীয়া কৰি পুতেক হাজোক তাৰ শাসনকৰ্ত্তা পাতি গুচি যায়। কিন্তু ইয়াৰ বছৰচেৰেকৰ পিছত হাজোৱে আহোমৰ ৰাজ্য আক্ৰমণ কৰি আহোমৰ হাতত হাৰে, তেওঁৰ এটাইবোৰ সৈন্য ধ্বংস হয় আৰু সেই নতুন ৰাজ্য গোটেইখন মছলমানৰ হাতৰপৰা যায়। মছলমান যোৱাৰ পিছত কিছুমান বছৰলৈকে এই ডোখৰ

ঠাই কোনো এজন ডাঙৰ ৰজাৰ অধীনত নাছিল; মাত্র অত্‌তত্‌ সৰু-সুৰা মানুহে সুবিধা পাই প্রবল হৈ উঠি একো ডোখৰ সৰু-সুৰা ৰাজ্য কৰি ৰজা হৈ আছিল। কোচ ৰজা বিশ্বসিংহৰ দিনলৈকে এনেকুৱা ভাবেই চলিছিল। বিশ্বসিংহই হে শেহত প্রবল হৈ উঠি বৰ-নদীলৈকে এই ছোৱা দেশ নিজৰ অধীনতালৈ আনে। কোচ বা মেচ্‌ ৰাজবংশ স্থাপন কৰোঁতোজনৰ নাম হৰিয়া মণ্ডল। গুৱালপাৰা ডিষ্ট্রীক্টৰ খুণ্টাঘাট পৰগণাৰ চিকণগ্রাম্‌ত হৰিয়া মণ্ডলৰ জন্ম হয়। হৰিয়াই হীৰা আৰু জীৰা নামে দুজনী তিকতা বিয়া কৰায়। দুইজনীয়েই বায়েক ভনীয়েক আছিল। তেওঁলোকৰ বাপেকৰ নাম হাজো। হীৰা আৰু জীৰাৰ গৰ্ভত মণ্ডলৰ দুটা লৰা হয়। হীৰাৰ পুতেকৰ নাম বিশু আৰু জীৰাৰ পুতেকৰ নাম শিশু। হুচেন চাহে নীলাম্বৰৰ হাতৰ পৰা কমতা ৰাজ্য কাঢ়ি লোৱাৰ কিছু দিনৰ আগেয়ে বিশু আৰু শিশুৰ জন্ম হয়। হুচেন চাহৰ হাতৰপৰা কমতা ৰাজ্য যোৱাৰ পিছত অনেক সৰু সৰু মানুহ একো একো ডোখৰ ঠাইত ৰজা হৈ উঠাৰ কথা আগেয়ে কৈছোঁ। হৰিয়া মণ্ডলৰ পুতেক বিশুৱো সেইদৰেই হোৱা ৰজা। বিশু বৰ বুদ্ধি-মন্ত আৰু সাহিয়াল আছিল দেখি অচিৰতে ক্ষমতাশালী ৰজা হৈ উঠিল। ১৫১৫ খৃষ্টাব্দত বিশু পৰাক্রমী হৈ উঠি লাহে লাহে কৰতোয়াৰপৰা বৰনদী-লৈকে তেওঁৰ ৰাজ্য বিস্তাৰ কৰে। ৰজা হৈয়েই বিশুৱে বিশ্বসিংহ নাম ললে আৰু ভায়েক শিশুক যুবৰাজ পাতি শিৱসিংহ নাম দিলে। বিশুৱে ৰজা হৈয়েই অকল বিশ্বসিংহ নাম লৈয়েই নেৰিলে;—কল্পতৰু-ব্রাহ্মণসকলৰ অনুগ্রহত তেওঁ ক্ষত্রিয় বংশী বুলি পৰিগণিত হল; আৰু গেদ্ধেলা নগণ্য হৰিয়া মণ্ডলক তেওঁ বোপাই বুলি স্বীকাৰ নকৰি মহাদেৱ শিৱৰ ঔৰস জাত সন্তান বুলি নিজক চিনাকী দিলে। অর্থাৎ কলে যে শিৱই হৰিয়া মণ্ডলৰ ৰূপ ধৰি আৰু পাৰ্ব্বতীয়ে হীৰাৰ ৰূপ ধৰি তেওঁক জন্ম দিলে। আৰু তেওঁৰ অওহী-বওহীয়েও ৰাজবংশী বুলি চিনাকী দিলে। বিশ্বসিংহই চিকণগ্রামৰ পৰা কোচবিহাৰলৈ তেওঁৰ ৰাজধানী তুলি আনিলে। তেওঁ তেওঁৰ ৰাজ্যৰ ভালেমান উন্নতি কৰিলে। তেওঁৰ ১৮ জন কোঁৱৰ হৈছিল। বৰ কোঁৱৰৰ নাম মল্লদেৱ, মাজু কোঁৱৰৰ নাম শুক্লধ্বজ। বিশ্বসিংহৰ পিছত মল্লদেৱে নৰনাৰায়ণ নাম লৈ ৰাজ-পাটত উঠে, আৰু ভায়েক শুক্লধ্বজক তেওঁ প্রধান

সেনাপতি পাতে। শুক্লধ্বজ বৰ বীৰপুৰুষ আৰু ওখ-মনৰ আছিল। তেওঁক চিলাৰায় বুলিও লোকে মাতিছিল।

আমি ওপৰত কৈ আহিছোঁ। যে পূবে সদিয়া লখীমপুৰৰ কালে চুটিয়া ৰাজ্য আছিল, আৰু চুটিয়াবিলাকক যুজত হৰুৱাই আহোম ৰজাই চুটিয়া ৰাজ্য নিজৰ অধীন কৰি বিয়াবাক আদি সমন্ধেৰে তেওঁলোকক লগ লগাই সৰহ ভাগক নিজৰ জাতিৰ ভিতৰুৱা কৰে। চুটিয়া ৰাজ বংশৰ সংস্থাপকজনৰ নাম বীৰপাল। পুৰাণত উল্লেখ কৰা ভীষ্মকৰ বংশৰ বুলি তেওঁ নিজক পৰিচয় দিছিল। চুটিয়া ৰজাসকলো একালত পৰাক্ৰমী ৰজা আছিল। আমি এইটো ভালকৈ জানিবলৈ পাওঁ যে তেৰ শতিকাৰ আদিতে সদিয়াত চুটিয়া ৰজাসকলে ৰাজত্ব কৰিছিল, আৰু তেওঁলোকেৰে সৈতে আহোমসকলৰ সততে ৰণ লাগি আছিল। সোল শতিকাৰ আগ ডোখৰত হে আহোমে চুটিয়া ৰাজ্য সমূলি গ্ৰাস কৰিব পাৰিছিল।

এই যুগত ৰচিত কোনো অসমীয়া পুথিৰ সম্বেদ আমি আজিলৈকে পোৱা নাই। এই যুগত পুৰণি কামৰূপ ৰাজ্য লণ্ডভণ্ড হৈ ভাগি-ছিগি ডোখৰ ডোখৰ হৈছিল। এনে স্থলত এই ডোখৰ কালত যে সাহিত্যৰ কিবা বিশেষ উন্নতি হৈছিল যেন মনে নধৰে; আৰু কোনো গ্ৰন্থ ৰচিত হৈছিল যদিও নানা বিপ্লৱত পৰি সেইবোৰ ধ্বংস হল। কিন্তু সেইবুলি এই যুগ অসমীয়া সাহিত্য বিষয়ত এক প্ৰকাৰ শূন্য হলেও অসমীয়া বুৰঞ্জী বিষয়ত তেনে নহয়। আহোমসকল বুৰঞ্জী ৰচনা বিষয়ত অদ্বিতীয় আছিল। তেওঁলোকে নিজৰ কাৰ্য্যকলাপৰ বুৰঞ্জী পুঙ্খানুপুঙ্খৰূপে লেখিছিল। তেওঁলোকৰ আহি লৈ অসমীয়াই অসমীয়া ভাষাত বুৰঞ্জী লেখিছিল। সেই বুৰঞ্জীবোৰ বিপ্লৱৰ উপৰি বিপ্লৱত পৰি কৰবালৈ গল, যাইকৈ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই আন আহোম বুৰঞ্জীৰে সৈতে সেইবোৰৰ মূৰ চোবালে। তথাপি আমাৰ বিশ্বাস, এতিয়াও ভালকৈ বিচাৰিলে দুখন এখন অসমীয়াৰ ঘোৰা-চাঙত ওলাব কিজানি।

ক্ৰমশঃ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# গুৰুচৰিত্ৰ।

( ৪ )

এদিন ব্ৰজাৰাম আতৈ স্বপ্ন দেখিলে যে তুমি গুৰু আশ্ৰয় কৰি শৰণ নোলোৱা কিয়? আতৈয়ে কলে কাত কি বুলি শৰণ লোৱা হব? কুসুম্বৰৰ ঘৰত গুৰুজন জন্ম হৈছে, তাঁৰাত গুৰু আগ কৰি চাৰি বস্তু প্ৰকাশ কৰি আগত থৈ শৰণ লবা। বস্তু চাৰিটী তোমাক মই শুনালোঁ, সেইদৰে গুৰুৰ আগত ৰাখিবা। প্ৰাতে স্নান কৰি ব্ৰজাৰাম আতৈ এখনি ভাৰ লৈ বহিৰৰ কঠ এখনি সহিতে গুৰুগৃহলৈ গমন কৰিছে; বাটতে গুৰুদেৱক লগ পাই কঠ পাৰি বহাই আগত ভাৰখানি থৈ গুৰু আগ কৰি চাৰি বস্তু শুনালে। গুৰুজনে কলে আমি দেৱ আগ কৰিলোঁ, তথাপি গুৰু আগ হল। আতৈ এই প্ৰণালীৰে সেৱা কৰি ঘৰলৈ আহিল। এদিন ভোজনৰ সময় বৃদ্ধা মাতাই কলে; বোপা তুমি পঢ়িব লাগে; আমাৰ বংশত উপৰি পুৰুষ সকলো পণ্ডিত; তোমাৰ এতিয়া চৌদ্দ বছৰ হল; নপঢ়িলে মুৰ্খতা দোষে বংশৰ গ্লানি হব; আৰু তোমাৰ ভাবি ফল দৰিদ্ৰতা হৈ মহা কষ্টে দিন কটাব লাগিব। ধন সম্পত্তিৰ ভ্ৰাতৃয়ে ভাগ পায়; বিদ্যাধন কোনোৱে ভাগ কৰিব নোৱাৰে; চোৰেও চুৰি কৰি নিব নোৱাৰে। গুৰুজনে এই হিতোপদেশ বাক্য শুনি উত্তৰ দিলে; কোন পণ্ডিতৰ ওচৰত পঢ়িব লাগে দিয়ক; মই অতি অল্প দিনৰ ভিতৰতে পঢ়ি আপোনাসকলৰ মনত সন্তোষ দিম। শুভদিন শুভক্ষণে মহেন্দ্ৰ কন্দলিৰ পাঠশালাত অৰ্পণ কৰিলে। ভাদ্ৰ মাহৰ বৃহস্পতিবাৰে শুভলগ্ন দেখি পাঠাৰম্ভ কৰালে; ক, খ আদি ব্যঞ্জনবৰ্ণ শিকিছে। এদিনা অকল ব্যঞ্জনবৰ্ণ জোটাই এটী পৰাৰ কৰি কন্দলিক দিয়াত মনত বৰ সন্তোষ লাভ কৰি অতি আচৰিত হল। আৰু এদিন একাদশী তিথিত সকলো ছাত্ৰ পাঠ শেষ কৰি ঘৰাঘৰি গৈছে, গুৰুজন অকলৈ পঢ়াশালতে শয়ন কৰি থাকিল; কোমল শৰীৰত ৰদ পৰিছে দেখি স্বয়ং অনন্ত আহি ফণাৰে ছাঁয়া দিছে; কন্দলিয়ে দেখা পায় দ গুৱতে পৰি শৰণ ললে; অনন্ত অন্তৰ্দ্ধান হল। সেই দিনাৰ পৰা শঙ্কৰক শঙ্কৰদেৱ

বুলি সম্বোধন কৰিব লাগে এই কথা ছাত্ৰসকলক শুনাই দিছে। আৰু আজিৰপৰা ভূঞাঁৰ পোৱে পঢ়াশালি মচ্ছিব নেলাগে।

ৰাঘৱাচাৰ্য্য পণ্ডিত এদিন পাঠশালালৈ আহিছে; সকলো ছাত্ৰে গোচৰ দিছে, শূদ্ৰৰ লৰাক আমালোকে শঙ্কৰদেৱ বুলি মাতিব লাগে, পঢ়াশালিৰ ঘৰ মচ্ছিব নিদিয়ে। এই কথা শুনি আচাৰ্য্যে খং কৰি কন্দলিক কৈছে, ধৰ যেয়া কথা কৰিছা। কন্দলিয়ে বোলে আজি তাৰ প্ৰমাণ পাবা। ৰাত্ৰি শুই আছে; আচাৰ্য্যৰ গলত কোনো এজন পুৰুষে টেপা মাৰি ধৰিছে, মাতিব নোৱাৰি ঘৰ ঘৰাইছে আৰু স্বপ্ন দেখিছে শঙ্কৰদেৱক এনে কথা কিয় বুলিছা? পিছত শঙ্কৰ শঙ্কৰ নাম স্মৰণ কৰিছে; মহেন্দ্ৰ কন্দলি শুনি হাঁহিছে আৰু ৰাঘৱাচাৰ্য্যক মাত লগাইছে; তথাপি চেতন হোৱা নাই। বহুপৰ এইদৰে থাকি চেতনা পাই কন্দলিক জনাইছে, মোক শঙ্কৰৰ সহিত ভেঁট কৰাই দিয়াঁ। পণ্ডিত গুৰুৱে আচাৰ্য্যক আনি গুৰুজনক দেখুৱাই দিলত আচাৰ্য্যে প্ৰাৰ্থনা কৰি জনাইছে, মোক ৰক্ষা কৰক। গুৰুৱে কৈছে মই কি বাখিম, মোৰ ওচৰত আপুনি একো দোষ কৰা নাই। পিছত আচাৰ্য্যে সাষ্টাঙ্গে প্ৰণিপাত কৰি শৰণ লৈছে আৰু সকলো ছাত্ৰক অসূয়া কৰিবলৈ বাধা দিছে। শঙ্কৰদেৱ পঢ়া সময়ত দুই পাশে দুই গাছি বন্তি, দুইখানি শৰাইত পুস্তক বাখে; আৰু দুইটা সকুৰাত তামোল পাণ লৈ ভোজন কৰি শ্লোক অধ্যয়ণ কৰে। কোনো এদিন শিক্ষাগুৰুৰ ওচৰত টকা দুইটা কাপোৰ এখন দক্ষিণা স্বৰূপ দি জনাগে, গুৰুদেৱ আমি আজি ধেমালি কৰিবৰ মন হৈছে আদেশ হলে যাব পৰা হয়। কন্দলি সন্তোষ মনেৰে বিদায় দিলত শঙ্কৰদেৱ উমলিবলৈ গল। সেই সময়ত বৃদ্ধা মাতা খেৰসুতী আই আহি গুৰুজনক পঢ়াশালিত নেদেখি পণ্ডিত গুৰুত সুধিলে শঙ্কৰ কলৈ গল? কন্দলিয়ে কলে ধেমালি কৰিবলৈ গৈছে। গুৰুজনৰ দত্ত টাকা আৰু কাপোৰ আইক ফিৰাই দিলে, তেঁও টকা কাপোৰ লৈ খং কৰি ঘৰলৈ ফিৰি আহিল। তদন্তৰ যেতিয়া শঙ্কৰ ঘৰলৈ আহিছে আইয়ে সুধিছে আজি কলৈ যোৱা হৈছিল, উত্তৰে কলে ধেমালি কৰিবলৈ বিদায় লৈ গৈছিলেঁ। পণ্ডিতক কিবা দিছিলা নে কি? টকা আৰু কাপোৰ দিয়া হৈছিল। খঙ্গ কৰি বহুত বাক্য প্ৰয়োগ কৰাত একো নামাতি মৌন হৈ থাকিল। ব্যাকৰণ, পুৰাণ, কাব্যাদি নানা শাস্ত্ৰ চৌষষ্টি দিনৰ ভিতৰত অধ্যয়ন কৰি জ্ঞানোৎপত্তি হোৱাত হে পঢ়াশালি এৰি

আহিছে; কাৰ্য্য ঘাবায় প্ৰমাণ দেখুৱাত কুসুম্বৰে সন্তোষ লাভ কৰি কন্দলি মহাশয়ক মতাই আনি ভোজনান্তে বসন ভূষণ দক্ষিণা দি প্ৰণাম কৰিলত কন্দলি মহাশয়ে পুত্ৰ বিজয় পণ্ডিত হব বুলি আশীৰ্ব্বাদ কৰিলে। পুত্ৰৰ গুণ দেখি পিতামাতাৰ মনত বৰ আহ্লাদ হল। পঢ়াশালিত শিক্ষাৰ সময় ৰামৰাম গুৰুবো আছিল, দুইজনে একত্ৰে পঢ়ি আহিছে। পাঠশালাত পঢ়োঁতে গুৰুৰ মুখে যোগবিদ্যাও অভ্যাস কৰিছিল। একদিন যোগাসনত বহি কুম্ভক যোগ অভ্যাস কৰাত দেহাৰ গহনাদি ছিগি গৈছে, বামহাতৰ বৃদ্ধ আঙ্গুলি মাটীত দি ভৰ দি থিয় হোৱাত পা ওপৰলৈ উঠা দেখি পৰিদৰ্শক লোকসকল আচৰিত হৈছিল। গুৰুঈশ্বৰৰ প্ৰকৃত নাম ধৰি ডাকিবলৈ মনত খোকোজা লগা গতিকে সকলোৱে ডেকাগিৰী বুলি সম্বোধন কৰে।

ক্ৰমশঃ

---

# মণিপুৰ যাত্ৰা।

( ২ )

বাবুজনৰ খং উঠিবৰ কাৰণ মই একোকে বিচাৰি নেপাই অলপ আচৰিত হলোঁ? আৰু "Every jackal is the master of its own bush" এই কথাফাঁকিলৈ মোৰ মনত পৰিল। সেই খঙৰ কাৰণ তেতিয়া বুজিব পৰা নাছিলোঁ হয়, কিন্তু অলপ দিনৰ পাছত কোনো এজন অভিজ্ঞ মানুহৰ লগত এই বিষয়ে আলাপ হোৱাত কাৰণ বুজিব পৰিছিলোঁ। সি যিহক বাবু জনৰ লগত মিছাতে তৰ্ক কৰা অনাৱশ্যক বিবেচনা কৰি মই টিকিটখন লৈ ওপৰলৈ গুচি আহিলোঁ আৰু তেওঁৰ উপদেশমতে ককিলামুখত বিনাটিকিটে নামি যাবলৈ ঠিক কৰি থলোঁ। আৰু ইয়াৰ বাবে যদি কোনো গোলমাল লাগে তেন্তে তাৰ ফলাফল গুৰিলৈকে চাবলৈকো পেটে পেটে পাঙি থলোঁ।

পাছ দিনা বাস্তিপুৰা জাহাজ গৈ ককিলামুখ পালত দেখা গল যে সেই ঘাটত কোনো "বাবু" টিকিট কলেক্টৰ উপস্থিত নাই। কেইটামান খালাচিয়ে বাট ভেটি আছে আৰু তাবে এটাই নামি-যোৱা মানুহবিলাকৰপৰা টিকিট-

ৰোৰ লৈছে। আমি অলপ পৰ পাছ পৰি নামি গলোঁ। আৰু খালাচিয়ে মোক টিকিট খোজাত মই "মোৰ টিকিট জাহাজত আছে" বুলি উত্তৰ দিলোঁ। সৌভাগ্যক্ৰমে খালাচিয়েও এই কথাতে মোক আটক নকৰি বাট এৰি দিলে। মই পাৰলৈ উঠিলোঁ। মই চিঞৰাচিঞৰি "টিকিট নাই" বুলি কোৱাহেঁতেন অৱশ্যে এটা গোলমাল লাগিলহেঁতেন। প্ৰথমতে মই এনে কৰিম বুলিয়েই ভাবিছিলোঁ; কিন্তু শেহত সাক্ষাৎ মিছা নোকোৱাকৈ গোলমালৰ হাত সাৰিব পাৰিলে সৰা ভাল বুলি বিবেচনা হৈছিল। সেইবাবে আৰু বাবুৰ ওপৰত খং উঠি থকা বাবে হে "মোৰ টিকিট জাহাজত আছে" বুলি মই উত্তৰ দিছিলোঁ। কিন্তু মই যি ভাৱত কথাষাৰ কৈছিলোঁ, খালাচিয়ে হয়তো সেইটো নুবুজি অইন ৰকমে বুজিছিল আৰু সেইবাবে বাট এৰি দিছিল। যেই হক এই ঘটনাটোত মই নিজৰ চকুত নিজে বহুত হীন যেন হলোঁ; আৰু সেইবাবে ভ্ৰমণৰ আনন্দ কিছু পৰলৈ বহুত কমি গল। কিন্তু জাহাজৰ বাবুজনৰ অভদ্ৰভাৱ এক ৰকমে প্ৰতিশোধ লব পৰা বাবে যে অলপ ভাল নেলাগিল সেইটোও নহয়।

আমি পাৰত উঠি শুকান ইকৰা, খাগৰি গোটাই গৰাৰ কাণত চাহ বহাবৰ দিহাপোহা কৰিবলৈ ধৰিছোঁ এনেতে জাহাজৰ সেই বাবুজনে কেটৰ মুখলৈ আহি মোৰ ফাললৈ চাই মাত লগালে "কিমশায়, কোম্পানীৰ বাৰ গণ্ডা পয়সা ত মেৰে নিলেন! আমি বলছিলাম না কেউই কিছু বলবে না?" তেওঁ এই কথা কৈয়েই দাঁত নিকটাবলৈ ধৰিলে। তেওঁৰ কথাষাৰ মোৰ বৰ অপমানজনক বুলি বোধ হল। মই একো উত্তৰ নিদিলোঁ। ইয়াৰ অলপ পৰৰ পাছতে জাহাজ এৰি দিলে। তাৰ লগে লগে বাবুজনও চকুৰ আৰ হল।

এইটো আজি ভালেমান দিনৰ কথা। এই সময়ৰ ভিতৰত সংসাৰৰ অৱস্থাত পৰি নানা হেঁচা-ঠেলা খাই নথৈ ঘেকেটাখোৱা হলোঁ আৰু মোৰ মনতও ভালেমান পৰিবৰ্ত্তন ঘটিছে। কিন্তু বাবুজনে শেহত কোৱা সেই "কি ম'শায়, কোম্পানীৰ বাৰ গণ্ডা পয়সা ত মেৰে নিলেন" কথাষাৰ এতিয়াও কেতিয়াবা কেতিয়াবা মনত পৰিলে বাবুজনৰ ফালে অলপ অশ্ৰদ্ধাৰ ভাৱ নজন্মাকৈ নেথাকে। ইয়াতে কোৱা উচিত যে এই টিঙিৰি নৌ মাৰোঁতেই জুই-উঠা বাবুজন নিচেই চেঙেলীয়া ডেকা নাছিল। তেওঁৰ দাড়ি-চুলি পকি বগা ছাগলীৰ

মোৰ যেন হৈছিল। গাটো অৱশ্যে দেখেলা নাছিল। এই "বাৰ গণ্ডা পয়সা" কোম্পানীলৈ নগল, নগল; বাবুৰ পকেটলৈকো যে নগল, সেইটোৱেই বাবুৰ খং উঠাৰ কাৰণ বুলি মোৰ বিশ্বাস।

আহাজ গুচি যোৱাৰ পাছত লগৰীয়া কিজনে এই "বাৰগণ্ডা পয়সা" লাভৰ কথা লৈ অলপ খং ধেমালি কৰিবলৈ ধৰিলে। লগে লগে চাহো তৈয়াৰ হবলৈ ধৰিলে। ৰেলগাড়ীলৈ এতিয়াও বহুত সময় আছে বুলি পাই, ব্ৰহ্মপুত্ৰত স্নান কৰা গল। স্নানটো নিচেই বামতে সমাধা কৰা হল। কিয়নো দ-লৈ নামিবলৈ আজিকালি আৰু বৰ ভয় লাগে। আগেয়ে সকলে ডিবুক লৈত খুব সাঁতুৰিছিলোঁ। এনেকি সাঁতুৰি ইপাৰ সিপাৰ হৈছিলোঁ। অৱশ্যে ভেতিয়া ডিবুক লৈ আজিকালিতকৈ বহুতৰ ঠেক আছিল। কিন্তু নানা হাঙ্গৰ, কুম্ভীৰ, "alligator" ইত্যাদিৰ গল্প পঢ়িবৰ পাছত আজিকালি আৰু দ পানীলৈ নামিবলৈ সাহ নহয়, বিশেষতঃ অচিনাকী পানীত।

সি যি হক, চাহৰ লগত খাবলৈ ঘাটত কি কি জলপান পোৱা যাব পাৰে তাৰ অনুসন্ধান কৰা হল। ঘাটত দুখন কি এখন অসমীয়া মছলমান মানুহৰ "ঝালি-দোকান" আছিল। মহখুটিও আছিল। পাখীৰ আৰু কল পোৱা গল। চিৰা আমাৰ নিজৰেই অলপ আছিল। এইকিটা বস্তুৰে আৰু ব্ৰহ্মপুত্ৰৰ এনেই পোৱা নিৰ্ম্মল পানীৰে "পেটপূজা" কৰি অঁতাই আমি ট্ৰেইনলৈ বাট চাই ইফালে সিফালে গা মেলাই দৃশ্য চাই ফুৰিবলৈ ধৰিলোঁ। অলপ পৰ মছুলমান দোকানীজনৰ দোকানতে বহি দোকানৰ সম্বন্ধে নানা কথা পাতিলোঁ। দোকানীজন বেছ 'সদালাপী, কথা পাতি বেছ খং পালোঁ। অশিক্ষিত আৰু গঁৱলীয়া অসমীয়া মানুহ যতে ততে ভাল।

নিৰ্দ্দিষ্ট সময়ত "মৰিয়নী"লৈ টিকিট কিনি গাড়ীত উঠিলোঁ। জোৰহাট ষ্টেট ৰেলৱেৰ গাড়ী খিদৰপুৰৰপৰা কলিকতালৈ চলোৱা ষ্টিম ট্ৰামওৱেতকৈ অলপৰ হে ভাল। আমি যে "তিতাবৰলৈ" টিকিট নিকিনি "মৰিয়নীলৈ" কিয় টিকিট ললোঁ তাৰ কাৰণ এতিয়া মনত নপৰে। জোৰহাট আৰু চেনি-মৰাৰ ভিতৰ ডোখৰত মানুহবিলাকে যি দৰে উঠা-নমা কৰিবলৈ ধৰিলে, তালৈ চাই ট্ৰেইনখনক ঠিক ট্ৰাম গাড়ী বুলি মোৰ ভ্ৰম হল আৰু "লাইন"টোক অসমীয়াৰ ঘৰুৱা লাইন বুলি বোধ হল। জোৰহাটৰ হিন্দুয়ানিটোও অলপ

বেছি যেন লাগিল। কিয়নো, কেবাজানো জোবহটীয়া বামুণ পেচেঞ্জৰে বেঞ্চত বহি থকা মানুহৰ আগু সুধি সুধি নিজলৈ বেঞ্চ খালি লোৱা দেখিলোঁ। তেওঁ বিলাকে হেঁচা-ঠেলাকৈ এখন বেঞ্চতে বহিব, তেও, এজন কি দুজন মছলমান মানুহে অধিকাৰ কৰি থোৱা মুকলি বেঞ্চখনত নবহে। অৱশ্যে ইয়ান দিনে এনেবোৰ ভাব ভালেমান কমিব পায়।

"চেনিমৰা" জংছনত মোৰ এজন পুৰণি শিক্ষকক দেখি আগ্ৰহেৰে "গুড্‌মৰ্ণিং" কৰিলোঁ। এখেত অসমীয়া মানুহ। কিন্তু মই যেতিয়া এখে-তৰ ছাত্ৰৰ আছিলোঁ তেতিয়া নানা কাৰণত এখেতে মোক ভাল নেপাই-ছিল, সেইবাবেই হবলা, নিজৰ ছাত্ৰক ভালেমান দিনৰ মুৰত হঠাৎ দেখা পালে শিক্ষকে যেনে আগ্ৰহেৰে কুশলাদি সোধে, তেখেত তেনে একোকে নকৰিলে। ভালেমান দিনৰ আগেয়ে এবাৰ ধুবুৰীতো এখেতৰ লগত মোৰ হঠাৎ বাটত দেখা হৈছিল। তেতিয়াও এখেতে মোৰ লগত আগ্ৰহেৰে আলাপ কৰা নাছিল। যেই হক, এতিয়া এখেতে মোক "কলৈ যোৱা" বুলি সুধিলত মইও "মণিপুৰলৈ যাওঁ" বুলি কলোঁ আৰু দুইয়ো তৎক্ষণাৎ দুখালৰ গাড়ীত উঠিলোঁ গৈ। শিক্ষক ছাত্ৰৰ ভিতৰত যে ইয়াতকৈ অলপ বেছি মৰম চেনেহ থকা উচিত, সেইটো বোধ কৰোঁ কোনেও অস্বীকাৰ নকৰিব।

যথা সময়ত "মৰিয়নী" ষ্টেচন পালোঁগৈ। কিন্তু আসাম-বেঙ্গল লাইনৰ ডাউন-ট্ৰেইন্ তেতিয়া আৰু মোলোৱাত, বা তেনে কিবা এটা ঘটনা হোৱাত আমি "মৰিয়নীত" নিশা থকা ঠিক কৰি, ষ্টেচনৰ বাৰাণ্ডাতে বিছনা পাৰি ললোঁ।

কোনো কোনো ঠাইত ষ্টেচনৰ বাৰাণ্ডাত থাকিব নিদিয়ে; "মোছাফিৰ খানা" লৈ পঠিয়াই দিয়ে। "মৰিয়নীত" আকৌ "মোছাফিৰখানাও" এটা আছিল। কিন্তু আমাক বাৰাণ্ডাত বিছনা পৰা দেখিও কোনেও একো নুবুলিলে। শেহত প্ৰকাশ পালে যে ষ্টেচনমাষ্টৰ জনে মোৰ লগৰীয়া বন্ধুজনক চিনি পায়। ক্ৰমে আলাপ পৰিচয় হলত, তেওঁ আমাক থাকিবৰ ভাল দিহাপোহা কৰি দিব খুজিলে। কিন্তু আমি বাৰাণ্ডাত থাকিবলৈ ভাল পাই তাতেই থাকিলোঁ। ষ্টেচন মাষ্টাৰজন অসমীয়া আছিল। পথুলি হলত দোকানৰ পৰা লুচি কৰাই লৈ খাই-বৈ ৰাতিটো বাৰাণ্ডাতে পৰি থাকিলোঁ।

পাছ দিনা ৰাতিপুৱা প্ৰাতঃকৃত্য সমাপন কৰি আমি "ডিমাপুৰৰ' টিকিট লৈ আসাম-বেঙ্গল লাইনৰ গাড়ীত উঠিলোঁ। এতিয়া হে ৰেলত উঠা যেন লাগিল। আসাম-বেঙ্গল লাইনৰ দুই কাষেই হাবি থকাত সেই দৃশ্য দেখি মনত নানা কল্পনাৰ উদয় হবলৈ ধৰিলে। মোৰ প্ৰথম সঙ্গীয়ে কেইটামান বহুলা গান অতি সুন্দৰ সুৰেৰে চলন্তা ৰেল গাড়ীত গাইছিল। মই গান নেজানো। সেইবাবে গোৱা গানকিটা পুৰণি হলেও মোৰ আগত নতুন। গান কিটা মোৰ এনে ভাল লাগিল যে বন্ধুক একাধিকবাৰ গাবলৈ অনুৰোধ কৰি মই বহিত লেখি ললোঁ। তেওঁ গান গাব জানে বুলি মই আগেয়ে নেজানিছিলোঁ।

আবেলি বেলিকা ডিমাপুৰ পালেঁা। ডিমাপুৰত আমাৰ চিনাকী মানুহ লগ পোৱাৰ সম্ভাৱনা আছিল। কিন্তু কোনো চিনাকী মানুহক লগ পাবৰ ইচ্ছা আমাৰ সমুলি নাছিল।

আবেলি হোৱা দেখি প্ৰথমতে আমি পূৰ্ব্বৰ দৰে ডিমাপুৰ ষ্টেচনৰ বাৰাণ্ডাতে ৰাতিটো কটাবৰ মনেৰে বিছনা পাৰি ললোঁ। ষ্টেচনৰ মাষ্টৰ জনে কেবাবাৰো আমাক চাই গল কিন্তু মুখেৰে একো নকলে। ষ্টেচনৰ ওচৰতে হাবি। পোলোডাপোলোঙ বৰ দীঘল দীঘল গছ। আচল ডিমাপুৰ বস্তি ডিমাপুৰ ষ্টেচনৰপৰা দেৰ-মাইল কি দুমাইল ভিতৰ সোমাই। অলপ পৰ ষ্টেচনত থাকিবৰ পাছত আমাৰ আকৌ কিবা এটা মন গল, বেলি মাৰ যাবৰ আগেয়ে যিমান পৰা যায় মণিপুৰৰ ফাললৈ আগবাঢ়ি থকাটোৱেই ভাল যেন বিবেচনা হল। তৎক্ষণাৎ বিছনাপত্ৰ বেগত ভৰাই লৈ ডিমাপুৰ বস্তিৰ ফাললৈ যাত্ৰা কৰিলোঁ। ইয়াতে কৈ যোৱা উচিত যে আমাৰ দ্বিতীয় সঙ্গীজনৰও মণিপুৰলৈ যোৱাটোৱেই ঠিক হৈছিল।

ডিমাপুৰ ষ্টেচনৰপৰা ডিমাপুৰ বস্তিলৈ যি দেৰ মাইল কি দু মাইল বাট, তাৰ বেহ্ ৰূপ দেখি, সেইটোৱেই যদি মণিপুৰৰ বাটৰ নমুনা হয় তেন্তে, মণিপুৰৰ বাট বৰ দুৰ্গম হব বুলি আমাৰ ধাৰণা হল। কিয়নো এই ডোখৰ বাটৰ প্ৰথম ছোৱা আমাৰ দুইফালে নৰ্দ্দমা দিয়া চৰ্কাৰী আলিবাটৰ লেখিয়া নহয়, হাবি চিংকণাই বাট মোকোলইে থৈছে মাথোন। তাৰ উপৰি ঠাইতে ওখ ঠাইতে চাপৰ, কিবা কোবোকাকোবোকি। দুইফালে হাবিৰ বেংল আহাজে,

হাবিয়ে নগৰে ফুৰা মোৰ অলপ অভিজ্ঞতা আছিল, কিন্তু পৰ্ব্বতীয়া ঠাইত ফুৰাৰ অভিজ্ঞতা সমূলি নাছিল।

বিহক আমি আগবাঢ়িবলৈ ধৰিলোঁ। ক্ৰমে ডিমাপুৰ বস্তি পালোঁ, ধন-শ্ৰীনৈৰ পাৰত ভালেমান ঘৰ দেখিলোঁ। কোনোবা চিনাকী মানুহ লগ পাবৰ ভয়ত, আমি বেগাবেগীকৈ বাটৈক পইচা দি নৈ পাৰ হলোঁ। সিপাৰে থানা আৰু ভালেমান মানুহৰ ঘৰ আছিল (এইটো কথা কিন্তু মণিপুৰৰপৰা ঘুৰি আহোঁতে হে বুজ পালোঁ। আমি কাকো কোনো কথা নুসুধি যাই বাট এৰি সোঁ হাতৰ এটা সৰু পৰ্ব্বতৰ ওপৰে মানুহৰ গচকত হোৱা বাটেদি যাবলৈ ধৰিলোঁ। সেইটো বাটেদি যে মণিপুৰৰ আলিত উঠিব পাৰি এই কথা মাত্ৰ ঘাটৈটোৰ পৰা জানি লৈছিলোঁ।

মণিপুৰৰ বাটৰ বিষয়ে আমাৰ একোটো জনা নাছিল। অকল পৰ্ব্বতীয়া বাট বুলি হে জনা আছিল। আমাৰ ধাৰণা আছিল যে আসামৰ হাবিৰ মাজে-দি যোৱা বাটত যেনে দুমাইলে চাৰি মাইলে মানুহৰ গাঁও পোৱা যায়, মণিপুৰৰ বাটতো সেইদৰে দুমাইলে চাৰি মাইলে গাঁও পাই গৈ থাকিম। এই ভুল ধাৰণাৰ ওপৰত নিৰ্ভৰ কৰি আমি বাটৰ বিষয়ে কোনো সংবাদ সংগ্ৰহ নকৰি ভোঁ-ভোঁৱাই যাবলৈ ধৰিলোঁ। চিন্তা কি? যতে ৰাতি হব ততে আশ্ৰয় লম। বাট নেপাহৰিলেই হল। বাট পাহৰিবৰো কোনো সম্ভাৱনা নাই। কিয়নো, মণিপুৰলৈ যোৱা চৰ্কাৰী আলি সেই এটি মাত্ৰ।

অলপ দূৰ আগ বাঢ়িয়েই যাই বাট পালোঁ। এই যাই ৰাজ আলিৰ কাষতে এটি বঙলাঘৰ দেখিলোঁ। তাৰ আগতে চাইন্ বোৰ্ডত লেখা আছে "Dak Bunglow"। এই খিনিৰ ৰাজ-আলি ষ্টেচনৰ ওচৰৰ আলিৰ লেখিয়া নহয়, বহুতৰ ভাল। আৰু অলপ আগ বাঢ়িয়েই আলিটো সাধাৰণ ৰাজ-আলিৰ দৰে দুই কালে খাৱৈ থকা সুন্দৰ আৰু সমতল। দুই কালে বৰ বহল মুকলি পথাৰ। এই খিনিৰ পথাৰ ঠিক গাঁৱৰ ওচৰৰ পথাৰ যেন লাগিল। পৰ-খীয়াই গৰু অনা লগ পালোঁ। সেইটো বাটেই মণিপুৰলৈ যোৱা বাট হয় নে নহয় সঠিককৈ জানি ললোঁ।

অলপ দূৰ গোৱাৰ পাছতে মুকলি পথাৰ নোহোৱা হল। আলিৰ দুকাষে বৰ ডাঠ হাবি দেখা পাবলৈ ধৰিলোঁ। ক্ৰমে বেলি যাব গল। এন্ধাৰ হৈ

আহিবলৈ ধৰিলে। আগত গাঁও পাবৰ আশাত আমি খুব বেগ দিবলৈ ধৰিলোঁ। এনেতে আলিবাটৰ জেকা মাটিৰ ওপৰত সৰু ডাঙৰ অসংখ্য বাঘৰ ন খোজ আমাৰ চকুত পৰিল। এই হাবিখন আৰু এই বাটটো পৰ্ব্বতৰ নামনিৰ সমভূমিৰ ওপৰত। ইয়াত বাঘ ভালুক হাতী গাহৰি ইত্যাদি সকলো বিধ বনজন্তুৰ বৰ উপদ্ৰব। জানি শুনি কোনো মানুহে বেলি পৰাৰ পাছত এইটো বাটেদি খোজ নলয়। আমি নেজানি নুশুনি আহিলোঁ। ক্ৰমে ঘোৰ এন্ধাৰ হল। কি কৰা যায়? উভতি অহাতো সমান বিপদ। আগবঢ়াটোৱেই ঠিক কৰিলোঁ। কোনো মানুহৰ আশ্ৰয় পাবৰ আশাত প্ৰাণপণে বেগাই খোজ দিবলৈ ধৰিলোঁ। এনেতে বাঁও হাতৰ ফালৰ মাজ হাবিৰপৰা বনৰজাৰ ভীষণ গোঁজৰণি আহি গোটেই হাবি কঁপাই দিলে।

ক্ৰমশঃ

শ্ৰীজ্ঞানানন্দ ভগতী।

---

# কিতাপৰ বিষয়ে চমু মন্তব্য।

সঙ্গীত-সাধনা। সঙ্গীত বিদ্যাত সুনিপুণ বন্ধুবৰ শ্ৰীযুত লক্ষ্মীৰাম বৰুৱাৰ হাতত আকৌ এইখনি ন মেহেলা। বেচ ছ-মহা। সঙ্গীত-সাধনা দেখি আমাৰ মনত আনন্দ মিলিছে। "গীত বাদ্য শিক্ষাৰ আদিপাঠ" এই সঙ্গীত-সাধনাখনি আমাৰ হাতত কিন্তু শেহ-পাঠ "বস্তাৱলী" পুথি; কাৰণ, আমি স্বৰলিপিৰ (notation) 'ক-লিপি'কে নজনাৰ নিচিনা। বৰুৱাদেওৰ বেপত ভেওঁৰ সঙ্গীত-সাধনাই মেঘমল্লাৰ উলিয়াৰ, "সঙ্গীত-ফুল দেশ জুৰি আসামত ফুলাব"—

"সঙ্গীতৰ মধু-স্ৰোত
বীৰে উঠি আকাশত
ইন্দ্ৰপুৰী জুৰি লই হব প্ৰতিধ্বনি তাৰ।

সুমধুৰ গীতধ্বনি
গন্ধৰ্ব্ব কিন্নৰে শুনি
উলাহে ধৰিব তান লগে লগে মৰতৰ ;" কিন্তু আমি অজ্ঞানৰ হাতত তাৰ তাঁৰ
"ছিগি ভাগি একাকাৰ"
হব আৰু লাগে যদি আমাৰ বেপত ভাবপৰা মাত গুলাৰঃ— কেৰ্, কেৰ্, কেৰ্,—
সত্তাও সত্তাও।
ভাগতী বামুণৰ কল খোৱা স্বভাব!

আশা আছে, বৰুৱাদেওক কেভিয়াবা কাষত পালে, হেঁপাহ পলুৱাই তেওঁৰ বেহেলাত তেওঁৰ সুমধুৰ বেপ কেইটা শুনি কাণ জুৰাই লবলৈ। বৰুৱা দেওৰ সঙ্গীত-সাধনাৰ তাঁৰ আমি ছিডি-ভাঙি একাকাৰ কৰিছোঁ যদিও, দোষ "সঙ্গীত-সাধনাৰ" নহয়, দোষ সঙ্গীত বিদ্যাত "বিদ্যা দিগ্‌গজ" আমাৰ হে। আমাৰ ডাঠ বিশ্বাস, সঙ্গীত বিদ্যাত পৈণতসকলে বৰুৱাদেওৰ "সঙ্গীত সাধনা" হাতত লৈ বৰুৱাদেওৰ দৰে মৌ বৰষাব পাৰিব!

চন্দ্ৰাবলী। নাটক। শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা বি, এ, বি-এল, প্ৰণীত। বেচ দহ অনা। এই নাটখনি মহাকবি চেক্সপীয়েৰৰ "এজ্-ইউ-লাইক-ইট" নাটৰ ছাঁ লৈ লেখা হৈছে। নাটখন পঢ়ি আমি সন্তোষ পাইছোঁ। এই নাটৰ ভাৱনা যদিও আমি দেখা নাই, কিন্তু কৰা হৈছে বুলি শুনিছোঁ। ভাৱনা ভাল হবৰে কথা।

পৰীক্ষা। অমিত্ৰাক্ষৰ ছন্দত ৰচিত এই সৰু পুথিখন শ্ৰীযুত ৰূপচন্দ্ৰ ভাগৱতী প্ৰণীত। পুথিখন পঢ়ি আমি বাস্তৱতে বৰ সন্তোষ পাইছোঁ। অসমীয়া ভাষাত যে এনে শুৱলাকৈ অমিত্ৰাক্ষৰ ছন্দত ৰচনা হব পাৰে, আগেয়ে আমি নাজানিছিলোঁ। লেখকৰ ভাব ওখ, উপমা সুন্দৰ, শিক্ষা নীতিপূৰ্ণ। আসামত এই পুথিৰ যে কিয় আদৰ হোৱা নাই কব নোৱাৰোঁ। লেখকে আৰু ডাঙৰ কাব্য কিতাপ লেখিবলৈ ধৰিলে আমি সন্তোষ পাম; তেনে কাৰ্য্যত তেওঁ সিদ্ধি লাভ কৰিব বুলি আমাৰ বিশ্বাস।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি।




কন্ধ।

আজিৰ প্ৰবন্ধৰ "হেডিং" বিচাৰি পোৱা নগল, গতিকে সি কন্ধ হৈ ওলাবলৈ বাধ্য হল। চাৰিটা অঙ্গৰ প্ৰত্যেকটোৱেই একেবেলিয়েই আউৰি মাৰি উঠি মূৰ হব খোজে দেখি কাৰো ধাটিৰ বাধিব পৰা নগল।

'বাঁহীৰ" সোঁৱৰণীখন এবাৰ কোনোবা পণ্ডিতৰ হতুৱাই চোৱাবলৈ বাঁহীৰ সম্পাদকক বৰবৰুৱাই কব লাগিছে. কিন্তু সম্পাদকে সেই কথালৈ কাণ দিয়া নাই। সেইদেখি এতিয়া তেওঁ সেকাপালি পাইছে। আকৌ এবাৰ সম্পাদকক কওঁ, বাঁহীৰ জন্ম-ক্ষণত ৰাহু কেতু শনি .এই তিনটাৰ

কোনটো গ্ৰহ বহিছিল, সেইটো তেওঁ সোনকালে চোৱাই প্ৰতিকাৰ কৰাওক, নতুবা কথা বিসঙ্গতি। আমুকা ফটা-কানি কাকতে কৰব নিচিনা, ওপৰ-চকুৱা সম্পাদকে জানো দেখা নাই যে ওপজাৰ দিনৰেপৰা বাঁহীয়ে লোকৰ জগৰকে হে লগাই ফুৰিছে? আজি কোনবাই যদি সাঁথৰৰ পচোৱে এই বুলি সোধে,—"সদিয়াসৈ নাযাবি, সংকুল মাথাবি, কেচা পাতত মাবাখিবি লোণ; উপজিয়েই জগৰ লগায় কোন?" উত্তৰ,—"বাঁহী"।

প্ৰথম জগৰ, —বাঁহীয়ে ভুলকৈ আখৰ জোঁটাই, যাইকৈ, দীৰ্ঘ-ঈকাৰবোৰ দীঘলকৈ আৰু হ্ৰস্ব-ইকাৰবোৰ চুটিকৈ লেখি বিস্তৰ বৰ্ণাশুদ্ধি কৰি এখন শুধ কাকতক মনকষ্ট দিলে; সেই মহাপাতকৰ বাবে বাঁহীয়ে "জোলোকা-জোলোকে হোলোকা-হোলোকে" পালে, তথাপি বাঁহীৰ "আক্কেল" নহৈ "মৈদাম" সাধু আৰু পুৰণি কথাত নতুন বং দি সি বুৰঞ্জীৰ ভুল তথ্যবোৰ উলিয়াই দিলে। অৱশ্যে বাঁহীয়ে দিয়া কৈফিয়ৎ ববৰুৱাই দেখিছিল, আৰু বাঁহীৰ ওপৰত যে অন্যায়কৈ দোষ দিয়া হৈছিল সেইটোও বুজিছিল; অধিকন্তু ববৰুৱাৰ লগেভাগে বিচক্ষণ আহোম ভদ্ৰলোকসকলেও যে সেইটো ভালকৈ সুবুজিছিল এনে নহয়; কিন্তু বুজিলে কি হব? বাঁহীৰ গুৰিতে যে গ্ৰহদোষ! সেইদেখি সেই কৈফিয়ৎ সেই প্ৰসিদ্ধ কাকতৰ সম্পাদকৰ সন্তোষজনক নহল, গতিকে তেওঁ বাঁহীক বাহী হল বুলি "চচ্‌পণ্ড" কৰিলে, Doncherknow? চবাই-চিবিকতি-পহ-পণ্ডৰ মাতেৰে "উইট্ হিউমৰ" (wit humour) অৰ্থাৎ বঙ্গালীয়ে কৰব নিচিনা "বসিকতা" Made-in-Germany চলিবলৈ ধৰিলে! ববৰুৱাই কয়, শান্তি-স্বস্ত্যয়ন নকৰিলে এই ব্যাধিৰ শেষ নহয়ও। সেইদেখি হে কৈছোঁ, সম্পাদক দেও, সোৰবণী-থন চোওবা।

দুই নম্বৰ জগৰটো বাঁহীয়ে লগাইছে, অসমীয়া ভাষা আৰু বঙ্গলা ভাষা ঘুকটি-পাকটি। অসমীয়া ভাষা সুকীয়া বুলি বজাঘৰে প্ৰজাঘৰে স্বীকাৰ কৰাটো কাৰ্য্য যদিও আজি ইমান দিন হল, তথাপি বঙ্গালী লেখকসকলে তেওঁলোকৰ পুৰণি সুবৰ "পোঁ ধৰিবলৈ" এৰা নাছিল। আমি বঙ্গদেশত দেখিছোঁ, কোনো কোনো বঙ্গালী ভিকতামানুহে দুপৰীয়া ভাতপানী খাই উঠি চোতালত বদ-কাচলিত বহি ভাবোল-ছালি খাই অঁতাই, দহ বছৰৰ

আগেয়ে মৰি যোৱা তেওঁৰ পো বা মাতিৰ শোক সুঁৱৰি ইনাই-বিনাই এনেকৈ কান্দে যেন সেই দিনা বত্তিপুৱা হে সেই দুর্ঘটনা ঘটিছিল। আসামত বঙ্গলা ভাষাৰ এনেকুৱা পুৰণি মৃত্যুৰ শোক সুঁৱৰি কান্দোতাৰ ওৰ সিদিনা-লৈকে পৰা নাছিল। কিন্তু বাঁহীয়ে তেওঁলোকৰ "কিল্লাৰ" ভিতৰতে সোমাই বজাই দি "ফটে" কৰিলে যে বঙ্গলা ভাষা হে অসমীয়া ভাষাৰ অপভ্ৰংশ, অসমীয়া ভাষা বঙ্গলা ভাষাৰ নহয়। "ব্যাপাৰ খানা দেখে শুনে" ভায়াইতে বোলে "হলো কি? দেখছি, বাঘেৰ ঘৰে ঘোঙেৰ বাসা!" এইদেখি ভায়াইতে tactics অৰ্থাৎ কৌশল সলাই বোল ধৰিছে যে মাধৱদেৱ, অনন্ত-কন্দলি, গোবিন্দ মিশ্ৰ আদি পুৰণি অসমীয়া গ্ৰন্থকাৰসকল বঙ্গদেশৰ বঙ্গালী মানুহ আছিল; তেওঁলোকে দয়াপৰৱশ হৈ অসমীয়া পাঠকীক ভাবিবৰ নিমিত্তে আসামলৈ গৈ অসমীয়া ভাষাত পুথি লেখি দি আহিছিল; নতুবা, খাৰ-খোৱা অসমীয়াৰ মূৰবপৰা এনেবোৰ পুথি ওলোবাটো সম্ভব নহয়। সেইদেখি মাধৱদেৱ কৰিদপুৰৰবপৰা, আৰু অসমীয়া পদ্মপুৰাণৰ লেখক নাৰায়ণদেৱ ছিলঠৰপৰা আসামলৈ গৈ অসমীয়া পুথি লেখি থৈ আহিছিল। কাৰণ, সেই কালত অসমীয়া লেখা একো টান কথা নাছিল; মাথোন বঙ্গলাৰ পৰা অলপ লৰক-ফৰক হোহোকা-পিছলা কৰিলেই সি দিপ্‌লিপ্‌ অসমীয়া হৈ পৰিছিল; অৰ্থাৎ জানিবা যেনে "শ্যাম ৰামকে তাহাৰ বাটীতে পহুচাইয়া দিল" এইবাৰক "শ্যামে ৰামক তাৰ বাটিত পম (পহুৰ মঙহ) চাই (ৰাদ্ধি ২) দিলে" এনে অসমীয়া কৰিলেই হৈছিল। গুৱাহটীয়া সম্মিলনী সভাত উপস্থিত থকা আমাৰ অসমীয়া বন্ধুসকলে বঙ্গালী বক্তাসকলক এইদৰে সুধিছিল নে নাই কব নোৱাৰোঁ, যে "হে সভ্যমহোদয় সকল! ভাষাৰ কথা লৈ আজিৰপৰা আপোনা-লোকেৰে সৈতে আমাৰ খৰিয়ালথন ভাগিলেই। আমি এতিয়া ভালকৈ বুজিলোঁ. যে আপোনাসকলৰ ছিলঠীয়া আৰু কৰিদপুৰীয়া মানুহে literary অসমীয়া ভাষা চৰ্চ্চা কৰি অসমীয়া ভাষাত পুথি লেখিছিল; তাৰ কাৰণ, তেতিয়াৰ (তেতিয়াৰ কিয়? এতিয়াবো) কৰিদপুৰৰ আৰু ছিলঠৰ patois মাত-কথা যোৱা বস্তাৱলী আৰু পদ্মপুৰাণ ৰচনা কৰিবৰ পক্ষে উপযুক্ত নাছিল, যেহেতু' সি অসমীয়া ভাষাৰ বিকৃত হেনাহচা dialect অৰ্থাৎ মাত মাথোন। সেইদেখি হে যেনেকৈ আগ্নিকালিৰ কৰিদপুৰীয়া আৰু ছিলঠীয়া লেখকসকলে

তেওঁলোকৰ হেনোহচা মাতেৰে বঙ্গলা কিতাপ ৰচনা নকৰি কলিকতীয়া আৰু নবদ্বীপীয়া "ষ্টেণ্ডার্ড লিটৰেৰি" বঙ্গলাত কৰে, সেই কালত সেই সেই দেশী লেখকসকলেও তেওঁলোকৰ নিজৰ বিকৃত মাতেৰে গ্ৰন্থৰচনা নকৰি "ষ্টেণ্ডার্ড লিটৰেৰি" অসমীয়াত কৰিছিল। অৰ্থাৎ ফৰিদপুৰ আৰু ছিলঠ তেতিয়া আসামৰ অঙ্গ প্ৰত্যঙ্গ আছিল, কিন্তু এতিয়া নিজৰ অসমীয়া মাৰ। ত্ৰুথীয়া হলত পৰৰ সুধীয়া বঙ্গালী মাকক আপোনোলোকে আই বুলি 'মা আমাকে একখানা আঙা কাপল দাও' বুলি লেনিয়াই ৰঙা কাপোৰ খুজিছে।" ৰবৰুৱাই কয়, তেওঁলোকে তেওঁলোকৰ এই "সুপুত্ৰগিৰীৰ" আহিটো হোজা অসমীয়াৰ আগত নধৰিলেই অসমীয়া পৰম আপ্যায়িত হব। ফৰিদপুৰীয়া বঙ্গালী মাধৱদেৱৰ বাপেক গোবিন্দ বা ৰবকণাগিৰিয়ে কিন্তু ৰবদোৱাৰ টেস্ বানিলৈ আহি অসমীয়া ৰবকায়স্থৰ ঘৰত বিয়া বাৰু কৰাই সমাজভুক্ত হৈ অসমীয়া ৰীতি-নীতি নিয়মমতে পালি চলিছিল, অথচ তেওঁক বঙ্গালী বুলি কোনো অসমীয়াই নাবাছিছিল। ৰবৰুৱাই কিন্তু আৱশ্যক হলে প্ৰমাণ কৰিবলৈ সাজু আছে যে সেই কালত বঙ্গালীৰে সৈতে অসমীয়াৰ বিয়া-বাৰু আদি প্ৰচলিত নাছিল। ফৰিদপুৰত বাগুৰা নামৰ ঠাই থাকিব পাৰে। গোলাঘাট, নগাওঁ নামৰ ঠাই ভাৰতৰ্ষত অনেক অংশত আছে। ৰবৰুৱাই কিন্তু ফৰিদপুৰীয়া আৰু ছিলঠীয়া বন্ধুসকলক কয়,—"ভায়া হে, আৰ কেন? ফিৰে এসো। গৱৰ্ণমেণ্ট বঙ্গবিভাগ কোৰে ভালই কৰেছেন; যেখানকাৰ ঘুটি সেইখানেই চালিয়ে দিয়েছেন।" "পৰৰ আঁচল এৰি দিয়াঁ বোৰ কুটুম্বহঁত! নিজৰ মাতৃভাষা অসমীয়া তোমালোকে চৰ্চ্চা কৰাঁহঁক! সৰহ নালাগে, মাধৱদেৱৰ নিচিনা অসমীয়া লেখিব পৰা হলেই আমি তোমালোকক আতত তুলি লমহঁক।"

ৰাহীয়ে লগোৱা তৃতীয়টো অপৰ ৰব অপৰ। আঁকোৱালে লোপোৱা। ৰাহীয়ে "কামৰূপীয়া ভাষাত" লিখা সাধু-কথা লাগে বুলি জাননী এখন ছপালে। জাননীখন মামলি-আসামৰ এজনেই বাঁহীত ছাপিবলৈ দিছিল। সেই জাননীখনৰ ভাষা বাঁহীয়ে যেনেকৈ পাইছিল তেনেকৈয়ে ভাক ছাপা কৰিছিল; কাৰণ জাননীৰ ভাষা ওপৰাই দিবলৈ বা সলাই দিবলৈ কাকতৰ সম্পাদকৰ বা প্ৰকাশকৰ অধিকাৰ নাই বুলি বাঁহীয়ে জানে। আমি জাননীখনৰ মানে ভালকৈ বুজিছিলোঁ; আৰু বুজিছিলোঁ যে জাননী দিওঁতাই "কামৰূপীয়া

ভাষা" বুবুলি নামনি-আসামৰ মাত-কথা বোলাটো উচিত আছিল। জাননীখন ওলাগত চাৰিউফালে তল-ওপৰ লাগিল। "কটা বাঁহী! তোৰ ইমানটো সাহ! তই কামৰূপীয়া ভাষা আৰু অসমীয়া ভাষা দুটা কৰি দেখুৱাই একেতাৰ গোৰুকে দুভাৰকৈ ফালিছ? তই আঁহ ফলিছ? ধৰ বাঁহীক! মাৰ বাঁহীক! পিণ্ডত দে বাঁহীক! শূলত দে বাঁহীক!" ভুতৰ ওপৰতে দানহ; বাঁহীয়ে নামনি-আসামৰ মাতেবে পণ্ড এটা বাঁহীত হুপালে! আৰু পায় কোনে! হুলস্থুল লাগি পৰিল। সভা হল, কমিটি হল, প্ৰাসি হল, গালাজ হল, বাঁহীৰ ওপৰত বাম-টাঙোন জোকৰা হল, আৰু বাঁহীৰ সম্পাদকৰ মুখলৈ বাঁহী কাকত ওভোতাই মাৰি পঠিৱা হল। সম্পাদকে কৈফিয়ৎ দিলে, গণ্ডগোল কৰোঁতাসকলে ভবা কথাটো নহয় বুলি বুজাই দিবলৈ চেষ্টা কৰিলে। কিন্তু বুজে কোনে? "নোধোওঁ গা ধুৱালি, নেখাওঁ ভাত খুৱালি, মিগিলোঁ। কি কৰ কৰ!" বুজিলে যে লেঠা,—হুলস্থুল লগাওঁতা জনদিয়েকৰ মতলব সিদ্ধ নহয়। এই ভাৱৰীয়া কেইজনৰ মতলব বাঁহীবধ ভাৱনা। সেইদেখি বাঁহীয়ে আগ বাঢ়িলেও "নিৰ্ব্বংশৰ বেটা" পিছহুহঁকিলেও "নিৰ্ব্বংশৰ বেটা"। তেওঁলোকে আমাৰ হোজা সৰল নামনি-অসমীয়া গাৱঁলীয়া বন্ধুসকলক কৈ দিলে যে "বাঁহীয়ে থাপ মাৰি তেওঁলোকৰ কাণ কেইখন নিলে!" এনে আকস্মিক বিপদৰ কথা শুনি তেওঁলোকে নিজৰ কাণত হাত দি নোচোৱাকৈয়ে বাঁহীৰ পিছে পিছে লৰ দিলে। গণ্ডগোল কৰোঁতা কেইজনে ইফালৰপৰা বিঙিয়ালে—"দে দৌৰ! দে দৌৰ!" তেওঁলোকে ভৰা-লৰা-চিঙি লৰিল। তেওঁলোকে সদায় জানি আছিছিল, বাঁহী তেওঁলোকৰ পৰম মিত্ৰ, এতিয়া তেওঁলোকৰ নিজৰ ভিতৰৰে জনদিয়েকে কৈ দিলে যে বাঁহী তেওঁলোকৰ পৰম শত্ৰু। আৰু বাঁহী যায় কলৈ?

গণ্ডগোলকৰোঁতাসকলক বৰবকয়াই চেলাম দি সোধে,—জাননীখনৰ আৰু পণ্ডটোৰ কোন ঠাইত নামনিৰ অসমীয়া মানুহক আৰু মাতক বিদ্ৰূপ কৰা হৈছিল তেওঁলোকে দেখুৱাই দিব পাৰে নে? পাৰে যদি বাঁহীৰ গাত ঘাটি, আৰু নোৱাৰে যদি এনে মিছা গণ্ডগোল কৰা বাবে তেওঁলোকে নিজৰ দোষ সৈ কাঢ়ি বাঁহীৰ সম্পাদকৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিব নে? কৰাটোৱেই honourable course.

এনে গণ্ডগোলৰ সুযোগ যাঁহাঁৰ আন এগৰাকী বন্ধুয়ে নলৈ থাকিব বুলি কোনবাই ভাবি ছিল নে? ববৰুৱাই হলে ভবা নাছিল। তেওঁ জানে, সেইজন বন্ধুৰ কথাৰ উত্তৰ দিবলৈ যোৱাটো যাঁহাঁয়ে অপমানজনক বিবেচনা কৰে। ববৰুৱাই ইয়াকে মাথোন সোধে যে, সেইজনে পইচাৰ লোভত যিবোৰ "সুসভ্য" বিজ্ঞাপন ছপায় সেইবোৰৰ ভাষাৰ নিমিত্তে তেওঁ জগৰীয়া নে?

সিদিনা কলিকতাৰ কলুটোলা ষ্ট্ৰীটত এটা য়ুৰোপীয় চিপাহীয়ে সেত্তে গোটাচেৰেক "গুণ্ডা"ৰ অলপ কথাতে দন্দ লগাত গুণ্ডাকেইটাই গোটখাই অকলসৰীয়াকৈ য়ুৰোপীয় চিপাহীটোক পাই টঙনিয়াই লবেজান কৰি পেলাই পলাই ফাট মাৰিলে। চিপাহীটো লবেজান হৈ আলিবাটত পৰি থকাত, ওচৰতে এঘৰ ভালমানুহৰ 'ঝি' (চাকৰনী) এজনী ওলাই আহি, নিজৰ হাতত পুৰা গধুলি শোভা কৰা অস্ত্ৰটিৰে, পৰি-থকা সেই চিপাহীটোক এবাৰ প্ৰহাৰ কৰি গুচি গল। দৃশ্যটো দেখি বাটৰুৱা মানুহে বাগৰি বাগৰি হাঁহিছিল।

"কামৰূপীয়া ভাষা" কথাষাৰ লৈ তোলপাৰ লগোৱাসকলক ববৰুৱাই সোধে, যে কামৰূপীয়া কথাটোৰ ওপৰত তেওঁলোকৰ অকলসৰীয়া "দাবি" কেতিয়াৰপৰা হল? আমি বুজোঁ কামৰূপীয়া ভাষা মানেই অসমীয়া ভাষা, অসমীয়া ভাষা মানেই কামৰূপীয়া ভাষা। তেওঁলোকৰ ঘৰুৱা মাতক লোকে যি নাম দি মাতে সেই নামত হে তেওঁলোকৰ একাধিপত্য আছে, এইটো তেওঁলোকে পাহৰে কিয়? ববৰুৱাই কয়, তেওঁলোক যদি leader অৰ্থাৎ ববমূৰীয়া হব খুজিছে, আৰু সোনকালে নহলে নচলে, তেন্তে তেওঁলোকে আন্দোলন কৰিবলৈ তিনটা বিষয় ভলত দিয়া গল;—(১) গৰৈ মাছৰপৰা ঢোৰাসাপ হৈছে নে, ঢোৰাসাপৰপৰা গৰৈমাছ হৈছে? (২) সাঁৰীৰপৰা চুৰিয়া হৈছে নে, চুৰিয়াৰপৰা সাৰী হৈছে, (৩) ভতমানুহতকৈ ভিকভামানুহ দেখিবলৈ ভুৱনী নে, ভিকভামানুহতকৈ ভতামানুহ? এই তিনটা, অপাৰগ পক্ষত অন্ততঃ এটাও লৈ আন্দোলন কৰিলে সোনকালে বিখ্যাত হৈ "লিডৰ" হব পৰা যাব।

ইফালে কোনো কোনো বিদেশী মাখিয়ে দেখিলে যে বেছ সুবিধা, তেওঁ অসমীয়াৰ গাৰ মাখিছালত অলপ আঁচোৰ লাগিছে। সোধপোচ নাই লাহেকৈ উৰি আহি মাখি এটা ভাত পৰিল। :—

**"The Editor is not responsible for the opinion of Correspondents."**

"*Han Mor Kopal*" or Alas! my lock:—Under this heading Mr.——————writes from Tezpur thus:— "In reference to "A sorry pass" of the *Advocate of Assam*, of 27th Novr. 1910, on *Han mor Kopal*" we are at a loss to understand the rhyme and reason of the poet except that he comes out from his brooding den to laugh at কামৰূপী "ভোহ্ নাই" Really তেঃ হি নো দিবসা গতাঃ when words of old writers of Kamrup would not have been rediculed and still thay take pride in establishing historical basis of the present day Assamese when they come forward to argue with their opponents. But this poet laureate's attempt is not laudable but abominable, more so the *Banhi*, a paper edited by an editor who has long ago cut off connection with the Assamese and now making the Assamese fools by making money at the cost of joke by realizing the value of his paper from the poor Assamese, which will never be expected to be spent within the boundaries of Assam."

আচৰিত কথা যে বি বাতৰিকাকতখনত এই চাটনিবোৰ ওলাইছে, সেই বাতৰি কাকতৰ সম্পাদকে এনে ব্যক্তিগত আক্রমণ ছপোৱাটো যুক্তিযুক্ত বুলি ভাবিলে। কাকতখনে "চিঠি লেখোতাসকলৰ মতৰ বাবে আমি জগৰীয়া নহওঁ" বুলি কলেও ব্যক্তিগত নীচ আক্রমণ কাকতত ঠাই দিয়াটো উচিত বুলি ভবাটো। নিশ্চয় আচৰিত কথা। কোনো থিয়েটৰত কৰা ভাবনাৰ সমালোচনা যদি সেই কাকতে কৰে, আৰু সেই সমালোচনাৰে সৈতে যদি মোৰ মত নিমিলে, তেন্তে সেই কথা কবলৈ পৈ যদি মই কাকতৰ সম্পাদকে নিজৰ ঘৰত বৰকৈ জলকীয়া খোৱা আৰু বাহিৰত চুৰিয়াৰ কেৰ মাৰি ইংৰাজী

নাইট-কেপ পিন্ধি ফুৰাৰ কথা কৈ তেওঁক নিন্দা কৰিবলৈ যাওঁ, তেন্তে মোক সেই সম্পাদক মহাশয়ে কি বুলিব? শেহত ইয়াকে অনুমান হয় যে এই চিঠি লেখোঁতা বিদেশীজনে আসামত থাকি ঘটা পইচা কেইটা নিশ্চয় তেওঁৰ দেশ বঙ্গলা মলুকলৈ নপঠিয়াই আসামতে খৰচ কৰিব লাগিছে। বাঁহীৰ সম্পাদকৰ নিচিনা নিশ্চয় তেওঁ কৰা নাই। এইবাৰ প্ৰবন্ধটো বাঁহীৰ সম্পাদক ঠেকত পৰিল।

দুখীয়া অসমীয়াৰ বান্ধ এই চিঠি লেখোঁতাজনক ওপৰত কোৱা কাৰণতে antiquarian অৰ্থাৎ প্ৰত্নতত্ত্ববিদ বুলি চাৰ্টফিকেট দি বাইজৰ আগলৈ আগবঢ়াই দিছে। আমিও প্ৰমাণ পাইছোঁ যে তেওঁ "এণ্টিকোৱেৰিয়াণ" অৰ্থাৎ প্ৰত্নতত্ত্বজ্ঞ; কাৰণ, "তোহ্‌নাই" শব্দটোৰ কেনে প্ৰত্নতত্ত্বটো তেওঁ উলিয়াইছে একা! তিনি গৰাকী মানুহে তিনটা কাম কৰিব পাৰে। যথা,—(১) কোনো লোকে প্ৰত্নতত্ত্বৰ ডাঙৰ সিংহটো মাৰিও লাজতে কাকো নকৈ মনে মনে থাকিব পাৰে। (২) কোনোলোকে তিন দিন খাপ দি "তোহ্‌নাই" নামৰ নিগনি-পোৱালি এটা মাৰিয়েই কোনো বাতৰি কাকতৰ পিঠিত জয়ঢোল কোবাই দি প্ৰত্নতত্ত্বজ্ঞ হব পাৰে। (৩) হাঁহিৰাম বৰবৰুৱাই এই অপূৰ্ব্ব ধেমালিটো দেখি ঈষৎ হাস্য কৰিবও পাৰে। ভাহানি ৰামপ্ৰসাদ বুলি আমাৰ লগত এজন "এণ্টিকোৱেৰিয়াণ" আছিল; তেওঁ প্ৰত্নতত্ত্বানুসন্ধান কাৰোঁতে কৰোঁতে ইমান দ—ত পৰিছিল গৈ যে সকলো বস্তুৰে তত্ত্বানুসন্ধান নকৰি নেৰিছিল। আমি এদিন তেওঁৰে সৈতে একেলগে বহি ভাত খাওঁতে তেওঁক সুধিলোঁ, "ৰামপ্ৰসাদ কাই, ভুজুলুক কথাটোৰ প্ৰত্নতত্ত্বটো কি?" তেওঁ একেআষাৰেই কলে—"ভীষণ জাল লুকাই আছে যত, এই কথাষাৰৰ পৰা ভুজুলুক হৈছে।" সেই দিনাই আমি ৰামপ্ৰসাদ কাইক প্ৰত্নতত্ত্বজ্ঞ পণ্ডিত ডাক্তৰ ৰাজেন্দ্ৰ লাল মিত্ৰৰ হাতত গতাই দিবলৈ লৈ গৈছিলোঁ; কিন্তু ডাক্তৰ মিত্ৰৰ ঘৰৰ দুৱাৰ মুখ পাই শুনিলোঁ যে ডাক্তৰ মিত্ৰ তাৰ ছ বছৰৰ আগেয়ে পৰলোকলৈ গল!

কালি এখন অসমীয়া মাহেকীয়া কাকতৰ প্ৰকাশকৰ জাননী বৰবৰুৱাৰ চকুত পৰিল। তাত লেখিছে,—"ইয়াত জাতীয় বিদ্বেষসূচক প্ৰবন্ধে ঠাই নেপাব।" কথাফাকি পঢ়িলে মনত খেলায় যেন আনবোৰ কাকতত হোৱা-হোৱে জাতীয় বিদ্বেষসূচক প্ৰবন্ধই ঠাই পাব হে লাগিছে। আমাৰ জন-

দিয়েক অসমীয়া বান্ধৱ লৰালৰিকৈ "পেট্ৰিয়ট্" হবৰ বৰ দৰকাৰ পৰিছে; সেইদেখি তেওঁলোকে লৰাধাপৰা লগাই দি বাট বুলিবলৈ গৈছে। ৰবৰকৰাই কয়, "চলক, চলক, আপোনালোক "পেট্ৰিয়ট্" হৈ আহিল আৰু, বেছি পলম নাই। "গতা বহুতৰা কান্তা স্বল্পা তিষ্ঠতি শৰ্ব্বৰী।"

বাঁহীৰ চতুৰ্থটো জগৰ,—বাঁহীয়ে হেনো কায়স্থ আৰু কলিতাৰ মাজত দন্দ লগাই দিছে। কোনো কথাৰ আলচ কৰিলেই যদি দায়, তেন্তে বাঁহীৰ গাতো দায়। আমাৰ দেশৰ কোনো কোনো লোক ইমান sensitive যে তেওঁলোকে নিজৰ ছাঁটো দেখিয়েই উচাপ খায়; আৰু মোকছুলে-ছুলে শিয়াঁৰিলে শিয়াঁৰিলে জোকালে-জোকালে বুলি ঢপলিয়াই ফুৰে। তেওঁলোকে অনাহকতে মনত কষ্ট পায় মাথোন।

ৰবৰকৰাই বাঁহীৰ হকে এই কেইআষাৰ কথা কোৱা বাবে কিজানি জগৰ লাগিব পাৰে, আৰু তাৰ ফলত কিজানি তেওঁৰ মূৰটো যাব পাৰে, সেই আশঙ্কা কৰি আজি ৰবৰকৰাই স্বহস্তে নিজৰ মূৰটো সোলোকাই থৈ দি ওলাল। কেতিয়াবা দায় জগৰৰ ওৰ পৰিলে আৰু ৰদ-বাদ দিলে, আকৌ তেওঁ স্বহস্তে নিজৰ মূৰটো পিন্ধি ৰাইজৰ আগত ওলাব পাৰে। *

কৃপাবৰ ৰবৰুৱা।

---

* আমি মূৰ-নাইকিয়া ৰবৰুৱাক কওঁ যে, আমাৰ কৰ্ত্তব্য কৰোঁতে যদি লোকে আমাক গালি-শাপনি পাৰে তালৈ কাণ কৰাটো আমাৰপক্ষে অপমানজনক বুলি ভাবোঁ। এইবাৰ এৰাব নোৱাৰি যদিও আমি এই প্ৰবন্ধটো ছপালোঁ, কিন্ত আগলৈ আৰু তেওঁ লেখা চাৰিটা বিষয়ৰ সম্পৰ্কে কোনো কথা আমি বাঁহীত নছপাওঁ।

সম্পাদক।

# চিঠিৰ উত্তৰ। *

মাননীয় শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা,

বাঁহী সম্পাদক সমীপেষু।

সম্পাদক ডাঙৰীয়া,

আপোনাৰ বাঁহীত যোৱা (২য় বছৰ ২য়) সংখ্যাত প্ৰকাশ হোৱা অনেক অসমীয়া ডাঙৰীয়াৰ চিঠিখনি পঢ়ি মনে মনে থাকিব নোৱাৰিলোঁ। মুঠতে কওঁ, সেই চিঠি বাঁহীত প্ৰকাশ কৰি আপোনাৰ বিখ্যাত কাকতৰ অখ্যাতি হে কৰিলে। অধিকন্তু, আপোনাৰ নিচিনা * * * * এজনে এনে অমূলক অসাৰ ভ্ৰমাত্মক প্ৰবন্ধ ছপোৱাত সদৌ অসমীয়া বাইজে বিশেষকৈ শিক্ষিত সমাজে মৰ্ম্মান্তিক বেজাৰ পাইছে। তেখেতৰ এনেকুৱা অৰ্থাৎ প্ৰথমতঃ ভেটি নাইকিয়া, দ্বিতীয়তঃ যুক্তিৰ মূৰ খোৱা আৰু কাজেই অকল ভুল নহয় ওপৰঞ্চি হাঁহি তোলা আচৰিত সিদ্ধান্তপূৰ্ণ নামনি-আসামৰ মাতৰ বিষয় প্ৰবন্ধই যে বঁটা পাব অৰ্থাৎ তেখেতৰ মতে, আপোনাৰ কাকতত প্ৰকাশ পাব, ই আমাৰ নিতান্ত অসহনীয়। আশা কৰোঁ তলত লিখা কথাখিনি প্ৰকাশ কৰি তেখেতৰ নামে উছৰ্গি থোৱা বঁটাটি আমাক দিব। উপযুক্ত প্ৰবন্ধই পুৰস্কাৰ পালে আমি আনন্দ পাওঁ। কিন্তু সম্পূৰ্ণ উপযুক্ত যে নহয়েই অথচ তেনেই অনুপযুক্ত প্ৰবন্ধৰ কাৰণে বঁটা পালে, মিছা কথা কলে কি হব, আমাৰ চকু পোৰে।

সেই চিঠিখন আমি তিনি কি চাৰিবাৰো পঢ়ি বুজিলোঁ যে ডাঙৰীয়াৰ চিঠিডখৰি নিতান্ত সৰল ভাবৰ নহয়। তেখতে কামৰূপীয়া আৰু অসমীয়া ভাষা মানে কি বুজিছে তাৰ এটা স্থিৰ সিদ্ধান্ত কৰিব নোৱাৰিলোঁ। প্ৰবন্ধৰ কোনো ঠাইত কামৰূপীয়া ভাষাৰ মানে অসমীয়া ভাষা, আইন ঠাইত আকৌ সেই কথাৰ অৰ্থ নামনি-আসামৰ মাত-কথা বুলি হে ওলাইছে। কোনো ঠাইত

---

* বিশেষ অনুৰোধত পৰি আমি এই চিঠিখন ছপালোঁ। এই বিষয়ে আৰু কোনো চিঠি বা প্ৰবন্ধ বাঁহীত নছপাওঁ। সম্পাদক।

অসমীয়া ভাষাৰ অৰ্থ উজনি-আসামৰ মাত-কথা বুলি হে ওলাইছে। কিন্তু, ই নিশ্চয় যে ভেখেতে নিজৰ সুবিধা অসুবিধা অনুসাৰে এনে গোলমাল ইচ্ছা কৰি কৰিছে। আমি পাতনিতে কঁও যে 'নিৰ্ভীক লেখক' ডাঙৰীয়াৰ দৰে আমি আসামৰ কোনো এক খণ্ডৰ মাত-কথাতকৈ আইন কোনো খণ্ডৰ মাত-কথা ভাল বা বেয়া এনে প্ৰমাণ কৰিবলৈ কলম ধৰা নাই। আমাৰ আসামৰ সকলো ঠাইতে বন্ধু বান্ধৱ নাইকিয়া ও নহয়। কাৰো মনত বেজাৰ দিয়া এই ক্ষুদ্ৰ প্ৰবন্ধৰ উদ্দেশ্য নহয়। আৰু আশা কৰোঁ উদাৰ বন্ধুসকলে ভেওঁলোকৰ মাত-কথা বেয়া বা অসমীয়া নহয় এনে কোনো কথাৰ সমৰ্থক বুলি এই প্ৰবন্ধক ঘিণ নকৰিব আৰু তেনে ভাবে আমাৰ মনত অলপো ঠাই পাইছে বুলি সন্দেহ নকৰিব। কৰবাত যদি কোনো কথা কাৰো বিৰুদ্ধে যোৱা যেন দেখে, জানিব সি আমাৰ তাৰৰ দোষ নহয়, ভাষাৰ হে দোষ। উক্ত চিঠিত সঁচা কথা প্ৰকাশ হোৱা হলে আমাৰ কবলগীয়া একোৰেই নাথাকিল-হেঁতেন, বৰঞ্চ লিখক প্ৰশংসাৰ হে পাত্ৰ হলহেঁতেন। বাঁহীৰ ১ম বছৰৰ ১০ম (ভাদ) সংখ্যাত ওলোৱা 'বাঁহীৰ সাহিত্য সমন্ধীয়া অবিয়া-অবি' নামক বিজ্ঞাপনখনি যে বিদ্বেষমূলক বা উপহাসসূচক নহয় এই বিষয়ে খবৰ কাগজা-দিতো (যথা, টাইমচ্ অব্ আসাম,) সম্পাদক আৰু সম্পাদকৰ সজ উদ্দেশ্য বুজা নামনি-আসামৰ এজন শিক্ষিত লোকাই অসমীয়া সমাজক সবল মনেৰে জনাইছিল। তথাপি যদি ডাঙৰীয়াৰ সন্দেহ সুগুচিল, এনে ভ্ৰমাত্মক প্ৰবন্ধ লিখাৰ আগয়ে বাঁহী সম্পাদকক কুকুৰা কাটি শপত খাবলৈ কোৱা হলে বোধ কৰোঁ আপুনি ভেখেতৰ ওচৰত কৃতজ্ঞ হে হলহেঁতেন। "আমাৰ বোধেৰে এই জাননীখনি দূৰদৰ্শী সম্পাদকে মহৎ উদ্দেশ্যেৰে হে দিছে" (অসমীয়া হুজুগ প্ৰবন্ধ)। সম্পাদক ডাঙৰীয়া, সঁচা কথা কলে বেয়া লেগাব যে অত গোলমালৰ দোষ আপোনাৰ গাতো অলপ পৰে। আৰু আপোনাৰ স্বাভাবিক উদাৰতাৰ পৰিচয় দি আপুনি নিজেও স্বীকাৰ কৰিছে যে আপুনি জাননীত "কামৰূপী ভাষাৰ" পৰিবৰ্ত্তে 'নামনি আসামৰ মাত-কথা' ব্যৱহাৰ কৰিব লাগিছিল (২য় বছৰ ২য় সংখ্যা।) কিন্তু, এই দোষ আপোনাৰ সজ উদ্দেশ্য বুজোঁৱা কাগজে পত্ৰত লিখা প্ৰবন্ধবিলাকে কেতিয়াবাই খণ্ডালে। আচলত নামনিৰ মাত-কথাকে "কামৰূপীয়া ভাষা" বুলিলে অসমীয়া ভাষাৰ (আগৰ

কামৰূপীয়া ভাষাৰ) গৌৰব নষ্ট হে হয়। কিয়নো আগৰ কামৰূপীয়া ভাষাই আজিকালিৰ অসমীয়া ভাষা। মাত-কথাৰ যি প্ৰভেদ আছে তাক উজনিৰ বা নামনিৰ মাত-কথা বা এই দুই শব্দৰ বিশেষণপূৰ্ব্বক ভাষা বুলিলেও দায় নাই। এই খিনিতে কৈ থওঁ যে ডাঙৰীয়াৰ ভত্ত্ববিলাকৰ প্ৰতিবাদ কৰাই আমাৰ প্ৰবন্ধৰ একমাত্ৰ উদ্দেশ্য।

এতিয়া তেখেতৰ সিদ্ধান্তবিলাকৰ ওচৰলৈ যাওঃ—

(১) সিদ্ধান্তঃ—'অধিকাংশ একৰান্ত শব্দক অকাৰান্ত কিংবা আকাৰন্ত কৰিলেই কামৰূপীয়া ভাষা স্পষ্ট হয়'। প্ৰতিবাদঃ—হয়, ধুকপ। 'নেলাগে' একাৰান্ত ইয়াক তেন্তে কামৰূপত নেলাগ বা নেলাগা বোলে? 'নেৰায়ণ' 'বেধা কৃষ্ণ,' কেছাৰি, 'কেৰকেটুৱা,' 'খেজানা,' 'এহাৰ,' 'চেহেৰ,' 'এহাগুৰীয়া,' 'এদা' এইবিলাক একাৰান্ত নে একাৰান্ত, ভাষাতত্ত্বজ্ঞ ডাঙৰীয়াই বুজাই দিয়ক। এই সিদ্ধান্তত যদি কিবা একেবি সত্য আছে তেন্তে এই যে উজনীয়াবিলাকে কোনো কোনো শব্দ উচ্চাৰণ কৰোঁতে অ কাৰৰ ঠাইত আ, আৰ ঠাইত এ ইত্যাদি স্বৰৰ ঠাই লবায়। কিয় এনে কথা কয়, ডাঙৰীয়া? নামনীয়াবিলাকে 'কপাল'ৰ সলনি 'কাপাল,' 'পিতাৰ'ৰ সলনি 'পিতেইৰ,' 'নিদিস্ত'ৰ পৰিবৰ্ত্তে 'নেদোঁ' আৰু 'বিলাইৰ ঠাইত 'বিলেই' নোবোলে নে? মানুহে, মানুহৰ, মৰিবৰ, ছাপিবৰ, নাজানি মুতনি, ডাঙৰ, নালাগে, শুকাই, থপ-জপাই ইত্যাদিৰ ঠাইত ক্ৰমান্বয়ে মানূহে, মানূহৰ, মৰ্‌বাৰ্‌, ছাপ্‌বাৰ, নাজ্‌নি মুত্‌নি, ডাঙাৰ, নাল্‌গে, শুকেই, থপেই-জপেই, বুলিলে উচ্চাৰণ দোষ নহয় নে?

সমালোচনাঃ—নেলাগে সম্পূৰ্ণ শুদ্ধ কথা। 'নালাগে' যেনে শুদ্ধ, 'নেলাগে' ও তেনে শুদ্ধ। লিখাতো এনে বহুত দৃষ্টান্ত পোৱা যায়। যেনেঃ—

অসমীয়া ভাষাৰ বিদ্যাসাগৰ (বা ঈশ্বৰচন্দ্ৰ) হেমচন্দ্ৰ বৰুৱাই হেমকোষৰ ৮২৮ পৃঃ "লগা-ভগা"ৰ অৰ্থ লিখোঁতে এইদৰে লিখিছে,—"কিছু সম্বন্ধ লাগে কিছু ভাগে বা নেলাগে"। ২৬০ পৃঃ 'গায়ত্ৰী' চাওক,—'আনৰ আগত তাক পাঠ কৰিব নেপায়'। 'গাল-মৰা' চাওক,—'বাপুৰে তাত গাল মাৰিবলৈ নেপালে'। পাতনিত চাওক,—'অসমীয়া ভাষাই ৰাজসভা ও পঢ়াশালিত সোমাবৰ অধিকাৰ নেপালে' (পৃঃ ১০); 'তেও সি সেই বিষয়ত মুঠেই উপকাৰ কৰা নাই বুলিব পৰা নেযায়' (পৃঃ ৷০); 'যি শব্দত কেনো আখৰ লুকাই নেথাকে' (পৃঃ ।৶০); ও

'সেইদৰেই, এই চিনৰ পাছত দিয়া অৰ্থৰ উদাহৰণো ভাৰ আগৰ অৰ্থত নেথাটে' (পৃঃ ॥০)। আজিকালিও উষা সম্পাদকে 'নেথাকে' (৩য় ভাগ ১ম সংখ্যা), 'নালাগে' (৩য় ১২), 'নেজানিছিল' (৩য় ৩) ও 'নেবাঢ়িলে' (৩য় ৭) আৰু আপুনি (বাঁহী-সম্পাদকে) 'নালাগি নেথাকে' (১ম ৩), 'নাথালে' ও 'নেপায়' (১ম ৫), ও 'নেলাগে' (২৩৫ পৃঃ বাঁহী, ১ম ৮) ব্যৱহাৰ কৰিছে। 'নেলাগে' 'নেপালে হেঁতেন' (বাঁহী, ২য় ১), 'অসমীয়া হুজুগত' পাওঁ; 'নেলাগে, বাৰু পিছত ক'ব (বাঁহী ১ম ১১) 'মহাপাপৰ পৰাচিত্তত' বোধ হয় নামনি আসামৰ এজন শিক্ষিত ডেকাই লিখিছে। এইবিলাক দেখি কি বোধ হয়? যদিও অসমীয়াত 'ন'ই ক্ৰিয়াৰূপৰ আগ্ৰস্বৰ গ্ৰহণ কৰে তথাপি অধিকাংশ আকাৰাদ্য ক্ৰিয়াৰ আগত ই বিকল্পে একাৰ গ্ৰহণ কৰে বুলিলে বোধ কৰোঁ। একো মিছা কোৱা নহব। সচৰাচৰ নেলাগে, নালাগে, নেথাকে নাথাকে, নেথাটে, নাথাটে, নেপালে, নাপালে এই দুইৰকমে লিখা কাকত-বিলাকত দেখিবলৈ পোৱা যায়। কব নোৱাৰোঁ, কেনেকৈ ডাঙৰীয়াই 'নেলাগে'ত ভুল পালে।

নেৰায়ণ, কৰকটুৱা, ৰেধা-কৃষ্ণ উজনিত কোনেও নোবোলে। লিখকে নাই নগা-পৰ্ব্বত, নতু কছিমা বা মণিপুৰত হে এনে উচ্চাৰণ শুনা সম্ভৱ। খেজানা কোনেও নোবোলে, বৰঞ্চ 'খাজনা' বোলে ও এই 'খাজনা' শব্দই হেমকোষত ঠাই পাইছে। 'খাজানা' বঙ্গালী বুলি হে অনুমান হয়।

'এহাৰ মাহ' গ্ৰাম্য দোষ, অশিক্ষিত মানুহৰ বাহিৰে কোনেও নোবোলে। 'এদা' উজনিৰ চলতি মাত; কিন্তু লিখোঁতে কোনেও ব্যবহাৰ নকৰে।

'চেহেৰ' অইন কি ক-কৰিব নজনা মানুহেও নোবোলে, কিন্তু 'চেহাৰ' হলে বোলে গাৱঁলীয়া মানুহে, কাৰেই ই গ্ৰাম্য দোষ। শিক্ষিত মানুহে 'চাহাৰ' হে বোলে। 'এহাগুধিয়া' 'আশা গুধিয়া' দুইটিয়েই শুদ্ধ বুলি হে আমি জানো। হেমকোষত চাওক। (২) সিদ্ধান্তঃ—"সংস্কৃতমূলক কিছুমান যুক্তাক্ষৰ শব্দ স্বাভাবিক অৱস্থাত ৰাখিলেই 'কামৰূপীয়া ভাষা' হ'ব"। তেনেহলে অলপ অস্বাভাবিক অৱস্থাত ৰাখিলেই বা স্বাভাবিক অৱস্থাত নেৰাখিলেই উজনীয়া কথা হব। ধন্য ভাষাতত্ত্ব!

প্ৰতিবাদঃ—নামনি আসামত 'পঙ্ক'ক পেঁক বোলে কিয়। 'কায়স্থ' 'শূদ্ৰ', 'ব্যৱহাৰ' আদিক স্বাভাবিক অৱস্থাত নাৰাখি 'কাইথ' 'শূদ্ৰু বা শূদ্দুৰ' ও

'বেওৱাৰ' কৰা নাই জানো? 'তিৰী' বোলোঁতে নো 'স্ত্রী' শব্দৰ স্বাভাৱিক অৱস্থাত বধা হয় নে? সমালোচনাঃ—পতুম, লখিমী, সইত, কৰম, সৰবজান, পৰব, শইচ, শবদ, ধৰম, শৰাধ, মিতিৰ ও ছাতৰ, এইবিলাক শব্দ যদিও অস্বাভাবিক (ডাঙৰীয়াৰ মতে) তথাপি ইহঁত যে সংস্কৃতমূলক ইয়াক কোনে নেজানে? তেনেহলে ডাঙৰীয়াৰ ৩য় সিদ্ধান্ত মতে এইবিলাক 'কামৰূপীয়া ভাষা'ৰ শব্দ। এনে কৰাত ভাষা চহকী হল নে দুখীয়া হল? ডাঙৰীয়াই, বোধ হয় পাহৰিছিল যে "মানুহৰ নিচিনাকৈ, আৰু আন আন জীৱজন্তু আদি প্ৰাণীৰ নিচিনাকৈ ভাষাৰ আৰু তাৰ অন্তৰ্গত শব্দৰ জন্ম, উন্নতি, অৱনতি আৰু মৃত্যু আছে"—নহলে অতখিনি কথা কোৱাৰ একো দৰ্কাৰ নাছিল। যদি আদিপুৰুষসকলে ব্যৱহাৰ কৰা কথাকে অতদিনলৈ সকলোৱে ৰাখিলে: হেঁতেন, পৃথিবীত যে আজি অতবিলাক ভাষাৰ সৃষ্টি হলহেঁতেন, শব্দবিলাকৰ মুল বিচৰা ইমান ডাঙৰ অভিধান যে হলহেঁতেন, ব্যাকৰণৰ যে পাৰ্থক্য ঘটিলহেঁতেন এইবিলাক কথাত আমাৰ সন্দেহ আছে। অন্ততঃ ই নিশ্চয় যে ডাঙৰীয়াই এনে আচৰিত ভাষাতত্ত্ব আবিস্কাৰ কৰিবলৈ নেপালেহেঁতেন।

'কাইছপ,' 'আইগা কৰা' ও 'কিবিপা' কৰা বোলা গ্ৰাম্যদোষ নজনা মানুহে ঈশ্বৰ' বুলিয়া নোৱাৰি ঈস্পৰ বোলে তাকো নো ধৰিব লাগে নে? ঘইগ বোলা আনি শুনা নাই আৰু যদি বোলেও অশিক্ষিত মানুহে হে। আইধা উজনিৰ চলিত মাত, লিখাত ব্যৱহাৰ নহয়। 'কৰম' শব্দই 'শৰাধ'ক হে বুজায় যেন বোধ হয়। যদিও 'কৰমী' বিশেষণ স্বৰূপে পোৱা যায়, তথাপি কৰ্ম্মৰ সাধাৰণ অৰ্থত 'কাম' শব্দ হে ব্যৱহাৰ হয়।

(৩) সিদ্ধান্তঃ—"সংস্কৃতমূলক শব্দৰ পৰিবৰ্ত্তে নিৰৰ্থক শব্দৰ-ব্যৱহাৰ নকৰিলেই 'কামৰূপীয়া ভাষা' হয়। ২য় সিদ্ধান্ত মতে যদি সংস্কৃতমূলক শব্দ অশুদ্ধ হয়, তেন্তে তেনে শব্দ ব্যৱহাৰ কৰাৰ প্ৰয়োজন কি? সংস্কৃতমূলক নকৰি 'আচল সংস্কৃত' কৰিলে আৰু ভাল আছিল, নামনীয়া মাত-কথাই আৰু গৌৰৱ কৰিব পাৰিলেহেঁতেন। দ্বিতীয় সিদ্ধান্ত বুজোৱা হৈছে যে শব্দ সংস্কৃত কৰি ৰাখিলেই নামনীয়া কথা হয় ও সংস্কৃতমূলক কৰিলেই উজনীয়া মাত হয়। কিন্তু তৃতীয় সিদ্ধান্ত যদি বুজাই কয় যে শব্দ সংস্কৃত

মূলক হলেও নামনিৰ মাত হৰ তেন্তে তাহানি স্কুলত কটাকটি খেলাৰ দৰে ২য় সিদ্ধান্তই তৃতীয় সিদ্ধান্তক কাটি হে পেলালে দেখোঁ।

প্ৰতিবাদঃ—

নমানি আসামত 'অংশমান'ক 'নাউমান' 'সেই হেতুকেহে'ৰ ঠাইত 'সেকোন্তেহে' 'চুবিয়াৰ' ঠাইত 'গাম্‌চা', 'চাকিৰ' সলনি 'চাত্তি', 'ছাতি'ৰ হে ছাতা নোবোলে নে? 'আঢ়নী'ৰ পৰিবৰ্ত্তে যে 'শিয়েনী' বোলে, ই কোন সংস্কৃতমূলক? 'পনীয়াল' ক 'পইলান' আৰু 'ঘি'ক যদি 'ঘোনে' কৰিব পাৰি, ও ইহঁত যদি তথাপি সংস্কৃতমূলক হয় ও নিৰৰ্থক নহয়, তেন্তে বৈদ্যক বেজ কৰিলেও সেয়ে হে হব, তাতকৈ একো বেয়া নহয়।

সমালোচনাঃ—

'ভাতবণ' সংস্কৃতমূলক নহয় সঁচা। পিছে যদি অসমীয়াত সকলো শব্দ সংস্কৃত কৰিয়েই ৰাখিব লগা হয় বা সংস্কৃতমূলক কৰিব লাগে, তেন্তে লো বাক্যবিন্যাস, ক্ৰিয়াবিন্যাস ও শব্দবিন্যাসৰ বাহিৰে অসমীয়া আৰু বঙ্গলাৰ বা উড়িয়াৰ বা হিন্দীৰে সৈতে প্ৰভেদ কিমান? নতুন ভাষা হলে গোটাচেৰেক নতুন শব্দ হোৱাটো নিতান্ত স্বাভাবিক। 'খণ্ড'ৰ ঠাইত 'গজালি' ব্যৱহাৰ কৰাত আমাৰ চকুৰে একো দোষ দেখা নাই, বৰঞ্চ 'গজালি' শব্দৰ এনে অৰ্থত আলঙ্কাৰিক সংজ্ঞা হেতুকে প্ৰীতিকৰ হে। 'মাইৰ' ঠাইত 'বৌ' যে কিয় ব্যৱহাৰ হয়, 'বৌ' শব্দ হেমকোষত উলিয়াই চালেই কাৰণ বিচাৰি পাব। ইয়াতে কোৱা উচিত যে, সন্দেহ নাই 'মাই' শব্দেৰে তাতবীয়াই 'মাতৃ' বুজাইছে। কিন্তু হেমকোষ চাব সি ভ্ৰম, 'মা' হৈছে মাক, 'মাই' হৈছে মোমায়েকৰ ঘৈণীয়েক। এতেকে উজনীয়াই যদি 'বৌ' বোলে, নামনীয়াই 'মাই' হে বোলে (হেমকোষৰ মতেই), শুদ্ধ মা তো নোবোলে। আজিকালি উজনীৰ ভদ্ৰসমাজত মাকক আই বুলি মতা হে শুনা যায়। "মামা ও মামী" অৱশ্যে উজনীত নোবোলে কাৰণ, এই দুই শব্দ অসমীয়া বুলি আমাৰ বোধ নহয়। 'পিতেক' গ্ৰাম্যদোষ বুলি স্বীকাৰ কৰোঁ, কিন্তু শিক্ষিত সমাজে যে এইদৰে উচ্চাৰণ কৰে এই কথাত আমাৰ সন্দেহ আছে। 'কবিৰাজ' শব্দই (আমাৰ বিশ্বাস) মূলমতে বেজক নুবুজায়। 'বৈদ্য' শব্দ হে আদিতে সংস্কৃতত বেজ-বাচক আছিল। আগৰ আয়ুৰ্ব্বেদ-আলোচকসকল সংস্কৃতত অতি পাৰদৰ্শী

হোৱাত, ও বিশেষকৈ নানা কাব্য, অলঙ্কাৰ শাস্ত্ৰাদি তেওঁবিলাকৰ কলমৰপৰা ওলোৱাত বৈদ্যবিলাকক সাহিত্য-বিষয়ে কবিৰাজ বোলা হৈছিল ও কালক্ৰমত এই শব্দক যোগৰূঢ়গুণত সুমুৱাই মাত্ৰ বৈদ্যবাচক কৰা হল যেন অনুমান হয়। পণ্ডিতে সংস্কৃত বৈদ্য শব্দৰ প্ৰাকৃত আকৃতি 'বেজ্জ'ৰপৰা 'বেজ' শব্দ ওলোৱাত একো দায় নেদেখোঁ। 'বেজ' শব্দই নামনি-আসামত নাপিতক বুজোৱাত শব্দ-বিলাকৰ অৰ্থৰ কেনে অৱনতি হব পাৰে, তাৰ মাথোন বিশিষ্ট প্ৰমাণ পোৱা যায়।
(৪) সিদ্ধান্তঃ—"অৰ্থবাচক শব্দ থাকোঁতে অৰ্থহীন শব্দ ব্যৱহাৰ নকৰিলেহে নিভাঁজ 'কামৰূপীয়া ভাষা' হয়"।

প্ৰতিবাদঃ—যদি নিজে কোনো শব্দৰ ব্যুৎপত্তি ঠিক কৰিব নোৱাৰি তাক অৰ্থহীন বুলি কলেই ভাষাতত্ত্বজ্ঞ পণ্ডিত হব পাৰি তেন্তে সেয়ে পণ্ডিতালি কৰা উজু কাম। নামনিত 'ঢেকেৰীৰ' ঠাইত 'খেকেৰী' (ডাঙৰীয়াৰ মতে) ও পিৰালিৰ সলনি 'কাঠি'। 'বেয়া'ৰ ঠাইত 'বয়া', 'কলিতা'ৰ ঠাইত 'কইলতা', 'কিয়নো'ৰ ঠাইত 'ক্যানো', এছাৰি বা আছাৰিৰ ঠাইত 'লক', 'দুৱাল'ৰ পৰিবৰ্ত্তে 'দুলি', 'ধেন পাওঁ'ৰ পৰিবৰ্ত্তে 'হেন পাওঁ', গামোছা বা গামোচাৰ হৈ 'মুখ্‌চা', 'থালৈ'ৰ হৈ 'কোঁক', আৰু 'জকাই বা জাকৈ'ৰ সলনি 'জাখা' বা 'জাখে' নামনিত ব্যৱহাৰ নহয় নে? সমালোচনাঃ—আঁঠ্‌বা নিভাঁজ অসমীয়া শব্দ; কৰ নোৱাৰোঁ। এনে অসমীয়ামূলক শব্দ থকাতো বঙ্গালীক অনুকৰণ কৰি কিয় নামনিত বঙ্গলা 'মশাৰি'ক 'মহৰি' কৰা হৈছে। আমি 'মহৰি' মানে লিখক বা কেৰাণীৰ লিচিনা তলতীয়া বিষয়া এক শ্ৰেণীক হে বুজোঁ।। বঙ্গালীবিলাকে 'চাদৰক' 'উড়ানী' বোলে। বোধ কৰোঁ তাৰ পৰাই নাইকীৰ বিহাক নামনিত আওৰাণ (গাৰ আগ বা ওপৰ ভাগত লোৱা চাদৰ) বোলে। ইয়াক যদিও হেমকোষত পোৱা নেযায়, তথাপি এনে শব্দ ভাষাত সুমুৱাই লোৱা নিতান্ত আৱশ্যক। কিন্তু সেই বুলি বিহাক আনো পেঙম দিয়া উচিত? একেটা বস্তুবাচক দুটা বা ততোধিক শব্দ থাকিলে ভাষা চহকী হে হয় বুলি আমাৰ বিশ্বাস। আৰু বিহা শব্দ অৰ্থহীন নহয়; বিশ্বাস নহলে অভিধান চাওক। 'চহকী' নিভাঁজ অসমীয়া ধাতুৰপৰা ওলোৱা শব্দ। আশা কৰোঁ, ডাঙৰীয়াই নিজেও বুজে যে এনে শব্দ আমাৰ ভাষাত বিনাশ থাকিব লাগিছিল নিমান নোহোৱাত হে (অথবা যদিও আছে, লিখাত নিমানক ব্যৱহাৰ

ৰুলাহোৱাত হে) বিশ্বপ্ৰেমিক উদাৰ বঙ্গালী ভাইসকলে অসমীয়া ভাষা বঙ্গলাৰ ৰূপান্তৰ মাথোন বুলি বাৰে বাৰে জয়ঢোল বজাই শান্তিভঙ্গ কৰিব লাগিছে। • তাৰবো অসমীয়ামূলক শব্দ। এনে স্বাধীন শব্দ সমূহ হোৱা হলে অসমীয়া ভাষাৰ পাৰ্থক্যৰ বিষয়ে কোনেও প্ৰশ্ন বা সন্দেহ কৰিব নোৱাৰিলে-হেঁতেন। স্বীকাৰ কৰোঁ, দোমাহী নিভাঁজ অসমীয়া কথা। কিন্তু দোমাহী-ৰ্মাচক অইন এটা শব্দ থকাত যে ডাঙৰীয়াৰ কেনেকৈ হানি হল, তাক আম্যাৰ ক্ষুদ্ৰ বুদ্ধিৰে ঢুকি নেপাওঁ। আৰু 'বিহু' শব্দ যে নিৰৰ্থক নহয়, ভাষাতত্ত্বজ্ঞ পণ্ডিতসকলে এনে সাধাৰণ কথা জনা উচিত, নাজানিলে তত্ত্বা-বিষ্কাৰকৰ যশপ্ৰাৰ্থী হব নালাগে। যেই সেই পঞ্জিকা এখন মেলি চালেই জানিব পাৰি যে সংক্ৰান্তিবিশাকৰ গোটোচেৰেক নাম আছে। সূৰ্য্য এক ৰাশিৰপৰা অইন ৰাশিলৈ যোৱাৰ নাম সংক্ৰান্তি। আহিন ও কাতি মাহৰ (অৰ্থাত্ আহিনৰ শেষ ও কাতিৰ আৰম্ভত যি সংক্ৰান্তি সেই) সংক্ৰান্তিক জলবিষুৱ বোলে। চত-বহাগ সংক্ৰান্তিক মহাবিষুব সংক্ৰান্তি বোলে। এই চত বহাগৰ সংক্ৰান্তি অসমীয়াৰ জাতীয় উৎসবৰ দিন। 'বিষু' শব্দক অসমীয়াই কেনেকৈ উচ্চাৰণ কৰে তাক চালে 'বিষুব'ৰ পৰা 'বিহু' ওলোৱা একো আচৰিত যেন নেলাগে। অনেকে বিহুক বিহু-সংক্ৰান্তি বুলি উল্লেখ কৰা আজিও শুনা যায়; যেনে "আগালৈ নো কাৰ পুৰিব, আই! অইন ছাৰি ককাই ভাইয়েও বিহুৰে-সংক্ৰান্তিয়ে মাত লগাবলৈ পাহৰা হল"। এই 'বিহুৰে-সংক্ৰান্তিয়ে' শব্দটো যে বিষুৱ সংক্ৰান্তিৰ অপভ্ৰংশ মাত্ৰ ইয়াত কিবা সন্দেহ আছে নে? 'দবা' সংস্কৃতমূলক নহয় নে? সন্দেহ হলে অভিধান চাই লব। 'বোকা' অসমীয়া শব্দ। এনেকুৱা শব্দ নিতান্ত লাগতিয়াল। অথচ 'পেঁক'ৰ সাক 'পঙ্ক'ৰ উজনিত বহুল ব্যৱহাৰ হয়; যেনে, (১) চোতালখন পঙ্কাকুল হল; ইঃ কটা, এনে পঙ্কময় ঠাইখনত বিয়াখন পাতিবলৈ পালেহি! ইত্যাদি। সাতদিনা মানে জিখকে কি বুজাব খোজে কব নোৱাৰোঁ; বোধ কৰোঁ সাতদিনীয়া হোৱা উচিত। উজনিত 'সাদিনা' নোবোলে 'সাদিনীয়া' হে বোলে। দিন সংস্কৃত শব্দ, তাত সংস্কৃত ঈয় প্ৰত্যয় হয় (দিবসীয়'ৰ দৰে)। কিন্তু অসমীয়াত ঈয়ৰ পৰিবৰ্তে ঈয়া হয়। এতিয়া কথা হৈছে 'সাতদিনীয়া' 'সাদিনীয়া' হল কেনেকৈ? আশা কৰোঁ নামনিতো এক+টা=একটা নুবুলি,

দুই + জন = দুইজন শুবুলি, ক্রমান্বয়ে এটা ও দুজন বোলে। যদি একৰ ‘ক’ আৰু দুইৰ ‘ই’ এনে ঠাইত ধাব পাৰে, আমি শুবুজোঁ সাতৰ ‘ত’ ও চাৰিৰ ‘ৰ্’ যে কিয় যাব নোৱাৰিব ও কিয় সাদিনীয়া ও চাইটা নহব। ‘কণী’ অথবা ভেৰেণ্ডে ভুলকৈ লিখায়ন্তে ‘কণি’ সম্পূর্ণ শুদ্ধ শব্দ। তাৰ মূল আছে, নিৰৰ্থক বা অসংস্কৃতমূলক নহয়। ডিম্বক যে কিয় কণী বোলে তাৰ কাৰণ আৰু ই যে সংস্কৃতমূলক এইবিলাক কথা জানিবলৈ শব্দকল্পদ্রুম বা বাচস্পত্য নাচাই, হেম-কোষত ‘কণাদ’, ‘কণ’ ও ‘কণী’ শব্দ চাওক। অৱশ্যে ‘ডিম্ব’ও উজনিত অপৰিচিত নহয়। গল সংস্কৃতমূলক, ডিঙি অসমীয়ামূলক, অথচ দুইটা অসমীয়া শব্দ। একাৰ্থক দুটা শব্দৰ প্ৰয়োজন নাইকিয়া নহয়। ‘বাৰুনী’ ‘বাৰুনি’ শব্দৰ স্ত্রীলিঙ্গৰূপ। ‘চাংমাই’ শব্দ আহোমসকলৰ বা আহম ভাষাৰপৰা অসমীয়ালৈ অনা স্বাভাবিক। আহোমবিলাকে অসমত বহুত দিন ৰজা হৈ থাকিও তেওঁবিলাকৰ দুটা চাইটা শব্দকে মাথোন দি, গোটেই অসমীয়া ভাষাৰ পৰিবৰ্ত্তে আহম ভাষা নুসুমুৱাই আমাৰ ভাগ্য। ইং স্কুলৰ পৰা অং স্কুল হোৱা নাই নে? ডাঙৰীয়াই সচৰাচৰ পুতেকহঁতক ডাকি দিওঁতে ‘ইস্কুললৈ নেযাৱ নে’ বোলে নে ‘পঢ়াশালিলৈ’ বোলে? ‘কোট’ ‘পেন্সিল’ ‘বল’ ‘হাৰ্ম্মোনিয়ম’ ইত্যাদি বহুত ইং শব্দ অসমীয়া হোৱাত যদি দায় নাই, চাংমাই * (আহম) শব্দ অসমীয়াত হোৱাতো দায় নোহোৱাই ভাল। ‘থাবলৈক ‘সাবেলে’ বুলি উচ্চাৰণ কৰা আসামৰ কোন খণ্ডত পাইছিল, আমি সেই বিষয়ে অজ্ঞ। কল্পনাৰে সৈতে বা অনুমানেৰে যদি কিবা ঢুকি পাওঁ, তেন্তে সি এই যে আসামৰ ডোম বা নদীয়ালবিলাকৰ মাত ডাঙৰীয়াই শুবিধা চাই ইয়াত খটাইছে। নদীয়ালবিলাকে ‘সাবেলৈ’ ‘গেণাইছোঁ’ ইত্যাদি বিকৃতোচ্চাৰণ কৰাৰ কাৰণো আছে। এওঁবিলাক আৰ্য্য নহয়, ভাৰতৰ অনাৰ্য্য অধিবাসীবিলাকৰ ভিতৰৰ দ্রাবিড়ী জাতীয় মানুহৰ হে সন্তিসন্ততি। কছাৰি, নগা, মিৰি, ডফলা, আবৰ, মিছিমি আদি অনাৰ্য্য পৰ্ব্বতীয়া জাতিবোৰে যেনে অসমীয়া কয়, নদীয়াল জাতিয়েও আগয়ে তেনেকৈয়েও কৈছিল। কিন্তু আৰ্য্যবিলাকৰ লগত ঘনিষ্ঠ সম্পৰ্ক হোৱাত ও হিন্দুধৰ্ম্ম গ্ৰহণ কৰাৰপৰা এই দোষ বহুত পাতলিল। সামৰণিৰ সমালোচনাঃ—‘বৰ্ত্তমান আকাৰৰ অসমীয়া ভাষা কামৰূপী ভাষাৰ দ্বিতীয় তাণ্ডৱণ মাত্র’। নিশ্চয়। কিন্তু ইয়াত কামৰূপী

ভাষাৰ অৰ্থ নামনিৰ মাত কথা কৰিলে ভুল হ'ব। '—কামৰূপীয়া ভাষা এতিয়া অসমীয়া ভাষা নামে অভিহিত হৈছে। মহাপুৰুষ শঙ্কৰদেৱ, কিংবা তৎপূৰ্ব্বকালৰ কবি সকলৰ ৰচিত প্ৰাচীন গদ্য পদ্যময় গ্ৰন্থসকলৰ ভাষা কামৰূপীয়া বুলিয়েই প্ৰখ্যাত আছিল। আৰু এতিয়াও আছে। বৰ্ত্তমানৰ অসমীয়া ভাষাৰ ওজাসকলেও সেইসকল গ্ৰন্থকেই অসমীয়া ভাষাৰ মূল ভিত্তি বুলি ঘোষণা কৰিছে"। অকল ভেটি কিয়, খুটা চ'তি পৰ্য্যন্ত বুলিলেও অত্যুক্তি নহয়, যদি কথাষাৰৰ সৰলাৰ্থ বুজোঁ। কিন্তু লিখকৰ আচল মৰ্ম্ম বা মনৰ ভাব বেলেগ। তেখেতে প্ৰমাণ কৰিবলৈ বিচাৰিছে যে যি নামনি আসামৰ মাত-কথাক বাঁহী সম্পাদকে উপহাস কৰিছে (অবশ্যে তেখেতৰ মতে) সেই নামনি-আসামৰ মাত কথাই বৰ্ত্তমান অসমীয়া ভাষাৰ বা আগৰ কামৰূপী ভাষাৰ মূলভিত্তি। ইয়াতকৈ যে কিবা ভ্ৰমবিশ্বাস হব পাৰে আমাৰ অনুমানে ঢুকি নেপায়। আগেয়ে গোটাই আসামক কামৰূপ বুলিছিল, গতিকে ভাষাকো কামৰূপীয়া আখ্যাকে দিছিল। কিন্তু পুৰণি গ্ৰন্থ পঢ়িলে বুজি পাব যে বৰ্ত্তমান উজনিৰ মাত কথাৰে সৈতে সেই পুথিবিলাকৰ বেছি সামঞ্জস্য আছে। আগৰ গ্ৰন্থকাৰসকলেও আজিকালিৰ লিখকসকলৰ দৰেই উজনিৰ মাত কথা গোন পাই লিখাত তাকে ব্যৱহাৰ কৰিছিল। উজনিৰ মাতততকৈ নামনিৰ কথা বেছি হেলাহচা, ই ধ্ৰুব সত্য। তেতিয়াৰ কালতো এইয়ে আছিল। আজিকালি, গোটেই 'বেঙ্গল'ক বঙ্গলা দেশ বুলিও লিখাত যেনেকৈ নদীয়া শ্ৰীৰামপুৰৰ কথা বেছি ব্যৱহাৰ হয়, অথচ ভাষাটোক বঙ্গলা ভাষাকে বোলে, তেতিয়াৰ কালতো গোটেই আসামক কামৰূপ বুলিও কামৰূপীয়া ভাষাত উজনিৰ গঢ়ে সৰহকৈ ঠাই পাইছিল। 'আসামৰ প্ৰত্যেক জিল্লাত আৰু অইন কি প্ৰত্যেক মৌজাতেই কথিত ভাষাৰ বহুতো লৰচৰ আছে'। 'কিন্তু সেই বুলিয়েই লিখিত ভাষা কাৰো ভিন্ন নহয়। পৃথিবীৰ সকলো ভাষা এই নিয়মৰ অন্তৰ্গত।' এনেকুৱা সঁচা ও অমূল্য কথাৰে যদি চিঠিখনি ভৰি থাকিলহেঁতেন, তাত্ত্বৰীয়াক কোনে কলাগিলেহেঁতেন?

উপসংহাৰঃ—স্থান ভেদে মাত কথাৰ পাৰ্থক্য থাকিবই। যদি উজনিত 'মেলাগে' বোলে নামনিত 'নাল্‌গে' হে বোলে; যদি উজনিত খাজনা বোলে, নামনিত খাজ্‌না হে বোলে; যদি উজনিত পঞ্চক পঞ্চম বোলে, নামনিত পঞ্চক

পেঁক বোলে; যদি শিৱসাগৰত সংস্কৰণক ভাঙৰণ বোলে, তেন্তে গুৱাহাটীত 'যি' শব্দক 'যোনে' বোলে; যদি গোলাঘাটত গলৰ সলনি ডিঙি বোলে, তেন্তে নলবাৰীত হালোৱা এহাবি বা আহাবিৰ সলনি লক হে বোলে। মধ্য আসামতো এই দৰে অলপ কথা-বাৰ্ত্তাৰ পাৰ্থক্য আছে। দৰং খণ্ডৰ মানুহে অক্ষৰ বা আখৰক 'আকৰ' বোলা আমি বহুত বাৰ শুনিছোঁ। 'ভাল আৰু বাৰু' এই দুই শব্দৰ বিষয়ে হেমকোষ চালে বাধিত হয়। ভাল বিশেষণ ও ক্রিয়াবিশেষণ দুইৰকম হয়, বাৰু কেৱল ক্রিয়াবিশেষণ হে হয়। অপভ্রংশ শব্দবিলাকৰ (কাৰণেই প্ৰায়বিলাক সংস্কৃতমূলক) বিষয়ে ৺হেমচন্দ্ৰ বৰুৱাই কৈছে:—"বিস্তৰ অপভ্রংশ সংস্কৃত শব্দ বহুকাল আমাৰ ভাষাত চলি থাকি তাৰ অঙ্গস্বৰূপ হৈছে। এতিয়া সিহঁতক অশুদ্ধ বুলি এৰিব খোজাৰি এৰিলেও অসমীয়া ভাষাৰ ছাল-মঙহ গৈ অঁকাটো মাথোন থাকিব"।

সম্পাদক ডাঙৰীয়া আপুনি উজনীয়া নহৈ নামনীয়া হোৱা হলে বোধ কৰোঁ ডাঙৰীয়াই সম্পাদকীয় সজ উদ্দেশ্য শীঘ্রে আয়ত্ত কৰিলেহেঁতেন। কিন্তু সেয়ে নহল, আমাৰ দুৰ্ভাগ্য। এতিয়া গৃহ-কন্দলৰ সময় নহয়। দেখিছে নহয়, "মাধৱদেৱ ফৰিদপুৰীয়া" "অসমীয়া ৰামায়ণ মহাভাৰত ছিলটৰ মানুহে আসামৰ ৰাজ সভালৈ আহোঁতে লিখি দি গল" এনেকুৱা কথা প্ৰমাণ কৰি-বলৈ অসমীয়াৰ ভাও-চকতে বিশ্বপ্রেমিকসকল লাগিছেগৈ। হায়! অসমীয়া তুমি এতিয়াও অজ্ঞান এন্ধাৰত, এনেকুৱা সভাসমিতিতে তুমি সবাক্ৰমে উপস্থিত হৈ কথা পদূৰ কৰি দিয়া! অথচ অসমীয়া ভাষা উন্নতি-সাধিনী সভালৈ সাদিনৰ আগৰপৰা কাবৌ কৰিলেও কাকো পাবলৈ নাই!!

সম্পাদক ডাঙৰীয়া, শুনি বৰ পালোঁ যে আপুনি গৃহ-কন্দল গুচাবৰ অৰ্থে নিজৰ সজ উদ্দেশ্যলৈয়ো পিঠি দিবলৈ স্থিৰ কৰিছে। কিছুমান মানুহে অইনক সদাই সন্দেহ কৰিবলৈ সাজু আছে; তেওঁবিলাকক বুজালেও নুবুজিবলৈ হে হেনো অন্তৰাত্মাই কয়। তাৰেকে 'নেখাঁও ভাত খুৱালি, নোখোওঁ গা ধুৱালি, নিগিলোঁ কি কৰ কৰ' বুলি ঠেঁহ পাতি বহিলে বোহ ভাঙি ভাত খুওৱাৰ বাহিৰে চেনেহী বায়েকৰ উপায় কি? অস্তু, "সেই তৰলা মানুহৰ মাত-কথাৰ বচনবিলাক পুথিৰ আকাৰে প্ৰকাশ কৰিলে যে আমাৰসাহিত্য-ভঁৰাল চহকী হব তাৰ কোনো ভুল নাই"। কিন্তু, এই বচনবিলাকত (সাধু কথাতো)

ৰাত কথাৰ স্থানীয় বিশেষত্বতকৈ যে সাৰভাগৰ প্ৰভেদ আছে (অইন ঠাইত বা উজনিত কোৱা শুনা বিলাকতকৈ) ইয়াত আমাৰ সন্দেহ আছে। ‘নিগ্‌নি ডাউৰীয়া’ৰ নিচিনা কবিৰ কবিতাবিলাক পোৱা হলে অলপ লোকৰ মনত বেজাৰ দিও যুদ্ধ কৰিবলৈ ভাল আছিল; সি নিশ্চয় গুণ দিলেহেঁতেন। দুখৰ বিষয় উক্ত কবিয়ে মুখে মুখে ৰচি (extempore) গোৱা যোজোনাবিলাক লিখি ৰাখিবলৈ তেওঁৰ লগত সাঙ্কেতিক লিখক (short-hand-writer) লৈ ফুৰাবলৈ নেপালে, তেওঁৰ লগত ফুৰা কোনো মানুহে যে সেইবিলাক লিখি থৈ গৈছে, ইও আমাৰ বোধ নহয়। কাৰেই, অসমীয়া বৰ্ণ্‌ৰ (Burns) কবিতা পাবৰ আশা নাই। সেইগুণে ডাঙৰীয়াসকলে ভাল পোৱাটোকে কৰাই আমি ভাল দেখোঁ।

আপোনাৰ বাধ্য

শ্ৰীপূৰ্ণানন্দ শৰ্ম্মা—“উজনীয়া” ॥

---

১ * সত্য আদি যকাৰান্ত শব্দবিলাক আজিকালি অসমীয়াই বা বঙ্গালীয়ে উচ্চাৰণ কৰা দৰে সংস্কৃতত উচ্চাৰিত নহয়। যদিও উচ্চাৰণ লিখাত দেখুৱাবলৈ টান তথাপি ‘সংয়, সৎইঅ এইদৰে লিখিলে আচল উচ্চাৰণৰ অলপ আভাষ পাব পাৰি। এই ‘সত্‌ইঅ’ৰ পৰা ‘হ্’টো আগলৈ গৈ সহত হৈছে। সেইদৰেই অইনবিলাকতো খাটিব। নামনিত ‘ৰামায়ণ’ক ‘ৰাইমাণ’ এই নিচিনা কাৰণেই বোলে যেন অনুমান হয়। লিখক।

* ২ চাংমাই শব্দটো যদিও উজনিত বহুত ‘চাংমাইগাঁও’ থকাৰ বাবে প্ৰায় মানুহে জানে, তথাপি ইয়াক গচবাচৰ বান্ধনি অৰ্থত ব্যৱহাৰ নকৰে। আৰু এটি কথা চাংমাই নীচাৰ্থক বা তুচ্ছাৰ্থক (ব্যাকৰণৰ ভাষাৰে), কিন্তু বান্ধনি সম্ৰমাৰ্থক। আজিকালি কলি-কতাত (বা গোটেই ভাৰতত) ‘ধনী মানুহে যেনেকৈ বান্ধনি ৰাখে ও সেই বান্ধনিক ‘ঠাকুৰ’ বোলে, তেনেকৈ আগৰ আহোম ডাঙৰীয়াসকলে (বিশেষকৈ বৰুৱাই) যি বান্ধনি ৰাখিছিল তাকে চাংমাই বুলিছিল। ধন দি (চাকৰ স্বৰূপে ৰাখি) কাৰবাৰ হতুৱাই ভাত খকালে তাক যেনেকৈ অৱস্থাভেদে ঠাকুৰ বা বাবুৰ্চ্চি বুলিব পাৰি, তেনেকৈ চাং-মাইয়ো বুলিব পাৰি। কিন্তু, আসামত গৃহিণীসকলেই বান্ধনী। এওঁবিলাকৰ প্ৰতি ‘ঠাকুৰ ‘বাবুৰ্চ্চি’ বা ‘চাংমাই’ ইত্যাদি নীচাৰ্থক শব্দ প্ৰয়োগ হব নোৱাৰে। বান্ধনী সম্ৰমাৰ্থক। ইয়াকে প্ৰয়োগ কৰে ও কৰা কৰ্ত্তব্য। লিখক।

# পুৰণি আসামত ভুমুকি।

আসাম বা অসম প্ৰদেশখনৰ নাম সম্বন্ধে নানা মত। স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে তেওঁৰ আসাম বুৰঞ্জীত আসাম নামৰ উৎপত্তি সম্বন্ধে দুটি ব্যাখ্যা দিছে; এটা এই যে, এই অসম প্ৰদেশখনত বহুত পৰ্ব্বত থকাৰ নিমিত্তে ইয়াৰ মাটি অসমান, সেইদেখি ইয়াৰ নাম অসম হৈছে। ২য়টি, যেতিয়া ইয়াত অহমসকলে ৰাজত্ব কৰে তেওঁলোক বৰ প্ৰতাপান্বিত আছিল, তেওঁলোকৰ সমান কোনো নাছিল, সেইদেখি তেওঁলোকৰ নাম অসম বা অহম হল আৰু তেওঁলোকৰ ৰাজ্যখনৰ নাম অসম হল। ইংৰাজ পণ্ডিতসকল কিন্তু এই ব্যাখ্যাত মান্তি নহয়। দৰাচলতে বাটত এনে কেটামান দুৰ্ভেদ্য গড় আছে যে সেইবিলাক পাৰ হৈ অসম নামৰ উৎপত্তি ঠাই পোৱা বৰ টান; কিন্তু আশেপাশে ইমানবিলাক সুৰুঙীয়া বাট আছে যে, ইমান দিনেও সেই ঠাই নোপোৱাটো কামৰূপী মায়াকে হে বুলিব লাগে।

আমাৰ সুসভ্য ইংৰাজ ৰজাই পুৰণিতত্ত্ববিলাক উলিয়াবৰ চেষ্টা কৰাও তেওঁলোকৰ এটি গুণ আৰু ইয়াৰ নিমিত্তে তেওঁলোকে বহুত পৰিশ্ৰম আৰু ধনও ব্যয় কৰিছে। আমাৰ ওচৰৰ বঙ্গদেশত আজিকালি বহুত মহাত্মাই জন্ম গ্ৰহণ কৰি ঋগ্বেদ, ভাৰত, পুৰাণ আদি হিন্দুৰ বস্তুবিলাকৰ বঙ্গলা ভাষাত ভাঙনি উলিয়াই পুৰণি তত্ত্ব উলিয়াবলৈ অকল বাটকেই যে সুচলা কৰিছে এনে নহয়, আজিকালি ঠায়ে ২ সাহিত্য পৰিষদ নামেৰে সভা একোখনি পাতি সেই বিষয়ে চেষ্টাও কৰিছে। আমি এই সকলৰ ওচৰত লোৱা সহায়ৰ বাবে কৃতজ্ঞতা স্বীকাৰ কৰি সেই ঠাই পাওঁ নে বুলি খোজ ধৰিলোঁ।

অসম নামটি জানিবৰ হলে ইয়াৰ অলপ-অচৰপ বুৰঞ্জী জনাৰও আৱশ্যক। অহম ৰজাসকলৰ দিনৰপৰা ইয়াৰ বুৰঞ্জীও আছে; কিন্তু ইয়াৰ আগৰ ডোখৰ ঘোৰ এন্ধাৰ, কেৱল দুই এখনি তামৰ ফলি আৰু দুই এজন বিদেশী পৰিব্ৰাজকৰ লেখাই মাজে মাজে বিজুলীৰ চকমকনিৰ নিচিনা পোহৰ দিয়ে। চীন দেশৰ পৰিব্ৰাজক হিউয়েনচাঙৰপৰা জনা যায় যে খৃষ্টীয় ৭ম শতাব্দীত

ইয়াৰ নাম কামৰূপ আছিল। এই কামৰূপ নামটি অসময়ৰ লগে লগে এতিয়া-লৈকে চলিবও লাগিছে আৰু এই নামটি কোনো কোনো পুৰাণ আৰু তন্ত্ৰতও পোৱা যায়। তেনেহলেই আমি পুনৰ পোহৰ পালোঁ। গৈ। পুৰাণ, মহাভাৰত-আদিৰ কথা বহুতে বিশ্বাস কৰিব নোখোজে; কিন্তু তেওঁলোকে এবাৰ ভাবি চোৱা উচিত যে এই প্ৰকাণ্ড প্ৰকাণ্ড গ্ৰন্থবিলাক যিসকলে লেখি থৈ গৈছে তেওঁলোকৰ বিদ্যা বুদ্ধি কিমান; তেওঁলোকে নো একেবাৰে শূন্যৰ ওপৰতে এইবিলাক গ্ৰন্থৰ নাম ইতিহাস বা পুৰাণ থৈছে নে? অৱশ্যে তেওঁলোকৰ ৰচনাৰ ৰূপক, অলঙ্কাৰ আদিৰ পাৰ হোৱা আৰু কোন গ্ৰন্থৰ কি উদ্দেশ্য সেইটি বুজা উপযুক্ত গুৰু বিনা বৰ টান। যিয়েই হওক, আমাৰ উদ্দেশ্যৰ নিমিত্তে সেইবিলাক পাক চক্ৰ পাৰ হবলৈ বৰ ভাবনা নাই। আমাৰ উদ্দেশ্য হৈছে মাথোন পৌৰণিক ভূ-বিবৰণ মতে ঠাই নিৰূপণ কৰা। যি ঠাই প্ৰায় সেই ঠায়েই আছে। যিবিলাক নাম একেদৰেই আছে সেইবিলাক নামেই আমাৰ খাই সহায়; ইয়াৰ লগতে আন ২ ঘটনাৰ, বাসিন্দাৰ বা ঠাইৰ বিবৰণেৰে সামঞ্জস্য ৰাখি লুপ্ত নামৰ ঠাইবিলাক নিৰূপিত কৰিলে ভ্ৰমত পৰাৰ ভয় নিচেই কম।

কামৰূপ নামটি কেইবাখনিও পুৰাণ আৰু তন্ত্ৰত পোৱা যায়; তাৰ ভিতৰত কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰয়েই হৈছে প্ৰধান।

ইয়াৰ সীমাৰ ভিতৰত উত্তৰ আৰু পূব দিশে ভোট, অকা, ডফলা, মিৰি, মিচিমি আদি পৰ্ব্বতীয়া জাতিবিলাক থকা পৰ্ব্বত কেইটিও পৰে। পশ্চিম সীমা কৰতোয়া নৈ, দক্ষিণ সীমা যোগিনীতন্ত্ৰ মতে ব্ৰহ্মপুত্ৰ আৰু লাক্ষা নৈৰ সঙ্গম ঠাই।

যোগিনীতন্ত্ৰখনিৰ বয়স নিচেই কম; সি কোচবিহাৰৰ প্ৰসিদ্ধ নৰ-নাৰায়ণ ৰজাৰ জুৰিয়া হে হব পায় আৰু কালিকাপুৰাণৰে হে গজালি। কালিকা পুৰাণতেই কামৰূপৰ 'বিস্তাৰিত বিবৰণ পোৱা যায়। এই কালিকাপুৰাণ খনি বোলে বৰ পবিত্ৰ আৰু ইয়াৰ কথাবিলাকো বৰ গোপনীয়; শূদ্ৰিবে ইয়াক পঢ়া হে নালাগে শুনিবও নাপায়। আমি দস্যু .কাজেই -এইখনি পুথি পঢ়া আমাৰ ভাগ্যত নঘটিলেইহেঁতেন; কিন্তু বঙ্গবাসী কাৰ্য্যালয়ৰ অধক্ষ্যৰ মহানুভৱতাৰ গুণে এখনি আমাৰ হাতত পৰে; ইয়াতো বোলে

মাজে২ বৰ গুঢ় মন্ত্ৰবিলাক দিয়া নাই। যি হওক, যি পাইছোঁ ইয়াতেই আমাৰ কাম চলিব। দেখা যায় অকল কামৰূপৰ নিমিত্তেই এইখনি পুৰাণ ৰচিত। কামৰূপৰ তৈয়াম ভাগৰ এনে এখন নৈ নাই, এনে এটা পৰ্ব্বত নাই, এনে এখন জাৰণি নাই, যি কালিকাপুৰাণত ঠাই পোৱা নাই, আৰু এই সকলোবিলাকেই মহাতীৰ্থ। সেইবিলাক তীৰ্থৰ মহিমা আৰু ঐতিহাসিক বিৱৰণ শুনিলে মনত হয় যে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, ভগৱতী দুৰ্গা, কালী, দেৱৰাজ পুৰন্দৰ, বায়ু, বৰুণ, কুবেৰ আদি সকলো দেৱ দেৱীৰেই বাসস্থান এই কামৰূপেই। অৱশ্যে হোৱাৰেই কথা, নহলে গোটেই ভাৰতবৰ্ষৰ ভিতৰত কামৰূপ ইমান নামজলা হব কিয়? কিন্তু দেখা যায় ইয়াৰ ৰজাসকল এটাই বিলাকেই অনাৰ্য্য বংশীয়; মহীৰঙ্গ দানৱ, হটক অসুৰ, সম্বৰ অসুৰ, ৰত্ন অসুৰ, ঘটক কিৰাত, নৰকাসুৰ আৰু বাণাসুৰ আৰু নৰকাসুৰৰ পুত্ৰ ভগদত্ত এইসকল ৰজাৰ নামেই কলিকাপুৰাণত পোৱা যায়। এটাই কেইজনেই অনাৰ্য্য বংশীয়। এই অনাৰ্য্য দেশত ইমান ডাঙৰ ডাঙৰ মহাতীৰ্থ বিলাক হল কেনেকৈ? ইয়াৰ ব্যাখ্যা এক ৰকম এই যে ঘটকলৈকে আগৰ ৰজাসকল অনাৰ্য্য বংশীয়; নৰক অনাৰ্য্য বংশীয় নহয়, ভগবান বিষ্ণু আৰু ভগৱতী পৃথিৱীৰ পুত্ৰ, মিথিলাৰ জনকৰ দ্বাৰা প্ৰতিপালিত। তেওঁৰ দিনৰে পৰা কামৰূপত তীৰ্থস্থানবিলাকৰ উৎপত্তি; পিছত তেওঁৰ স্বভাৱ চৰিত্ৰ অসুৰৰ নিচিনা হোৱাত হে তেওঁ অসুৰ উপাধি পাইছে। কিন্তু এই ব্যাখ্যা সন্তোষ-জনক নহয়, কিয়নো, এই কালিকা পুৰাণতেই পোৱা যায় যে নৰকৰ আগয়েই কামৰূপত কামাখ্যাতীৰ্থ আছিল। আৰু পোৱা যায় যে নৰকৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ অলপ উজানতেই বাণাসুৰৰ ৰাজধানী শোণিতপুৰ। এই বাণাসুৰ নৰকাসুৰৰ সমসাময়িক। তেনেহলে নৰকৰ তীৰ্থবিলাক শোণিত-পুৰৰ পশ্চিমেই হোৱা উচিত; কিন্তু আমি কামৰূপৰ পূৰ্ব্বসীমা সদিয়াৰ তাম্ৰ মন্দিৰলৈকে নালাগে মিচিমি পৰ্ব্বতৰপৰাও বহুত দূৰৈত স্থিত পৰশু-কুণ্ডলৈকে তীৰ্থ ঠাইৰে ভৰা দেখিবলৈ পাওঁ। ইয়াৰ ব্যখ্যাও কালিকাপুৰাণ মতে এই যে নৰকে কিৰাতবিলাকক খেদি দি পুৰণিমে ললিতকান্তা অৰ্থাৎ সদীয়াৰ তাম্ৰ মন্দিৰলৈকে তেওঁৰ ৰাজ্যৰ ভিতৰ কৰি লয়। এবাৰ বোলে গোটেই কামৰূপৰে ৰজা নৰক, এবাৰ বোলে কামৰূপৰ অন্তৰ্গত শোণিতপুৰৰ

ৰজা বাণ; কোনটি স্‌চা ? কালিকাপুৰাণৰ কথাত অলপ সংশয় হয়। আৰু দেখা যায়, কালিকাপুৰাণে কামৰূপৰ ভৈয়াম ভাগৰ হে নৈ আৰু পৰ্ব্বত আদিৰ বিৱৰণ দিছে, পৰ্ব্বত ভাগৰ ফালে প্ৰায় নিমাত। ভুটীয়া পৰ্ব্বতটি সদায় কামৰূপ ৰাজ্যৰে ভিতৰত হৈ আছিছে; কুমাৰ ভাস্কৰ বৰ্ম্মাৰ দিনতো কামৰূপৰ ভিতৰত। ধৰিবলৈ গলে ভুটান স্বাধীন হোৱা ৩৫০ বছৰমান হে হৈছে, কিয়নো নৰনাৰায়ণ ৰজাৰ ভায়েক নৰসিংহ কোচবিহাৰৰপৰা খেদা খাই গৈ ভুটানৰ ৰজা হোৱা পোৱা যায় (History of Assam by Mr. Gait, page 48)। কিন্তু কালিকাপুৰাণত ভুটানৰ নাম-গন্ধই নাই; আৰু অনুভৱ হয় সেই নিমিত্তেই এওঁ কামৰূপৰ সীমাটি খোলোছাকৈ নিদি কামৰূপৰ সোঁ মাজতে কামাখ্যা মন্দিৰ বুলি ভুৱা দি থৈ দিছে। কথা বৰ গুৰুতৰ; কালিকাপুৰাণৰ কথাত ঘোৰ সন্দেহ হয়। ৰজাসকল যে অনাৰ্য্য বংশৰ এইটি নিচেই অসম্ভৱ। যি কামৰূপৰ নাম শুনিলেই গোটেই ভাৰতবৰ্ষ ভয়ত থৰহৰি, যি কামৰূপৰ নাম শুনিলেই গোটেই ভাৰতবৰ্ষ ভক্তিত গদগদ, যি কামৰূপৰ পদত এই ২০ শতিকাতো গোটেই ভাৰতবৰ্ষ অৱনত, মানুহে শুধৰ সময়তো কামৰূপ থকা পুব দিশে মূৰ দি হে শোৱে, যি কামৰূপত দেবী গৃহে গৃহে, সেই কামৰূপ অসুৰৰ ৰাজ্য? সেই কামৰূপ পাণ্ডৱবৰ্জ্জিত দেশ? ই একেবাৰে অসম্ভৱ।

কালিকপুৰাণে নিজকে নিজে যিমানেই পবিত্ৰ বোলে, যিমানেই গুপ্ত কথা কোৱাৰ ভাও ধৰে, এই সকলো অতি ভক্তি চোৰৰ লক্ষণ বুলি হে মনত হয়। সেইদেখি এওঁৰ কথাতে সন্তুষ্ট নগৈ আমি হিন্দুৰ চাৰিও বেদৰ সাৰ সংগ্ৰহ পঞ্চম বেদ মহাভাৰত, আদি বেদ ঋকবেদ আদি আন ২ শাস্ত্ৰৰ আশ্ৰয় লোৱা যুগুত। মহাভাৰতত যি নাই আন কোনো গ্ৰন্থতেই নাই। সেই মহাভাৰতে নো এই সকলা অসমৰ বিষয়ে একো নকব নে? অৱশ্যে কয়। এই সময়তে এইটি কোৱাও আৱশ্যক যে মহাভাৰতৰ কথাও অলপ সাৱধান হৈ হে গ্ৰহণ কৰা উচিত; কিয়নো, কালিকাপুৰাণ বচোঁতাৰ নিচিনা বহুত বচোঁতাই তেওঁলোকৰ নিজৰ নিজৰ ৰচনা মহাত্মা বেদব্যাসৰ নাম লৈ মহাভাৰতত সুমাই দিছে। সেইবিলাক ৰচনা বছা খিমাংকৈয়েই আমাৰ সাধ্যাতীত; কিন্তু যিবিলাক কথাৰ ভাৰতৰ আৰম্ভৰেপৰা শেষলৈকে সামঞ্জস্য দেখা

যায়, সেইবিলাক যে ভগৱান কৃষ্ণদ্বৈপায়ন ৰচিত মূল ভাৰতৰে কথা, সেইটি নিশ্চয়। আৰু যিবিলাক এই নিয়মৰ বাহিৰ, অৰ্থাৎ ভাৰতৰ আগৰপৰা গুৰিলৈকে একৰকম ভাব কিন্তু মাজে মাজে সেই ভাবৰ বিপৰীতে যিবিলাক বিষয় পোৱা যায় সেইবিলাক যে সুমুৱা এইটি নিঃসংশয়ে কব পাৰি।

মহাভাৰতত কামৰূপৰ নাম পোৱা নাযায়; শুনিবলৈ পোৱা যায়, মহাভাৰতৰ সময়ত অসমৰ (অসম বুলিলে পুব, উত্তৰ আৰু পশ্চিমে পুৰণি কামৰূপৰ সীমা আৰু দক্ষিণে আধুনিক আসামৰ সীমাৰ ভিতৰৰ ঠাইকেই বুজিব লাগিব) নাম প্ৰাগজ্যোতিষপুৰ আছিল। ক'ত? প্ৰাগজ্যোতিষপুৰ যে ক'ত এই সম্বন্ধে দেখা যায় বৰ বেমেজালি। কালিকাপুৰাণ মতে বৰ্ত্তমান গুৱাহাটীয়েই নৰকাসুৰ আৰু তেওঁৰ পুত্ৰ ভগদত্তৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰ। ৰামায়ণৰ মতে নৰকাসুৰৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰ, কালিকাপুৰাণৰ কামৰূপৰ লোহিত সাগৰৰপৰা জঁাপ মাৰি গৈ পশ্চিম পিনে আৰব আৰু আফ্ৰিকাৰ মাজৰ লোহিত সাগৰেই নে আন কোনো লোহিত সাগৰত আছেগৈ (কিষ্কিন্ধ্যা কাণ্ড-৪১শ সৰ্গ)। কালিকাপুৰাণৰ কথা নধৰিলেও, ৰামায়ণ যদি মহাভাৰতৰ আগেয়েই ৰচিত তেন্তে ৰামায়ণৰ কথা উপলুঙা কৰি উকৱাই দিব নোৱাৰি; কিন্তু ৰামায়ণ, মহাভাৰত আৰু পুৰাণবিলাকৰ যে মাজৰে গ্ৰন্থ এই বিষয় ভাল প্ৰমান পোৱা যায়, আৰু ৰামায়ণ যে মহাভাৰতৰ পিছত ৰচিত এইটি স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্ত মহোদয়ৰ মত (Civilization in Anceint India Vol II Ch. 3 p. 139)। সেইদেখি ৰামায়ণৰ কথাতও পতিয়ন নগৈ প্ৰাগ্-জ্যোতিষপুৰ সম্বন্ধে অকল মহাভাৰতকেই ধৰা শ্ৰেয়ঃ।

* মহাভাৰতৰ শান্তিপৰ্ব্বৰ ৩৪০ ম অধ্যায় মতে জানিব পাৰি যে নৰকাসুৰৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰ; আৰু শ্ৰীকৃষ্ণই আন আন অসুৰৰ লগত নৰকাসুৰ আৰু বলিপুত্ৰ বাণাসুৰকো বধ কৰিছিল; কিন্তু মহাভাৰতখনি আগৰপৰা গুৰিলৈকে এবাৰ পঢ়িলে অনায়াসে বুজিব পাৰি যে এই অধ্যায়টি হে নালাগে ৩৩৫ অধ্যায়ৰপৰা ৩৫৩ অধ্যায়লৈকে এই ১৯ অধ্যায়েই প্ৰক্ষিপ্ত অৰ্থাৎ সুমুৱা। এই কেইঅধ্যায়ক হৰিবংশ, বিষ্ণুপুৰাণ আৰু ভাগৱতৰ

---

* স্বৰ্গীয় কালীপ্ৰসন্ন সিংহ মহোদয়ৰ বঙ্গালী ভাঙনি মহাভাৰত। বিশেষকৈ উল্লেখ নকৰি অকল মহাভাৰত বুলিলে পিছলৈও এইখনি গ্ৰন্থকেই বুজিব লাগিব।

সাৰ সংগ্ৰহ বুজিলেই হয়। অনুক্ৰমণিকা পৰ্ব্বাধ্যায় মতে শান্তিপৰ্ব্বত ৩৩৯ অধ্যায় থাকিব লাগে, কিন্তু এতিয়া ৩৬৬ অধ্যায় পোৱা যায়; কাজেই দেখা যায় যে অনুক্ৰমণিকা পৰ্ব্বাধ্যায় ৰচিত হোৱাৰ পিছতে ২৭টি অধ্যায় শান্তিপৰ্ব্বত সুমুৱা হৈছে। ভীষ্ম শৰশয্যাত থাকোঁতে যুধিষ্ঠিৰাদি পঞ্চপাণ্ডৱ ধৃতৰাষ্ট্ৰ, গান্ধাৰী, কুন্তী আদি সকলো ভীষ্মৰ ওচৰত বহি ভীষ্মৰপৰা নানান ৰকম ধৰ্ম্ম কথা আৰু নীতি কথা শুনিছে। শান্তিপৰ্ব্ব আৰু ইয়াৰ পিছৰ অনুশাসনপৰ্ব্ব এই দুইটি পৰ্ব্বয়েই কেৱল ভীষ্মৰ উপদেশৰ নিমিত্তেই। তেওঁলোকৰ লগতে শ্ৰীকৃষ্ণও বহি আছে। শ্ৰীকৃষ্ণ পূৰ্ণব্ৰহ্মৰ অৱতাৰ এইটি ভীষ্মৰ মুখে উলিওৱায়েই সুমুৱা গৰাকীৰ উদ্দেশ্য। ৩৩৫ অধ্যায়ৰপৰা ৩৪০ অধ্যায়লৈকে এই ৬ অধ্যায়ত নাৰদৰ আগত শ্ৰীকৃষ্ণৰ পূৰ্ব্ব অৱতাৰ নাৰায়ণে গল্প কোৱাৰ দৰে ভীষ্মৰি মুখেই কোৱাইছে। নাৰায়ণে নানান ৰকম নিজৰ ক্ষমতা আৰু গুণ বৰ্ণোৱাৰ মাজত এইটিও ভৱিষ্যত কথা কয় যে দ্বাপৰ আৰু কলিৰ মাজত তেওঁ দেৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণৰূপে অৱতাৰ হৈ কেশী, কংশ, নৰক, বাণ ইত্যাদি অসুৰবিলাক সংহাৰ কৰি কুৰুপাণ্ডৱৰ যুদ্ধত অৰ্জ্জুনৰ সহায় হৈ সকলোকে বিনাশ কৰি যুধিষ্ঠিৰক ৰক্ষা কৰিব। নাৰায়ণৰ এইবিলাক মহিমা শুনি নাৰদ তো তন্ময় আৰু ভক্তিত পমি যোৱাৰ নিচিনা হলেই, যুধিষ্ঠিৰাদি ভীষ্মৰ শ্ৰোতাসকলও বিষ্ণুপৰায়ণ হৈ "নাৰায়ণৰ জয় হওক" বুলি চিঞৰিবলৈ ধৰিলে। কিন্তু ভীষ্মই কোৱাৰ সময়ত শ্ৰীকৃষ্ণ নিজেই যদিও এজন শ্ৰোতা, তথাপি এই শ্ৰীকৃষ্ণই যে তেওঁ এই কথাটি ভীষ্মৰ মুখেও নোলাল আৰু যুধিষ্ঠিৰ অৰ্জ্জুন আদি কোনেও নুলিয়ালে; তেওঁলোকৰ লগত বহি থকা শ্ৰীকৃষ্ণই যে তেওঁ এই কথাটি যেন তেওঁলোকৰ কাৰো মগজুৰে ঢুকি নাপালে। ব্যাস-দেৱৰ ৰচনাত এনেবিধৰ অসঙ্গত কথা আৰু কতো পোৱা নাযায়। সুমুৱা গৰাকীয়ে এই ৬ আধ্যা ভীষ্মই কোৱাৰ দৰেই সুমুৱালে; কিন্তু শ্ৰীকৃষ্ণই নিজ মুখেৰে কলে বিষয়টি আৰু ডাঠ হবৰ আশাৰে পিছৰ ১৭ আধ্যাত জন্মেজয়ক শ্ৰোতা বৈশম্পায়নক বক্তা আৰু শৌনক আদি কৰি ঋষিসকলক শ্ৰোতা সৌতিক বক্তা কৰি আন আন কথাৰ লগত অৰ্জ্জুনৰ আগত শ্ৰীকৃষ্ণই নিজৰ মহিমা কেনেকৈ সাধু এটি সুমাই দিছে। ভীষ্মৰ শৰশয্যাত ভীষ্মই কৈছে আৰু যুধিষ্ঠিৰ আদিয়ে শুনিছে, ইয়াত জন্মেজয় আৰু সৌতিৰ আৱশ্যক

কি? শান্তিপৰ্ব্ব আৰু অনুশাসনপৰ্ব্বৰ ভিতৰত এই ১৩টা আধ্যা বাদ দিলে ৫২১ আধ্যা থাকে। গোটেই এই ৫২১ আধ্যায়তেই ভীষ্ম বক্তা আৰু যুধিষ্ঠিৰাদি শ্ৰোতা। দুই এঠাইত ভীষ্মৰ ভাগৰ লাগিলে, ভীষ্মৰ আদেশ মতে কৃষ্ণও বক্তা হৈছে। কাজেই দেখা যায় গোটেই শান্তিপৰ্ব্ব আৰু অনুশাসন পৰ্ব্বত যুধিষ্ঠিৰাদিকেই শ্ৰোতা কৰাটো হে মহাভাৰতৰ উদ্দেশ্য। জন্মেজয় আৰু শৌনকক শ্ৰোতা সজা এই অধ্যায় ১৩টা কাৰোবাৰ হে। সুমুৱা পৰাকীয়ে কথা বেছি ডাঠ হ্ৰবলৈ কৃষ্ণৰ হতুৱাই যে তেওঁৰ নিজৰ মহিমা বৰ্ণোৱাইছে এইটিও ব্যাসদেৱৰ বাটৰপৰা বহুত আঁতৰ। যি শ্ৰীকৃষ্ণক ভগবানৰ অৱতাৰ প্ৰমাণ কৰোৱাও মহাভাৰতৰ উদ্দেশ্য সেই শ্ৰীকৃষ্ণৰ হতুৱাই যে ব্যাসদেৱে আত্মগৰিমা প্ৰকাশ কৰাব ই অসম্ভৱ। মূল ভাৰতৰ আৰু আন কোনো ঠাইতেই এনে কথা দেখা নাযায়। অৱশ্যে ভগৱদ্গীতা পৰ্ব্বাধ্যায় ধৰিব নালাগে; এই আধ্যা যে সুমুৱা এইটি বহুত পণ্ডিতেই স্বীকাৰ কৰে। মহাভাৰতে কৃষ্ণ যে ঈশ্বৰৰ অৱতাৰ এইটো স্বাভাৱিক মতেই দেখুৱাইছে, অৰ্থাৎ আজিকালিও বৰ গুণবান বুদ্ধিমান আৰু ক্ষমতাবান মানুহ থাকিলে তেওঁৰ গুণাদিৰ বৃদ্ধিৰ লগে লগে যশস্যা বাঢ়ি গৈ গৈ যেনেকৈ পিছত তেওঁ দেৱভাৱ ভিতৰত পৰেগৈ সেই দৰেই দেখুৱাইছে। কৃষ্ণৰ সৰু কালৰ পুতনা-বধ, যশোদাক বিশ্বৰূপ দেখুৱা, কালীয়দমন আদি অদ্ভুত অদ্ভুত কাৰ্য্যবিলাকৰ নাম-গন্ধয়েই নাই। মহাভাৰতত প্ৰথমে দ্ৰৌপদীৰ স্বয়ম্বৰতেই কৃষ্ণক পোৱা যায়। তেতিয়া তেওঁ এজন বিজ্ঞ ক্ষমতাশালী পুৰুষ মাথোন; পিছত লাহে লাহে তেওঁৰ বিদ্যা বুদ্ধি ক্ষমতা আদি গুণসকলৰ প্ৰকাশৰ লগে লগে আন আন মানুহৰ মুখত তেওঁ ঈশ্বৰৰ অৱতাৰ বুলি শুনা যায়; কেৱল একেবাৰে শেষত কৃষ্ণৰ নিজ মুখৰপৰা দুদিন দুআষাৰি কথা শুনা যায় যাৰপৰা জনা যায় যে মনুষ্য-শক্তিতকৈ ওপৰ খাপৰ শক্তি তেওঁৰ শৰীৰত আছে। কুৰু পাণ্ডৱৰ যুদ্ধৰ শেষত এদিন অৰ্জ্জুনৰ আগত তেওঁ কয় যে পাণ্ডৱসকল যুদ্ধত জিত হোৱাৰ মূল তেওঁৱেই আৰু এদিন গান্ধাৰীয়ে যদুবংশ সমূলে ধ্বংস হবৰ নিমিত্তে যেতিয়া শাপ দিয়ে তেতিয়া কয় যে এইটো তেওঁৰেই ইচ্ছা। কিন্তু ইয়াৰ পিছতো দেখা যায় যেনে স্বাভাৱিক হব লাগে সেইদৰেই কৃষ্ণই শিৱ পূজাও কৰিবই লাগিছে আৰু যুধিষ্ঠিৰাদি মান্যজনক সেৱা কৰিবই লাগিছে।

তুমি পূৰ্ণভগৱন্ত আমাক সেৱা কৰিব নাপায় বুলি কোনেও হাকো দিয়া নাই। এই কৃষ্ণৰ মুখে যে ব্যাসদেৱে এই কেইঅধ্যায়ৰ মতে আত্মগৰিমা প্ৰকাশ কৰোৱাব ই অসম্ভব। আৰু দেখা যায় মহাভাৰতৰ সময়ত উপাস্যদেৱ দেৱীৰ ভিতৰত শিৱ আৰু দুৰ্গাহেই আছিল। লগে লগে সূৰ্য্য আৰু অগ্নিকো পূজা কৰা পোৱা যায়। যি কৃষ্ণক অৱতাৰ প্ৰমাণ কৰোৱা মহাভাৰতৰ উদ্দেশ্য সেই কৃষ্ণৰ হতুৱায়েই আগৰপৰা শেষলৈকে শিৱপূজা কৰোৱাই আহিছে এই কেইআধ্যাত লেখা মতে বিষ্ণুৰ মহিমা সেই সময়ত প্ৰচাৰ থকাহেঁতেন অৱশ্যে কাকো বিষ্ণু পূজা কৰা দেখা গলহেঁতেন; কিন্তু মহাভাৰতৰ কোনো ঠাইতে কাকো বিষ্ণু পূজা কৰা দেখা নাযায়। এই এটাইবিলাক বিচাৰ কৰি চালে এই কেইআধ্যা যে সুমুৱা ইয়াত একো সংশয় নাথাকে। কথা হৈছে ভাৰতৰ যি দুই পৰ্ব্ব সাংসাৰিক আৰু পাৰমাৰ্থিক তত্ত্বেৰে ভৰা আৰু সকলোৰকম জ্ঞানমূলক আৰু আন আন নীতি কথাৰে পূৰ্ণ সেই শান্তিপৰ্ব্ব আৰু অনুশাসনপৰ্ব্বত বিষ্ণু সম্পৰ্কে কোনো উল্লেখ নেদেখি এই বৈষ্ণৱ প্ৰক্ষিপ্তকাৰজনে তেওঁৰ ৰচিত এই আধ্যা ১৯টা ইয়াত সুমাই দিছে, দি কিজানি কোনোৱে অবিশ্বাস কৰে এই ভয়ত "এই নাৰায়নক যি নামানে সি নৰকলৈ যাব বুলি" দোহাইও দিছে; আৰু তাৰতৰ যতে ততে শিৱকে দেখি তেওঁৰ আক্ৰোশ ইমান দূৰলৈ গ'ল গৈ যে মহাদেৱৰ নীলকণ্ঠ নামৰ এটি নতুন ব্যাখ্যা উলিয়াই দিলে। ব্যাখ্যাটি এই যে, এদিন মহাদেৱ আৰু বিষ্ণুৰ অলপ কাজিয়া লগাত বিষ্ণুৱে মহাদেৱৰ কণ্ঠত হাত দিলে, তেতিয়াৰেপৰা মহাদেৱৰ কণ্ঠটি নীল ৱৰণীয়া হল। হাতৰ টিপাটি আৰু জোকাৱণি কেইটি অৱশ্যে ভাল কৰিয়েই হৈছিল চাগৈ নহলে ইমান দিনেও কলা সঁাচ নাথাকিলহেঁতেন। যি ব্যাসদেৱৰ ঈশ্বৰাৱতাৰ শ্ৰীকৃষ্ণৰ যি মহাদেৱ আৰাধ্য দেৱতা-সেই ব্যাসদেৱৰ কাপৰ এনে দুৰ্গতি! ই একেবাৰে অসম্ভৱ। এইবিলাক কথা এৰি দিলেও আৰু দুটি প্ৰমাণ পোৱা যায় যাৰপৰা এই অধ্যায় ১৯টা যে মহাভাৰত ৰচনাৰ কেইবা শতিকাবো পিছত সুমুৱা হৈছে তাত একো সংশয় নাথাকে।

ক্ৰমশঃ

শ্ৰীৰজনীকুমাৰ দাস।

দ্বিতীয় বছৰ, পঞ্চম সংখ্যা

# সূচী

# অৱশেষ।

ফুলিল মালতী, ফুলি সৰি পৰি গল।
বিলোৱা সৌৰভ মাত্ৰ জগতত ৰল॥
ভাগি গল বীণখনি, ছিগি গল তাঁৰ।
ৰই গল অৱশেষ অমিয়া জোঁকাৰ॥
পঞ্চভূত লীন হল তৰুণী সুন্দৰী।
মধুৰ হাঁহিটি মাথোঁ থাকি গল পৰি॥
মাৰ গল দ্বিতীয়াৰ জোনৰ জীৱন।
থাকি গল মধুৰতা কিৰিণ কিৰণ॥
সন্ধিয়াৰ ধীৰ বায়ু ধীৰে গল চলি।
মৃদুল হিল্লোল ৰল হৃদয় আকুলি॥
আকাঙ্ক্ষাৰ অধীৰতা, উদ্বেগ হিয়াৰ,
বাসনাৰ অতৃপ্ততা, আশাৰ বিকাৰ,
লাহে লাহে আঁতৰিল, ৰল প্ৰতিধ্বনি।
সুৰাগ সমল গল, থাকিল বিননি॥
ধন গল, জন গল, গল কায়ক্লেশ।
সুখ্যাতি অখ্যাতি ৰল, আত্মা অৱশেষ॥

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# আসাম।

( ৪ )

এতিয়া আমি ত্যাগ কৰা ষষ্ঠ যুগলৈ যাওঁ। এই যুগ পঞ্চদশ শতিকাৰ মাজৰপৰা ষোড়শ শতিকাৰ মাজলৈকে। এই যুগক আসামত "ৰেণাচেঞ্চ" (Renaissance) আৰু "ৰিভাইভেল অব্ লার্ণিং।" (Revival of learning) বোলা যায়। য়ুৰোপতো এইডোখৰ কালক অর্থাৎ পঞ্চদশ আৰু ষোড়শ শতিকাক ৰেণাচেঞ্চ বোলে। ৰেণাচেঞ্চ মানে পুনৰ্জ্জীৱন। য়ুৰোপে "মিডিয়াভেল এইজ্" অর্থাৎ মধ্যযুগৰপৰা আহি "মডৰ্ণ" অর্থাৎ নতুন যুগত সোমাবলৈ যি ডোখৰ কাল লাগিছিল তাকে "ৰেণাচেঞ্চ পিৰিয়ড' বোলে। এই যুগত য়ুৰোপে মধ্যযুগৰ কঠোৰ আৰু সাংঘাতিক বান্ধ-ছাটবোৰ কাটি উন্নতিৰ নতুন যুগত নতুন উৎসাহেৰে সোমাইছিলহি। বিদ্যা, জ্ঞান, স্বাধীন চিন্তা আৰু নতুন ভাবৰ উত্তেজনাই য়ুৰোপক প্ৰদীপ্ত কৰি তুলিছিল। দর্শন শাস্ত্ৰৰ নতুন চিন্তা, ধৰ্ম্মৰ নতুন ধাৰণা, সাহিত্য বিজ্ঞানৰ উদাৰ ভাব, মনুষ্যত্ব আৰু মনুষ্যৰ কৰ্ত্তব্যৰ ওখ আৰ্হিয়ে য়ুৰোপীয়সকলৰ মনত এটা অভিনৱ ভাব সৃষ্টি কৰি দিছিল। মনুষ্য জাতি, মনুষ্য সমাজ, আৰু এই পৃথিবীৰ বিশালভাৱ নতুন জ্ঞানে য়ুৰোপীয়সকলৰ মনত এটা বিশ্বজনীন মহান উদাৰ ভাব ওপজাই দি ভোলপাৰ লগাই দিছিল। তেওঁলোকৰ মনত এনে ভাব জন্মোৱাৰ ঘাই কাৰণ—মধ্যযুগৰ পুৰণি সাম্ৰাজ্যৰ ধ্বংসাৱস্থা; খৃষ্টধৰ্ম্মৰ অৱনতিৰপৰা প্ৰস্তুত হোৱা শিকলিৰ কঠোৰ বান্ধ ঢিলা-পোলোকা হৈ পৰা; নতুন জাতীয় ভাব আৰু ভাষাৰ অভ্যুত্থান; গোটেই য়ুৰোপত "ফিউডেল্ চিষ্টেম"ৰ অস্তিমাৱস্থা; লেখা-কাকত আৰু ছাপা-যন্ত্ৰৰ উদ্ভাৱন আৰু ব্যৱহাৰ; সমুদ্ৰ-যাত্ৰাত ব্যৱহাৰ কৰিবৰ নিমিত্তে কম্পাচ অর্থাৎ দিক্ নিৰ্ণয় কৰা যন্ত্ৰ প্ৰস্তুত; হিলৈত ব্যৱহাৰ কৰা কলাই-খাৰ উলিয়া; এমেৰিক ভেস্পুচি, কলম্বচ, ভাস্কদিগামা প্ৰভৃতিৰ নতুন মহাদেশ আৱিস্কাৰ; পুৰণি টলেমিৰ (Ptolemy) জ্যোতিৰ্ব্বিদ্যাৰ ঠাই কপৰ্ণিকাস (Copernicus) জ্যোতিৰ্ব্বিদ্যাই অধিকাৰ কৰা; ইত্যাদি। এই ৰেণাচেঞ্চৰ জনম ইটালিত হয়; তাৰপৰা সি জৰ্ম্মাণি, ফ্ৰান্স, স্পেইন আৰু ইংলণ্ডলৈ আহি গোটেই

য়ুৰোপক নতুন অবীন প্ৰদান কৰে। যি লেখা-পঢ়া আৰু বিদ্যাচৰ্চ্চা আগেয়ে পাদুৰি পুৰোহিত আদি এশ্ৰেণীৰ ভিতৰত সীমাবদ্ধ আছিল, সেই লেখা-পঢ়া বিদ্যাচৰ্চ্চা বজা প্ৰজা ডাঙৰীয়া সদাগৰ আদি সৰ্ব্বসাধাৰণৰ সম্পত্তি হল। ইটালিত পেট্ৰাৰ্কৰ (Petrarch) "লিৰিক্‌চ্" (lyrics) অৰ্থাৎ গীতি-কবিতা, বকাচিয়ৰ (Boccacio) সাধুকথা, ডাণ্টেৰ (Dante) " ডিভাইন কমেডি ;" বুৰঞ্জী লেখাত প্ৰথম ইটালিয়েন ভাষা ব্যৱহাৰ কৰোঁতা গিয়ভেনি ভিলেনিৰ (Giovanni vellani) বুৰঞ্জী ; এৰিয়ষ্টৰ (Ariosto) "অৰ্লেণ্ডো ফিউৰিয়চো" (Orlando furioso) নামৰ কবিতা গ্ৰন্থ ; ৰাফেল (Raphel), টিচিয়ান (Titian), কৰিজিওৰ (Correggio) চিত্ৰপট ; ডনেটিলো (Donatello) আৰু মাইকেল্ এঞ্জেলোৰ (Michael Angelo) ভাস্কৰ বিদ্যা (Scuptlure) ; এলবৰ্টি (Alberti), ডাভিনিচি (Davinici), টচ্‌কেনেলি (Toscanelli) আৰু ডা পৰ্টাৰ (Da porta) বৈজ্ঞানিক আবিষ্কাৰ ; টেলেচিও (Telesio), ব্ৰূণো (Bruno) আৰু কেম্পেনিলাৰ (Campanella) দাৰ্শনিক চিন্তা ; মেকিয়াভেলি (Machiavelli) আৰু গুইচিয়াৰ্ডিনিৰ (Guiciardini) সমাজৰ দোষ বিশ্লেষণ আৰু সমালোচনা। জৰ্ম্মাণিত,—ৰিউক্লিন (Ruclin), মেলেঙ্কথন (Melanchthon) আৰু ইৰাচ্‌মচ (Erasmuns) আদিৰ কিতাপ ; সৰ্ব্বসাধাৰণৰ ভিতৰত বাইবেল পঢ়া প্ৰচাৰৰপৰা "ৰিফৰ্মেচনৰ" (Reformation) আবিৰ্ভাব। স্পেইনত,—স্পেনিয়াৰ্ডবিলাকৰ দ্বাৰাই গ্ৰেনেডা ( Granada ) জয় আৰু কেচ্‌টাইল (Castile) আৰু এৰেগনৰ (Aragon) ৰাজ মুকুটৰ সম্মিলন ; সাহিত্যত চৰ্ভেণ্টিচৰ (Cervantes) ডনকুইকৃজট (Don Quixote) কিতাপ ; লপে-ডি-ভেগা (Lop de vega) আৰু কল্ডিৰণৰ (Calderon) নাট ; কেমিয়নচ্‌ৰ (Camoens) মহাকাব্য ; ভেচ্‌পুচি (Vespucci) আৰু কলম্বচৰ আমেৰিকা দেশ আবিষ্কাৰ (অৱশ্যে আমি ইয়াত স্পেইন আৰু পৰ্টুগাল দুইকো একে কৰি ধৰিছোঁ)। ফ্ৰান্সত,—ডিঅবিনেৰ (D'Aubigne) আৰু ৰেণিয়েৰৰ (Regnier) বিদ্ৰূপাত্মক লেখা ( Satire ) ; মনুটেইনৰ ( Montaign ) ৰচনা ; ইটালিৰ এৰিয়ষ্ট, স্পেইনৰ চৰ্‌ভেণ্টিচ্, হলেণ্ডৰ ইৰাচ্‌মচ্, জৰ্ম্মেণীৰ লুথাৰ আৰু ইংলণ্ডৰ চেক্সপিয়েৰৰে সৈতে তুলনা কৰিব পৰা ৰেবেলে ( Rebelais ) ; টুৰনেৰ ( Turnebe ), ইটিএনি ( Eteisnuè ), দুই স্কেলিগৰ

( Scaligers ), দলেট ( Dulet ), মুৰেট ( Muret ), কুজা ( Cujas ), কেল্‌ভিন (Calvin), ৰেমচ্ (Ramus), কাচাবন (Casaubon), চাওমিজ ( Saumaise ) আদিৰ কিত'প। হলেণ্ডত,—পৰ্বচ (Porbus), ৰুবেনচ্ (Rubens) আৰু ভেন্‌ডাইকৰ (Vandyke) চিত্রপট ; ইৰেচ্মচ (Erasmus) গ্রটিয়চ (Grotius), হিনচিয়চ (Heinsius) আৰু লিপ্‌চিয়চৰ (Lipsius) ৰচনা। ইংলণ্ডত চেক্সপিয়েৰ, মাৰ্লো আৰু বেন্‌জনচন (Ben johnson) আদিৰ নাট ; বেকনৰ ৰচনা ; মিল্টনৰ কাব্য ; ৰলে (Raleigh), ড্রেক, (Drake) আৰু হকিন্সৰ ( Hawkins ) সমুদ্র-ভ্রমণ ; ইত্যাদি এই ৰেণেচেঞ্চ যুগত সাধিত হয়।

কিন্তু ধর্ম্মপ্রাণ ভাৰতবৰ্ষত "ৰেণেচেঞ্চ" দেশ আবিষ্কাৰ কৰাত, দেশ জয় কৰাত, বা পৃথিবী প্রদক্ষিণ কৰাত, অথবা সাহিত্য বিজ্ঞান মাথোন চৰ্চ্চা কৰাত নহয়। ভাৰতবৰ্ষৰ "ৰেণেচেঞ্চ" "বিফৰ্ম্মেচনত" অৰ্থাৎ জ্ঞান বিদ্যা সাহিত্য চৰ্চ্চা ধৰ্ম্মসংস্কাৰ আৰু ধৰ্ম্মপ্রচাৰত হে। সেই ধৰ্ম্ম সংস্কাৰ আৰু প্রচাৰৰ নিমিত্তে যি সাহিত্য আৰু জ্ঞান চৰ্চ্চাৰ আৱশ্যক হৈছিল, সেই সাহিত্য আৰু জ্ঞান চৰ্চ্চা হে ভাৰতত প্রচলিত হৈছিল। সেইদেখি ভাৰতৰ ৰেণেচেঞ্চ জৰ্ম্মাণিৰ ৰিফৰ্মেচনেৰে সৈতে হে সৰহ ভাগ মিলে। হিন্দুৰ সকলো বিষয় ধৰ্ম্মৰে সৈতে সানমিহলি। হিন্দুৰ উঠা, বহা, খোৱা, শোৱা, চলা, আচাৰ, ৰীতি, নীতি, সকলোবোৰ ধৰ্ম্মৰ সূতাৰে গঁথা ; এনে স্থলত হিন্দুৰ ৰেণেচেঞ্চ আৰু ৰিফৰ্মেচন যে ধৰ্ম্মপ্রাণ হব তাত আশ্চৰ্য্য কি ? একে পৃথিবীৰ অধিবাসী, গুৰিতে একেটা ডালৰে ঠাল-ঠেঙুলি য়ুৰোপীয় আৰ্য্য ইটালিয়েন, স্পেনিচ, ডচ্, জৰ্ম্মাণ, ফ্রেঞ্চ আৰু ইংৰাজৰ ভিতৰত নবজীৱনৰ যি ঢৌ উঠিল, তেনেকুৱা ঢৌ হিন্দু আৰ্য্য ভাৰতবাসীৰ ভিতৰতো একে সময়তে উঠিল। য়ুৰোপীয়সকলৰ দৰে ভাৰতবাসীও নতুন প্রাণেৰে অনুপ্রাণিত, নতুন বলেৰে বলীয়ান, নতুন উৎসাহেৰে উৎসাহিত হৈ উঠিল। কিন্তু প্রভেদ এই যে, য়ুৰোপৰ ৰেণেচেঞ্চ সৰহ ভাগ সাংসাৰিক ঐহিক আৰু বৈষয়িক ; ভাৰতৰ ৰেণেচেঞ্চ গোটেইটো পাৰলৌকিক পাৰত্রিক আৰু আধ্যাত্মিক। য়ুৰোপৰ সেই নতুন উদ্দীপনা, ধৰ্ম্ম, কৰ্ম্ম, বিষয়, বৈভৱ, বীৰত্ব কৃতিত্ব আদিৰে সৰ্ব্বতোমুখী ; ভাৰতৰ উদ্দীপনা, মাথোন ধৰ্ম্ম, পৰলোক, মুক্তি আৰু ধৰ্ম্ম

সম্বন্ধীয় যি হয় তাবে একাগ্র। বৌদ্ধধর্ম্মৰ জীর্ণাবস্থা আৰু অড়ভাৱ পিছত ভাৰতবৰ্ষই যি পুনৰ্জ্জীৱন লাভ কৰিছিল সেই পুনৰ্জ্জীৱনৰ অগ-বণুৱা মহাত্মা শঙ্কৰাচাৰ্য্য। দক্ষিণ-ভাৰতৰ পশ্চিম পাৰে মালাবাৰত শঙ্কৰাচাৰ্য্যৰ জন্ম হয়। বিহাৰৰপৰা দক্ষিণ-ভাৰতলৈ আহি বৌদ্ধধৰ্ম্মৰ বিপক্ষে মানুহক উদগোৱা আৰু পিছত গোটেই ভাৰতত হিন্দুধৰ্ম্মৰ উপদেশ দি ফুৰা কুমাৰিলা ভট্ট শঙ্কৰাচাৰ্য্যৰ গুৰু আছিল। ৩২ বছৰ বয়সত হিমালয় পৰ্ব্বতৰ কেদাৰনাথত শঙ্কৰাচাৰ্য্যৰ মৃত্যু হয়। তেওঁ শিৱৰ উপাসনা আৰু পূজা প্ৰচাৰ কৰিছিল। তুঙ্গভদ্ৰ নৈৰ মুখত, মহীশুৰৰ পশ্চিমঘাটৰ শৃঙ্গিৰি পৰ্ব্বতত শঙ্কৰাচাৰ্য্যই প্ৰধান মঠ স্থাপন কৰে। আৰু উত্তৰে হিমালয়ৰ বৈদ্যনাথত, পশ্চিমে কাথিয়াৱাৰত আৰু পূবে উৰিষ্যাৰ পুৰীতো তেওঁ মঠ স্থাপন কৰিছিল।

শঙ্কৰাচাৰ্য্যৰ পিছত ৰামানুজে দক্ষিণ-ভাৰতত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰে। আজিকালিৰ মাদ্ৰাজৰ ওচৰৰ গাওঁ এখনত প্ৰায় ১১৫০ খৃষ্টাব্দত ৰামানুজৰ জন্ম হয়। তাৰপৰা তেওঁ ত্ৰিচিনপলীৰ ওচৰৰ শ্ৰীৰঙ্গপট্টনলৈ গৈ তাত বৈষ্ণৱধৰ্ম্ম স্থাপন কৰে আৰু সংস্কৃত ভাষাত বৈষ্ণৱধৰ্ম্মৰ অনেক পুথি ৰচনা কৰে। ইয়াৰ পিছত তেওঁ নিজৰ জন্মভূমি পৰিত্যাগ কৰি ভাৰতৰ নানা ঠাই ফুৰি মানুহক শিৱপূজা এৰি বিষ্ণুপূজা কৰিবলৈ উপদেশ দি ফুৰিছিল। শৈৱ চোলা ৰজাই তেওঁক বধ কৰিব খোজাত তেওঁ তাৰপৰা পলাই গৈ মহীশুৰ পালে, আৰু তাত বিষ্ণুপূজা প্ৰচাৰ কৰি জৈনধৰ্মী ৰজাক বৈষ্ণৱ কৰিলে। ৰামানুজে খাইকৈ বামুণ আৰু ওখ জাতৰ মানুহৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিছিল। ৰামানুজ পন্থীয়া মানুহক শ্ৰীবৈষ্ণৱ বোলে; আৰু তেওঁবিলাকৰ গুৰু কাঞ্জি-ভৰামত থাকে।

ৰামানুজৰ প্ৰায় এশ বছৰৰ পিছত তেওঁৰ শিষ্য ৰামানন্দই উত্তৰ-ভাৰতত এক অদ্বিতীয় ঈশ্বৰ বিষ্ণুৰ পূজা প্ৰচাৰ কৰে। তেওঁ যদিও অনেক দেশত ফুৰিছিল, তথাপি খাইকৈ তেওঁ পুণ্যস্থান কাশীত বাস কৰিছিল। ৰামানন্দই তেওঁৰ গুৰু ৰামানুজৰ দৰে বামুণ আৰু আন ওখ শ্ৰেণীৰ মানুহৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিয়েই ক্ষান্ত নাছিল, সকল জাতৰ মানুহৰ মাজতো তেওঁ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। তেওঁ সেইদেখি সকলোৱে বুজিব পৰাকৈ হিন্দীভাষাত ধৰ্ম্মপুথি ৰচনা কৰিছিল। তেওঁৰ বাৰজন শিষ্য আছিল, তেওঁলোক নীহ কুলীয়া।

তেওঁৰ ধৰ্ম্ম প্ৰচাৰ আমাৰ শঙ্কৰদেৱৰ ধৰ্ম্ম প্ৰচাৰৰ নিচিনা উদাৰ আছিল। আসামৰ বৈষ্ণৱসকলে ৰামানন্দক সেইদেখি ভাৰতৰ্ষৰ চাৰিদিশে চাৰিজন ঈশ্বৰৰ অৱতাৰ ধৰ্ম্ম-প্ৰচাৰকৰ ভিতৰত ধৰিছিল। গুৰু-চৰিত্ৰ পুথিত লেখা আছে, "পূবে শঙ্কৰ, পশ্চিমে চৈতন্য, দক্ষিণে ৰামানন্দ স্বামী, উত্তৰে হৰি-ব্যাস," এই চাৰি অৱতাৰ। ৰামানন্দৰ বাৰজন শিষ্যৰ ভিতৰৰ কবিৰ এজন (১৩৮০—১৪২০ খৃষ্টাব্দ)। গোটেই বঙ্গদেশত একমাত্ৰ ঈশ্বৰ বিষ্ণুৰ পূজা কবিৰে প্ৰচাৰ কৰিছিল। তেওঁৰ সময়ত উত্তৰ-ভাৰতত মছলমানৰ আধি-পত্য বিস্তাৰ হৈ পৰিছিল। কবিৰে হিন্দু আৰু মছলমানক ধৰ্ম্মৰ একেডাল ডোলেৰে বান্ধি একে কৰিবৰ চেষ্টা কৰিছিল। তেওঁ জাতিভেদ আৰু মূৰ্ত্তি পূজাৰ বিৰুদ্ধে মানুহক উপদেশ দি কৈছিল যে মূৰ্ত্তি পূজা পাপ কাম। তেওঁ কৈছিল, "ঈশ্বৰ কেৱল একেজন; সেই এক ঈশ্বৰক হিন্দু আৰু মুছল-মান দুয়ো দলে পূজা কৰিব লাগে। ঈশ্বৰ মানুহৰ হৃদয়ত হে থাকে, হাতেৰে সজা মন্দিৰত নহয়।" এনে প্ৰবাদ আছে যে, কবিৰ মৰিলত তেওঁৰ শৱটো হিন্দুৱে হিন্দুৰ বুলি পুৰিব খুজিছিল, আৰু মুছলমানে মুছলমানৰ বুলি কবৰ দিব খুজিছিল। দুই দলে এইদৰে বাক্-বিতণ্ডা কৰি থকাৰ পিছত যেতিয়া শৱটো ঢকা কাপোৰখন দাঙি চোৱা গল, তেতিয়া তেওঁলোকে দেখিলে যে শৱটোৰ ঠাইত মাথোন গোটাচেৰেক সুন্দৰ ফুল হে পৰি আছে। সেই ফুলৰ আদখিনি হিন্দুৱে পবিত্ৰ থান বাৰানসীত পুৰিলে, আৰু বাকী আধা মুছলমান সকলে ধুমধাম কৰি কবৰ দিলে।

শঙ্কৰদেৱে মাধৱদেৱকে আদি কৰি ভকতসকলেৰে সৈতে দ্বিতীয়বাৰ তীৰ্থ কৰিবলৈ যাওঁতে কবিৰৰ মঠ পাই কবিৰৰে সৈতে সাক্ষাৎ কৰা কথা গন্থ "গুৰু চৰিত্ৰ" পুথিত এইদৰে লেখিছে। :—

"কবিৰাৰ মঠ পাইছে। তেওঁ ঘৰত নাছিল। নাতিনীয়েকত বাতৰি সোধাত নাই বুলি জনাই মনত বৰ দুখ কৰিছে; ভাগ্যহীন কবিৰাই শ্ৰীচৰণৰ পদৰজ লবলৈ নাপালে। তেওঁৰ ভাগ্য বৰ মন্দ। এই প্ৰকাৰে আক্ষেপ কৰি মাথুৰ পাগুৰিটি হাতত লৈ চৰণৰ ধূলি পাবলৈ আশা কৰি আঠু লৈছেহি। গুৰুৱে জনাইছে, সখি! পদৰজ দিয়ক। গুৰুবাপুৱে কৈছে, আপুনি দিয়ক। ভকতৰ বাঞ্ছা পূৰ্ণ কৰি পদধূলি দি ওলাই আহিছে। বাটত

কবিৰাক লগ পাইছে। পূৰ্ব্বৰ পৰিচয় নথকা হেতু আলাপ কৰিবলৈ নহল। কবিৰাই গুৰুজনক দেখি বহু বেলি চাই আছিল। শঙ্কৰদেৱেও কবিৰাক বৈষ্ণৱ প্ৰকৃতি দেখি চিনি পাই ভকতসকলক জনাইছে, এইজনেই মহাভক্ত কবিৰা। গুৰুজন ভকত সমন্বিতে চলি গল। কবিৰাই নেদেখা মোহোৱা-লৈকে নিৰীক্ষণ কৰি আছিল। গৃহলৈ গৈ পৌত্ৰীৰ মুখে জানিব পাৰি মনত দুখ কৰিছে।"

দৈত্যাৰি ঠাকুৰ প্ৰণীত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ চৰিত্ৰ পুথিত আছে,—

"আত অনন্তৰ　　　　শুনা সাধু নৰ
　　শঙ্কৰ মাধৱ দুই।
চলন্তে পথত　　　　কৃষ্ণ লীলা যত
　　শুনৰি আনন্দ হুই ॥
প্ৰেমৰ ভৰত　　　　সমস্তে লোকত
　　কৃষ্ণৰ চৰিত্ৰ কই।
চলন্ত শঙ্কৰ　　　　পাইলা অনন্তৰ
　　কবিৰাৰ থান গই।
স্ত্ৰী এক দেখিল　　　　তাহাতে পুছিল
　　কবিৰাৰ কোন আছে।
তাসম্বাৰ বাণী　　　　শুনি অনুমানি
　　তায়ো বুলিলেক পাছে ॥
আৰা সব বিষ্ণু　　　　ভকত এতেকে
　　কবিৰাক পুছিলন্ত।
কবিৰাৰ জীৰ　　　　নাতিনী আমিতো
　　এহি বুলি কহিলন্ত ?
তোৰা সব কোন　　　　দেশী কি কাৰণে
　　কোম আছে কবিৰাৰ।
বুলিয়া পুছিলা,　　　　তাবায়ো কহিলা,
　　পুছিলোহেঁ। দেখিবাৰ ॥

তায়ো বিচক্ষণ তাৰাৰ বচন
মহা মৃতুভৰ শুনি।
আৰা সব মহা বৈষ্ণৱ বুলিয়া
জানিলা মনত গুণি॥
স্বামীৰ শিৰৰ পাগপাগ্ৰ আনি
মাটিত পাৰিয়া দিল।
ইহাতে চৰণ মছিয়োক সৱে
কাকণ্য কৰি বুলিল॥
আমাৰ ধচম দুৰ্ভাগী পৰম
তোমাক নপাইলে লাগ।
এহি পাগ মাথে লৈলে পাইলে ধূলা
মিলিবে তাহাৰো ভাগ॥
কাকণ্য বচন শুনিয়া তাহান
শঙ্কৰে বোলে চাহিয়া।
প্ৰথমে পাগৰ ওপৰত ভৰি
ৰামৰাম শুক দিয়াঁ॥
বোলন্ত শুকৰে দিয়ো তোমৰাৰে
কিয় পাৱ দিবোঁ আমি।
অস্তাঅস্তি কৰি দুইহস্তে বোলন্ত
পাগে পাৱ দিয়ো তুমি॥
শঙ্কৰে বোলন্ত ৰামৰামশুক
পাগত পাৱ নেদিল।
সকৰুণ মনে শঙ্কৰে চৰণে
সিটো পাগ পৰশিল॥
কবিৰ মাতিনী শুৱা পাণ আনি
তাৰাসকলক দিল।
অনেক সাজৰি আঠু আণু পাৰি
প্ৰেম মনে প্ৰণামিল॥

যি মতে পাগৰ　　　　ধুলা নপৰয়
দাস কৰি চপাই দিল।
তাৰা সৰো তাঙ্ক　　　　মধুৰ বচনে
আশ্বাস কৰি চলিল॥"

আপোনাসকলে দেখিব যে এই দুই পুথিৰ কথাত অলপ অমিল আছে। মিলৰ ভিতৰত এইটো যে, শঙ্কৰদেৱে কবিৰৰ ঠাই পাইছিল গৈ আৰু কবিৰৰ নাতিনীয়েকৰে সৈতে তেওঁলোকৰ দেখা হৈছিল, কিন্তু কবিৰৰ সৈতে দেখা হোৱা নাছিল। গদ্য পুথিত আছে, যে কবিৰ সেই সময়ত ঘৰত নথকা বাবে হে তেওঁৰে সৈতে শঙ্কৰদেৱৰ দেখা হোৱা নাছিল, আৰু শঙ্কৰদেৱ সশিষ্যে কবিৰৰ ঘৰৰপৰা ওলাই আহিলত বাটত কবিৰৰ সৈতে দেখা হৈছিল, কিন্তু আগৰ পৰিচয় নথকা বাবে কোনো কথাবাৰ্ত্তা নহল। দৈত্যাৰি ঠাকুৰৰ পুথিত কিন্তু এই কথা নাই। কবিৰৰ নাতিনীয়েকৰ প্ৰথম অৰ্থাৎ গিৰিয়েক ঘৰত নথকা বাবে হে তেওঁৰে সৈতে শঙ্কৰদেৱৰ দেখা নোহোৱা কথা আছে। সেই সময়ত কবিৰ ঘৰত নথকাৰ উল্লেখ নাই। আমি কিন্তু ইয়াৰ দ্বাৰাই সেই কালত কবিৰ জীয়াই নথকাটোৰ হে আভাষ পাইছোঁ। শঙ্কৰদেৱেও যে সেই কথা নাজানিছিল এনে অনুমান নহয়; কাৰণ তেওঁ মহা বৈষ্ণৱ কবিৰৰ থান দৰ্শন কৰি তেভিয়া কবিৰৰ কোন আছে এই কথা হে জানিব খুজিছিল।

"স্ত্ৰী এক দেখিলা　　　　তাহাস্ত পুছিল
কবিৰাৰ কোন আছে।"

দৈত্যাৰি ঠাকুৰৰ কথাৰ সপক্ষে আৰু এটা প্ৰমাণ আছে,—কবিৰৰ জন্ম ১৩৮০ আৰু মৃত্যু ১৪২০ খৃষ্টাব্দত। শঙ্কৰদেৱৰ জন্ম ১৪৪৯, আৰু মৃত্যু ১৫৬৮খৃষ্টাব্দত। ইয়াৰ দ্বাৰাই জনা যায় যে শঙ্কৰদেৱৰ জন্মৰ ২৯ বছৰৰ আগেয়েই কবিৰৰ মৃত্যু হৈছিল। যদি কবিৰৰ মৃত্যুৰ এই চন ঠিক হয়, তেন্তে কবিৰৰে সৈতে শঙ্কৰদেৱৰ দেখা হোৱাটো অসম্ভৱ। এইদেখি গদ্য চৰিত্ৰপুথিৰ কথা ঠিক নহয় বুলি আমাৰ মনে ধৰিছে।

ক্ৰমশঃ

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# আসামৰ কলিতা জাতি।

শ্ৰীযুত অনন্তনাৰায়ণ দেৱ গোস্বামী স্মৃতিৰত্ন ডাঙৰীয়াকে আদি কৰি কেইজনমান কামৰূপবাসী গোসাঁইৰ মতানুসাৰে লিখিত।

অতীতত ভগৱান পৰশুৰামে পিতৃহত্যাকাৰী ক্ষত্ৰিয় ৰাজশ্ৰেষ্ঠ কাৰ্ত্তবীৰ্য্যক নিধন কৰে আৰু যি ক্ষত্ৰিয় বংশজাত ৰজাৰ দ্বাৰা তেখেতৰ পিতৃহত্যা হৈছিল সেই ক্ষত্ৰিয় জাতিৰ নাম পৃথিৱীত নাৰাখিম বুলি দৃঢ়প্ৰতিজ্ঞ হৈ শতাধিক বছৰৰ ভিতৰত একৈশ বাৰ ক্ষত্ৰিয়বিলাকৰে সৈতে দুৰ্ঘোৰ যুদ্ধ কৰে। এই অবিৰাম যুদ্ধত ক্ষত্ৰিয়বিলাকে নিজ নিজ শক্তিৰ অসীম পৰাক্ৰম দেখুৱাই সন্মুখ সমৰত প্ৰাণত্যাগ কৰে আৰু অৱশিষ্ট যি থাকিল তেওঁবিলাকে যুদ্ধবিদ্যাৰ এই প্ৰকাৰ বিসময় ফল দেখি ধনুৰ্দ্ধান শিক্ষা আদি যুদ্ধবিদ্যাৰ আয়োজন ত্যাগ কৰি কৃষি বাণিজ্য আৰু লেখাপঢ়াত মনোযোগ দিয়ে আৰু এইভাৱে জীবিকা নিৰ্ব্বাহ কৰিবলৈ আৰম্ভ কৰে। সেই সময়ৰ পৰাই ক্ষত্ৰিয়বিলাক কুললুপ্তা নাইবা কলিতা নামে অভিহিত হয়; অৰ্থাৎ ক্ষত্ৰিয়ৰ ব্যৱসায় যুদ্ধ বিদ্যাদি ত্যাগ কৰি বৈশ্যৰ বৃত্তি অৱলম্বনৰ নিমিত্তেই তেওঁলোকক আন জাতিয়ে কলিতা নাম দি মাতিছিল। সেই সময়ৰপৰাই ক্ষত্ৰিয় নামৰ পৰিবৰ্ত্তন এই দৰে ঘটিছে।

অনুমান হয় কালৰ সোঁতত আৰু হিন্দুজাতিৰ উন্নতিৰ লগে লগে ক্ষত্ৰিয় জাতিৰ এই কলঙ্কিত কলিতা নাম লোপ হৈছে আৰু ক্ষত্ৰিয়োচিত নামৰ শেষত পদবী বৰ্ম্মা ধাৰণ কৰা হৈছে। বহুতে আকৌ কলিতা নাম লোপ কৰি জাতিমালাৰ অন্তৰ্ভুক্ত আতি কায়স্থ বুলি প্ৰকাশ কৰিছে আৰু কোনোৱে বা এতিয়ালৈকে কলিতা নামে সকলোৰ ওচৰত পৰিচয় দি আহিছে। এই নামৰ অগাপিছা পৰিবৰ্ত্তনৰ কাৰণ হৈছে দেশৰ উন্নতি। যি দেশে যিমান আগেয়ে উন্নতি কৰিছে সেই দেশৰ সিমান আগেয়ে কলিতা নাম লোপ পাইছে। ৰাজপুতনা, বোম্বে, মাদ্ৰাজ আৰু পঞ্জাব প্ৰভৃতিৰ ক্ষত্ৰিয়বিলাকৰ এই নাম লোপ পাবৰ বহুদিন হল; কিয়নো, পৰশুৰাম অৱতাৰৰ বহুত দিনৰ পিছতও ক্ষত্ৰিয় ৰজাবিলাকে সেইবিলাক ঠাইত ৰাজত্ব কৰিছে; পণ্ডিতে বুজা

হলেও পূৰ্ব্বকথিত নাম কলিতা বেলৈলোকে ৰখা নাই। কিন্তু বঙ্গদেশ আৰু আসাম দেশত হে এই নাম এতিয়ালৈকে আছে। বঙ্গদেশত যে কলিতা নামে এক শ্ৰেণীৰ মানুহ আছিল তাক গেইট চাহাবৰ বুৰঞ্জী (Gait's Bengal Report) পঢ়িলে জানিব পাৰি। কিন্তু আজিকালি তেওঁবিলাক বাৰেন্দ্ৰ শ্ৰেণীৰ কায়স্থ নামে সকলোৰে ওচৰত পৰিচিত। আসাম এতিয়াও ভাৰতবৰ্ষৰ আন সকলো-দেশতকৈ বিদ্যা বুদ্ধি ধন সম্পত্তি আৰু বেহা বেপাৰ সকলো বিষয়ে তলৰ খাপত; গতিকে ইয়াত কলিতা নাম আজিলৈকে চলিত আছে।

এই বিষয়ে আসামৰ বৰ আৰু সৰ্ব্বপ্ৰধান ঐতিহাসিক পণ্ডিত স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে তেখেতৰ বহুপৰিশ্ৰমৰ ফলস্বৰূপ আসাম বুৰঞ্জীৰ ১৮ পৃষ্ঠাত লেখি গৈছে "অনেকে অনুমান কৰে যে পৰশুৰামৰ ভয়ত ক্ষত্ৰিয়সকলে পলাই আহি ইয়াত বাস কৰে। এই কথা যেনেদৰে লেখিছে তেনে নহলেও ইয়াৰপৰা কোনো কালত আৰ্য্যস্ৰোত এইফালে বৈ অহাৰ কথা যে ইয়াৰে কৈছে ইয়াত সন্দেহ কৰিবৰ কোনো কাৰণ নাই। কলিতাবিলাক ইয়াত পবিত্ৰ সৎ শূদ্ৰ বুলি পৰিচিত। অনেকৰ শিষ্যাদিও আছে। ইয়াৰপৰা যে তেওঁলোক কোনো সৎকুলোদ্ভৱ লোক তাক সহজে পতিয়ান পাৰি।" উক্ত ডাঙৰীয়াই আকৌ ওপৰোক্ত বুৰঞ্জীৰ ২৩৭ পৃষ্ঠাত লেখিছে "কলিতাজাতি বহুকাল পূৰ্ব্বৰ পৰা আসাম দেশত আছে। কৃষিই ইসকলোৰ প্ৰধান ব্যবসায়। শঙ্কৰ দেৱৰ সমকালতে দেৱগোপালৰ লগত পশ্চিম প্ৰদেশৰ পৰা অহা ক্ষত্ৰিয়ও ইজাতিৰ অন্তৰ্গত হৈছে। কলিতা বিলাকৰ ভিতৰত অনেক মহাজনও আছে। প্ৰকৃতাৰ্থে জাতিমালাৰ প্ৰতি দৃষ্টি কৰিলেই জাতি কায়স্থতকৈ শ্ৰেষ্ঠ। কিন্তু হালবোৱা আৰু কৃষি ব্যবসায় কৰা বাবে অনেকে হীন বিবেচনা কৰে।" বাস্তৱতে পুঙ্খানুপুঙ্খ বিচাৰ কৰি চালে দেখা যায় যে কলিতাবিলাক ক্ষত্ৰিয় ভিন্ন আন একো জাতিৰ মানুহ নহয়। তেওঁবিলাক বৈশ্য আৰু শূদ্ৰ জাতিৰ মানুহ নহয়। কাৰণ বৈশ্য আৰু শূদ্ৰ জাতিৰ মানুহ আসামত আছে। আসামত এটি বিশেষ্য এই দেখা যায় যে ইয়াত বৰ্ম্মণ উপাধিৰ ক্ষত্ৰিয় জাতিৰ মানুহ নাই অথচ তৎপৰিবৰ্ত্তে কলিতা নামে এটি বৰ্ত্তমান ভাৰতবৰ্ষৰ আন ঠাইত নথকা জাতিৰ মানুহ আছে। ইয়াৰ দ্বাৰায়ো জানিব পাৰা যায় যে কলিতাবিলাক ক্ষত্ৰিয়। এই বিষয় বোধ

কৰে'। বিশেষকৈ বহলাই কবৰ সকাম নাই। কিয়নো, মাননীয় শ্ৰীযুত কীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণ আৰু শ্ৰীযুত ধনিৰাম দত্ত প্ৰভৃতি প্ৰতিবাদকাৰী ডাঙৰীয়াসকলে কলিতা জাতি ক্ষত্ৰিয় বুলি স্বীকাৰ কৰিছে। কেৱল তেওঁবিলাকে সামাজিক আচাৰ ব্যৱহাৰ আৰু বেহা ব্যৱসায় লৈ হে ক্ষত্ৰিয়ত্ব লোপ পোৱা বুলি কৈছে। বাৰু এতিয়া দেখা যাওক কলিতা জাতিৰ নো ক্ষত্ৰিয়ত্ব লোপ পালে নে নাই।

প্ৰথমতে, বহুত কলিতাই হাল বায় এইবাবে বহুতে তেওঁবিলাকক হীন বিবেচনা কৰে। এতিয়া দেখা যাওক যদি কলিতাবিলাক ক্ষত্ৰিয় হয় তেনেহলে ক্ষত্ৰিয়বিলাকে হাল বাব পায় নে নাপায়! যদি নাপাই তেওঁবিলাকে হাল বোৱা বাবে অৱশ্যে শূদ্ৰত্ব প্ৰাপ্ত হৈছে। ক্ষত্ৰিয়ই হাল বোৱা সম্বন্ধে মনুসংহিতাত কৈছে "জীবেদেতেন ৰাজন্য সৰ্ব্বেনাপ্যনয়ং গতঃ। ন ত্বেবং জ্যায়সীং বৃত্তিমভিমন্যেত কৰ্হিচিং॥" মনুসংহিতা। অৰ্থাৎ ক্ষত্ৰিয়ই স্বব্যৱসায়ত পৰিবাৰ পালন কৰিব নোৱাৰিলে আপদকালত ব্ৰাহ্মণে যি ব্যৱসায় আশ্ৰয় কৰি চলিব সেই ব্যৱসায় গ্ৰহণ কৰিব। এতিয়া দেখা যাওক আপদ কালত ব্ৰাহ্মণে কি বৃত্তি অৱলম্বন কৰিব পাৰে। এই বিষয় মনুসংহিতাত কৈছে "উভাভ্যামপ্য জীবংস্তু কথং স্যাদিতি চেদ্ভবেং। কৃষি গোৰক্ষমাস্থায় জীবেদ্বৈশ্যস্য জীবিকাং॥" মনুসংহিতা। আৰ্থং আন উপায়ে ব্ৰাহ্মণে জীবিকা নিৰ্ব্বাহ কৰিব নোৱাৰিলে কৃষি আৰু গৰু আদি পুহি ও জীবিকা নিৰ্ব্বাহ কৰিব পাৰে। গতিকে বিপদৰ সময়ত ক্ষত্ৰিয়ই কৃষিকাৰ্য্য কৰি জীবিকা নিৰ্ব্বাহ কৰি অহা বাবে তেওঁবিলাক পতিত হোৱা নাই, ক্ষত্ৰিয় হৈয়ে আছে।

দ্বিতীয়তে, বহুত কলিতাই বিধৱা বিয়া কৰায়। এই বিয়া লৈ কলিতা ক্ষত্ৰিয়বিলাক জাতিভ্ৰষ্ট হল নে নাই? হিন্দুধৰ্ম্ম শাস্ত্ৰকৰ্ত্তা মহামুনি পৰাশৰে লিখি গৈছে—

"নষ্টে মৃতে প্ৰব্ৰজিতে ক্লীবেচ পতিতে পতৌ।
পঞ্চাস্বাপৎসু নাৰীণাং পতিৰন্যো বিধীয়তে॥"

অৰ্থাৎ স্বামী অনুদ্দেশ হলে, মৰিলে, ক্লীব হলে, সংসাৰ ধৰ্ম্ম ত্যাগ কৰিলে অথবা পতিত হলে তিৰুতাবিলাকৰ পুনৰায় বিয়া হোৱা উচিত। কলিকালৰ আচাৰ ব্যৱহাৰ আৰু ধৰ্ম্ম কৰ্ম্ম কি ধৰণৰ হোৱা উচিত এই বিষয়ে কেইজন

মান ঋষিয়ে ব্যাসদেৱক সোধাত তেখেতে কয় যে তেওঁ সেই বিষয়ে সিমান তত্ত্বজ্ঞ নহয়, আৰু মহামুনি পৰাশৰক সুধিবলৈ কয়। তেতিয়া ব্যাসদেৱে সেতে আন কেইজন ঋষিয়েও পৰাশৰৰ ওচৰলৈ গৈ সোধাত বিয়াৰ বিষয়ে ওপৰোক্ত শ্লোকটি পৰাশৰে আবৃত্তি কৰে। গতিকে বিধৱা বিয়াৰ দ্বাৰাই আমি কলিতা জাতিৰ ক্ষত্ৰিয়ত্ব লোপ পোৱা বুলি কব নোৱাৰোঁ। কিয়নো, যি কাম শাস্ত্ৰানুমোদিত তাক আমি হাজাৰ মুখে কলেও সি অগ্ৰাহ্য নহয়। অনেক পণ্ডিতে অনুমান কৰে যে এই শ্লোকৰ অৰ্থ অনুসাৰে বিধৱাৰ বিয়া নুবুজায়, বাক্‌দত্তা কন্যাৰ বিয়াৰ বিষয় হে বুজায়। কিন্তু বাস্তৱিকপক্ষে তেওঁলোকে যদি এই বিষয় লৈ আন আন শাস্ত্ৰ পুঙ্খানুপুঙ্খৰূপে আলোচনা কৰে তেতিয়া দেখিবলৈ পাব যে এই শ্লোকটিৰ দ্বাৰা বিধৱা স্ত্ৰীৰ পুনৰ বিবাহ বিষয় হে অৰ্থ কৰিছে। তৃতীয়তে সংস্কাৰহীন হোৱা কিছুমান কলিতাই উপনয়নাদি জাতকৰ্ম্মাদি নকৰে। এই এই বিষয়েও শাস্ত্ৰালোচনা কৰিলে দেখা যায় যে—

"অশ্ৰেয়াণ শ্ৰেয়সীং জাতিং গচ্ছত্যাসপ্তমাদ্‌ যুগাৎ।
শূদ্ৰো ব্ৰাহ্মণতামেতি ব্ৰাহ্মণশ্চৈতি শূদ্ৰতাম্‌॥" মনু সংহিতা,

অৰ্থাৎ সাত যুগ অতীত হলে হে শূদ্ৰ ব্ৰাহ্মণ আৰু ব্ৰাহ্মণ শূদ্ৰ হব পাৰে। গতিকে এই অলপ দিন সংস্কাৰ নোহোৱা বাবে কলিতাবিলাকৰ ক্ষত্ৰিয়ত্ব লোপ হোৱা নাই। এই বিষয় লৈ আকৌ মাননীয় শ্ৰীযুত কীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণ ডাঙৰীয়াই কৈছে—

শনকৈস্তু ক্ৰিয়া লোপাদিমাঃ ক্ষত্ৰিয় জাতয়ঃ।
বৃষলত্বং গতা লোকে ব্ৰাহ্মণাদৰ্শনেন চ॥

অৰ্থাৎ অনেক পুৰুষৰ পূৰ্ব্বেই ক্ষত্ৰিয়োচিত কাৰ্য্য আৰু ৰীতি নীতি লোপ হোৱা বাবে ক্ষত্ৰিয়ত্ব থাকিব নোৱাৰে। কিন্তু ওপৰোক্ত দুই শাৰীৰ লগত আৰু দুই শাৰী যোগ দি দেখা যাওক—

পৌণ্ড্ৰকাশ্চৌড্ৰ দ্ৰাবিড়াঃ কাম্বোজা যবনাঃ শকাঃ
পাৰদাঃ পহ্লবাশ্চীনাঃ কিৰাতা দৰদাঃ খশাঃ॥

অৰ্থাৎ যি সকল ক্ষত্ৰিয় ওপৰোক্ত দোষত বৃষলত্ব প্ৰাপ্ত হৈছিল সেইসকলৰ নাম যথা পৌণ্ড্ৰক, ওড্ৰ, দ্ৰাবিড়, যবন, শক, পাৰস্য, পহ্লব, চীন, কিৰাত, দৰদ আৰু খশ। গতিকে আসামৰ ক্ষত্ৰিয়জাতি কলিতা দেখোন তাৰ

ভিতৰত সোমোৱা দেখা নাযায়। গতিকে তেওঁবিলাক এতিয়ালৈকে ক্ষত্ৰিয় হৈ আছে। গতিকে তলত লিখা শ্লোক মতে তেওঁবিলাকে যেতিয়ালৈকে নাইবা যিবিলাকে উপবীত গ্ৰহণ নকৰে তেতিয়ালৈকে বাৰ দিন অশৌচ পালন নকৰি এমাহ পালন কৰিব লাগিব—

উপবীতি ক্ষত্ৰিয়শ্চ দ্বাদশাহেন শুদ্ধতি।

মাসেনানুপনীতশ্চ ক্ষত্ৰিয়ঃ শুদ্ধ্যতে তথা॥ বৃহন্নাৰদীয় পুৰাণ।

কিন্তু যেতিয়াৰপৰা তেওঁবিলাকে ব্ৰাত্য প্ৰায়শ্চিত্ত হৈ উপবীত গ্ৰহণ কৰিব তেতিয়াৰপৰা বাৰ দিন অশৌচ পালন কৰিব লাগিব। যেনে—

শুধ্যেদ্বিপ্ৰো দশাহেন দ্বাদশাহেন ভূমিপঃ।

বৈশ্য পঞ্চদশাহেন শূদ্ৰো মাসেন শুদ্ধতি॥ মনু।

ব্ৰাত্য এটা উপপাতক মাত্ৰ। তাৰ কাৰণ কেৱল চান্দ্ৰায়ন ব্ৰত ও গাই এজনী দান কৰিলেই হয়। "যেনে ব্ৰাত্যশ্চান্দ্ৰায়ণঞ্চৰেৎ গোপ্ৰদানঞ্চকুৰ্য্যাৎ।"—সংসাৰ তত্ত্ব। আকৌ বৈশম্পায়ন সংহিতাত লেখিছে –

"সৰ্ব্বধৰ্ম্ম বহিভূ্তঃ সৰ্ব্ব পাপৰতস্তথা।

মুচ্যতে নাত্ৰ সন্দেহো বিষ্ণোৰ্ণামানুচিন্তনাৎ॥"

অৰ্থাৎ সকলো ধৰ্ম্মৰ বহিভূ্ত কাম আৰু সকলো প্ৰকাৰ পাপত আসক্ত থাকিলেও বিষ্ণুৰ নাম স্মৰণ কৰিলে নিশ্চয় সকলো প্ৰকাৰ পাপৰ পৰা মুক্ত হয়।

এইবিলাক কাৰণে যিবিলাক কলিতাই উপনীত গ্ৰহণ কৰিব খোজে তেওঁবিলাকে ওপৰোক্ত প্ৰায়শ্চিত্ত হলেই হব। আজিকালি আমি দেখিবলৈ পাওঁ যে বেছিভাগ কলিতাই তেওঁবিলাকৰ নামৰ শেষত দাস লেখে, কিন্তু বাস্তৱতে তেওঁবিলাকে বৰ্ম্মা লিখা হে উচিত। কিয়নো দাস উপাধিৰপৰা তেওঁবিলাক যে শূদ্ৰজাতিভুক্ত তাকে হে বুজায়। শাস্ত্ৰত কৈছে—

শৰ্ম্মবদ্ব্ৰাহ্মণস্য স্যাদ্ৰাজ্ঞো ৰক্ষা সমন্বিতং।

বৈশ্যস্য পুষ্টি সংযুক্তং শূদ্ৰস্য পৈষ্য সংযুতং॥ মনুসংহিতা।

সেইদেখি কলিতাবিলাকে বৰ্ম্মা উপাধি লিখিলে হে শাস্ত্ৰানুমোদিত হয়। যদি কোনোৱে কয় যে কলিতাবিলাকে এতিয়াৰপৰা বৰ্ম্মা উপাধি লৈ শ্ৰাদ্ধাদি কৰিলেই থাক, কিন্তু ইমান দিন যে দাস বুলি তেওঁবিলাকে যিবিলাক শ্ৰাদ্ধাদি কৰিছিল সেইবিলাক তো জেনেই পণ্ড হৈছে। তাৰ উত্তৰত আমি কওঁ যে দাস

বুলি শ্ৰাদ্ধাদি কৰিলেও যাৰ উদ্দেশ্য কৰা হৈছিল তেওঁবিলাকে পাইছে। কিয়নো শ্ৰীকৃষ্ণই যেতিয়া স্তেমন্তক মণি বিচাৰি পাতাললৈ গৈছিল সেই সময়তে তেওঁ মৃত্যু হোৱা বুলি প্ৰেতকৰ্ম্মাদি কৰা হৈছিল। কিন্তু সেইবিলাক কৰ্ম্ম বৃথা যোৱা নাছিল বৰং তাৰপৰা তেওঁৰ ক্ষমতা হে বাঢ়িছিল। সেইদেখি দাস বুলি শ্ৰাদ্ধ কৰিলেও সি বৃথা হোৱা নাই।

বহুতে কব পাৰে, আজিকালিৰ দিনত জাতি লৈ ইমান গোলমাল কৰাৰ সকাম নাই। সেই কথা আমিও স্বীকাৰ কৰোঁ; কিন্তু আমি যদি গ্ৰীচ, ৰোম, ইংলণ্ড প্ৰভৃতি দেশৰ হেজাৰ বছৰৰ আগত কোন বজা হৈছিল আৰু তেওঁৰ বাপেকৰ পুতেকৰ নাম জনা উচিত তেনেহলে আমি আমাৰ বংশ পৰিয়াল ক'ৰ পৰা আহিল তাকো জনা উচিত নহয় নে? ইমানতে কলিতা জাতি সম্বন্ধে আমাৰ বক্তব্য শেষ কৰি কওঁ যে উপবীত নোলোৱা সত্বেও যদি বৰ্ত্তমান অৱস্থাত কলিতাবিলাকৰ ক্ষত্ৰিয়ত্ব লোপ পোৱা নাই তেতিয়া হলে কায়স্থ জাতি শ্ৰেষ্ঠ নে কলিতা শ্ৰেষ্ঠ সেই বিষয় পাঠকসকলে নিজৰ ভিতৰত বিচাৰ কৰি চাব। অৱশেষত আমি আমাৰ বিদ্যাভূষণ ডাঙৰীয়াক একামাৰ কথা সুধুধি প্ৰবন্ধ শেষ কৰিব নোৱাৰিলোঁ। তেওঁ যে কৈছে যে কায়স্থবিলাকে সংস্কৃত হৈ উত্তৰী গ্ৰহণ কৰে আৰু সেই বাবে তেওঁবিলাক কলিতাতকৈ শ্ৰেষ্ঠ। ইয়াৰ উত্তৰত আমি বিদ্যাভূষণ ডাঙৰীয়াক সোধোঁ যে তেখেতৰ মতে যদি কায়স্থবিলাক প্ৰকৃত শূদ্ৰই হয় তেনেহলে শূদ্ৰই উত্তৰী গ্ৰহণ কোন শাস্ত্ৰানুমোদিত? *

শ্ৰীকাশীনাথ তালুকদাৰ।

---

* মহপাঠ খুজিও এবাৰ নোৱাৰি এই প্ৰবন্ধ ছপালোঁ। এইবাবৰপৰা এই বিষয়ে কোনো বাদ প্ৰতিবাদ বাহীত মহপাঠ। সম্পাদক।

# সুখগীত ।

দুখ শোক যত পাহৰি এবাৰ
সুখগীত হৰষত
নতুন পুৱাত নতুন সুৰেৰে
গাওঁ সবে উলাহত,
দিওঁ দূৰ কৰি মনৰ কুঁৱলী,
ভিন্ ভাব যেন নেৰাখোঁ সমূলি,
প্ৰীতি—পুষ্পাঞ্জলি, ভাই বন্ধু মিলি,
জননীৰ চৰণত
দিওঁ হেঁপাহেৰে, গাওঁ উলাহেৰে
সুখগীত হৰষত ॥

মিছামিছি কিয় ভাবোঁ বহি বহি
যত অতীতৰ কাহিনী,
পুৱা সূৰুযৰ সুখ কিৰণত
কিয় বিষাদৰ ৰাগিণী ?

সকলোটি আহি হাঁহি মাতি যায়,
কোনোৱে কেনিও উভতি নেচায়,
নাচি নাচি আহি, যায় হাঁহি হাঁহি,
নলয় অলপো জিৰণি।

সেইদেখে আমি হাঁহি মাতি যাম,
কিয় বিষাদৰ ৰাগিণী ?
মুকলি আকাশ, মুকলি ধৰণী,
এনে সুখ সময়ত,
যিহকে পাইছোঁ তাকে তুলি লই
থাকোঁ সুখে জগতত,

আকাশ-কুসুম আশাও নকবোঁ,
মিছাকৈয়ে তাব পিছতো নলবোঁ,
হাবাথুবিখাই বিচাবি নেপাই
পবোঁ কিয় ভাগবত ?
শান্তিবে যদি থাকিবলৈ পাওঁ
জগতব এচুকত ॥
ফুলটি শুকালে পুনু ঠন ধবি
নেহাঁহে মধুব হাঁহিটি ;
সুখব অন্তত সেধোঁ চাবি পিনে
কিয় বিষাদব ছবিটি ?
সুখ দুখ যত এই সংসাবত
হয় সব লয় কালব হাতত,
বাঢ়িলে বাঢ়ক, টুটিলে টুটক,
কিয় নো শোকব গীতটি ?
এদিন সকলো ঢুকাব যেতিয়া
কিয় খেজাবব সুবটি ?
কর্ত্তব্য পথত ধীবে আগুবাম
ক্ষুদ্র স্বার্থ পবিহবি ।
কবিব লগীয়া যত কাম আছে
যাম সকলোটি কবি ।
নিজা কবি লম অইসব দুখ,
পাবোঁমানে দিম সকলোকে সুখ,
সকলোটি মোব যেন আপোনাব,
কেতিয়াও নেপাহবি
এটি এটি কবি যত কাম আছে
যাম হাঁহি মুখে কবি ॥
কর্ত্তব্য অন্তত মাগিম মেলানি,
বজাম বিদায় বীণ,

চাওঁতে চাওঁতে সুন্দৰ ই ধৰা
কেনিবা হব বিলীন.
সংসাৰ মাজত দুটি এটি সুৰ,
পাৰোঁ। যদি কৰি যায় সুমধুৰ,
সি সুৰ বাজিব, সদায় থাকিব,
বাজে যেন চিৰদিন,
সংসাৰৰ খেলা সামৰি ভেতিয়া
হ'ম অনন্তত লীন ॥

"বন্ধু"

---

# মণিপুৰ যাত্ৰা।

( ৩ )

আমাৰ এই সময়ৰ মানসিক অৱস্থা ইমান দিনৰ পাছত এতিয়া সঠিককৈ বৰ্ণনা কৰিবলৈ চেষ্টা কৰা মিছা। অকল কল্পনাৰ বলেৰে জহত জাবৰ ভাব আৰু আৱৰত অহৰ ভাবটো সঠিককৈ উপলব্ধি কৰিবৰ শক্তি কেই জনৰ আছে? যেই হক, বাঘৰ গোঁজৰণি শুনি আমি খোজেপতি বিপদৰ আশঙ্কা কৰিবলৈ ধৰিলোঁ। এটা দুটা গোঁজৰ মাৰি যদি বাঘটোৱে মনে মনে থাকিলহেঁতেন ভেও এটা কথা। কিন্তু ই কি? গোঁজৰৰ লানি নিছিগাই হল! আমি নিঃশব্দে খোজ কাঢ়ি খুব বেগাই আগ বাঢ়িবলৈ ধৰিলোঁ। এবাৰ ফুচ্‌ফুচাই প্ৰথম সজীজনক লানি-নিছুগা গোঁজৰৰ বিষয়ে কিবা কথা এবাৰ কলোঁ। ভেওঁ পেটত (?) ৰাম নাম জপ কৰি নিঃশব্দে আগ বাঢ়িবলৈ উপদেশ দিলে। সেই দিনাখন অমাবস্যা আছিল নে নাই কব নোৱাৰোঁ; কিন্তু "সূচীভেদ্য অন্ধকাৰ" আদি মোৰ এন্ধাৰৰ যতবোৰ কৰিয়ে কৰা বৰ্ণনা কিতাপত পঢ়িছিলোঁ। তাৰ এটাইবোৰৰে সত্যতা সেই দিনাখনৰপৰা পাহৰিব নোৱৰাকৈ উপলব্ধি কৰিলোঁ। খোজেপতি গছৰ জোপাটোকে হাতী বুলি ভ্ৰম হবলৈ ধৰিলে। আৰু খোজেপতি বৈ বৈ অতি সাৱধানে আগবাঢ়িবলৈ ধৰিলোঁ।ইক—আমাৰ কাল্পনিক হাতীও বৈ থাকে আমিও বৈ থাকোঁ, পাছত

ভ্ৰম ভাগিলে আকৌ আগবাঢ়োঁ। এইদৰে মোৰ বিপদাশঙ্কাৰ ভিতৰতো মাজে মাজে হুঁাহিৰ জিলিকনিয়ে পোহৰ দি যাবলৈ ধৰিলে।

গধূলি বাঘৰ খোজ দেখিয়েই মোৰ বিপদৰ আশঙ্কা হৈছিল। কিন্তু এনে দুৰ্ভাগ্যৰ কথা, বাঘৰ চকুত ঘূৰি দিবলৈ (!!) মোৰ "কলমৃত্ৰাচ" কটাৰীখনো মই পাহৰি ঘৰতে এৰি থৈ আহিছিলোঁ। অকল বেছেৰা লোৰ দাণ্ডিৰ ছাতিটোৱে নো অকলৈ বাঘৰ আগত কি কৰিব? সেইবাবে মই গধূলিতেই, আলিবাটত পৰি থকা টোকোন-মূৰা গছৰ ঠাল এটাকে মহাঅস্ত্ৰৰূপে হাতত তুলমাই লৈছিলোঁ। বন্ধু কিজনেও দেখাক দেখি তাকে কৰিছিল। থৰিৰ লগৰ হলেও এই টোকোন কিডালে যে আমাক ভালেমান সাহ দিছিল তাত কোনো সন্দেহ নাই! বাঘে তো আক লাঠি খেলিব নেজানে? যেনিয়ে তেনিয়ে এটাডোল মাৰিলে তাৰ গাত লাগিবই লাগিব। গাত নেলাগিলেও নোমত যে লাগিব তাৰ কোনো সন্দেহ নাই।

যেই হক, আমি আগবাঢ়িবলৈ ধৰিলোঁ। কিন্তু আগবঢ়াতো এটা বিশেষত্ব আছিল। আমি কোনেও কাৰো পাছ নপৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ আগ বাঢ়িছিলোঁ। কিয়নো, পাছ পৰা জনক বাঘে পাছ ফালৰপৰা লাহেকৈ ধৰি পেলালে, তেওঁ টোকোনৰ সদ্ব্যৱহাৰ কৰিব নোৱৰাকৈয়ে মৰিব লাগিব। আগত গলে, পাছ ফালৰপৰা হঠাৎ বাঘে আক্ৰমণ কৰিব খুজিলে অন্ততঃ তাৰ এটা আগ-জাননী পোৱা যাব। "আগত যায়, বাঘে খায়" ইত্যাদি প্ৰবাদ বাক্যত কিমা সত্য আছে নে নাই কব নোৱাৰোঁ। কিন্তু আমি আমাৰ ওপৰত দিয়া যুক্তিষাৰকে হে সাৰোগত কৰিছিলোঁ। মানুহে কয় "বাঘত ঠৰ"। প্যাৰিচৰণ সৰকাৰৰ "চেকেও বুকত" ভালুকৰ হাতত পৰি, উশাহ বন্ধকৈ মৰা তাও জুৰি ৰক্ষা পোৱাৰ সাধু আছে। "বাঘত ঠৰ" কথাষাৰত অলপ যুক্তি আছে। কিন্তু "ভালুকত মৰ" উপদেশটো কিমান কাৰ্য্যকৰী কব নোৱাৰোঁ। কিন্তু এই সময়ত আমি যে এইবোৰ উপদেশৰ একোকে পালন কৰিব নোৱাৰিলোঁহেঁতেন সেইটো এক ৰকম নিশ্চয়।

"টেমি-মূৰ নেদেখা" এন্ধাৰ। ততুপৰি কেনিও ওচৰত বিতে শুনাৰ ভিতৰত মানুহ থকাৰ উমান নাই। বাঘৰ আক্ৰমণত সহায় পাবৰ নিমিত্তে চিঞৰ মাৰি দিলেও আক কেইটামান বনৰ বাঘ হে ওলাই আহিবৰ সম্ভৱ।

মৰম লাগি যদি দুটা চাইটা হাতী, গাহৰী বা ভালুক ওচৰ চাপে তাতো বৰ লাভ নাই। আজি ৰাতিটোৰ ভিতৰত যে বাটটো ওৰ পৰিব তাৰো কোনো নিশ্চয় নাই। প্ৰতি মুহূৰ্ত্তে প্ৰতি খোজতে কোনো বন্য জন্তুৰ হাতত পৰি মৰিবৰ ভয়। সশস্ত্ৰ অৱস্থাত মৰিলেও দোষ নাই। কিন্তু নিৰস্ত্ৰ অৱস্থাত এইদৰে মৰা আত্মহত্যাৰ নামান্তৰ মাথোন। সেইবাবে মই বন্ধু কিজনৰ কাণে কাণে প্ৰস্তাৱ কৰিলোঁ যে আমি তিনোৰো তিনটা টেলিগ্ৰাফৰ খুটাত উঠি কোনোমতে হাবিতে ৰাতিটো নিয়াওঁহঁক; ৰাতি পুৱালে আকৌ আগবঢ়া যাব। এলেহুৱা এটয়ো এইদৰে এবাৰ কেনেবাকৈ নাদত পৰিলত কৈছিল "আজি আৰু ইয়াতে থাকিব লাগিল" আৰু ওপৰলৈ উঠিবলৈ চেষ্টা নকৰি নাদৰ ভিতৰতে থাকিবৰ দিহাপোহা কৰিছিল। গছ নিবিচাৰি যে টেলিগ্ৰাফৰ খুটা বিচাৰিলোঁ তাৰো এটা কাৰণ আছে। আলিবাটটোৰ দুই কাষে নিচেই ওচৰত ডাঙৰ গছ থকা বুলি বোধ নহল। টেলিগ্ৰাফৰ খুটা হলে নিচেই ওচৰতে আছিল। কিন্তু টেলিগ্ৰাফৰ খুটাবোৰ ভালেখিনি আঁতৰে আঁতৰে থকা বাবে আৰু তাত উঠা আৰু তাৰ ওপৰত ৰাতিটো নিওৱা টান হব বুলি বিবেচনা কৰি কোনোমতে ঈশ্বৰক চিন্তি গৈ থকাটোৱেই ভাল বিবেচনা হোৱাত তাকে কৰা গল।

আমি আগবাঢ়িবলৈ ধৰিলোঁ। পৰস্পৰে পৰস্পৰতকৈ আগ হৈ থকাৰ চেষ্টা চলি থকা বাবে আমাৰ এক ৰকম লৰি যোৱা হে হৈছিল। ডাৱৰীয়া নিশা সত্বেও আমি ঘামিবলৈ ধৰিলোঁ আৰু পিয়াহত আমাৰ ডিঙি শুকাই যাবলৈ ধৰিলে। আমি বৰ ভাগৰিলোঁ। যেই হক, ভালেমান পৰ খোজ কাঢ়িবৰ পাছত মাঘৰ গাত ক্ৰমে দুৰ্ণীয়া হৈ পৰিল। কিন্তু ঘামৰ মাত দুৰ্ণীয়া হলে কি হব? হাতীয়ে ডাল ভঙাৰ শব্দ পুৰা মাত্ৰাত চলি আছে। ভাগৰ যেতিয়া বৰ বেছি হল তেতিয়া ভয় বহুত পৰিমাণে কমি গল। কিম্বা দুঃসাহৰ (desperate) ভাৱ এটাই আহি ভয়ৰ ঠাই অধিকাৰ কৰি ললেহি। কিন্তু আমি খোজকঢ়া বন্ধ নকৰিলোঁ। ভালেমান পৰ যাবৰ পাছত ঠাই ডোখৰ অলপ মুকলিমূৰা মুকলিমূৰা যেন লাগিল। দূৰৈত মানুহৰ গাওঁ হুনা যেন লাগিল। — দূৰৈত দুৰ্গৰ দেৱালৰ লেখিয়া কিবা এটা বগা ওখ বস্তু দেখা গল। আমাৰ গাও জীৱ আহিল। এইয়ে "নীচুগাৰদ" নেকি? আমি জানিছিলোঁ ডিমাপুৰৰপৰা গৈয়েই "নীচুগাৰদ" পায়। আৰু অলপ আগ বাঢ়িলত মানু-

হৰ স্পষ্ট মাত শুনা গল। ক্রমে আমি সেই দেৱালৰ আকৃতিৰ দৰে বস্তুটোৰ ওচৰ চাপি দেখিলোঁ, সেইটো দুৰ্গ নহয়, পৰ্ব্বত হে। এতিয়াৰ কমি যোৱাত সকলো বস্তু ভালেমান পৰিষ্কাৰ দেখা যাবলৈ ধৰিলে। ওচৰতে এখন কেঞা-ৰ গোলা আৰু মানুহ। আলিবাটৰ কাষতে কিছুমান শিল ভাঙি দ'মাই থৈছিল। আমি সেই শিলৰ ওপৰতে টোপোলাই সৈতে শুই ললোঁ। কেলিষা ওচৰেদি "হৰ হৰ কল্ কল্" কৈ পানীৰ সোঁতে এটা বাগৰি যোৱাৰ শব্দ শুনা যাবলৈ ধৰিলে। আমি বহুত পৰ সেই শিলৰ দ'মৰ ওপৰতে পৰি থাকিলোঁ। এই ভগা শিলগুটীৰ বিছনাৰ আগত তুলিৰ বিছনা নিচেই তুচ্ছ যেন বোধ হল। নিশা কিমান হৈছিল কব নোৱাৰোঁ, কিন্তু আমাৰ বাৰ এক বাজি যোৱা যেন বোধ হল। ওচৰৰ গছ গছনিৰ মাজৰপৰা নানা বিধৰ পতঙ্গৰ সঙ্গীত আহি আমাৰ কাণত ধ্বনিত হবলৈ ধৰিলে। তাৰ ভিতৰৰ "টক্কো" শব্দ-টোৱে আমাৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিলে। ই নিজান ঠাইৰ নিজান নিশাৰ উপযুক্ত বাজনা। অভিজ্ঞ সঙ্গীজনে কলে, সেইটো হেনো কিবা সাপৰ মাত। ভালেখিনি পৰ জিৰাবৰ পাছত আমি ৰাতি থাকিবৰ ঠাই বিচাৰি কেঞা-গোলাৰ ফাললৈ খোজ ললোঁ। ক্রমশঃ

শ্রীজ্ঞানানন্দ জগতী।

---

# বাঁহীৰ সম্পাদকলৈ এখনি চিঠি।

সবিনয় নিবেদনমিদং—

মোৰ বহু কষ্ট পৰিশ্ৰম গবেষণাৰ ফল, আৰু বন্ধুবৰ্গ প্ৰশংসিত এই উচ্চ ভাবপূৰ্ণ সাধুভাষাত লিখিত 'কবিতাটি' আপোনাৰ কাকতত প্ৰকাশকৰণাৰ্থে প্ৰেৰণ কৰিলোঁ। আজিকালি আমাৰ দেশত এবম্বিধ 'কবিতা' অতি বিৰল আৰু তাৰ ঠাই সাধাৰণ কথাৰে "লিখিতা" কবিতাই অধিকাৰ কৰিছে। ইয়াৰ কাৰণ এই যে আজিকালি সকলোৱে অইন কি সৰু সৰু লৰাবোৰো আদিপাঠ সমাপন কৰিয়েই কবিতাত ধৰে। ই যে কেৱল আজিৰ লৰাই পৰভৃৰ গীত গোৱা ও অনধিকাৰ প্ৰবেশ মাত্ৰ তাক বুজাই মোৰ বহুমূল্যীয়া মগজু নষ্ট কৰা নিষ্প্ৰয়োজন বুলি হে মোৰ মহৎ বিবেচনাই ধৰে।

পিছে সিসব কথা এৰি মই ইয়াকে হে কব খোজোঁ। যে আপুনি অনুগ্ৰহ কৰি মোৰ এই কবিতাটি ছপাব, নহলে মই মৰ্মান্তিক শোক পাম। ইদানীং অন্যান্য সাহিত্য-পত্ৰিকাবিলাকত যে পঞ্চম ষষ্ঠ শ্ৰেণীপাঠী বালক বৃন্দবো কবিতা কুলাই পাচিয়ে নধৰাকৈ পোহাৰ মেলিবলৈ ধৰিছে এই কথা কাৰো বিশেষতঃ মোৰ অবিদিত নহয়। এনে স্থলত আপুনি বিদ্যা বুদ্ধিৰ প্ৰকৃষ্ট পৰিচয় লাভ কৰিও যদি মোৰ এই কবিতা-ৰাণীক আপোনাৰ পত্ৰিকা-সিংহাসনত উপবেশন নকৰায় তেনেহলে যে নিশ্চয় মই অত্যন্ত লজ্জিত হম আৰু মোৰ যে বন্ধুসকলে মোক বিদ্ৰূপবাণেৰে জৰ্জ্জৰিত কৰিব এই কথা দুআষাৰ বোধ কৰোঁ। আপোনাৰ সুকলমে বোধগম্য হব। এইখিনিতে মই আপোনাক আৰু এটি কথা প্ৰুপ্তভাৱে কৈ থওঁ অবধান কৰক। আপুনি যদি মোৰ এই কবিতাটি ছপা কৰে তেনেহলে মই আপোনাক বহুত উপকাৰ কৰি দিম। যথা—প্ৰথমতঃ, মোৰ এই বছৰৰ আৰু গতবৰ্ষৰ বাঁহীৰ বৰঙনি ফেৰি এই কবিতা আপোনাৰ কাকতত ওলোৱা মাত্ৰকে ডাকযোগে পঠাই দিম। দ্বিতীয়তঃ, মোৰ চিনা-জনা আমোলা-মহৰি, টেকেলা-বেতনা, গাওঁবুঢ়া যাকে য'তে পাওঁ মই ফাচ্-ফুচ কৰি ও আপোনাৰ অজ্ঞাত নানা উপায় অবলম্বন কৰি কুচুলাই বাঁহীৰ গ্ৰাহক কৰি দিম বুলি মই এইখিনিতে কাণত ধৰি অঙ্গীকাৰ কৰিছোঁ। ইয়াতো আপোনাৰ মন নটলিব নে? বাঁহী নো ইমান নে—মাদৃশ সৰ্ব্বজন পূজিত ও প্ৰশংসিত ব্যক্তিৰ ৰচনাও ই মোৰ বুলি গ্ৰহণ কৰি নিজক সৌভাগ্য-যুক্ত নকৰিব নে? যদি নকৰে অৰ্থাং যদি প্ৰকাশ নকৰে তেন্তে আত্মপৰিমাত ওকদ্দি থকা আপোনাক আৰু এটি কথা ঠাইতে কাণে কাণে কৈ থওঁ। তদ্ যথা—যদি হে মোৰ এই কবিতা-কুসুমটি বাঁহী-গোলাপ পুলিয়ে ধাৰণ নকৰে, তেনেহলে মই তো নিজৰ বৰঙনি নিদিওঁৱেই, আন কি, মই বুকু ফিন্দাই কওঁ, দিবলৈ আগবঢ়া কেইজনকো বাটে ঘাটে ধৰি বাধা দি স্বয়ং আমুকা প্ৰতিবন্ধক হম আৰু নিশ্চয় কৈছোঁ দীঘল ডাঙৰ প্ৰবন্ধ লিখি অইন কাকতত জাহিৰ কৰি দিম। মুঠতে কবলৈ গলে নানা ৰকম সুচল বিচাৰি আপোনাৰ অনিষ্ট কৰিবলৈ কোনো চেষ্টাৰ ত্ৰুটী নকৰোঁ। তেতিয়াহে বাঁহী নো আমাৰ দেশত কেনেকৈ চলে দেখিম। অতএব ডাঙৰীয়া, আপুনি অনুগ্ৰহ কৰি পা চাই চলিব। কবিতাটি তলত দিয়া হল। অলমতি বিস্তৰেণেতি। ত্বদীয় শ্ৰীৰোহিণীকুমাৰ চৌধুৰী।

# কবিতা-কুসুম ।

( ১ )

ফুল বাগিছাৰ মধ্যে যেনে গোলাপ শোভয়,
সাহিত্য-উদ্যান মাজে কবিতা-কুসুম সৌৰভ বিলায় ;
নানা বৰ্ণৰ ভ্ৰমৰ যেনে গোলাপ মধু খায়,
চুলীয়া কবিগণে তেনে প্ৰকৃতিৰ ৰূপগুণ গায় ।

( ২ )

———

(ক্ৰমশঃ

শ্ৰীমইবৰ বকৰা ।

পুঃ—নানাৰূপ বৈষয়িক কাৰ্য্যত ব্যস্ত থকাৰ গতিকে কবিতাটি বহলাই লিখিবলৈ অৱসৰ নাপালোঁ। বাইজৰ ওচৰত যথোচিত সম্মান ও সমাদৰ পালে মোৰ কবিতাকুসুমে নতুন পাহি মেলি ঠন ধৰি সৰুবৈক ফুলি উঠি এই বসন্ত কালত যে পুষ্পাঞ্জলি হৈ পৰি সৌৰভ বিলাই জগজনক মুগ্ধ কৰিব তাকো আশা কৰিব পাৰি ।   ৰ, ক, চ ।

পুঃ পুঃ—আজিকালি সকলো লিখকে নিজ নিজ কবিতা বা অন্য ৰচনাৰ তলত স্বকীয় নাম নিদি কিবাকিৰি বাৰ-ভচহ নামযোৰ দিয়া দেখি মোৰো বুঢ়া-গা উঠিলত, 'মইবৰ বকৰা' ইতি নবাখ্যা সুশোভিত হৈ অৱতাৰ হৈলোঁ, ও ভবিষ্যতলৈ যে এই নামেৰেই অসম-সাহিত্য-আকাশত তৌটাতৰা জিলিকা দি জিলিকি অথবা অসম-সাহিত্য-ফুলনিত ঢেপাইতিতা ফুল ফুলাদি ফুলিম বুলি এই জাননী দি অসমীয়া ভ্ৰাতৃবৃন্দক আনন্দপুলকিত কৰি পত্ৰিকাৰ সমাপ্তি সম্পাদন কৰিলোঁ ।

শ্ৰীৰোহিণীকুমাৰ চৌধুৰী ।

———

# আমাৰ খেতি ।

ভাল গৰু মহ নহলে খেতিয়কে সুকলমে, সৰহীয়াকৈ, আৰু কম দুখতে খেতি কৰিব নোৱাৰে। গৰুৱেই যাই উন্নতিৰ মূল। "যাৰ নাই গৰু, সি

সবাত ক্ষে সক"। কিন্তু এতিয়া দেখিবলৈ পোৱা যায় যে গৰু মহ আমাৰ দেশৰ পৰা লোপ পাব। সকলোৱে জানিবই পাৰে যে পশ্চিমীয়া গৰু আমাৰ ইয়ালৈ বছৰে বছৰে কিমান আমদানী হয়। সেইবোৰ অকল গাড়ীত লগাবলৈকে নহয়; পাৰঁতো পশ্চিমীয়া গৰু নহলে খিতাতে মৰণ; অৰ্থাৎ অসমীয়া গৰুৱে সিমান কাম নিদিয়ে। সিপিনে পশ্চিমীয়া গৰু প্ৰায় মানুহৰ ঘৰত এবছৰতকৈ বেছি দিন নিটিকে; কাৰণ পশ্চিমীয়া গৰু সদাই শুকান ঘাঁহ খাই থকা, তাৰ ঠাই বেলেগ, তাৰ প্ৰতিপাল বেলেগ, তাৰ ধৰণ বেলেগ, আৰু তাৰ লক্ষণ বেলেগ। কিন্তু ইয়াত সি তেনেকৈ থাকিবলৈ নাপায়। আমাৰ অসমীয়া খেতিয়কে গৰু প্ৰতিপাল কৰা কামটি কৰিবলৈ টান পায়, অৰ্থাৎ তেওঁলোকৰ সময় নাই। তত্ৰাচ সেই সময় কোনো ৰকমে কটাবই লাগিব। তেন্তে সেই সময়ত কানি খাই, লোকৰ বদনাম কুৰশস্যা ৰটি, লোকৰ শ্ৰী দেখিলে কেনেকৈ তাৰ অধঃপতন হব কেনেকৈ তাৰ এটা বেয়া হব—এইবিলাক ভাবোঁতেই তেওঁ-লোকৰ সময় যায়। আমাৰ মানুহৰ মিল নাই, একতা নাই, দুজনে মিলিও এটা কাৰবাৰ কৰিব নোৱাৰে, ইজনৰ সিজনৰ ওপৰত অবিশ্বাস, আৰু তেওঁ লোক পৰশ্ৰীকাতৰ। আৰু যি দেশৰ নাম "অসম" আছিল, আজিকালি সেই দেশৰ অৱস্থা এনে হল। আসাম সকলো বিষয়তে সকলো দেশতকৈ তল, সকলোতে হীন। গৰু মহবিলাকৰ অৱনতিৰ মূল হৈছে আমাৰ দেশত প্ৰতি-পাল নাই। আজিকালি কলিকালত মানুহ ধৰমলৈ আওকাণ, পাপলৈ ভয় নকৰা, আৰু গুৰু গোসাঁই নমনা হৈ আছিছে। সকলো স্বাৰ্থপৰ, সকলোৱে নিজ নিজ কাম কেৰা কৰিলেই সকলো হল বুলি ভাবে, নিজৰ চক ভৰিলেই আইনলৈ যিহত চকু পৰাদি পৰে। গৰু হিন্দুবিলাকৰ ঘৰ পবিত্ৰ বস্তু। আগৰ দিনৰ ঋষি মুনিবিলাকে শাস্ত্ৰ কৰোঁতে গৰুক সৰ্ব্বতীৰ্থ আৰু সৰ্ব্ব দেৱতাৰ তুল্য বুলি লেখিছে, আৰু গো-বধ মহাপাপ বুলি কৈছে।

শৃঙ্গাগ্ৰে সৰ্ব্বতীৰ্থানি স্থাবৰাণি চৰাণিচ।

সৰ্ব্বদেৱ স্থিতা দেহে সৰ্ব্বদেৱময়ীহি গৌঃ॥

কিন্তু হিন্দুবিলাকৰ ভিতৰতেই গৰুৰ বেছি দুখ দেখিবলৈ পোৱা যায়। এতিয়া চাওক আমাৰ মানুহে কেনে আপদালত গৰু ৰাখে।

আজিকালি সকলো ঠাইতে সকলো পথাৰতেই, বা সকলো চহৰতে যেনি খিয় দুপৰীয়া নহয় মানে গৰু নেমেলে, দুপৰীয়া হে মেলিব। আৰু পথাৰৰ অৱস্থা জানেই, আলি পদূলি কেনে বিধৰ; পথাৰৰ ভিতৰলৈ গলেই গম ধৰিব পাৰিব সেন্দুৰী আলিয়েই পায় নে বা অইন কোনো সৰগৰ অমৰাৱতীকে পায়। পথাৰত থকা বাটবিলাক একোটা হোলা মাথোন; তেনে অৱস্থাত গৰখীয়াই যোকাই যোকাই গৰু খেদি নি গৰু চৰোৱা-ডলি পাব গৈ আৰু তাতে এপৰ হলেই। গৰুবোৰেও 'সেই টিকা-ফটা ৰদত ঘাঁহ নাখায়, ছাঁ বিচাৰি ছাঁলৈ গুচি যায়। আবেলি হলেই, দুই একাষোৰ ঘাঁহ খাওঁতেই আকৌ গৰু ঘূৰাই গৰু নিবৰ হলেই। গৰখীয়াৰো খবৰ নাই, গৰুৱে ঘাঁহকে খালে নে নাই পানীকে খালে, কেৱল বেলি পৰিবলৈ চাব, আৰু কেতিয়া গৰু নিগৈ পাব তাৰ হে চিন্তাত থাকিব। তেন্তে সদায় এনেকৈ ২৪ ঘণ্টাৰ ভিতৰত দুই তিনি ঘণ্টা ঘাঁহ খাই অৰ্থাৎ আধাপেটে থাকিলে গৰু কিমান চিকণ হব, অৰ্থাৎ গৰু আমাৰ কিমান কামত আহিব, গাইগৰুৱে নো কিমান গাখীৰ দিব পাৰিব? গাইজনীক পেটত গোৰ মাৰি চকুত জলকীয়া দিলেই তাই গাখীৰ নিদিয়ে, তাইক ভাল আহাৰ-পানী দিব লাগিব। বলদ গৰুটোক সাৰোপ সাৰোপ মাৰি ঠোৰাই পিঠি চিঙিলে, আৰু টিকাত কাটি দি তেজ উলিয়ালেই সি হাল নবয়, তাক ভাল ঘৰত ৰাখি, মানুহে যেনেকৈ ভোকত ভাত পিয়াহত পানী বিচাৰি খায় তাকো তেনেকৈ দিব লাগিব। আগৰ দিনৰ এই নিয়ম,—ৰাতিপুৱাই দোকমোকালিতে গৰু পীৰাই গৰু লৈ যায় আৰু সন্ধিয়া লগাত ঘৰ পোৱায়হি; আৰু হিন্দুৰ নিয়ম আছিল গৰু নেমেলিলে গোবৰ মূত নেপেলায়। গোহালি চিকুণকৈ নৰাখি গিৰিহঁতে ভাতকে খাব নাপায়। আজিকালি সেই ধৰম-কৰম নাই; আজিকালি মানুহ অলপতে সন্তুষ্ট হয়; মানুহে আজিকালি খিয় হবলৈ পালে বহিবলৈ বিচাৰে, আৰু বহিবলৈ পালে শুবলৈ বিচাৰে। আজিকালি মানুহ খোদ সোৰোপা, আৰু টিকিবায়েই মানুহক টিকিবা কৰিলে, তেও পাৰ নিহালি গুচাবলৈ গম ধৰিব পৰাই নাই; আৰু সেই কাৰণেই আমাৰ অসমীয়াৰ এই দুৰৱস্থা আৰু দুৰ্গতি। বোধকৰোঁ অলপতে আমাৰ ঘৰত হৃদু পৰিব, বাৰীত তিতা-লাও গজিব আৰু ফেঁচাই নাচিব। যি হওক, তলত কেইটামান কৰিব পৰা কাম দিয়া গল

১। গোহালি,—গোহালি যমৰ ঘৰ নে গৰুৰ ঘৰ তাক বুজা টান। গোহালিৰ মজিয়া বাহিৰে ভিতৰে সমান, তাত মূত ডোঙা বান্ধি থাকে, বাহিৰত বৰষুণ দিলে বৰষুণৰ পানী ভিতৰলৈ বৈ যায়, পিছত খিচনি হয় গৈ। তেনে অৱস্থাত সেই মূতনি খিচনিত বেলি দুপৰলৈকে থাকি গৰুৰ নোম সৰি যায়, ঘা লাগে, আৰু নানা তৰহৰ খোচৰা বেমাৰ আহি দেখা দিয়েহি। কোনো মানুহৰ ঘৰৰ গোহালি এনে গেৰেকালি যে তাৰ ভিতৰলৈ মানুহে যাবলৈ দিগ্ পায়। গৰুক কোবাই কোবাই আনি অপনা মাৰি তাত সুমাই থোৱা হয়। মানুহে তিতা ভিয়নিৰে কিমান বেলি থাকিব পাৰে আৰু থাকিলে নো কি কি অপকাৰ হয় তাক বেছকৈ জানে। গৰুক ৰাতি মহে ডাঁহে কামোৰে, সেইদেখি গোহালিৰ এপিনে জাগ দিব লাগে। ধানখেৰ মানুহে মিছাকৈ মাঘৰ বিহুত মেজি সাজি ভেলাঘৰ সাজি পুৰি ধেমালি কৰে, তাক যদি আনি ৪ দিন দুখ কৰি গোটাই লয়, তেন্তে গোটেই বছৰটোলৈকে মানুহে আটকত গৰুক দুডাল খেৰ পেলাই দিব পাৰে; কিন্তু তাকে নকৰে। তদুপৰি গোহালিৰ গোবৰ। বেৰৰ জোলোঙাৰে হে তাত বাট দেখিব। চাৰিও পিনে গোবৰৰ ভেৰ পৰ্ব্বতাকাৰ হয়। তাৰপৰা বেয়া ভাপ উঠে আৰু তাৰপৰাই খোচৰা বেমাৰ মাতি অনা হয়। কিন্তু এইবিলাক বুজা আৰু বুজাওঁতা মানুহ খুব কম আছে। আমি গৰু ৰাখোঁ, আমাৰ এগোহালি গৰু কিন্তু তাৰ একো উপকাৰ নাই। “আছে গৰু নবয় হাল। তাতকৈ নোহোৱাই ভাল”॥ গোহালি সাজিবলৈ হলে প্ৰথমে ৰদ-খাই ওখ মাটি চাব লাগিব; ঘৰটো দুৱাপিঠীয়া আৰু উত্তৰে দক্ষিণে মুখামুখি কৰিব; বেৰ কেইখন আধালৈকে দি আধা উদং কৰি থব; আৰকাণি বা ডাম্বৰীয়া টকৌ বা তাল পাতৰ বা অইন কোনো উপায়েৰে জাপ পেলাই দিব লাগে, যাতে গৰুৱে জাৰ নেপায়। পাৰিলে বেলেগ বেলেগ খোটালিত বেলেগে মূৰ্কপি মুৰেৰে গৰু ৰাখিলে বৰ ভাল। নহলে দুকালে দুশাৰী গৰু মুখামুখিকৈ বান্ধিব; দুই শাৰীৰ মাজতে মুখামুখিকৈ এখন এহাতমান ওখ চাং, খেৰৰ বা অইন-ঘাঁহৰ নিমিত্তে কৰি থব, যাতে গৰুৱে সহজে খাব পাৰে। গৰুৰ ওপৰত চাং সাজি খেৰ আদি থোৱা বেয়া বুদ্ধি. কাৰণ ঘুণুনা বা কুটা আদি পৰি বহুত গৰুৰ চকু অকালতে বেয়া হোৱা দেখা গৈছে, আৰু গাৰ নোম সৰি বেয়া বেমাৰ হবৰ খুব সম্ভব। মজিয়াখন শিলেৰে বা ইটাৰে বান্ধি পকি

কৰিলে বেগা অৰ্থাৎ গৰু পিছলি পৰিব পাৰে; কিন্তু তাৰ ওপৰেদি সমানকৈ পিটিলে ভাল;—আৰু মাটিৰ কৰিলে আটাইতকৈ ভাল, যদি শুকানে ৰাখিব পাৰে, আৰু যদি বাঁতি খেৰ পাৰি দিয়ে,—সেই খেৰ ৰাতিপুৱা শুকাব লাগিব। গোহালিৰ এচুকত শুকান ধূলি থৈ দিব লাগে, তাৰদ্বাৰা গোহালি মুত্ৰকালে সেকা ঠাইত তাক ছটিয়াই দিব পাৰে। দোকমোকালিতে গৰু মেলি নিয়া নিয়মটি কৰা বৰ ভাল। জাৰত ধাৰ গুচাবলৈ গোহালিৰ মাজত একুৰা জুই ধৰা ভাল, আৰু জহকালি ডাঁহ মহ গুচাবলৈ ধোঁৱা দিব লাগে। পচতিয়াৰ পাত দিলে ভাল। মাজেসময়ে ধুনা, গন্ধক জ্বলোৱা; ফিনাইল, কাৰ্ব্বলিক আদিৰে মলিয়া ধোৱামেলা কৰিলে পোচৰা বেমাৰৰ জইন উভতে আৰু মৰে। গোবৰ দুইৰত পেসাব লাগে আৰু তাক ভালকৈ থলে বহুত উপকাৰ হয়।

২। ভতৰা।—আজিকালি আমাৰ দেশত সঁচলৈ ভতৰা বা ষাঁড় ৰখা নিয়ম নাই। দুবছৰ আঢ়ৈ বছৰ হলেই তাক বঙ্কোৱা যায়; আৰু বঙ্কোৱাৰ আগেয়ে যি ভতৰাই জাক ফুৰে তাৰপৰাই পোৱালি হয়। সেই দগৰা গৰু, তাৰ অঙ্গ প্ৰত্যঙ্গ পূৰ হোৱা নাই, কোমল থাকে। সেইদেখি তাৰপৰা আমি ভাল গৰু পাবলৈ কেতিয়াও আশা কৰিব নোৱাৰোঁ। এই ৰকমে আমাৰ গৰুবোৰ লাহে লাহে বিজতৰীয়া, টিলোটিপো হৈ অকামিলা হৈ প্ৰত্যেক কামতে অলাগতিয়াল হৈ পৰিছে। আগেয়ে মানুহৰ বিশ্বাস আছিল, যে মানুহ মৰাৰ পাছত পুণ্যক্ষেত্ৰ পাবৰ কাৰণে এটা নবকোৱা বলদ আৰু এজনী গাই ষাঁৰ মেলিব লাগে। বলদটোৰ ওপিনাত ত্ৰিশূলৰ চিন দিয়ে; তাকে "বৃষোৎসৰ্গ" কৰা বোলে। গিৰিহতঁৰ ধৰ্ম্ম হল, মৃতকৰ আত্মা স্বৰ্গ পাবলৈ, আৰু ৰায়তৰ উপকাৰ হল অৰ্থাৎ তাৰ দ্বাৰাই ভাল পোৱালি হয়। কিন্তু কালৰ সোঁতত মানুহে সেইবিলাক হেয় জ্ঞান কৰাত পৰিছেহি। দুই এজন কোনো উদাৰ পুৰুষে নিজৰ আৰু দেশৰ হিত চিন্তা কৰিবলৈ সাজিপাৰি ওলাই গাৱঁৰ দহজন বুঢ়া মাথি আলচ পাতি গাৱঁত এটা বলদ থব পাৰে, বা পচা তুলি এটা কিনিবও পাৰে; আৰু তেতিয়া আমাৰ ভৱিষ্যতৰ বাট এটি ওলাইছে বুলি আশা কৰা যায়। গাৱেঁ গাৱেঁ দমৰা থৈ তিনি বছৰলৈকে জাক ফুৰিবলৈ দিব নালাগে। ডাঙৰ বলদ, ডাঙৰ গাই, মজলীয়াৰ মজলীয়া গাই, সৰুৰ সৰু গাই, মুকীয়াকৈ জাক ফুৰিবলৈ দিব লাগে। ষাঁড় গৰু ৰখাযেলা টান গুণে তাল গাত-লগা

পৰখীয়া দিব লাগে; আৰু সেই মতেৰাই কোনো খেতিত শষ্যাদি থালে নামাৰেঁ, থানাত নিদিওঁ, যাৰ খৰত গধূলি থাকে সেয়ে তাক বান্ধিব, যৱম কৰিব বুলি প্ৰতিজ্ঞা কৰিলে, গাৱঁত সুলক্ষণৰ গুটি সিচাৰ চিন ধৰিব পৰা যায়। তেনেহলে সকলো কামতে, আৰু গাখীৰত গাৱঁলীয়া মানুহৰ কোনো ৰকমে অভাৱ নহব আৰু লোকৰ ওচৰত হাত পাতিব নালাগিব। তেনেহলে বিদেশী গৰু লব নালাগিব আৰু বিদেশী "Swiss milk," "Horlicks milk," "Condensed milk," আদি নানা তৰহৰ গাখীৰত পইচা নাভাঙি ঘৰৰ পইচা ঘৰতে থব পাৰিব।

৩। গা ধোৱা,—অহকালি সদায় আৰু জাৰকালি সপ্তাহত এবাৰকৈও হলেও গৰুৰ গা ধুৱা নিয়মটি কৰা বৰ ভাল। কিন্তু গাত মূত খিচ লগি থাকিলে তেতিয়াই ধুওৱা ভাল, আৰু খেৰেৰে মলি গাৰপৰা শুকান গোবৰ চিকৰা আদি গুচাই দিব লাগে। আমাৰ ইয়াত চতৰ বিহুৰ দিনাত বাজে গৰুৰ গাত পানী নপৰে, আৰু সিও "নাম্‌কাৱাস্তে"। হালত গৰুৰ গাত বোকা লাগি থাকে আৰু গৰু গোহালিত খিচনিত পৰি থাকি গুলাই আছে, সেই খিচনি তাৰ গাতে শুকাই যায়, তাতে মানুহে কাণসাৰকে নকৰে। "গৰু" মানে "পশু," তাক জীৱ নথকা বস্তুৰ দৰে তেওঁলোকে ভাবে। গা ধুৱালে গা চাফ চিকুন হয়, গাত মাখি, ডাঁহ নপৰে আৰু যেয়া বেমাৰও নহয়; গতিকে গৰুৰ দিনে দিনে শ্ৰী বাঢ়ে, সি গৰুত নিপুতল হয়। হাল বোৱাৰ পাছত বা গাড়ী টনাৰ পাছত গৰুৰ ভৰি গা মলি দিব লাগে, তেতিয়া সোনকালে তাৰ ভাগৰ পলায়। তদুপৰি পুৱা গধূলি ভুৰাৰ গা মলিলে সোনকালে গম ধৰিব পাৰিব যে তাৰপৰা কি কি উপকাৰ পায়।

৪। গৰু চৰোৱা ভলি।—বৰ্ত্তমান সময়ত বিদেশৰপৰা অহা মানুহৰ সংখ্যা বেছি হোৱাত আগৰ দৰে গৰু-চৰোৱা-ভলি সুবিধা মতে পাবলৈ নাইকিয়া হৈ আহিছে। সেইবাবেই গাৱেঁ গাৱেঁ একোডোখৰ মাটি সুকীয়াকৈ ঘাহঁৰ কাৰণে যেৰি থব লাগে যাতে আটকত গৰু চৰাব পাৰি। তেনে মাটি ঘৰে ঘৰে থাকিলে যে আৰু ভাল; কাৰণ গৰুৰ মৰম বুজি ভাল ভাল ঘাঁহ বুজি-বাজি ভাৰ্ত্ত গজাব পাৰে, আৰু গৰু ভুগত পৰিবৰ কোনো আশঙ্কা নাথাকে। যাৰিষাৰ পাছতেই আমাৰ ঠাইত বহুত গৰু মৰা দেখিবলৈ পোৱা যায়; কাৰণ ঘাঁহৰ

দুখত। আজিকালি দয়ালু বজাক থাকিলেও একোজোখৰ মাটি বজাই বিনা খাজানাত মঞ্জুৰ কৰি দিয়া দেখা গৈছে। সৰহীয়াকৈ হলে ওখ চাপৰি মাটি লব লাগে, নহলে বাবিষা গৰুৰ গচকাত খাঁহ বেয়া হয় আৰু পানীত ডুব যোৱাৰ কাৰণ সি বেয়া হয়। ওখ চাপৰি কৰিলেই নহয়, তাৰ লগে লগে ভাত ভাল খাঁহ গজাব লগিব। তাৰ ওচৰতে এখনি বিল থাকিলে ভাল, বা পুখুৰী বা ডাঙৰ দোলা থাকিব লাগে; আৰু গ্ৰহকালি ছাঁ লবৰ কাৰণে দুই-এজোপা ডাঙৰ গছৰ সুবিধা বথা ভাল। গৰুক চৰোৱাৰ বাজেও পুৱা-গধূলি গৰুক তুঁহ-গুবি আদি দানা, মাটি-মাহ সিজাই খুওৱা, কপাহৰ গুটি, তিচ খলিহৈ, ভাতৰ নিসনি আদি খুওৱা ভাল। কাম কৰাৰ পাছত গৰুক পানী বা দানা দিয়া অনুচিত; সি অলপ জিবোৱাৰ পাছত দিব লাগে; আৰু দানা দিয়াৰ আধা ঘণ্টামান আগেয়ে বা পাছে পানী দিব লাগে। পুৱা গধূলি তাক অলপ লোণ চেলেকালে ভাল, কাৰণ এৰ দ্বাৰাই গৰুৰ পেট চাফ থাকে আৰু পেলু আদি হব নোৱাৰে। ৰাতিপুৱাই গৰু চৰোৱা ভাল। গৰুৰ নিমিত্তে বাঁহপুৱাৰ বত্ৰাহ, আৰু নিয়ুৰৰ খাঁহ ভাল।

বৰ্ত্তমান অৱস্থাত চমুকৈ কবলৈ গলে,—"পেট ভৰাই খাবলৈ দিয়া, পোহালি ভাল কৰা, আৰু শুশ্ৰুষা বথা" এই তিনিটি কথাত কাণসাৰ দিলে এতিয়াও আমাৰ গৰু মহ ভাল হব বুলি আশা কৰা যায়।

কে, চি, শৰ্ম্মণ।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি।

( গীত ) ( সুৰ-মিহলি )

ঘোষা।— চাললীয়ে ঘোলে বেজী ভাই তুমি কিয় ফুটা?
নহয় নে বাক হাঁহি উঠা?
হাঁহি হাঁহি আঁহি উঠা।
নহয় নে বাক হাঁহি উঠা?

পদ।— তিনি-কুৰীয়াই আনে বিয়াই বাৰ-বছৰীয়া;
পকা দাড়ি চুলি কাঢ়ি কৰে নাইকিয়া;
সেলেডি লগাই ডেকালি কৰে ওঠ বঙা কৰি:

ৰাভিনী-জুৰীয়া বৈণীক মাতে বুলি প্ৰাণেশ্বৰী।
নহয় নে বাৰু হঁাহি উঠা ! ইত্যাদি।

গোফ-ঠুটিৰা ডেকা-লৰাই প্ৰেম-কবিতা লেখি,
“ভব্য-গব্য কবি হলোঁ” ভাবি থকা দেখি,
কাৰ নো বাৰু হঁাহি নুঠে ? কাৰ নো নুঠে খং ?
“পদ্যপাঠ” পঢ়োঁতাৰ দেখি এনে ঢং।
নহয় নে বাৰু হঁাহি উঠা ? ইত্যাদি।

“ইস্তাহানত ফেল মাৰি” মাথা-মুণ্ড লেখি,
“ক্ৰিটিক্” হৈ ৰবক গালি ছপাই উলিওৱা দেখি,
কাৰ নো নুঠে মূৰৰ বিষ, কাৰ নো নাহে হঁাহি।
খজুৰতিখন-ভোলা এনে দেখি বালি-চাহী ?
নহয় নে বাৰু হঁাহি উঠা ? ইত্যাদি।

মোৰ নামটো জোটাভৰা, মোৰ যহটো যৌ ;
মোৰ গুণৰ কীৰ্ত্তন কৰ, শুনিছ নে ঐ !
নহলে দিম গালি পাৰি, পিছত মাৰিম খোচ,
উত্তৰি ধৰিলে যদিও ভয়ত থাম কোঁচ-মোচ।
নহয় নে বাৰু হঁাহি উঠা ? ইত্যাদি।

আগৰ ভৰপ ডাঙৰীয়াক জেমৰং যাবে হঁাহোঁ ;
কিন্তু মই ডাঙৰ হৈ তাৰো ওপৰত বহোঁ ;
এল্-এ ফেল, “বিয়ে” পাছ বিদ্যাৰ টোপোলা।
নৈতিক বলত যঁাহৰ চুঙা পোটেই ফোঁপোলা।
নহয় নে বাৰু হঁাহি উঠা ? ইত্যাদি।

এচিকটা জমতাতে ঢোল-ওকন্দা দিওঁ ;
দেউতা ঈশ্বৰ জুবুলিলে হওঁ উভলা থিউ ;
আগৰ বৰৰ ভুখীয়া পালে পোটক ভোলোঁ। মই ;
অসমীয়া মজুন হাকিম মোকে বুলি কয়।
নহয় নে বাৰু হঁাহি উঠা ? ইত্যাদি।

দেশোদ্ধাৰক এক নগৰ, "পেট্ৰিয়ট" পকা ;
ভাষা-নাম্বৰ শুবি-ৰঠা পদ্য পন্ডত ছোকা ;
কলিকতাত "বিকৰ্ম্মৰ," আসামত নৈকা,
গা মুধুই চাহ নাথায়, মাথায় বৈণাইৰ হোকা।
নহয় নে বাক হঁাহি উঠা!　　ইত্যাদি।

সাজ লাগিলে শুকান ওঠ কটিকাবে ভিজে,
পুৱা হলে সন্ধ্যা-পূজাৰ ভোট্ ভোটনি দিতে ;
বাজহুৱা পূজাত ওজা, বৈণীৰ ওপৰত বজা,
হিংসাত সিজা মনটো যেন ভেলত যেঙেনা ভজা।
নহয় নে বাক হঁাহি উঠা ?
হঁাহি হঁাহি খাঁহি হঠা,
নহয় নে বাক হঁাহি উঠা ?

———　　কৃপাবৰ।

# গুরু-গীতিমালা।

( ৭ )

বং ধেমালিত বিভোল হৈ
　　কটালা লবাকাল ;
ডেকা বয়সত মোহাচ্ছন্ন হৈ
　　থাকিলা গাভৰুত মজি ;
বুঢ়া বয়সত নানান চিন্তাই
　　ধৰিছে আহি যে বেঢ়ি ;
পৰমব্ৰহ্মৰ চিন্তাৰ সময়
　　নহল এতেকো বেলি !
মৰণ আহিলে মৰিব লাগিব,
(সেই হে)　　এৰা হৈ সকলো কাম।
(তুমি)　　ভজা গোবিন্দৰ, জপা গোবিন্দৰ,
　　লোৱা গোবিন্দৰ নাম ॥

( ৮ )

ই সংসাৰত তুমি জনম লৈ
কালভয়ৰি যোৱা ;
ঘুৰি আহি তুমি জননীৰ জঠৰত
আকউ জনম লোৱা।
দুস্তৰ সংসাৰ পাৰ হ্বলৈ
কাৰো শকতি নাই ;
মুকুন্দ মুৰাৰিৰ কৃপা হলে মানে
মুকুতি পোৱাহে যায়।
মৰণ আহিলে মৰিব লাগিব
(সেই হে) এৰাঁ হেঁ সকলো কাম।
(তুমি) ভজাঁ গোবিন্দৰ, জপাঁ গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

( ৯ )

দিনৰ পিছত ৰাতি আকউ
তাৰ পিছত দিন ;
পখৰ পিছত মাহ গৈ
বছৰত হৈছে লীন।
বছৰৰ পিছত বছৰ গৈ
আয়ু গৈছে টুটি ;
আশা কিন্তু এতিয়াও তোমাতে
আছে যে খুটি-পুতি।
মৰণ আহিলে মৰিব লাগিব ;
(সেই হে) এৰাঁ হেঁ সকলো কাম।
(তুমি) ভজাঁ গোবিন্দৰ, জপাঁ গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

# পুৰণি আসামত ভুমুকি।

( ২ )

প্ৰথমটো এই যে এই কেই অধ্যায়তে ছাগলি বলি দিয়াও মহাপাপৰ ভিতৰত গণ্য হৈছে। যি যুধিষ্ঠিৰৰ সময়ত গোমেধ পৰ্য্যন্ত চলিত আছিল (মঃ ভাঃ বন পৰ্ব্ব ৩০শ আধ্যা) সেই যুধিষ্ঠিৰৰ সময়তে ছাগবলি মহাপাপ? দ্বিতীয়টি কাৰণ এই যে ইয়াতে কপিলদেৱ আৰু তেওঁৰ সাংখ্য শাস্ত্ৰৰো উল্লেখ আছে। মহাভাৰত ৰচনাৰ সময় হৈছে খ্ৰঃ পুঃ ১২৫০ শতিকা, আৰু কপিলদেৱৰ জন্ম খ্ৰঃ পুঃ ৭ম শতিকাত (Civilization in Ancient India, by Mr. Dutta, Introduction chapter, page 23)। কাজেই পোৱা হল যে মুল ভাৰত ৰচিত হোৱাৰ প্ৰায় ৬০০ কি ৭০০ মান বছৰৰ পিছত হে এই আধ্যা ১৯ টাই ভাৰতত ঠাই লৈছে। তেনেহলে শান্তিপৰ্ব্বৰ ৩৪০ আধ্যাত নৰকাসুৰৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰ বোলা কথা আমাৰি মুল ভাৰতৰ বুলি আৰু ধৰিব নোৱাৰি। এই আমাৰ কথা বাদ দিলে, অসম বা গৌহাটীয়েই যে প্ৰাগজ্যোতিষপুৰ এইটি ভাৰতে নকয়। অসম হস্তিনাপুৰৰ পূব দিশে; কিন্তু মহাৰাজ যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ সময়ত ভীম পুব ফালে দিগ্বিজয় কৰিবলৈ আহি প্ৰাগজ্যোতিষপুৰ পোৱা নাই, অৰ্জ্জুনে হে উত্তৰ ফালে দিগ্বিজয় কৰিবলৈ গৈ প্ৰাগজ্যোতিষৰ ৰজা মহাপৰাক্ৰমী ভগদত্তক আঠ দিন যুদ্ধ কৰি পৰাজয় কৰে (ভাঃ সভাপৰ্ব্ব ২৪—২৮আধ্যা)। মহাৰাজ দুৰ্য্যোধনেও কৰ্ণক এবাৰ দিগ্বিজয় কৰিবলৈ পঠিয়ায়। কৰ্ণইও উত্তৰ ফালে দিগ্বিজয় কৰিবলৈ যাওঁতে হে ভগদত্তক পায় (ভাঃ, বন পঃ, ২৫২ অ,)। কিন্তু উত্তৰ বুলিলেই যে ৩৬০ ডিগ্ৰি ব্যাৰিংয়ৰ আঁকটিকে ধৰিব লাগে আমি সেইটি নকওঁ; সেই আঁকৰ পুব আৰু পশ্চিমৰ সকলো ঠাইকেই উত্তৰৰ বুলিব পাৰি। এইদৰে চালে অসমকো হস্তিনাপুৰৰ উত্তৰ বুলিব পৰা যাব পাৰে হয়, কিন্তু বিশেষ প্ৰমাণ নোপোৱাকৈ অসম বা গৌহাটীক প্ৰাগজ্যোতিষপুৰ বোলাটি গাব বলেৰে হে বোলা হয়। এতিয়াৰ গুৱাহাটী নামৰ ঠায়েই যে নৰকৰ ৰাজধানী আছিল এইটি মহাভাৰতত পোৱা যায়; কিন্তু সেই ঠাইৰ নাম যে প্ৰাগজ্যোতিষ আছিল এইটি পোৱা নাযায়। ভগদত্তৰ দেশ যে প্ৰাগজ্যোতিষ আছিল এইটিও ভাৰতত আছে; কিন্তু ভগদত্ত যে নৰকৰ পুত্ৰ

আৰু পৈত্ৰিক ৰাজ্যতে তেওঁ ৰাজত্ব কৰিছিল এইটি পোৱা নাযায়। কালিকা বা আন ২ পুৰাণৰ মতে নৰকৰ পুত্ৰ ভগদত্ত পৈত্ৰিক ৰাজ্য প্ৰাগজ্যোতিষপুৰৰে ৰজা বুলিবলৈকো ভাৰতে সেইটি হাক দিয়ে। পুৰাণৰ মতে নৰকৰ পিতাক বৰাহ বা জনক; ভাৰতৰ মতে ভগদত্তৰ পিতামহ ৰজা শৈললেয় (ভাঃ, আশ্ৰম-বাস পৰ্ব্ব, ২০, অঃ); পুৰাণৰ মতে নৰক বৰাহৰ পুত্ৰ, তেওঁক কৃষ্ণই বধ কৰিছিল; মহাভাৰতৰ মতে নৰকৰ জন্ম বৰাহৰ পূৰ্ব্বেই; নৰকৰ বধৰ নিমিত্তে হে বৰাহৰ অৱতাৰ (ভাঃ শান্তিপৰ্ব্ব, ২০৯ আঃ)। ভাৰতৰ আৰু এঠাইত পোৱা যায় যে বিষ্ণু কৰ্ত্তৃক নৰকৰ মৃত্যু হৈছিল, আৰু বৰাহ অৱতাৰ নৰকৰ পিছত হে হয়। আৰু ৰামায়ণতো পোৱা যায় যে নৰকৰ মৃত্যু ৰাম-ৰাৱণৰ যুদ্ধৰ আগেয়েই হৈছিল (ৰামায়ণ লঙ্কাকাণ্ড, ৬৯ সৰ্গ)। কাজেই পুৰাণৰ মতে নৰকৰ পুত্ৰ ভগদত্তৰ ৰাজ্য বা ৰাজধানী কামৰূপ বা এতিয়াৰ গৌহাটীয়েই যে আছিল এইটি আৰু স্বীকাৰ কৰিব নোৱাৰি। তলত লেখা কথা কেইটি মিলাই চালে, ভাৰতৰ মতে প্ৰাগজ্যোতিষপুৰ, দিনাজপুৰ আৰু পূৰ্ণিয়াৰ উত্তৰৰ ভাগ হিমালয়ৰ কিছু ভাগে সৈতে পুবে কৰতোয়া পশ্চিমে কৌশিকী বা কুশি নদীৰ মাজৰ এই ঠাই ডুখৰিকেই বুজা যায়।

১ম। ভাৰতৰ সভাপৰ্ব্বৰ ১৩শ আধ্যাত পোৱা যায় যে ভগদত্তই মুৰু আৰু নৰক দেশ শাসন কৰে আৰু তেওঁ জৰাসন্ধৰ বন্ধু।

২য়। স্ত্ৰীপৰ্ব্বৰ ২৩শ আধ্যাত ভগদত্তক পৰ্ব্বতবাসী বোলা পোৱা যায়।

৩য়। উদ্যোগ পৰ্ব্বৰ ৩য় আধ্যাত ভগদত্তক পূৰ্ব্বসাগৰবাসীও বোলা দেখা যায়।

৪ৰ্থ। সেই সময়ত অসমৰ বিজন ৰজা আছিল তেওঁবেই ভগদত্তৰ বন্ধুতা থকা দেখা যায়।

এই এটাই কেইটি কথা মিলাবৰ হলে ওপৰত কোৱা ঠাইকেই প্ৰাগ-জ্যোতিষপুৰ বুলিব লাগিব। পিছত দেখুৱা যাব, অসমত সেই সময়ত ভগ-দত্তকৈও বেছি পৰাক্ৰমী আৰ্য্যবংশৰ ৰজা এজনে ৰাজত্ব কৰিছিল; সেই দেখি নৰক আৰু মুৰু দেশ নৰকৰ ৰাজ্য অসমক নধৰি অসমৰ পশ্চিম সীমাৰ এই ঠাই ডুখৰিও ভগদত্তৰ আগেয়ে নৰকৰ ৰাজ্যৰ অন্তৰ্গত আছিল বুলি ধৰিলে আৰু একো আসোঁৱাহ নাথাকে সকলো মিলি যায় আৰু নৰকক প্ৰাগ-

জ্যোতিষপুৰৰ অধিপতিও বোলা যায়। তেনেহলে প্ৰাগ্‌জ্যোতিষৰ পুবে হল অসম, পশ্চিমে হল মগধ; এই দুইজন সীমা-মুৰিয়লি বজাযে ভগদত্তৰ বন্ধুৰ থকাবেই কথা, আৰু নৰকৰ বাজ্যৰ এভাগৰ অধিপতি দেখি মুৰু আৰু নৰক দেশ শাসন কৰাও বোলা যায়। উত্তৰে হিমালয়ত এক অংশ থকাৰ নিমিত্তে ভগদত্তক পৰ্ব্বতবাসী বোলা যায়। আৰু সেই সময়ত এতিয়াৰ দিনাজ-পুৰ আৰু পুর্ণিয়াৰ দক্ষিণ ফালে আধা-আধিলৈকে সাগৰ বিস্তৃত আছিল (শ্ৰীযুক্ত পৰেশচন্দ্ৰ বন্দ্যোপাধ্যায় কৃত বাঙ্গালাৰ পুৰাবৃত্ত, প্ৰথম ভাগ, ১২—১৫ পিঠি)। সেইদেখি ভগদত্ত পুৰ্ব্ব-সাগৰাধ্যা। ইয়াত এটা আপত্তি এই যে এই ঠাইক মহাভাৰতৰ মৎস্যদেশ বুলি বহুতে অনুমান কৰে, কিন্তু এইটি ধাৰণা ভুল। মহাভাৰতৰ মতে মৎস্যদেশ হস্তিনাপুৰৰ অগ্নিকোণে হে (ভাঃ বিৰাট পঃ ৩০শ আধ্যায়)। বিশেষতঃ আগেয়ে এই ঠাই ভোথবৰ নাম যে জ্যোতিষ আছিল এইটি পোৱায়েই যায় (শ্ৰীযুত পৰেশচন্দ্ৰ বন্দ্যোপাধ্যায় কৃত বাঙ্গালাৰ পুৰাবৃত্ত, ১ম ভাগ ১০১ পিঠি)। আৰু নকুলে দিগ্বিজয়লৈ যাওঁতে পশ্চিম ফালেও উত্তৰ-জ্যোতিষ বুলিহৰ দেশ এখনি পাইছিল (ভাঃ সভা পঃ ৩১শ অঃ)। এই দুই জ্যোতিষৰ পাৰ্থক্যৰ নিমিত্তেই যে পশ্চিম বা পশ্চিম-উত্তৰৰথনক উত্তৰ-জ্যোতিষৰ আৰু পুবফালৰথনক প্ৰাগজ্যোতিষ বুলিছিল এইটিয়েই খুব সম্ভৱ।

পুৰাণে যে এতিয়াৰ তেজপুৰকেই বাণ বজাৰ ৰাজধানী শোণিতপুৰ বুলি কয়, মহাভাৰতে ইয়াকো মিছা বুলি কয়। পুৰাণমতে শ্ৰীকৃষ্ণ শোণিতপুৰলৈ আহি মহাদেৱ আৰু কাৰ্ত্তিকেয়ক যুদ্ধত হৰুৱাই বাণ বজাৰ হাজাৰ বাহু কাটে। ক'তা ? মহাভাৰতত পোৱা যায় দেবেঁ৷ বলিৰ পুত্ৰ বাণক কাৰ্ত্তিকে যুদ্ধত বধ হে কৰিছিল আৰু শোণিতপুৰত নহয় ক্ৰৌঞ্চ পৰ্ব্বতত হে (শল্য পঃ ৪৭শ অঃ)। শোণিতপুৰ নামে কোনো নগৰ বা দেশ মহাভাৰতত পোৱা নাযায়। তেজ-পুৰৰ উত্তৰে হিমালয়বাসী অঁকাসকলে বাণৰ বংশৰ বুলি পৰিচয় দিয়ে। তেওঁলোকৰ আকৃতি প্ৰকৃতি আৰু এই মহাপ্ৰতাপান্বিত ইংৰাজৰ ৰাজত্বৰ সময়তো তেওঁলোকৰ যেনে আচাৰ ব্যৱহাৰ এইবিলাক বিবেচনা কৰি চালে তেওঁলোক হিৰণ্যকশিপুৰ বংশৰ হোৱায়েই সম্ভৱ বুলি মনে ধৰে। তেওঁলোকৰ বাসস্থানৰ দক্ষিণ ফালে অলপ দূৰৈত্তে দক্ষিণ ফালৰ আক্ৰমণকাৰীক বাধা দিয়াৰ

ভাবে নিৰ্ম্মিত ভালুক-পুং নামে গড় এটিৰ ধ্বংসাৱশেষ এতিয়াও আছে। (Darrang Gazetteer, p, 67, and Dalton's Ethnology, p, 80,)। কিম্বদন্তি যে বাণৰ নাতি ভালুকৰ নামানুসাৰে এই পুঙৰ নাম ভালুক-পুং হৈছে। ভালুক পুঙৰ দক্ষিণে ইংৰাজ ৰাজ্যৰ ভিতৰত বালিপাৰা নামৰে মৌজা এটি আছে। অনুভৱ হয় এই ঠাইতে কোনো ৰণত বাণৰ পিতৃ বলি পৰিছিল দেখি ইয়াৰ নাম বলিপৰা হৈ বালিপাৰাত পৰিণত হৈছে। এইবিলাক কাৰণৰ নিমিত্তে এইটিয়েই সম্ভৱ যে অঁকাবোৰ এতিয়া হিমালয়ৰ যি অংশত আছে বাণৰ দিনৰেপৰা সেই ঠাইতেই আছে আৰু হিমালয়ৰ এই অংশকেই ক্ৰৌঞ্চ পৰ্ব্বত বোলে। বাণৰ ৰাজধানী যে শোণিতপুৰ বা তেজপুৰ এইটি পুৰাণৰ হে কল্পিত নাম। মহাভাৰতৰ উদ্যোগপৰ্ব্বৰ ৪৭শ অধ্যায়তো শ্ৰীকৃষ্ণক নৰক সুৰ আৰু বাণাসুৰৰ নিহন্তা বোলা দেখা যায়; কিন্তু বেদব্যাস ভগবান কৃষ্ণ দ্বৈপায়নে একে গ্ৰন্থতে এঠাইত এক ৰকম আন ঠাইত আন ৰকমে লেখিব এইটি একেবাৰে অসম্ভৱ। শ্ৰীকৃষ্ণ নৰকাসুৰ আৰু বাণাসুৰৰ নিহন্তা কথাটি এঠাইত সুমুৱা বুলি ভাল প্ৰমাণ পোৱা গৈছে; কাজেই ইয়াতো যে এইটি সুমুৱা ইয়াৰ একো সংশয় নাই।

তেন্তে মহাভাৰতৰ সময়ত অসমৰ নাম? আচৰিত! ধন্য কালিকাপুৰাণ! এইয়েই তোমাৰ কামৰূপী মায়া। এই মায়াৰ প্ৰভাৱতেই তুমি আজি এই কোটী২ মানুহৰ চকুত ধূলি মাৰি থৈছা! এইখিনিতে মহাভাৰতৰ গল্প এটি মনত পৰে; গল্পটি অৱশ্যে সুমুৱা। এদিন শ্ৰীকৃষ্ণই কৰবালৈ যোৱাৰ আৱশ্যক হোৱাত গৰুড়ক স্মৰণ কৰিলে; গৰুড় হাজিৰ; তেতিয়া শ্ৰীকৃষ্ণই গৰুড়ক তোমাৰ ঠোঁটটি এনে ধুনীয়া, তোমাৰ ডেউকা দুখনি তেনে ধুনীয়া, তুমি ইমান পৰাক্ৰমী, ইত্যাদি নানা ৰকম প্ৰশংসা কৰি সেৱা এটিও কৰিলে, কৰি লাহেকৈ, ভৰি এটি ডাঙি চিপ্ এটি দি তেওঁৰ কান্ধৰ ওপৰত উঠিল। কালিকাপুৰাণেও কালিকাক তুমিয়েই হৰ্ত্তা, তুমিয়েই কৰ্ত্তা, তুমিয়েই চৰাচৰ এই জগত, তুমি সূৰ্য্য, তুমিয়েই বায়ু, তুমিয়েই সকলো, তুমি বিষ্ণুৰ মায়া; দেশখনিকো— তোমাৰ এইখন বৈ ইমান পবিত্ৰ, সেইখন সিমান পবিত্ৰ, এইটি পৰ্ব্বত ইমান ধুনীয়া, তোমাৰ বাহুটি মৃণাল, ভৰিটি পঙ্কজ, কুৰি নখৰ কুৰি চন্দ্ৰ জোৎস্নাত সমুদয় জগত আলোকিত, তোমাৰ মুখখনি সেঁচাৰ মুখতকৈ ধুনীয়া।

এইয়েই কালিকাপুৰাণৰ কাম। "মৰ গুপ্ত কথা, মৰ গুপ্ত কথা, আন কাকো নকওঁ, তোমাকে হে কওঁ," এই বুলিয়েই এওঁ কোটী ২ মানুহৰ চকুত যে বালি চিৰিদিনলৈ মাৰি থৈ গ'ল। মানুহৰ চুমাত নাকটি ছিঙিছে এইটি অৱস্থে এওঁৰ কম মহিমাৰ কথা নহয়। বিষ্ণুপুৰাণ আদি আন আন পুৰাণবো * এইয়েই উদ্দেশ্য আছিল, কিন্তু তেওঁলোক কৃতকাৰ্য্য নোহোৱাত পিছত কালিকাপুৰাণৰ জন্ম হয়; জন্ম লৈ এওঁৰ কাম এওঁ কৰিলে।

তেন্তে মহাভাৰতত নো কি পোৱা যায়? পোৱা যায়, এই আসাম অঞ্চল ভাৰতবৰ্ষৰেই শিৰোভূষণ এনে নহয় গোটেই পৃথিবীৰেই শীৰ্ষস্থানীয় আছিল। মহাভাৰতত এই নগণ্য অসমৰ নাম স্ব; (পাঠক সকলে যেন উচাপ মাখায়;) মহাভাৰতৰ মতে এই জুকলী জুপুৰী ঢুখুনী কজালী অসমৰ নাম স্বৰ্গ। ইয়াতেই ইন্দ্ৰৰ অমৰাৱতী, যমৰ সংযমনী, কুবেৰৰ অলকাপুৰী আৰু বৰুণালয়ো; ইয়াতেই মহেশ্বৰৰ কৈলাসও, মন্দাকিনীও ইয়াতেই, মন্দৰিকাদ্ৰিও ইয়াতে, সপ্ত পাতালো ইয়াতে, ভোগৱতী পুৰীও, উত্তৰকুৰুও ইয়াতে। এই কথাখিনি লুপ্ত কৰিবৰ নিমিত্তেই কালিকাপুৰাণৰ উৎপত্তি। কিন্তু মিছা কথাই পানীৰ ফোঁটে সমান, এইটি ভয় হলে তেওঁৰ ভালকৈ আছিল, সেই দেখি কলিত ৩০০ বছৰৰ নিমিত্তে হে কামৰূপৰ তীৰ্থবিলাক লুপ্ত থাকিব, পিছত আকৌ প্ৰকাশ হব বুলি এটি ভৱিষ্যদ্বাণীও তেওঁ কৈ গৈছে।

কালিকাপুৰাণে যি কৰিছে ইয়াৰ নিমিত্তে একেবাৰে যে কালিকাপুৰাণৰে দোষ এইটি হলে বুলিব নোৱাৰি। সদায় একে দিন নাথাকে, সৰ্ব্বতিকাল কাৰো সমানেও নাযায়। সত্য ত্ৰেতা দ্বাপৰ কলিৰও কত কাল অসম স্বৰ্গ নামৰ উপযুক্ত আছিল। কিন্তু পিছত সমুদ্ৰইও মণিপুৰ আৰু দিনাজপুৰ এৰি কত শ মাইল দূৰলৈ গল, কৰতোয়াও তেও মাৰি পাৰ হব পৰা হল; সেই লগে লগে স্বৰ্গৰ নাতিশীতোষ্ণ চিৰবসন্তৰো শেষ হল। ইফালে স্বৰ্গবাসী দেৱতাসকলৰো আৰু সেই দৈৱশক্তি নোহোৱা হল আৰু সোণ-ৰূপৰ খনিবিলাকৰো তলি উদং হল। এইনিচিনা কাৰণৰ নিমিত্তে দৰাচলতে অসম স্বৰ্গ নামৰ অযোগ্য হল। এই নিমিত্তেই কালিকাপুৰাণে নতুন নামকৰণ

---

*পণ্ডিতসকলে থিৰ কৰিছে যে পুৰাণবিলাক খৃঃ ৬ষ্ঠ শতিকাৰ পিছতে হে ৰচিত।

কৰি স্বৰ্গৰ সলনি কায়ৰূপ নাম থলে; এই নামকৰণৰ নিমিত্তে যি আৱশ্যক তাকে কৰি ভিতৰৰ আন আন বিষয়বিলাক সঠিকেই ৰখাৰ সম্ভৱ। কালিকা-পুৰাণৰ বাহাদুৰিও আছে, এইয়াই মহাদেৱৰ বাসভূমি কৈলাস, এইয়াই দেৱতা-সকলৰ বাসভূমি গন্ধমাদন, এইয়াই স্বৰ্গ, এই বুলি মাজে মাজে স্পষ্ট কৰি কৈও দিয়ে; অৱশ্যে স্বৰ্গ নামটি নলয়, *নাটক বুলি কয়? তেও তেওঁৰ মায়াৰ জাল ফালি প্ৰকৃত কথাটি পোৱা ইমান টান। বৰ্ত্তমান লেখকৰ মন প্ৰকৃত তথ্যৰ নিমিত্তে কালিকাপুৰাণেই আকৰ্ষণ কৰে, এই নিমিত্তে কালিকাপুৰাণৰ ওচৰত তেওঁ বিশেষকৈ ঋণী।

পশ্চিমে কৰভোৱা, উত্তৰ আৰু পূবে ভোট, আঁকা, ডফলা, মিৰি, মিচমি আদিবিলাকৰ থকা পৰ্ব্বতবিলাক ভিতৰ কৰি, দক্ষিণে ব্ৰহ্মপুত্ৰ আৰু নগা থাচীয়া গাৰো পৰ্ব্বত-জালীৰ মাজৰ আৰু এটিলৈকে ডিব্ৰুগড় আৰু শিৱসাগৰ জিলাৰ কিছু ঠাই দক্ষিণে নগাপৰ্ব্বতলৈকে বাদ দি অসমৰ এই ভাগৰ নামেই স্বৰ্গ। এই স্বৰ্গৰ ইন্দ্ৰ পুৰন্দৰবে সেতেই ভগদত্তৰ বন্ধুতা।

যদি কোনোৱে সোধে যে মহাভাৰতৰ নো ক'ত এই ঠাইকেই স্বৰ্গ বুলি কৈছে? তেন্তে সেই মতে উত্তৰ দিবলৈ আমি অক্ষম। যি স্বৰ্গ পাবৰ নিমিত্তে কত যাগ যজ্ঞ কত যপ তপ কত কি কৰিব লাগে সেই স্বৰ্গখনি যে ব্যাসদেৱে আঙ্গুলি টোঁৱাই সেয়াই স্বৰ্গ বুলি দেখুৱাই দিব এইটি আশা দুৰাশা; কিন্তু মহাভাৰতৰ ভৌগলিক বিবৰণটি অলপ মন দি চালেই জানিব পৰা যায়। মহাভাৰতৰ ভীষ্মপৰ্ব্বৰ আৰম্ভৰ জম্বুখণ্ডবিনিৰ্ম্মাণ পৰ্ব্বাধ্যায় আৰু ভূমিপৰ্ব্বাধ্যায় নামেৰে দুই পৰ্ব্বাধ্যায় ভৌগলিক বিবৰণৰ নিমিত্তেই বুলি দেখা যায়; কিন্তু এই দুই পৰ্ব্বাধ্যায় বুজা বৰ টান। এই দুই পৰ্ব্বাধ্যায় গীতাপৰ্ব্বাধ্যায়ৰ আগতে একেলগে আছে আৰু মেৰু, সুমেৰু, মহামেৰু, গাখীৰৰ সাগৰ, ঘিউৰ সাগৰ, মৌৰ সাগৰ, এই ধৰণৰ ভৌগলিক বিবৰণটি পুৰাণত হে পোৱা যায়; পুৰাণৰ অগ্ৰৱৰ্ত্তী ৰামায়ণতো এনে ধৰণৰ ভৌগলিক বিবৰণ পোৱা নাযায়। এই দুই পৰ্ব্বাধ্যায় সুমুৱা বুলিয়ে মনে ধৰে। ৰামায়ণে কাকো দিগ্বিজয়লৈ, তীৰ্থ ভ্ৰমণলৈ বা আন কোনো ৰকমে ফুৰবাৰ চলতে ভৌগলিক বিবৰণটি দিয়ে।

---

* নাটকৰ অৰ্থ ইন্দ্ৰসভা।

মহাভাৰততো এইদৰে দিয়া আছে; সেই নিমিত্তে ওপৰৰ দুই পৰ্ব্বাধ্যায় সুমুৱা নহলেও আৰু বুজিব নোৱাৰিলেও একো হানি নাই; কিয়নো শেষোক্ত বিবৰণ মতে ঠাই নিৰুপন কৰাটো হে শ্ৰেয়ঃ। এইমতে অ'ৰ এটি ত'ৰ এটি এইদৰে প্ৰায় গোটেই গ্ৰন্থৰ্মিবে কথা আনি জোৰা দিলে হে ভূগোলখন প্ৰস্তত হয়; সেইদেখি একে ঠাইৰেপৰা লগে লুবুৱা কথা বুজি বি সংশয় থকাৰ সম্ভৱ সেই ভয় আৰু নাথাকে।

মহাভাৰতৰ সভাপৰ্ব্বৰ ৭ম, ৮ম, ৯ম আৰু ১০ম আধ্যাত মহাৰাজ যুধিষ্ঠিৰৰ আগত নাৰদে লোকপালসকলৰ অৰ্থাৎ ইন্দ্ৰ, যম, বৰুণ আৰু কুবেৰৰ সভা বিলাকৰ বৰ্ণনাত কৈছে আৰু ১১শ আধ্যাত ব্ৰহ্মা'ৰ সভা বৰ্ণনাৰ সময়ত কৈছে যে সত্যযুগত ভগবান আদিত্যই মৰ্ত্তলোক চাবলৈ ভূলোকলৈ নামি আহি নৰকলেবৰ ধাৰণ কৰি ফুৰি ২ ব্ৰহ্মাৰ সভাও চায়। আদিত্যৰ মুখত ব্ৰহ্মাৰ সভাৰ বৰ্ণনা শুনি নাৰদৰো চাবৰ মন হোৱাত, তেওঁ আদিত্যৰ উপদেশ মতে বহুসহস্ৰবৰ্ষব্যাপী ব্ৰত এটি সাধন কৰি আদিত্যৰ লগত ব্ৰহ্মাৰ সভালৈ যায়। ইয়াৰপৰা জানিব পাৰি যে স্বৰ্গলোক আৰু ব্ৰহ্মলোক এই ভূলোকতেই অৰ্থাৎ পৃথিবীতেই আৰু ব্ৰহ্মলোক স্বৰ্গলোকতকৈ বহুত দূৰৈত।

ভাৰতৰ উদ্যোগ পৰ্ব্বৰ ৯ম আৰু ১০ম আধ্যাত পোৱা যায়, ইন্দ্ৰ, বৃত্ৰাসুৰ বধৰ পিছত, ব্ৰহ্মহত্যাপাতকত লিপ্ত হৈ ৰাজ্য এৰি নিৰুদ্দেশ হৈ থকাত ঋষি সকলে মন্ত্ৰণা কৰি ঈক্ষ্বাকু বংশৰ নহুষ ৰজাক ইন্দ্ৰৰ ভাৰ দিয়ে অৰ্থাৎ স্বৰ্গ'ৰ ৰজা কৰে। বনপৰ্ব্বৰ ১৬৭ আধ্যাত পোৱা যায় কুৰু-পাণ্ডৱৰ যুদ্ধৰ নিমিত্তে সাজু হবলৈ অৰ্জ্জুনে স্বৰ্গলৈ গৈ বহুত দিন ইন্দ্ৰৰ লগত থাকি অস্ত্ৰ শিক্ষা কৰে। ৰামায়ণতো পোৱা যায় এবাৰ দশৰথ স্বৰ্গলৈ ইন্দ্ৰক সহায় কৰিবলৈ গৈ সম্বৰাসুৰেৰে যুদ্ধ কৰিছিল। আৰু ঋষিসকল সদায় স্বৰ্গলৈ যাতায়াত কৰা যেইসেই গ্ৰন্থতেই দেখা যায়। ইয়াৰপৰা বুজিব পাৰি যে মানুহেও সশৰীৰে স্বৰ্গলৈ যাব পাৰে; কিন্তু যযাতিৰ পতন আৰু কালিকাপুৰাণমতে উগ্ৰতাৰা দেৱীয়ে হাতত এছাৰি লৈ বহুত বাসিন্দাক কামৰূপৰপৰা উলিয়াই দিয়া, নৰকাসুৰে বশিষ্ঠ যেন ঋষিকো কামৰূপলৈ সোমাবলৈ হাক দিয়া কথা বিলাকৰপৰা জনা যায় যে স্বৰ্গলৈ যোৱা যাবেতাৰে কাম নহয়. স্বৰ্গলৈ যোৱা বাটত বহুত বাধা-বিঘিনি।

মহাদেৱৰ কৈলাস হিমালয়ৰে এক অংশ। অৰ্জ্জুন অস্ত্ৰ শিক্ষা কৰিবলৈ মহাদেৱ আৰু ইন্দ্ৰৰ ভালৈ যাওঁতে হিমালয়লৈকে গৈছিল। পঞ্চপাণ্ডৱ দ্ৰৌপদীৰে সৈতে ৰাজত্বৰ শেষত স্বৰ্গলৈ যোৱাৰ মন কৰি হিমালয়তেই উঠিছিল। ৰামায়ণতো পোৱা যায় হনুমানে মৃতুসঞ্জীৱনী আৰু বিশল্যকৰণী ঔষধ নিবলৈ আহোঁতে হিমালয়তেই ইন্দ্ৰ আদি সকলো লোকপালৰ পুৰী দেখিছিল (লঙ্কাকাণ্ড ৭৪ সৰ্গ)। ইয়াৰপৰা জনা যায় যে হিমালয়ৰে কোনো অংশৰ নাম স্বৰ্গ। এইখিনিতেই এইটিও কোৱা উচিত যে অসম প্ৰদেশখনও হিমালয়ৰে অংশ; ইয়াৰ ভিতৰৰ ভৈৰৱৰ চূড়া, টুৰ্কেশ্বৰী, কামাখ্যা, হাজো, শিঙৰি, ওঙৰি, বিশ্বনাথ, কামাক্ষা, মিকিৰ, নগা, খাচিয়া, গাৰো আদি পৰ্ব্বতবিলাক হিমালয়ৰ হে ঠাল ঠেঙুলি; উত্তৰ আৰু পুব ফালৰ ভোট, ডফলা আৰু মিচিমি পৰ্ব্বতৰ তো কথায়েই নাই। লিঙ্গপুৰাণত গুৱাহাটীৰ * কেদাৰ তীৰ্থ হিমালয়তে বুলি কয়। এই কেদাৰতে শঙ্কৰাচাৰ্য্যৰ মৃত্যু হয় আৰু শঙ্কৰাচাৰ্য্যৰ মৃত্যুস্থান কেদাৰ হিমালয়ত বোলা দেখা যায় ( Religious thoughts and life in India by Monier Williams, page 56 )। তেন্তে বুজা যায় আগৰ কালত হিন্দু সকলেও অসমক হিমালয় বুলিয়েই ধৰিছিল।

সভাপৰ্ব্বত যুধিষ্ঠিৰৰ আগত নাৰদে লোকপালসকলৰ সভাবিলাকৰ বৰ্ণনা কোৱাত সেই সভাবিলাক নাতিশীতোষ্ণ বুলিও গুণ এটা বৰ্ণাইছে। ইয়াৰপৰা জনা যায় দেৱতাসকলে নাতিশীতোষ্ণ ঠাইতে হে থাকিবলৈ ভাল পায়; তেওঁলোকৰ বাসস্থান স্বৰ্গ হিমালয়ৰ বৰফাচ্ছাদিত টিঙৰ ওপৰত নহয়, হিমালয়ৰ টিঙৰ ইপাৰেই কি সিপাৰেই মানুহ থাকিব পৰা কোনো নামনি ঠাইতহে।

ক্ৰমশঃ

শ্ৰীৰজনীকুমাৰ দাস।

---

* হিমালয়ৰ ভাটীপিনেও কেদাৰ নামৰ তীৰ্থ এখন আছে হবলা। যদি সেই কেদাৰকে লিঙ্গপুৰাণৰ আৰু শঙ্কৰাচাৰ্য্যৰ মৃত্যুস্থান কেদাৰ বুলি ধৰা হয় তেন্তে কেদাৰ সম্পৰ্কীয় প্ৰবন্ধৰ এই অংশ বাদ দিলেও প্ৰবন্ধৰ একো হানি নহয়।

# গুৰু-চৰিত্ৰ।

( ৫ )

আৰু এদিন কমলি-ধৰা পৰমানন্দ আতৈ সহিতে ষাঁড় থকা বাটেদি যোৱাত দুই-মুনি বাট পাইছেহি এনেতে ষাঁড়ে গন্ধ পাই গুৰুজনক খেদি আহিছে; গুৰুঈশ্বৰৰ মাথাত মালতী ফুলৰ মালা গাত পাটৰ পছৰা আছিল। পছৰা কঁকালত বান্ধি চতুৰ্ভুজৰূপ ধাৰণ কৰি ফুলৰ মালা ষাঁড়ৰ গাওলৈ মাৰি দি দুই হাতে দুই শিঙত দুই হাতে দুই কাণত ধৰি ষাৰ-মুচৰি পাছ-হেচোক মাৰি দিলত ভতৰা ৰপুৰা চকু চেলাকাই মৃত্যুৰ তুল্য হল। আতৈয়ে কাৰ্য্য দেখি আচৰিত হৈ ভয়ত কঁপনি উঠিল। তেতিয়া ডেকাগিৰীয়ে সুধিছে আতৈ কিহল ষৰকৈ ভয় কৰিছা দেখোঁ? কমলি-ধৰাই কলে, গো-বধ লাগিল! ভাল হল! কি উপায় হব? এইদৰে ষাঁড় অলপ বেলি পৰি থাকি উঠি লৰ মাৰি হাবিলৈ গল। গুৰুঈশ্বৰে ধৰ ধৰ বুলি ভয় দেখুৱাত আৰু ভয় লাগি অতি বেগে দৌৰিব ধৰিলে। সেই দিনাৰপৰা সেই বাটেদি মানুহ গলে ষাঁড় ওলালে ডেকাগিৰীৰ শব্দকৈ কিঙ্কি দিলে ভয়ত দৌৰি পলায়। গুৰুদেৱ আতৈৰ সহিত পথত আহি ৰামৰামগুৰুক দেখা পাই প্ৰণাম কৰিছে। কমলি-ধৰাই সকলো লোকত কোৱাত শুনি আচৰিত হৈছে, গুৰুৰ ভৰিত ধূলা লাগি অহাত চন্দৰিয়ে ধুৱাই বাধিছে; সেই দিনৰ ধূলা হালধীয়া আছিল; অদ্যাপিও বান্দি সত্ৰত আছে। কোনোৱে কয় গুৰুজন জন্মাৰ তিন দিনাস্তে কোনোৱে কয় ছোৱালী খোজাৰ পিছত গুৰুমাতা সত্যসন্ধ্যা আই পৰলোক গমন কৰিছে। এদিন সত্যসন্ধ্যা আইয়ে কলে, লৰা ডাঙৰ হল, বিবাহৰ ছোৱালী বিচাৰিব লগা হল। কুসুমে কলে আমি খুজি থৈছোঁ। হৰিৰৰ গিৰী নামে এজন ভূঞা জগন্নাথ মহাপ্ৰভুৰ ওচৰত পুত্ৰ কামনা কৰাত স্বপ্নত কন্যা এজনী লাভ হব বুলি আশীৰ্ব্বাদ পালে আৰু সেই কন্যাজনী, কুসুম ভূঞাৰ ঘৰত শঙ্কৰ নামে ঈশ্বৰ অৱতাৰ হৈছে, সূৰ্য্যাৱতী নাম্নী ছোৱালীক তাৰাত বিবাহ দিবা। এই প্ৰকাৰে আদেশ পাই হৰিৰৰ ক্ষেত্ৰ স্থানৰপৰা ঘৰ পালেহি; কিছুদিন ঘৰত থকাত কন্যা এজনী জন্ম হল, জাতকৰ্ম্ম কৰি সূৰ্য্যাৱতী নাম দিলে। এই কন্যাখনিকে মহা সমাৰোহেৰে শঙ্কৰদেৱলৈ বিবাহ কৰাইছিল। বিবাহৰ কিছুদিন পিছত কুসুমৰ মৃত্যু হল; বিধিমতে শ্ৰাদ্ধাদি কৰি সুখে আছে, কিছু দিনৰ পিছত সত্যসন্ধ্যা আই পৰলোক গমন কৰিলে; দহন বহন কৰি

অন্তেষ্টি ক্রিয়া সম্পন্ন কৰে। সূৰ্য্যাৱতী আইৰ উদৰত মনু নামে এখনি কন্যা জন্ম গ্রহণ কৰে। কায়স্থ বংশীয় হৰি নামে এজন লোকত মনুক বিয়াহ দিলে। গুৰুপত্নী পৰলোক গমন কৰিলে; গুৰুঈশ্বৰ তীর্থ স্থানলৈ যাবৰ মন হল, আয়াই জীয়াৰীক বনগয়াঁগিৰীক চমুজাই দিলে; জয়ন্তামাধৱৰ ঘৰত সকলো বস্তু জাত ৰাখি সত্তৰজন সঙ্গী সহিতে যাত্রা কৰিবৰ ইচ্ছা হল। জন্মঠাই আলিপুখুৰিত ২০ বছৰ আছিল।* তাৰ পৰা পিছত হে বৰদোৱা নির্ম্মাণ কৰে। ক্ষেত্রলৈ যোৱাৰ সময় লগত ৰামৰাম গুৰু, মহেন্দ্র কন্দলি, সর্ব্বজয়, বলোৰাম, পৰমানন্দ, দামোদৰ আতা, শ্রীৰাম, হৰিদাস প্রভৃতি ১৭ সত্তৰজন লোক গৈছিল। এই সময় গুৰুঈশ্বৰৰ বয়স ২৩ বছৰ মাথোন হৈছিল। বাটত যাওঁতে প্রসাৰী বুঢ়ীক মুক্ত দিলে; এওঁ পুর্ব্বজন্মত কৃক্মিণী আইৰ ধাত্রী সুমালিনী নাম আছিল; মৃত্যুছলে গতি পালে। পদব্রজে গৈ গঙ্গাস্নান কৰি পিতা মাতা পত্নীৰ অস্থি যোগালে, তাৰ পিছত গয়ালৈ গৈ উৰ্দ্ধগসকলৰ পিণ্ড দিলে। গয়াত ফল্গু গঙ্গা আছে, তাৰ প্রণালী কোৱাত অঠৰনলা-চকি পাইছে। গঙ্গাত ৯ দিন গয়াত ৩ তিন ৰাত্রি তাৰ পিছত ১০ দিনে আকৌ গঙ্গালৈ আহি ২১ একৈশ দিনে ক্ষেত্রস্থান পাইছে। গুৰুঈশ্বৰ মহাপ্রভুৰ ওচৰলৈ যোৱাৰ পূর্ব্বেই পাণ্ডাসকলে সপন দেখিছে যে আসামৰপৰা আতা জগন্নাথ আহিছে কালিলৈ আমাক ভোগ দিব নেলাগে, সেইজনক আগ বাঢ়ি গৈ আনি আদৰ সম্ভাষণ কৰিলেহে আমাক পূজাৰ ফল পাবা। পাণ্ডাসকলে কলে অনেক যাত্রী আহে কেনেকৈ পৰিচয় পোৱা হব, এই কথা শুনি কৈছে তেওঁৰ বর্ণ গৌৰ, মাথা চম্রাগতি, বাহু আজানুলম্বিত, সিংহাকৃতি উচ্চ পুৰুষ, তোমালোকক দেখা মাত্রেই মাত লগাব। পাণ্ডাসকলে পিছদিন স্বপ্নাদেশ মতে ভোগ প্রস্তুত কৰি লৈ আগ বাঢ়ি গৈ পঞ্চ ক্রোশৰ ভিতৰত সাক্ষাৎ কৰি সপনত দেখা মতে মহা-পুৰুষক দেখি ওচৰলৈ যোৱা মাত্রকে গুৰুজনে আদৰ কৰি প্রসাদ গ্রহণ কৰি ভোজন কৰিলে। পাণ্ডাসকলে অতি সাদৰেৰে সমাদৰ কৰি লৈ মহাপ্রভুৰ দর্শন কৰালে। গুৰু ঈশ্বৰে প্রদক্ষিণ কৰাত মহাপ্রভুৰ মাথা ঘূৰিছিল। ব্রহ্ম-পুৰাণৰ আখ্যান মতে ক্ষেত্রস্থানৰ মাহাত্ম্য ব্যাখ্যা কৰাত পাণ্ডাসকলে শুনি অতিশয় আহ্লাদিত হৈ শঙ্কৰদেৱৰ সঙ্গ লেবাত পৰিল। ক্ষেত্রত কিছু দিন

---

* ইয়াৰ পিছৰ এঠাইত আলিপুখুৰীত ৩০ বছৰ থকা পুথি লেখা আছে। সম্পাদক।

থাকি তাৰপৰা বৃন্দাবনলৈ গমন কৰিলে। তাত ব্ৰাহ্মণসকলৰ সহিত বাদ হৈছিল, বাদত পৰাস্ত হৈ সকলো ব্ৰাহ্মণে বিশেষ আদৰ কৰিলে; আৰু তিনি বস্তু সকলোৰে নিকট প্ৰকাশ কৰিছে। বৃন্দাবনতে ৰূপ, সনাতনক লগ পাইছিল, এওঁলোকে হৰিব্যাসৰ ওচৰত মন্ত্ৰ লাভ কৰিছিল। বৃন্দাবনলৈ যোৱাত ১৭ জন সঙ্গীৰ ভিতৰৰ ২ জন মাথোন গৈছিল। ৰূপ, সনাতন পূৰ্ব্বে বিধবা ব্ৰাহ্মণীৰ পুত্ৰ আছিল; যৱন ৰজাৰ পুত্ৰ নোহোৱা পৰিকে এওঁলোক দুইজনক নি ৰূপক ৰজা পাতে। কিছুদিন ৰাজ কাৰ্য্য কৰি বিৰক্তি হোৱাত সুখ ভোগ পৰিত্যাগ কৰি পৰ্ব্বতৰ গহ্বৰত সোমাই থাকি জ্ঞান লাভ কৰে। বৃন্দাবনলৈ যোৱা যাত্ৰীৰ আগত সনাতনলৈ বাতৰি পঠালে যে আৰু ৰাজভোগ কৰাৰ আৱশ্যক নকৰে। সোনকালে বিষয়-বিষ পৰিত্যাগ কৰি আহক। সনাতনে খবৰ পোৱা মাত্ৰকে দুই টোপোলা সোণ ৰূপ লৈ ৰূপক বিচাৰি পালেহি। আন দিন খোৱা বস্তু মিলে সেই দিনা একো বস্তু নোপোৱাত ৰূপে সনাতনক সুধিলে, কিবা মায়া বস্তু আনা হৈছে নে কি? সনাতনে কলে অনা হৈছে, ৰূপে কলে পৰিত্যাগ কৰা। পিছত আটাইবোৰ সোণ ৰূপ পেলাই দিছে।

গুৰুঈশ্বৰ তাৰপৰা মথুৰালৈ গৈছে। তাৰ সকলো লোকে সপনত শঙ্কৰ আহিছে বুলি জানি আগ বঢ়াই আনিছে। মথুৰা আৰু বৃন্দাবনত শ্ৰীকৃষ্ণ প্ৰভুৰ ক্ৰিয়াৰ স্থানবোৰ পৰিদৰ্শন কৰি অৰ্জ্জুন ভগা ঠাই পালত নগৰীয়া লোকসকলে কৃষ্ণৰ ধ্বজ, বজ্ৰ, পঙ্কজৰ চিহ্ন দেখিবলৈ ইচ্ছা কৰাত গুৰুজনে দেখুৱলত সকলো লোকে আচৰিত হৈ পাৱত পৰি প্ৰণাম কৰিছে। তাৰপৰা বাৰাণসী প্ৰয়াগ, সীতাকুণ্ড, বৰাহকুণ্ড, উত্তৰবাহিনী গঙ্গা পৰিদৰ্শন কৰি ৰুক্মিণী আইৰ মন্দিৰ দেখিবৰ কাৰণ দ্বাৰিকালৈ গমন কৰে। লগত সৰ্ব্বজয় আৰু পৰমানন্দ আছিল। সাগৰত পাৰ হবৰ কোনো উপায় নথকাত আতৈ দুইজনক কলে তোমালোকে চকু মুদি আমাৰ দুই বাহুত ধাৰণ কৰিবা; কেতিয়াও চকু মেলি নাচাবা; এই বুলি সাগৰত নামি সাঁতৰ মেলিছে, আতৈ দুইজনে দুই বাহুত ধৰিছে, সমুদ্ৰৰ কিছু ওচৰ পাইছে গৈ এনেতে উভয়ে চকু মেলি দেখাত দেখে যে গুৰুজন নাই, পানীত ভলং ভুতং কৰি ভাহি ফুৰিছে, অলপমান খাঁতৰত এখান নৌকা লৈ এজন লোক নিৰ্ভয় দি কৈছে, তোমালোকে ভয় নকৰিবা আকৌ চকু মুদা, গুৰুবাক্য স্থিৰ কৰি পূৰ্ব্বৰতে আশ্ৰয় পাবা। এই কথা শুনি চকু মুদাত পুনৰ গুৰুদেৱক পাইছে; অনায়াসে সমুদ্ৰ উত্তীৰ্ণ হৈ ৰুক্মিণীৰ মন্দিৰৰ

চুড়া দেখিছে ; ক্রমে বাৰিকাৰ পৰিদর্শন কাম শেষ কৰি পুনৰ পূর্ব্বতে পাৰ হৈ অযোধ্যানগৰ পাই শ্রীৰামচন্দ্ৰৰ প্রতিমূৰ্ত্তি পৰিদর্শন কৰে। তাৰপৰা ফিৰি আহি বৃন্দাবন পাইছেহি। তাতে এদিন গুৰুজনৰ সোঁকালে এটি যেকণ হয়, এৰাতি থাকি নিবাৰণ হল। নগৰ ভকতসকলে আচৰিত হৈ সুধিলে যেমাৰ হল বা কিয় ? গুচিল বা কিয় ? তাতে মহাপুৰুষে উত্তৰ দিছে যে আমাৰ অৰ্দ্ধ শৰীৰ এজনা জন্ম হৈছে, সেইদিনাই লেটুপুখুৰিত হৰিশিঙ্গা বৰাৰ ঘৰত শ্রীমাধৱদেৱ ধৰ্ম্মমূৰ্ত্তি অৱতাৰ হৈছে।

বদৰিকাশ্ৰমত উদ্ধৱ আছে তাতে গুৰুদেৱ যোৱাত এই গীতটীৰে স্তুতি কৰিছে "মনমেৰি ৰাম চৰণ হি লাগু" উদ্ধৱ বান্ধৱৰ সহিত আলাপন কৰি ১২ বছৰান্তে ঈশ্বৰ পুৰুষৰ স্বগৃহাভিমুখে গমনৰ ইচ্ছা হয়। আলিপুখুৰীত উপনিত হলত জ্ঞাতিকুটুম্ব ভুঞা সকলে আহি আদৰ সম্ভাষণ কৰিলে, জয়ন্তামাধৱক প্ৰণাম কৰিবলৈ খোজাত সেৱা কৰিব নিদি আলিঙ্গন কৰি চুমা দিলে। মহাপ্ৰভুৰ স্থানৰ নিৰ্ম্মালি প্ৰসাদ দি সমুদায় তীৰ্থ ক্ষেত্ৰৰ বিবৰণ শুনাই বান্ধৱ সকলক বিদায় দিলে।

এদিন বনগয়াঁ শিৰীয়ে গোৱালসকলক মাৰি গৰু কাঢ়ি আনিছিল, এই কথা শুনি গুৰুদেৱে তেওঁক বৰ খঙ্গ কৰিলে। কনিষ্ঠ ভাতাই উত্তৰ দিলে আটাই বোৰ বস্তু তোমাৰ সেই বাবে অনা হৈছে। খুৰাদেৱ জয়ন্তামাধৱে কলে, বোপা তুমি পুনৰ সংসাৰ কৰিব লাগে, পিতৃব্যৰ কথা শিৰোধাৰ্য্য কৰি গুৰুদেৱে শ্ৰীমতী কালিন্দ্ৰী আইক বিবাহ কৰাইছে।

ক্ৰমশঃ

---

# ৺ অৰ্জ্জুধৰ বৰুৱা।

"Some village Hampden, that with dauntless breast  
The little tyrant of his fields withstood,  
Some much inglorious Milton here may rest ;  
Some Cromwell guiltless of his country's blood,

—Gray.

সৰ্ব্বসাধাৰণে চিনি-জানি নোপোৱা, অসমৰ ডাঙৰ মানুহৰ "লিষ্টত" নাম নপৰা এনে মানুহৰ জীৱনী মাহী হেন আলোচনীৰ পাঠকৰ ওচৰত ধৰিবলৈ যোৱাটো মোৰ ধৃষ্টতা হব পাৰে, কিন্তু অজুধৰ বৰুৱাই তেওঁৰ সামান্য অৱস্থাত আৰু কষ্টকীয়া জীৱনত কি কি কৰিছিল আৰু কেনেকৈ কৰিব পৰিছিল, তাৰ পৰা বহুতৰ উত্তম শিক্ষা হব পাৰে, আৰু আমাৰ দেশৰ মানুহে "ডাঙৰ মানুহ" নহৈও অৱস্থানুসাৰে দেশৰ কত উপকাৰ কৰিব পাৰে তাক এনেদি বুজিব পাৰে। অজুধৰ বৰুৱাৰ জীৱনী পঢ়িলে আশা কৰোঁ পাঠকসকলৰ একো অমনি নেলাগিব, আৰু তেওঁৰ আমি বিস্তৃত জীৱনী লেখিবৰো উদ্যোগ কৰা নাই, মুঠতে তেওঁ তেওঁৰ জীৱনত লেখত ধৰিব পৰা কাম কি কি কৰিছিল তাকে হে চমুকৈ লেখিম।

অজুধৰ বৰুৱা আমগুৰী মাইনৰ স্কুলৰ হেড্ মাষ্টৰ আছিল, আজি ছমাহমান হল তেওঁ গ্ৰহণী বেমাৰত পৰি ইহলোক এৰিলে। তেওঁৰ বয়স ত্ৰিশ বি চবছৰ মা-থোন হৈছিল। তেওঁৰ ঘৰ শিৱসাগৰত। তেওঁ সজ বংশৰ ব্ৰাহ্মণ। তেওঁৰ দেউতাকে কছাৰীত চিৰস্তদাৰী কৰিছিল। অজুধৰে ১৮৮৮ চনত শিৱসাগৰৰ ইংৰাজী স্কুলত দ্বিতীয় শ্ৰেণীৰপৰা প্ৰথম শ্ৰেণীলৈ প্ৰমোচন পাই মাহদিয়েক পঢ়াৰ পাছত স্কুলৰ হেডমাষ্টৰ বদলি হল, আৰু নতুন হেড্মাষ্টৰ আহি অজুধৰক আৰু তেওঁৰ লগৰ চাৰিটা লৰাক তলৰ শ্ৰেণীলৈ নমাই দিলে। পাঁচোজন লৰা লগ লাগি স্কুললৈ নোযোৱা হল। ইপিনে দেউতাকে তেওঁ নপঢ়িলে নেৰে। সেই সময়ত মাননীয় ৺ দীননাথ বেজবৰুৱা ডাঙৰীয়া মুন্সেফী কামৰপৰা পেঞ্চন লৈ শিৱসাগৰৰ ঘৰত আছিলহি। অজুধৰে ককাদেউতাকক অৰ্থাৎ বেজবৰুৱা ডাঙৰীয়াক নতুনকৈ হাইস্কুল এটা খুলিবলৈ বাতিয়ে দিনে ধৰিবলৈ লাগিল। বেজবৰুৱা ডাঙৰীয়ায়ো অজুধৰৰ কথাত ভৰ দি, পেন্সন প্ৰাপ্ত শ্ৰদ্ধাস্পদ ৺ পৰমানন্দ তঁৰালী ডাঙৰীয়াৰে সৈতে পৰামৰ্শ কৰি ছাত্ৰৰ সংগ্ৰহ কৰা ভাৰ অজুধৰৰ পাত দি হাইস্কুল খোলা স্থিৰ কৰিলে। অজুধৰে নানা কৌশলেৰে স্কুল খোলা দিনা একুৰি-পোন্ধৰটা লৰা থিৰ কৰিলে।

ইয়াৰ অলপ পাছতে বঙ্গদেশৰ পণ্ডিত শশধৰ তৰ্কচূড়ামণি শিৱসাগৰলৈ গৈছিল, আৰু তেওঁ হিন্দুধৰ্ম্মৰ বিষয়ে কেবাটাও বক্তৃতা দি লৰা বুঢ়াক সাৰুৱা উপদেশ দিছিল। তেওঁৰ উপদেশৰ ফলস্বৰূপে শিৱসাগৰত "বাল্যাশ্ৰম আৰু ছাত্ৰসভা" নামেৰে এখন ধৰ্ম্ম সম্বন্ধীয় সভা স্থাপিত হয়, এই সভাও

অভ্ৰধৰৰ উদ্যমত গঠিত হোৱা। এই সভা আজিলৈকে শিৱসাগৰত আছে। ইয়াৰো পৃষ্ঠপোষক বেজবৰুৱা আৰু ভঁৰালী ডাঙৰীয়া আছিল।

অভ্ৰধৰে এণ্ট্ৰেন্স পৰীক্ষাত উঠিব নোৱাৰি শিৱসাগৰৰ ফৰেষ্ট অফিচত কুৰি টকা দৰ্মহাত কেৰাণী কাম কৰি মাহ দিয়েক নৌ হওঁতেই চাহাবেৰে সৈতে তেওঁৰ ঠেঁটামোজা লাগিল, আৰু একে দিনাই তেওঁ কাম কাজ ইস্তফা দি গুচি আহিল। কামকাজ নাইকিয়া হৈ ঘৰত বহি থাকোঁতে এদিন ওপৰত উল্লেখ কৰা ভঁৰালী ডাঙৰীয়াই শিৱসাগৰ আৰু যোৰহাটৰ মাজ-ঠাই, ভাল মানুহেৰে ঠাহ খাই থকা আজীত এটা ইংৰাজী স্কুল খুলিবলৈ অভ্ৰধৰক বৰাইবুজাই কলে; আৰু অভ্ৰধৰেও তেখেতৰ কথা শিৰোধাৰ্য্য কৰি ঠাই-ঠুই চাই-চিতি আহিবলৈ সৈ এমাহৰ ভিতৰতে আজীত ডাঙৰ ঘৰ এটা সাজাই ছকুৰিমান লৰা গোটাই পঢ়াবলৈ আৰম্ভ কৰিলে। তেওঁ হেডমাষ্টৰ, আৰু এজন এণ্ট্ৰেন্স ক্লাছত পঢ়া চেকেণ্ড মাষ্টৰ। স্কুল ভাল ৰকমে চলিবলৈ ধৰিলে, আৰু অভ্ৰধৰে স্কুলৰ উন্নতিৰ লগে লগে আজী ঠাই তোথৰৰো উন্নতি কৰিবলৈ চেষ্টা কৰিলে। তাত যদিও ভাল মানুহ বহুত আছিল, কিন্তু স্থানীয় কোনেও নিজৰ ঠাই তোথৰৰ অভাৱ গুচাই সুচল আৰু সুবিধা কৰিবলৈ মন মেলা নাছিল। প্ৰথমে অভ্ৰধৰে আজীত এটা ডাকঘৰ লাগে বুলি বহুত মানুহৰ চহি লৈ ডাক-ঘৰৰ পৰাকীলৈ লেখে, আৰু সেই অৰ্থে জিলাৰ ডিপুটী কমিছনৰক জনাই বুজাই, লেখা-লেখি কৰি এক্সপেৰিমেণ্টেল ডাক-ঘৰ এটা মঞ্জুৰ কৰায়। বজালী পোষ্টমাষ্টৰে ডাকঘৰ খুলি বহি থাকি চিঠি বিলি কৰিবলৈ আৰু আন ঠাইলৈ পঠাবলৈ নেপাই গৱৰ্ণমেণ্টৰ অযথাত খৰচ হোৱা ৰেপৰ্ট কৰিলত, চাহাবসকলক নানা কথা কৈ অভ্ৰধৰে চিঠিৰ সংখ্যা বঢ়াবলৈ নিজে পোষ্ট-কাৰ্ড কিনি ডাক-লেফাফা কিনি বিশেষ কাৰণ নোহোৱাকৈয়ে যাকেকে তাকেকে চিঠি লেখিছিল। এই উপায়েৰেই এক্সপেৰিমেণ্টেল অৱস্থাৰ দিন গল, আৰু স্থানীয় পৰাকীসকলক ধৰি-মেলি ডাকঘৰটো কোনো মতে নিপাজিকৈ কৰিলে। লাহে লাহে চিঠি পত্ৰও বেচি হৈ আহিবলৈ ধৰিলে আৰু এতিয়া আজীৰ ডাকঘৰ এটা সৈণত ডাঙৰ ডাকঘৰ বুলি সকলোৱে স্বীকাৰ কৰে।

তাৰ পিছত অভ্ৰধৰে ডাক্তৰখানা এখন কেনেকৈ খুলিব পাৰি তাৰ উপায় বিচাৰিলে। গাৱঁৰ মানুহক বিলাতী দৰব নেলাগে, আৰু ডাক্তৰ আহিলে বেমাৰ হয় ভাবি ওচৰৰ সকলো মানুহে অভ্ৰধৰৰ প্ৰস্তাৱত অসম্মতি

হল, আৰু থিৰ কৰিলে, যদি হে কিবা ষড়যন্ত্ৰ ডাক্তৰ খানা চৰ্কাৰে দিব খোজে তাৰ সকলোৱে প্ৰতিবাদ কৰিব। অজ্ঞধৰে এনে অৱস্থাত কি কৰিলে? জনা বুজা দুজন চহকী মানুহ লগত লৈ সকলোৱে মুখপাত স্বৰূপে স্থানীয় চিভিল চৰ্জনলৈ, আজীত আম্পাতাল লাগে বুলি দৰ্খাস্ত দিলে। আজীত ইন্সপেকচন বঙ্গলা এটা আছে, শিৱসাগৰ জিলাৰ চাহাব-চুবৰ সেই কালে চহৰ ফুৰিবলৈ গলে সদাই দুদিন তিন-দিনকৈ সেই বঙ্গলাত থাকে; আৰু অজ্ঞধৰে সকলো চাহাবেৰে সৈতে দেখা-সাক্ষাৎ কৰি সকলো কথা ভালকৈ তেওঁলোকক বুজাবলৈ চল পালে। ডাক্তৰ চাহাবে এইবাৰ তালৈ ফুৰিবলৈ যাওঁতে অজ্ঞধৰে গোটাদিয়েক বেমাৰী মানুহ চাহাবৰ আগত থিয় কৰি আম্পাতালৰ প্ৰস্তাৱ নতুনকৈ কৰিলে; আৰু ডাক্তৰ চাহাবেও "স্থানীয় মানুহে ঘৰ এটা আৰু সামান্য পঁচা দিব পাৰিলেই আম্পাতাল দিম" বুলি স্বীকাৰ কৰি আহিল। ইয়াৰ পিছত দুজনমানৰে সৈতে অজ্ঞধৰে যথেষ্ট খৰচ কৰি ঘৰ-দুৱাৰ কৰি দিলত আম্পাতাল হল। কিন্তু ডাক্তৰ বাবু কম্পাউণ্ডৰে সৈতে দিনৰ-দিনটো যদি থাকে দৰৱ নিবলৈ কোনো নাহে, ডাক্তৰ বাবুকো ভিজিট দি কোনেও "কল" নকৰে। বেমাৰী নোহোৱাত আৰু দৰৱ নিনিয়াত বাবুৰ যদিও সিমান মনস্তাপ নাছিল, তেওঁ আন ঠাইত থকা হলে ইমানখিনি ভিজিট পালেঁহেঁতেন, এই ভাবে তেওঁক অস্থিৰ কৰি পেলালে। অৱশেষত যেতিয়া চাহাবেও ডাক্তৰ বাবুৰ ৰেপৰ্ট অনুসাৰে আম্পতাল নচলে দেখি ডাক্তৰখানা উঠাই দিবলৈকে মনস্থ কৰিলে, অজ্ঞধৰে উপায় নেপাই তেওঁৰ স্কুলীয়া লৰা প্ৰত্যেকটিৰে হাতত এটা এটা বাঁহৰ চুঙা দি নানা প্ৰকাৰ দৰৱ ডাক্তৰখানাৰপৰা অনাবলৈ ধৰিলে। তেওঁ বাঁহৰ চুঙা স্কুলতে থৈ দিয়ে। এই কাম নিতৌ চলিবলৈ ধৰিলে আৰু ডাক্তৰে দৰৱ দি তং নোপোৱা হলগৈ। কিন্তু আটাইবোৰ বেমাৰী লৰা-মানুহ হোৱাত ডাক্তৰৰ মনত সন্দেহ উপস্থিত হৈ ভালকৈ পৰীক্ষা কৰিবলত কথা ওলাই পৰিল। এই আটাইবিলাক কৰি-মেলি থাকোঁতে অজ্ঞধৰে পাৰ্লৈ গৈ মানুহক দৰৱ পাতি ডাক্তৰখানাৰ পৰা আনিবলৈ সদাই বুজাবই লাগিছে। কিন্তু অজ্ঞধৰৰ ফাকিটো ডাক্তৰ বাবুৰ ৰেপৰ্টত ডাক্তৰ চাহাবে গম পাই চাবলৈ যোৱাত, তেওঁ শেহত সৈ নেকাচি চাহাবক কাবৌ-কোকালি কৰি মানুহক ঘৰত চাই বুজাই কৈ দৰৱ দিবলৈ ডাক্তৰক হুকুম দিয়ালে। তাৰেপৰা নাহে নাহে ডাক্তৰখানাৰ দৰৱ মানুহৰ

মাজত চলিবলৈ ধৰিলে। এনেকৈয়ে জাজীত এজন মানুহৰ উদ্যমত এটা ডাক্তৰখানা স্থাপিত হল, আৰু সেই ডাক্তৰখানাই আজি সেই ঠাইৰ মানুহক অশেষ উপকাৰ কৰিছে। তাৰ পাছত অভ্ৰধৰে জাঁজীত এখন হাট বহুৱালে। প্ৰথমতে দুই-চাৰিটা মানুহক এঠাইত গোটখাই জলকীয়া বেঙেনা বেচিবলৈ কৈ লাহে লাহে ধান, মাহ আদি আৰু কেয়াঁই কাপোৰ-কানি বেচি শেহত সেয়ে চৰ্কাৰী হাট হয়। এতিয়া তাত পাঁচ ছয় মাইলৰ অন্তৰৰপৰা বস্তু-বাহানি আনি মানুহে কিনি বেচি লাভালাভ কৰি সুবিধা কৰিছে। জাঁজীত প্ৰজা হিত-সাধিনী সভা নামেৰে সভা এখন পাতি অভ্ৰধৰ নিজে সম্পাদক হৈ লোকেল বৰ্ডলৈ চৰ্কাৰৰ ঘৰলৈ স্থানীয় অভাৱ আদি সদাই জনাবলৈ উপায় কৰি লৈছিল। আৰু মানুহে ধাৰে নি পৰস্পৰ সহায় কৰিব পৰা সভা (Co-operatve credit society) স্থাপন কৰি নিজে তাৰ সম্পাদক হৈ দক্ষ-ভাবে সেইতে মৃত্যুৰ দিনলৈকে চলাই আছিল।

অভ্ৰধৰ বৰুৱা এণ্ট্ৰেঞ্চ "পাচ" কৰা নাছিল তেওঁ গতিকে মাইনৰ স্কুলৰ হেড মাষ্টৰী যদিও সুখ্যাতিৰে কৰি কেবাজনো ছাত্ৰক পাচ কৰাই বৃত্তি দিয়াইছিল তত্ৰাচ লোকেল বোৰ্ডে সেই স্কুলত সহায় কৰিবৰ সময়ত তেওঁক অনুপযুক্ত বুলি ধৰে। সেই কাৰণে লোকেল বৰ্ডৰ সহায় লৈ কেবাজনে কেবাবাৰো তাত মাইনৰ স্কুল খোলে, কিন্তু কোনোমতে অভ্ৰধৰৰ আগত স্কুল তিষ্টিব নোৱাৰি সদাই মুকটি যায়। বহুত বাৰৰ মূৰত যেতিয়া গৱৰ্ণমেণ্টে বেছকৈ বুজিলে যে অভ্ৰধৰৰ সহায়ৰ বাহিৰে তাত স্কুল পতা বা ৰখা অসম্ভৱ, তেতিয়া তেওঁকে বিশেষৰূপে উপযুক্ত বুলি গৱৰ্ণমেণ্টে সহায় দি স্কুল নিগাজি কৰি দিলে আৰু তেওঁ মৰাৰ দিনলৈকে সেই স্কুল দক্ষভাবে সেইতে চলাইছিল।

এজন মানুহে কৰোঁ বুলিলে কিমান কৰিব পাৰে তাক আমি ৺ অভ্ৰধৰ বৰুৱাৰ জীৱনীৰপৰা বেছ বুজিব পাৰোহঁক। তেওঁ ইমান দিন তেওঁৰ সামান্য অৱস্থাত কাম কৰি যেনেকৈ পাৰে দেশৰ উপকাৰ কৰি মৰিবৰ সময়ত দুহাজাৰ টকা নগদ তেওঁৰ শোকসন্তপ্তা বিধৱা আৰু অকণি অকণি তিনিটী ছোৱালীৰ নিমিত্তে ৰাখি যাব পাৰিছিল। অসমৰ ডাঙৰ ডাঙৰ ঠাইত যদি অভ্ৰধৰ বৰুৱাৰ দৰে সকলোৱে নিজৰ দেশ বুলি অভাৱ গুচাবলৈ চেষ্টা কৰে তেন্তে আমাৰ দেশ কিমান উন্নত হব তাক সকলোৱে এবাৰ চিন্তা কৰিবলৈ অভ্ৰধৰৰ জীৱনীয়ে আমাক জলন্ত দৃষ্টান্ত স্বৰূপে দেখুৱাই দিছে।

শ্ৰীদেবেশ্বৰ চলিহা।

দ্বিতীয় বছৰ, ষষ্ঠ সংখ্যা

# সূচী



# বিহু।

## ( গীত। )

( সুৰ—দেউতাৰ পদূলিত, গোজাইছে মধুৰী, কেতেকী মলেৰলাই, ঐ গোবিন্দাই ৰাম। )

টকা পেপা ঢোল,          গীতৰ উঠে ৰোল,
নাচে তাণ্ডৱীয়া বিহু ( ঐ বিহুৱা কাই। )।

নতুনে বছৰটিক, নতুনে কন্যাটীক,
আদৰে যেনেকৈ শাহু ( ঐ বিহুৰা কাই ! )॥
কুঁহি পাত মেলি, গছে আদৰিলে,
আমৰ মল কুলিৰে মিলি ( ঐ বিহুৰা কাই ! )।
সঁৰগৰ বসন্ত, আহাঁ হেঁ আহাঁ হেঁ !
আমাৰ পৃথিৱীলৈ বুলি ( ঐ বিহুৰা কাই ! )॥
শৰতক জোনে, হেমন্তকে ধানে,
বাৰিষাক মৰাইয়ে যেনে ( ঐ বিহুৰা কাই ! )।
আদৰি তেনেকৈ নতুন বছৰটিকে
বিহু ডাঙৰীয়াই আনে ( ঐ বিহুৰা কাই ! )॥
লৰাই জুমুকা, লুৰীয়ে ভুকুকা,
বোৱাৰীয়ে খুন্দিছে চিৰা ( ঐ বিহুৰা কাই ! )।
গামোছা, কপোৰ, পিঠাৰ নাই ওৰ,
বৈণীয়ে পাৰিছে পিৰা ( ঐ বিহুৰা কাই ! )॥
মাহ হালধিৰে গৰু গাই ধুৱাইছে,
ভৰাৰ ন পথাৰে বান্ধে ( ঐ বিহুৰা কাই ! )।
আম কঠালও ন ফল আশাৰে
ধান-খেৰৰ জৰীৰে বান্ধে ( ঐ বিহুৰা কাই ! )॥
মচে সাৰে ঘৰ, পদূলি, চোতাল,
বেথায়ে কণী যুজায় ( ঐ বিহুৰা কাই ! )।
মহৰ যুজ এখন, গঞাৰে পাতিলে,
খুন্দাত ভুঁই এ লৰি যায় ( ঐ বিহুৰা কাই ! )॥
চাৰি ডেকা বহি পঁচি খেলে কৰে,
চাৰিকো চাৰিয়ে চৰে ( ঐ বিহুৰা কাই ! )।
দহ পঁচি মাৰি, শুধি লই কড়ি,
চালতে চাপৰি মাৰে ( ঐ বিহুৰা কাই ! )॥
ককাইক ভনীয়েকে ন কাপোৰ পিন্ধালে,
সেৱাত পাই "কুশলে হোক" ( ঐ বিহুৰা কাই ! )।

দুৰণিতে থকা　　　　পুত্ৰেকক সুৰঁৰি
মাকে কৰিলে শোক ( ঐ বিহুৱা কাই ! ) ॥
গধূলি পৰ পাই　　　　ঘৰ চাপি আহিলে,
কোৰে থাই মাথিয়ভাৰে ( ঐ বিহুৱা কাই ! )।
বোৱাৰী জীয়ৰী,　　　　লৰাৰ হাঁহিৰে
ভৰিল ঘৰ খিকিন্দালিৰে ( ঐ বিহুৱা কাই ! ) ॥
টক্ টক্ টক্ টকাই,　　　　পোঁ পোঁ পোঁ পেপাই,
ধুম্ ধুম্ ধুম্ ঢোলৰে মিলে ( ঐ বিহুৱা কাই ! )।
থম্ থম্ থম্ তালেৰে,　　　　চট্ চট্ চট্ হাতেৰে,
বিহু থা, বিহু থা, বোলে ( ঐ বিহুৱা কাই ! ) ॥

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# আসাম।

( ৫ )

শঙ্কৰদেৱ।—১৩৭১ শকৰ কাতিৰ সংক্ৰান্তি, অমাবস্যা তিথি, বৃহস্পতিবাৰ, মাজনিশা শঙ্কৰদেৱৰ জন্ম হয়। তেওঁৰ বাপেকৰ নাম কুসুম্বৰ আৰু মাকৰ নাম সত্যসন্ধা। কুসুম্বৰ বিখ্যাত চণ্ডীবৰ ভূঞাৰ পাৰনাতি। কুসুম্বৰৰ দুই ভাৰ্য্যা আছিল, এজনাৰ নাম সত্যসন্ধা, আৰু আন জনাৰ নাম অমৃতৱতী। সত্যসন্ধাৰ গৰ্ভত শঙ্কৰদেৱ আৰু অমৃতৱতীৰ গৰ্ভত বনগয়াঁগিৰীৰ জন্ম হয়। বহুকাল সত্যসন্ধাৰ সন্তান নোহোৱা দেখি কুসুম্বৰে সন্তানৰ আশাত অমৃতৱতীক বিবাহ কৰাইছিল। কোনো কোনো চৰিত্ৰ পুথিত আছে যে শঙ্কৰদেৱৰ জন্মৰ পিছতে মাক সত্যসন্ধা ঢুকায়; আৰু কোনো চৰিত্ৰ পুথিত আছে যে শঙ্কৰদেৱৰ জোৱাঁলী খোজাৰ পিছত ঢুকায়, আৰু কোনো পুথিত আছে যে বিবাহৰ কিছুদিনৰ পিছত হে ঢুকায়। সি যি হওক, এইটো ঠিক যে শঙ্কৰদেৱৰ বুঢ়ীমাক খেৰসূতীয়ে শঙ্কৰদেৱক তুলি-তালি ডাঙৰ-দীঘল কৰে। দৈত্যাৰি ঠাকুৰে কৰা চৰিত্ৰ পুথিত আছে—"কতো দিন কুসুম্ব গৈলন্ত পৰলোক॥ দেখিলা ভাৰ্য্যাই

তান মৰি গৈলা স্বামী। মনত হৰিষে তেহোঁ গৈলা অনুগামী॥ কুসুমৰ মাতৃ শঙ্কৰৰ বুঢ়ীআই। তেহোঁ তুলিলন্ত বৰ স্নেহ ভূঞা ভাই॥"

বাৰ বছৰ বয়সলৈকে শঙ্কৰে লেখা-পঢ়া নিশিকি উমলি কাল কটাইছিল। এদিন তেওঁ ভাত খাবলৈ বহোঁতে খেৰসূতী বুঢ়ীআয়ে তেওঁক কলে "বোপা, তুমি পঢ়িব লাগে। আমাৰ বংশত উপৰি-পুৰুষ সকলো পণ্ডিত। তোমাৰ এতিয়া ইমান বছৰ হল, তুমি নপঢ়িলে মূৰ্খ হৈ থাকি বংশৰ গ্লানি আনিবা, আৰু তুমি ভবিষ্যতত দৰিদ্ৰ হৈ দুখত কাল কটাব লাগিব। ভ্ৰাতৃয়ে ধন-সম্পত্তিৰ ভাগ পায়, বিদ্যাধন কোনোৱে ভাগ কৰিব নোৱাৰে, চোৰেও চুৰ কৰিব নোৱাৰে।" শঙ্কৰে বুঢ়ীমাকৰ এই কথা শুনি উত্তৰ দিলে, "কোন পণ্ডিতৰ ওচৰত পঢ়িব লাগে, মোক পঠিয়াই দিয়ক, মই অতি অলপ দিনৰ ভিতৰতে পঢ়ি আপোনাসকলৰ মনত সন্তোষ দিম।" এই কথা শুনি বুঢ়ীমাকে ভাল দিন ক্ষণ চাই মহেন্দ্ৰ কন্দলিৰ পঢ়াশালিত পঢ়িবলৈ ঠিক কৰি দিলে। তাৰ মাহৰ বৃহস্পতিবাৰে শুভলগ্ন চাই শঙ্কৰৰ বিদ্যাৰম্ভ কৰা হল, আৰু সেই দিনাই তেওঁ ক, খ, আদি ব্যঞ্জনবৰ্ণ শিকিলে।* এদিন শঙ্কৰে অকল ব্যঞ্জনবৰ্ণ জোটাই এটি পদাৰ কৰি কন্দলিক দিয়াত কন্দলিয়ে মনত বৰ সন্তোষ পাই আচৰিত হল।

চৰিত্ৰ পুথিত লেখা আছে যে এদিন একাদশী তিথিত সকলো ছাত্ৰে পাঠ শেষ কৰি ঘৰাঘৰি গল, কিন্তু শঙ্কৰ পঢ়াশালিতে শুই থাকিল। তেওঁৰ শৰীৰত ৰদ পৰাত এটি সৰ্পই ফণাৰে ছাঁ দি আছিল, এনেতে মহেন্দ্ৰকন্দলি আহি

---

* "গৃহক আসিয়া পাছে ভোজন কৰন্ত। সেহি সময়ত তান্ক গোসানী মাতন্ত॥ শুনৰে টাপন ভই উমলি ফুৰস। এতবাৰ স্থৈলি আসি এতোঁ নপঢ়স॥ হেন শুনি শঙ্কৰে পঢ়িবে দিতে যান্ত। ক কালি পৰ্য্যন্তে ক্ষণা মাৰে পঢ়িলন্ত। পঢ়িলন্ত আলো- যন্ত পঢ়িবে লাগয়। কহি সংজ্ঞা সাধিবে লাগিলা মহাশয়॥" * * * * 'সেহি দিনা ধৰি উমলিবেক নৰাহু। পৰম যতনে শুক গৃহত পঢ়ন্ত॥ যাবেক লেখাই দিলে এতেকে পাৰন্ত। অতি অনায়াসে শুক তাহাক পঢ়ন্ত॥ পঢ়িলন্ত নিৰন্তৰে শাস্ত্ৰ সমস্তয়। অপ্ৰমাদী পণ্ডিত স্থৈলন্ত মহাশয়॥ অধিকন্ত সমস্ত শাস্ত্ৰক চিত দিন্ত। শাস্ত্ৰালাপ বিনে আন কৰ্ম্ম নাচ-ৰন্ত॥ শাস্ত্ৰৰ তত্ত্বক জানি মনত হৰিষে। পৰলোক হিত মাত্ৰ চিন্তা অহৰ্নিশে॥ ধৰ্ম্মত সদায় মতি কৃপাময় মন। নিত্য হৃদে ধৰ্ম্ম মাত্ৰ কৰন্ত সৰণ॥" দৈত্যাৰি ঠাকুৰ।

দেখা পালত সাপটো গুচি গল। সেই দিনাৰপৰা কন্দলিয়ে শঙ্কৰক শঙ্কৰদেৱ বুলিহে ছাত্ৰসকলক আজ্ঞা শুনাই দিলে আৰু কলে যে আজিৰপৰা শঙ্কৰে পঢ়াশালি মচিব নালাগে। এদিন ৰাঘৱাচাৰ্য্য পণ্ডিত পঢ়াশালিলৈ আহোঁতে ছাত্ৰবিলাকে তেওঁক এই বুলি গোচৰ দিলে যে সিহঁতৰ অধ্যাপক কন্দলিয়ে শূদ্ৰৰ লৰা শঙ্কৰক শঙ্কৰদেৱ বুলি মাতিবলৈ সিহঁতক আজ্ঞা দিছে, আৰু পঢ়াশালি মচিব নালাগে বুলি কৈছে। আচাৰ্য্যই এই কথা শুনি কন্দলিৰ ওপৰত খং কৰিছিল। কিন্তু ৰাতি আচাৰ্য্যই শুই থাকোঁতে সমাজিকত দণ্ড পাই পিছদিনা শঙ্কৰদেৱৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছিল বুলি চৰিত্ৰ পুথিত আছে। শঙ্কৰদেৱে চৌষষ্টি দিনৰ ভিতৰতে ব্যাকৰণ পুৰাণ কাব্যাদি নানা শাস্ত্ৰ পঢ়ি শেষ কৰাৰ কথা চৰিত্ৰ পুথিত লেখিছে। সি যিহওক, এইটো নিশ্চয় যে তেওঁ অতি অলপ কালৰ ভিতৰতে অধ্যাপকৰ ওচৰত সেইবোৰ শাস্ত্ৰ পঢ়ি শেষ কৰিছিল। শঙ্কৰদেৱে পঢ়া শেষ কৰি পঢ়াশালি এৰি অহাৰ পিছত পিতৃ কুসুম্বৰে কন্দলিক মতাই আনি খুৰাই-নুৰাই দক্ষিণা দি বিদায় দিছিল। পঢ়াশালিত পঢ়া কালতে শঙ্কৰদেৱে যোগশাস্ত্ৰ পাই পঢ়ি যোগ অভ্যাস কৰি তাত পাৰদৰ্শিতা লাভ কৰিছিল। এদিন তেওঁ যোগাসনত বহি কুম্ভক যোগ অভ্যাস কৰোঁতে তেওঁৰ দেহৰ গহনাদি ছিঙি গৈছিল আৰু বাওঁহাতৰ বুঢ়া আঙুলি মাটিত দি ভৰ দি থিয় হোৱাত পাৰ ওপৰলৈ উঠা দেখি দৰ্শক লোকসকল আচৰিত হৈছিল। দৈত্যাৰি ঠাকুৰ বিৰচিত পুথিত আছে —

"প্ৰাণ অপান সমান উদান আদি কৰি বায়ুচয়। বশ্য কৰিলন্ত, চলাইবে পাৰন্ত যি বায়ু যেত লাগয়॥ বায়ুক ক্ষেপিয়া, উশাস ধৰিয়া, আসন স্থিৰি হৰিষি। থাকন্ত সদায়, সুনিশ্চল কায়, দিন দুই চাৰি বসি। জলে বুৰ দিয়া থাকন্ত বসিয়া জলৰ ভিতৰে যাই। জল দূৰ কৰি, পৰ দুই চাৰি, জলে নিস্তিজয় কায়॥ বস্ত্ৰো নিস্তিজয়, শুখানে থাকয়. উঠন্ত পুনু জলৰ। বাহু প্ৰদেশত, সৰসে বান্ধন্ত নবীন ডোৰে পাটৰ। বায়ু ক্ষেপি নিয়া, বাহু ওফন্দায়', বায়ুৰ লম্ভ প্ৰমাণ। নৱ পাট ডোৰ ছিঙি ঝটৰাই পৰে কণ্টোদ্ভৱমান॥ আনো আনো মত কৰন্ত সতত, বায়ু সমে ক্ৰীড়া আতি। যোগ শাস্ত্ৰ মত ধৰি যোগ যত আচৰন্ত দিনে ৰাতি॥ ধ্যান ধাৰণা, সমাধি আসন, প্ৰাণায়াম আদি যত। বিষয়ত ৰতি ত্যজিয়া সম্প্ৰতি আচৰা মাত্ৰ সতত॥ শৰীৰৰ ছয় চক্ৰক ছিণ্ডন্ত, মনত কৰি নিয়ম। পাছে

ভাগৱত শাস্ত্ৰক পাইলন্ত সবাতো কৰি উত্তম ॥ ভাগৱত তত্ত্ব জানিয়া পাছত এৰিলা যোগ অভ্যাস।”

শঙ্কৰদেৱ দেখিবলৈ সুপুৰুষ আছিল আৰু তেওঁৰ গাৰ বৰণ কেচা-সোণৰ বৰণ যেন আছিল। *

ইয়াৰ পিছত শঙ্কৰদেৱে সূৰ্য্যাৱতী নামৰ এটী কায়স্থ কন্যা বিবাহ কৰি গৃহস্থী হল। গৃহস্থাশ্ৰমধৰ্ম্ম তেওঁ অতি সুন্দৰকৈ আচৰণ কৰি এজন আৰ্হি গৃহস্থ হৈছিল। †

শঙ্কৰদেৱ যেনে শুৱনি পুৰুষ আছিল, তেওঁৰ গাত তেনে বৰ বলও আছিল। চৰিত্ৰ পুথিত আছে.—“এদিন তেওঁ কমল-ধৰা পৰমানন্দ আতৈৰে সৈতে বাটেদি গৈ থাকোঁতে এটা দুষ্ট ষাঁড়ে তেওঁক খুচিবলৈ খেদি আহিছিল। তেওঁ কঁকালত কাপোৰ বান্ধি লৈ দুই হাতে ষাঁড়টোৰ দুই শিঙত ধৰি যাৰ মুচৰি তাক পিছ হোহকাই পেলাই দিলত ষাঁড় মৃত্যুতুল্য হৈ অলপমান পৰি থাকি পলাই লৰ মাৰিলে।”

---

* “দেখিতে সুন্দৰ গৌৰবৰ্ণ কলেৱৰ। কৰন্ত প্ৰকাশ জাতি সূৰ্য্য সম সৰ ॥ ৰূপ দেখি কন্দৰ্পৰো দৰ্প হোৱে ক্ষয়। সৰ্ব্বজন যাঞ্চে থাকে মধুৰ বচন ॥ গমন গম্ভীৰ নেত্ৰ কমলৰ পাসি। চন্দ্ৰ সম বদন প্ৰকাশে অল্প হাঁসি ॥ সুবোধ সুধিৰ ধীৰ গম্ভীৰ সাগৰ। প্ৰীতি বাঢ়ি যায় তান্ত সমস্ত লোকৰ ॥” দৈত্যাৰি ঠাকুৰ।

* “দৰশিতে সুন্দৰ গৌৰ কলেৱৰ, যৈচন সূৰ পৰকাশ। সকলো সভাসদবগ্গ যথাকেৱি দৰশনে পাপ বিনাশ ॥ বিনা অঙ্গ ভূষণ, দেখিতে সুশোভন, গহীন গম্ভীৰ ধীৰ মতি। আয়ত কমল নয়ন বৰ সুন্দৰ, বয়ন চান্দকহো জ্যোতি ॥ লীলা গজগতি গমন বিলোকন, বাণী মেঘ-গম্ভীৰ। পাষণ্ডমৰ্দ্দন কলিক কালে যাক সম নাহি ধীৰ ॥” মাধৱদেৱ।

† “ইষ্টগণ সঙ্গে, এক কাল ৰঙ্গে, ৰমন্ত মহা উৎসাহ। ৰূপে বিত্তোপমী কন্যা একখানি কৰিলা তেহোঁ বিবাহ ॥ গৃহাশ্ৰমে থাকি ধৰ্ম্ম আচৰন্ত, শাস্ত্ৰক যেন বিহিত। স্নান তৰ্পণ সন্ধ্যা বন্দন আচৰন্ত কৰ্ম্ম নিত্য ॥ দুঃখী দৰিদ্ৰক প্ৰাৰ্থকজনক অন্ন বস্ত্ৰ দেন্ত মাতি। ইষ্ট বান্ধৱক জ্ঞাতি মিত্ৰক পোষন্ত পালন্ত আতি ॥ দাসী দাস যত সবাকে সতত মাতন্ত মধুৰ বাণী। হেন নাহিকয় তাহাৰ বাক্যত দুঃখ পাৱে কোন প্ৰাণী ॥ আনো লোক যত সবাকো যতনে, যাক যথোচিত ভাৱে। সদয় হৃদয় যেন জলময়, কৃপালু গুণ স্বভাৱে ॥

দৈত্যাৰি ঠাকুৰ।

সূর্য্যবতীৰ গৰ্ভত মনু নামে শঙ্কৰদেৱৰ এক কন্যা জন্ম হয়; সেই কন্যাক হৰি নামৰ এজন কায়স্থৰে সৈতে শঙ্কৰদেৱে বিয়া দিয়ে। ইয়াৰ পিছত তেওঁৰ পত্নী সূৰ্য্যাৱতীৰ মৃত্যু হয়। পত্নীৰ মৃত্যুৰ পিছত শঙ্কৰদেৱে বামৰাম গুৰু, মহেন্দ্র কন্দলি আৰু সৰ্ব্বজয় আদি ১৭ জন সঙ্গীৰে সৈতে তীৰ্থভ্ৰমণ কৰিবলৈ যায়। বৰদোৱাৰ চৰিত্র পুথিত আছে যে এই সময়ত শঙ্কৰদেৱৰ বয়স ২৩ বছৰ মাথোন আছিল। তেওঁ লগৰীয়া যাত্রীসকলেৰে সৈতে খোজকাঢ়ি প্ৰথমতে গঙ্গাস্নান কৰি তাত পিতা মাতা আৰু পত্নীৰ অস্থি লগাই তাৰ পিছত গয়ালৈ গৈ তাত পিণ্ড দিলে। গঙ্গাত ৯ দিন, গয়াত ৩ ৰাতি, তাৰ পিছত ১০ দিনে আকৌ গঙ্গালৈ আহি ২১ দিনে জগন্নাথ ক্ষেত্র পালেগৈ। পুৰীত শঙ্কৰদেৱে ব্রহ্ম পুৰাণৰ আখ্যান মতে ক্ষেত্র স্থানৰ মাহাত্ম্য ব্যাখ্যা কৰাত পাণ্ডাসকলে শুনি অতিশয় আহ্লাদিত হৈ তেওঁৰ সঙ্গ নেৰাত পৰিছিল। ক্ষেত্রত কিছুদিন থাকি তৰপৰা তেওঁ বৃন্দাবনলৈ গল। বৃন্দাবনত অনেক পণ্ডিত ব্রাহ্মণেৰে সৈতে তেওঁৰ বাদ (তৰ্ক) হৈছিল। বাদত ব্রাহ্মণসকল পৰাস্ত হৈ শঙ্কৰদেৱৰ অনুৰাগী হৈছিল। বৃন্দাবনলৈ যাওঁতে শঙ্কৰদেৱে ১৭জন সঙ্গীৰ ভিতৰৰ দুজন মাথোন লৈ গৈছিল। বৃন্দাবনত ৰূপ আৰু সনাতনৰে সৈতে তেওঁৰ দেখা হৈছিল বুলি বৰদোৱাৰ চৰিত্র পুথিত আছে,—"ৰূপ সনাতনে হৰিব্যাসৰ ওচৰত মন্ত্ৰ লাভ কৰিছিল। ৰূপ সনাতন পূৰ্ব্বে বিধৱা ব্রাহ্মণীৰ পুত্র আছিল; যৱন ৰাজাৰ পুত্ৰ নোহোৱা গতিকে এওঁলোক দুইজনক নি ৰূপক ৰজা পাতে। ৰূপে কিছুদিন ৰাজকাৰ্য্য কৰি বিৰক্ত হোৱাত সুখভোগ পৰিত্যাগ কৰি পৰ্ব্বতৰ গহ্বৰত সোমাই থাকি ঈশ্বৰ চিন্তা কৰি জ্ঞান লাভ কৰে। বৃন্দাবনলৈ যোৱা যাত্রীৰ আগত ৰূপে সনাতনলৈ বাতৰি কৈ পঠিয়ালে যে আৰু ৰাজভোগ কৰাৰ আৱশ্যক নকৰে; সোনকালে বিষয়-বিষ পৰিত্যাগ কৰি সনাতন ওচৰ আহক। সনাতনে খবৰ পোৱা মাত্ৰকে দুটোপোলা সোণ ৰূপ লৈ ৰূপক বিচাৰি পালেগৈ। আন দিন খোৱা বস্তু মিলে, সেই দিনা একো বস্তু নোপোৱাত ৰূপে সনাতনক সুধিলে, কিবা মায়াজনক বস্তু অনা হৈছে নে কি? সনাতনে কলে অনা হৈছে। ৰূপে কলে পৰিত্যাগ কৰা। ৰূপৰ কথা শুনি সনাতনে এটাইবোৰ সোণৰূপ পেলাই দিছে।"

চৈতন্য চৰিতামৃত গ্রন্থত আছে যে চৈতন্যই হে ৰূপ সনাতনক ধৰ্ম্ম দিছিল।

তেওঁলোকৰ ঘৰ ৰামকেলি গ্ৰামত আছিল। ৰূপে ৰাজকাৰ্য্য পৰিত্যাগ কৰি মনে মনে গুচি গৈ প্ৰয়াগত চৈতন্যৰ সৈতে দেখা কৰাত চৈতন্যই তেওঁক অনুগ্ৰহ কৰি বৈষ্ণৱধৰ্ম্মৰ তত্ত্ব ব্যাখ্যান কৰি তাৰপৰা বৃন্দাবনলৈ পঠিয়াই দিলে। ৰূপে ককায়েৰক ৰাজকাৰ্য্য পৰিত্যাগ কৰি বৃন্দাবনলৈ গুচি আহিবলৈ চিঠি লেখি মাতি পঠিয়াইছিল। সনাতনো বঙ্গাধিপতিৰ সভাৰ ভূষণ স্বৰূপ আছিল তেওঁ ধন সম্পত্তি বিষয় পৰিত্যাগ কৰি বৈৰাগ্য-লক্ষ্মীক আশ্ৰয় কৰিছিল। ৰূপ যোৱাৰ পিছত তেওঁ ৰাজকাৰ্য্য নকৰি ভাগৱত শাস্ত্ৰাদি পাঠ কৰি ঘৰতে ৰহি থকা বাবে ৰজাই খংকৰি তেওঁক বন্দী কৰি থৈছিল; দহ হাজাৰ টকা দিহে তেওঁ মুকলি হৈ বৃন্দাবনলৈ গুচি গৈ ৰূপৰ লগ ধৰিছিলগৈ।

শঙ্কৰ চৰিত্ৰত সংক্ষেপকৈ লেখা ৰূপ সনাতনৰ কথাৰে সৈতে চৈতন্য চৰিত্ৰত বাহুল্যকৈ লেখা ৰূপ সনাতনৰ কথাৰ মিল থকা বিষয় কেইটাত আছে। (১) ৰূপ সনাতন গৌড়ৰ যবন ৰজাৰ ৰাজ সভাৰ বৰ ডাঙৰ বিষয়া আছিল। (২) তেওঁলোক বৰ চতুৰ আছিল। (৩) তেওঁলোক হীন জাতৰ মানুহ আছিল। (৪) তেওঁলোকে বৃন্দাবনত বাস কৰি কৃষ্ণভক্তি কৃষ্ণলীলা প্ৰচাৰ কৰিছিল। চৈতন্যদেৱক লগ পোৱাক আগৰেপৰা তেওঁলোক মহা বৈষ্ণৱ, ভাগৱত শাস্ত্ৰত সুনিপুণ, কৃষ্ণভক্তি আৰু বৃন্দাবনৰ কৃষ্ণলীলা ৰসামৃতত তেওঁলোকৰ মন মগন আছিল। কিন্তু আমি এইটো কথাৰ সামঞ্জস্য কৰিব পৰা নাই যে শঙ্কৰদেৱে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে যদি ৰূপ সনাতনৰে সৈতে তেওঁৰ দেখা হৈছিল, তেন্তে ৰূপ সনাতনে কেনেকৈ চৈতন্যৰ পৰা বৈষ্ণৱ ধৰ্ম্ম পালে, আৰু কেনেকৈ চৈতন্যৰ আজ্ঞাত তেওঁলোকে তেতিয়া বৃন্দাবনত বাস কৰিলে। শঙ্কৰদেৱৰ চৰিত্ৰ পুথিত আছে যে তেওঁ ২৩ বছৰ বয়সত প্ৰথমবাৰ তীৰ্থলৈ যায়। ২৩ বছৰত তেওঁ তীৰ্থলৈ যোৱাটো বৰ আগ বুলি যদি কোনোৱে ভাবে তেন্তে এইটো ঠিক বুলি ধৰিব পাৰি যে অন্ততঃ তেওঁৰ ২৮।২৯ বছৰ বয়সৰ ভিতৰত শঙ্কৰদেৱৰ এইবাৰ তীৰ্থ কৰিবলৈ ওলাই-ছিল। এইবাৰ তেওঁ বাৰ বছৰ তীৰ্থ ভ্ৰমণ কৰি হে ঘৰলৈ উভতি আহে। চৰিত্ৰ পুথিত আছে যে শঙ্কৰদেৱ অযোধ্যাৰপৰা পৰা উভতি আহি বৃন্দাবন পাওঁতে এদিন সোঁফালে তেওঁৰ গাত এটা যেকণ হৈছিল। সেই যেকণটো এৰাতি থাকি নাইকিয়া হ'লত লংৰ ছত্ৰসকলে তেওঁক ওৰ কাৰণ সোধাত

তেওঁ কলে যে "আমাৰ অৰ্দ্ধশৰীৰ এজন জন্ম হৈছে."। সেই দিনই সেতেক পুথুৰীত হৰশিঙ্গা ৰৰাৰ ঘৰত গোবিন্দ বা বৰকণা গিৰিৰ ঔৰষত মনোৰমাৰ গৰ্ভত মাধৱদেৱৰ জন্ম হয়। মাধৱদেৱৰ জন্ম ১৪১১ শক, জেঠ মাহ, পূৰ্ণিমা তিথি, ৰবিবাৰ। ইয়াৰ দ্বাৰাই এইটো জনা গল যে ১৪১১ শকত শঙ্কৰদেৱ বৃন্দাবনত আছিল। শঙ্কৰদেৱৰ জন্মৰ শক ১৩৭১। সেইদেখি তেওঁৰ ৪০ বছৰ বয়সত শঙ্কৰ বৃন্দাবনত থকাটো পোৱা গল। তেতিয়া চৈতন্য ৪৫ বছৰীয়া লৰা। সনাতনৰ জন্ম ১৪৮৮ আৰু মৃত্যু ১৫৫৮ খৃষ্টাব্দ, ৰূপৰ ১৪৮৯ আৰু মৃত্যু ১৫৬৩ খৃষ্টাব্দ বুলি উল্লেখ আছে। এই তাৰিখ যদি সঁচা হয় তেন্তে এইবাৰ শঙ্কৰদেৱ বৃন্দাবনত থাকোঁতে সনাতন এবছৰীয়া লৰা, আৰু ৰূপ উপজিছিল হে মাথোন। শঙ্কৰদেৱে দ্বিতীয় বাৰ মাধৱদেৱ আদিৰে সৈতে তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে ৰূপ সনাতনৰে সৈতে তেওঁৰ দেখা হোৱা যে নাছিল সেইটো থিবাং; কাৰণ এইবাৰ শঙ্কৰদেৱৰ স্ত্ৰীৰ বিশেষ অনুৰোধত মাধৱদেৱে শঙ্কৰদেৱক বৃন্দাবনলৈ যাবলৈ নিদিয়াকৈ ৰাখিলে; আৰু বাটত ৰূপ সনাতনৰ ভাগিনৰে সৈতে হে তেওঁলোকৰ দেখা হৈছিল। চৈতন্যৰে সৈতে ৰূপসনাতনৰ প্ৰথম দেখা হোৱাৰ আগৰেপৰা যে তেওঁলোক পৰম বৈষ্ণৱ আৰু কৃষ্ণপ্ৰেমিক, সেইটো চৈতন্যৰে সৈতে তেওঁলোকৰ প্ৰথম সম্ভাষণ হোৱাৰ বিৱৰণ চৈতন্য চৰিত্ৰামৃতত যি আছে তাক পঢ়িলেই বুজিব পাৰি। সেইদেখি তেওঁলোকে হৰিব্যাসৰপৰা তাৰ আগেয়েই ধৰ্ম্ম পোৱা অৰ্থাৎ হৰিব্যাসৰ ওচৰত বৈষ্ণৱ ধৰ্ম্মত দীক্ষিত হোৱা বুলি যে অসমীয়া শঙ্কৰ চৰিত্ৰ পুথিত আছে তাত বিশ্বাস স্থাপন নকৰিবৰ বিশেষ কাৰণ নাই। অৱশ্যে পিছত চৈতন্যৰে সৈতে তেওঁলোকৰ বৃন্দাবনত, প্ৰয়াগত আৰু নীলাচলত দেখা হোৱাত যে মহাপ্ৰেমিক মহাবৈষ্ণৱ চৈতন্যদেৱৰ প্ৰতি তেওঁলোকৰ প্ৰগাঢ় ভক্তি জন্মিছিল, সেইটো অনায়াসে অনুমান কৰিব পাৰি। বিশেষ তেওঁলোক নীহ জাতৰ হোৱাতও পৰম বৈষ্ণৱ জানি চৈতন্যদেৱে তেওঁলোকক অনেকবাৰ আঁকোৱালি ধৰাত ব্ৰাহ্মণ চৈতন্যৰ প্ৰতি কৃতজ্ঞতা-বিমিশ্ৰিত ভক্তিৰ ভাব তেওঁলোকৰ মনত উপজি তেওঁক তেওঁলোকে গুৰু সম্বোধন কৰাটোও খুব সম্ভৱ।

চৈতন্য চৰিতামৃতত আছে, চৈতন্যই যেতিয়া ৰূপক আৰু তেওঁৰ ভায়েকক আইলী গ্ৰামৰ বল্লভ ভট্টৰে সৈতে দেখা কৰাই দিলে তেতিয়া "দুই ভাই দূৰে

হৈতে ভূমিতে পড়িয়া। ভট্টে দণ্ডবৎ কৈল অতি হীন হৈয়া॥ ভট্ট মিলিবাৰে যায় দোঁহে পলায় দূৰে। অস্পৃশ্য পামৰ মুঞি না ছুঁইহ মোৰে॥ ভট্ট বিস্ময় হৈল প্ৰভু হৰ্ষমন। ভট্টেৰে কহিলা প্ৰভু ভাৰ বিৱৰণ॥ ইহোঁ না স্পৰ্শিহ ইহোঁ জাতি অতিহীন। বৈদিক যাজ্ঞিক তুমি কুলীন প্ৰবীন॥ ইহাৰ মুখে নিৰন্তৰ কৃষ্ণনাম শুনি। ভট্ট কহে প্ৰভুৰ কিছু ইঙ্গিত ভঙ্গী জানি॥ ইহাৰ মুখে কৃষ্ণ নাম কৰিছে নৰ্ত্তন। এই দুই অধম নহে হয়ে সৰ্ব্বোত্তম॥ শুনি মহাপ্ৰভু ভাৱে বহু প্ৰশংসিলা। প্ৰেমাবেশ হঞা শ্লোক পড়িতে লাগিলা॥"

ৰূপ সনাতনে অনেক বৈষ্ণৱ পুথি কৰিছিল, কিন্তু সেইবোৰ সংস্কৃতত আৰু কৃষ্ণলীলা প্ৰেমৰস প্ৰচাৰৰ অৰ্থে হে, চৈতন্যলীলা প্ৰচাৰৰ বা ব্যাখ্যাৰ অৰ্থে নহয়। তেওঁলোকে "নানাশাস্ত্ৰ আনি লুপ্ততীৰ্থ উদ্ধাৰিলা। বৃন্দাবনে কৃষ্ণসেৱা প্ৰকাশ কৰিলা॥ সনাতন গ্ৰন্থ কৈল ভাগৱতামৃতে। কৃষ্ণভক্তি কৃষ্ণতত্ত্ব জানি যাহা হৈতে॥ সিদ্ধান্তসাৰ গ্ৰন্থ কৈল দশম টিপ্পনী। কৃষ্ণলীলা প্ৰেমৰস যাহা হৈতে জানি॥ হৰিভক্তিবিলাস গ্ৰন্থ কৈল বৈষ্ণৱ আচাৰ। বৈষ্ণৱেৰ কৰ্ত্তব্য যাহা পাইয়ে পাৰ॥ আৰ যত গ্ৰন্থ কৈল তাহা কে কৰে গণন। মদন-গোপাল গোবিন্দেৰ সেৱা প্ৰকাশন॥ ৰূপ গোসাঁই কৈল ৰসামৃত সিন্ধু সাৰ। কৃষ্ণভক্তি ৰসেৰ যাহা পাইয়ে নিস্তাৰ॥ উজ্জ্বল নীলমণি নাম গ্ৰন্থ আৰ। কৃষ্ণৰাধা লীলা ৰস তাহা পাইয়ে পাৰ॥ দানকেলি-কৌমুদী আদি লক্ষ গ্ৰন্থ কৈল। সেই সব গ্ৰন্থে ব্ৰজেৰ ৰস বিস্তাৰিল॥"

চৈতন্যচৰিতামৃত।

এইবিলাক যি হওক, শঙ্কৰে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যাওঁতে বৃন্দাবনত ৰূপ সনাতনেৰ সৈতে তেওঁৰ দেখা হোৱা কথাত আমাৰ সন্দেহ আছে। সন্দেহ নালাগে, আমাৰ মনেৰে বৰদোৱাৰ পুথিৰ এই কথা ঠিকেই নহয়। শঙ্কৰদেৱে ৰূপ সনাতনক কেতিয়াও লগ পোৱা নাই। শঙ্কৰদেৱে তেওঁৰ শেহ ছোৱা জীৱনত, বৃন্দাবনত ৰূপ সনাতনে কৃষ্ণভক্তি আৰু কৃষ্ণপ্ৰেম প্ৰচাৰৰ কৰা কথা শুনি তেওঁলোকক তেওঁৰ লগ পাবৰ আগ্ৰহ হোৱাটো নিশ্চয়। সেই-দেখি হে তেওঁ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণলৈ যাওঁতে তেওঁলোকক বৃন্দাবনত দেখা কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল; কিন্তু মাধৱদেৱৰ অনিচ্ছাৰ নিমিত্তে সেই কাৰ্য্য হৈ নুঠিল।

শঙ্কৰদেৱে বৃন্দাবনৰপৰা মথুৰালৈ আৰু মথুৰাৰপৰা বাৰানসী, প্ৰয়াগ, সীতা-কুণ্ড, বৰাহকুণ্ড আদিলৈ গৈ উত্তৰ-বাহিনী গঙ্গা পৰিদৰ্শন কৰি দ্বাৰকালৈ গৈছিল; দ্বাৰকাৰপৰা অযোধ্যালৈ যায়, অযোধ্যাৰপৰা আকৌ বৃন্দাবন পায় গৈ। শঙ্কৰদেৱ বৃন্দাবনত থাকোঁতেই আসামত লেতেকু পুখুৰীত হৰশিঙ্গা বৰাৰ ঘৰত মাধৱদেৱৰ জনম হৈছে। তাৰপৰা শঙ্কৰদেৱ বদৰিকাশ্ৰমলৈ গৈছিল। "মন মেৰি ৰামচৰণহি লাগু" এই গীতটি শঙ্কৰদেৱে বদৰিকাশ্ৰমতে ৰচনা কৰে।

এইদৰে শঙ্কৰদেৱে নানা তীৰ্থভ্ৰমণ কৰি বাৰ বছৰৰ মূৰত নিজৰ ঘৰ আলিপুখুৰীলৈ উভতি আহে। ইমান বছৰৰ মূৰত শঙ্কৰদেৱক পাই জ্ঞাতি কুটুম্ব সকলোৱে আনন্দিত হৈ তেওঁক তেওঁৰ আগৰ আপোন কাৰ্য্য ভূঞাৰ বিষয় গ্ৰহণ কৰিবলৈ কলত তেওঁ উত্তৰ দিলে "মোক বিষয় নালাগে; বহু কষ্ট কৰি শাস্ত্ৰ পঢ়ি সাৰ পাইছোঁ; ঈশ্বৰৰ নাম লৈ বহি থাকিবৰ হে মোৰ ইচ্ছা।" ইয়াৰ পিছত পিতৃদেৱ কুসুমবৰৰ সবিয়হ-ভলিত শঙ্কৰদেৱে নামঘৰ মণিকুট সজাই তিনি প্ৰসঙ্গ কৰি হৰিনাম শ্ৰৱণ কীৰ্ত্তন কৰি সুখে কাল কটাবলৈ ধৰিলে। তীৰ্থৰপৰা উভতি অহাৰ পিছত জ্ঞাতি কুটুম্বসকলৰ অনুৰোধত শঙ্কৰদেৱে পুনৰ বিবাহ কৰালে।

ত্ৰিহুতৰ জগদীশ মিশ্ৰ নামে এজন ব্ৰাহ্মণে জগন্নাথৰ আগত শ্ৰীমদ্ভাগৱত শাস্ত্ৰ পঢ়ি শুনাবৰ মনেৰে পুৰীলৈ গৈছিল। ব্ৰাহ্মণে তাতে জগন্নাথৰপৰা স্বপ্না-দেশ পালে যে তেওঁ কামৰূপলৈ গৈ শ্ৰীশঙ্কৰদেৱক ভাগৱত শুনাওক। এই আদেশ মতে ব্ৰাহ্মণ চুমাহে আহি টেম্বুৱানি বৰদোৱা পালেহি। শঙ্কৰদেৱ সেই সময়ত তেওঁৰ পেহাক কেতাই খাঁক চাবলৈ কেতাইখাঁৰ নগৰ পাটবাউসীলৈ গৈ তাতে তিন দিন আছিল। ব্ৰাহ্মণে শঙ্কৰক বিচাৰি সুধি সুধি পাটবাউসী পাই তাতে শঙ্কৰদেৱৰে সৈতে দেখা কৰি ভাগৱত শাস্ত্ৰ পাঠ কৰি শঙ্কৰদেৱক শুনাবলৈ ধৰিলে। যি দিনাই ভাগৱত শুনোৱা শেষ হল সেই দিনাই ব্ৰাহ্মণৰ

তাতে মৃত্যু হল। সেই ভাগৱত শাস্ত্র শঙ্কৰদেৱে পাই ভক্তিপন্থৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিলে। প্ৰথমতে তেওঁ ভাগৱতৰপৰা সাৰ উদ্ধাৰ কৰি কীৰ্ত্তন পুথি ৰচনা কৰিলে। তাৰ পিছত গীত পদ ভটিমা চপয় আদি কৰিল।*

ৰামৰায়কে আদি কৰি জ্ঞাতিসকলে শঙ্কৰদেৱক কলে যে "আপুনি অনেক তীৰ্থত ভ্ৰমণ কৰি নানাৰকম উৎসৱ দেখি আহিছে, আমাক এটি আমোদজনক উৎসৱ দেখুৱাওক।" এই কথা শুনি ফাগুণ মাহৰ পূৰ্ণিমা তিথিত শঙ্কৰদেৱে বৃন্দাবনীয়া গোপালৰ দোলোৎসৱ কৰি দেখুৱালে। তেতিয়াৰেপৰা আসামত ফল্গুৎসৱ বা ফাকুৱা প্ৰচলিত হল। কীৰ্ত্তন পুথিত ঠাই পোৱা "ৰঙ্গে ফাকু খেলে চৈতন্য বনমালী। দুই হাতে ফাকুৰ গুণ্ডা সিঞ্চন্ত মুৰাৰি॥" ঘোষা আৰু পদ এই উপলক্ষে ৰচিত হৈছিল।

জ্ঞাতি বন্ধুসকলৰ অনুৰোধত শঙ্কৰদেৱে চিহ্নযাত্ৰা ভাৱনা কৰিছিল। সেই ভাৱনালৈ গোলোক-ধামকে আদিকৰি সপ্ত বৈকুণ্ঠৰ নক্সাবে সৈতে শঙ্কৰে নিজ হাতে সুন্দৰ চিত্ৰপট (Scene) আঁকি দিছিল; যাত্ৰাত বজাবলৈ খোল নামৰ বাদ্য কুমাৰৰ হতুৱাই গঢ়াই আৰু মুচিয়াৰৰ হতুৱাই ছিৱাই উলিয়াই দিছিল। আগেয়ে আসামত মৃদঙ্গ হে প্ৰচলিত আছিল, শঙ্কৰদেৱে কপিলী-মুখৰ কুমাৰক মতাই আনি খোল গঢ়াবলৈ নমুনা দি কিছুমান মাটিৰ খোল প্ৰস্তুত কৰালে, আৰু শালমৰা গাৱঁৰ মুচিয়াৰক মতাই খোলবোৰ ছিয়াই দি তাত লোৰ গুৰি আৰু কৰ্কৰা ভাতৰ কৰাল দি কেনেকৈ ঘুন দিব লাগে সেই পৰ্য্যন্ত তেওঁ উলিয়াই দিলে। কঁহাৰৰ হতুৱাই মন্দিৰা, খুটিতাল, বৰতালকে আদি কৰি অনেক বিধৰ তাল প্ৰস্তুত কৰালে। ভায়েক বনগঞাগিৰীক গায়ন আৰু নিজে বায়ন হৈ, সৰ্ব্বজয় আৰু কমলি-ধৰা পৰমানন্দক নতুৱা পাতি, আৰু আন আন সকলোকে ভাও ভগাই দি সেই ভাৱনা কৰালে। এয়েই আসামত প্ৰথম ভাৱনা, আৰু খোল তাল আদি বাদ্যৰ প্ৰচলন।

---

* "বিচাৰ কৰিয়া পাছে ভাগৱত গ্ৰন্থ। কৰিলন্ত শঙ্কৰে প্ৰকাশ ভক্তি পন্থ॥ হৰিত ভকতি আতি কৰিবে প্ৰবন্ধ। প্ৰথমতে কৰিলন্ত কীৰ্ত্তনৰ ছন্দ॥ তনহন্তে কিছু লোকে ভকতি ধৰিল। তেবে আনো নানাবিধ ছন্দ নিৰূপিল॥ কতো গীত পদ কতো ভটিমা চপয়। কথা শ্লোক আদি কৰিলন্ত মহাশয়॥——দৈত্যাৰি ঠাকুৰ ৰচিত গুৰু-চৰিত্ৰ।

কছাৰীবিলাকৰে সৈতে ভূঞাসকলৰ বিৰোধ চলি থকাত অশান্তি হোৱা বাবে শঙ্কৰদেৱ প্রমুখ্যে ভূঞাসকল বৰদোৱা এৰি গাঙমৌত বসতি কৰে। ৬৭ বছৰ বয়সত শঙ্কৰদেৱে বৰদোৱা এৰি গাংমৌলৈ যায়। বৰদোৱাত থাকোঁতেই শঙ্কৰদেৱে কীৰ্ত্তন পুথি ৰচনা কৰে আৰু অনেক গীত জুটিয়া নাট আদি ৰচনা কৰি সত্ৰ পাতি শিষ্য ভজাই ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্রচাৰ কৰে। গাংমৌত শঙ্কৰদেৱে নামঘৰ মণিকুট আদি সজাই সত্ৰ পাতি ধৰ্ম্মপ্রচাৰ কৰি পাঁচ বছৰ থকাৰ পিছত তাত ডফলাই দৌৰাত্ম্য কৰাত তাৰপৰ, উঠি গৈ চাঙ্গনি নামে ঠাইত ছ মাহ আছিল; তাতো সত্ৰৰ বিশেষ সুবিধা নোহোৱা বাবে ভাল ঠাই বিচাৰি ধুৱাঁহাট বা বেলগুৰিলৈ গৈ তাত সত্ৰ পাতি থাকে। হাথিয়া দলেকে আদি কৰি জনদিয়েক বঙহৰ মনুহৰ ব্যৱহাৰত বিৰক্ত হৈ শঙ্কৰদেৱ কোমোৰাকটা নামে ঠাইত ছ মাহ আছিলগৈ, পিছত জ্ঞাতিসকলে কাবৌ-কোকালি কৰি মতাত ছ মাহৰ মূৰত তেওঁ আকৌ বেলগুৰিলৈ আহে।

শঙ্কৰদেৱ ধুৱাঁহাটত থাকোঁতে মাধৱদেৱৰে সৈতে তেওঁৰ মিলন হয়, আৰু মাধৱদেৱে শঙ্কৰক গুৰু মানি তেওঁৰ শিষ্য হয়। শঙ্কৰদেৱে যদিও মাধৱদেৱৰে সৈতে মিলন হোৱাৰ আগেয়ে ভাগৱতী বৈষ্ণৱ ধৰ্ম্ম প্রচাৰ কৰি অনেকক শিষ্য কৰি নামধৰ্ম্ম প্রচাৰ কৰিছিল, তথাপি মধৱদেৱৰে সৈতে লগ লাগিবৰপৰা সেই ধৰ্ম্ম প্রচাৰৰ বল অনেক গুণে বাঢ়িল। মাধৱদেৱ, মাধৱদেৱৰ যেনাই ৰামদাস, ৰাম ৰাম গুৰু, ৰত্নাকৰ কন্দলি, ব্যাসকলাই বাপু আদি ভক্তসকলেৰে সৈতে শঙ্কৰদেৱে হৰিসংকীৰ্ত্তনৰ ঢলেৰে উজনি-আসাম বুৰাই পেলাইছিল। (১) "শঙ্কৰদেৱে ৰত্নাকৰ কন্দলিক (২) প্রত্যহ গীতা পাঠ কৰিবলৈ দিয়ে, ব্যাসকলায়ে হৰিধ্বনি

---

(১) "ৰাম ৰাম গুৰু ৰামদাস ওজা দুই। যাংৰে কীৰ্ত্তন কৰা তাইণা পাজী হুই। গগণ মণ্ডল হোৱে কীৰ্ত্তনৰ ধ্বনি। আনন্দ সাগৰে লোকে মজে তাক শুনি। স্বভাৱে কীৰ্ত্তন ঘোষা পৰম সুন্দৰ। এখনো মিলয় শুনি আনন্দ লোকৰ। তাতে আৰো ঈশ্বৰে আপুনি তাল ধৰি। গায়ন্ত মহিমা তাৰ কোনে কৈবে পাৰি। আগতে শঙ্কৰদেৱ প্রাপন্ত সাক্ষাত। মিলে জানা আনন্দ অপৰিমিত তাত।" দৈত্যাৰি ঠাকুৰ।

২) "ৰত্নাকৰ কন্দলি পঢ়ন্ত গীতাতত্ত্ব। যিহু সকলাই নামে প্রবেক আছয়। তাক সম গুণী নাই জাতিত ব্ৰাহ্মণ। শঙ্কৰদেৱত থেহোঁ লৈয়াছে শৰণ। দুই চাৰি শ্লোক পৈলে গীতাৰ নিশ্চয়। থিয় হুয়া সিটো সব সভাত কহয়।

কৰি সকলোকে ৰামনাম বোলাই তাৰ অৰ্থ ব্যাখ্যা কৰি দিয়ে। এইদৰে শঙ্কৰে প্ৰচাৰ কৰা হৰিভক্তি মানুহৰ মাজত চলাত পূজা অৰ্চ্চা আদি বামুণীয়া কামৰ ব্যাঘাত হবলৈ ধৰিলে, সেইদেখি ব্ৰাহ্মণসকলে অসূয়া কৰি শঙ্কৰৰ নামে আহোম জা চুহমুং স্বৰ্গদেৱৰ ওচৰত গোচৰ দিলে। ৰজাৰ ওচৰত শঙ্কৰদেৱৰ জয় আৰু ব্ৰাহ্মণসকলৰ পৰাজয় ঘটিল।

একালত অসম ৰজাৰ হাতী ধৰিবৰ মন হল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ হাতী ধৰিবৰ নিমিত্তে লোকজন পঠিয়ালে। ভূঞাসকলক হাতী খেদা পাল দিলে। শঙ্কৰৰ বংশীয় ভূঞাসকলে যি কালে পাল পাইছিল, দুৰ্ভাগ্যবশতঃ সেই কালেই হাতী ভাগি গল। এই দোষত শঙ্কৰদেৱকে প্ৰমুখ্য কৰি ভূয়াঁ-সকলক ধৰি নিবলৈ ৰজাৰ আদেশ হল। শঙ্কৰদেৱকে আদি কৰি ভূয়াঁসকল পলাই সাৰিল, কিন্তু শঙ্কৰদেৱৰ জোৱাঁয়েক হৰি আৰু মাধৱদেৱ ধৰা পৰিল। ৰজাই মাধৱদেৱক লৰা তিকতা নথকা উদাসীন দেখি এবছৰ বন্দী কৰি থৈ এৰি দিলে, আৰু হৰি জোৱাঁইক কটালে। (৩) অসম ৰজাৰ এই দৌৰাত্ম্যত ঘৃণা প্ৰকাশ কৰি শঙ্কৰদেৱে উজনি আসাম পৰিত্যাগ কৰি জ্ঞাতি কুটুম্ব সকলেৰে সৈতে ভটিয়াই গুচি গল। তেওঁ ভটিয়াই গৈ ক্ষেত্ৰি মৌজাৰ কাপালা নামে ঠাইত সত্ৰ পাতি ছমাহ আছিল; কিন্তু সেই ঠাইত লগৰীয়া অনেক ভকতৰ জ্বৰ নৰীয়া হৈ মৃত্যু হোৱাত চুণ পোৱাত সত্ৰ পাতি বল লৈগ। শঙ্কৰদেৱে চুণপোৱাত ছমাহ থাকি আচল পাই তাৰপৰা য বৰুচিত সত্ৰ পাতি তাত এবছৰ থাকি, অসুবিধা পাই তাৰপৰা পাট বাউসিলৈ গৈ তাত সত্ৰ পাতি আছিল।

---

হে সভাসদ লোক থিৰ কৰি মন। শুনা সাৱধানে ইটো কৃষ্ণৰ বচন॥ এহি বুলি দিলো সবে লোকক শুনাই। গীতাৰ অৰ্থক কহে সভাত বুজাই। ওপৰক দুয়ো হাত তুলি উচ্চ কৰি। বোলে ঘনে ঘনে সবে বোলা হৰি হৰি॥ সব লোকে ঝোট ঝোট কৰে হৰি ধ্বনি। সবাৰো মনত মহাআনন্দ উৎসৱ॥ কতোক্ষণ তৈলে কৰি গীতা সম্বৰণ। হৰিষে কৰন্ত সবে গৃহক গমন॥" দৈত্যাৰি ঠাকুৰ।

(৩) হৰি জোৱাঁইক কাটিবৰ সময়ত মাধৱদেৱে এই গীতটি গাই তেওঁক মাৰ জোৱ-ৰাইছিল "হয়ো ভাই সাৱধান। যাৱে মন্থু ছুটে প্ৰাণ॥ গোবিন্দৰ পৰমাণ। নিকট মিলাৱে জান॥" ইত্যাদি।

ইয়াৰ পিছত শঙ্কৰদেৱে দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ গৈছিল। লগত মাধৱদেৱকে আদি কৰি ১০০।১৫০ ভকত গৈছিল। এইবাৰ তেওঁ বাওঁতে কবীৰৰ মঠ দৰ্শন কৰিছিল। জগন্নাথত চৈতন্যদেৱৰে সৈতে তেওঁৰ দেখা হৈ অনেক শাস্ত্ৰালাপ হৈছিল। পুৰীৰ পৰা বৃন্দাবনলৈ শঙ্কৰদেৱে যাব খোজাত মাধৱদেৱে নাযাওঁ বুলি কোৱাত যোৱা নহল। তীৰ্থৰপৰা উভতি আহি শঙ্কৰদেৱে পাট-বাউসীতে নিগাজী সত্ৰ থাপন কৰি শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ মূল মৰ্ম্মানুসাৰে বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰি আছিল। হিড়িম্বৰ ৰজাই শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্ম গ্ৰহণ কৰিবৰ ইচ্ছা প্ৰকাশ কৰাত, মাধৱদেৱৰ হতুৱাই শঙ্কৰদেৱে সেই ৰজাক ধৰ্ম্ম দিয়াইছিল। চিলাৰায় দেৱানে ৰামৰায় আতাৰ কন্যা ভুবনেশ্বৰী পত্নীৰপৰা শঙ্কৰৰ গুণশীল শুনি শঙ্কৰক মতাই নি বৈষ্ণৱধৰ্ম্ম গ্ৰহণ কৰি শঙ্কৰদেৱৰ শিষ্য হল। শঙ্কৰৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ প্ৰভাৱ বেছি হৈ ব্ৰাহ্মণসকলৰ অৱলম্বিত তন্ত্ৰোক্ত ক্ৰিয়াকলাপৰ ব্যাঘাত হোৱাত ব্ৰাহ্মণসকলে শঙ্কৰদেৱক দ্বেষ কৰিবলৈ ধৰিলে। কোচবেহাৰৰ ৰজা নৰনাৰায়ণক ব্ৰাহ্মণসকলে শঙ্কৰৰ বিপক্ষে নানা কথা লগাবলৈ ধৰাত পাটবাউসীৰ পৰা ৰজাই শঙ্কৰদেৱক ধৰাই নিবলৈ মানুহ পঠিয়াইছিল। এই বাতৰি পাই তাৰ আগেয়েই চিলাৰায় দেৱানে শঙ্কৰদেৱক লৈ গৈ নিজৰ ঘৰত থৈছিল। তাৰ পিছত দেৱানৰ ঘৰৰপৰা আহি শঙ্কৰদেৱে ৰজাক সাক্ষাৎ কৰাত শঙ্কৰদেৱৰ পাণ্ডিত্য আৰু ধৰ্ম্মজ্ঞান দেখি ৰজাই তেওঁৰ প্ৰতি ভক্তিযুক্ত হৈ ব্ৰাহ্মণসকলৰ ওপৰত বিৰক্তি প্ৰকাশ কৰিছিল। ইয়াৰ পিছত ৰজা শঙ্কৰদেৱৰ পৰম অনুৰাগী হৈ পৰিছিল। ৰজাৰ দৰবাৰত ব্ৰাহ্মণসকলৰ ওপৰত জয় লাভ কৰি শঙ্কৰদেৱ পাটবাউসীলৈ উভতি আহিল। ইয়াৰ পিছত নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱক আকৌ এবাৰ কোচবেহাৰলৈ মতাই নিছিল। এইবাৰো শঙ্কৰদেৱে ৰজাৰ ওচৰত দুমাহ থাকি পাটবাউসীলৈ উভতি আহিল। কিছুদিনৰ পিছত ৰজাই আকৌ শঙ্কৰদেৱক নিবলৈ মানুহ পঠিয়াই নিজৰ ওচৰলৈ লৈ গল। এইবাৰ ৰজাই শঙ্কৰদেৱৰ ওচৰত শৰণ লৈ শিষ্য হবৰ ইচ্ছা প্ৰকাশ কৰাত প্ৰথমতে শঙ্কৰদেৱে অনিচ্ছা প্ৰকাশ কৰাতো ৰজাই নেৰাতসম্মত হৈ 'আজি ব্ৰতে উপবাসে থাকক, কাইলৈ যি হয় কৰা যাব" বুলি কৈ বহালৈ উভতি আহিল। পিছদিনা শঙ্কৰদেৱৰ যোৱাত পলম হোৱাত ৰজাই দোলা পঠিয়াই তেওঁক লৈ যাবলৈ মানুহ পঠিয়াই দিলে। ৰজাৰ মানুহে দোলা

লৈ অহা দেখি শঙ্কৰদেৱে কলে যে "ৰাক ৰাৰ লাগে যদি ভালকৈয়ে যাম।" এই বুলি তেওঁ হাত মুখ ধুই নতুন কাপোৰ পিন্ধি অশ্বত্থ গছৰ তলত যোগাসনত বহি (১) "পাৰে পৰি হৰি, কৰোঁহো কাতৰি, প্ৰাণ ৰাখৰি মোৰে। বিষয় বিষধৰ, বিষে জৰজৰ, জীৱন নাৰহে থিৰে॥" (২) "মন মেৰি ৰাম চৰণ হি লাগু, তই দেখনা অন্তক আগু॥" (৩) "পামৰ মন ৰাম চিন্তক দেহ। অথিৰ জীৱন, ৰাম মাধৱকেৰি নাম মৰণক সম্বল লেহ" এই তিনটা গীত গাই নাম উচ্চাৰণ কাৰি ১৪৮৯ শকৰ ভাদ মাহৰ শুক্লা দ্বিতীয়া তিথিত প্ৰাণ ত্যাগ কৰিলে। শঙ্কৰদেৱৰ এনে মৃত্যুৰ বাতৰি শুনি নৰনাৰায়ণ ৰজাই অনেক শোক কৰি কৈছিল—""মই অধমৰ নিমিত্তেই গুৰুজন চলিল; নতুবা তেখেত আৰু বা কতদিন থাকিলহেঁতেন।" কিছু বেলিৰ মূৰত ৰজাই শোক সংবৰণ কৰি ৰাজ ভঁৰালপৰা চন্দন কাষ্ঠ ঘৃতাদি বস্তু দিয়াই মহা সমাৰোহেৰে শঙ্কৰদেৱৰ দহনাদি কাৰ্য্য কৰালে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# ৰাধা আৰু সখীসকল।

## গীত।—অসমীয়া নামৰ সুৰ।

বৃন্দা।—"বৃন্দাবনতে কোনে বাঁহী বায়, এ—হে—
আমি শুনি গলোঁ ধ্বনি হে—।
নাকে বাঁহী বায়, আঙ্গুলি বুলাই, এ—হে—
ৰাধা ৰাধা বোলে বাণী হে—"॥

বিশাখা।—বৃন্দাবনতে, কদমৰ তলতে, এ—হে—
যমুনাৰ পাৰতে হয় নি হে—?
গধূলি পৰতে, মলয়া বতাহতে, এ—হে—
ৰাধাই আনোতে পামী হে—
ময়ো শুনিছিলোঁ, কোন সুবুদ্ধিলোঁ, এ—হে—
লুকাই কোনে এনে কৰে হে—।

ধৰিব পাৰিলে, বান্ধিম এই বিহাৰে, এ—হে—
দিম বাধিকাৰ কৰে হে—॥

ললিতা।—কালিন্দী তীৰতে, বনৰে মাজতে, এ—হে—
নূপুৰে ধৰিছে তাল, এ—হে—।
মুৰলী বজায়, মন উচটায়, এ—হে—
ৰাধাৰ গুলাল কৰ কাল, এঁ—হে॥
ময়ো দিনো শুনো, দিনো মনে গুণো, এ—হে—
কেনেকৈ পেলাওঁ তাক ফান্দত, হে—।
দীঘলকৈ বাখিছো, সেই হে এই চুলিটাৰ, এ—হে—
ককালত মেৰাম তাৰ পাকত, হে—॥
টানি আনি চোৰ, দিযাম শাস্তি ঘোৰ, এ—হে—
আমাৰ ৰাধাৰাণীক দিয়ে, হে—।
নূপুৰ গুৰি কৰি, বাঁহী নিমে কাঢ়ি, এ—হে—
যদি হওঁ গুৱালৰ জীয়ে হে॥

( ৰাধাৰ প্ৰবেশ )

ৰাধা।—শুনিছো সখীইত, শুনিছো বাইইত, এ—হে—
নকৰা নিদাৰুণ কথা হে—।
নেলাগে ধৰিব, নেলাগে বান্ধিব, এ—হে—
মোৰ জীৱই পাব যে ব্যথা হে॥
বৃন্দাবনতে, কদমৰ তলতে, এ—হে—
বিজনে বজাইছে বাঁহী হে—।
দেহলাও সিজন মোৰ, সিজন মোৰ মনচোৰ, এ—হে—
কাৰোকৈ মতি আনা নই হে—॥

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# ভোকেন্দ্ৰ বৰুৱা।

গোন্ধাই শুৱাল।—"ভোকোন্দাইৰ মাক ঔ ভোকোন্দাইৰ মাক! বোলোঁ কলৈ গল ঔ এইজনী! শুনিছ নে ঐ শুনিছ! বাঘেখাতীক বিচাৰিলেও পাবলৈ নাই! বোলোঁ শুনিছ নে!"

ঘৈণীয়েক জেতুকীয়ে লাওৰ হেদালিৰ তলত সোমাই লাও পাৰিবলৈ বিচাৰিছিল; গিৰিয়েকৰ মাত শুনি হেদালিৰ তলৰপৰা ওলাই আহি উত্তৰ দিলে, "কি হল নো? চিয়ঁৰ-বাখৰখন বা লগাইছে কেলে? মোক নেদেখি কিবা এৰাঁ চৰিল নে কি?"

গোন্ধাই।—"এৰাঁ চৰা নাই; শুনহি! তোৰ কলিকতীয়া পুতেৰে এইখন কলিকতাৰপৰা কি লেখি টিকচ্ মাৰি ডাকত দি পঠিয়াইছে, চাহিচোন চাহি!"

কলিকতীয়া পুতেকৰ নাম শুনিয়েই জেতুকী উছাহত উতলি লৰালৰিকৈ গিৰিয়েকৰ ওচৰ পালেহি। জেতুকী—"মোৰ ভোকোন্দায়ে নো কি লেখিছে? মোৰ বোপাই ভালে আছে নে? মোৰ বোপাই ভালে আছে বুলি শুনিলেই মোৰ বুকুখন শীতল পৰি যায়। মোৰ দেহিডুখৰিক কিবা ধন-বিত লাগে নে? ধন-বিত লাগে যদি একুৰি মান কপ পঠিয়াই দিয়াঁ। মোৰ দেহিডুখৰিয়ে পঢ়ি থাওক, পঢ়ি থাওক, বৰ মানুহ হওক, মোক আন একো নেলাগে।"

গোন্ধাই।—"বাঘেখাতী! তোৰ দেহিডুখৰিক ধন-বিত নালাগে, বৰুৱা ফুকন হবলৈ হে লাগে। তাৰ এইখন চিঠি আজি ডাকত পাই, তাত নো কি লেখিছে পঢ়াই আনিবলৈ আমাৰ বেথাৰাম ভাগতীৰ ওচৰলৈ গৈছিলোঁ। চিঠিখনত ইংৰাজী দেশী দুই কলম আছে। ভাগতী বাপুৱে ইংৰাজী সোপা এৰিও আমাৰ মাতত লেখা সোপা যি পঢ়িলে তাক শুনি মোৰ গা গোটেইটোত জ্বৰ উঠিছে। তাৰ হেনো ভোকোন্দি নামটো কিবা অসইত হৈছিল, সেইদেখি সি সেইটো নাম খঁহি-মাজি সইত কৰিলে। হেনো এতিয়াৰপৰা মই তালৈ চিঠি লেখিলে, কিবা ভোকইন্দ্ৰ বুলি লেখিব লাগিব; আৰু বৰুৱা কথাষাৰো হেনো তাৰ পিছত যোৰাই দিব লাগিব। অৰ্থাৎ আমাৰ ভোকোন্দাই ভোকোন্দি গুচি ভোকইন্দ্ৰ বৰুৱা হৈছে হেনো।"

জেতুকী।—"বুজিছোঁ, মোৰ বোপায়ে হাড়-মূৰ ভাঙি চুথকৈ পঢ়িছে দেখি মহাৰাণীয়ে তাক বৰুৱা পাতিছে। বোলোঁ, মোৰ এই গোজেলা মুখখনেৰেই তোমাক কওঁ, দেখি থাকিবা, মোৰ তোকোম্বাইক মহাৰাণীয়ে মনচুপ্ নাপাতিও নেৰে। হওক, হওক, মোৰ বোপায়ে সাত শতুৰৰ মুখত ছাই দি মনচুপ ও সদৰামিন এটাইবোৰ হওক। মই দিনৌ গোসাঁইক খাটি আছোঁ, সেই দেখি তাৰ ভাল হৈছে। তাৰ হকে আমাৰ আতাৰ থানত মই পাল-খাৰ একাণি গোৱাবলৈকো আগ কৰি থৈছোঁ।"

গোজাই।—"তই নো এইখন কি বলকিছ! মহাৰাণীয়ে তাক বৰুৱা পাতিছে বুলি তোক কোনে কলে? তোৰ পুতেৰ হে আপোনাআপুনি বৰুৱা হৈছে, আৰু মোকো সি বৰুৱা পাতিছে। তাৰ আগৰ নামটো হেনো বেয়া, সেইদেখি সি সেইটো সলাই কিবা তোকইন্দ্ৰ হৈছে। মোৰও হেনো সি কিবা চৰিত্ৰ লেখাইছে, সেইদেখি মোৰ নামটোও সলাই মোক গোজেশ্বৰ বৰুৱা পাতিছে। তই নো কথামথাৰ আঁহমথা নুবুজাকৈ কি কব লাগিছ?" এনেতে গোজাইৰ ঘৰৰ আগেদি বগীৰাম ডাকবাবু যাওক। বগীৰামক দেখি গোজায়ে মাত লগালে,—"ডাকবাবু ডাঙৰীয়া! ডাকবাবু ডাঙৰীয়া! ভোঁ-ভোঁকৰে নো কলৈ যাব লাগিছে? এইপিনে এখন্তক আহকচোন, তামোলছাদি এখনকে খাই যাওকহি"। এই কথা শুনি বগীৰাম আহি ভেওঁলোকৰ ওচৰতে বহিলত, জেতুকীয়ে নবালৰিকৈ তামোলৰ বঁটাটো উলিয়াই আনি তামোল কাটিবলৈ লাগিল।

গোজাই।—"বোলো ডাক-বাবু ডাঙৰীয়া, আমাৰ কলিকতীয়া নবাটোৰপৰা এই চিঠিখন আহিছে, আমাৰ তাইক এবাৰ কিৰ্পা কৰি চিঠিখন পঢ়ি শুনাই দিয়কচোন।" এই বুলি চিঠিখন গোজায়ে বগীৰামৰ হাতত দিলত বগীৰামে ডাঙৰকৈ মাতি পঢ়িবলৈ ধৰিলে :—

"মাই ডিয়েৰ ফাদৰ,

"আজি তোমালৈ যি কথা লেখিছোঁ, মই হপ্ (hope) কৰোঁ তুমি তাত মনযোগ কৰিবা। আজি এবছৰ হবলগীয়া হল মই কলিকতলৈ আহিলোঁ। কিন্তু আহিবৰপৰা মোৰ মনত এটা কথাই ঘৰকৈ উখল-মাখল লগাই আছিল। সম্প্ৰতি তাৰ এটা মীমাংসা কৰিছোঁ। ধৰ আজৰ কথা যে মোৰ নামটো

ভোকোন্দি হৈছিল। really really বাস্তবিকতে এইটো বৰ shameful লাজৰ কথা। ইয়াৰ কলেজৰ লবাই এই নামটো লৈ মোক বৰ ঠাট্টা কৰে।ময়ো দেখিছোঁ যে ভোকোন্দি বৰ অসভ্য নাম। Monstrous! তাক সভ্য কৰি লোৱাটো মোৰ duty অৰ্থাৎ কৰ্ত্তব্য। সেইদেখি মই আমাৰ কলেজৰ হাজিৰা বহিত আজি মাৰ্চ মাহৰ ২০ তাৰিখে তাক কটাই ভোকেন্দ্র কৰিলোঁ। আৰু মোৰ নামৰ পিছত এটা উপাধি নোহোৱা বাবেও বৰ হাঁহিয়াতৰ কথা হৈছে; সেইদেখি তাত বৰুৱা লগাই দিয়ালোঁ। তুমিও আজিৰপৰা তোমাৰ নামটোৰ উন্নতিবিধান কৰি তাক গোকেশ্বৰ কৰিবা আৰু তাত বৰুৱা কথাযাৰ লগাই দিবা; আৰু লোককো সেইদৰে তোমাক address কৰিবলৈ অৰ্থাৎ মাতিবলৈ কৈ দিবা। মই remember কৰোঁ অৰ্থাৎ মোৰ মনত আছে, তুমি এদিন কৈছিলা, মোৰ পেহী এজনী তুলীয়া বৰুৱাৰ ঘৰৰ সভদাম বৰুৱাৰ ঔৰিতকত কানুবামলৈ পৰিবৰ কথা হৈছিল। যদি সেইটো সঁচা, তেন্তে সেই সূত্রতে আমিও বৰুৱা লেখাত কোনো ব্যাঘাত নেদেখোঁ। বিশেষ Ram gone, Ajodhya gone, অৰ্থাৎ ৰাম গল, অযোধ্যাও গল; আহোমো গল, আহোমৰ ৰাজত্বও গল। সেইদেখি আহোমে পতা বৰুৱা ফুকনসকলৰ সেই সেই উপাধিৰ ওপৰত Copy-right also gone, অৰ্থাৎ স্বত্বও গল। এতিয়া যি যোগ্য সিয়েই ইচ্ছামতে সেই উপাধি ব্যৱহাৰ কৰিব পাৰে। This is according to Law of Equity অৰ্থাৎ ইকুইটি আইন মতে সত্য। আৰু "যোগ্য ভোগ্যা বসুন্ধৰা" বুলি শাস্ত্ৰত আছে; এই সংস্কৃত কথাফাকিৰ মানে তুমি আমাৰ ভাগৱতী বাপুক শুধি লবা। এই বিষয়ে in detail অৰ্থাৎ বাহুল্যকৈ তোমালৈ লেখাৰ সকাম নাই; কাৰণ তুমি ignorant, সেইবোৰ বুজিব নোৱাৰিবা। মুঠতে কওঁ, যে আজিৰপৰা তুমি মোৰ instruction follow কৰি মই কোৱা মতে কাৰ্য্য কৰিবা। আৰু এটা কথা মই তোমাক কওঁ। তুমি লাহে লাহে তোমাৰ Shameful গুৱালৰ ব্যৱসায় এৰিবলৈ চেষ্টা কৰিবা; কাৰণ সেইটো লাজ-লগা বুলি মই think অৰ্থাৎ বিবেচনা কৰিছোঁ। তুমি আগয়ে যি আছিলা আছিলা, এতিয়া you are my father, তুমি মোৰ পিতাই; therefore you must behave like a gentleman, অৰ্থাৎ ভদ্রলোকৰ দৰে তুমি চলিব লাগিব। আইক কবা, তেওঁ যেন ঘৰে ঘৰে চেং চেং কৰে আৰু

সুফুৰে। She must keep her respect অৰ্থাৎ এতিয়া ভেও নিজৰ মান সম্ভ্ৰম ৰাখি থুবিব লাগিব। I hope অৰ্থাৎ আশা কৰোঁ, তোমালোকে মোৰ কথাৰ অন্যথা নকৰিবা। ইতি—

Yours affectionately

শ্ৰীভোকেন্দ্ৰ বৰুৱা।

পুঃ—মোলৈ লেখা চিঠিৰ ওপৰত মোৰ ঠিকণা এইদৰে লেখাবা।—

Mr. B. K. Borowah

First year Class, Metropolitan Institution,

Calcutta.

পুঃ পুঃ—মোৰ সৰু ভনীজনীৰ ভুভুৰী নামটো সলাই ভ্ৰমৰিণী কৰিবা। কাৰণ, সময় থাকোঁতেই সেই কাম কৰা উচিত; নাইবা, পিছত too late হৈ পৰিলে তাক শুধৰাবলৈ মোৰ নিচিনাকৈ বৰ কষ্ট পাব লাগিব। ভ্ৰমৰিণীক মোৰ kiss অৰ্থাৎ চুমা দি কবা, যে এই নামটো তাইৰ কলিকতীয়া ককা-য়েকে তাইক Birthday present অৰ্থাৎ জন্মদিনৰ উপহাৰ দিছে। আৰু এটা কথা,—মই দ-কৈ ভাবি দেখিছোঁ, যে আইৰ নামটোও নসলালে নচলিব। তোমাৰ জীৱন-চৰিতত আইৰ জেতুকী নামটো নিশ্চয় হাস্যাস্পদ হব; সেই দেখি আইৰ জেতুকী নামটো গুচাই ৰতিকেৰবী দিলোঁ। আনাৰ পাৰ্বৰ নামটোও বদলাব পাৰিলে ভাল। অৱশ্যে সেইটো কাম তুমি অকলে কৰি উঠিব নোৱাৰিবা। অনেক লোকক influence কৰি অৰ্থাৎ বাজহুৱা মত সংগঠন কৰি গৱৰ্ণমেণ্টক "মেমৰিয়েল" অৰ্থাৎ দৰ্খাস্ত দি হে সেই কাম কৰিব পৰা হব। সেইদেখি সেইটো কাম মই উত্তৰি যোৱালৈকে স্থগিত থাকক; মই গৈ agitation অৰ্থাৎ এটা আন্দোলন কৰি তাক হাতত লম। ভবিষ্যতৰ ইতিহাসলৈ এইদৰে ঘাট পোনাই ৰখাটো অত্যাৱশ্যক হৈছে। মই শেলি, কীটচ্, বৰি কবিৰ নিচিনাকৈ এখন বহুমূলীয়া কবিতা গ্ৰন্থ লেখিছোঁ, সি প্ৰায় শেষ হবলগীয়া হৈছে। তাৰ পাতনিত মোৰ ছবিৰে সৈতে মোৰ সংক্ষিপ্ত জীৱনীও দিলাম। সেইবাবে মই কীৰ্ত্তনকৈ চুলি ৰাখিছোঁ, আৰু কাৰণ লেখিলোঁ। তোমাৰ বিস্তৃত জীৱন-চৰিত্ৰ এখন লেখা নিতান্ত প্ৰয়োজন হৈ উঠিছে। মই তাৰ যো-যা কৰিছোঁ। তোমাৰ জীৱন-চৰিত্ৰৰ নিমিত্তে

কিছুমান material অৰ্থাৎ সঁজুলি অৰ্থাৎ ঘটনা মই সংগ্ৰহ কৰি ডাঙৰ মানুহ এজনৰ হাতত দিছোঁ, তেওঁ তোমাৰ জীৱন-চৰিত লেখিবলৈ পাত লৈছে, আৰু তাৰ পাতচেৰেক লেখিছেও। কিন্তু সেই কিতাপৰ front page অত অৰ্থাৎ সমুখৰ পাতত তোমাৰ ছবি এটা দিবৰ বৰ দৰ্কাৰ, সেই দেখি তুমি এই চিঠি পোৱা মাত্ৰকতে তোমাৰ ছবি এটা তোলাই মোলৈ পঠিয়াই দিবা। গোৱহাটত photographer অৰ্থাৎ ছবি তোলোঁতা মানুহ নাই যদি ডিব্ৰুকলৈ গৈ পোহঁাই ব্ৰদচ'ৰ তাত তোমাৰ ফটোগ্ৰাফ এটা তোলাবা; ইয়াত মই "হাফ্‌টোন ব্লক কৰাই এনলাজ" কৰিব লাগিব। ফটোখন সোন কালে মোক লাগে। ডিব্ৰুকলৈ যাবলৈ সম্প্ৰতি তোমাৰ হাতত cash অৰ্থাৎ নগদ ধন নাই যদি আমাৰ সেই গাৰ্ভিণী বগী মহজনী বেচি দিবা; অলপ cheap অৰ্থাৎ সস্তাকৈ দিলে খিতাতে বহুৎ কিনোতা ওলাব। আৰু তোমাৰ travelling enpensesৰ অৰ্থাৎ ডিব্ৰুকলৈ যোৱাৰ খৰচৰ পিছত ছাবৰ নিমিত্তে যোৱাকৈ হাতত ৰূপ নথাকটো যেন দেখিলে, আৰু এজনী মহ বেচিবা। মুঠতে এই কাম বৰ জৰুৰী জানিবা।

বি, কে, বি।"

পোকাই।—"দেখিলি, দেখিলি, বাঘেৰ্থাঁতী, দেখিলি এতিয়া তোৰ পুতেৰ কেনেকৈ তোকইন্দ্ৰ হল, কেনেকৈ বকৰা হল? সি বান্দৰে মোকো হেনো বকৰা পাতে, তোকো বকৰানী পাতে। গুৰুজনৰ অনুগ্ৰহত মই গৰু দুটা আন বাখি এগাল ভাত খাই আছোঁ, সি বকৰা হৈছে দেখি তাকো হেনো এৰিব লাগে, তাকো বেচি দিব লাগে!"

জেতুকী। "মই সেখোন তোমাক কৈছোঁ, যে মোৰ বোপায়ে হাড়-মূৰ ভাঙি তেজ পানী কৰি কলিকতাত পঢ়িছে দেখি বকৰা হৈছে। মহাৰাণীৰ পেটৰ কথাটো সি পাইছে: সাপাহে তেনে কেতিয়াও নকৰে। সি কত হেপ (Hope) কৰিছে, থিং (think) কৰিছে, চেম (shame) কৰিছে, ৰেচ্‌পেচ (respect) কৰিছে, কৰিছে তেনে কৰিছে। মই এতিয়াও কওঁ যে মোৰ বোপাইকৈ মহাৰাণীয়ে বকৰা শতানি মনচুপ সদবাৰিলো পাতিব, তুমি চাই থাকিবা, মই আমুকী হওঁ যদি মোৰ কথা ফলিয়াবই ফলিয়াব। মোৰ বোপাইৰ হকে মই এই একাদশীতে আমত পাল-নাম গোৱাম। মোৰ বোপায়ে

ভনীয়েৰক কি হাৰ ( উপহাৰ ) দিছে চাওঁ? কোন খাৰ? অ, ভুভুৰ্বী! অ ভুভুৰ্বী! তোৰ কলিকতীয়া ককায়েৰে তোলৈ কিবা কলিকতীয়া হাৰ পঠিয়াইছে, চাহি! কলৈ গল নো এইজনী?"

গোন্ধাই।—"বাঘেখাঁতী! তোৰ পুতেৰৰ লগতে ভয়ো মলিয়া হৈছ! বোলে, সাত পুৰুষত নহল্ গাই, কুঁৰীয়া লৈ খীৰাবলৈ যায়। সি দুটা ইংৰাজী পঢ়ি ক-ক-ম ম- কৰিলে বুলি গোন্ধাই গুৱালে তাৰ সাত পুৰুষীয়া বৃত্তি এৰি বৰুৱা হব লাগিল। সি বৰুৱা হয়, ফুকন হয়, বাদ্সহ হয়, শিয়াল হয়, যি হয় হৈ থাওক, তাৰ লগতে মই বুঢ়াইও নাচিবলৈ যাব লাগিল নে কি? তই নাচিব খুজিছ নাচ। কিন্তু বাইজে তোৰ মুখত চূণ সানি মূৰত ঘোল ঢালিব চাব"।

জেতুকী।—"মোৰ লৰাৰ সুখ সম্পদ দেখি ৰাইজৰ হিংসা লাগিছেই, সেই বুলি মোৰ লৰাই নপঢ়িব নে কি? ৰাইজে হিংসা কৰিলে বুলি মোৰ লৰা মন চুপ সদৰামিন নহব নে কি? মোৰ একেটা লৰা, তাক এই দৰে সকলোৱে হিংসা কৰে! উ—উ—উ—!"

এই বুলি জেতুকীয়ে বাও জুৰি কান্দিবলৈ ধৰিলে। গিৰিয়েক ঘৈণীয়েকৰ চুপতাচুপতি লাহে লাহে এইদৰে বাঢ়ি গৈ, শেহত গোন্ধায়ে জেতুকীক এখুন্দা দিবলৈ ঢেকি-খোৱা বিচৰা দেখি বগীৰাম ডাক-বাবু ভাবপৰা লাহেকৈ উঠি প্ৰস্থান কৰিলে।

এইখিনিতে আমি এই আখ্যানটোৰ অলপ আগবেপৰা ধৰি তাক মুকলি কৰি দিওঁ। গোন্ধাই গুৱালৰ ঘৰ মাজুলিত। মহ গৰু ৰাখি, গাখীৰৰ ব্যৱসায় কৰি সি লাহে লাহে চহকী হৈ পৰিছিল। তাৰ এটা লৰা, নাম ভোকোন্দি; আৰু এজনী ছোৱালী, নাম ভুভুৰ্বী। ভোকোন্দিৰ বুধিটো সৰুৰেপৰা চোকা আছিল দেখি তাক গোন্ধায়ে পঢ়াশালিত পঢ়িবলৈ লগাই দিলে। জোঙাল বুধীয়া ভোকোন্দিয়ে সোনকালে পঢ়াশালিৰ শিক্ষা শেষ কৰিলে দেখি বাপেকে উৎসাহিত হৈ দহ-চাৰিৰ পৰামৰ্শ মতে তাক জোৰহাটত থৈ গবৰ্ণমেণ্ট হাইস্কুলত ইংৰাজী পঢ়িবলৈ নাম লগাই দিলে। ভোকোন্দিৰ অদৃষ্ট সুপ্ৰসন্ন; গতিকে, বুদ্ধিৰ সুৰতাহ তেওঁৰ বিস্তাৰ পালত লাগি, পাল ফুলি উঠি, দোপত-দোপে স্কুলীয়া জীৱন-নাও আগবাঢ়ি এণ্ট্ৰেন্স পৰীক্ষা পাৰ হৈ গল। গবৰ্ণমেণ্টৰ কুৰিটকীয়া বৃত্তি এটা ভোকোন্দিৰ কপালত উঠিলত বাপেক মাকৰ আৰু উৎসাহ বাঢ়িল; সেই

দেখি তোকোন্দিক কলিকতাত “ফাষ্ট আৰ্টচ” পঢ়িবলৈ তেওঁলোকে পঠিয়াই দিলে। ফলত, তোকোন্দিক আমি আজি মেট্ৰপলিটান ইনষ্টিটিউচনৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পাই, তেওঁ বৰুৱা হোৱা এই ইতিহাস ঘুটিবলৈ পাইছোঁ।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# কৃপাবৰ বৰুৱাৰ সামৰণি।

## (কৃষ্ণৰ নিদ্ৰাভঙ্গ।)

যশোদা।—উঠ উঠ গোপাল হেৰ ৰাতি পুৱাই গল।
বড়া বেলি ৰঙা পৰি ভুপৰ হবৰ হল॥
মাতি মাতি দাম সুদামে হাৰাশাস্তি হৈ।
থং কৰি গুচি গল গাই মেলি লৈ॥
ক্ষীৰ লৱণু ৰঙীয়া পৰি চেৰেপাৰ বাহ হল।
লুচি পুৰি মোহনভোগ চেঁচা পৰি গল॥
গোহালি আঁতাই নন্দ পিতাৰে খৰি ফালে শুন।
ভকতৰ বোৱাৰী দধি মথে গাই হৰিগুণ॥
থাকিব নোৱাৰোঁ, লোহোৱাৰ গাৱীৰ উতলি পৰি যায়।
কিমান নো পাটীত পৰি থাক? উঠ মোৰ সোণাই॥
কৃষ্ণ।—নুঠোঁ, নুঠোঁ, নুঠোঁ বোলোঁ, যা গুচি আই।
তিন দিন নুঠোঁ মই একোকে নাখাই
কৰ্কৰা মা পইতা এগাল পুৱাই উঠি খাওঁ।
পেটে-ককালে লাগি দিনটো গৰু মই চৰাওঁ॥
নাকে মুখে ধুলি ভৰি গধূলি উভতি আহোঁ।
হাতৰ এচাৰি নো খাওঁতেই পুথি লৈ বহোঁ॥
বাৰে-মতৰা নোৱাৰিলে দেউৰ লাগে খোপ।
ভাগৱত টোপনি আহে দেখি দিনো খাওঁ কোব॥

কেকোবা চুলিত　জট বান্ধে,　তেল এটোপাও নাই ।
মৰাৰ পাখি　এটা গুজি　পা পাৰ আই ॥
হালধীয়া　চুৰিয়া তোখৰ　তেল-চিকটিযে ভৰা ।
বদ বভাহত,　চা, মোৰ পা　গোটেই টাটৰি পৰা ॥
ঢেক এটাও　ক্ষাণত নাই,　লাতুৰ-মণি পিন্ধো ।
ভিডি হাতত　একো নাই,　যনৰ ফুল বান্ধো ॥
বগৰি-জেঙে　তলুৱা বিন্ধি　থকাসৰকা কৰে ।
তথাপি এজোৰ　জোতা খুজিলে　পিতাইৰ মাত হৰে ॥
মুঠেঁ। মুঠেঁ।,　কেতিয়াও মুঠেঁ।,　থাকিম চেপেটা লাগি ।
টনা আজোৰা　কৰিলে তোৰ　গোপাল যাব ভাগি ॥
যশোদা ।—যশোদাই বোলে　কৃষ্ণ তোৰ　এনেখন হে কথা ।
টান মাত　মাতি কিয়　মাৰক দিয় ব্যথা　॥
নাথাই-নবই　জপি তোক　কৰিলেঁ। ডাঙৰ ।
মুগুচিলেঁ।　তেও দেখোঁ　মই তোৰ পৰ !
অ গোপাল !　অ কৃষ্ণ !　কিয় দিয় শোক ?
উঠ মইনা,　উঠ সোণাই !　তোৰ লাগিছে ভোক ॥
নাপাতিবি বোহ　যাহু নকৰিবি　ক্ৰোধ ।
নন্দ যশোদাক　কৰিবি বোপাই পিতৃ মাতৃ বোধ ॥

কৃপাবৰ ।

---

# মণিপুৰ যাত্ৰা ।

( ৪ )

কেঞ্চাপোলাৰ মানুহে তেতিয়াও তুয়াৰ মাৰি শোৱা নাই । আমি তাত খবৰ লৈ জানিলোঁ, ওচৰতে দুটা আলহী-থকা চৰ্কাৰী "বঙলা" আছে—"ডাক বঙলা"। আমি বিচাৰি-খোচাৰি "চকিদাৰৰ" ঘৰ উলিয়াই "চকিদাৰক" সুধি জানিব পাৰিলোঁ, দুটা "বঙলা" আছে হয়, কিন্তু দুইটাতে "আলহী" আছে । এটাত

কোনোবা পণ্টনীয়া চাহাব দুজনে আহি বাত্তিটোলৈ ঠাই লৈছে। আৰু স'চাকৈয়ে তেওঁবিলাকে গোৱা ইংৰাজী গানও আমাৰ কাণত পৰিলহি। কাজেই সেইটো "বঙলাত" আশ্ৰয় লোৱাৰ কথাৰ সেই খিনিতেই আধ্যা পৰিল। দ্বিতীয় "বঙলাত" আশ্ৰয় লোৱা আলহীজনৰ কথা সোধাত 'চকিদাৰে' তেওঁক "কলা চাহৰ" বুলি বৰ্ণনা কৰিলে। আমি তাক আলহীজনৰ বিষয়ে নানা কথা পুঙ্খাণুপুঙ্খকৈ সুধি যি জানিলোঁ তাৰপৰা বুজিব পাৰিলোঁ যে আলহী নিশ্চয়.কোনোবা "কলা মানুহ" আৰু হিন্দু। দ্বিতীয় সঙ্গীজনে আকৌ বেলত্তে কোনোবা এজন গাৰ্ডৰ মুখে আমাৰ এজন চিনাকী ভদ্ৰলোক আমাৰ আগে আগে ৰাত্তিপুৱাৰ বেলত ডিমাপুৰত নামি এই ফালৈ আহাৰ কথা শুনি আহিছিল। চকিদাৰৰ বৰ্ণনা শুনি আমাৰ বাৰ অনা বিশ্বাস হল যে এই "কলা চাহাব" জন আমাৰ চিনাকী ভদ্ৰলোক গৰাকীৰ বাহিৰে আন কোনো নহয়। কিন্তু খপ্ কৰে আগ বাঢ়িবলৈ আমাৰ অলপ সংশয় হল। .কি জানি অইন কোনোবা অচিনাকী মানুহ। যি হক আমি লাহে লাহে নিমাতে বঙলাৰ ওচৰলৈ আগ বাঢ়িলোঁ। আমাৰ এই কামটো অৱশ্যে ভদ্ৰজনোচিত হোৱা নাছিল। কিন্তু স'চা ঘটনাটো বৰ্ণনা কৰা হে আমাৰ উদ্দেশ্য। এখন ডাঙৰ আৰ্চিৰ খিলিকিয়েদি দেখা গল ভিতৰত চাকি জ্বলিছে। আমি লাহে লাহে নিশবদে খিলিকিখনৰ ওচৰলৈ গৈ দেখিলোঁ, খিলিকিৰ গাতে লাগি থকা বিছনা এখনত এজন ভদ্ৰলোকে ইকাতি-সিকাতি কৰি আছে। তেওঁৰ টোপনি অহা নাই। এই দৰে অভদ্ৰ ভাবেৰে ঘৰটোৰ ওচৰ চাপোঁতে অৱশ্যে আমাৰ বৰ সঙ্কোচ বোধ হৈছিল। যিহক, দ্বিতীয় সঙ্গীজনে নিচেই ওচৰ চাপি, আৰ্চিৰ গাতে চকু লগাই দি চাই, ঘুৰি আহি আমাক জনালে যে আমাৰ অনুমান মিছা নহয়। বেলৰ গাৰ্ডৰ মুখে, আমাৰ যিজন চিনাকী ভদ্ৰলোক এই ফালৈ অহা খবৰ পোৱা গৈছিল, আমাৰ চকুৰ আগত থকা নীচুগাবদৰ ডাক বঙলাৰ বৰ্ত্তমান আলহী তেওঁৱেই। খবৰটো.সুখবৰ। কিন্তু তেওঁ আমাক বা কি ভাবে গ্ৰহণ কৰে? তেওঁৰ "মেজাজ" বা আজিকালি কেনে? সেই বিষয়ে আমি স্নাঠিককৈ একোটো নজনাত কৰ্ত্তব্য নিৰ্ণয় কৰিবলৈ, তাতে লাহে লাহে আলচ কৰিবলৈ ধৰিলোঁ। খিলিকিৰ ওচৰতে মানুহৰ মাত শুনি ভদ্ৰলোকজনে "কোন?" বুলি একেচাবে বিছনাৰপৰা মাটিলৈ নামিল! আমিও "আমি!" বুলি উত্তৰ দি দুৱাৰ-মুখৰ ফালৈ গলোঁ।!

প্ৰথমতে মৰেই ঘৰ সোমালোঁ। নিচেই অলপকৈ হলেও, ভদ্ৰলোক গৰাকীৰ লগত চিনাকী হবৰ সৌভাগ্য কেইবছৰমানৰ আগেয়ে কলিকতাত মোৰ এবাৰ ঘটিছিল। তেখেতে মোক দেখি প্ৰথমতে চিনিব নোৱাৰিলে। কিন্তু মই মোৰ নাম কলত খপ্‌কৰে চিনি পালে আৰু "চেহেৰাৰ বহুত পৰিবৰ্ত্তন ঘটিছে" বুলি মন্তব্য প্ৰকাশ কৰি, বৰ আন্তৰিকভাবে সৈতে "হেণ্ডচেক" কৰিলে। মোৰ দ্বিতীয় সঙ্গীজনৰ লগত তেখেতৰ আগৰেপৰা অলপ ঘনিষ্ট পৰিচয় আছিল; অতএব তেওঁক দেখা মাত্ৰকতে চিনি পালে আৰু আনন্দ প্ৰকাশক ভাবেৰে "অমুক দেৰেঁা" বুলি তেওঁৰ নামোচ্চাৰণ কৰিলে। মোৰ প্ৰথম সঙ্গীজনৰ লগত তেওঁৰ আগৰ তেনে বিশেষ পৰিচয় নেথাকিলেও, চিনাকী দিয়াত, তেওঁক তৎক্ষণাৎ চিনি পালে। আমাৰ তিনিওকো তেওঁ এনে অকপট আন্তৰিকতাৰে আৰু অমায়িক ভাবেৰে receive কৰিলে যে আমি আমাৰ বাটৰ সকলো দুখ ভাগৰ একেবাৰে পাহৰি গলোঁ। তেওঁ নিজেই ডাক বঙলাৰ আলহী; কিন্তু আমাৰ লেখিয়া আকস্মিক উপআলহী কিজনক তেওঁ এনে ভাবেৰে সোধ পোছ কৰিবলৈ ধৰিলে যে নিচুগাৰদৰ ডাক বঙলাটো তেওঁৰ ঘাই ঘৰ বুলি আমাৰ ভ্ৰম হল। ক্ৰমে দেখা গল যে ডাক বঙলাৰ এদিনীয়া আলহী হলেও, তেওঁ প্ৰায় ঘাই ঘৰৰ সুবিধাতেই তাত আছে। তেওঁ অৱশ্যে আমাৰ লেখিয়া মাত্ৰ হাত-বেগ-সম্বল ভ্ৰমণকাৰী নাছিল। আমাৰ আপত্তি নুশুনি, তেওঁ তৎক্ষণাৎ চাহ কৰাই অনাই আমাক খুৱালে। তেওঁ আমাৰ লগত এনে ঘৰুৱা আৰু আপোন ভাৱে ব্যবহাৰ কৰিবলৈ ধৰিলে যে তেওঁৰ আতিথ্য গ্ৰহণ কৰিবলৈ আমাৰ এফেৰিকে সঙ্কোচ নোহোৱা হল। আমি ভদ্ৰলোক গৰাকীৰপৰা যেনে ব্যৱহাৰ পাবলৈ ধৰিলোঁ, তাৰ সম্বন্ধে অকল ইয়াকে কলে যথেষ্ট হব যে মনটো বৰ শিক্ষিত, উদাৰ আৰু মহানুভৱ নহলে, ব্যৱহাৰত তাৰ তেনে প্ৰকাশ হোৱাটো একেবাৰে অসম্ভৱ।

চাহৰ পাছতে আমি বুজিলোঁ, আমাৰ নিমিত্তে সিফালে ভাতযো দিহা-পোহা চলিছে। আৰু চাহ খোৱাৰ সময়তে ইয়াকো আমি জানিলোঁ যে আমাৰ "আলহী গৃহস্থৰ" বান্ধনি চাকৰটো জাতত বামুণ নহয়, কলিতা হে (বৰ কলিতা); কিন্তু সেইবুলি তাৰ হাতে খোৱাত কোনো দোষ নাই, কিয়নো, আমাৰ আলহী গৃহস্থই তাৰ হাতেই ভাত খায়, ইত্যাদি। আমি নোসোধাকৈয়ে,

কোন ভলকত, কেঁতিয়া, কোনে আমাক এইবোৰ কথা শুনালে, আমি গম নেপালোঁ; কিন্তু এইবোৰ খবৰ আমাৰ গোচৰ হোৱাটো হলে সঁচা। প্ৰকৃত ভাৰত মনৰ শিক্ষিত মানুহৰ ব্যৱহাৰ ইমান কৌশলপূৰ্ণ আৰু "বেমালুম"। মোক আৰু মোৰ দ্বিতীয় সঙ্গীজনক অৱশ্যে এই বিষয়ে সেই ঠাইত কোনো কথাৰ আগ-জাননী দিয়া একেবাৰে অনাৱশ্যক আছিল। কিন্তু আমাৰ প্ৰথম সঙ্গীজন অলপ "আগৰ দিনীয়া" ধৰণৰ মানুহ হোৱা বাবে আৰু তেওঁ টিকনিৰ মৰম তেতিয়াও এৰিব পৰা নাছিল বাবে, তেওঁৰ নিমিত্তে হে মোৰ অলপ সংশয় আছিল। যিহক, তেওঁকো উক্ত ৰান্ধনিৰ হাতে ভাত খোৱা সম্বন্ধে কোনো অমত প্ৰকাশ কৰা দেখা নগ'ল।

আমাৰ আলহী-গৃহস্থৰ মুখে এতিয়া হে প্ৰথমে খবৰ পালোঁ যে জিমা-পুৰ আৰু নিচুগাৰদৰ মাজৰ বাট ডোখৰত বন্য জন্তু লগ পাৱৰ বৰ ভয়, বিশেষতঃ ৰাতি। আমি যে কোনো বিপদত নপৰি সাৰি আহিলোঁ সেইবাবে তেওঁ আনন্দ প্ৰকাশ কৰিলে।

যথা সময়ত ভাত আহি উপস্থিত হল। আমি দেখিলোঁ যে আমাৰ প্ৰত্যে-কৰে বহা আসন কাপোৰৰ বৰ্‌ৰিয়া তুলি! আমি উপজিবৰেপৰা, মনত পৰা ডোখৰৰ ভিতৰত, কেতিয়াও কাপোৰৰ তুলিত ভাত খাবলৈ বহা নাছিলোঁ। কলিকতাত এবাৰ সত্‌ৰক্ষিত বহি লুচি আৰু পাঠাৰ মঙহেৰে ভোজ খাই-ছিলোঁ হয়, কিন্তু লুচি তো আৰু ভাত নহয়। যি হক ডুখৰি-পীৰাৰ লগত হে আমাৰ এই বিষয়ে বিশেষ চিনাকী। আমি আলহী উপআলহী সকলো ভাতৰ পাতত বহি পৰিলোঁ। আমাৰ আলহী গৃহস্থই "শুদা দাইল ভাতৰ" বাহিৰে আন একোকে আমাৰ আগত দিব নোৱাৰিলে বুলি দুখ প্ৰকাশ কৰিলে। কিন্তু আমি হলে মাছৰ আঞ্জা, আলুৰ তৰ্কাৰী আৰু পাখীবেৰে ভাত খাই মহাতৃপ্তি পালোঁ। যেই সেই হিন্দুৰ নিমিত্তে এইকিটা উপক-ৰণেই যথেষ্ট। নীচুগাৰদৰ "আলহীখানাত" ইমান ৰাতি এনে তৃপ্তিৰে আমি বৰা-ভাত খাবলৈ পাম বুলি নো কোনে জানিছিল? যি হক কাপোৰৰ তুলিত বহি ভাত খোৱা ঘটনাটোৰ স্মৃতি হলে আমাৰ মনত বৰ দ'কৈ বহিল।

ক্ৰমশঃ

শ্ৰীজ্ঞানানন্দ ভগৱতী।



বঙ্গজ। গুৱালপাৰ। অসমীয়া।

গুৱালপাৰ।—"বলা নাই, কৰা নাই, চুলিত হাত! এৰ! এৰ! বলি ভাল হবে না, ছাড়ি দেও!"

অসমীয়া।—"মশায় ছেড়ে দিন! ছেড়ে দিন! আপনি আমাদেৰ লোকেৰ চুল ধৰে টানেন কেন? এ কোন দেশেৰ কথা? না ছাড়েন ত আপনাৰ নামে আদালতে নালিশ ৰুজু হইবে।"

বঙ্গজ।—"মুই ছাড়িমু ক্যান? নবাবেৰ আমোল থাইকা বৰাবৰ এ আমাগোৰ দখলে। এহন আপনি এৰ হাত ধৰেণ ক্যান? বৰং আপনি ছাইড়া দেন।"

গুৱালপাৰ।—"হেৰ বাবু! ঘোলেঁা এৰি দে। মই তোৰ আৰু কথা নুশুনো। মই যাৰ মানুহ তাৰ ওচৰলৈ আপোন খুচীতে গুচি যাম। তই গুচ! যা!

কৃপাবৰ।



# ৰৰবৰুৱাৰ আত্মসম্ভাষণ। (Soliloquy)

"To be or not to be,—that is the question :"
লগাম নে নলগাম মুৰ—এই হৈছে প্ৰশ্ন।
সঁচাকৈ হব নে ভাল এই মুৰটো পিন্ধি
পঢ়াশালিৰ ছাত্ৰৰ গালি খাই থকা ?
গোফ-ঠুটিৰা ডেকা-লৰাৰ "কাইব" ভাবে ভাবে
পঢ়ি অলাকলা হোৱা ? ভোটাতৰা সকলৰ
নিজগুণ বখনা বচনা ; "কৃটিক" বৃন্দৰ
সুগভীৰ "সম আলোচনা" পঢ়ি ঘিথোৱা মস্তক ?
লেপ্‌থেপ্‌ ভগা আথবেৰে কৰা ছপা
বাতৰি-কাকত পঢ়ি চকুক বধাটো ?
দেশোদ্ধাৰকাৰীসকলৰ হেলো-হেচো
কৰি টনা আসাম আইক, পঞ্চমখা
বুঢ়ী গাইক যেনে, শুনি চিয়ঁৰ, কাণৰ
কণামাকৰি সবোৱা ? অলভ্ৰাতাসকলৰ

অসমীয়াভাষা-প্ৰেম দেখি নয়ন জুৰোৱা ?
অথবা, খাওা-বাক ধৰি হুঙ্কাৰ গৰ্জ্জনে
পশি অৰাতিৰ দল কৰিম দলন ;
"হায় ৰে যেমতি" মত্ত মাতঙ্গ ভীমবলে
প্ৰবেশি কদলি বনে দলি কল কৰে জোল ?
"অথবা যেমতি" অশনি নিৰ্ঘোষে সুৰৰাজ
প্ৰহাৰি জীমুতবৃন্দ, কিম্বা হিমাদ্ৰিৰ তুঙ্গ শৃঙ্গ
খণ্ড খণ্ড কৰে ? অথবা বাৰিধি বক্ষে
উত্তাল তৰঙ্গমালা অভ্ৰংলিহ.কায়,
প্ৰলয় গৰ্জ্জনে কল্লোলি সংগ্ৰামে ?
কিম্বা আওমৰণেৰে মৰি আলিঙ্গিম মৃত্যু,
কাটি ডিঙি !—মৃত্যু ! চুপ ! চুপ ! মানে
নিদ্ৰা,—সন্তৰত বিকট সপোন !
ঘোৰ লেঠা ! হায় শিয়ঁৰি উঠিছে কলেবৰ !
নহলে, কোনে নো সহে হিংসকৰ হিংসা ?
কোনে খায় বিদ্ৰুপৰ বান ? কোনে সহে
দৌৰাত্ম্য দুষ্টৰ ? দম্ভীৰ বিষম দম্ভ ?
প্ৰণয়ৰ প্ৰত্যাখান ? আশাৰ নৈৰাশ ?
অযোগ্যৰ যোগ্যতা ভণ্ডামি ?
কোনে সহে ৰচনাৰ শুধৰণী, কবিতাৰ অপ্ৰকাশ,
আত্মগৰিমাত ফুলা সম্পাদক হাতে ?
ভাবি চিন্তি ইত্যাদি বিষয় হওঁ কাপুৰুষ;
নোৱাৰোঁ মৰিব সেইদেখি, সভাসদ !
সেই দেখি মূৰটো নিপিৰি, পেটক
ৰঢ়াব খোজোঁ। শুণ্ডনিলে নেদেখিলে নাই
লেঠা। ডাঙৰাই অসমে খাপিম পেট,
যেন উমানন্দ গিৰি ব্ৰহ্মপুত্ৰ মাজে।
——————চুপ। ৰ। কোন আহে ?—

বাণী যেন ৰৰৰকৰাণী আছিছে ইফালে।
সুন্দৰ মু'খনি যেন লখিমী প্ৰতিমা।
লুকাওঁ কবিতা মোৰ ; নতু ডাবি খাম।

কৃপাবৰ।

---

# সম্পাদকৰ চৰা।

## "আসাম, গোয়ালপাড়া এবং আসামী ভাষা।"

এই নামৰ ২০+১ পিঠীয়া পুস্তিকা এখন আমাৰ হাতত পৰিছে। পুস্তিকাখন "গোয়ালপাড়া হইতে প্ৰকাশিত।" গ্ৰন্থকৰ্ত্তাৰ নামৰ ঠাই——— এনে এডাল দীঘল মাৰিয়ে অধিকাৰ কৰিছে। ভিতৰৰ লেখা পাঢ় অনুমান হয়, আত্মগোপন কৰি মাৰি-যুক্ত পুস্তিকা প্ৰকাশ কৰোঁতাজন অসমীয়াৰ অন্নবস্ত্ৰে প্ৰতিপালিত আসাম-প্ৰবাসী বঙ্গালী, আৰু এই পুস্তিকা তেওঁৰ "হুতাশৰ নিশ্বাস" "আসন্নকালৰ বাণী" আৰু "তুলসী তলৰ চিপ"। শাস্ত্ৰত আছে, "শৰীৰে জৰ্জ্জৰীভূতে ব্যাধিগ্ৰস্থে কলেবৰে। ঔষধং জাহ্নবী তোয়ং বৈদ্যো নাৰায়ণো হৰি ॥" সময় বুজি জাহ্নবী-জল আৰু নাৰায়ণত শৰণাপন্ন নহৈ কিয় তেওঁ সস্তা চিয়ঁাহী আৰু কাকতৰ শৰণাপন্ন হল কব নোৱাৰোঁ। কিতাপখনত ভৰাই দিয়া কথাবোৰ আজি ২০।২৫ বছৰ ব্যাপি ইমানকৈ ঘূণুলা-পছুলা কৰি আলচ কৰা হৈছে আৰু মাহচেৰেকৰ আগেয়ে সেইবোৰ পাচীত ভৰাই ৰুল-তলত এনেকৈ পেলোৱা হৈছিল, যে কোনবাই আকৌ সেইবোৰ গোটাই ভিতৰ সুমাৰ বুলি আমি নাভাবিছিলোঁ। কিতাপখনৰ আৰম্ভনতে আছে 'আসামী-ভাষাৰ উন্নতি সাধন উদ্দেশ্যেই হউক, অথবা বাঙ্গালী হইতে পাৰ্থক্য ৰক্ষাৰ অভিপ্ৰায়েই হউক, গোয়ালপাড়া জিলায় আসামী ভাষা প্ৰচাৰ ও প্ৰচলন জন্য অভিনব এক আন্দোলন উপস্থিত হইয়াছে।" ইয়াৰ লগতে—ৱাৰণক মাৰিবলৈকে হওক, বা সীতাক উদ্ধাৰ কৰিবলৈকে হওক, অথবা মাছ মাৰিবলৈকে হওক বা পানী ঘোলা কৰিবলৈকে হওক—এই দুষাৰ কথা লগাই দিয়াহেঁতেনও আমাৰ আন্দোলনৰ উদ্দেশ্যটো কিজানি তেওঁ স্পষ্ট কৰি উলিয়াই দিব পাৰিলে-

হৈছেন। গুৱালপাৰৰ হিতসাধক লেখকে গুৱালপাৰত অসমীয়া চলিলে সি "স্থানীয় শিক্ষা এবং সামাজিক অবনতিৰ কাৰণ হইবে" এই আতঙ্কত আতঙ্কিত হৈ আসামৰ পুৰাতত্ত্বৰ দুৱাৰ উদ্ঘাটন কৰি, জনচেৰেক গুৱালপৰীয়া আৰু গৌৰিপুৰীয়া পণ্ডিতে ভাটপাড়াত নিয়া কৰাৰ কথা, আৰু এজন কি দুজন গুৱালপৰীয়া শিক্ষিত লোক গুৱালপাৰত অসমীয়া চলাৰ পক্ষপাতী নহয় বুলি কৈ পুৰাতত্ত্বৰ দুৱাৰখন মাৰি তাত বাহুলি-সঁচাৰ লগাইছে। তেওঁক চমুকৈ আমি কৈ দিওঁ যে আসাম মানে অকল সদীয়াৰপৰা হাজিৰাচকিলৈকে, আৰু অসমীয়া ভাষা মানে অকল আহোম-ৰাজ্যৰ ভাষাকে আমি নুবুজোঁ। আসাম মানে আমি পুৰণি কামৰূপ ৰাজ্য আৰু অসমীয়া ভাষা মানে গোটেই কামৰূপ ৰাজ্যৰ প্ৰধান ভাষা বুজোঁ; তেহেলৈ আমাগৰ চাই-চাপৰ আজি কালি যিমানেই লৰচৰ হওক। এইদেখি আমি গুৱালপাৰক আমাৰ মুঠিৰ ভিতৰৰপৰা এৰি দিব নোখোজোঁ আৰু তাতে ৰাখিবলৈ প্ৰাণ টাকি যুঁজিম। তেওঁক খোলাখুলিকৈ কওঁ যে আমাৰ হাতৰ মুঠিটো কোনো মাৰি কাটি নিদিলে সেই বজ্ৰলেপ মুঠি কেতিয়াও মেল নাখায়। আমি নৰীয়া পৰি পাটীৰ পৰা উঠিব নোৱাৰা হৈ থাকোঁতেই আমাৰ ৰংপুৰ কোচ-বেহাৰ আদি আমাৰ হাতৰপৰা গল। "আপৎকালেহ্যুপস্থিতে অৰ্দ্ধং ত্যজতি পণ্ডিতঃ।" সেইদেখি যি হল হল, এতিয়া আমি অগত্যা "অৰ্দ্ধেন কুৰুতে কাৰ্য্যং" অৰ্থাৎ বাকী আধাৰেহে কাৰ্য্য কৰিম, আৰু তাৰ সূচ্যগ্ৰ পৰিমিতো এৰি নিদিনলৈ কৃতসঙ্কল্প হৈছো তেওঁলোকে জানিব। গুৱালপাৰ অসমীয়া হৈ থাকিলে নিৰ্ব্বংশ হব, আৰু বঙ্গালী হৈ থাকিলে তাৰ "ধনে পুত্ৰই লক্ষ্মী লাভ হব" এই কথাৰ ভয় আৰু লোভ লেখকে যিমানকে দেখুৱাওক, আমাৰ জনা শুনা বিবেচক গুৱালপৰীয়াসকলে তাৰ মানে বুজিবলৈ আৰু বাকী নাই। সৰহ নালাগে ৰংপুৰীয়া কোচবেহেৰী-য়াই নিজৰ মাত কথা আৰু যথাসৰ্ব্বস্ব এৰি বঙ্গালী হৈয়েই বা কি সোণৰ সোলেংটো পাইছে, সেইটোও তেওঁলোকে দেখিছে। লাজৰ ভিতৰত কোচ-বেহাৰ ৰংপুৰে যে শ্যামৰ কুল ৰাধাৰ কুল দুই কুলকে হেৰুৱালে সেইটোও তেওঁলোকে দেখিছে। বাহিৰত বঙ্গালীৰ সমাজত কোচবেহেৰীয়াই যিমানকে সভ্য বঙ্গলা মাত মাতক, ঘৰত তেওঁৰ বোৱাৰী জীয়ৰী ভনী মাহী পেহীয়ে হেনাহচা অসমীয়া মাত মাতিয়েই আছে, মাতিয়েই থাকিব, অসমীয়া মতে খাব খায়েই আছে,

থাৱেই থাকব। অসমীয়া আচাব ব্যৱহাৰ তেওঁলোকে নেবে আৰু সততাই এৰিব নোৱাবে ও। লাভৰ ভিতৰত আজিকালি আচল শিক্ষিত বঙ্গালীৰ দুজন চাৰিজনে নিজৰ উদাৰতা নাইবা ফুটংগিৰি দেখুৱাবলৈ তেওঁলোকক ঘিয়ানকে "মিছে আমাৰ আমাৰ" কৰক, বঙ্গালীৰ আচল ভিতৰুৱা সমাজত তেওঁ-লোকলৈ ঠাই নাই. আৰু তাত তেওঁলোক বঙ্গালবো আওবঙ্গাল এইটো ধুৰুপ। নিজৰ এৰি পৰৰ কাণে হাত মেলিলে এনে দশা সদায় হয়। সেইদেখি বুঢ়ালোকে কয়, পৰত আশ। বনত বাস॥" গুৱালপাৰাৰ ফালৰ সৰহ ভাগ শিক্ষিত লোকৰ আজিকালি চকু গজিছে, তেওঁলোকে বঙ্গালী হবলৈ গৈ সেই সমাজৰ "লাষ্ট ক্লাচত" থাকি আৰু তেওঁলোকৰ আত্মসন্মানৰ হানি কৰিব নোখোজে। তেওঁলোকে দেখিছে, যে তেওঁলোকে নিজৰ ঘৰতে নিজৰ সমাজতে সকলো পিনে অসমীয়া হৈ থাকি অসমীয়া সমাজত প্ৰধান ঠাই অধিকাৰ কৰিব পাৰে। গুৱালপাৰাৰ ফালৰ জমীদাৰ কেইজনে এতিয়া স্তালকৈ দেখিবলৈ পাইছে, যে অনাহকতে তেওঁলোকে বঙ্গালী হবলৈ গৈ লাভৰ ভিতৰত বঙ্গালী জমীদাৰসকলৰ পংক্তিৰ শেহত ঠাই পায়, কাৰণ তেওঁলোকৰ নিচিনা আয় থকা জমীদাৰ কলিকতাৰ গলিয়ে গলিয়ে তিনি-ত্ৰিকা-ন-টা কৈ; অথচ তেওঁলোকে নিজৰ ঠাই আসামত অসমীয়া হৈ থাকি শীৰ্ষস্থান অধিকাৰ কৰিব পাৰে। সেইদেখি "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মং ভয়াবহং" এই কথাৰ সাৰমৰ্ম্ম তেওঁলোকে বুজিছে।

কিতাপখনত অনেক অদ্ভুত যুক্তি আছে, সেইবোৰৰ উত্তৰ দিবলৈ যোৱাটো সময়ৰ অপব্যৱহাৰ মাথোন। তেওঁৰ এটা যুক্তি, গুৱালপাৰা অসমৰ ভিতৰুৱা কেতিয়াও নাছিল, সদায় বঙ্গদেশৰ ভিতৰুৱা আছিল, সেইদেখি সি অসমীয়া নহয়। এই কথা যদিও সঁচা নহয়, তথাপি ধৰক, আমি তেওঁৰ কথাকে মানি লৈ, তেওঁকো আমাৰ কথা এটা মানিবলৈ কওঁ, কাৰণ সি ঐতিহাসিক সত্য,—ৰংপুৰ মৈমনসিংহৰ এডোখৰকে আদি কৰি ঠাই পুৰণি কামৰূপৰ ভিতৰত চিৰকাল আছিল, কাৰ ভিতৰত আছিল, সেইদেখি সেই ঠাইবোৰ তেওঁলোকৰ যুক্তি মতে অসমীয়া ভাষাক তেওঁলোকে এৰি দিয়া উচিত। আজিকালি দুইখন বঙ্গ দুই গৱৰ্ণমেণ্টৰ তলত, সেইদেখি তেওঁৰ যুক্তিমতে দুই বঙ্গৰ ভাষা পৃথক হোৱা উচিত।

গ্ৰন্থকৰ্ত্তাই তেওঁৰ কিতাপৰ ৮ম পিঠিত লেখিছে— "তবে আমৰা একথা দৃঢ়তাৰ সহিত বলিতে পাৰি যে, বাঙ্গালা এবং আসামীয়া এই উভয় ভাষাৰই মূল ভিত্তি বা উৎস এক সংস্কৃত ভাষা। আহোমদিগেৰ আগমনেৰ পূৰ্ব্বে কামৰূপ যখন আৰ্য্যদিগেৰ আগমনে সমুন্নত ছিল, তৎকালে এই প্ৰদেশে যে সংস্কৃত ভাষাৰ চৰ্চ্চা ছিল, তদ্বিষয়ে কাহাৰও সন্দেহ নাই। সেই সংস্কৃত ভাষা হইতে প্ৰথমে যে প্ৰাদেশিক ভাষা প্ৰচলিত হয়, সাধাৰণ কথায় তাহাকে কামৰূপী ভাষা বলে। কাল সহকাৰে সেই কামৰূপী ভাষাৰ সহিত আহোম এবং পাৰ্শ্ববৰ্ত্তী আকা, ডফলা, মিৰি, মিসমি, নাগা, খাসীয়া ও গাৰো প্ৰভৃতি পাৰ্ব্বত্য অনাৰ্য্য জাতিৰ ভাষাৰ সংমিশ্ৰনে বৰ্ত্তমান আসামী ভাষাৰ সৃষ্টি ও পৰিপুষ্টি হইয়াছে। পক্ষান্তৰে যে সময়ে পাল এবং কোচ ৰাজাৰা এপ্ৰদেশে একাধিপত্য কৰিতেছিলেন, সে সময়ে ৰাজভাষা বাঙ্গালা থাকাতে, এবং উত্তৰ পূৰ্ব্ববঙ্গ আসাম সহ এক ৰাজ্যভুক্ত থাকায় এতদ্দেশে বাঙ্গালা ভাষাৰ সমধিক প্ৰচলন স্বাভাবিক এবং স্বতঃসিদ্ধ।" ইয়াৰ দ্বাৰাই তেওঁ কামৰূপত (আসামত) কামৰূপীয়া (অসমীয়া) ভাষাৰ প্ৰাচীনতা আৰু অগ্ৰীয়তা স্বীকাৰ কৰিছে আৰু পিছত কোচ পাল ৰজাৰ দিনত হে বঙ্গলা ভাষা সোমোৱাটো বুলি কৈছে। আমি কওঁ তেনেহলে দেখোন তেওঁৰে সৈতে আমাৰ মতৰ সৰহ ভাগ অমিল গুচিলেই; পিছত intruder বঙ্গলা ভাষাই এতিয়া আমাৰ গুৱালপাৰ এৰি নিজৰ দেশলৈ উভতি গলেই তেওঁক আমি "জলযোগ" কৰাই "হেণ্ডচেক" কৰি সন্মান কৰি বিদায় দিব পাৰোঁ। গ্ৰন্থকৰ্ত্তাৰে সৈতে আমাৰ যি অলপ অমিল দুলিছো তাকো উনুকিয়াওঁ। অসমত ৰাজত্ব কৰা পাল ৰজাসকল অসমীয়া ৰজা হে, তেওঁলোক বঙ্গদেশীয় পাল ৰজাৰ পালৰ ভিতৰৰ নাছিল। অসমৰ পাল ৰজাসকল অসমীয়া ৰজা, আৰু বঙ্গদেশৰ পাল ৰজা সম্পূৰ্ণ সুকীয়া। কোচ ৰজাসকল বঙ্গালী নহয়, অসমীয়া; আৰু কোচবেহাৰো অসমীয়া; তেহেলৈ "জোৰ-যাৰ-মলুক-তাৰে" যি লাগে কওক। আৰু এটা কথা লেখকে কৈ কাঢ়িছে, যে "কামৰূপে প্ৰচলিত সংস্কৃত ভাষা হইতে প্ৰথমে যে প্ৰাদেশিক ভাষা প্ৰচলিত হয়, সাধাৰণ কথায় তাহাকে কামৰূপী ভাষা বলে।" তোমালোকৰ বঙ্গদেশতো সেইদৰে পুৰণি প্ৰচলিত সংস্কৃত ভাষাৰ পৰা ওলোৱা বঙ্গভাষা চলি আছে, চলি থাওক, তাক তেনেহলে আমাৰ নামনি-আসামলৈ টানি আনি আমাৰ কামৰূপী ভাষাক অৰ্থাৎ অসমীয়া ভাষাৰে সৈতে

সানি-পুটকি মিহলাই এটা ৰংপুৰীয়া খিচিৰি ব্যক্তিৰ সকাম কি? উজনিৰ কালে যেনেকৈ কামৰূপীয়া ভাষাই "আহোম, এবং পাৰ্ব্বত্য আকা, ডফলা, মিৰি, মিচিমি, নাগা, খাচীয়া ও গাৰো প্ৰভৃতি পাৰ্ব্বত্য অনাৰ্য্য জাতিৰ ভাষাৰ সংমিশ্ৰনে বৰ্ত্তমান আসামী ভাষাৰ সৃষ্টি ও পৰিপুষ্টি হইয়াছে" তাতীৰ ফলেও সেইদৰে সি ওচৰচুবুৰীয়া বঙ্গলা ভাষাৰে অলপ-অচৰপ সানমিহলি হৈছে। বঙ্গদেশৰ বঙ্গলা ভাষাও তাৰ উত্তৰ দক্ষিণ পূব পচিম সীমান্ত তেনেকৈ উৰিয়া, মেকৰা, চাওঁতালী আদি ভাষাৰে সানমিহলি হৈছে, সেইবুলি বঙ্গভাষাক তেওঁ সেই সেই কালে চাওতাল আৰু উৰিয়াৰ হাতলৈ এৰি দিব নে? আগেয়ে মেদিনীপুৰক তেওঁ উৰিয়া হবলৈ এৰি দি তাৰ পিছত গুৱালপাৰক সামৰিলে হে দখিবলৈ ভাল হয়। উজনিত কামৰূপীয়া ভাষাই হাতৰ কাষতে পাই যেনেকৈ খাৰ আৰু "উহুঁৱা" খাবলৈ শিকিছে, তাতোঁ কামৰূপীয়া ভাষাই সেইদৰে হাতৰ কাষতে পাই কেকোৰাৰ ঘণ্ট আৰু গুপলিৰ জোল খাবলৈ শিকিছে। বঙ্গভাষাইও সেইদৰে মেদিনীপুৰৰ কালে শুকান মাছত জাল আৰু টেঙা দি ৰন্ধা খাই "বসমতী কোত্তি যাউছি" পাবলৈ শিকা নাই জানো? সেইবুলি এওঁলোক যে একেবাৰেই জাতিচ্যুত হল, এনে ব্যৱস্থা কৰিব ব্যৱস্থাশাস্ত্ৰ পৰাশৰসংহিতাত বিচাৰি পাবলৈ নাই। মনুৰ মতে "ধেনৈৰক মূল্যং" দি ওপৰত কোৱা ক্ষুদ্ৰ পাতকৰ বাবে এওঁলোকক পৰাচিত্ত কৰিলেই নহব জানো? ক্ষুদ্ৰ পাতকতে এওঁলোকক সেই সেই ঠাইৰ মানুহে "নিকা" কৰি নাম সলাই লবলৈ দিয়াটো উচিত হব নে?

আৰু এটা কথা কৈ আমি আমাৰ কথাৰ ওৰ পেলাম। লোকসংখ্যালৈ গ্ৰন্থকৰ্ত্তাই ইমানকৈ আস্ফালন নকৰিলেই বা। এই যুক্তি বা অযুক্তি শুনি আৰু তাৰ উত্তৰ দি দি আমাৰ আমনি লাগিল আৰু। এই যুক্তিমতে চুইজাৰ্লেণ্ড আৰু বেলজিয়ম য়ুৰোপত আজিও স্বকীয়া হৈ থকাটো সমুলি উচিত হোৱা নাই। কিন্তু আছে; থাকিবও। অদৃষ্ট!

শেহত কওঁ, কামৰূপী ভাষা পূৰণি কালত প্ৰচলিত সংস্কৃতৰূপৰ ওলোৱা স্বকীয়া ভাষা বুলি কিৰূপ লেখোঁতাই সৈ কাঢ়িছে যেতিয়া তেওঁৰ মকৰ্দ্দমা "ডিচ্‌মিচ্‌"।

---

# চিঠি।

———:॰:———

"শ্ৰীযুত উষা সম্পাদক মহাশয়, বিহিত সন্মানপূৰ্ব্বক নিবেদন" *

"চতুৰ্থভাগ তৃতীয় সংখ্যা উষাত "হেমকোষ আৰু বাঁহী" নামে প্ৰবন্ধত "শ্ৰীচন্দ্ৰধৰ শৰ্ম্মা" নামেৰে এজনে লেখিছে, তেওঁ হেনো বাঁহীৰ বৰ্ণাশুদ্ধি ধৰি এখন খোলা চিঠি, সপ্তম সংখ্যা বাঁহী ওলোৱাৰ পিছতে বাঁহীত ছপাবলৈ পঠিয়াছিল. সেই চিঠি বাঁহীত নোলাল। আপুনি আপোনাৰ "ফুটনোটত" লেখিছে—"পিচে, লিখোঁতাই এই বিষয়ৰ প্ৰবন্ধ এবাৰ বাঁহীলৈ পঠিয়াই হতাশ হোৱাত হে তেওঁলৈ উষাত ঠাই উলিয়াব লগা হল।" আমি খাতাংকৈ কওঁ যে এইজন লেখকৰ সেই বিষয়ে কোনো লেখা আমি আজিলৈকে পোৱা নাই।

এই লেখকৰ নামেৰে এজনে তৃতীয় ভাগ ১১শ সংখ্যা উষাত লেখিছিল (৩০৩,৩০৪ পিঠি) যে আনন্দৰাম বৰুৱাই এখন বৃহৎ অসমীয়া অভিধান লিখিবলৈ হাতত লৈছিল। "তেওঁ সেই অভিধান লিখিবলৈ আৰম্ভ কৰা বহিৰ পাতেপতি এটাকৈ মাথোন শব্দৰে সৈতে পোটাচেৰেক পাত হাতত পৰা মাত্ৰকে অসমীয়া ভাষাৰ পৰম বন্ধু শ্ৰীযুত পদ্মনাথ বৰুৱা আৰু শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙ্গৰীয়াদ্বয়ে চকু-লো টোকাৰ কথা আমি ভালকৈ জানো।"

"হেমকোষ আৰু বাঁহী" প্ৰবন্ধ লেখোঁতায়ে যদি ওপৰত তুলি দিয়া কথাবো লেখক হয় তেন্তে আমি তেওঁৰ কথাৰ মূল্য বুজিবলৈ টান নাপাওঁ; কাৰণ সেই কথা সমূলি অসত্য। আনন্দৰাম বৰুৱাই কেতিয়াও অসমীয়া ভাষাৰ

---

* চতুৰ্থ ভাগ, চতুৰ্থ সংখ্যা, পুহ (!!) যাহৰ উষা আজি চাৰি মাহত আমাৰ হাতত পৰাত তাত আমাৰ চিঠিখন দেখা নাপালোঁ। জীৱনী উষাৰ "যথাসময়"ৰ সীমা আমাৰ জীৱদ্দশাতে দেখিবলৈ পাম নে নেপাওঁ কব নোৱাৰোঁ। হেলিৰ ধূমকেতুৰ কক্ষৰ নিচিনা যদি হে তাৰ কক্ষ হয় তেন্তে তালৈ বাট চালে আমাৰ এই পাতত-পৰা চিঠি ভুগৰি গৈ পৰি থকাৰ হোৱাৰ সম্ভৱ দেখি অগত্যা তাক আমাৰ দুখীয়া বাঁহীৰ এচুকতে ঠাই দিলোঁ। বাঁহী সম্পাদক।

অভিধান লেখিবলৈ হাতত লোৱা নাছিল। দ্বিতীয়ত, এনে মাতৃভ-নাক্রন্ত কথা লৈ কেতিয়াও আমি শ্ৰীযুত পদ্মনাথ বৰুৱা ডাঙৰীয়াৰে সৈতে গোটখাই কন্দা নাই। এই কথা অকিঞ্চিৎকৰ বুলি আমি ইমান দিনেও তাৰ প্ৰতিবাদ কৰা নাছিলোঁ; আজিও তাৰ উল্লেখ নকৰিলোঁহেঁতেন, কিন্তু তেওঁৰ এনে গড়ৰ কথাৰ জোখ ক্ৰমে বাঢ়ি আহিছে দেখি হে তাক কোৱাটো উচিত যেন দেখিছোঁ। আমি শুনিছোঁ যোলে এই ন লেখকজন গুৱাহাটীৰ কটন কলেজৰ ছাত্ৰ। যদি হে সঁচা, তেন্তে কুমলীয়া মনৰ ছাত্ৰৰ এনে অভ্যাস তেওঁৰ ভবিষ্যত জীৱনৰ পক্ষে কি ভয়ানক! "হেমকোষ আৰু বাঁহী" প্ৰবন্ধৰ ভিতৰত থকা কথাবোৰৰ প্ৰতিবাদ আমি নকৰোঁ।।

১১।২।১১ ) হাওড়া। ) বিনীত শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা। বাঁহী সম্পাদক।

"শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, "বাঁহী" সম্পাদক মহাশয়!

আপোনাৰ ১১ ২.১১ তাৰিখৰ পত্ৰ আৰু "উষাত" ছপাবলৈ দিয়া চিঠি পোৱা হৈছে। চিঠিখন যথা সময়ত "উষা"ত প্ৰকাশ কৰা হব। ইতি

তেজপুৰ, ৩ ফাল্গুণ, ১৮৩২ শক। } বাধ্য শ্ৰীপদ্মনাথ বৰুৱা, "উষা" সম্পাদক।

---

# চমু মন্তব্য।

---

"গৌহাটি বঙ্গ সাহিত্যানুশীলনী সভাৰ প্ৰথম বৰ্ষেৰ কাৰ্য্য বিবৰণী।" [ফাল্গুণ ১৩১৫-চৈত্র ১৩১৬] আসাম গৌৰীপুৰাধিপতি অনাৰেবল ৰাজা শ্ৰীযুত প্ৰভাতচন্দ্ৰ বড়ুয়া বাহাদুৰেৰ অৰ্থ সাহায্যে, ঢাকা শান্তি প্ৰেসে, শ্ৰীনগেন্দ্ৰনাথ সেন দ্বাৰা মুদ্রিত ও গৌহাটি বঙ্গ সাহিত্যানুশীলনী সভা হইতে সম্পাদক কৰ্ত্তৃক প্ৰকাশিত। ১৩১৭।" সভাৰ উদ্দেশ্য "যাহাতে বাঙ্গালা ভাষা ও সাহিত্য

বিষয়ে বঙ্গভাষানুৰাগী ব্যক্তিগণেৰ আসক্তি বৰ্দ্ধিত হয় এবং যাহাতে বাঙ্গলা সাহিত্যেৰ পৰিপুষ্টি হয় তদৰ্থে যত্ন কৰাই এই সভাৰ মুখ্য উদ্দেশ্য।"

সভাৰ উদ্দেশ্য সিদ্ধি হওক, আৰু জীৱন দীঘল হওক, ঈশ্বৰৰ ওচৰত আমাৰ এই প্ৰাৰ্থনা।

আমাৰ গুৱাহাটীয়া অ, ভা, উ, সা, সভাইও এই সভাৰ নিচিনাকৈ কাম কৰিলে আমি বৰ সন্তোষ পাম। এই বঙ্গালী সভাৰ অসমীয়া সভ্যসকলে এই সভাৰপৰা পোৱা উৎসাহ আৰু কাম কৰিব পৰা ক্ষমতা লৈ সে তেওঁ-লোকৰ নিজৰ অ, ভা, উ, সা, সভাত সুমালে দেখিবলৈ শুনিবলৈ কেনে ভাল হয়। আমি সুচাওঁ যে তেওঁলোকে তেওঁলোকৰ অ, ভা, উ, সা, সভা নিয়মিত মতে মাহেকত দুবাৰকৈ পাতি তাত অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে বক্তৃতা দিয়ক, আৰু ৰচনা পাঠ কৰক। সভাই গোটেই আসামৰপৰা পঁচা তুলি এটা ধনৰ ভঁৰাল পাতি পুৰণি অসমীয়া গ্ৰন্থকাৰসকলৰ পুথি এখন এখনকৈ ছপাই উলিয়াওক। অসমীয়া ভাষাত এখন সাদিনীয়া বাতৰি কাকত উলিয়াবৰ দিহা কৰক। হেমকোষ পৰিবৰ্দ্ধিত আৰু পৰিশোধিত কৰি ডাঙৰ কৰক। "নভুৱা জীৱন্তি চ ম্ৰিয়ন্তে চ মাদৃশাঃ ক্ষুদ্ৰ জন্তৱঃ" অৰ্থাৎ বাহীৰ সম্পাদকৰ নিচিনা ক্ষুদ্ৰ প্ৰাণীৰ কিমানো জনম আৰু মৃত্যু হব লাগিছে, তেনে ঘ.টৰ নাটকৰা হৈ মৰি জী শুদাতে হায়ৰাণ হৈ থাকিবৰ সকাম? তেওঁলোকৰ সভাৰ বছেৰেকীয়া কাৰ্য্য বিৱৰণী ছপাবলৈ খৰচৰ নাটনি পৰিলে তেওঁলোকে আমাৰ অসমীয়া ৰজা বাহাদুৰ অমৰেবোল শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱাৰ ওচৰত হাত পাতিলে ৰজা বাহাদুৰে নিজৰ মাতৃভাষাৰ মঙ্গলৰ অৰ্থে সভাক নিশ্চয় নৈৰাশ নকৰে। সি যি হওক সম্প্ৰতি আমাৰ এই সভাই শঙ্কৰদেৱৰ বিষয়ে কাম হাতত লোৱা দেখি আমি আনন্দিত হৈছোঁ। সভাই আৰু কাম কৰক এই আমাৰ আশা।

অসমীয়া কৃষি বচন। প্ৰথম ভাগ। শ্ৰীযুত নাৰায়ণ শৰ্ম্মা বৰুৱাৰ দ্বাৰাই প্ৰণীত আৰু প্ৰকাশিত। কিতাপখন পাই আমি সন্তোষ পাইছোঁ। আশা কৰোঁ। কৃষি-বচনবোৰৰ দ্বাৰাই অসমীয়া মানুহৰ উপকাৰ হব। গ্ৰন্থকাৰে কৰা "Rain Table for 1911 আমি পাই তেওঁৰ শলাগ লৈছোঁ। গ্ৰন্থকাৰে অস-মীয়াৰ খেতিৰ হকে অনেক কৰিছে। তেওঁ সকলো অসমীয়াৰ শলাগৰ পাত্ৰ।

"কামৰূপ অনুসন্ধান স্থাপনৰ নিমিত্তে সাধাৰণ সভাৰ প্ৰথম অধিবেশন। ১৩১৭ বাং চন ২১ আষাঢ়।"=এই সভাৰ কাৰ্য্যবিবৰণী পাই আমি সন্তোষ পাইছোঁ। সভাৰ উদ্দেশ্য (১) এটি ধনৰ ভঁৰাল পতা। (২) "দৰং কামৰূপ আৰু গোৱালপাৰা এই তিনিখন জিলা বৰ্ত্তমান অসমীয়া ভাষাৰ চৰ্চ্চা সম্বন্ধে অমনোযোগী, এতেকে এও বিলাকৰ ভিতৰত অসমীয়া ভাষাৰ শিক্ষা বিস্তাৰ; সাহিত্য, দৰ্শন, বিজ্ঞান, আয়ুৰ্ব্বেদ প্ৰভৃতি বিষয়ৰ চৰ্চ্চা, সৰ্ব্বসাধাৰণৰ ভিতৰত উন্নত বৈজ্ঞানিক পদ্ধতি অৱলম্বন কৰি যাতে শিল্প, কৃষি, বাণিজ্য প্ৰভৃতিৰ উন্নতি কৰিব পাৰি তাৰ উপায় উদ্ভাৱন, মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হোৱা উপযুক্ত দুখীয়া লৰাবিলাকৰ উচ্চশিক্ষা বিষয়ে সাহায্যদান; অসমীয়া ভাষাৰ উন্নতিসাধন; আৱশ্যকীয় পুৰণি পুথিবিলাক ছাপা কৰি, কি আইন কোনো উপায় অৱলম্বন কৰি ৰক্ষা কৰা, হোমকোৰত নোহোৱা অথচ দেশত থকা শব্দবিলাক যাতে লোপ পাই নাযায় সেই নিমিত্তে অভিধান প্ৰণয়ন কিম্বা আইন কোনো উপায় অৱলম্বন; এই তিনি জিলাৰ আপামৰ জনসাধাৰণৰ অসমীয়া ভাষাৰ প্ৰতি অনুৰাগ বৃদ্ধি কৰিবৰ নিমিত্তে পোন প্ৰথমে এখন স্বতন্ত্ৰ মাহেকীয়া কাকতৰ আৱশ্যক।" ইত্যাদি। আমাৰ নামনি-আসামৰ বন্ধু সকলৰ আগ্ৰহ আৰু উছাহ দেখি আমি আনন্দত পুলকিত হৈছোঁ। তেওঁ-লোকৰ উদ্দেশ্য মহৎ। আমি এহাতুধীয়াভাৱে ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ যেন তেওঁলোকৰ যতন সফল হয়, আৰু উৎসাহ কিছুদিনৰ পিছত চেঁচা পৰি নাযায়; কৰণ, তেওঁলোকৰ হাতত গুৰুতৰ কাৰ্য্যভাৰ; হেনে কাৰ্য্য সিদ্ধি কৰাটো ভমক্ কৰে এবাৰ জ্বলি উঠি অলপৰ পিছতে নুমাই যোৱা উছাহ-জুইৰ কাম নহয়, তাক ভপতাই ৰাখিবলৈ নাগ-মাৰিৰ তাক-জুই লাগে, আৰু দিনে ৰাতিয়ে সেই জুইৰ তাপ সমানে ৰখিবলৈ, পাল পাতি সদাই থাকি "বইলৰত" নাগমাৰি মাৰি থাকিবলৈ তেওঁলোক সাজু থাকিব লাগিব।

এই সভাৰ সভাপতি আমাৰ শ্ৰদ্ধাস্পদ বন্ধু অনেৰেবোল শ্ৰীযুত ৰায় ভুবনৰাম দাস বাহাদুৰ। তেওঁৰ নিচিনা উদ্যোগী পুৰুষৰ হাতত ৰৈভিবা এই সভাৰ গুৰি-বঠা, সভাৰ উদ্দেশ্য সিদ্ধি হব বুলি আমি আশা কৰিছোঁ।

---

# পুৰণি আসামত ভুমুকি।

( ৩ )

এতিয়া হিমালয়ৰ নো কোন ভাগ স্বৰ্গ ইয়াক উলিয়াবলৈ বেছি খেপিয়াব নালাগে। পঞ্চপাণ্ডৱৰ বনবাসৰ কালত অৰ্জ্জুন অস্ত্ৰ শিক্ষা কৰিবলৈ গৈ ইন্দ্ৰপুৰীত থাকোঁতে যুধিষ্ঠিৰাদি বাকি চাৰি ভ্ৰাতৃ দ্ৰৌপদীয়ে সৈতে ভাৰত-বৰ্ষৰ সকলো তীৰ্থ ভ্ৰমণ কৰি শেষত অৰ্জ্জুনক বিচাৰি স্বৰ্গলৈকো যায়। যুধিষ্ঠিৰ যোৱা বাটটি অলপ মন দি চালেই দেখা যায় যে অসমৰ ওপৰত সীমা দিয়া ভ গৰেই নাম স্বৰ্গ। যুধিষ্ঠিৰৰ তীৰ্থ পৰ্য্যটনৰ বৃত্তান্তটি ভাৰতৰ বনপৰ্ব্বৰ ৯৫ অধ্যায়পৰা ১৬৩ আধ্যায়লৈকে আছে। তেখতসকল যোৱা বহুত ঠাইৰ পুৰণি নাম লুপ্ত হৈ ন নাম হোৱাত আৰু একে নামৰে বহুত ঠাই থকাত সকলো ঠাইৰ চিন ধৰা অসম্ভৱ; কিন্তু যিবিলাক ঠাইৰ নাম সলনি হোৱা নাই আৰু সকলোৰে জনা শুনা প্ৰখ্যাত, সেইবিলাক নামৰ সহায়েৰেই উদ্দেশ্য সফল হয়; সেইদেখি অচিনাকি ঠাইবিলাকৰ নাম ইয়াত এৰি দিয়াই যাব।

মহাৰাজ যুধিষ্ঠিৰ হস্তিনাপুৰৰপৰা বাজ হৈ প্ৰথমে কাম্যবনত থাকে, তাৰ পৰা নৈমিষাৰণ্যলৈ গৈ পূৰ্ব্বাভিমুখে গৈ গৈ গোতীৰ্থ, প্ৰয়াগ, গয়া, আদি তীৰ্থ ভ্ৰমণ কৰি পিছত হেমকুট বা ঋষভ পৰ্ব্বত পায়। ঋষভ পৰ্ব্বতৰ ওচৰতে নদীত স্নান কৰি পিছত কৌশিকী নদী পায়। ভাৰতৰ উদ্যোগ পৰ্ব্বৰ ১১১ আধ্যাত পোৱা যায় যে ঋষভ পৰ্ব্বত সাগৰৰ সমীপত; সাগৰ যে সেই কালত দিনাজপুৰ আৰু পুৰ্ণিয়াৰ আধাআধিলৈকে বিস্তৃত আছিল আগেয়েই দেখুওৱা হৈছে। তেনেহলে সাগৰ আৰু কৌশিকী নদীৰ ওচৰৰ চিক্কিমে সৈতে নেপালৰ কিছুত গৰে নাম ঋষভ পৰ্ব্বত। কৌশিকী নদীত স্নান কৰি তাৰপৰা দক্ষিণলৈ গৈ গঙ্গাসাগৰ-সঙ্গমত স্নান কৰি সমুদ্ৰৰ পাৰে পৰে গৈ কলিঙ্গ দেশ পায়। তাত বৈতৰণী নদীত স্নান কৰি মহেন্দ্ৰ পৰ্ব্বতত পৰশুৰামৰে সৈতে দেখা কৰি বিন্ধ্য পৰ্ব্বত ঘুৰি গোদাবৰী নদী, দ্ৰাবিড় দেশ, অগস্ত্য তীৰ্থ আদি পৰ্য্যটন কৰি প্ৰভাস তীৰ্থলৈ যায়; তাতে শ্ৰীকৃষ্ণই, ৰাম, প্ৰদ্যুম্ন, সাম্ব সাত্যকি আৰু আন আন বৃষ্ণিবংশীয়সকলৰে সৈতে গৈ যুধিষ্ঠিৰক দেখা কৰে।

যুধিষ্ঠিৰ প্ৰভাসৰপৰা বিদৰ্ভ নগৰলৈ গৈ পয়োষ্ণী নদীৰ পাৰতে কিছু দিন থাকে। তাৰপৰা নৰ্ম্মদা, যমুনা, স্বৰস্বতী আদি তীৰ্থ-ঠাইবিলাকলৈ গৈ সিন্ধুনদী পায়গৈ। যুধিষ্ঠিৰক তীৰ্থ দেখুৱাই ফুৰা লোমশ ঋষিয়ে যুধিষ্ঠিৰাদিক তাৰে পৰা কাশ্মীৰ দেখুৱায়। এতিয়া দেখা গল, ভগবান কৃষ্ণদ্বৈপায়নে যুধিষ্ঠিৰক কাম্যকবনৰপৰা উলিয়াই, প্ৰয়াগ আদি তীৰ্থ ফুৰাই, কৌশিকীৰ পাৰে পাৰে নিয়াই, কলিঙ্গ, দ্ৰাবিড়দেশ, সিন্ধুনদী আদি ফুৰাই কাশ্মীৰ দেখুৱাই, গোটেই ভাৰতবৰ্ষখন ফুৰালে; কিন্তু অসমৰ সীমা কৰতোয়া তো পাৰ নকৰালেই, প্ৰাগ্‌জ্যোতিষৰ সীমা কৌশিকীও পাৰ নকৰালে, পাৰে পাৰে নি কলিঙ্গ পোৱা লৈগে। অসমক পাণ্ডৱবৰ্জ্জিত দেশ বোলা অপযশৰ মূল এয়েই; কিন্তু এই অপবাদটোৱেই অসম যে মৰ্ত্ত্যভূমিৰ ভিতৰৰ নহয় এইটি বেছ কৰি প্ৰমাণ কৰে। ব্যাসদেৱে যুধিষ্ঠিৰক এইখিনি মৰ্ত্ত্যত হে ফুৰাইছে, পিছত দেখা যাব অৰ্জ্জুনক ঘিচৰাই স্বৰ্গলৈকো নিব।

কাশ্মীৰ চাই যুধিষ্ঠিৰে ভৃগুতুঙ্গ আদি তীৰ্থ চাই চাই গঙ্গা পাইহি। তেনে স্থলে বুজা গল, যুধিষ্ঠিৰে আকৌ পূৰ্ব্বাভিমুখে গতি ধৰিলে। তাৰপৰা গৈ গৈ বৈস্তাশ্ৰম পায়। বৈস্তাশ্ৰম ক'ত ঠিক কৰা টান; কিন্তু তাৰেপৰা শ্বেত, মন্দাৰ, কৈলাস আৰু গন্ধমাদন পৰ্ব্বত দেখুৱাই লোমশ ঋষিয়ে মহাৰাজ যুধিষ্ঠিৰক বেছ সাৱধান কৰি দিয়ে আৰু কথাবাৰ্ত্তা কৈ গৈ থাকি সুবাহু ৰজাৰ পুলিন্দ ৰাজ্য পায়। তাতে তেওঁলোকে কিৰাত, তঙ্গন, পুলিন্দ আৰু অমৰসকলক দেখি বৰ আচৰিত হয়। ভুটীয়া তাঙ্গন ঘোৰা প্ৰসিদ্ধ। আন কোনো ঠাইৰ ঘোৰাকে তঙ্গণ নকয়। এই তঙ্গন আৰু অমৰ নামৰপৰা জনা যায়, যে এই ৰাজ্যখন অমৰসকলৰ বাসস্থানৰ ওচৰৰ নামনিৰ কোনো ভুটীয়া ৰাজ্য। যুধিষ্ঠিৰ সুবাহুৰ পুৰীতে এৰাতি থাকি, তেওঁৰ লগৰ ৰথ, ঘোৰা, চাকৰ নাকৰ সকলো সুবাহুৰ জিম্মাতে ৰাখি পিছ দিনা লোমশ ঋষি, ভীম, নকুল, সহদেৱ আৰু দ্ৰৌপদীৰে ৰাধোন আৰু লগত ফুৰা ব্ৰাহ্মণসকলৰে সৈতে কৈলাস পৰ্ব্বতলৈ পদব্ৰজে যাত্ৰা কৰিলে। দ্ৰৌপদী, সহদেৱ আৰু ভীমকো তাতে ৰাখি যাবলৈকে মন কৰিছিল; কিন্তু অৰ্জ্জুনক দেখিবলৈ সকলোৰে হেঁপাহ; অৰ্জ্জুনে অস্ত্ৰশিক্ষা কৰিবলৈ গৈ চাৰি বছৰ তেওঁলোকৰ লগ এৰি স্বৰ্গত আছে গৈ; এতিয়া পদব্ৰজে পথ-পৰিশ্ৰমৰ ভয়ত অৰ্জ্জুনক নেদেখাকৈ থাকিবলৈ

কাৰো সত্ নহল। ভীমে দ্ৰৌপদীক আৰু সুকুমাৰ মাদ্ৰীকুমাৰহঁতক দুৰ্গম ঠাইবিলাকত কান্ধত কৰি নিয়াৰ কবুল কৰিয়েই এওঁলোকো যুধিষ্ঠিৰৰ লগতে ওলাল। গৈ গৈ তেওঁলোকে প্ৰথমে মন্দাকিনী পাই মন্দাকিনীক সেৱা সংকাৰ কৰি আকৌ কিছুদূৰ গৈ নৰকাসুৰৰ দেহ সংকাৰ কৰা পৰ্ব্বতাকাৰ দ'লটি পায়। ইয়াতো লোমশে যুধিষ্ঠিৰাদিক কয় যে নৰকক বিষ্ণুৱে বধ কৰি পিছত বৰাহ অৱতাৰ হয়। তাৰপৰা গৈ ঋষি, সিদ্ধ, দেৱতা, গন্ধৰ্ব্ব, অপ্সৰ আৰু কিন্নৰসকলৰ বাসস্থান গন্ধমাদনত উঠে। গন্ধমাদনত এক্ৰোশমান গৈয়েই দ্ৰৌপদীয়ে খোজ কাঢ়িব নোৱাৰি পৰি যোৱাত, ভীমে হিড়িম্বানন্দন ঘটোৎকচক স্মৰণ কৰি আনি দ্ৰৌপদীক তেওঁৰ পিঠিত দিয়ে; আনসকল ঘটোৎকচৰ সঙ্গৰ আন আন ৰাক্ষসৰ কান্ধত উঠি, উত্তৰকুৰুৰ মাজেদি গৈ, একেবাৰে নৰনাৰায়ণৰ আশ্ৰম বদৰিকা পাই ৰাক্ষসবিলাকৰ কান্ধৰপৰা নামি তাতে বদৰিকাশ্ৰমবাসী ঋষিসকলৰ লগতে থাকে। বিন্দুসৰোৱৰো তাতে দেখিবলৈ পায়। বদৰিকাত কিছুদিন থাকি অৰ্জ্জুনক বিচাৰি বিচাৰি এবাৰ কৈলাস এৰে গন্ধমাদন পায়, গন্ধমাদন এৰে আকৌ কৈলাস পায়, আকৌ কৈলাস এৰে আকৌ গন্ধমাদন পায়; এইদৰে ঘূৰি ঘূৰি অমৰাৱতীখন উলিয়াব নোৱাৰিলে; কিন্তু অলকাপুৰী পাই কুবেৰৰ লগতে কিছু দিন আছে, তেনেতে ইন্দ্ৰৰে সৈতে অৰ্জ্জুন আহি অলকাতে যুধিষ্ঠিৰক লগ ধৰি সকলো মিলি উত্তৰি কত দেশ, নগৰ, নদী পৰ্ব্বত পাৰ হৈ হৈ আকৌ সুবাহুৰ ৰাজ্য পায়গৈ; তাৰপৰা আকৌ কত দেশ, নগৰ, নদী, পৰ্ব্বত এৰি এৰি আকৌ আগৰ কাম্যকবন পায়গৈ।

ব্যাসদেৱে এই সময়তে যুধিষ্ঠিৰাদিক সশৰীৰে ইন্দ্ৰপুৰীখন নেদেখুৱাই অলকাতে ৰাখিলে; কিন্তু এইটি বুজালে যে গন্ধমাদনৰে নাম স্বৰ্গ; কিয়নো অলকাও স্বৰ্গ; কিয়নো আলকাও স্বৰ্গতে। গন্ধমাদন আৰু কৈলাস লৈ অলপ খেয়েখালি দেখা যায়। কালিকাপুৰাণে এবাৰ হাজো পৰ্ব্বতক কৈলাস আৰু হাজোৰ পোনে পোনে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ পৰ্ব্বটোক গন্ধমাদন বোলে; এবাৰ আকৌ ব্ৰহ্মকুণ্ডৰ উত্তৰৰ পৰ্ব্বতটোক কৈলাস আৰু দক্ষিণৰ পৰ্ব্বতটোক গন্ধমাদন বোলে; দেবীভাগৱতৰ ৬ষ্ঠ আধ্যাত পোৱা যায়, মন্দাকিনী গন্ধমাদনত; ৰামায়ণৰ উত্তৰাকাণ্ডৰ ৩১ সৰ্গত পোৱা যায় মন্দাকিনী কৈলাসত।

ভগবান ব্যাসদেৱেও যুধিষ্ঠিৰক এবাৰ কৈলাসৰপৰা গন্ধমাদনলৈ নিয়ে, পিছে গন্ধমাদন পাৰ কৰি আকৌ কৈলাস পোৱায়। কুবেৰপুৰী কৈলাসত প্ৰসিদ্ধ, এতিয়া পোৱা গ'ল গন্ধমাদনত। ইয়াৰপৰা এইটোকে বুজা যায়, স্বৰ্গৰ ঠাই ডুথৰি স্পষ্ট কৰি দেখুৱাই দিবলৈ কোনেও ভাল নোপোৱাৰ নিমিত্তে একে ডোখৰ ঠাইকে, ঠাই বুজি, কৈলাসও বোলে, গন্ধমাদনো বোলে আৰু স্বৰ্গও বোলে। ৰামায়ণে এইটি অলপ মুকলি কৰিয়েই কয়। হনুমানে ঔষধ নিয়াৰ সময়ত ইন্দ্ৰপুৰী, যমপুৰী, কুবেৰপুৰী, শিৱ, দুৰ্গা আৰু আন আন দেৱৰ্ষি আৰু দেৱতা সকলোকে হিমালয়ৰ একেভাগতে দেখিছিল (লঙ্কাকাণ্ড ৭৪ সৰ্গ)। তেন্তে ভাৰতৰ মতে হিমালয়ৰ গন্ধমাদন নামেৰে ভাগটিৰ ঠাই নিৰ্দ্ধাৰিত কৰিব পাৰিলেই স্বৰ্গৰ ঠাইও থিৰ হয়।

মহাভাৰতৰ অনুশাসন পৰ্ব্বৰ ২৫ অধ্যাত পোৱা যায় যে ইন্দ্ৰতোয়া আৰু কৰতোয়া নদী গন্ধমাদনৰ ওচৰতে। ইন্দ্ৰতোয়াৰ আধুনিক নাম কিজানি পোৱা নাই কিন্তু কৰতোয়াকটো সকলোৱে জানেই। এতিয়া কথা হৈছে, গন্ধমাদন কৰতোয়াৰ পশ্চিমে নে পূবে? আগেয়ে দেখুওৱা হৈছে কৌশিকী নদীৰ ওচৰৰ হিমালয় ভাগৰ নাম ঋষভ। কৌশিকী হৈছে কৰতোয়াৰ পশ্চিমে; তেন্তে গন্ধমাদন কৰতোয়াৰ পূবে আৰু হিমালয়ৰ টিঙৰ উত্তৰে নহয়, কৰতোয়াৰ" কালে· অৰ্থাৎ দক্ষিণে। এই গন্ধমাদনৰে একৰ্ণমান অংশ এটি কামৰূপ জিলাৰ হাজো পৰ্ব্বতৰ মুখামুখি কৰি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে এতিয়াও গন্ধমাদন নামে খ্যাত হৈয়েই আছে আৰু যুধিষ্ঠিৰে গন্ধমাদন উঠিয়েই নৰকাসুৰৰ দেহ সংকাৰৰ যি দ'লটো দেখাছিল, সেই দ'লও এতিয়াতৈকে গুৱাহাটীতে নৰকাসুৰৰ পৰ্ব্বত নামে জনাশুনা হৈ আছে। টোকা নৰখাৰ নিমিত্তে যদিও প্ৰমাণ স্বৰূপে কোনো গ্ৰন্থৰ নাম উল্লেখ কৰিব পৰা নহল, পাঠকসকলৰ বহুতে জানে যে নৰক কিছু দিনৰ নিমিত্তে ইন্দ্ৰ হৈছিল; মহাভাৰত আৰু পুৰাণ উভয়ৰ মতেই সেই নৰক-ইন্দ্ৰৰ ৰাজধানী গুৱাহাটীকে বুলি জনা যায়। এনে স্থলত অসমৰে এভাগৰ নাম যে গন্ধমাদন বা স্বৰ্গ ইয়াত সংশয় কৰিবৰ একো কাৰণ নাই। কিন্তু স্বৰ্গৰ মন্দাকিনীখনৰ আৱশ্যক।

যুধিষ্ঠিৰে অৰ্জ্জুনক বিচাৰি গন্ধমাদনত উঠিয়েই মন্দাকিনী পায়। মন্দাকিনীক

দেখিয়েই মহৰ্ষি লোমশে পাণ্ডৱসকলৰ আগত তলত লেখা মতে এওঁৰ বৰ্ণনা কয় " এইয়া শিবসলিলশালিনী মহতী তৰঙ্গমালিনী প্ৰবাহিত হৈছে। বদৰিকাশ্ৰম এওঁৰ উৎপত্তিস্থান আৰু দেবৰ্ষিগণ এওঁৰ সেৱক। আকাশগামী বালখিল্যগণে এওঁক অৰ্চ্চনা আৰু মহাত্মা গন্ধৰ্ব্বগণে ইয়াতে স্নানবিধি সমাধা কৰি থাকে। মৰীচি, পুলহ, ভৃগু আৰু অঙ্গিৰাই এই ঠাইতে পবিত্ৰ স্বৰেৰে সামগান কৰিছিল, দেৱৰাজে দেৱগণেৰে সৈতে এই ঠাইতেই প্ৰাত্যহিক জলক্ৰিয়া সম্পাদন কৰে, তেতিয়া সাধ্যগণে আৰু অশ্বিনীকুমাৰে তেওঁৰ অনুগত্য কৰি থাকে। চন্দ্ৰ, সূৰ্য্য আৰু গ্ৰহনক্ষত্ৰই পৰ্য্যায়ক্ৰমে দিনে ৰাতিয়ে এওঁৰ সেৱা কৰি থাকে ভগৱান গঙ্গাধৰে গঙ্গাদ্বাৰত এওঁৰেই সলিল শিৰোদেশত ধাৰণ কৰি সংসাৰৰ স্থিতি বিধান কৰিছে। তোমালোক সকলোৱে সমীপৱৰ্ত্তী হৈ বিশুদ্ধ হৃদয়েৰে এই ভগৱতী ভাগীৰথীক অভিবাদন কৰা।" (মহাভাৰত-বন, প, ১৬১ আধ্যা )। লোমশৰ এই বৰ্ণনাৰপৰা জনা গল যে মন্দাকিনীৰ উৎপত্তিস্থল বদৰিকাশ্ৰম।

ভাৰতৰ উদ্যোগ পৰ্ব্বৰ ৯৫ আধ্যাত পোৱা যায়, নৰণাৰায়ণে গন্ধমাদনতে তপস্যা কৰিছিল। তেনেহলে নৰনাৰায়ণৰ আশ্ৰম * বদৰিকা গন্ধমাদনত।

মহাৰাজ যুধিষ্ঠিৰৰ দলেও ঘটোৎকচ আদি ৰাক্ষস কান্ধত উঠি বহুত দেশ, নদী, পৰ্ব্বত, অৰণ্য এৰি এৰি উত্তৰকুৰু পাৰ হৈ গৈ গন্ধমাদনতে বদৰিকাশ্ৰম পায় আৰু তাতে বিন্দুসৰোবৰ নামে সৰোবৰ এখন পায় (ভাৰত-বনপৰ্ব্ব-১৪৪ আধ্যা)।

ভাৰতৰ শান্তিপৰ্ব্বৰ ১২৭ আধ্যাত পোৱা যায়, আকাশগামিনী মন্দাকিনীৰ উৎপত্তিৰ কাৰণ মহান হ্ৰদটি নৰনায়ণৰ দিব্যাশ্ৰমৰ ওচৰতে।

ওপৰৰ কথা চাইটাৰপৰা জনা গল যে বদৰিকাশ্ৰম গন্ধমাদনত, বদৰিকাশ্ৰমৰ বিন্দুসৰোবৰেই মন্দাকিনীৰ উৎপত্তিস্থল, আৰু নৈখন বৰ দীঘল।

মহাভৰতৰ অনুশাসন পৰ্ব্বৰ ৮৫ অধ্যোত পোৱা যায়, অগ্নিৰ তেজ, গঙ্গাৰ গৰ্ভত পৰিবৰ্দ্ধিত হৈ, গঙ্গাই ধাৰণ কৰিবলৈ অসমৰ্থ হৈ হিমালয়ৰ কাষতে

* আজিকালি বদৰিকাশ্ৰম নামেৰে যি তীৰ্থ প্ৰসিদ্ধ, সেয়া যে মকল বদৰিকাশ্ৰম এই বিষয়ে যেনেগ প্ৰমাণৰ আৱশ্যক নকৰে। সঁচা বদৰিকাশ্ৰম ওলালেই সেই মকলৰ প্ৰমাণ হব।

পৰিত্যাগ কৰাত, গঙ্গাৰ সোঁতত বৈ গৈ এক শৰবনত লাগি ক্ৰমশঃ পৰিবৰ্দ্ধিত হৈ কাৰ্ত্তিকৰ উৎপত্তি হয়। গঙ্গাৰ গৰ্ভত কাৰ্ত্তিকৰ কেনেকৈ জন্ম হল এই বিষয় আমি নুবুজোঁ, কিন্তু এইটি জানিব পাৰি যে গঙ্গাৰ পাৰতে কাৰ্ত্তিকৰ উৎপত্তি সম্বন্ধে কোনো ঘটনা হয়। কোৱা নিষ্প্ৰয়োজন যে কাৰ্ত্তিকৰ জননী গঙ্গা, মৰ্ত্তৰ গঙ্গা নহয়, স্বৰ্গৰ গঙ্গা হে।

মহাভাৰতৰ বনপৰ্ব্ব ২৩০ লৈকে এই কেইঅধ্যায়ত কাৰ্ত্তিকৰ জন্ম বিবৰণ এটি আছে। এই মতে অগ্নিৰ তেজ, স্বাহাই শ্বেত পৰ্ব্বতৰ ওচৰৰ কাঞ্চনকুণ্ডত নিক্ষেপ কৰাত, সেই তেজ তাতে পৰিবৰ্দ্ধিত হৈ কাৰ্ত্তিকৰ উৎপত্তি হোৱাত, লোহিত সাগৰৰ দুহিতা লোহিতযোনিয়ে ধাত্ৰীৰ কাম কৰি তেওঁক ৰক্ষা কৰিলে। ইয়াতো ইয়াকেই বুজা যায় যে লোহিত সাগৰৰ পাৰতে কাৰ্ত্তিকৰ জন্ম সম্বন্ধে কোনো ঘটনা হৈছিল।

কাৰ্ত্তিকৰ জন্ম সম্পৰ্কীয় এই দুই বিবৰণৰপৰা জনা গল যে গঙ্গাৰেই নাম লোহিত সাগৰো। ব্ৰহ্মপুত্ৰৰে পুৰণি নাম যে লৌহিত্যও, লোহিত্‌ও, লোহিত সাগৰও, ইয়াক সকলোৱে জানেই; আৰু বিষ্ণুপুৰাণ কি ভাগৱতৰ মতেও ব্ৰহ্মপুত্ৰৰ পাৰৰ তেজপুৰেই কাৰ্ত্তিকৰ জন্মঠাই। তেন্তে ভাল কৰি জনা গল যে ব্ৰহ্মপুত্ৰয়েই মন্দাকিনী; এওঁকেই যুধিষ্ঠিৰে নৰকাসুৰৰ পৰ্ব্বত নৌ পাণ্ডৱেই গন্ধমাদনত উঠিয়েই লগ পাইছিল, আৰু ব্ৰহ্মকুণ্ডয়েই বিন্দুসৰোবৰ। কালিকা পুৰাণৰ ন নামকৰণত হে মন্দাকিনীৰ সলনি ব্ৰহ্মপুত্ৰ আৰু বিন্দুসৰোবৰৰ সলনি ব্ৰহ্মকুণ্ড হৈছে! এতিয়া বদৰিকাশ্ৰম নামেৰে যি তীৰ্থ খ্যাত সিও নকল, সঁচা বদৰিকাশ্ৰম বিন্দুসৰোবৰৰ পাৰত হে।

এতিয়ালৈকে উত্তৰকুৰুৰ বিষয় একো কোৱা নাই। মহৰ্ষি লোমশে সৈতে পাণ্ডৱসকল উত্তৰকুৰু পাৰ হৈ গৈ হে বদৰিকাশ্ৰম পাইছিল। লক্ষীমপুৰ জিলাৰ কিছুভাগ আৰু শিৱসাগৰ জিলাৰ কিছুভাগেই উত্তৰকুৰু। ইয়াৰ নিমিত্তে আৰু ভাৰত ৰামায়নাদি একো বিচাৰিব নালাগে, পুৰাকালৰ ভূ বিবৰণেই ইয়াৰ জলন্ত প্ৰমাণ। পুৰণি ভূবিবৰণৰ নাম শুনি কোনোৱে হয়তো মনত সংশয় কৰিব পাৰে; কিন্তু যি ঠাইয়ে সময়ৰ সভ্যতাৰ জখলাৰ টিঙত উঠি স্বৰ্গ নাম লৈছিল, যি ঠাইৰ বিবৰণেৰেই হিন্দুৰ বেদ, ভাৰত, ৰামায়ণ, পুৰাণ, উপপুৰাণ, তন্ত্ৰ আদি সকলো শাস্ত্ৰ ভৰা, সেই ঠাইৰ যে ভূগোলশাস্ত্ৰ নাথাকিব এইটি যেন কোনেও মনত

মানে। ক্ষেত্র-সমস্যা নামৰে বিবৰণ এখন এডিয়াটলৈকে আছিল, ইংৰাজ সকলে সেইখন পাইছিল হি, তাতৰ পুস্তকাগাৰ বা থোৱাঁ-চাওত বিচাৰিলে কিজানি এতিয়াও তাক পোৱা যাব পাৰে। এই ক্ষেত্রসমস্যা মতেই জনা যায়, ডিব্রুগড় আৰু শিৱসাগৰৰ কিছু ভাগেই উত্তৰকুৰু।

আগৰ দিনৰ অকল ভূবিবৰণেই যে আছিল এনে নহয়, ভূচিত্রও আছিল। ইংৰাজসকলে এই ভূচিত্রও পাইছে; কিন্তু এই মানচিত্র কিমান দিনৰ পুৰণি আৰু হিন্দুৰেই নে আন কেনো জাতিৰ আমি ইয়াৰ সম্ভেদ পোৱা নাই। এইখন চিত্রৰ মতে অসমৰ নাম দেৱবাস (Sketch of the Singhphos or the kakhyeans of Burmah ; by W. Ridsdale, page 36)। ব্রহ্মযামালেও একৰকম স্পষ্ট কৰিয়েই অসমক স্বৰ্গ বুলি কৈয়েই আছে; ব্রহ্ম-যামালৰ মতে অসমৰ নাম নাটক। ইয়াতকৈ বেছি প্রমাণ লাগে নে? ইয়াত কৈ বেছি প্রমাণ কি? এই দুখনী অসমৰে এছোৱা স্বৰ্গ, এছোৱা উত্তৰকুৰু।

আগয়ে কোৱা হৈছে যে পাতালো অসমতে। সকলোৰে মনৰ ধাৰণা যে পাতাল পৃথিবীৰ তলত। আজিকালি কোনো কোনো শিক্ষিত লোকে পৃথিবীৰ চাৰিও ফালে শূন্যকে দেখি আমেৰিকাকে পাতাল বুলি ধৰে। এই দুটা ধাৰণায়েই ভুল। পাতাল তলত জেনিথ আৰু নাদিৰ (Zenith and Nadir) এই ভাৱে নহয়, উজনি নামনি বা উজান ভাটী এই ভাৰত হে। পুব আৰু উত্তৰকে উজনি আৰু পশ্চিম আৰু দক্ষিণকে নামনি বোলে। সুগ্রীৱই সীতাক বিচাৰিবলৈ দক্ষিণ পিনে পঠিওৱা বান্দৰবিলাকক কৈ দিছিল যে বাসুকীৰ ভোগৱতী পুৰীও সেই ফালেই (ৰামায়ণ কিষ্কিন্ধ্যাকাণ্ড ৪১ সৰ্গ।) সুগ্রীৱৰ কথা মতেই জনা যায় পাতাল দক্ষিণ দিশে হে!

নাগৰাজ ঐৰাৱতৰ জীয়েক উলুপী আৰু অৰ্জ্জুনৰ পুত্র ইৰাবান ককায়েকৰ ঘৰত নাগলোকতে আছিল। অৰ্জ্জুন অস্ত্র শিক্ষা কৰিবলৈ ইন্দ্রপুৰীলৈ আহোঁতে পিতাক সুৰপুৰীলৈ অহা বাতৰি পায়েই তেওঁ বেগাবেগিকৈ আহি অৰ্জ্জুনক দেখা কৰি তেওঁৱেই অৰ্জ্জুন আৰু উলুপীৰ পুত্র বুলি চিনাকি দি সেৱা কৰাত অৰ্জ্জুনৰ আগৰ কথা মনত পৰিলত পুতেকক দেখি তেওঁ বৰ সন্তোষ পায় (মহা-ভাৰত, ভীষ্মপৰ্ব্ব, ৯১ আধ্যা)। ইৰাবানৰ জন্মৰ পিছত কতকাল অৰ্জ্জুন ইন্দ্র-প্রস্থত থাকে, তেতিয়া ইৰাবানে অৰ্জ্জুনক দেখা কৰিবলৈ যোৱা নাই; পাণ্ডৱৰ

যেতিয়া ভবপুৰ অৱস্থা, তেওঁলোকে ৰাজসূয় যজ্ঞ কৰে, তেতিয়াও ইবাবান ইন্দ্ৰপ্ৰস্থলৈ যোৱা যে নায়েই কৰেো একো ভুভটংয়েই নাই; কিন্তু অৰ্জ্জুন স্বৰ্গলৈ অহা শুনিয়েই ইবাবানে লৰালৰিকৈ গৈ পিতাকক দেখা কৰিলে। ইয়াৰ কাৰণ ইয়াকে পোৱা যায় যে নাগলোকৰপৰা ইন্দ্ৰপ্ৰস্থ ইমান দূৰৈ যে বাতৰি পোৱায়েই টুকৰ; কিন্তু স্বৰ্গ ওচৰতে; এই নিমিত্তেই ইবাবানে অৰ্জ্জুন অহা বাতৰিও পালে আৰু গৈ দোখও কৰিলে।

মহাভাৰতৰ আশ্বমেধিক পৰ্ব্বৰ ৭৯ আৰু ৮০ অধ্যায়ত পোৱা যায়, মহাৰাজ যুধিষ্ঠিৰৰ অশ্বমেধৰ ঘোৰা মণিপুৰ সোমোৱাত অৰ্জ্জুন আৰু চিত্ৰাঙ্গদাৰ পুত্ৰ মণিপুৰাধিপতি বভ্ৰুবাহনৰে সৈতে অৰ্জ্জুনৰ যুদ্ধ হয়; ৰণৰ বাতৰি পাই নাগৰাজৰ জীয়েক অৰ্জ্জুনৰ ভাৰ্য্যা উলুপীও সেই ৰণথলীলৈ যায়। অলপ সময়ৰ ভিতৰতে উলুপীয়ে যুজৰ ভুপোৱা আৰু ৰণথলীলৈ যোৱাৰপৰা বুজিব পাৰি যে নাগলোক আৰু মণিপুৰ ওচৰাওচৰি।

আদিপৰ্ব্বৰ ২১৫ অধ্যায়ত দেখা যায় অৰ্জ্জুনে বনবাসৰ সময়ত মহাসাগৰৰ পাৰে পাৰে গৈ মণিপুৰ পায় গৈ।

বাল্মবিলাকৰ আগত সুগ্ৰীৱৰ কথা আৰু ইবাবান স্বৰ্গলৈ, উলুপী ৰণথলীলৈ আৰু অৰ্জ্জুন মণিপুৰলৈ যোৱা কথা কেইটাৰপৰা জনা যায় যে নাগলোকথন দক্ষিণ পিনে আৰু স্বৰ্গৰ ওচৰতে, মণিপুৰ নাগলোকৰ ওচৰত আৰু সমুদ্ৰও মণিপুৰৰ ওচৰত। তেন্তে এতিয়াৰ নগাপৰ্ব্বতেই যে নাগৰাজ ঐৰাৱতৰ ৰাজ্য নাগলোক আৰু এতিয়াৰ মণিপুৰেই যে অৰ্জ্জুনৰ পুত্ৰ বভ্ৰুবাহনৰ ৰাজ্য মণিপুৰ সেই একে নামেই আছে, ইয়াত একো সংশয় নাই। সেই সময়ত সমুদ্ৰ যে মণিপুৰৰ ওচৰলৈকে আছিল, কাছাৰেই তাৰ প্ৰমাণ; সমুদ্ৰৰ তটভূমি কচ্ছৰ পৰাই কাছাৰ নাম হৈছে।

অকল নাগলোকেই যে পাতাল এনে নহয়, পাতালবো সপ্ত ভুবন; এই সপ্ত ভুবনৰ এটাই কেই থনৰ ঠাই থিৰ কৰিব নোৱাৰিলেও পাতালৰ বিস্তৃতি সম্বন্ধে কিছু জানিব পাৰি।

ক্ৰমশঃ।

শ্ৰীৰজনীকুমাৰ দাস।

**দ্বিতীয় বছৰ, সপ্তম সংখ্যা**

# সূচী

# প্ৰেম।

ব্ৰহ্মাণ্ডৰ সত্ত্ব যিটো পৰিছে নিজৰি,
গিৰি বন গছ লতা সচেতন কৰি ;
অমৃত হাঁহিৰ ৰং ফুলত ফুলায় ;
যি শকতি প্ৰভাৱত মন্দাকিনী যায় ;
অণু পৰমাণু মিলে আকৰ্ষি অন্তৰ ;
পৃথক আত্মা মিলি হয় একেশ্বৰ ;
ব্যৱধান ক্ষয় হয়, ওচৰে আঁতৰ ;
অব্যক্ত বেকত হয় ; গুচে আত্ম-পৰ ;
সৰ্ব্বাঙ্গে সৰ্ব্বাঙ্গ লয়, জীৱনে জীৱন ;
আনন্দ আনন্দে মহানন্দৰ স্ৰজন ;
সংজ্ঞাৰ অতীত শক্তি বিশ্বব্যাপী কায়,
কণিকা সম্ভোগে যাৰ দেৱত্ব মিলায় ;
মৰু বুকে, শিল পমে, বিন্দুৰ পৰশে,
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# কথোপকথন।

"O how often ours have been
Idle words and words of sin ;
Words of anger, scorn, or pride,
Or deceit, our faults to hide ;
Envious tales, or strife unkind,
Leaving bitter thoughts behind."

করুণাময় পৰমেশ্বৰে মানুহজাতিক সকলো জন্তুতকৈ শ্ৰেষ্ঠ কৰি সৃষ্টি কৰিছে। যিবিলাক গুণত মানুহজাতি শ্ৰেষ্ঠ তাৰ ভিতৰত বাক্‌শক্তি এটা প্ৰধান। যি শক্তিৰ দ্বাৰা আমি আমাৰ মনৰ ভাব আৰু চিন্তাবিলাক পৰস্পৰক জনাওঁ তাকে বাক্‌শক্তি বোলে। কণ্ঠনালীৰ দ্বাৰা যি শব্দ বাহিৰ হয়, জিভাৰ দ্বাৰা সি উচ্চাৰিত হৈ, অৰ্থাৎ সেই মাত এবাৰ ফুটি, মুখেদি বাক্য বা কথা ৰূপে বাহিৰলৈ ওলায়। এই কাৰণে জিভা আৰু কণ্ঠনালীক বাগিন্দ্ৰিয় বোলে। কথাবিলাক মনৰ ভাব আৰু চিন্তাৰ বিকাশ মাথোন। আমি পৰস্পৰে যি কথা পাতোঁ তাকে কথোপকথন, কথনমথন, আলাপ বা কথা-পতা বোলোঁ। যেনেকৈ শৰীৰ আৰু মনৰ উন্নতিৰ নিমিত্তে মানুহে শাৰীৰিক আৰু মানসিক তপ কৰিব লাগে, তেনেকৈ বাক্যৰ উন্নতিৰ নিমিত্তেও বাঙ্ময় তপ কৰিব লাগে।

এই বাঙ্ময় তপৰ বিষয়ে ভগবান শ্ৰীকৃষ্ণই গীতাত যি কৈছে তাক তলত তুলি দিলোঁ।:—

"অনুদ্বেগকৰং বাক্যং সত্যং প্ৰিয় হিতং চ যৎ।
স্বাধ্যায়াভ্যসনং চৈব বাঙ্ময়ং তপ উচ্যতে॥"

যি বাক্যই মানুহৰ মনত উদ্বেগ নজন্মায়, যি বাক্য সত্য, যি বাক্য প্ৰিয় আৰু লোকহিতকৰ, আৰু যি বাক্য ধৰ্ম্ম শাস্ত্ৰালোচনাৰপৰা কোৱা হয়, সেই বাক্যই বাঙ্ময় তপৰ ফল। সেই বাক্যই নন্দন-কাননৰ পাৰিজাত ফুলৰ দৰে মনক আমোদিত কৰে। সেই বাক্য তৃষিতৰ পানী, ক্ষুধাৰ্ত্তৰ অন্ন, শোকাৰ্ত্তৰ সান্ত্বনা, ৰোগীৰ ঔষধ, বিপন্নৰ উপায়, তাপিতৰ শান্তি স্বৰূপ। সেই বাক্যই

"আপদৰ মাত, আকালৰ ভাত।" সেই বাক্যৰ প্ৰভাৱত মৰুভূমিৰ নিচিনা উগ্ৰ তপত হৃদয়তো শান্তিৰ শীতল নিজৰা বয়।

শাৰীৰিক আৰু মানসিক তপৰ লগে লগে বাঙ্ময় তপ সাধন কৰিব লাগে। কাৰণ দেহ, মন, বাক্য এই তিনিওৰে লগত তিনিওৰো ঘনিষ্ঠ সম্বন্ধ আছে। এটাৰ বিকাৰ উপস্থিত হলে আনটোও বিকৃত হয়। ফল-কামনা পৰিত্যাগ কৰি কেৱল কৰ্ত্তব্য বুলি পৰম শ্ৰদ্ধাৰে সৈতে যি তপৰ অনুষ্ঠান কৰা হয় তাকেই সাত্বিক তপ বোলে। জ্ঞানীসকলে এই তিনিও বিধ তপকে সাত্বিক ভাৱে সাধনা কৰে। কিন্তু মনক দমন কৰিব নোৱাৰিলে কোনো সাধনাতে সিদ্ধিলাভ কৰিব নোৱাৰি। কিয়নো, মন, সকলো ইন্দ্ৰিয়ৰ ওপৰত ৰজাৰ নিচিনা। মনক জয় কৰিব পাৰিলে আন সকলো ইন্দ্ৰিয় সংযত হৈ থাকিব।

যি শক্তিৰ বলত কথোপকথনৰ দ্বাৰা আমি আমাৰ মনৰ ভাববিলাক পৰস্পৰক জনাব পাৰোঁ সেইটো পৰমেশ্বৰে মানুহক মানুহৰ সুখৰ নিমিত্তে দিয়া এটা বিশেষ ক্ষমতা। এই ক্ষমতাৰ ঘাই যন্ত্ৰ হৈছে জিভা। কিয়নো শব্দবিলাকৰ উচ্চাৰণ প্ৰধানকৈ জিভাৰ দ্বাৰা সাধিত হয়। এই জিভাৰূপী যন্ত্ৰৰ পৰা অনেক উপকাৰ কৰিব পাৰি। কিন্তু তাক চলাব নেজানিলে তাৰপৰা বহুত অপকাৰ হব পাৰে। অন্তৰৰ ভাব যেতিয়া বাক্যৰূপে বাহিৰ হৈ ওলায় তেতিয়া সি আনৰ মনত ভালপ নহয় অলপ (affect) কাৰ্য্য কৰিবই কৰিব। এই যন্ত্ৰ চলাওঁতে আমাৰ গাত এটা ঘোৰ দায়িত্ব আছে। সেই দায়িত্বৰ হাত আমি এদিনলৈকো সাৰিব নোৱাৰোঁ। বাঙ্ময় তপ আচৰিব খুজিলে জিভাক সদায় শাসনত ৰাখিব লাগিব। শাসনত ৰখাৰ উপায় হৈছে "Think before you speak"। কথা কোৱাৰ পূৰ্ব্বে বিচাৰ কৰি কথা কোৱা উচিৎ। বিচাৰ নকৰাকৈ কথা কোৱাৰপৰাই অনেক দুখ বেজাৰ পোৱা যায়। সেই বাবে বুঢ়া লোকে যোজোনাত কৈছে :—

"কথাৰ মূৰত বঁটা পায়।
কথাৰ মূৰত কটা যায়॥"

কথা কোৱাৰ আগেয়ে মনতে বিবেচনা কৰিব লাগিব যে কি কথা কেনেকৈ কম (matter and manner of conversation) আৰু কাক কেতিয়া কম। এই দৰে বিবেচনা কৰি কথা কলে কথাত ঘৰকৈ জেওা মেলাগিব। সকলোৰে

মনত ৰখা উচিত যে যি পৰমেশ্বৰে আমাক বাক্‌শক্তি আৰু শ্ৰৱণশক্তি দিছে তেওঁ আমাৰ মুখৰপৰা ওলোৱা প্ৰত্যেকটো কথাকে শুনিবলৈ পায়। বায়ুৰ ঘোঁৰাত উঠি প্ৰত্যেকটো কথা তেওঁৰ সিংহাসনৰ ওচৰ পায় গৈ। যি জিভাক সংযত কৰিব পাৰিছে তেওঁৰ মুখৰপৰা সদায় হিত, পৰিমিত আৰু সত্য বাক্য হে ওলায়। তেওঁ গুৰুজনৰ ওচৰত ভক্তিভাৱে, সমনীয়াৰ ওচৰত আদৰভাৱে আৰু তলতীয়াৰ ওচৰত স্নেহভাৱে কথা কয়।

কথা কওঁতে সাধাৰণতঃ চাৰিটা দোষ ঘটে। যেনে (১) মিছা কথা, (২) পৰনিন্দা (৩) তিৰস্কাৰ, আৰু (৪) অকামিলা গপ। ধৰ্ম্মশাস্ত্ৰত কৈছে :—

"সত্যং ব্ৰুয়াৎ প্ৰিয়ং ব্ৰুয়াৎ ন ব্ৰুয়াৎ সত্যমপ্ৰিয়ং।
প্ৰিয়ঞ্চ নানৃতং ব্ৰুয়াৎ এষ ধৰ্ম্ম সনাতনঃ॥" (মনু ২।১৩৮)

সঁচা আৰু প্ৰিয় কথা কৰা; অপ্ৰিয় হলে সঁচা কথাকো নকৰা; আৰু মিছা কথা প্ৰিয় হলেও কেতিয়াও নকৰা; এয়ে সনাতন ধৰ্ম্মৰ বিধি বুলি জানিবা। অৱশ্যে সংসাৰত অনেক সময়ত অপ্ৰিয় সত্য কবৰ আৱশ্যক হয়। এনে কি তাক নকলে কৰ্ত্তব্যপালন কৰা নহয়। বাপেকে পুতেকৰ দোষ দেখিলে সংশোধনৰ বাবে তাক অপ্ৰিয় সত্য কবই লাগিব। কিন্তু তাকে এনে ভাৱে কোৱা উচিত যাতে সেই অপ্ৰিয় বাক্য অতি কঠোৰ তিৰস্কাৰত পৰিণত নহয়। এটি কঠুৱা বা টেঙা মাতে, তিৰস্কাৰৰ সঁচা উদ্দেশ্যক ব্যৰ্থ কৰিব পাৰে।

ভীষ্মদেৱে সকলো সদ্‌গুণকে সত্যস্বৰূপ আৰু ব্ৰহ্মস্বৰূপ বুলিছে। কাৰণ যিটো সৎ সেয়ে সত্য। সৎ বস্তুত সকলোৰে সমান অধিকাৰ। সৎলোকে সকলোকে নিজৰ নিচিনা ভাবে। "আত্মবৎ সৰ্ব্বভূতেষু যঃ পশ্যতি স পণ্ডিতঃ।" সেই বাবেই নীতিবিজ্ঞানে কৈছে "সকলোকে নিজৰ নিচিনা জানিবা ?" কাকো পৰজ্ঞান নকৰিবা; নিজে যি বস্তু পাবলৈ হেঁপাহ কৰা, আন সকলোকে সেই বস্তু দিয়াঁ; সকলোৰে সুখত সুখী হোৱাঁ; সকলোৰে দুখত সমদুখী হোৱাঁ; কাৰণ, তুমি আমি সকলো মিলি "এক"। এতেকে আমি সকলোৱে সদায় সঁচা কথা কোৱা উচিত। কাৰণ কোনো এজনৰ আগত মিছা কথা কলে কেৱল যে তেওঁক ফাঁকি দিয়া হল এনে নহয়, তাৰ দ্বাৰাই প্ৰকৃত পক্ষে আত্মবঞ্চনা কৰা হল। কাৰণ মই যি জানো তাক আৰু এজন, আত্মস্বৰূপক জানিবলৈ নিদিলে অবিশ্বাস, ভেদজ্ঞান, এনেকি শত্ৰুতাও ঘটে। যেতিয়া আমি সকলো মিলি এক

তেতিয়া আমাৰ সকলোৰে ব্যক্তিগত জ্ঞানৰ ওপৰতো সকলোৰে সমান অধিকাৰ; সেই অধিকাৰৰপৰা কাকো বঞ্চিত কৰিলে দিব লগীয়া অৰ্থ নিদিয়া হয়। এনেকুৱা অসভ্য ব্যৱহাৰৰ দ্বাৰাই ভেদবুদ্ধি উপস্থিত হয়। আৰু সেই ভেদ-বুদ্ধিৰপৰাই অশেষ দুখ-বেজাৰ ওলাই মানুহক জুমুৰি দি ধৰেহি, মানুহৰ সুখৰ সংসাৰক দুখৰ আগাৰ কৰে। অসভ্যৰপৰাই ভেদ জন্মে সভ্যৰপৰাই একত্বৰ বৃদ্ধি হয়। সেই বাবেই ভীষ্মদেৱে সকলো সদ্‌ গুণকে সত্যৰ প্ৰকাৰান্তৰ বুলি কৈছে:—

"সত্যং চ সমতা চৈব দমশ্চৈবনসংশয়ঃ।
অমাৎসর্য্যং ক্ষমা চৈব হ্রীস্তিতিক্ষানুসূয়তা॥
ত্যাগো ধ্যান মথার্য্যত্বং ধৃতিশ্চ সততং দয়া।
অহিংসা চৈব ৰাজেন্দ্ৰ সত্যাকাৰান্ত্ৰয়োদশ॥" মহাভাৰত, শান্তিপৰ্ব্ব।

ওপৰত লিখা সদ্‌গুণবিলাকক সত্য বোলা হৈছে। কাৰণ এইবিলাক সদ্‌-গুণৰ দ্বাৰাই মানুহৰ ভিতৰত একতা সাধিত হয়। মহাভাৰত, ৰামায়ণ, পুৰাণা-দিত যিবিলাক মহাপুৰুষৰ বৰ্ণনা আছে, তেওঁলোকৰ এটা প্ৰধান গুণ আছিল সত্যবাদিতা। সত্যপালনৰ অনেক অলন্ত উদাহৰণ সেইবিলাক পুথিত পোৱা যায়। প্ৰতিজ্ঞা কৰিলে অবশ্যে পালন কৰিব লাগিব। সজ্জনৰ বাক্য কেতিয়াও লৰচৰ নহয়। সঁচা কথাত ভাঁজ দিলেও মিছা কথা কোৱা হয়। যুধিষ্ঠিৰে বিষম সঙ্কটত পৰি "অশ্বত্থামা হত ইতি গজ" কৈছিল। তাৰ ফলত তেওঁৰ নৰক দৰ্শন ঘটিছিল।

কথোপকথনত মিছা কথাৰ পাছতে পৰনিন্দা এটা বৰ দোষ। তুমি দুই চাৰি জন বা সৰহীয়া বন্ধুৰ লগত বহি কথা পাতিছা; কথা-প্ৰসঙ্গত তুমি তাত উপস্থিত নথকা এজন লোকৰ দোষ চৰ্চ্চা কৰিলা; তুমি ভাবিলা হয়তো তুমি যাৰ দোষ চৰ্চ্চিলা তেওঁ তোমাৰ কথা শুনিবলৈ নেপায়, কিন্তু সেইটো তোমাৰ ভুল। কথা বুলিলে বতাহ। সি ইকাণ সিকাণকৈ দহ কাণ এশ কাণ পায় গৈ। তোমাৰ কাঁড়ে যাকৈ টোঁৱাইছিলা তেওঁক নিশ্চয় বিন্ধিব। তেতিয়া তুমি তেওঁক আঘাত কৰা হব; সেই আঘাতৰ প্ৰতিঘাত তুমি ভুগিব লাগিব। যেনে কাম তেনে ফল অৱশ্যে হব। মাখিয়ে ঘা বিচাৰি ফুৰে; দুৰ্জ্জনে পৰৰ দোষ খুচৰি ফুৰে। ক্ষুদ্ৰমনৰ মানুহেই পৰনিন্দা কৰি পৰিতোষ পায় আৰু

তাকে কৰি নিজক ভালৰি যোলাবলৈ যায়। কিন্তু তাৰপৰা শেহত নিজেই হে ঠগ খায়; আনৰ চকুত ধূলি দিব নোৱাৰে। অনেক মানুহৰ পৰনিন্দা কৰা অভ্যাস আছে। পৰনিন্দুকে সেই কুঅভ্যাসৰ দ্বাৰাই নিজৰ হে অপকাৰ কৰে। পৰনিন্দাই এডাল ছুলৰ দৰে নিন্দুকৰ বিবেকক বিন্ধি হৃদয়ত অশান্তিৰ তেজ বোৱায়।

খোচামোদ (Flattery) কৰাও কথোপকথনৰ এটা দোষ। সকলোৱে জানে যে যাৰ খোচামোদ কৰা স্বভাৱ, তেওঁ আনক খোচামোদ কৰি নিজেও তুলাই বাঢ়িয়ে সৈতে খোচামোদ পাবলৈ ইচ্ছা কৰে আৰু তাক অনেক সময়ত পায়ও। শলাগ আৰু খোচামোদ দুটা বেলেগ কথা। শলাগৰ যোগ্য কাম কৰিলে যোগ্যতানুসাৰে অৱশ্যে শলাগ পোৱা উচিত। কিয়োনো, শলাগ বুলিলে গুণীৰ গুণৰ আদৰ। সকলো সভ্য দেশতে গুণীৰ গুণৰ আদৰ আছে আৰু সেই আদৰ চিৰকাল থাকিব। কিন্তু শলাগৰ অযোগ্য পাত্ৰক শলাগিলে খোচামোদ কৰা হয় আৰু তেনেকুৱা শলাগত শলাগাঁথি লাগে। মানুহমাত্ৰেই প্ৰশংসা ভাল পায়। কিন্তু প্ৰশংসাৰ কোনো কাম নকৰাকৈয়ে যদি প্ৰ শংসা পোৱা যায় তেন্তে তাৰপৰা প্ৰশংসিত জনৰ অপকাৰ হে হয়।

কাৰো জাতি, ধৰ্ম্ম আৰু ধৰ্ম্মশাস্ত্ৰক মেলত বহি নিন্দা কৰা অযুগুত। যেতিয়া সমাজ পাতি বিভিন্ন ধৰ্ম্মৰ মানুহেৰে সৈতে একে লগে বহি আলাপ কৰা যায় তেতিয়া কোনো জাতি, ধৰ্ম্ম আৰু ধৰ্ম্মশাস্ত্ৰৰ বিষয়ে নিন্দাজনক কথা কলে সেই জাতিৰ বা মানুহৰ মনত বৰকৈ আঘাত দিয়া হয়। যি লোকে তেনেকুৱা কৰে তেওঁৰ স্বাৰ্থপৰ হৃদয়ে বিনা উত্তেজনা বা প্ৰলোভনতে পাপ কৰি নিজৰ কু-চৰিত্ৰৰ চিনাকি দিয়ে।

কথোপকথনত ঈৰ্ষা আৰু অসূয়া ভাৱক সমূলক্কে মনত ঠাই দিব নেলাগে। ঈৰ্ষা আৰু অসূয়া এই দুয়োজনী ৰাক্ষসীয়ে ক্ষুদ্ৰমনৰ হিয়াত হে নৃত্য কৰে। ভাৰ্জ্জিল আৰু হোৰেচ দুয়ো সমসাময়িক আছিল; দুয়ো কবি; দুইবো একে দেশতে জন্ম; দুয়োকো সেই সেই দেশৰ লোকে শ্ৰদ্ধা কৰিছিল; দুইবো জীৱনৰ ব্ৰত একে আছিল; দুয়ো পৃথিবীত অমৰত্ব ৰাখিবলৈ পুৰুষাৰ্থ কৰিছিল। কিন্তু ঈৰ্ষা বা অসূয়াই তেওঁলোকৰ হৃদয়ত এক্ষন্তেকলৈকো ঠাই

নেপাইছিল। ঘৰত বা, পৰত, মেলত বা সমাজত, কতো তেওঁলোকৰ মুখেদি ঈৰ্ষা বা অসূয়াৰ কথা নোলাইছিল। ঈৰ্ষা-অসূয়াই তেওঁলোকৰ পৱিত্ৰ হৃদয়ক কলুষিত কৰিব নোৱাৰিছিল; তেওঁলোকৰ মনৰ শান্তি বিনাশ কৰিব নোৱা-ৰিছিল। সৰণৰ কাললৈকে তেওঁলোক দুয়ো মিলা-প্ৰীতিৰে আছিল। কথোপ-কথনত ৰহস্য আৰু বিদ্ৰূপজনক কথা কওঁতে বৰ সাৱধান হোৱা উচিত। তেনেকুৱা কথাত ডাঙৰ বিপদ লুকাই থাকে। প্ৰথম, ই এনেকুৱা এটা চোকা কাঁড় যে ইয়াক আনৰ গাত আঘাত মনপাকৈ নিক্ষেপ কৰিব নোৱাৰি। অতি সাৱধানে কাঁড় মাৰিলেও সি কোনো মানুহৰ গাত লাগিব, জীৱিত প্ৰাণীৰ গাত বিন্ধিব। সেয়ে শত্ৰুতা আৰু মনোমালিন্যৰ কাৰণ হয়। যি টেটু ফুটীয়া (wit) হয় খুজিব তেওঁৰ শত্ৰু বাঢ়িবৰ আৰু বন্ধু টুটিবৰ খুব সম্ভাৱনা। এই পৃথিৱীত সৰ্ব্বগুণী মানুহ পোৱা টান। প্ৰত্যেক মানুহৰে কিছুমান বিশেষত্ব আৰু দুৰ্ব্বলতা আছে। কিন্তু সেইবিলাক তাৰ স্বভাৱৰ এটা অংশ স্বৰূপ। পিছে তাৰ সেই বিশেষত্ব বা দুৰ্ব্বলতাৰ বিষয়ে তাক ঠাট্টা বিদ্ৰূপ কৰিলে, তাৰ হৃদয়ত নিশ্চয় আঘাত কৰা হয়।

অকামিলা গপত সময় কটালে বহু মূলীয়া সময়ৰ অপব্যৱহাৰ কৰা হয়। মানুহৰ জীৱনত অনেক কৰিব লগীয়া কাম আছে। সময়ৰ যোগ বুজি আৰু হেপ চাই সকলোৱেই নিজৰ কৰ্ত্তব্য কৰা উচিত। এনেহৰা মানুহে অজ্ঞানতা বশতঃ অকামিলা গপত সময় নিয়ায়। জ্ঞানী মানুহে অলপ সময়কো অযথাত যাবলৈ নিদিয়ে। আমাৰ দেশৰ তিৰুতাবিলাকে প্ৰায়েই অকামিলা গপত সময় নিয়ায়। স্ত্ৰীশিক্ষাৰ অভাৱত এনেকুৱা হয়। এই সম্বন্ধে তলত লিখা যোজো-নাটো চাব লগীয়া।:—

"লৰাই লৰাই কথা পাতে কথায় পতি দন্দ।
তিৰুতাই তিৰুতাই কথা পাতে কথাৰ নাই ছন্দ॥
ডেকাই ডেকাই কথা পাতে কথায় পতি হাঁহে।
বুঢ়াই বুঢ়াই কথা পাতে কথায় পতি কাহে॥"

কথোপকথন বিদ্যাশিক্ষাৰ লগৰে এটি লাগতিয়াল বস্তু। ইয়াক মন পাৰি শিকি ললে আমি সকলো সমাজতে আদৰণীয় হব পাৰিম। এনে অনেক জ্ঞানী আৰু চিন্তাশীল সাধু পুৰুষ আছে যাৰ মুখৰ এটি এটি কথা হীৰা মুকু-

তাতকৈও বহুমূলীয়া; তেনেকুৱা কথা প্ৰায়েই পুথিত পোৱা নেযায়; আৰু কোনো পুথিত থাকিলেও সেই পুথি সৰ্ব্বসাধাৰণৰ পক্ষে দুৰ্লভ; এনে স্থলত কথোপকথনৰ দ্বাৰাই সেইবিলাক সজ জ্ঞান সহজে শিকিব পাৰি। লণ্ডন, পেৰিছ, কলিকতা আদি ডাঙৰ ডাঙৰ নগৰত থকা মানুহবিলাক সদায় কামত ইমান ব্যস্ত যে তেওঁলোকে পুথি পঢ়ি জ্ঞান আৰ্জিবলৈ প্ৰায়েই আজৰি নেপায়। অথচ সেইবিলাক নগৰৰ এজন মানুহৰ লগত আলাপ কৰিলে জানিব পাৰি যে তেওঁ বেছিকৈ নপঢ়িও অনেক বিষয়ত ওজা। তাৰ কাৰণ ডাঙৰ নগৰত থকা মানুহবিলাকে মুখে মুখে বাক্যালাপৰ দ্বাৰাই অনেক শিক্ষা পায়। এজনৰ মনৰ সজ চিন্তা, সজ ভাববিলাক কথন-মথনত আন জনৰ মনত বাগৰি পৰি ক্ৰমে ইজন সিজনকৈ বহু জনৰ মনলৈ বাগৰি যাব লাগিছে। ডাঙৰ নগৰত পৰস্পৰৰ মনৰ সোঁত পৰস্পৰৰ মনৰ লগত মিলি এনেকৈ খুণ্ডা খাব লাগিছে যে নগৰীয়া মাত্ৰেই সেই সোঁতৰ কোব অনুভৱ কৰে। এগছ বন্তি অকলৈ এঠাইত টিমিকি টিমিকিকৈ জ্বলি থাকিলে মানুহে তালৈ বৰকৈ মন নকৰে। কিন্তু যেতিয়া সেই বন্তিগছক আন জ্বালেমান বন্তিৰ লগত থোৱা যায় তেতিয়া সেই বন্তিয়ে যে কেৱল নিজক পোহৰ কৰে এনে নহয় আন বন্তিবো সি পোহৰ পায়।

আমাৰ দেশৰ পাৰ্ব্বতীয়া নামঘৰবিলাকত গাওঁৰ মানুহে গোটখাই মেল পাতি নানা তৰহৰ আলাপাদি কৰে। ভোজত আৰু সবাহতো তেওঁলোকে সেই দৰে গোট খায়। নগৰবিলাকত আজিকালি Club বা "সন্ধিয়া সম্মিলনী সভা" হৈছে। সেই সভাৰ ঘৰত গধূলি নগৰীয়া ভাল মানুহবিলাক গোট খায়। এনেকুৱা সম্মিলনত কথোপকথনৰ দ্বাৰাই অনেক লাগতিয়াল কথা শিকিব বা শিকাব পাৰি। কিন্তু কেৱল কথা পাতি যি জ্ঞান অৰ্জ্জা যায় সি অনেক সময়ত শুধ বা সত্য নহব পাৰে। কাৰণ, এই পৃথিবীত জ্ঞানী অজ্ঞানী সাধু অসাধু, সৰল আৰু কপটীয়া, বিনয়ী আৰু অহঙ্কাৰী নানা তৰহৰ মানুহ আছে। সত্য আৰু গভীৰ তত্ত্বৰ জ্ঞানবিলাক শাস্ত্ৰত হে পোৱা যায়; কেৱল সাধাৰণ লাগতিয়াল জ্ঞান আমি আমাৰ সমাজ আৰু কথোপকথনৰপৰা জানিবলৈ পাওঁ। এই নিমিত্তেই ধাৰ্ম্মৰ তত্ত্ব আচৰ্ব্বোতে সজ পুথি পঢ়া যুগুত। সজ পুথি পঢ়াৰ লগে লগে সাধুসঙ্গও লাগে। সাধুসঙ্গত থাকিলে মনৰ তাৰ

বিলাক পবিত্র আৰু কোমল হয়। এই খিনিতে এটি উপাখ্যান কওঁ। এটা ব্যাধে একে বাহৰে দুটা ভাটৌ চৰাইৰ পোৱালী নি এখন নগৰত বেচিছিল। এটা পোৱালী এজন বামূণে কিনি পুহিছিল, আনটো পোৱালী এটা ডোমে কিনি নিছিল। মাহচেৰেকৰ পাছত সেই দুয়োটা পোৱালীয়ে বেছকৈ মাত লৈছিল। বামূণৰ ঘৰৰ পোৱালীটোৱে ঈশ্বৰৰ নাম গাইছিল; কিন্তু ডোমৰ ঘৰৰ পোৱালীটোৰ মুখত কেৱল নিলাজ গালি হে ওলাইছিল। সেই দেখি কওঁ, যেনেকৈ সজ পুথি বাছি উপকাৰৰ নিমিত্তে পঢ়া যায় তেনেকৈ সজ লগৰীয়াও আলাপৰ নিমিত্তে বাছি লব লাগে। যি পুথি আৰু লগৰীয়াৰ পৰা আমাৰ উন্নতি আৰু আনন্দ লাভ হয় সেয়েই সজ পুথি আৰু সজ লগৰীয়া। যাৰপৰা উন্নতি বা আনন্দ একো লাভ কৰিব নোৱাৰি, তেনেকুৱা লগৰীয়াক তাৰ অধিকাৰী কৰিবলৈ চেষ্টা কৰা আমাৰ কৰ্ত্তব্য। আমি অনেক পুৰুষাৰ্থ কৰিও তেওঁৰ হিতসাধন কৰিব নোৱাৰিলে আৰু তেওঁৰপৰাও একো হিত নহলে, তেওঁৰ লগ এৰি পেলোৱাই শেহত উচিত হয়। কোনো মানুহক নিজৰ লগৰীয়া বন্ধু বুলি গ্ৰহণ কৰাৰ আগেয়ে তেওঁৰ স্বভাব চৰিত্ৰ ভালকৈ বুজিবলৈ চেষ্টা কৰিব লাগে; যদি তেওঁ বয়সত ডাঙৰ হয় তেন্তে তেওঁক প্ৰশ্ন কৰি তেওঁৰ উত্তৰ কাণ পাতি শুনিব লাগে। যদি তেওঁ বয়সত সৰু হয় তেন্তে তেওঁক হিতোপদেশৰ দ্বাৰা সজ বাটলৈ আনিব লাগে।

কথোপকথনৰ কিছুমান সাধাৰণ নিয়ম তলত লিখা গল। এইবিলাক নিয়ম ইংৰাজী Etiquette বিষয়ক পুথিৰপৰা সঙ্কলন কৰা হৈছে :—

১। সকলো আলাপতে তোমাৰ মনক সৰু সৰু লৰাছোৱালীবিলাকৰ নিচিনা আনন্দময় ৰাখিবা। বংমনেৰে আলাপত যোগ দিলে তোমাৰ লগৰীয়া-বিলাকৰ মুখৰপৰা অনেক লাগতিয়াল কথা ওলাব।

২। কথাৰ ওপৰত কথা নকবা। এজনে কথা কৈ শেষ কৰিলেহে আন জনে কব পায়।

৩। কথা-পাতোঁতে বিতণ্ড হব নেলাগে আৰু চিঞৰ-বাখৰ কৰিব নেলাগে। নম্ৰ ভাবে মিঠা মুখে কথা পাতিব লাগে।

৪। কথা-বাহী বা কথা-চহকী হোৱাটো দূষণীয়। কথা পাতোঁতে নিজেই হোৱাই-নোহোৱাই বলকি থকাটো অযুগুত; আনকো কবলৈ সুযোগ দিব

লাগে। যি বিষয়ে কথা পতা হয় সেইটো নিজৰ অকলশৰীয়া সম্পত্তি (monopoly) কৰিব নেলাগে।

৫। একেটা বিষয়ৰ কথাকে বহুত পৰলৈকে পাগুলি থাকিব নেলাগে।

৬। ভাল কথকীতকৈ ভাল শুনোতা পাবলৈ কিছু টান। এতেকে কোনো এটা বিষয়ৰ আলচ হওঁতে কাণ পাতি মন দি কথাবিলাক শুনিবা। পাছে সেই কথাখিনি জুকিয়াই লৈ দকৈ গমি-পিটিকি চাই তোমাৰ কব লগীয়া থাকিলে কবা। কোনো এটা কথা সজ হলেও তাক একাধিক বাৰ কোৱা অনুচিত।

৭। কথাৰ বিষয় আৰু কথা পতাৰ ধৰণ এই দুয়োটালৈকে (matter and manner of conversation) দৃষ্টি ৰাখি কথা কব লাগে।

৮। কথোপকথনত গৰ্ব্ব, আত্মপ্ৰশংসা অৰ্থাৎ নিজৰ গৌৰবৰ কথা সাবধানে পৰিহাৰ কৰা উচিত আৰু নিজক আনবিলাকতকৈ কোনো গুণে ডাঙৰ বোলাবলৈ যাব নেলাগে। নিজে কোনো প্ৰশংসাৰ যোগ্য কাম কৰি সেই বিষয়ে নিজ মুখে কবলগীয়া হলে কথাখিনি চমুকৈ কোৱা উচিত।

৯। মেলত বা সভাত যিবিলাক মানুহ উপস্থিত থাকে সেইবিলাকক সম্বোধন কৰি কোনো কথা কব লাগিলে তৃতীয় পুৰুষত কব নেপায়।

১০। অলাগতীয়া আৰু আনে বেজাৰ পোৱা সমালোচনা কৰা অযুগুত। চতুৰালি আৰু টেট্‌কুটীয়া কথা অতি সাৱধানে কোৱা উচিত। কিয়নো, যাৰ জিভা বৰ চোকা তেওঁ অনেক বন্ধু হেকৰায়। কোনো মানুহৰ জাতি, ধৰ্ম্ম, বংশাৱলী বা গাৰ কোনো বিকলাঙ্গৰ বিষয়ে ঠাট্টা বিদ্ৰূপ কৰিব নেপায়।

১১। মেলত বা সভাত কোনো বক্তাই ভুলকৈ কোনো এষাৰ কথা কলে ততালিকে তেওঁৰ মুখৰ আগতে ভুলটো ধৰিব নেলাগে। যদি সেই ভুলটো অলাগতিয়াল হয় তেন্তে মনে মনে থকাই ভাল। আৰু যদি লাগতিয়াল বিষয়ত ভুল হয় তেন্তে নিজে শুধৰাই বক্তাকে শুধৰাবলৈ কোৱা উচিত।

১২। তোমাৰ সঙ্গীবিলাকে আলাপত পৰনিন্দা বা তিৰস্কাৰ কৰিলে, বা তোমাক কোনো কুবচন বুলিলে তুমি সজ বাক্যেৰে তেওঁলোকক শুধৰাবলৈ চাবা; যদি তোমাৰ চেষ্টা নিষ্ফল হয় তেন্তে মৌন হৈ থাকিবা; তথাপি

যদি তেওঁলোক ক্ষান্ত নহয় তেন্তে তেওঁলোকৰ ওচৰৰপৰা উঠি গুচি যাবা। তোমাৰ মনত খং উঠিবলৈ নিদিবা, মনত ৰাখিবা "অক্রোধেন ক্রোধং জয়েৎ" ভীৰা চেঁচা; সিহে কাটিব পাৰে। "It is cold steel that cuts"

১৩। যেতিয়া কথোপকথনে নিতাল যাবে তেতিয়া এনে এটা কথা উলিয়াবা যাতে সেই কথাৰ ওপৰত সকলোৱে দুই চাৰি আষাৰ কথা কব পাৰে। কথোপকথনৰ লাগতিয়াল বিষয়বিলাক আগয়ে মনৰ ভিতৰত সজাই থৈ আলাপত বহিলে ভাল।

১৪। যদি আলাপত কোনো নতুন, সাৰুৱা বা শিকিব লগীয়া কথা ওলায় তেন্তে তাক তোমাৰ Memorandum Book বা সোঁৱৰণী-বহিত টুকি থবা।

১৫। অচিনাকি মানুহৰ লগত কথা পাতোঁতে নিজৰ ঘৰৰ ভিতৰৰা কথা গুলিয়াই আন বাহিৰা বিষয়ে (General affairs) কথা পাতিব লাগে, আৰু তেওঁৰ বয়স কিমান, দৰমহা বা উৎপন কিমান ইত্যাদি বিষয়ে তেওঁক সুধিব নেলাগে।

আমাৰ উঠি-অহা শিক্ষিত ডেকাসকলে, যাৰ হৃদয় জ্ঞানালোকেৰে আলোকিত, যাৰ নম্র স্বভাৱ আৰু সজ আচৰণত সকলোৱে বং পায়, যাৰ মন শিক্ষাৰ বলত বলী আৰু উন্নত হৈছে, যাৰ ভবিষ্যত কাৰ্য্যাৱলীলৈ স্বজাতি আৰু স্বদেশে অতি হেঁপাহেৰে চাই আছে, ইচ্ছা কৰিলে তেওঁলোকৰ কথোপকথনৰ ক্ষমতাৰ সজ ব্যৱহাৰ কৰি মানুহৰ অনেক উপকাৰ কৰিব পাৰে, আৰু পৰম পিতাৰ গৌৰৱ আৰু তেওঁলোকৰ নিজৰো ভবিষ্যৎ শান্তি বঢ়াব পাৰে। তেওঁলোকৰ কথাই, কথা কোৱাৰ স্বৰ আৰু ধৰণে বন্ধুতাৰ আত্মাত আনন্দময় অমৃত ঢালিব; সক সক লৰা ছোৱালীবিলাকে তেওঁলোকৰ অমৃতময় কথা শুনি নিজৰ চৰিত্র গঠন কৰিব; ওখ, মহৎ আৰু হিতকাৰী জীৱনৰ বাট মোকোলাই লব পাৰিব; ওচৰ-চুবুৰীয়াই তেওঁলোকৰ সজ কথা শুনি সংসাৰৰ ধৰ্মাৰমা গন্তব্য বাটৰ হুল জোং গুচাই নিমজ কৰি লব পাৰিব। কিন্তু যদি তেওঁলোকে বাস্তৱ ওপ এৰি বাক্য-যন্ত্রটিৰ অপব্যৱহাৰ কৰে তেন্তে তেওঁলোকৰ বাক্যই সক সক ভাই ভনীৰ মৰমিয়াল কাণত নিৰ্ব্বমিয়াল ভাবে সোমাব আৰু বিপদৰ আন্ধাৰে ক্ষুদ্র হৃদয় ছাটি পেলাব; ওচৰচুবুৰীয়াৰ জীৱনৰ গন্তব্য বাটত হুল জোং পুতি অসুখ অশান্তি বঢ়োৱা হব। হে ডেকাসকল,

এবাৰি সাদৰী মাতত একো ধন খৰচ নহয়। কিন্তু সেই প্ৰিয় হিতকাৰী মাত এষাৰে স্বৰগৰ নিয়ৰত ঢোপা-কলি ফুলাৰ দৰে মানুহৰ হিয়াক প্ৰফুল্ল কৰিব, আনন্দৰ জিলিকনি পৰি হিয়া উজ্জ্বল হব। প্ৰিয়বাদীৰ কোনো পৰ নাই। ভাবি চাওক—

"ভাতৰ ভিতা খাব পাৰি"
"মাতৰ ভিতা সহিব নোৱাৰি।"

মনত ৰাখিব, যি কথা এবাৰ কোৱা হল, তাক আৰু নোকোৱা কৰিব নোৱাৰি। মানুহৰ অন্তৰত সেই কথাৰ যি সাঁচ্ বহিব তাক গুচুৱা টান হয়।

শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা।

---



## ৰবৰকুৱাৰ খেদ।

হায়! কি হল কপাল মোৰ!————
অত ভাবি চিন্তি কৰি আত্মসন্তাৰণ

লগালোঁ মস্তক মই ; বিধিৰ বিপাকে
সিয়ো উলটি লাগিল ! পকা জীমকল
থোকে বাদুলি যিমতে থাকে তল-মূৰে,
ৰল সেইমতে দেখোঁ মূৰগোট মোৰ !
"হায়ৰে যেমন্তি" কালিন্দীৰ ঘাটে
বাৰিপূৰ্ণ মাটিৰ কলহ ব্ৰজাঙ্গনা মাথে ;
অথবা, যিমতে ধূৰ্জ্জটিৰ ভালে অৰ্দ্ধচন্দ্ৰ
উজ্জ্বলি দীপিতে কৌতূহলে ; গুম্ফ-শ্মশ্ৰুবিজড়িত
মূৰাই তৈয়াই তিষ্ঠে মম স্কন্ধোপৰি তথা।
হেৰিছোঁ ওলোটা সব ; ওলোটা আকাশ ;
ওলোটা পাদপ ধৰা ; নৰ পশু উলটি
চলিছে ; মূৰে ভৰি কাঢ়িছে জগৎ।
লোটা বাটি শোৱাপাটী চকি মেজ আদি
উভতি তিষ্ঠিছে হেৰ ! উভতি ওলমে চিত্ৰপট
ঘৰৰ বেৰত ঊৰ্দ্ধমূল অধঃশাখা প্ৰায় !
সন্তক দেখিছোঁ দুষ্ট, দুৰ্জ্জনত সন্তৰ প্ৰকৃতি ;
বন্ধুক শত্ৰুক যেন, শত্ৰুকক বন্ধুৰ সদৃশ !
দুখৰ উপৰি দুখ,—"বাঁহী" মোৰ উভতি বাজিছে !
দুৰ্ঘোৰ বিপদ ! জানো মিলিল প্ৰলয় ?
উদিল জানোবা সপ্ত মাৰ্ত্তণ্ড আকাশে,
সপত সাগৰ শুহি পৃথিৱী ধ্বংসিবে ?
ডাকিনী প্ৰেতিনী কিবা নাচিছে তাণ্ডৱে
দেখি প্ৰলয়াগমন ? কোৱাঁ সভাসদ ?
নোৱাৰোঁ থিৰাব মূৰ ঘূৰিছে প্ৰচণ্ড।
ছিলোঁ, সভাসদ শুনা, সুখত একালে
নিদ্ৰাসমে, "কপোত কপোতী যথা উচ্চ
বৃক্ষ ডালে গোদাবৰী তীৰে নীৰৱে॥"
নাছিল কাকত হাতে, নাছিল আপদ

বাঁহী ঘৰ-ভঙা,ষড়্‌কূট ষাই।
আপাদমস্তক সুখ টোপনিবে পূৰ
স্বৰ্গৰ জুৰণি, চেনি-ভৰা ভৰমুক্ত যেনে।
কি লেখিছে, কি ৰচিছে লোকে, নলই
নাৰাখি বুজ, নিমিলিত নেত্ৰে ধ্যানি
আত্মাৰাম কটালোঁ কতক কাল।———
বিশ্বস্তৰ নিদ্ৰাবেশে নাকৰ ঘোৰ্ঘোৰ
ধ্বনি ব্যোম ভেদি উঠিল নিৰ্ঘোষে ;
শব্দ-ব্ৰহ্ম নিনাদিত হল ; খলকিল
সপত সাগৰ ; নক্ৰ চক্ৰ তিমিঙ্গিল
সত্ৰাসে লৰিল ; সঞ্চাৰিল গ্ৰহ তাৰাগণ।
শয়নিলোঁ দি সুটিবাগৰ, অনন্তশয্যাত
বিষ্ণু যেনে। পিছে, ঘটিল বিপাক,
বিনামেঘে বজ্ৰাঘাত যথা।———
বালখিল্যগণে আবেদন-সামগান কৰি
ভাঙিলে টোপনি মোৰ ; "যেনে নট ভাটে
চক্ৰবৰ্ত্তী ৰাজাক জগায়ে"। বাঞ্ছিতৰ
পূৰি মনকাম, বাঁহী হস্তে হলোঁ বহিৰ্গত ;
বজালোঁ গুৰ্জ্জৰ ৰাগ ; ৰাগৰ ধ্বনিত,
কাঠ-ফুলা শেলুৱাই পাই মহা ত্ৰাস
খহি পৰি গল ; বিহ্‌লঙনি মেদেলুৱাৰ
উৰি গল পাত ; পচোৱাত শিমলুৰ
মিলিল মিলাই। দেখি খঙ্গি শাল্মলি সমূহে
পাতিলে বিদ্ৰোহ ; হানি কাঁইট কৰিলে আমনি
বিবক্তিত খহালোঁ মস্তক।———
"কাঁহ পৰি জিম গল" সব। শান্তি বাণী
উচ্চৰিলোঁ ; পিন্ধিলোঁ ভৈয়াই মুৰ মে
বহু মনে গুণি। কিন্তু হিতে বিপৰীত হল !

হায়! কণ্ঠতে বিদৰে বুক,—ভ্ৰমাসুৰে
ঘটালে প্ৰমাদ; উভতি লাগিল মুৰ স্কন্ধে!
ফলত, ওলটে জগৎ হায়, কি কৰোঁ উপায়!"

কৃপানৰ।

---

# বলিয়া।

পানীদিহিং মৌজা শিবসাগৰ জিলাৰ অন্তৰ্গত। গাওঁখনৰ নাম হাতীচুক। হাতীচুক গাওঁখন বৰ মুকলি; তাৰ বাট-পথবোৰ ডাঙৰ দীঘল; চাবিউষ্ণালে বহল বহল ধুনীয়া ধুনীয়া পথাৰ। গাৱঁৰ মাজেদি সুঁতি এটি বৈ গৈছে। যি কেইঘৰত পুখুৰী নাই সেই কেইঘৰে তাৰপৰাই পানী নি খায়, আৰু গাৱঁৰ লৰা ছোৱালী ডেকা গাভৰুসকলে তাতে আহি গা ধোৱে। গাৱঁৰপৰা ৰেলৰ ষ্টেচনলৈ প্ৰায় এমাইল, গতিকে গৱঁা মানুহে ৰেলৰ উকি ভালকৈ শুনে আৰু কেতিয়াবা কেতিয়াবা ৰেল অহা চাবলৈকো ষ্টেচনলৈ যায়। গাওঁখনত কেবাঘৰো চহকী মানুহ আছে; তেওঁবিলাকৰ আম কঠালেৰে ভৰা বৰ বৰ বাৰী, ডাঙৰ ডাঙৰ গৰু-গোহালি, ২০।২৫ পুৰাকৈ মাটি আৰু দুটা তিনটাকৈ খানৰ ভঁৰাল। কিন্তু হাতীচুকৰ লোকসংখ্যা নিচেই কম; এবাৰ হাইজা বেমাৰৰ প্ৰকোপত ভালে-মান মানুহ সিফলীয়া হল।

হৰিকান্ত বৰুৱা পানীদিহিং মৌজাৰ মৌজাদাৰ। তেওঁৰ বয়স ৪০।৪১ বছৰ হ'ব; কিন্তু সিমান বয়স যদিও, তেওঁক দেখোঁতে ৫০।৬০ বছৰীয়া যেন দেখি। বায়ুৰোগ থকাত তেওঁৰ দাড়ি চুলি এটাইবোৰ পকিল; মূৰৰ মাজ ডোখৰত চুলি নাইকীয়া হল। মানুহজন শকত আৰু তেওঁৰ গাৰ বৰণ খিঠা। বৰণ যেনে মিঠা মানুহজনৰ কথা-বাৰ্ত্তাও তেনে মিঠা। মৌজাৰ সকলো ৰায়তে তেওঁক পেটেসৰ্ব্বিতে ভাল পায় আৰু ভক্তি কৰে। আন আন ভালেমান মৌজাদাৰৰ দৰে তেওঁ খাজনা আদায় কৰাত মুস্কিলত নপৰে; ৰায়তে যছৰি যছৰি যথাসময়ত তেওঁক খাজনা শোধায়। তেওঁৰ নাম প্ৰত্যেক ৰায়তৰ মুখতে। "ঈশ্বৰে যেন দীৰ্ঘায়ু কৰক" এই বুলি সকলোৱে হিয়া যাকি তেওঁক আশীৰ্ব্বাদ

দিয়ে। মৌজাদাৰৰ দুজনা ঘৈণী; এজনা নগৰৰ আৰু ইজনা গাৱঁৰ। ডাঙৰ জনাতকৈ সৰুজনা ৫ বছৰ মানৰ সৰু। মৌজাদাৰৰ আন কেউফালে সুখ হোৱাতো তেওঁৰ মনত এটা বৰ কষ্ট,—যে তেওঁৰ সতিনী ঘৈণী দুজনাৰ মাজত সমূলকে মিলা-প্ৰীতি নাই; অলপ কথাতে তেওঁবিলাক ভিকুচি-বিকুচি উঠে; ইজনে সিজনাৰ দোষ খুচৰি ফুৰে; আৰু ঘৰখন দিনে ৰাতিয়ে হাই-উকমিৰ বাহ কৰি থাকে। মৌজাদাৰে তেওঁবিলাকৰ ভিতৰত মনো-মালিন্য গুচাবলৈ যথাসম্ভৱ চেষ্টা কৰিও কৃতকাৰ্য্য নহল।

বৰ মৌজাদাৰণীৰ লৰা এটা আৰু ছোৱালী তিনিজনী; সৰুজনাৰ লৰা এটা ছোৱালী এজনী। বৰজনাৰ তিনিওজনী ছোৱালী উলিয়াই দিলে, লৰাটিকে বুকত বান্ধি লৈ তেওঁ থাকে। সৰুজনাৰ ছোৱালীটিৰ বয়স ১০ কি ১১ বছৰ। ডাঙৰজনাৰ লৰাটিৰ নাম ভীমকান্ত, সৰুজনাৰটিৰ নাম হৰকান্ত। বাপেকে মৌজা পাওঁতে ভীমৰ বয়স ৮ বছৰ আৰু হৰৰ ৫ বছৰ। মৌজাদাৰে গাৱঁৰ পঢ়াশালিৰ পণ্ডিতজনক দুয়োটি লৰাকে ঘৰতে পঢ়াবলৈ লগাইছিল আৰু পঢ়ুৱাবাবে পণ্ডিতক মাহে ২॥০ টকাকৈ দিছিল। বাপেকৰ মাত্ৰ দুটি পুতেক; তেওঁৰ সকলো আশা ভৰসা সিহঁততে হে; কিন্তু ইফালে অতিৰিক্তকৈ মৰম কৰিলে সিহঁতে লাই পায় বুলি ভয় আৰু সিফালে মৰম নকৰিলে কষ্ট পায় বুলি আশঙ্কা। মৌজাদাৰ সুবিবেচক মানুহ হোৱা বাবে লৰা দুটাক তেওঁ পেটে সমস্থিতে মৰম কৰে যদিও আসৈ নিদিয়ে।

সৰু মৌজাদাৰণীৰ জীয়েকৰ ১৪ বছৰমান বয়স হলত, নগৰৰ কাচাৰীত কাম কৰা আৰু মাহে ৪০ টকাকৈ দৰমহা পোৱা কেৰাণী এজনৰ লগত তেওঁৰ বৰ ধুমধামেৰে বিয়া হল। বৰ মৌজাদাৰণীৰ দৰে পেট কপটীয়া, কাঠ চিতীয়া আৰু খিট খিটীয়া মাইকী মানুহ অতি বিৰল; তেওঁ বৌটোকে ঢৌটো কৰি অলপ কথাতে ডাং খাই উঠে; চাকৰ-নাকৰবোৰক সঁচাই হক বা মিছাই হক ওৰেদিনটো কেট কেটাই থাকে; লোকে কৰা কাম এটাইবোৰ তেওঁৰ চকুৰ কুটা, আৰু নিজেও যি কৰে তাকো লাহে-ধীৰে নকৰি খপ জপ কৈ কৰি মন বঢ়াইহে ফুৰে। সৰু মৌজাদাৰণীয়ে যিমান দূৰ পাৰে তেওঁৰ তিতা মাত-কথাবোৰ সহি থাকিব খোজে, কিন্তু কেতিয়াবা সঁচাসঁচিকৈয়ে অসহনীয় হলে মুখেৰে এবাৰ তেওঁ সতিনীয়েকক নোকোৱাকৈ নেৰে।

ভীমৰ ১৩ বছৰ হোৱাত আৰু হৰৰ ১০ বছৰ হোৱাত তেওঁবিলাক দুইকো মৌজাদাৰৰ সম্বন্ধ লগা নগৰৰ মানুহ এঘৰত থাকি ইংৰাজী স্কুলত পঢ়িবলৈ পঠালে। ভীমক ৭ম শ্ৰেণীত আৰু হৰক ৮ম শ্ৰেণীত নাম লগাই দিয়ালে। যাৰ ঘৰত থৈছিল তেওঁ লৰা দুটাৰ পঢ়াশুনালৈ কাণ-সাৰ নিদিছিল, সিহঁতে দুষ্টালি কৰিলেও বেয়া পায় বুলি একো নকৈছিল। হৰ ভীমতকৈ বেছি বুধিয়ক আছিল আৰু তেওঁ পঢ়াশুনাত বেছি মন দিছিল। তেওঁৰ স্বভাব-চৰিত্ৰও ভাল। ভীমে মাকৰ বেয়া গুণ সোপাকে কাঢ়ি ললে; তাৰ উপৰি স্কুলৰপৰা পলাই আহি বাটত লুকাই থকা, মাষ্টৰৰ আগত ফাকি দিয়া, নগৰ লৰাবোৰৰ লগত মৰামৰি কৰা, বাটত কণা খোৰা মানুহ আৰু বলিয়া বা আঁকৰা মানুহ দেখিলে ইতিকিং কৰা, ইত্যাদি দুষ্ট লৰাৰ সকলো গুণৰ তেওঁ অধিকাৰী হৈ পৰিল। তেওঁ ঘৰৰপৰা পাৰেমানে টকা চুঁচি আনি পোচাক কৰাই তেওঁৰ জীৱনৰ প্ৰধান উদ্দেশ্য বুলি ধৰিছিল। "অমুকে এলবৰ্ট ফেচনৰ সেওঁতা ফালি ইউদিকোলন্ বা দেলখোচ খঁহি গোঞ্চত মলমলাই ফুৰিছে, ময়ো তেনেকৈ ফুৰোঁচোন"; "অমুকে দুশাৰী গুদাম থকা অপোন ব্ৰেষ্টৰ কোট আৰু তাৰ তলত সুন্দৰকৈ ইস্ত্ৰী কৰা কামিজ আৰু কলাৰ পিন্ধি কেনে ৰমকজমক হৈ পৰিছে ময়ো তেনে হৈ পৰোঁচোন"; "অমুকে ভাল জোতা মোজা পিন্ধি কেনে গহীন গম্ভীৰ হৈ ফুৰিছে, ময়ো তেনেকৈ ফুৰি চাওঁচোন"; "অমুকে মুখত চিগেৰেট দি, অনন্ত আকাশত ধোৱাঁ উৰাই কেনে স্ফূৰ্ত্তি কৰিছে, মইয়ো কৰি চাওঁচোন"; এনেবোৰ চিন্তাই অনবৰত তেওঁৰ মনত ঠাই পালে। সেইতাৰ দুকাৰৰ ৩ বছৰ মানৰ আগেয়ে কোনোমতে চুচৰি বাগৰি তেওঁ ৪ৰ্থ শ্ৰেণী পাইছিল গৈ। হৰে কিন্তু পঢ়াত দোপত দোপে উন্নতি দেখুৱাবলৈ ধৰিলে; কোনো শ্ৰেণীতে নবে পৰীক্ষাত ১ম, ২য় হৈ ককায়েকৰ লগ ধৰিলে গৈ। ভায়েকেৰে একে লগে পঢ়িব লগা হোৱাত ভীমৰ লাজত ভত নাই; তেওঁৰ ইচ্ছা যে আন এটা স্কুললৈ যায়, কিন্তু ঘৰত অনুমতি নিদিয়ে, নিৰুপায়। ভীমে হৰৰ লগত একে শ্ৰেণীতে পঢ়িবৰপৰা হৰক হিংসা কৰাৰ দৰে কৰিবলৈ ধৰিলে; মিছাকৈয়ে হৰে পঢ়া-শুনা নকৰে বুলি ঘৰলৈ চিঠি লেখে; হৰে কথা-বাৰ্ত্তা শুধিলে মুখ গুকোন্দাই দিও-নিদিওঁকৈ উত্তৰ দিয়ে। হৰে সকলো সহি থাকে। মৌজাদাৰৰ মৃত্যুৰ সময়ত হৰে ১ম শ্ৰেণী আৰু ভীমে টানি-টুনি ৩য় শ্ৰেণী পালেগৈ। মৌজাদাৰ জীয়াই থাকোঁতে

তেওঁৰ পুতেকহঁতৰ বিয়া চাবৰ তেওঁৰ ইচ্ছা আছিল, কিন্তু বিধতাই তেওঁৰ সেই ইচ্ছা পূৰণ নকৰিলে।

সৃষ্টিকৰ্ত্তাই সৎ প্ৰকৃতিৰ আৰু যশস্বী মানুহবোৰক সৰহ দিন সংসাৰত লাঞ্ছনা আৰু দুখ কষ্ট ভোগ কৰিবলৈ নথৈ স্বৰ্গৰ অমিয়া সুখ উপভোগৰ নিমিত্তে লৈ' যাবৰ ইচ্ছা কৰা যাবেই নে, সৰ্ব্বসংহাৰক কাল মানুহৰ অতিশয় কীৰ্ত্তি আৰু সুখ্যাতিৰ হিংসুক হোৱা বাবেই, সাধাৰণতঃ দেখা যায় যে সকলোৰে আদৰ ভক্তি আৰু শ্ৰদ্ধা আকৰ্ষণ কৰা পুৰুষসকলে বৰ বেছি দিন সংসাৰত বাস কৰিবলৈ নেপায়। ওপৰত উল্লেখ কৰা হৈছে যে মৌজাদাৰৰ আগৰপৰা বায়ুৰ বেমাৰ আছিল; বয়সৰ লগে লগে তেওঁৰ বেমাৰ ক্ৰমে বৃদ্ধি পাবলৈ ধৰিলে। তেওঁৰ ৫১ বছৰ বয়সত নবিয়া বৰ শকত হৈ উঠিল। সৰুজনা ঘৈণী তেওঁৰ বেছি প্ৰীতিভাজন হোৱাত মৰিবৰ সময়ত মৌজাদাৰে তেওঁৰ সম্পত্তিৰ ⅔ অংশ সৰুজনা আৰু তেওঁৰ পুতেকৰ নামে, আৰু ⅓ অংশ ডাঙৰ জনা আৰু ডাঙৰ জনাৰ পুতেকৰ নামে "উইল্" কৰিলে। তেওঁৰ অন্তিম কালত গাৱঁৰ ভালেমান মানুহ তেওঁক দেখা কৰিবলৈ আহিছিল; উলিয়াই দিয়া জীয়েক কেজনৰ এজনৰ বাহিৰে ইকেজন কোনো কাৰণ বশতঃ আহিব নোৱাৰিলে। অৱশেষত সকলোৰে শ্ৰদ্ধাভাজন মৌজাদাৰ ডাঙৰীয়া দুজনা ভাৰ্য্যা বিধবা কৰি থৈ ভক্ত বায়তবৃন্দৰ মাজত অনন্ত কাললৈ চকু মুদিলে।

পুতেকহঁতে ৰীতিমতে বাপেকৰ শ্ৰাদ্ধ কৰিলে। শ্ৰাদ্ধৰ বাহিৰেও ঘৰৰ আন আন লেঠাত পৰাত হৰে সেইবাৰ এণ্ট্ৰেচ পৰীক্ষা দিব নোৱাৰিলে আৰু সেই হেন বিচক্ষণ বুদ্ধিৰ লৰা এটাই ইমানতে ছাত্ৰজীৱনৰ সামৰণি পেলালে। ভীমও এতিয়া মুকলি-মুৰীয়া হৈ ৩য় শ্ৰেণীতে পঢ়াশুনাক অতি সন্তোষেৰে সৈতে তেওঁ বিদায় দিলে। তেতিয়া ভীমৰ বয়স ২০ বছৰ আৰু হৰৰ ১৭ বছৰ। জনা-শুনা অনচেৰেক মানুহৰ উপদেশ মতে ভীমে খালি হোৱা মৌজাদাৰ কামটোলৈ দৰ্খাস্ত দিলে; চৰ্কাৰেও হৰিকান্ত মৌজাদাৰৰ উপযোগিতা আৰু কৰ্ত্তব্যপৰায়ণতা বিবেচনা কৰি ভীমক কাম দিলে। মৌজাদাৰ হৈ ভীমে লাট্ চাহাব হলোঁ বুলি ভাবিলে। তেওঁ মৌজাৰ কামলৈ কাণসাৰ নিদি দিনে ৰাতিয়ে সমনীয়া লৰাৰে "আড্ডা মাৰিয়ে" কাল কটাবলৈ ধৰিলে। হৰ আৰু হৰৰ মাকলৈ তেওঁ ঘূৰিকে নোচোৱা হল। কেতিয়াবা হৰে টকা-সিকা খুজিলে

"তহঁতৰ ইমানবোৰ সম্পত্তি কি কৰিছ ?" বুলি তেওঁ সম্বিধান দিয়ে। যদিও হবে বাপেকৰ সম্পত্তিৰ ⅓ ভাগ পাইছিল তথাপি তেওঁ কি ব্যৱসায়ত সোমাব, কেনেকৈ জীবিকা অৰ্জনৰ ভাল উপায় এটা পাব, এইবোৰ ভাবি চিন্তি আছিল। এনেতে তেওঁৰ সৌভাগ্য-ৰবি উদয় হল। ভীমে মৌজাৰ কাম সমূলি চলাব নোৱাৰিলে। মৌজা বেয়াকৈ চলা দেখি চৰ্কাৰে অলপ দিনৰ পাছত ভীমক গুচাই তেওঁৰ কাম হবক দিলে। হবৰ তেতিয়া ২০ বছৰ। তেতিয়াৰপৰা ভীমে হবক শত্ৰু যেন দেখা হল আৰু আন কি হব আৰু হবৰ মাকৰ লগত মতামতি কৰিবলৈকে এৰিলে। হবে কিন্তু নিজৰ মাকক আৰু মাহীমাকক সমান চকুৰে চাইছিল আৰু ভীমৰ মাকক টকা-সিকা দি আছিল। হবে টকা-সিকা দিলে ভীমে মাকক কয়, "নেলাগে তাৰ টকা লব, আমাৰ নাইকিয়া হৈছে নে কি ?" মাকে বথাও-নবথাওঁকৈ শেহত বখাই থয়। ভীমৰ ২৩ বছৰ বোৱাত মাকে তেওঁলৈ ছোৱালী বিচাৰিলে। ভীমৰ যদিও বেছি বিদ্যা বুদ্ধি নাছিল, তথাপি ডাঙৰ মানুহৰ লৰা বুলি ছোৱালী যাচোঁতা মানুহৰ নাটনি নপৰিল। গাৱঁৰ ভাল বংশৰ ছোৱালী এজনীৰে ভীমৰ সমাৰোহেৰে বিয়া হল। হবে বিয়াত চাৰিউফালে পাৰ্য্যমানে সহায় কৰিছিল, কিন্তু ভীমৰ নিঠুৰ মন নিঠুৰ হৈয়ে থাকিল। বিয়াৰ পিছত, হবৰে সৈতে সকলো সম্বন্ধ ছিঙিবৰ অভিপ্ৰায়ে ভীম বুঢ়ীমাক আৰু ঘৈণীয়েকৰে সৈতে হবৰপৰা বেলেগ হল। হবে বেলেগ নহবলৈ ভীমক আৰু ভীমৰ মাকক ভৰিত ধৰি অনুৰোধ কৰিছিল, কিন্তু মিছা হল। হব আৰু হবৰ মাকে ভীমহঁত ঘৰৰপৰা ওলাই যাওঁতে কান্দিবলৈ ধৰিলে, কিন্তু ভীম আৰু ভীমৰ মাকৰ চকুত এটুপিও চকু-পানী নোলাল। বেলেগ হোৱাৰ পাছতো, হবে তেওঁবিলাকলৈ কিবাকিবি পঠাই আছিল আৰু তেওঁৰ মাকক ভীমহঁতৰ ভালে মনে মনে পঠিয়াই আছিল। ভীমে কিন্তু মাকক হবৰ ডালৈ কেতিয়াবা-কাচিৎ হে পঠাইছিল, তাকো অতি অনিচ্ছাৰে। হব মৌজাদাৰৰ ২৪ বছৰ বয়স হোৱাত নগৰৰ নামজলা মানুহ এঘৰৰ ছোৱালী এজনীৰে সৈতে তেওঁৰ বিয়া হল। বিয়ালৈ ভীমক ইমানকৈ মাতি পঠাইছিল তথাপি ভীম নাহিল। বিয়াৰ পিছত হবে নগৰতো ঘৰ কৰি ললে। হবৰ সমৃদ্ধি দেখি ভীমৰ থিয়ালত ভত নাইকিয়া হল। হবহঁতে বাপেকৰ সম্পত্তিৰ তেওঁ-লোকতকৈ দুগুণ বেছি পোৱাত আৰু ভীমৰ মৌজাদাৰ কাম হবক দিয়াত

সেই খিয়াল তিনিগুণে চৰিল। সদাই তেওঁ হবৰ অহিত চিন্তে আৰু মানুহৰ আগত হবৰ কুৎসা ৰটনা কৰে। শান্ত প্ৰকৃতিৰ হবে কেতিয়াও ইয়াৰ প্ৰতি-শোধ লবলৈ নিবিচাৰিছিল, বৰং ককায়েকৰ দুৰ্বুদ্ধি দেখি নিজে নিজে লজ্জিত হৈছিল।

ভীমৰ মাকে নাতিনিয়েকৰ মুখ চাবলৈ বৰ আশা কৰিছিল, কিন্তু দৈবৰ দুৰ্বিপাকত সেই আশা নফলিয়ালে। ভীমৰ বিয়াৰ ৮ মাহ মানৰ পাছতে তেওঁৰ মাকৰ মৃত্যু হল। ভীমৰ মনত এতিয়া বৰ বিৰাগ হল; তেওঁ বাপেকৰ সম্পত্তি যি পাইছিল প্ৰায় গোটেইখিনি আদায় হল; এতিয়া লোণ তেল কিনি খাবলৈকো টনাটনি। হবে তেওঁলৈ টকা-সিকা পঠাই আছিল কিন্তু তেওঁ কেতিয়াবা ২ লবলৈ অস্বীকাৰ কৰে আৰু কয় যে তেওঁৰ টকাৰে খোৱাতকৈ মাগিয়ে খাব৮ ভীমৰ মাক মৰাৰ পিছত ভীমক ঘৈণীয়েকৰে সৈতে হবৰ ঘৰলৈ আহিবলৈ হবে ইমান ধৰিলে কিন্তু কঠিনহৃদয় ভীম কোনোমতে মান্তি নহল। ভীমে তেওঁৰ অৱস্থাৰ কথা ভাবি চিন্তি থাকোঁতেই তেওঁক আৰু এটা অমঙ্গলে দেখা দিলে। মাক মৰাৰ মাত্ৰ দুমাহৰ পাছতে তেওঁৰ একমাত্ৰ আশা তেওঁৰ ঘৈণীয়েকেও ভৱলীলা সম্বৰণ কৰিলে। হবে ভীমক ঘৈণীয়েকৰ শ্ৰাদ্ধ কৰোঁতে যথেষ্ট সহায় কৰিলে আৰু আকৌ ভীম তেওঁৰ লগলৈ আহিবলৈ ভীমৰ ভৰিত ধৰি অনেক কাকূতি মিনতি কৰিলে, কিন্তু সকলো মিছা হল। ভীমৰ মনত এটা বিকৃতিয়ে দেখা দিলে; ভীমে গোটেই জগত অন্ধকাৰময় দেখিলে। যেনিয়ে চাই তেনি অশেষ যন্ত্ৰণা, নিকাৰ, বিষাদ, কি কৰিব কলৈ যাব এইবোৰ ভাবি ভাবি তেওঁ বলিয়া হল; ঘৰ-বাৰী এৰি বাটে-পথে অনাই-বনাই ফুৰিবলৈ ধৰিলে। ভায়েকে কেতিয়াবা বলেৰে ভীমক তেওঁৰ ঘৰলৈ নিলেও এৰাতি বা দুৰাতি থাকি ভীম গুচি আহে। ককায়েকৰ এনে গতি দেখি ভায়েকৰ মনত বৰ বেজাৰ হল; তেওঁৰ সুখৰ সুনীল আকাশত দুখৰ ডাৱৰে দেখা দিলে। ভীমৰ গাৰ সম্বল মাত্ৰ ফটা চোলা এটা আৰু কেটকুৰি কলা চুৰিয়া এখন। গা-পা নোধোৱা আৰু তেল পানী নথঁহা বাবে তেওঁৰ মুৰৰ চুলিয়ে জটা বান্ধিলে; হাত ভৰিৰ নখবোৰ বৰ একোটা হৈ দেখিবলৈ কুৎসিৎ হল। তেওঁ অকলে অকলৈ খিৰ খিৰ কৈ কিবাকিবি বকি থাকে; মানুহে কথা সুধিলে উত্তৰ নিদিয়ে; থাকে থাকে, কথা নাই বাৰ্ত্তা নাই হাঁহি একোটো মাৰে; যাবে পায় তাৰে ঘৰতে ভাত-

পানী খায়গৈ ; তেওঁৰ যে তায়েক এটা আছে তাৰ জ্ঞান নাই। যি ভীমে ঘাটত বলিয়া মানুহ লগ পালে পেংলাই কৰিছিল, সেই ভীম এতিয়া নিজেই বলিয়া। আগেয়ে ভীমে চুধ কি সুবুজি নানান ধৰণৰ পোচাক মাৰি ৰমকজমক হৈ ফুৰিছিল এতিয়া ভীমৰ গাৰ সমল দেখিলে ঘিণলগা। ভীমক আগেয়ে মৌজাদাৰৰ বৰ পুতেক বুলি সকলোৱে সন্মান কৰিছিল আজি ভীম মানুহৰ মাজত নগণ্য। ভীম আজি ঘাটৰ বলিয়া।

শ্ৰীপদ্মধৰ চলিহা।

---

# উমেশচন্দ্ৰ বন্দ্যোপাধ্যায়।

কলিকতা ৰাজধানীৰ ওচৰৰ খিদিৰপুৰ চহৰত ১৮৪৪ চনৰ ২৯ ডিচেম্বৰ তাৰিখে উমেশচন্দ্ৰ বন্দ্যোপাধ্যায়ে (ডব্লিউ চি বোনাৰ্জ্জী) এঘৰ চহকী আৰু সম্ভ্ৰান্ত কুলীন বামুণৰ ঘৰত জন্ম গ্ৰহণ কৰে। তেওঁৰ ককাক শ্ৰীযুত পীতাম্বৰ বানুৰ্জ্জীৰ আচল ঘৰ হাওৰা জিলাৰপৰা প্ৰায় ১৬ মাইল আঁতৰত বাগান্দা নামে গাৱঁত আছিল। পীতাম্বৰ বানুৰ্জ্জী বাগান্দাৰপৰা উঠি আহি কলিকতাত পোনতে স্কুলৰ অধ্যাপকৰ কামত সোমায়। তাৰ পিছত তেওঁ কলিকতা হাই-কোৰ্টৰ বিখ্যাত "এটৰ্ণি" কলিয়েৰ বাৰ্ড কোম্পানীৰ (Messrs Collier Bird & co) "বেনিয়ান" হৈ বহুত ধন-সম্পত্তি আৰু জমীদাৰী আৰ্জ্জি কলিকতাৰ এজন নামজ্বলা গণ্য মান্য জমীদাৰ হল। তেওঁ বৰ ধাৰ্ম্মিক আৰু দানী আছিল। তেওঁৰ ধন-সম্পত্তিৰ সৰহভাগ ধৰ্ম্ম কাৰ্য্য আৰু দান কৰোঁতেই ওৰ পৰিছিল। ডব্লিউ, চি, বোনাৰ্জ্জীৰ বাপেকৰ নাম গিৰীশচন্দ্ৰ বানুৰ্জ্জী। গিৰীশচন্দ্ৰ পীতাম্বৰ বানুৰ্জ্জীৰ ২য় পুতেক। তেওঁ কলিকতা হাইকোৰ্টৰ এজন ভাল "এটৰ্ণি" আছিল। ১৮৬৮ চনত ৪৫ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। ডব্লিউ, চি, বোনাৰ্জ্জীৰ মাক, ত্ৰিবেণীৰ জগৎবিখ্যাত সংস্কৃতজ্ঞ পণ্ডিত জগন্নাথ তৰ্কপঞ্চাননৰ নাতিনীয়েক আছিল। মিঃ বোনাৰ্জ্জীৰ ৪ জন ভাই ককাই আছিল। তেওঁৰ ককায়েক আৰু মাজু ভায়েক সকতে ঢুকাল। তেওঁৰ সৰু ভায়েক সত্যধন বানুৰ্জ্জী কলিকতা বিশ্ববিদ্যালয়ৰ এম, এ, আছিল।

ডব্লিউ, চি, বোনাৰ্জীক বাপেকে নিচেই লৰাকালতে কলিকতাৰ সিমলা নামে ঠাইৰ পঢ়াশালিত পঢ়িবলৈ নাম লগায় দিয়ে। তাত তেওঁ মাতৃভাষা বঙ্গলা শিকি তাৰ পিছত কৃষ্ণদাস পাল্ আৰু শম্ভুচন্দ্ৰ মুখুৰ্জ্জীৰ মজলীয়া ইংৰাজী স্কুল "ওৰিয়েণ্টেল চেমিনেৰিত" (Oriental Seminary) পঢ়ি, ১৮৬১ চনত মহেশচন্দ্ৰ বাঙ্গুৰ্জী আৰু কেনড্ৰফৰ (Mr Candruff) তলত হিন্দু স্কুলৰ প্ৰথম শ্ৰেণীলৈকে পঢ়িলে। কিন্তু তেওঁ প্ৰবেশিকা পৰীক্ষা নিদি, সেই সময়ৰ যাত্ৰা থিয়েটৰ আদি ভামোচা চাই আৰু সেইবিলাকত নিজে ভাৱৰীয়াৰ ভাও লৈ ফুৰি কাল কটাইছিল। সৰুতে তেওঁ দেখিবলৈ শুৱনি আছিল; যাত্ৰা আৰু থিয়েটৰত যেতিয়াই যি ভাও লৈছিল তাতে তেওঁক শুৱাইছিল। কালীপ্ৰসন্ন সিংহ আৰু মহাৰাজা স্যাৰ যতীন্দ্ৰমোহন ঠাকুৰৰ ঘৰত তেওঁ বহুৎ বাৰ থিয়েটৰত ভাও লৈ তেওঁবিলাকৰ মৰমৰ আৰু শলাগৰ পাত্ৰ হৈছিল। বাপেকে তেওঁৰ এনে স্বভাব দেখি নানা প্ৰকাৰ তেওঁক ভৰ্চ্চ কৰিছিল। এদিন ১৮৬১ চনত তেওঁ বাপেকৰ কৰ্কথনা সহিব নোৱাৰি ৰাণীগঞ্জ নামেৰ ঠাইলৈ পলাই গৈছিল। বাপেকে বহুৎ কষ্টেৰে তেওঁক ভাবপৰা বৰাই-বুজাই আনিব লগাত পৰিছিল। বাপেকে বহুৎ উপায়েৰে পুতেকক সজ বাটলৈ আনিব নোৱাৰি হতাশ হৈ সেই বছৰৰ নবেম্বৰ মাহত তেওঁক স্কুলৰপৰা নাম কটাই আনি তেওঁৰ লগৰীয়া ব্যৱসায়ী বন্ধু মিঃ ডব্লিউ, পি, ডাউনিং (Mr W. P. Downing) এটৰ্নিৰ লগত "আৰ্টিকোল" কেৰাণী (article clerk) সুমাই দিলে। সেই কেৰাণী কামত সোমাই তেওঁ বহুৎ কথাত, ভালকৈ লেখা-পঢ়া নজনা বাবে টান আৰু লাজ পাই লৰাকালৰ ধেমালিৰ ফল বুজি বৰকৈ অনু-তাপ কৰিবলৈ ধৰিলে, আৰু যিমান পাৰে তাৰ প্ৰতিকাৰ কৰিবলৈ নিশ্চয় কৰি দিনে ৰাতিয়ে পৰিশ্ৰম কৰি সকলো আইন-কানুনবিলাক মন দি পঢ়িবলৈ ধৰিলে, আৰু আটাই কামকাজ পটুভাবে অলপ সময়ৰ ভিতৰতে সমাধা কৰিবলৈ শিকিলে। আচৰিত কথা, তেনে ধেমালি আৰু থিতিভালি কৰি ফুৰা লৰাৰ স্বভাৱত অভাৱনীয় পৰিবৰ্ত্তন ঘটিল। তেওঁৰ বাপেক আৰু মিঃ ডাউনিঙে তেওঁৰ স্বভাৱৰ এনে পৰিবৰ্ত্তন আৰু কামকাজ দেখি বৰ সুখী হল। এইদৰে তেওঁ মিঃ ডাউনিঙৰ লগত ভালকৈ কামকাজ শিকি এবছৰৰ পাছত সেই চাকৰি এৰি ১৮৬২ চনত মিঃ ডব্লিউ, এফ, গিলেণ্ডৰৰ (Mr. W. F. Gillan-

ders) লগত সেই কামতে আকৌ সোমাই অতি অলপ দিনৰ ভিতৰত এনে আইন জনা পৈণত পণ্ডিত হৈ উঠিল যে ১৮৬৪ চনৰ ১৬ অক্টোবৰত, বঙ্গে দেশৰ স্যৰ বচ্‌টমৃজি জিজিভয়ে দিয়া আইন মহলাৰ এক লাখ টকীয়া জলপানি পৰীক্ষাত প্ৰথম হৈ উঠি বিলাতত বেৰিষ্টৰি পঢ়িবৰ নিমিত্তে লাখটকীয়া জলপানি লৈ যাব পৰা হল। এই আইনৰ মহলাৰ নিমিত্তে ৫টা ১লাখ টকীয়া জলপানি আছিল। তিনটা বম্বেৰ, এটা মান্দ্ৰাজৰ আৰু বাকিটো বঙ্গদেশৰ লৰাৰ নিমিত্তে। বঙ্গদেশৰটোৰ জলপানিৰ নিমিত্তে হেনৰী ৰেইমণ্ড ফিঙ্ক্ (Henry Raymond Fink), হাইকোৰ্টৰ উকীল অম্বিকাচৰণ বসু, ডব্লিউ, চি, বোনাৰ্জী আদি ১২ জন চোকা বুদ্ধিৰ ছাত্ৰ আছিল। বাছনি পৰীক্ষাত আটাইকে চেৰ পেলাই ডব্লিউ, চি, বোনাৰ্জী সকলোতকৈ আগ বাঢ়িল। তেওঁ ১লাখ টকাৰ জলপানি লৈ বিলাতলৈ গৈ ধৈৰ্য্য সহিষ্ণুতা আৰু পৰিশ্ৰমেৰে "মিডোল টেম্পোল" (Middle Temple) নামে আইন-পঢ়াশালিত পঢ়ি দোপত দোপে সকলো মহলাবোৰত উঠি নিয়মিত সময়ত এজন প্ৰধান নামজলা বেৰিষ্টৰ হৈ ১৮৬৮ চনত কলিকতা হাইকোৰ্টত "এড্‌ভকেট্" হৈ বহিলহি। হাইকোৰ্টৰ বেৰিষ্টৰৰ তালিকাত তেওঁৰ নাম লগোৱাৰ অলপ দিনৰ পিছতে তেওঁৰ বন্ধু বেৰিষ্টৰ মনমোহন ঘোষৰ কৃষ্ণনগৰৰ ঘৰলৈ তেওঁ ফুৰিবলৈ গৈছিল। এজন বিলাতী চিভিলিয়ানে এজনী দুখীয়া গাম্‌লীয়া তিৰোতা মানুহক মিছা সাক্ষী দিয়াৰ অভিযোগত (perjury) কয়দত দি তাইৰ ওপৰত ডাঙৰ গোচৰ লগাইছিল। সেই তিৰোতা মানুহজনীয়ে মনমোহন ঘোষক বেৰিষ্টৰ ধৰিবৰ মন কৰিছিল, কিন্তু মিঃ ঘোষৰে সেতে গুচৰীয়া চিভিলিয়ান চাহাবৰ বন্ধুত্ব থকা বাবে তেওঁ সেই গোচৰ হাতত লব নোৱাৰিলে। ডব্লিউ, চি, বোনাৰ্জীয়ে সেই মানুহজনীৰ এনে দুৰ্গতি দেখি নিজে সেই গোচৰ হাতত লৈ এনে যুক্তিসঙ্গত আইন আৰু তৰ্ক কৰি তাইক "খালাচ" কৰিলে, যে মিঃ ডব্লিউ, এফ, মেক্‌ডনেল (Mr. W F. Macdonell) জজ্ চাহাবকে আদি কৰি সকলো তবধ লাগি মিঃ বোনাৰ্জীক নথৈ শলাগিবলৈ ধৰিলে। এই গোচৰৰ পৰা তেওঁৰ নাম বঙ্গদেশত বিয়াপি পৰিল।

১৮৮৩ চনত যেতিয়া ভাৰতৰ গৌৰৱ শ্ৰীযুত সুৰেন্দ্ৰনাথ বানৰ্জী আদালতক অৱজ্ঞা কৰাৰ অংৰত পৰে, আৰু ১৮৮৭ চনত যেতিয়া "ষ্টেঠচ্‌মেন" কাগজৰ

বুঢ়া সম্পাদক মিঃ ৰবার্ট নাইট্ বৰ্দ্ধমানৰ "লাইবেল" মকৰ্দ্দমাত পৰে তেতিয়া মিঃ ডব্লিউ চি, বোনাৰ্জীয়ে যি নিস্বাৰ্থ ভাৱে আৰু চতুৰভাৱে নিজৰ বহুমূলীয় সময় আৰু অৰ্থলৈ নেচাই এওঁলোক দুজনৰ পক্ষ সমৰ্থন কৰিছিল তাক সকলোৱে জানে।

তেওঁৰ ওকালতী আৰু সেই বিদ্যাত দক্ষতা দেখি, সেই সময়ৰ কলিকতা হাইকোৰ্টত ওকালতী কৰা বিদেশী বাৰিষ্টৰ সকলো গোটখাই তেওঁৰ উন্নতিৰ বাটত হিংসা আৰু শিয়ালৰ হুল পুতিবলৈ ধৰিলে। কিন্তু, জুইৰ যত্তা এডাৰ ফটাকানি পুৰি ওলোৱাৰ দৰে মিঃ বোনাৰ্জীয়ে সকলো বিপদ অতিক্ৰম কৰি নিজৰ জেউতি দিনক-দিনে বঢ়াই নিজৰ আৰু দেশৰ উপকাৰ সাধিবলৈ ধৰিলে। পিছত এনে হল যে হাইকোৰ্টৰ অইন সকলো দেশী আৰু বিদেশী বাৰিষ্টৰক চেৰ পেলাই তেওঁ নিজে আগ-বঢ়ুৱা হৈ দেশে বিদেশে যশস্যা লভিবলৈ ধৰিলে। অনেক সময়ত, তেওঁ সময়ৰ অভাৱত বহুত গোচৰ হাতত লব নোৱাৰি এৰি দিব লগাত পৰিছিল।

তেওঁৰ সহিষ্ণুতা, জ্ঞান, কাৰ্য্যদক্ষতা, স্থৈৰ্য্য আদি গুণৰ বলত গৱৰ্ণমেণ্টে তেওঁক চাৰিবাৰকৈ "ষ্টেণ্ডিং কাউন্চেলৰ" পদত নিযুক্ত কৰিছিল। ১৮৭৪ চনত সেই সময়ৰ ছুৱলীয়া লাট চাহব বহাদুৰ স্যৰ এচ্লি ইডেনে (Sir Ashley Eden) মিঃ বোনাৰ্জীক বেঙ্গল কাউন্চিলৰ সভ্য মনোনীত কৰিবৰ মনেৰে, অনৰেবোল কৃষ্ণদাস পালৰ হতুৱাই তেওঁক টুকৰিয়াই চাইছিল। মিঃ বোনাৰ্জী এনেবোৰ বাহিৰা সন্মানেৰে ভূষিত হবলৈ মান্তি নহল। ১৮৮১ চনত যেতিয়া হাইকোৰ্টৰ জজৰ কাম খালি হয়, চিফ্ জষ্টিচ সাৰ বিচাৰ্ড গাৰ্থে ( Sir Richard Garth ) মিঃ বোনাৰ্জীক সেই কামত সুমোৱাবলৈ যথাসাধ্য চেষ্টা কৰিছিল। কিন্তু মিঃ বোনাৰ্জী আগৰ দৰেই মান্তি নহল। তেওঁৰ বাৰিষ্টৰি ব্যৱসায়ত বছৰে প্ৰায়ে ১ লাখ টকাকৈ উপাৰ্জ্জন আছিল।

স্কুলত পঢ়াৰ সময়ৰপৰা তেওঁ সদায় ৰাজনীতি আৰু মাতৃভূমিৰ বিষয়ে আলচ কৰিবলৈ ভাল পাইছিল। সেই স্বভাৱ তেওঁৰ অৱস্থা আৰু জ্ঞানৰ লগে লগে বাঢ়িবলৈ ধৰিলে। কলিকতাৰ আজিকালি নামজলা দৈনিক ইংৰাজী বাতৰি কাকত "বেঙ্গলী" তেওঁৰ অনুগ্ৰহ আৰু উদ্যোগৰ ফল। তেওঁ বিলাতলৈ যোৱাৰ আগেয়ে ১৮৬২ চনত যেতিয়া মিঃ ডব্লিউ. এফ্, গিৰেণ্ডাৰৰ চিৰস্থাত কাম

কৰি আছিল, সেই বছৰৰ মেই মাহত তেওঁ এই "বেঙ্গলী" কাকত ছাপা কৰি উলিয়াবৰ নিমিত্তে বেচাৰাম চাটাৰ্জীৰে সৈতে গোটখাই সেই কাকতৰ প্ৰথম সম্পাদক শ্ৰীযুত গিৰিশচন্দ্ৰ ঘোষক বহুত ৰকমে সহায় কৰিছিল। সেই কাকত ছপাবৰ নিমিত্তে বোনাৰ্জীয়ে তেওঁৰ বন্ধু শ্ৰীযুত কালীপ্ৰসন্ন সিংহৰপৰা ছাপাখানা আৰু আখৰ আদি বহুত সৰ্জুলি আদায় কৰি দি সেই কাকতৰ ভেটি বান্ধি দিলে।

ভাৰত-মহাসভা ( কংগ্ৰেচ ) যেতিয়া ১৮৮৫ চনৰ ডিচেম্বৰ মাহত প্ৰথমে বম্বেত স্থাপিত হয়, মিঃ বোনাৰ্জীয়ে বহুত সময় আৰু টকা খৰচ কৰি যাবলৈ গৈ তাত যথেষ্ট কাৰ্য্যতৎপৰতা উদ্যোগ আৰু সহানুভূতি দেখুৱাইছিল। আৰু বম্বেৰ মানুহবোৰে তেওঁক সেই প্ৰথম সভাৰ সভাপতি বৰণ কৰি তেওঁক আৰু তেওঁৰ দেশক সন্মান কৰি সুখী হৈছিল। ইয়াৰ পিছত তেওঁ এই সভাৰ আৰু এবাৰ সভাপতি হবলৈ পাইছিল। ১৮৮৬ চনত যেতিয়া এই সভাৰ ২য় অধিবেশন কলিকতাত হয়, মফস্বলৰ প্ৰতিনিধি বিলাক (delegates) সেই কেই-দিন কলিকতাত থাকিবৰ নিমিত্তে মিঃ বোনাৰ্জীয়ে তেওঁৰ "পাৰ্ক ষ্ট্ৰীটৰ" ঘৰবাৰী একেবাৰেই তেওঁবিলাকৰ নিমিত্তে এৰি দিছিল। তেওঁ এইদৰে নানা প্ৰকাৰে এই সভাৰ প্ৰধান গুৰিয়াল হৈ তাক কেচুৱা অৱস্থাৰপৰা বহুৎ ডাঙৰ দীঘল কৰি ভাৰতৰ বহুৎ উপকাৰ সাধিলে।

১৮৬৫ চনত তেওঁ বিলাতত এইদৰে আগবঢ়ুৱা হৈ "লণ্ডন ইণ্ডিয়ান চচাইটি" নামে এখন সভা, শ্ৰীযুত জ্ঞানেন্দ্ৰমোহন ঠাকুৰৰ ঘৰত প্ৰতিষ্ঠা কৰি মিঃ দাদাভাইনৌৰোজিক সেই সভাৰ সভাপতি পাতি নিজে তাৰ সম্পাদক হৈ নিজ দেশৰ গৌৰৱ বিস্তাৰ কৰিছিল। সেই সভা আজিকালি ডাঙৰ হৈ "ইষ্ট ইণ্ডিয়া এচোচিয়েচন"ৰ লগ লাগিল।

ওকালতী আৰু দেশৰ কামত তেওঁৰ শাৰীৰিক আৰু মানসিক পৰিশ্ৰম বেছি হোৱাত তেওঁক বহুমূত্ৰ ৰোগে আক্ৰমণ কৰি তেওঁৰ স্বাস্থ্যৰ হানি কৰিবলৈ ধৰিলে। জল বায়ু পৰিবৰ্ত্তন কৰিবৰ মনেৰে ১৮৮৮ চনত তেওঁ আকৌ ইংলণ্ডলৈ গৈ "ক্ৰয়ডন" নামে চহৰত মাটিবাৰী কিনি নিজ ঘৰক "খিদিৰপুৰ ভিলা" নাম দি কিছুদিন মনে মনে জিৰাই শৰীৰ ভাল কৰিবৰ মন কৰিলে। কিন্তু তেওঁ ইংলণ্ড পাই অলপ দিন মাথোন বিশ্ৰাম লওঁতেই আকৌ তেওঁৰ হিয়াত স্বদেশ

চিন্তা স্বদেশপ্ৰেম আৰু স্বদেশৰ ৰাজনীতিৰ চৰ্চ্চা জ্বলি উঠিল আৰু নিজৰ অৱস্থা পাহৰি পেলালে। তেওঁ মিঃ ডিগ্‌বি ( Mr. Digby ) আৰু দাদাভাইনৌৰজিৰে সৈতে গোটখাই "লণ্ডন এজেন্সি" ( London Agency ) স্থাপন কৰি নিজে ভাৰতৰ সকলো ঠাইৰপৰা পঁচা তুলিবলৈ ধৰিলে। ইংলণ্ডৰ "নৰ্থেম্পটন্" ( Northampton ) চহৰত, এই সভাত মিঃ দাদাভাইনৌৰজি আৰু পাৰ্লেমেণ্টৰ সভ্য মিঃ ব্ৰেড্‌লৰে ( Mr. Bradlough M. P. ) সৈতে তেওঁ ভাৰতৰ শাসন প্ৰণালীৰ বিষয়ে দীঘলীয়া বক্তৃতা দিছিল। এইদৰে তেওঁ নিজ দেশৰ উপকাৰাৰ্থে বিলাতৰ বহুৎ ঠাইত ডাঙৰ ডাঙৰ সমাজ আৰু সভাত সাঙৰা বক্তৃতা দি বহুৎ উপকাৰ কৰিছিল।

তেওঁ দেশী আৰু বিদেশী দুই শ্ৰেণীৰ মানুহৰ ইমান মৰম, শ্ৰদ্ধা, ভক্তি আৰু আদৰ্শৰ পাত্ৰ হৈছিল যে মৰাৰ অলপ আগতে তেঁওক "পাৰ্লেমেণ্টৰ" সভ্য মনোনিত কৰাৰ কথা হৈছিল। দেশৰ দুৰ্দ্দশাৰ নিমিত্তে তেওঁ নিজক আৰু তেওঁৰ দেশক সেই সন্মানেৰে ভূষিত কৰাৰ আগেয়ে ১৯০৬ চনত বিলাতত নিজৰ ঘৰ "থিদিৰপুৰ ভিলাত" ইহ জীৱন এৰি স্বৰ্গী হল।

তেওঁ ১৮৫৯ চনত ১৫ বছৰ বয়সতে বহুবজাৰৰ ( কলিকতাৰ ) শ্ৰীযুক্ত নীলমণি মতিলালৰ জীয়েকক বিয়া কৰাইছিল। ইমান কম বয়সত তেওঁৰ বিয়া কৰাবৰ ইচ্ছা নাছিল, কিন্তু বাপেক মাকৰ অনুৰোধত তেওঁ কৰাবলৈ বাধ্য হৈছিল। বিলাতৰপৰা উভতি আহি তেওঁ ঘৈণীয়েকক লেখাপঢ়া আদি সকলো শিক্ষা দি সৰ্ব্বগুণেৰে ভূষিতা কৰিছিল। ১৮৭০ চনৰ ৫ মাৰ্চ তাৰিখে তেওঁৰ বিলাকৰ প্ৰথম পুতেক কমলকৃষ্ণ চেলি বোনাৰ্জীৰ জন্ম হয়। তেওঁ বাৰিষ্টৰ হৈ কলিকতাৰ হাইকোৰ্টত আইনৰ ব্যৱসায় চলাই আছে। দ্বিতীয় পুতেকো কলিকতা হাই-কোৰ্টৰে বেৰিষ্টৰ। যদিও বাপেক মাকৰ অনুৰোধত আৰু আদেশত তেওঁ নিজে ১৫ বছৰ বয়সত বিয়া কৰাইছিল তথাপি তেওঁ কম বয়সত লৰাই বা ছোৱালীয়ে বিয়া কৰোৱাৰ ঘৰ বিৰোধী আছিল। এনে বিয়া লৰা আৰু ছোৱালী দুইয়ো ৰব অনিষ্টকৰ। এই বাল্যবিবাহৰ নিয়ম আমাৰ হিন্দু সমাজৰপৰা লাহে লাহে আঁতৰাবৰ নিমিত্তে তেওঁ সমাজৰ গুৰিয়ালসকলক বহুৎ উপদেশ দিছিল।

তেওঁৰ ধৰ্ম্ম বিষয়ে মত যে, যি মানুহ যি ধৰ্ম্মত জন্মগ্ৰহণ কৰে সি সদায় সেই দুপা-ককাৰ ধৰ্ম্মত থাকি মৰাই ভাল। মানুহৰ আচল ধৰ্ম্ম পৰোপকাৰ আৰু

মাতৃভূমিৰ সেৱা। মাজতে তেওঁ এবাৰ ভুল কৰি খৃষ্টিয়ান হব খুজিছিল। পিছে বহুং ধৰ্ম্মশাস্ত্ৰ আদি পঢ়ি নিজৰ হিন্দুধৰ্ম্মই সকলোতকৈ শ্ৰেষ্ঠ বুলি ভাবপৰা বিৰত হল। হিন্দুৰ একান্নবৰ্ত্তী পৰিয়ালৰ প্ৰথা তেওঁ বৰ বেয়া বুলিছিল। ভাই ককাই মিতিৰ কুটুম আদিৰ ভিতৰত মিল আৰু মৰম চেনেহ নথকাৰ আৰু ভাৰতত বেছি মকৰ্দ্দমা হোৱাৰ গুৰি একান্নবৰ্ত্তী পৰিয়াল বুলি তেওঁ ঠাৱৰাই কৈছিল। স্ত্ৰীশিক্ষা বিষয়ত তেওঁৰ বৰ উৎসাহ আছিল। তেওঁ পৰৰ উপকাৰৰ নিমিত্তে নিস্বাৰ্থ ভাৱে ব্ৰতী আছিল। যেতিয়া তেওঁ লোকৰ কোনো উপকাৰ কৰে, সেই বিষয়ে কাকো জানিবলৈ নিদি নিজ ইচ্ছাৰে কৰ্ত্তব্য বুলি কাম কৰিছিল। কাৰণ তেওঁ সেই কামৰ বাবে লোকৰ প্ৰশংসা বা সুখ্যাতি নিবিচাৰিছিল। তেওঁ বৰ মৰমিয়াল আৰু মিঠা-মুখীয়া আছিল।

শ্ৰীহৰিনাথ বেজবৰুৱা।

---

# হংসধ্বজ আৰু চম্পাৱতী।*

মহাভাৰতৰ সময়ত কামৰূপৰ মহাযশৰ আৰু বিপুল বিক্ৰমৰ বিজয়-দুন্দুভি বঙ্গ বিহাৰ আৰু ভাৰতত সগৌৰৱে নিনাদিত হৈছিল। ভাৰতৰ আন আন ৰজাসকলে কামৰূপৰ ৰজাসকলৰ পৰাক্ৰম দেখি সদাই চিন্তান্বিত আছিল আৰু অতি সন্মানেৰে বীৰৰ পূজা আগবঢ়াই কামৰূপৰ পৰাক্ৰমী ৰজাসকলক ওখ আসন প্ৰদান কৰিছিল। বাস্তৱিকে কামৰূপ পৌৰাণিক কীৰ্ত্তিৰে ভৰা। আগেয়ে কামৰূপৰ এনে এডোখৰ বোধ কৰোঁ ঠাই নাছিল যত এজন বা দুজন পৰাক্ৰমী ৰজাই বিপুল বিক্ৰমেৰে ৰাজত্ব কৰা নাছিল। কিন্তু হায়! নিয়তিৰ অধীনত আৰু সময়ৰ লগে লগে সেইবোৰ ঠাইৰ চিন-মোকাম লুপ্ত হবলৈ ধৰিছে। সেইবোৰ উদ্ধাৰ কৰিবলৈ শিক্ষিত সমাজে দেহে-কেহে লাগি যোৱা উচিত। সেইবোৰ এৰি দিলেও সচৰাচৰ পৰিচিত আৰু বৰ্ত্তমান কিম্বা পৌৰাণিক

---

* শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "আসাম" নামক দীঘলীয়া প্ৰবন্ধটিত মহাভাৰতৰ সময়ৰ অন্যান্য কামৰূপীয়া ৰজাসকলৰ লগত হংসধ্বজ ৰজাৰ কথা থকা সত্ত্বেও-ভাৱে কৰ্ত্তব্য ভাবি এই প্ৰবন্ধটি মুদ্ৰিত কৰা হল। লেখক।

বুৰঞ্জীত (মহাভাৰতাদিত) উল্লেখ থকা সকলৰ বল বীৰ্য্য পৰাক্ৰম কোন হিন্দুৱে নাজানে? নৰকাসুৰ স্বয়ং ভগৱানৰ পুত্ৰ আৰু সেই ভগৱানৰ হাতত্তেই নিধন প্ৰাপ্ত হয়। নৰকাসুৰৰ পুত্ৰ ভগদত্তই (যাৰ বধ এহেজাৰ হাতীয়েহে টানিছিল) কুৰুক্ষেত্ৰত কৌৰৱৰ ফলীয়া হৈ এক অক্ষৌহিণী সৈন্যৰ নায়ক স্বৰূপে যি শৌৰ্য্য বীৰ্য্য আৰু বিপুল বিক্ৰমেৰে বীৰৰ মাহাত্ম্য ঘোষণা কৰি সকলোকে স্তম্ভিত কৰিছিল আৰু অৱশেষত অৰ্জুনৰ হাতত প্ৰাণ পৰিত্যাগ কৰিছিল তাক মহাভাৰতৰ দ্ৰোণপৰ্ব্ব যি পাঠ কৰিছে তেৱেঁই বুজিব পাৰিছে। যি দেশৰ ৰাজকন্যা ৰুক্মিণী দেশ বিদেশত ৰূপৱতী বুলি প্ৰখ্যাত হৈছিল আৰু কৃষ্ণৰ পত্নী সকলৰ মাজত যি প্ৰথম স্থান অধিকাৰ কৰিছিল, যি দেশৰ ৰাজ-কন্যা উষাই নিজৰ ভুবন-মোহিনী ৰূপেৰে কৃষ্ণৰ নাতিয়েক অনিৰুদ্ধক মোহিত কৰিছিল আৰু যি দেশৰ ৰুক্ম, বাণ, প্ৰভৃতি বীৰপুঙ্গৱসকলে বিপুল বিক্ৰমেৰে কৃষ্ণৰে সৈতে যুদ্ধ কৰিছিল, তাতকৈও আৰু পৌৰাণিক কীৰ্ত্তিৰ কিবা বিশিষ্ট প্ৰমাণ লাগিছে নে?

বৰ্ত্তমান নগাওঁ জিল্লাৰ পুৰণিগুদাম নামে ঠাইৰ চাৰে-চাৰি কিম্বা পাঁচ মাইলমান পুবে চাপানলা নামে কিছুমান পৰ্ব্বত আৰু এটি জলপ্ৰপাত আছে। আমাৰ মানুহে এই পৰ্ব্বতৰ মাজতেই হংসধ্বজ ৰজাৰ নগৰ আছে বুলি অদ্যাপিও কয়। বাস্তৱিকতে সেই পৰ্ব্বত আৰু জলপ্ৰপাতটি দেখিলে অকস্মাৎ ই এখন ঐতিহাসিক স্মৃতিবিজৰিত স্থান বুলি বোধ হয়। ভাবপ্ৰৱণ আৰু অনুসন্ধিৎসু মানৱ মাত্ৰেই এই চাপানলাৰ নাম উচ্চাৰণ কৰিলেই ইয়াৰে সৈতে বিজৰিত কোনো এটি বিশেষ ঘটনা আছে বুলি নভবাকৈ থাকিব নোৱাৰে। পাঠকসকল, যি হংসধ্বজ ৰজাই মহাবিক্ৰমী মধ্যম পাণ্ডৱৰ দিগ্বিজয়ী বাজী সগৌৰৱে ধৰি যুদ্ধ দিবলৈ সাজু আৰু সমৰ্থ হৈছিল যাৰ সুৰথ আৰু সুধন্বা নামেৰে দুজন বীৰচূড়ামণি আৰু ভক্তপ্ৰবৰ পুত্ৰ আছিল, যি হংসধ্বজ ৰজাই নিজৰ প্ৰতিজ্ঞাৰপৰা নিপিচলিবৰ নিমিত্তে নিজ প্ৰাণপ্ৰতিম পুত্ৰ সুধন্বাক একন্তেক যুদ্ধলৈ অহাত বিলম্ব হোৱাত তপত তেলত পেলাই দিবলৈ অনুমতি কৰিছিল; যি সুধন্বাই পিতৃ-আজ্ঞা শিৰোধাৰ্য্য কৰি ঈশ নাম জপি নিৰ্ভয়ে সেই বক্ বক্ কৰি উতলি থকা তৈলকুণ্ডত জাঁপ দিছিল আৰু দিয়া মাত্ৰকেই যাৰ ভক্তিৰ প্ৰভাৱত তপত তেল পানীৰ দৰে চেঁচা হৈছিল, যি সুধন্বাৰ শৰত ভুৱনবিজয়ী অৰ্জ্জুনৰ প্ৰাণত আতঙ্ক

উপস্থিত হৈছিল, আৰু তেওঁ কৃষ্ণক স্মৰণ কৰিবলৈ ভত নাপাইছিল, যি যুধখাই গৰ্ব্বিত ভাৱে পৰাক্ৰমী পাৰ্থক "শ্ৰীকৃষ্ণ নহলে তোক তিকভাই বলে পাৰে" বুলি কাৰ্য্যেৰে দেখুৱাই ইতিকিং কৰিছিল, যি যুধখাই স্বয়ং কৃষ্ণই অৰ্জ্জুনৰ সাৰথি হোৱা আৰু গোটেই জগতৰ ভাৰ ৰথত দিয়া সত্ত্বেও একেপাত শৰেৰে সেই ৰথ আকাশত তুলাৰ দৰে উৰুৱাই দৈ ফুৰাইছিল আৰু অৱশেষত বীৰত্বৰ পৰাক্ৰম আৰু অতুল কীৰ্ত্তি ৰাখি হাঁহি হাঁহি অৰ্জ্জুনৰ হাতত সম্মুখ সংগ্ৰামত প্ৰাণ পৰিত্যাগ কৰিছিল বুলি মহাভাৰতত আছে, সেই যুধখাৰ বাপেক হংসধ্বজ ৰজাৰ নগৰ চম্পাৱতীয়েই আজিকালি চাপানলা নামে অভিহিত হৈছে। আসামৰ ৰত্ন আৰু সৰ্ব্বপ্ৰধান ঐতিহাসিক পণ্ডিত ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰেও এই চাপানলাকেই পূৰণি হংসধ্বজ ৰজাৰ নগৰ আছিল হব পায় বুলি উক্ত কৰিছে। প্ৰায় খৃষ্টীয় সপ্তম অষ্টম কিম্বা তাৰ পিছলৈকে বোধ কৰোঁ এই চাপা-নলা চম্পাৱতী নামেৰেই আছিল। কিয়নো, পুৰুষোত্তম গজপতিয়ে তেওঁৰ দীপিকা ছন্দত বোধ কৰোঁ তাৰতৰ ডাঙৰ ডাঙৰ নগৰৰ নামবোৰ উলেখ কৰোঁতে মাজুলীৰ ৰত্নপুৰৰ আৰু এই চম্পাৱতীৰেই উলেখ কৰিছে। যথা—

"ত্ৰিকূট অপৰ চম্পাৱতী ধিত্ৰ পাল।

*   *

সিন্ধু ইন্দ্ৰশ্ৰৱা উচ্চশ্ৰৱা ৰত্নপুৰ।"

কিন্তু সেই সময়ত এই চম্পাৱতী নগৰৰ ৰজা কোন আছিল তাক সঠিক কৈ কব নোৱাৰি। জনশ্ৰুতি এই যে ইয়াত আগেয়ে হেনো (হংসধ্বজ ৰজাৰ নগৰ আগেয়ে যত আছিল তাৰপৰা আধা মাইল মান পুৱত) কোনোবা শঙ্কৰ বংশৰ দুজন মান ৰজাই ৰাজত্ব কৰিছিল। কিন্তু বৰ্ত্তমান বুৰঞ্জীত তাৰ উলেখ নাই। যদি নাগশঙ্কৰ বা নাগাক্ষৰ বংশৰ কোনো ৰজাই কিছুদিন তাত ৰাজত্ব কৰিছিল তেনেহলে শকৰ বিশেষ কোনো গণ্ডগোল দেখা নাযায়। কাৰণ অনুমান হয় শঙ্কৰ বংশৰ ৰজাই খৃষ্টীয় ৩৭৮ শকৰ পৰা প্ৰায় ৪৫০ বছৰ মানলৈকে প্ৰতাপ-গড়ত ৰাজত্ব কৰে। উক্ত বংশৰে কোনো এজন ৰজাৰ ভায়েকে ৰাজ্য লাভৰ পৰা বঞ্চিত হৈ দক্ষিণ-পূব কালে আহি চম্পাৱতী নগৰত (সেই গোটেই পৰ্ব্বত আৰু তাৰ ওচৰৰ কিছু ঠাই আগেয়ে চম্পাৱতী নামে উক্ত আছিল) ৰাজ্য স্থাপন কৰাটোৱেই সম্ভৱ হব পাৰে। এই জনশ্ৰুতি কতদূৰ সত্য আমি তাক স্থিৰ

কৈ কব নোৱাৰোঁ। হয়তো অন্য কোনো শঙ্কৰ বংশৰ ৰজাও হব পাৰে। গুণাভিৰাম বৰুৱা বাহাদুৰে বোধ কৰোঁ নিশ্চয় এই জনশ্রুতি শুনিছিল। কিন্তু বিশেষ প্রমাণাদি নাপাই তেখেতে তাৰ কোনো সিদ্ধান্ত কৰিব নোৱাৰিলে। আমাৰো এইটো অনুমানৰ বাহিৰে অইন একো নহয়। যদি এই অনুমান সঁচা হয় তেনেহলে বেজবৰুৱা ডাঙৰীয়াই দীপিকাছন্দ পুথিৰ ৰচনাৰ কাল যি নির্দ্ধাৰিত কৰিছে সিয়েই সঁচা হয় যেন লাগে। কিন্তু এই খিনিতে এটি কথা কৈ থওঁ যে বস্ত্রপুৰৰ ৰজাৰ দৰে দীপিকাছন্দ পুথিয়ে চম্পাৱতীত কোন ৰজা আছিল তাৰ একো উলেখ কৰা নাই। সুতৰাং দীপিকা ছন্দই উল্লেখ কৰা চম্পাৱতীয়েই যে এই চম্পাৱতী এই বিষয়ে অলপ সন্দেহ ৰৈ গল।

কালক্রমত সেই নাম লৰচৰ হৈ সি আজিকালিৰ চাপানলা নাম পাইছে। চম্পাৱতী গুচি কিয় চাপানলা হল এই বিষয়ে জনশ্রুতি এই যে হংসধ্বজ ৰজাই চম্পাৱতী নামৰ এজনা দেৱীক উপাসনা কৰিছিল আৰু দেৱীক তেওঁৰ নগৰৰ এমাইলমান দূৰৈত মন্দিৰৰ দৰে এটি পর্ব্বতৰ গুহাত প্রতিষ্ঠা কৰি মাহেকে পষেকে গৈ ভাত পূজা-পাটল দি আছিল। সেই দেৱীৰ নাম অনুসৰি তেওঁ তেওঁৰ নগৰৰ নামো চম্পাৱতী ৰাখিলে। এই নামেই বহুদিনলৈকে চলি আছিল। পিছত যেতিয়া দেৱী মূর্ত্তিৰ অঙ্গইদি এধাৰা পানী ওলাই জলপ্রপাতৰ দৰে পৰি * ববলৈ ধৰিলে তেতিয়া মানুহে সেই পানী ধাৰাক চম্পানলা বুলিবলৈ ধৰিলে। চম্পানলা বৈ আহি ওখ পর্ব্বতৰ শৃঙ্গৰপৰা জলপ্রপাতৰ দৰে তললৈ হো হো শবদেৰে পৰি বৈ গৈ ন নৈত পৰিছে গৈ। এই জল-প্রপাতটি তিনিবাৰ বোৱা-পৰা কৰিছে আৰু পৰা ঠাই কিডোখৰক চম্পাৱতী কুণ্ড বোলে। প্রথমে ওলাই কিছু দূৰ বৈ গৈ পর্ব্বতটিৰ অতি ওখ ভাগৰপৰা হো হো শবদেৰে তললৈ পৰিছে, তাৰপৰা আকৌ বৈ গৈ তললৈ পৰিছে আৰু তাৰপৰা আকৌ বৈ গৈ একেবাৰেই নামনিত পৰিছে। মানুহে প্রথমে পানী পৰা ঠাই ডোখৰক ওপৰ-কুণ্ড, দ্বিতীয়ৰ ডোখৰক মাজ-কুণ্ড আৰু তৃতীয় অর্থাৎ নামনিৰ ডোখৰক তল-কুণ্ড বোলে। ইয়াক পুণ্য ভোৱাআৰু ধর্ম্মস্থান বুলি বিবেচনা কৰি বছৰি মাঘ মাহত বহুৎ যাত্রী ইয়াত

* ইয়াৰ পৰা বুজিব পাৰি যে আগেয়ে এই জলপ্রপাতটি নাছিল।—লেখক।

স্থান আৰু দৰ্শন কৰিবলৈ যায়। বাস্তৱিকে ইয়াৰ দৃশ্য-মাধুৰ্য্য দেখি জগদীশ্বৰৰ সৃষ্টি-মাহাত্ম্য উপলব্ধি কৰিব পাৰি আৰু হৃদয়ত ভক্তিৰ বীজ সিঁচিব পাৰি। কালক্ৰমত চম্পানলাৰপৰা চঁপানলা উচ্চাৰণ আৰু তাৰ পিছত ক্ৰমে চপানলা আৰু চাপানলা হলে। কোনো কোনো শিক্ষিত মানুহে এতিয়াও চম্পানলা আৰু চঁপানলা বোলে। কিন্তু চপানলা আৰু চাপানলাকেই আজি-কালি বেছি ভাগে কয়। এই খিনিতে কোৱা উচিত যে অৰ্জ্জুনে দিগ্বিজয় কৰিবলৈ আহি পুব ফালে এই চম্পাৱতী নগৰ পাইছিল।

"চম্পাৱতী নামে অভি নগৰ প্ৰখ্যাত।
পূৰ্ব্ব দিশে ৰাজা গৈয়া প্ৰবেশিলা তাত॥"

বৰ্ত্তমান দৃশ্য দেখি নগৰখনক তিনিও ফালে পৰ্ব্বতে বেৰি আছিল বুলি জানিব পৰি; কিয়নো তিনিও ফালে বেৰি থকা এডোখৰ ডাঙৰ দীঘল সমতলভূমিৰ বাহিৰে অন্য কতো তেনে সমতল ভূমি দেখিবলৈ পোৱা নাযায়। আৰু এটি কাৰণ এই যে এই সমতল ভূমিখনত নগৰৰ ধ্বংসাৱশেষৰ বাহিৰে অন্য কতো তেনে ধ্বংসাৱশেষ দেখিবলৈ বা শুনিবলৈ পোৱা নাযায়। সমতল ভূমিখন আজিকালি নিবিড় অৰণ্যেৰে আচ্ছাদিত, গতিকে তাত যুক্তিসিদ্ধ প্ৰমাণ থাকিলেও উদ্ধাৰ কৰিব নোৱাৰি। তালৈ মানুহ যোৱাও দুৰূহ; কেৱল তাৰ ওচৰৰ পৰ্ব্বতত বাস কৰা কিছুমান মিকিৰৰপৰা হে দুটি চাইটি ধ্বংসাৱশেষৰ কথা জানিব পাৰি। সিহঁতে আৰু আমাৰ দুজন চাৰিজন মানুহেও কয় যে তাত ঠিক হাতীৰ আকৃতিৰ দৰে কিছুমান শিল আছে, আমাৰ সচৰাচৰ ঘৰৰ খুঁটিৰ দৰে ওখ অথচ সমান কিছুমান শিলৰ খুঁটি আৰু খুটাৰ আকৃতিৰ কিছুমান দীঘল শিলো পৰি আছে। সেইবোৰৰপৰা যে পুৰণি কালত ইয়াত কোনোবা ৰজাৰ ঘৰ আছিল তাক সহজে উপলব্ধি কৰিব পাৰি। কিয়নো আগৰ (ৰামায়ণ মহাভাৰত আৰু পৌৰাণিক যুগৰ) ৰজাসকলৰ ঘৰ বেছি ভাগ শিলেৰেহে প্ৰস্তুত আছিল। আৰু এটি কথা,—চম্পাৱতী কুণ্ডলৈ অৰ্থাৎ চাপানলা জলপ্ৰপাতলৈ যোৱা বাটটিৰ অলপ দূৰত হংসধ্বজ ৰজাৰ প্ৰতিষ্ঠিত এটি মহেশ-মন্দিৰৰ ধ্বংসাৱশেষ অদ্যাপিও আছে। পুৰণি নগৰৰ ধ্বংসাৱশেষৰ চিন আৰু থাকিব পাৰে যাৰ দ্বাৰাই আমাৰ মহৎ উপকাৰ লাভ হবৰ সম্ভৱ। কিন্তু সেই বিষয়ে

আমি অনভিজ্ঞ; পণ্ডিতে কোনোৱে এই বিষয়ে কিবা জানিলে অনুগ্ৰহ কৰি যেন প্ৰকাশ কৰে, এই আশা কৰিলোঁ।

শ্ৰীমহীচন্দ্ৰ বৰা।

---

# মণিপুৰ যাত্ৰা।

(৫)

খাই-বৈ উঠিবৰ পাছত আমাৰ আলহী-গৃহস্থই আমাৰ শুবৰ দিহাও তত্তালিকে লগাই দিলে। ওচৰতে কোনোবা এটা ঘৰত থকা গৰকাপ্তানিৰ আলি-মহৰী এজনক মতাই অনাই, তেওঁক কেঞ্চা-গোলাত শুই থাকিবলৈ অনুৰোধ কৰি, তেওঁৰ বিছনাখন আমাক দিলে। মোক আৰু মোৰ প্ৰথম সঙ্গীজনক মানুহ এজনে লণ্ঠন এটাৰে সৈতে আমাৰ শোৱা ঠাইত থৈ আহিল গৈ। মোৰ দ্বিতীয় সঙ্গীজনৰ লগত আমাৰ আলহী-গৃহস্থৰ আগৰেপৰা বিশেষ ৰকমৰ ঘনিষ্ঠতা থকা বাবে তেওঁক আমাৰ আলহী-গৃহস্থই তেওঁৰ নিজৰ লগতে শুই থাকিবলৈ কোঠাত তেওঁ ভাকে কৰিলে।

আমি যিখন বিছনা পালোঁ সি যেহু ঝাঁঠুৰা-লগা আৰু তাক অপৰিষ্কাৰও বুলিব নোৱাৰি। কিন্তু তথাপি আচহুৱা বাবে আমাৰ কিবা-কিবা যেন লগাত, আমি ঝাঁঠুৰাৰ তল সোমাই আগৰ বিছনাৰ ওপৰতে আমাৰ নিজৰ নিজৰ যি ভাল বেয়া কাপোৰ আছিল তাকে পাৰি লৈ শুই থাকিলোঁ। বাহিৰত মহৰ ভীষণ কোণ-কোণনি। সিইতে আমাৰ তেজ খাবলৈ নেপাই গুজৰি-গুমৰি মৰিছিল। বাস্তৱিকতে ইয়াত বৰ মহ। এই ঝাঁঠুৰাবে বিছনাখন নোপোৱাহেঁতেন যে আজি আমি ওৰেৰাতি মহৰ কামোৰত শুব নোৱাৰিলোঁহেঁতেন সেইটো ধ্ৰুপ। যেচেৰা মহৰীটিলৈহে অলপ বেজাৰ লাগিল দেই। তেওঁ বা ঝাঁঠুৰা পাইছে কি নাই পোৱা?

মোৰ সুঙ্গীজন ঢাৰীপাটীত পৰিষৰ অলপৰ পাছতে তেওঁৰ টোপনী আহিল। মোৰ কিন্তু টোপনি নাহিল; মন না মা ভাৱৰ সোঁতত উটি যাবলৈ ধৰিলে! তিব্ৰুগড় এৰিবৰেপৰা বাটত যি যি ঘটিছিল সকলো কথা এটা এটাকৈ মনৰ

ভিতৰত ওলাবলৈ ধৰিলে। কিন্তু সেই বৰ্থলা ইয়াত মেলিবলৈ গলে আচল কথা তল পৰিব পাৰে আৰু মোৰ লেখিয়া নগণ্য প্ৰবন্ধ লেখোঁতাৰ ভাবৰ টোপোলা চাবলৈকো সকলো পাঠকৰ ধৈৰ্য্য নেথাকিব পাৰে। সেই বাবে ইয়াত আৰু সেই বৰ্থলা নেমেলিলোঁ। কিন্তু যিসকল মৰমিয়াল পাঠকে কৃপা-পূৰ্ব্বক এই প্ৰবন্ধটো পঢ়ি প্ৰবন্ধ লেখোঁতাক প্ৰকাৰান্তৰে উৎসাহিত কৰিব, সেইসকল উদাৰ পাঠকৰ প্ৰতি প্ৰবন্ধ লেখোঁতাৰ মনত কৃতজ্ঞতাৰ ভাবৰ উদ্ৰেক হোৱাটো স্বাভাবিক। সেই বাবে মই কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁবিলাকক মোৰ অভিজ্ঞতাৰ ফলভোগী কৰিবৰ হেঁপাহ সামৰিব নোৱাৰিলোঁ। অতএব তেওঁবিলাকৰ ভিতৰৰ যিবিলাকে কেতিয়াও ঘৰৰ বাজ ওলোৱা নাই তেনে ন-ডেকাসকলক দুটা ডাঙৰ (মোৰ মানত) কথা ইয়াতে কওঁ—

(১) বাটৰ অৱস্থা সম্বন্ধে বিশেষৰূপে আগ-বাতৰি নোলোৱাকৈ অচিনাকী ঠাইত সন্ধিয়া বেলিকা পৰাখিনিপক্ষত কেতিয়াও আগবাঢ়িব নেলাগে।

(২) গধূলি বেলিকা, খৰালি হলেও, ব্ৰহ্মপুত্ৰৰ লেখিয়া ডাঙৰ নৈ পাৰ হবলৈ কেতিয়াও নাৱত উঠিব নেলাগে। এইবাৰ কথা অইন এঠাইৰ অভিজ্ঞতাৰ পৰাহে কৈছোঁ।

কেতিয়া টোপনি আহিল কব নোৱাৰোঁ। কিন্তু বন্ধুজনৰ আহ্বানত বাহিৰলৈ ওলাই আহি দেখিলোঁ যে বেলি ওলোৱা ভালেখিনি পৰ হৈছে। চাৰিওফালে চৰাইয়ে কিৰিলিয়াবলৈ ধৰিছে। কিন্তু আমি পৰ্ব্বতৰ নামনি ঠাইত থকা বাবে বতৰটো কিবা ডাৱৰীয়া যেন লাগিল। যি হক, নৈত প্ৰাতঃকৃত্যাদি সমাপন কৰি অহা গল। আমি যোৱা-নিশা যি নৈৰ কল্‌কলনি শুনিছিলোঁ এয়ে সেই নৈ। পৰ্ব্বতীয়া নৈৰ পক্ষে ইয়াত ভাক অলপ বহলেই বুলিব লাগে। কিন্তু বাস্তৱিকতে তাৰ বহল নিচেই কম। তাত নাও চলাব পৰাৰও সম্ভৱ নাই। গোটেইখন নৈ শিলেৰেই ভৰা। শিলৰ ওপৰেদি পানী বাগৰি গৈছে মাথোন।

এখন কি তুখন কেঞ্চাপোলা ডাকবঙলা আৰু চকিদাৰ ইত্যাদিৰ ঘৰৰ বাহিৰে নীচুগাবাদত আন একোৱেই নাই। নামটো শুনি ইয়াত কিবা "পাবাজ চাবাজ" এটা ( সৈন্যাবাস ) থকা যেন বুলি জানি। কিন্তু তেনে একোৱেই আমাৰ চকুত নপৰিল। ঘৰবোৰ পৰ্ব্বতৰ নিচেই তলতে।

আমাৰ আলহী-গৃহস্থৰ ওচৰলৈ গৈ দেখিলোঁ, তেখেতৰ ওচৰত এজন নতুন মানুহ বহি আছে, অবশ্যে অসমীয়া। কথা-বতৰাৰ ভাবত বুজিলোঁ তেওঁ পুলিচৰ মানুহ। "পাছ নোলোৱাকৈ" মণিপুৰৰ ফাললৈ আমাৰ আগবঢ়া সম্বন্ধে কিবা এটা আপত্তি তেওঁ উত্থাপন কৰিলে। কিন্তু আমাৰ আলহী-গৃহস্থই "মই এওঁবিলাকক চিনি পাওঁ, এওঁবিলাক মোৰ লগত যাব" বুলি কোৱাত পুলিচ কৰ্ম্মচাৰীজনে "সেইটো আপুনি জানে" বুলি আপত্তি কৰিবলৈ ক্ষান্ত হল। সৰ্ব্বনাশ! "পাছ" লব লাগে বুলি যে আমি সমূলি জনাই নাছিলোঁ! আমাৰ কপাল ভাল বাবেহে আমাৰ আলহী-গৃহস্থৰ নেখিয়া এজন পদস্থ চিনাকী ভদ্ৰলোকক লগ পাইছিলোঁহি। নহলে কিজানি নীচুগাৰদৰ পৰাই আমাক ওভতাই পঠিয়ালে হেঁতেন।

চাহ তৈয়াৰী আছিল। আমাৰ আলহী-গৃহস্থই আমাক চাহ খাইয়েই গাড়ীৰ লগত আগ বাঢ়িবলৈ কলে। তেওঁৰ মালবস্তু কঢ়িয়াবৰ নিমিত্তে লগত গাড়ী আহিছিল। তেওঁৰ চাকৰ কিটাও গাড়ীৰ লগতে আগবাঢ়িব। তেওঁহে নিজে পাছত ঘোৰাত আহিব। আমাৰ মালবস্তবোৰও গাড়ীত বোজাই কৰি লবলৈ চাকৰক তেওঁ হুকুম দিলে।

চাহ খাইয়েই আমি তিনিওজন ভ্ৰমণকাৰী আগ হলোঁহঁক। সকলো মালবস্তু গাড়ীত বোৱা বাবে শুদা গাৰে খোজকাঢ়ি বৰ ভাল লাগিল। এতিয়াহে আচল মণিপুৰৰ আলিত ভৰি দিলোঁ। এটা অপূৰ্ব্ব নতুনত্বৰ ভাবে মনত বেছ স্ফূৰ্ত্তি লগালে।

নীচুগাৰদৰপৰাই বাটটো পৰ্ব্বতৰ গায়দি। পৰ্ব্বতৰ নিচেই তলেদিও বা একেবাৰে ওপৰেদিও নহয়। তলৰপৰা ভালেমান ওখত, পৰ্ব্বতৰ দাতিত পৰ্ব্বতৰ গা কাটি আলি তৈয়াৰ কৰিছে। দুখন গাড়ী সমানে যাব পৰামান বহলও নহয়। ঠায়ে ঠায়ে হে কথমপি দুখন গাড়ী সমানে যাব পাৰে। আলিৰ একাষে গভীৰ খাদ বা "ফুকং", আনফালে ওখ পৰ্ব্বত। আলিৰপৰা দেখা যায় তলেদি নৈ বাগৰি গৈছে, কিন্তু তালৈ নামিবৰ উপায় নাই। আলিৰ পৰা কেনেবাকৈ বাগৰি তললৈ সৰি পৰিব লাগিলে যে কি অৱস্থা হব, পকা কঠালক দুখিলেহে বোধ কৰোঁ কব পাৰিব। তলত যে মুকলি তেনেও নহয়। নানা তাওৰ সৰু গছেৰ পৰ্ব্বতৰ গা আৰু তল ঢোখৰ আবৃত। একাশে এনে দ গাঁত।

আনফালে ঠিক তাৰ বিপৰীত। তললৈ চালে একাষে গভীৰ খাদ, ওপৰলৈ চালে আনকাষে পাগুৰী সৰি পৰা ওখ পৰ্ব্বত। আলি বাটেদি গৈ থকা ঘোৰা টোক আগ ফালৰপৰা এটা বাঘে আক পাছ ফালৰপৰা আন এটা বাঘে যদি ধৰিবলৈ যায় তেনেহলে ঘোৰাটোৰ আক পলাবৰ কোনো বাট নেথাকে। হয়, সি বৈ থাকিব লাগিব, নহয়, জাপ মাৰি কুকতত পৰি মৰিব লাগিব। এইটোৱেই মণিপুৰৰ আলি। কেবল এটা দুটা নহয়। অসংখ্য সক বৰ পৰ্ব্বতৰ শৃঙ্গ দেখা যাবলৈ ধৰিলে। এইখন পৰ্ব্বতৰেই দেশ ; ইয়াত ভৈয়াম একেবাৰে নাই বুলিলেই হয়। দুই দহ হাত ভৈয়াম. কৰবাত থাকিলেও, সেইবোৰ ঠাই বোধ কৰোঁ অস্বাস্থ্যকৰ বাবে বা আন কোনো কাৰণে, নগাবোৰ তাত নেথাকি পৰ্ব্বতৰ ওপৰত হে সিহঁতে ঘৰ সাজে। আক পৰ্ব্বতৰ মাজৰ সকঠাই বুলিলেই সি স্বভাৱতে ঘোপমৰা।

আমি দৃশ্য চাই চাই গৈ থাকিবলৈ ধৰিলোঁ। আলিৰ অৱস্থা ডিব্ৰুগড "চাগাৰ পটীৰ" "বেড্‌ৰোড্‌" বা কলিকতাৰ কিল্লাৰ "ফিল্ডৰ" মাজৰ বাটবোৰৰ লেখিয়া। প্ৰায় ভৈয়ামৰ আলিৰ দৰেই সমতল। কতবাত কেনেবাকৈহে অলপ "চড়াই উংৰাই"। একাষে খাদ আক আন কাষে পৰ্ব্বতৰ অৱস্থিতিয়ে হে, আমি যে পৰ্ব্বতৰ ওপৰেদি গৈছোঁ, সেইটো কথা অনত পেলাই আছিল। বন্য জন্তু প্ৰভৃতি সম্বন্ধে বাট নিচেই নিৰাপদ যেন বোধ হল।

অলপ দূৰ গৈয়েই পাক এটা ঘূৰি আমি এখন লোৰ দলং পালোঁ। এই খন দলং আগেয়ে কৈ অহা নৈখনৰ ওপৰেদি গৈছে। আমি অলপ পৰ দলং খনৰ ওপৰত থিয় হৈ তলৰ পানীৰ হৰ্‌হৰণি আক দুই কাষৰ পৰ্ব্বতৰ দৃশ্য চাই মুগ্ধ হলোঁ। ঠাই ডোখৰ বৰ ভাল লাগিল। আলিবাটটো প্ৰায় নৈৰ "লাইনে লাইনে" কাষে কাষে নিছে। কিয়নো, প্ৰায়েই আমি নৈখন লগ পাই যাবলৈ ধৰিলোঁ। ক্ৰমে বদ টান হল। বহ হল। য'ত দৃশ্যটো ভাল যেন লাগে, তাতে আমি অলপ পৰ বহি জিৰাই লৈ আকৌ আগবাঢ়োঁ। গধূলিকৈ থকা-মেলাৰ তো চিন্তা নাইয়েই। কিয়নো সেইবোৰ সকলো ভাৰ আমাৰ আলহী-গৃহস্থৰ গাত তেওঁলৈ আমাৰ বৰ কৃতজ্ঞতাৰ ভাৱ জন্মিল। মানুহ নো ইমান ভাল হব পাৰে নে ? বিশেষতঃ আসাম দেশৰ মানুহ ?

বাটত এঠাইত হঠাৎ "হোইং হোইং" শব্দ এটা শুনিবলৈ পালোঁ। শব্দটো

কৰ পৰা আহিছে আৰু কিহৰ শব্দ প্ৰথমতে ঠিক কৰিব নোৱাৰিলোঁ। কিন্তু বন্য জন্তুৰ মাত যেন বোধ হল। অলপ আগ বাঢ়িয়েই দেখিলোঁ যে সেইটো বন্য জন্তুৰ শব্দ নহয়, নগা এটাই তাৰ পথাৰত কোৰ মাৰিছে আৰু কোৰ মৰাৰ লগে লগে তেনে শব্দ কৰিছে। নগাই খেতি কৰা পৰ্ব্বতখন নৈৰ সিপাৰে। পৰ্ব্বতৰ গাত আলি দি দি সৰু সৰু একোডৰা মাটি কৰিছে। আলিবোৰ ইমান ঘন যে পৰ্ব্বতৰ গাত বগাই উঠি যোৱা জখলা যেন বোধ হল। পৰ্ব্বতৰ ওপৰৰপৰা আৱশ্যক মতে লোৰ কাটি নিজ নিজ মাটিলৈ পানী নি নগাই খেতি কৰে। কিহৰ খেতি কৰে আমি কব নোৱাৰিলোঁ। নগাৰ কোৰখন আমাৰ হাঁচখন যেন; কিন্তু হাঁচতকৈ বেছি দীঘল আৰু বেকা! নগাৰ খেতি দেখিলোঁ কিন্তু নগাৰ ঘৰ এটাও দেখা নেপালোঁ। বোধ কৰোঁ পৰ্ব্বতৰ সিলুটিয়ে আছে।

আমি আলিবাটতে অলপ বহি এইবোৰ চাবলৈ ধৰিলোঁ। কিয়নো, নগা নৈৰ সিপাৰে আন এটা পৰ্ব্বতত আছে। তাৰপৰা আমাৰ আশঙ্কাৰ কোনো কাৰণ নাই। এনেখিনি সময়তে আমাৰ আলহী-গৃহস্থই ঘোৰাত উঠি আহি আমাৰ লগ ধৰিলেহি। তেওঁৰ সাজ কোট পেণ্ট আৰু হেট। ভালেটোহে ডাকবঙলাৰ চকিদাৰে তেওঁক চাহাব বুলি বৰ্ণনা কৰিছিল।

তেওঁ "নাগাখেতি" বুলি এআষাৰ কথা কৈ আমালৈ চাই হাঁহি, আমাৰ আগ হল। অলপ পৰৰ পাছতে আমিও আকৌ খোজ ললোঁ।

আমি এতিয়া থাছু নগাৰ দেশত। কিন্তু ধন্য ইংৰাজৰ মহিমা! আমাৰ কোনো ভয়ৰ কাৰণ নাই। মণিপুৰৰ নিৰ্জ্জন আলিত আমাৰ লেখিয়া নিৰস্ত্ৰ বাটকৰা কিটাক নগাই মাৰি এটা কুৰুকক পেলাই দিলে নো কোনে তাৰ ভত্ব পায়? কিন্তু ইংৰাজৰ নামৰ ইমান মহিমা যে এই জনশূন্য আলিটো নগাৰ লেখিয়া অসভ্য জাতিয়েও তেনে কাম কৰিবলৈ কেতিয়াও সাহ নকৰে।

অলপ পৰ ঘোৰাৰ পাছত আলিটো এডোখৰ ঠাইত নিচেই সমভূমিৰ ওপৰেদি যোৱা যেন লাগিল। ওচৰতে নামনি ঠাই এডোখৰত কিছুমান ভাটাৰ মানুহে আলিৰ কিবা কামৰ নিমিত্তে, ঘৰ সাজি আছে। ওচৰতে এটা চাপৰ পৰ্ব্বতত কিছুমান নেপালীয়ে খুঁটি পাতি আছে। প্ৰথম সঙ্গীজনে কলে "অলপ গাখীৰ কিনি খাই লোৱা যক"। নেপালীৰপৰা দুই অনা সেৰ হিচাপে

অলপ গাখীৰ কিনা গল। নেপালীয়ে, খাবলৈ বাটি এটাও দিলে, আমি সকলোৱে অলপ অলপ গাখীৰ খালোঁ। নেপালীটোৰ ব্যৱহাৰও বৰ মধুৰ লাগিল। সি আমাক বৰ আগ্ৰহেৰে গাখীৰ খুৱালে। বৰ সুন্দৰ গাখীৰ। ওপভোম্বা। ঘাঁহৰ গুণতো গাখীৰ উৎকৃষ্ট হয়।

আৰু অলপ দূৰ গৈ, আমি "ঘাঁচ পানী" আড্ডা পালোঁ। ইয়াত এটা ডাক-বঙলা আছে। গাড়ী আৰু আমাৰ আলহী-গৃহস্থ ইতি পূৰ্ব্বেই এইখিনি পাইছিলহি। আমি ধীৰে সুস্থে অহা বাবে অলপ পাছত পালোঁহি। ইয়াৰ ডাক-বঙলাটো 'ফাৰ্ষ্ট ক্লাছ' ডাক-বঙলা। মণিপুৰৰ ডাক-বঙলা এটাইবোৰেই "ফাৰ্ষ্ট ক্লাছ"। কাৰণ এটাইবোৰ বঙলা শিলেৰে তৈয়াৰী। কম্পাউণ্ড ইত্যাদিয়ে সৈতে বন্ধবস্তুও বৰ ভাল। প্ৰত্যেক ডাক-বঙলাৰ লগতে "মোচাফিৰ খানা" একোটাও থাকে। "মোচাফিৰ খনা' সাধাৰণ মানুহৰ নিমিত্তে। এই আড্ডাটো নিচেই চাপৰ পৰ্ব্বত এটাৰ ওপৰত স্থাপিত। এই আড্ডাবোৰ মণিপুৰ ৰোডৰ "মৰুভূমিৰ ওৱেচিচ্"। বাটত ঘৰ এটি দেখিবলৈ নাই। আড্ডাত উপস্থিত হলে ঘৰত উপস্থিত হোৱা যেন লাগে।

এইটো আড্ডাতে আমাৰ দুপৰীয়া সাঁজ ভাত খোৱা হল। আমাৰ আলহী গৃহস্থই ডাক-বঙলাত ৰিবোৱা বাবে আৰু সেই দিনা কোনো চাহাব-চুহৰও ভাত নথকা বাবে আমিও ভিতৰ সোমাই ডাক-বঙলাটো চালোঁ আৰু কাৰ্য্যতঃ ভাতে ৰিবালোঁ। কম্পাউণ্ডটোও চালোঁ। ডাক বঙলাত "গেজেটেড্" অফিচৰৰ বাহিৰে অইন মানুহ থাকিব নোৱাৰে। আৰু অইন মানুহে কেনেবাকৈ তাত স্থান ললেও, দিনে তিন টকাই কি ভেনে কিবা এটা হিচাপে কেৰেয়া ভৰাৰ নিয়ম। এই বিষয়ে প্ৰত্যেক ডাক বঙলাতে একোখন নিয়মাৱলীও ওলমোৱা থাকে।

কম্পাউণ্ডত লেচু, আহোমবগৰী প্ৰভৃতিৰ গছ আছিল। সেইবোৰত গুটীও লাগিছিল। ডাক বঙলাৰ "চাৰ্জ্জ" থকা গৰকাপ্তানীৰ মহৰীজন অসমীয়া হোৱা বাবে, তেওঁৰ লগত চিনাকী হৈ লবলৈ বেছি কষ্ট নহল। তেওঁক সুধি আমি কেইটামান লেচু আৰু আহোমবগৰী পাৰি খালোঁ। আহোমবগৰীবোৰ অমৃত যেন লাগিল। মাটিৰ গুণ নে আমাৰ অৱস্থাৰ গুণ? প্ৰথম সঙ্গীজনে বাটত খাবলৈ কেইটামান "পকেটতো' ভৰালে। মইও আহোম-বগৰী

চুটা কি এটা পকেটত ভৰাবৰ লোভ সম্বৰণ কৰিব নোৱাৰিলোঁ। কিন্তু মহৰী জনক বিপদত পেলাবৰ ভয়ত বেছি লোৱা নগল। অতি কষ্টেৰেহে মনটোক সংযমৰ ভিতৰলৈ আনিব পৰা গৈছিল।

খাই-বৈ উঠি আকৌ খোজ লোৱা গল। বাটৰ দৃশ্য প্ৰায় একে ৰকমৰ,—দুইফালে পৰ্ব্বত, মাজেদি বাট। মাজতে এঠাই নগা ফ এখন পৰ্ব্বতৰ গাত খেতি বাবে কোৰ মৰা দেখা গল। তেতিয়া আবেলি। সিহঁতে এনেদৰে উকিয়াউকি কৰিছিল যে সিহঁতৰ উকিবোৰ ঠিক বিগুলৰ মাত বুলি মোৰ ভ্ৰম হৈছিল। বিভিন্ন পৰ্ব্বতৰপৰা এইদৰে উকিয়াই সিহঁতে ধেমালি কৰিছিল আৰু লগে লগে কাম কৰিছিল। duty mixed with pleasure. মাজে মাজে আমাৰ আলিৰপৰা পৰ্ব্বতলৈ উঠি যোৱা নগাৰ সৰু সৰু বাটও দেখা গল।

আড্ডাবোৰ ১৩।১৪ মাইল দূৰত। আমাৰ এতিয়া পাব লগীয়া আড্ডা হৈছে "পিকিমা"; কিন্তু বাটতে আমাৰ গধূলি হল। পিকিমা পাওঁ পাওঁ মানে এন্ধাৰ হল। অলপ বৰষুণও দিবলৈ ধৰিলে। পিকিমাৰ ওচৰত প্ৰায়েই বৰষুণ পোৱা যায়। এইবাৰ আমি, আমাৰ আলহী-গৃহস্থ, আৰু গাড়ী, এটাইবোৰ প্ৰায় একে সময়তে আড্ডাত উপস্থিত হলোঁহঁক। শুনা গল ডাক বঙলাত হেনো কোনোবা এজন আছে।

ক্ৰমশঃ

শ্ৰীজ্ঞানানন্দ জগতী।

---

## সম্পাদকৰ চৰা।

মহাপুৰুষ।—"ভুজুলুকীয়া প্ৰশস্তবৃক্ষ" বাবু এজনে অসমীয়াৰ গাত কণী দিবলৈ ঠাই বিচাৰি ফুৰা আজি কিছু দিনৰপৰা সকলোৱে দেখিবলৈ পাইছে। তেওঁ অসমীয়া ভাষাক কোনোমতে বঙ্গলাভাষা কৰিব নোৱাৰি মনৰ দুখৰ পোটক তুলিবলৈ অসমীয়াৰ সমাজ-শৰীৰৰ কত অলপ ঘা আছে বা হৈছে বা হবৰ সম্ভৱ তাক বিচাৰি ফুৰা যেন অনুমান হয়। অলপতে নামনি-অসমীয়া আৰু উজনি-অসমীয়াৰ মাজত অলপ আচোৰ লাগিবৰ আগন্তুক হোৱা যেন

দেখি তেওঁ "তোহ্"নাই কথাৰ "প্ৰত্নতত্ত্বৰ" ডিম্ব এটা লৈ তাত পেলাব খোজোঁতেই বিফলমনোৰথ হৈছিল। আকৌ সিদিনা তেওঁ মহাপুৰুষীয়া আৰু দামোদৰীয়া সকলৰ ভিতৰত পুৰণি থকা-খুন্দা অলপ থকাৰ ভু পাই লবি আহি তাত "মহাপুৰুষ কোন?" নামে প্ৰত্নতত্ত্বৰ "অণ্ডা" এটা পেলাইছে। আমি ভাবিছিলোঁ আমাৰ অসমীয়া বন্ধুসকলে তেওঁৰ এই ফান্দত নপৰি সেই ঘৃৰ্ণীয়া পদাৰ্থটো আপোনাআপুনি ঘোলা হৈ যাবলৈ দিব। কিন্তু তেনে নহল যেন দেখিছোঁ। আমি কওঁ আমাৰ অসমীয়া বন্ধুসকলে বুজা উচিত যে শঙ্কৰদেৱেই মহাপুৰুষ হল বা দামোদৰদেৱেই মহাপুৰুষ হল বা ফৰিদপুৰীয়া গুৱাল নিবাৰণ ঘোষেই মহাপুৰুষ হল, আচলতে তাত এইজন বিদেশী লেখকৰ হৰণ ভগণ একো নাই, মাথোন পুৰণি খৰিয়ালৰ কথা উজাৰি দি অসমীয়া মহাপুৰুষীয়া আৰু দামোদৰীয়াৰ মাজত হাই লগাই দিব পাৰিলেই তেওঁ কিজানি বৰ্ত্তে বুলি আমাৰ মনত খেলাইছে। আমাৰ ভুজুলুকীয়া প্ৰত্নতত্ত্বজ্ঞই যাকে মহাপুৰুষ পাতে পাতি থাওক; আশা কৰোঁ আমাৰ বন্ধুসকলে যেন তাৰ ভু নলৈ তেওঁ যতে আছে ততে তেওঁক নিবলে থাকিবলৈ এৰি দিয়ে।

---

# আবাহন।

আহাঁ আহাঁ পঞ্চম জৰ্জ্জ ভাৰত ভিতৰ।
ভাৰতৰ মহাৰাজ হয়োক সত্বৰ॥
হিমৰ কণিকা যেনে আবৰি থাকয়।
সূৰ্য্যৰ উদয়ে যেন দূৰীভূত হয়॥
যেতিক্ষণে মহাৰাজ ভাৰতে আসিব।
তেতিক্ষণে ভাৰত প্ৰজাৰ দুখ যাব।
ধৰি ৰাজভক্তি ধ্বজা,　　উঠিলোঁহো হিন্দু প্ৰজা,
চোৱাঁহি ভাৰত ভূমি ৰাজভক্তি-খনি।
দুখী অসমীয়াগণ,　　দিবে নাহি সোণ ধন,
আছে যবে দিব পাৰোঁ ৰাজভক্তিখিনি॥
বাল্য বৃদ্ধ যুবাগণে,　　আনন্দে নাচে সঘনে,
ভাৰতে আসিবা বুলি তুমি।
ৰাজাৰ কল্যাণ হোক,　　প্ৰজাবৃন্দে দেখিয়োক,
এই আশা কৰিলোঁহো আমি॥

শ্ৰী ৰাজীবলোচন চক্ৰ,
(নাৰ্জ্জেৰা।)

---




অসমীয়া। বঙ্গজ। গুৱালপাৰ।

গুৱালপাৰ।—নিলে, নিলে, নিক্ষে. 'মাক বঙ্গালী চিলাই থাপ্ মাৰি নিলে ঐ! কোন আছ বাধ ঐ।

অসমীয়া।—মই আহিছোঁ, ভয় নাখাবা. নোৱাৰে নিব! মোৰ ধেনুখনে বাউলু-গুটিটোৱে আনোতে যি কেবা পলম হৈছে মাথোন। এক্কেটা বাউলু গুটিতে টলব! নোচোৱা কেনে, তোমাৰ তেজ-মঙহ আৰু ভাষা এই দুডাল জৰীৰে আমাৰেৰে সৈতে কেনেকৈ বান্ধি থৈছে? কাৰ শকতি আছে, যে সেই জৰী দুডাল ছিঙি তোমাক নিয়ে? কামৰ ভিতৰত টনা-আজোৰা আৰু আমনি কৰা, আউৰ কুচ্ নাহি হায়।

---

# পুৰণি আসামত ভুমুকি।

( ৪ )

কপিলী নামৰে নৈ এখন কাছাৰ পৰ্ব্বতৰপৰা ওলাই নগাঁও জিলাৰ কলঙ নৈত পৰিছে। কালিকাপুৰাণে এইখন নৈৰ নাম সম্বন্ধে ব্যাখ্যা দিয়ে যে "ক" শব্দৰ অৰ্থ ব্ৰহ্মা, এই নৈ ব্ৰহ্মাৰ বিলৰপৰা ওলাইছে আৰু পঙ্গাৰ নিচিনা ফলদায়িনী, এইদখি ইয়াৰ নাম কপিল গঙ্গিকা (৭৯ অধ্যা)। কালিকাপুৰাণে কোনো নৈ বা ঠাইৰ নাম সম্বন্ধে বিশেষ কৰি ব্যাখ্যা দিলেই বুজিব লাগে যে আচল কথাটি তেওঁ লুপ্ত কৰিছে। এই নামৰ উৎপত্তি সম্বন্ধে অসমৰ বৈষ্ণব ধৰ্ম্ম প্ৰচাৰক শ্ৰীশঙ্কৰদেৱে কৈ গৈছে যে সগৰ ৰজাৰ, ৬১ হাজাৰ পুত্ৰ বিনাশী পাতালবাসী কপিল মুনিৰ আশ্ৰম এই নৈৰ পাৰতে আছিল; সেই কপিল মুনিৰ নাম অনুসাৰেই এই নৈৰ নাম কপিলী হয় (ৰামচৰণ ৰচিত গুৰু চৰিত)। এইজন পুৰুষৰ কথাৰ ওপৰত আৰু বেছি আৱশ্যক নকৰে। কপিলৰ নামৰে পৰা কপিলী। এই কপিলীৰপৰা জনা গল, কাছাৰ পৰ্ব্বতটোও পাতালৰ ভিতৰত। দেবীভাগৱতৰ মতে এই ভাগৰ নাম ৰসাতল, নিৱাত কবচ দৈত্য সকলৰ বাসৰ ঠাই আৰু ৰাজধানীখনৰ নাম হিৰণ্যপুৰ (৮ম অধ্যা)। পিছত দেখুৱা হব মহাভাৰতে কিন্তু ৰসাতল নাম নকয়, কেৱল নিৱাত কবচ দৈত্যসকলৰ বাসৰ ঠাই আৰু নগৰৰ নাম হিৰণ্যপুৰ বুলি কয়।

দেবীভাগৱতৰ সেই অষ্টম অধ্যাতেই পোৱা যায় যে ত্ৰিপুৰাধিপতি ময়ৰ ৰাজ্যৰ নাম তলাতল; তেনে হলে ত্ৰিপুৰায়েই তলাতল।

ইন্দ্ৰৰ সাৰথি মাতলিৰ গুণকেশী নামৰে এজনা জীয়েক আছিল। মাতলিয়ে স্বৰ্গত আৰু মৰ্ত্ত্যত জীয়েকৰ নিমিত্তে মনৰ জোখাৰে জোঁৱাই বিচাৰি নাপাই পাতাললৈ জোঁৱাই বিচাৰি গৈছিল। তেওঁৰ পাতাল ভ্ৰমণ বৃত্তান্তটিৰপৰাও পাতালৰ কিছু ঠাই চিনি পোৱা যায়। তেওঁ বাটতে নাৰদেৰে লগলাগি পোনতে বৰুণপুৰীলৈ গৈ পিছে নাগলোকলৈ যায়; নাগলোকত মন-খোৱা জোঁৱাই নাপাই নিৱাত কবচ দৈত্যসকলৰ ৰাজ্যৰ ৰাজ্যধানী হিৰণ্যপুৰলৈ যায়, কিন্তু দেৱতা আৰু দৈত্যসকলৰ সদায় কাজিয়া দেখি তাত জোঁৱাই নিবিচাৰি

পন্নগভোজী গৰুড় পক্ষীবিলাক থকা ঠাইলৈ যায়। তাতো জোঁৱাইৰ লায়ক মানুহ নোপোৱাত বাসুকীৰ ৰাজ্য ৭ম পাতাল ৰসাতলৰ ৰাজধানী ভোগৱতী পুৰীলৈ গৈ তাতে জোঁৱাই থিৰ কৰে (মহাভাৰত উদ্যোগপৰ্ব্ব ৯৭, ৯৮, ৯৯, ১০০, ১০১ আৰু ১০২ অধ্যায়)। মাতলি প্ৰথমেই বৰুণপুৰীলৈ গৈ পিছত নাগলোক, তাৰ পিছত নিবাত কবচ দৈত্যসকলৰ ৰাজ্য, তাৰ পিছত গৰুড়-সকলৰ বাসৰ ঠাই, তাৰ পিছত ৰসাতললৈ যায়। এই ভ্ৰমণ বৃত্তান্ত মতে জনা যায়, নগা পৰ্ব্বতৰ পূব কি উত্তৰ পূব ফালে কোনো ঠাইত বৰুণপুৰী, পিছত নাগসকলৰ ৰাজ্য নগা পৰ্ব্বত। তাৰ পিছত নিবাত কবচ সকলৰ ৰাজ্য কাছাৰ পৰ্ব্বত। তাৰ পিছত গৰুড়ৰ বাসস্থান গাৰো * পৰ্ব্বত। কাছাৰ পৰ্ব্বতৰ আৰু গাৰো পৰ্ব্বতৰ মাজতে জয়ন্তীয়া আৰু খাচীয়া পৰ্ব্বতটো বাদ পৰে; কিন্তু এই পৰ্ব্বতত থাপাত কৰি মানুহ নিয়া ৰীতিটিয়ে প্ৰমাণ কৰে যে গৰুড় পক্ষীসকলৰ এই পৰ্ব্বততো বাস আছিল; এই হেতুৰেই কাছাৰ পৰ্ব্বতৰ মাজৰ গোটেইছোৱা পৰ্ব্বতৰে মহাভাৰতৰ সময়ত একে নাম। গৰুড়ৰ বাসস্থানৰ পিছতে ৰসাতল। ৰসাতলৰ ৰাজধানী ভোগৱতী পুৰী, পাতালী গঙ্গা ভোগৱতী নৈৰ কাষতে হোৱাৰ সম্ভৱ। ভোগৱতী নৈখন, মন্দাকিনী আৰু অলকানন্দাতকৈ চাই ডাঙৰ হব লাগে। সেই ফালে চুৰমা নৈয়েই ডাঙৰ [illegible] আৰু মাতলিয়ে মনে-চিন্তে খোজা জোঁৱায়েক ভোগৱতী পুৰীতহে পোৱাৰপৰা [illegible] হয়, চুৰমায়েই ভোগৱতী নৈ আৰু ইয়াৰ কাষতে কোনো ঠাইত ভোগৱতী পুৰী। ৰাৱণে দিগ্বিজয়ত ফুৰা ঠাইবিলাক চালেও জনা যায় ভোগৱতী পুৰী মণিপুৰৰ পশ্চিমে (উত্তৰাকাণ্ড ২৩ সৰ্গ)। সেই সময়ত সাগৰ মণিপুৰৰ ওচৰ নুলিলে একেবাৰে কাণ্টলৈকে যে এনে নহয়; কাছাৰতো সাগৰৰ থাহিবেই, কিয়নো সাগৰৰ কচ্ছ হে; ছিলঠৰো কিছুভাগ সেই কচ্ছৰ লগতে থকাৰ সম্ভৱ। তেনেহলে সমুদ্ৰৰ পাৰৰপৰা মণিপুৰলৈকে এই অকলৰ মাজেই ৰসাতল।

ওপৰত অসমৰ অংশবিলাকৰ পুৰণি নামবিলাক বিচাৰ থিৰ কৰা হৈছে বোধ কৰোঁ। পাঠকসকলৰ ইয়াত একো শঙ্কা থাকিব নাপায়; তেও তাৰতৰ

---

* বন্ধু [illegible] মুকুন্দ ও মিশ্ৰ পাৰ্ব্বতা যে কাছাৰৰ চৰিত লেখক ৰায়বাহাদুৰেও এই পৰ্ব্বতক [illegible] নামেৰেই উল্লেখ কৰিছে।

বৰ্ণিত আক এটি ঘটনা তলত দিয়া হ'ল। ইয়াৰপৰা দেখাদেখি প্ৰমাণ পোৱা যায় যে—

১। মহাভাৰতৰ কথা কাল্পনিক নহয় ঐতিহাসিক।

২। বেদব্যাসৰ ৰচিত ভাৰতৰ এটি শব্দও উপলুপ্তা কৰি এৰিব নোৱাৰি।

৩। অসমৰ যি অংশৰ যি পুৰণি নাম দিয়া হৈছে, তাত ভুল নাই।

৪। আগৰ দিনত শবেৰেই অদ্ভুত অদ্ভুত কাম কৰিব পাৰিছিল।

ঘটনাটি অৰ্জ্জুন আৰু পাতালবাসী নিবাতকবচ সকলৰ যুদ্ধ। ইন্দ্ৰৰ তাত অৰ্জ্জুনে অস্ত্ৰ শিক্ষাৰ শেষত গুৰু-দক্ষিণা স্বৰূপে ইন্দ্ৰই অৰ্জ্জুনক নিবাত কবচ দৈত্যসকলক দমন কৰিবলৈ পঠিয়ায়। অৰ্জ্জুনে পোনতে নিবাত কবচৰ ৰাজ্যলৈ গৈ তেওঁলোকক পৰাজয় কৰি ৰাজ্যত শান্তি স্থাপন কৰি অমৰাৱতীলৈ উভতি যাওঁতে বাটত হিৰণ্যপুৰ নামৰে কামচাৰী বা আকাশচাৰী নগৰ এখন পাই, সেই নগৰ আক্ৰমণ কৰাত, পুৰীখন কেতিয়াবা মাটিত পৰে, কেতিয়াবা ওপৰলৈ উঠে, কেতিয়াবা বেকা হৈ ঘূৰে, কেতিয়াবা বা পানীত পৰে। এই দৰে হৈ হৈ শেষত অৰ্জ্জুনৰ লোৰ শৰৰ মুখত ছিন্ন ভিন্ন হৈ মাটিত পৰি গল। অৰ্জ্জুনক তেওঁৰ সাৰথি হৈ থোৱা মাতলিয়ে এই হিৰণ্যপুৰ ব্ৰহ্মাই সেই দৈত্যসকলৰ নিমিত্তেই নিৰ্ম্মাণ কৰিছিল বুলি বুজাই দিছিল (মহাভাৰত বনপৰ্ব্ব, ১৬৭ৰ পৰা ১৭২ অধ্যায়)। এই বৰ্ণনাৰ ঘটনাটি পোনতে সাধু বুলি উৰাই দিবলৈহে মন হয়; কিন্তু ইয়াৰ এটি শব্দও এৰিবৰ সাধ্য নাই। এটি শব্দ এৰিলেই ভ্ৰমত পৰি মিছলীয়া বুলি বেদব্যাসক দূষিব লাগিব।

এই হিৰণ্যপুৰেই এতিয়াৰ ডিমাপুৰ। মুখত পৰি পৰি হিৰণ্যপুৰৰপৰা হ্ৰিণাপুৰ, হ্ৰিণাপুৰৰপৰা ডিনাপুৰ বা ডিমাপুৰ নাম হৈছে। নিবাত কবচ সকলেো স্বৰ্গৰ ফালে অহাবিলাকৰ নাম কবচৰ ঠাইত কোচ আৰু কাছাৰলৈ যোৱাবিলাকৰ নাম কাছাৰী হল। ইহঁতবিলাকৰ ৰাজ্য কাছাৰ পৰ্ব্বতৰপৰা ডিমাপুৰেদি ধনশিৰী নৈলৈকে বিস্তৃত; আহমসকলেও প্ৰথমতে অসমলৈ আহি এওঁলোকক এই ঠাইতেই পাইছিল ( History of Assam by W. Gait, Chapter X )। এই ডিমাপুৰ কাছাৰ পৰ্ব্বতত নহয় কাছাৰ পৰ্ব্বতৰ উত্তৰপূবে বহুত দূৰৈত স্থিত ;

সেই দেখি অৰ্জ্জুনে নিবাত কবচ সকলৰ আচল ৰাজ্য কাহাৰ পৰ্ব্বতত পোৱা যাই, অমৰাৱতীলৈ ওভতোঁতে বাটত পায়। পুৰখনি আকাশচাৰী অৰ্থাৎ এতিয়াৰ চাংৰঙলাৰ নিচিনা; সেই চাংৰঙলাৰ তলখুটাবিলাক এতিয়ালৈকে ডিমাপুৰত থিয় হৈ হৈ আছে। এই খুটাবিলাক যে কি এই বিষয়ে বহুতে ভাবি একো থিৰ কৰিব পৰা নাই; এতিয়া ব্যাসৰ বুৰঞ্জীমতে জনা গল, এই-বিলাক সেই আকাশচাৰী-পুৰৰ তল-খুটা। এইবিলাক যে তল-খুটা, গুৱা-হাটীৰ শিল-সাকোৰ খুটাবিলাকেও এইটো প্ৰমাণ কৰে। দুই ঠাইতেই একে ধৰণেৰে কেতবিলাক খুটা ঘুৰণীয়া আৰু কেতবিলাক জোঙা আৰু চুকীয়া। গুৱাহাটীৰ শিলসাকো যে বৰুভিয়াৰ খিলিজিয়ে কৰোৱা বুলি এটা জনৰৱ আছে সি নিচেই অমূলক। মুছলমান বুৰঞ্জী লেখকসকলে বৰুভিয়াৰ খিলিজি এই পুৰণি সাকোৰ ওপৰেদি ব্ৰহ্মপুত্ৰ পাৰ হৈছিল বুলি হে লেখি থৈ গৈছে ( শ্ৰীযুত পৰেশচন্দ্ৰ বন্দ্যোপাধ্যায়ে কৃত বাঙ্গালাৰ পুৰাবৃত্ত, প্ৰথম ভাগ—৩১৮ পিঠি )। মুছলমান বুৰঞ্জী লেখকসকলে শিলসাকো ব্ৰহ্মপুত্ৰৰ ওপৰত বুলি লেখিছে; সেই কালত ব্ৰহ্মপুত্ৰ সেই পিনেই ৰাবও পাৰে, নহলে ব্ৰহ্মপুত্ৰৰ কোনো সুঁতি গৈছিল। শ্ৰীযুত গেইট চাহাবৰ বুৰঞ্জী মতে জনা যায়, যে কছাৰীবিলাক স্থপতি বিদ্যাত পাৰ্গত আছিল; ডিমাপুৰৰ শিল ইটাৰে প্ৰস্তুত দুৰ্গ আৰু অট্টালিকাবিলাক কছাৰী ৰজাই সজোৱা আৰু অহমসকলৰ দ্বাৰ ডিমাপুৰৰ পৰা খেদা নোখোৱা মানে সিবিলাকৰ ব্যৱহাৰতেই আছিল; কিন্তু কৃষ্ণদ্বৈপায়নৰ বুৰঞ্জী মতে জনা যায় এই প্ৰাসাদ আৰু দুৰ্গ দ্বাপৰ যুগতেই অৰ্জ্জুনৰ শৰৰ দ্বাৰা ভঙা ছিগা হয় আৰু কছাৰী স্থপতি দ্বাৰা নিৰ্ম্মিতও নহয়। আজিকালিও কোনো কোনো পৰ্ব্বতীয়া জাতি চাংঘৰত থকাৰপৰা জানিব পাৰি যে এই আকাশচাৰী হিৰণ্যপুৰ নিবাতকবচসকলেই কৰোৱা হয়। ব্যাসদেৱেও এই পুৰ তেওঁলোকৰ নিমিত্তেই নিৰ্ম্মিত বুলি কয়; কিন্তু ব্ৰহ্মাই নিৰ্ম্মাণ কৰি দিয়া কথা আৰাৰৰপৰা এনেহে বুজা যায়, যে কুণ্ডিল নগৰ ( মেপত বিষেন নগৰ বুলিহে পোৱা যায় হবলা), তেজপুৰ, গুৱাহাটী আদি ঠাইত যি সময়ত দেৱতা সকলৰ পুৰীবিলাক আৰু ব্ৰহ্মপুত্ৰ বা ব্ৰহ্মপুত্ৰৰ সুঁতিৰ ওপৰত শিলসাকো নিৰ্ম্মিত হৈছিল সেই সময়তেই দেৱতাসকলৰ কোনো স্থপতিস হতুৱাই কবচসকলে হিৰণ্যপুৰও নিৰ্ম্মাণ কৰাইছিল। কুণ্ডিল নগৰ, ডিমাপুৰ, তেজপুৰ গুৱাহাটী আদি

ঠাইৰ শিল ইটাৰ হৰ্ম্ম্যবিলাক মহাভাৰতৰ আগৰাদিনৰ যোলাত কোনোৱে আসোঁ-য়াহ উলিয়াব পাৰে যে শিল ইটাৰে মন্দিৰাদি সাজিবলৈ ভাৰতবৰ্ষৰ মানুহে বুদ্ধৰ পিছৰপৰা হে শিকিছে, এইবিলাক মহাভাৰতৰ আগৰ হয় কেনেকৈ? আজিকালিৰ পণ্ডিতসকলে ভাৰতত স্থপতি বিদ্যা বুদ্ধদেৱৰ পিছৰপৰা চলা হোৱাকে থিৰ কৰিছে হয়। কিন্তু বোধ হয় অসমক আওহেলা কৰি তেখেত-সকলে অসমৰ পুৰণি পুৰীবিলাকৰ ভগ্নাৱশেষবিলাক ভাল কৰি পৰীক্ষা কৰি চোৱা নাই। পৰীক্ষা কৰি চাইও যদি সেই মতকে থিৰ কৰিছে, তেন্তে ঋক্‌ বেদে তেওঁলোকৰ সিদ্ধান্ত ভুল বুলি কয়। ঋক্‌বেদত শই শই শিলৰ নগৰৰ উল্লেখ দেখা যায় (Civilization in ancient India, by Mr. R. C. Dutta, Vol. I, page 46)। এই শিলৰ নগৰবিলাক ঋক বচোঁতাসকলৰ কাল্পনিক নগৰ বুলিবলৈকো, সোণ, ৰূপ, হীৰা, মৰকতৰ নাম নলৈ শিলৰ নাম ললে কিয়? অসমখন তন্ন তন্ন কৰি বিচাৰিলে শই শই নগৰলেও এশখন শিলৰ নগৰ বোধ কৰোঁ পোৱা যাব।

পুৰণি অসম নো স্বৰ্গ পাতাল নামেৰে ভূষিত হৈছিল কেতিয়া আৰু হোৱাৰ কাৰণেই বা কি? এই বিষয় মীমাংসা কৰিবলৈ ঋক্‌বেদৰ আশ্ৰয় লোৱা আৱশ্যক কৰে। কিয়নো ঋকবেদৰপৰা কি প্ৰাচী কি প্ৰতীচী সকলো পণ্ডিতে স্থিৰ কৰিছে যে আৰ্য্যসকল তেওঁলোকৰ পুৰণি ঠাইৰ পৰা আহি পশ্চিম ফালেদি ভাৰতবৰ্ষ সোমাই প্ৰথমতে পঞ্জাব অঞ্চলতে বসতি কৰে। চাৰিও বেদৰ উৎপত্তিস্থল পঞ্জাবেই। পিছে ধীৰে ধীৰে অনাৰ্য্য বিলাকক বশ কৰি কৰি কত যুগৰ মূৰত গঙ্গোপত্যকা অধিকাৰ কৰি ভাত ৰাজত্ব কৰে; সেই সময়তেই হিন্দুসকলে সকলো ৰকম উন্নতিতে "জেনিথ" (zenith) অৰ্থাৎ চৰম পায়। বেদ, ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ, দৰ্শন আদি হিন্দুসকলৰ সকলো শাস্ত্ৰ সেই সময়তে পূৰ্ণ হয় আৰু ৰাজ্যও ভাৰতবৰ্ষৰ দক্ষিণে লঙ্কা-লৈকে বিস্তৃত হয়। তাৰ পিছত তেওঁলোক মগধ বা বিহাৰ পাযহি। অসমৰ ফালে আৰ্য্যসকলৰ অধিকাৰ বিস্তৃত নহলেই; অসুৰ, দানৱবিলাকৰেই ৰাজত্ব থাকিল। কিন্তু এই মতটি ভুল। প্ৰাচী আৰু প্ৰতীচী এই দুই দিশৰে মহান্ অগাধ পণ্ডিতসকলৰ ভ্ৰম উলিয়াবলৈ চেষ্টা কৰা এই লেখকৰ নিচিনা ক্ষুদ্ৰ পতঙ্গ এটিৰ কিমান দুঃসাহসিকতাৰ কাম, এইটি লেখকে ভাল কৰি জানে;

কিন্তু কি কৰা যায়, ভয় কৰি সত্য গোপনে ৰাখিব নোৱাৰি। ভেখেতসকলৰ এইটি মহাভ্ৰম এই ভ্ৰমেই সকলো অনৰ্থৰ মূল; এই ভ্ৰমটোৱে যে গোটেই পৃথিবীৰেই পুৰণি ঐতিহাসিক তথ্য ওলোৱাৰ বাটত কত ৰকমে প্ৰতিবন্ধক হৈছে, কোনে জানে? আৰ্য্যসকল তেওঁলোকৰ সাধাৰণ পুৰণি ঠাইৰপৰা আহি পঞ্জাব পালেহি, পায়েই আৰু লৰচৰ নোহোৱা হল, কত যুগৰ মূৰত হে গঙ্গোপত্যকা পায়হি। পোনেই দেখোঁতেই তো এইটো কথা মনে পতিয়াব নোখোজে। আৰ্য্যসকল মধ্য এচিয়াৰেইপৰা আহক বা ইজীপ্তৰেইপৰা আহক, যৰেই পৰা আহক, কত নৈ কত পৰ্ব্বত দেশ কত বিঘিনি পাৰ হৈ ইমান দূৰ আহি পঞ্জাব সোমালহি; পঞ্জাব পায়েই তেওঁলোকৰ সেই উদ্যম একেবাৰেই লোপ হল নে যে পঞ্জাবৰপৰা লৰচৰ কৰিব নোৱৰা হ'ল? নে ভাৰতবৰ্ষত ইমান প্ৰতিবন্ধকতা পালে যে গঙ্গোপত্যকা পাবলৈকে তেওঁলোকৰ ইমান দিন লাগিল? ইয়াক মনে নধৰে। ইফালে গঙ্গোপত্যকা অধিকাৰৰ পিছত তেওঁলোকৰ ৰাজ্য দক্ষিণে লঙ্কালৈকে বিস্তৃত হল, ক্ৰমে পলে, অসম ব্যতীত গোটেই ভাৰতবৰ্ষয়েই তেওঁলোকৰ তলতীয়া হল কিন্তু লঙ্কাতকৈ কত ওচৰৰ অসমলৈ তেওঁলোক আহিব নোৱাৰিলে? স আখৰটোৰ অসমীয়া উচ্চাৰণেই দেখোঁ ভাল কৰি প্ৰমাণ দিয়ে যে অসমীয়াৰ পূৰ্ব্বপুৰুষসকল আৰ্য্যসকলৰ সাধাৰণ ঠাইৰপৰা আহি একেবাৰে অসম পায়হি। এই আখৰটোৰ উচ্চাৰণ পাৰস্য দেশত হ হয়, যেনে অসমীয়া অসুৰ, জেণ্ডেষ্টাত অহুৰ; ইংলণ্ডত হ ও হয় চ ও হয়, যেনে,—অসমীয়া, সি, শিল, সোন (কাল), ইংৰাজীত হি (He) হিল (Hill), চুন (Soon)। অসম এৰি ভাৰতৰ আন আন ঠাইতও কেতিয়াবা চ হয়, যেনে অসমীয়া সিন্ধু আন ভাষাত চিন্ধু আৰু সেই নৈৰ পাৰৰ মানুহবিলাক হিন্দু। ভাৰতৰ কোনো ঠাইত তাৰ খৰ নিচিনা উচ্চাৰণও হয়। একেটা আখৰৰে স, হ, চ, খ এই কেইটা উচ্চাৰণ গম কৰি চালে জনা যায়, অসমীয়া উচ্চাৰণটোৱেই শুদ্ধ। হিন্দু শব্দটোৰপৰা জানিব পাৰি যে আৰ্য্যসকল সিন্ধু নৈ পোৱাত সৰ আচল উচ্চাৰণেই আছিল আৰু সেই সময়তেই সৰ উচ্চাৰণ লৰিবলৈ নোপাওঁতেই অসমীয়াৰ পূৰ্ব্বপুৰুষসকল অসমলৈ আহে।

ঋক্‌বেদখনি এই লেখকে পঢ়িবলৈ পোৱা নাই। স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্তৰ Civilization in ancient India নামৰ গ্ৰন্থতে এই বেদৰ মাজে মাজে

দুই এটি ঋকৰ ভাঙনি দিয়া আছে। তাতেই তো পোৱা যায় যে ঋক্বেদৰ সময়তেই আৰ্য্যসকল অসমত।

ঋকবেদৰ ১ম মণ্ডলতেই অসমৰ কেৰাখনো নৈৰ নাম পোৱা যায়। ১ম মণ্ডলৰ ১০৪ সূক্তত কেটামান ডকাইত থকা ঠাইৰ বৰ্ণনাত আছে যে চিফা, অনুজাচি, কুলিচি আৰু বিৰপত্নী নামৰ চাৰিখন সৰু নৈৰ পাৰত সিইঁত থাকি, সিইঁতৰ ঘৰৰপৰা ওলাই সিহঁতে আৰ্য্যসকলক দৌৰাত্ম্য কৰে আৰু নৈ কেখনৰ পানীয়ে সিইঁতক ৰক্ষা কৰে (Vol. I, page 49-50)। ইয়াৰপৰা ইয়াকে বুজি যে সেই ডকাইত থকা ঠাই ডোখৰ চাৰিওফালে এই চাৰিখন নৈয়ে প্ৰায় মেৰিয়াই থোৱা। মিঃ দত্তই এই নৈ কেখনৰ চিন্ ধৰিব নোৱাৰি বুলি লেখিছে। কোৱা অনাবশ্যক যে তেখেতে অসমৰ ফালে অৱশ্যে বিচন্ধা নাই। অসমত বিচাৰিলে এই নৈ কেখন সহজেই পায়। মঙ্গলদৈ মহকুমাৰ কুলচি নৈ সেই ঋকবেদৰ সময়ৰপৰা এতিয়ালৈকে সেই একে নামেৰেই আছে। এই কুলচিৰ সহায়েৰেই সিকেখনও বিনাকষ্টে চিনি পোৱা যায়। চিপাঝাৰ মৌজাৰ নামটোৱেও বহুৎ সহায় কৰে। চিপাঝাৰ নামটোৰপৰা বুজিব পাৰি যে সেই ঠাইডোখৰ ডকাইতৰ বাসৰ উপযুক্ত ঝাৰণি আছিল আৰু চিফা নৈৰ ওচৰত দেখি চিফাঝাৰ নাম হৈছিল, এতিয়া চিপাঝাৰ হৈছে। চিপাঝাৰ মৌজাটো এতিয়া ব্ৰহ্মপুত্ৰৰ পাৰত; এইদেখি ব্ৰহ্মপুত্ৰকে চিফা বুলিব পাৰ হয় কিন্তু নৈ কেইওখন সৰু বোলা আছে। বোধ হয় চিফা নৈ চিপাঝাৰতে চিন ৰাখি ব্ৰহ্মপুত্ৰত লীন হল। চিপাঝাৰৰপৰা কিছু দূৰৈত পুব পিনে নোৱা নৈ দক্ষিণ মুৱা হৈ ব্ৰহ্মপুত্ৰত পৰিছে। এই নোৱায়েই ঋকবেদৰ অনুজাচি। এই নৈখন আগেয়ে চিপাঝাৰৰ ওচৰতে আছিল, এতিয়াও সেই মৰা নৈৰ চিন আছে; দৰঙ্গী ৰজা এজনে তেখেতৰ হাউলিৰ ওচৰে ভাক নিয়াৰৰ মন কৰি খনাই চিপাঝাৰৰপৰা কিছু দূৰৈয়ে নি ব্ৰহ্মাপুত্ৰত পেলোৱাইছিল। সি এতিয়া ৰজাই খনোৱাই নিয়া দৰেই আছে। চিপাঝাৰৰপৰা কিছু দূৰৈত উত্তৰে * কুলচি নৈ ৰঙ্গনৈত পৰিছে; এইখন নৈৰ নাম প্ৰায় একেই আছে। আৰু চিপাঝাৰৰপৰা কিছু দূৰৈত পশ্চিম

---

* গুৱাহাটীৰ পজাশৰাৰীৰ পশ্চিমেও এখন কুলচি আছে; ঋকবেদৰ কুলিচি সেই-খন নহয়।

পিনে ৰবনৈ দক্ষিণ মুৰা হৈ ব্ৰহ্মপুত্ৰত পৰিছে। এই ৰবনৈয়েই বিৰপতনী। বিৰপতনীৰপৰা খিৰপনী, বিৰনী, ৰৰণী হৈ এতিয়া ৰবনৈ হৈছে। নোৱাৰৈ আৰু কুলচিৰ মাজতে মাধোন অলপ ঠাই এৰি এই নৈ চাৰিখনে সেই ঠাই ডোখৰ যেনেকৈ মেৰিয়াই ৰাখিছে, কুলচি আৰু ৰবনৈৰ যেনে নামৰ মিল আছে, চিপাঝাৰৰপৰা যেনে বুজা যায়, এই সকলোবোৰ বিবেচনা কৰি চালে, ঋকবেদৰ চিফা, অন্‌জাচি, কুলিচি আৰু বিৰপত্নীয়েই যে চিফাক বুকত লোৱা ব্ৰহ্মপুত্ৰ, নোৱা, কুলচি আৰু ৰবনৈ ইয়াত শঙ্কা নাথাকে। চাৰি পাচ হাজাৰ বছৰৰ মুৰত অন্‌জাচিৰ ঠাইতেই নোৱা হৈছে।

ঋকবেদৰ ১ম মণ্ডলৰ ১৭৪ সূক্তত ইন্দ্ৰই কুৱৰাচক বধ কৰা দেখা যায় (Vol 1, p. 50)। এই কুৱৰাচেই যোগিণীতন্ত্ৰৰ কুৱাচ আৰু মহাভাৰতৰ কৱচ। এই কুৱাচসকলেহে দেৱতাসকলৰ চিৰশত্ৰুতা; তেওঁলোক কতবাৰ পৰাজিত হৈছে আকৌ কতবাৰ শত্ৰুতা আচৰণ কৰিছে। এই পৰাক্ৰমী কুৱাচ জাতিটি অসমতে হে পোৱা যায়, ভাৰতবৰ্ষৰ আন কোনো ঠাইতেই নাই।

ঋকবেদৰ ১০টা মণ্ডলৰ ১ম আৰু দশম মণ্ডল ৰচোঁতাৰ নাম পোৱা নাযায়। ২য় মণ্ডলৰ ৰচোঁতা গ্ৰিট্‌চামদ্. ৩ য়ৰ বিশ্বামিত্ৰ, ৪ৰ্থৰ বামদেৱ, ৫মৰ অত্ৰি, ৬ষ্ঠৰ ভৰদ্বাজ, ৭মৰ বশিষ্ঠ, ৮মৰ কণ্ব আৰু ৯ম মণ্ডলৰ ৰচোঁতা অঙ্গিৰা (Vol, 1 page 32)। এই ঋষি কেইজনৰ ভিতৰত গ্ৰিট্‌চামদ, বামদেৱ, অত্ৰি আৰু ভৰদ্বাজৰ আশ্ৰম কত, ঠিক পোৱা নাই। বিশ্বামিত্ৰৰ আশ্ৰম কৌশিকী নৈৰ পাৰত (মহাভাৰত বনপৰ্ব্ব-১০৯ আধ্যা, অনুশাসন পৰ্ব্ব-৩ আধ্যা) আৰু কৌশিকী পাৰৰ বিশ্বামিত্ৰয়েই ঋক ৰচোঁতা বিশ্বামিত্ৰ (Mr. Datta's Civilization in Ancient India, Vol 1, P.65 and 100)। বশিষ্ঠ আৰু কণ্ব অসমীয়াৰেই। বশিষ্ঠাশ্ৰম বিখ্যাতেই। কণ্ব মুনিৰ আশ্ৰমও গুৱাহাটীৰ ওচৰত কোনো ঠাইত লোহিত্যৰ পাৰতেই (কালিকাপুৰাণ)। অসমৰ বশিষ্ঠ যে বশিষ্ঠৰ নাতিপুতি বা আন বশিষ্ঠ নহয়, আদি বশিষ্ঠয়েই, ইয়াক পিছত মহাভাৰতত দেখুৱা যাব।

ঋকবেদৰ যি দুই এটি ঋকৰ ভাঙনি পোৱা গৈছে তাতেই জানা গল যে ঋকবেদৰ ১ম মণ্ডলৰ কালতেই আৰ্য্যসকল অসমত।

ক্ৰমশঃ

শ্ৰীৰজনীকুমাৰ দাস।

## দ্বিতীয় বছৰ, অষ্টম সংখ্যা

# সূচী

# গুৰু-গীতিমালা।

( ১০ )

বয়স গলেই কাম অনুৰাগ
যেনেকৈ নোহোৱা হয়;
পানী শুকালে পুখুৰীক পুখুৰী
বুলি কোনে নো কয়?
বস্ত্ৰ-বয়াভাবে গৃহস্থালী তুমি
পাতা নো কেনেকৈ থাক?
তত্ত্বজ্ঞান হলে সংসাৰত আসক্তি
নেথাকে তেনেকৈ আৰু।
মৰণ আহিলে মৰিব লাগিব
(সেই হে) এৰাঁ। ছেঁ সকলো কাম।
(তুমি) ভজাঁ। গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱাঁ। গোবিন্দৰ নাম॥

( ১১ )

সুন্দৰী কন্যাৰ ৰূপ সৌন্দৰ্য্যত
মোহিত হৈছা তুমি;
মিছাতে মায়াৰ আবেশত আছা,
লোচোৱা কিয় নো গমি?
তেজ মঙহৰ বিকাৰ সিটিক
মনতে ভাবিবা বুলি;
কালৰ গতিত ৰূপবো বিকৃতি,
শৰীৰো হবগৈ ধূলি।
মৰণ আহিলে মৰিব লাগিব,

( সেই হে ) এৰাঁ হেঁ সকলো কাম।
( তুমি ) ভজাঁ গোবিন্দৰ, জপাঁ গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

( ১২ )

তুমি নো কোন ? কোন নো মই ?
আহিছোঁ কৰ নো পৰা ?
কোন নো আই ? বোপাই নো কোন ?
ভৰা-গুণা তুমি কৰাঁ।
অসাৰ সংসাৰো সপোনৰ দৰে
লাগে বিচাৰি চালে ;
'তুমি' 'মই' 'তেওঁ' নেথাকে কেওঁ,
সকলো হৰিব কালে।
মৰণ আহিলে মৰিব লাগিব
( সেই হে ) এৰাঁ হেঁ সকলো কাম।
( তুমি ) ভজাঁ গোবিন্দৰ, জপাঁ গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

( ১৩ )

সঙ্গীতৰ মাজত প্ৰধান যেনে
বিষ্ণুৰ সহস্ৰ নাম ;
শ্ৰীপতিৰ অজস্ৰ ৰূপ চিন্তাই
হৈছে প্ৰধান ধ্যান।
আসক্তিৰ উত্তম সজ্জন সঙ্গ,
দানৰ দৰিদ্ৰ-সেৱা ;
অসাৰ সংসাৰ সকলো অসাৰ,
মুক্তি কেনেকৈ পাবা ?
মৰণ আহিলে মৰিব লাগিব
সেই হে ) এৰাঁ হেঁ সকলো কাম।
( তুমি ) ভজাঁ গোবিন্দৰ, জপাঁ গোবিন্দৰ,

লোৱা গোবিন্দৰ নাম ॥

( ১৪ )

যত দিনলৈকে দেহাত তোমাৰ
প্ৰাণ-বায়ুফেৰি আছে,
ঘৰলৈ তোমাৰ সকলোৱে আহি
কুশল বাতৰি পুছে।
আয়ু টুটি তুমি মৰিবা যেতিয়া
নষ্ট হলেকি দেহা
ঘৈণীজনাইও নিলগতে থাকে
লাগি ভয়তে টেপা।
মৰণ আহিলে মৰিব লাগিব
(সেই হে) এৰা হে সকলো কাম।
(তুমি) ভজা গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱা গোবিন্দৰ নাম ॥

( ১৫ )

সুখৰ লালসাত যুৱতীৰে সৈতে
প্ৰণয় সম্ভোগ কৰি
শৰীৰ তোমাৰ ব্যাধিগ্ৰস্ত হৈ
যোৱা যে তুমি হে মৰি ?
জানা যদিও নিষ্কৃতি নোপোৱা
মৃত্যুৰ হাতৰপৰা,
পাপাচৰণত মগ্ন সদাই
তুমি নো কেনেকৈ তৰা ?
মৰণ আহিলে মৰিব লাগিব
(সেই হে) এৰা হে সকলো কাম।
(তুমি) ভজা গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱা গোবিন্দৰ নাম ॥

( ১৬ )

ঘাটত পৰি থকা কটাকাসি তুলি
আৰবা তোমাৰ দেহা ;
পাপৰ পুণ্যৰ বিচাৰ নকৰি
কৰাঁ হেঁ প্ৰভুৰ সেৱা।
'তুমি' 'মই' বুলি নেথাকে কেৱেঁই,
মিছাও ইহলোক ;
কোৰাচোঁৱা ৰাক ভেনেহলে তুমি
কেলৈ কৰিছা শোক ?
মৰণ আহিলে মৰিব লাগিব
( সেই হে ) এৰাঁ হেঁ সকলো কাম।
( তুমি ) ভজাঁ গোবিন্দৰ, জপাঁ গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম ॥

( ১৭ )

সাগৰ-সঙ্গমত, তীৰ্থ কৰিবলৈ
যোৱাঁ বা নোযোৱাঁ তুমি ;
থাকা বা নেথাকা সদাই তুমি
নানান ব্ৰতাদি পালি ;
কৰা নকৰা দুখীয়াক দান,
সকলো তোমাৰ মিছা ;
জ্ঞান হলে হে দান ধৰ্ম্ম আদি
হয় যে পাবে হেঁ সঁচা।
জ্ঞান বিহীনে নভৰা তুমি
উপজি এপ বাৰো ;
জ্ঞানৰ উদয় নহয় মানে
নিষ্কৃতি নাই যে কাৰো।
মৰণ আহিলে মৰিব লাগিব,
( সেই হে ) এৰাঁ হেঁ সকলো কাম।

(তুমি) ভজা গোবিন্দৰ, জপা গোবিন্দৰ,
লোৱাঁ গোবিন্দৰ নাম॥

শ্ৰীউমেশচন্দ্ৰ বৰুৱা।

---

# মহাপুৰুষ শঙ্কৰদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ।

আসামত আদিতে বিশুদ্ধ বৈষ্ণৱধৰ্ম্ম প্ৰচাৰ কৰোঁতা যে মহাপুৰুষ শঙ্কৰদেৱ এই কথা সকলোৱে জানে আৰু সকলোৱে মানে। মাধৱদেৱ যে শঙ্কৰৰ প্ৰধান শিষ্য আৰু ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যত বিশেষ সহায়কাৰী আছিল ইও সৰ্ব্ববাদী সম্মত। মহাপুৰুষ শঙ্কৰৰ পাছত তেওঁৰ প্ৰদৰ্শিত পথেৰে ব্ৰাহ্মণ দামোদৰদেৱ আৰু হৰিদেৱ এই দুজনেও সেই ধৰ্ম্মকে ভিন ভিন ভাবেৰে লোকসমাজত প্ৰচাৰ কৰিছিল। কালক্ৰমত শঙ্কৰদেৱৰ প্ৰতিনিধি মাধৱদেৱৰ আজ্ঞাপৰ হৈ যিসকল ব্ৰাহ্মণ শূদ্ৰ আচাৰ্য্যই নানা ঠাইত সত্ৰ পাতি ধৰ্ম্ম প্ৰচাৰ কৰিলে তেওঁলোকে মহাপুৰুষীয়া নাম পালে। শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰ আৰু চতুভুৰ্জ ঠাকুৰৰপৰা যিসকল সত্ৰ হল তাক ঠাকুৰীয়া বোলে। ধৰজন ঠাকুৰৰপৰা হোৱা বাৰখন সত্ৰক বৰ-বাৰেজনীয়া আৰু সৰুজনৰপৰা হোৱা সত্ৰ বিলাকক সৰু-বাৰেজনীয়া বোলে। ব্ৰাহ্মণ দামোদৰদেৱ আৰু হৰিদেৱৰ ভক্তসকলে শেহত আচাৰ্য্য হৈ যিবিলাক সত্ৰ পাতিলে তাক আসামত বামুণীয়া পন্থৰ সত্ৰ বোলে। মহাপুৰুষীয়া আৰু ঠাকুৰীয়া পন্থৰ ভিতৰত চাবলৈ গলে একো প্ৰভেদ নাই। বামুণীয়া আৰু মহাপুৰুষীয়া পন্থৰ ভিতৰতো আদিতে অৰ্থাৎ বামুণীয়াসকল প্ৰথমে একলীয়া হৈ যোৱাৰ সময়ত বিশেষ একো প্ৰভেদ নাছিল। কালক্ৰমত কিন্তু বামুণীয়া পন্থৰ ধৰ্ম্ম আচৰণ মূল মহাপুৰুষীয়া আচৰণতকৈ বহুত লৰচৰ হোৱা যেন দেখা গৈছে।

পূৰ্ব্বে কোৱা হৈছে যে দামোদৰদেৱ আৰু হৰিদেৱে শঙ্কৰৰ প্ৰদৰ্শিত পথ অনুসৰণ কৰি একে হৰিনাম শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্মকে প্ৰচাৰ কৰিছিল। এই কথাত বহুতে বোধ কৰোঁ আপত্তি নকৰিব। কিন্তু এই দুজন ব্ৰাহ্মণ আচাৰ্য্যৰে

সৈতে শঙ্কৰদেৱৰ কি প্ৰকাৰ সম্বন্ধ আছিল এই কথা লৈ আজিকালিৰ দিনতো ভয়ঙ্কৰ মতভেদ। বামুণীয়া পন্থৰ লোকসকলৰ মতে দামোদৰ কিম্বা হৰিদেৱ কোনেও শঙ্কৰৰপৰা আদিতে ধৰ্ম্ম শিক্ষা পোৱা নাছিল। অন্য পন্থৰ লোকসকলৰ মতে শঙ্কৰে হে আদি বৃক্ষ, ইসকল তেওঁৰে ঠাল-ঠেঙুলি। এই কন্দল আজিকালিৰ নহয়, বহুদিনীয়া পুৰণি। কন্দল বঢ়োৱা আমাৰ অভিপ্ৰায় নহয়, নিৰপেক্ষভাৱে সত্য অনুসন্ধান কৰা হে আমাৰ উদ্দেশ্য। বিশেষ শঙ্কৰে চৈতন্যৰপৰা ধৰ্ম্মশিক্ষা পোৱা বা পাবলৈ যোৱা কথা প্ৰথমে দামোদৰ আৰু হৰিদেৱৰ চৰিত্ৰ লিখকৰ পৰা হে আমাৰ দেশত প্ৰকাশ হয়, গতিকে তেওঁলোকৰ বিবৰণ কিমান দূৰ সত্য তাক আলোচনা নকৰি নোৱাৰি।

দামোদৰদেৱৰ চৰিত্ৰ লিখিছে ৰামৰায় দ্বিজে, আৰু হৰিদেৱৰ চৰিত্ৰ লিখক দ্বিজ দিবাকৰ। ৰামৰায় অৰ্জ্জুনদেৱৰ শিষ্য। ৰামৰায়ৰ জন্মস্থান বৰদোৱা অঞ্চলৰ নলচাগ্ৰাম। এওঁৰ পিতাকৰ লগত হেনো শঙ্কৰৰ বিশেষ বন্ধুতা আছিল। দামোদৰৰ জন্মৰ সময়ত শঙ্কৰ উপস্থিত আছিল আৰু তেৱেঁই দামোদৰ নাম ৰাখিছিল। ৰবদোৱাত থকাৰপৰাই শঙ্কৰে দামোদৰক ভালকৈ জানিছিল। অসম ৰজাৰ দৌৰাত্ম্যত শঙ্কৰ ভটীয়াই আহিল। তাৰ পাছত তেওঁৰ লগলৈ যাম বুলি দামোদৰ ভটীয়াই প্ৰথমে হাজোৰ ওচৰৰ ৰত্নেশ্বৰ গাওঁত থাকে। তাতে থাকোঁতে হেনো মণিকুটত দামোদৰে শ্ৰীচৈতন্যক দেখা পাইছিল। চৈতন্যৰপৰা দামোদৰে ধৰ্ম্মোপদেশ লৈছিল এনে কথা ৰামৰায় দ্বিজে নকয়। এজন সন্ন্যাসীৰপৰা হে তাতে দামোদৰে তত্ত্বজ্ঞান পায়।

"আসিলন্ত নাৰদ সন্ন্যাসী বেশ ধৰি।
দামোদৰে আৰাধিলা ভক্তিভাব ধৰি ॥
সাক্ষাতে সে বিষ্ণুৰূপ ঋষিয়ে জানিলা।
জীৱ উদ্ধাৰিতে তাঙ্ক তত্ত্বজ্ঞান দিলা ॥"——ৰামৰায় দ্বিজ।

পিছত দামোদৰ গৈ পাটবাউসীত ৰল। শঙ্কৰে সৈতে তেওঁ সদাই ধৰ্ম্ম চৰ্চ্চা কৰে। শঙ্কৰে ভেভিয়া পালান্দিৰপৰা গৈ পাটবাউসীত থান পাতি আছিল ভেভিয়া তেওঁ বৃদ্ধ, আৰু তেওঁৰ শিষ্য মাধৱদেৱ, নাৰায়ণ আতা, হৰিহৰ আতা প্ৰভৃতিৰে গোটখাই তেতিয়া তেওঁ ভালকৈ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। ৰামৰায়ৰ মতে তেতিয়া হে শঙ্কৰে এজন গুৰুত শৰণ লবৰ মন কৰি ৰামৰাম

গুৰুক লগত লৈ পশ্চিমত থকা চৈতন্যৰ গুৰি পালেগৈ।

"কণ্ঠভূষণৰ মুখে শুনিছে শঙ্কৰ।
কৃষ্ণ যে চৈতন্য হয়া হৈছে অৱতাৰ ॥
ব্ৰহ্মানন্দ আচাৰ্য্যেও কহিছে পূৰ্ব্বত।
ব্ৰহ্মহৰিদাসে পাছে কৈলা শঙ্কৰত ॥
সেহি কথা শুনি শঙ্কৰ মৌন ভৈলা।
ৰামৰাম গুৰু সমে ওচৰ চাপিলা ॥
অৱনত হয়া দুয়ো নমিলা সাক্ষাত।
পূৰ্ব্বাপৰ পুছিলন্ত কথা যত যত ॥
শঙ্কৰৰ আগে নমাহিলা মহাজ্ঞানী।
কমণ্ডলু জল ঢালি দুৱাইলা আপুনি ॥
শঙ্কৰেও বুজিলন্ত সেই অনুমানে।
এক যে শৰণ ধৰ্ম্ম চৈতন্যৰ স্থানে ॥
তিন দিন অন্তৰে বিদায় কৰিল।"——ৰামৰায় দ্বিজ।

শঙ্কৰৰ ঘাই চৰিত্ৰলিখক ৰামচৰণ ঠাকুৰ আৰু তেওঁৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ, ব্ৰাহ্মণ দ্বিজভূষণ, ৰামানন্দ দ্বিজ আৰু সাৰ্ব্বভৌম ভটাচাৰ্য্য এওঁলোকেও দামোদৰৰ এনে বৃত্তান্ত নেলেখে। শঙ্কৰৰ চৰিত্ৰ পঢ়ি ইয়াকে জানিব পৰা যায় যে পাটবাউসীত হে শঙ্কৰে সৈতে দামোদৰৰ প্ৰথম চিনাকি। দামোদৰ এজন বৰ ধৰ্ম্মপিপাসু নিষ্কিন সংব্ৰাহ্মণ আছিল। তেওঁ পাটবাউসীত শঙ্কৰৰ কাষত আহি সদাই ধৰ্ম্ম বিষয়ৰ আলোচনা আৰু ধৰ্ম্ম পুথিৰ ব্যাখ্যা শুনিছিল। শঙ্কৰৰপৰাই তেওঁ ধৰ্ম্মোপদেশ পাই কালক্ৰমত নিজে এজন ধৰ্ম্ম উপদেষ্টা হৈছিল। শঙ্কৰেই তেওঁক আচাৰ্য্য পাতি পাটবাউসীত ৰাখিছিল। শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মৃত্যুৰ পাচত হে দামোদৰদেৱ কামৰূপ আৰু বেহাৰত বিশেষ জনাজনা হৈছিল। ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰৰ কথাকে নকওঁ, ৰামানন্দ আৰু সাৰ্ব্বভৌম নিজে ব্ৰাহ্মণ হৈয়ো এই বিষয়ে কি লিখিছে পাঠক সকলে দেখক:—

"এক দিনা দামোদৰে কৰিলা বিনয়।
শৰণ লৈবাক বাপ মোহোৰ লাগয় ॥

*   *

শুনিয়া শঙ্কৰদেৱে সন্তোষ পাইলন্ত।
ৰামৰাম গুৰু পাছে মাতি আনিলন্ত॥
বুলিলন্ত ৰামৰাম গুৰু শুনিয়োক।
দামোদৰ গুৰুক শৰণ কৰায়োক॥
ৰামৰাম গুৰু শুনি হৰি মন্দিৰত।
কৰাইলা শৰণ প্ৰভু হৰি চৰণত॥
উপদেশ কথা যত শঙ্কৰে কহিলা।
এহিমতে দামোদৰ আনন্দে ৰহিলা॥"——ৰামানন্দ দ্বিজ

"পৰম বৈষ্ণৱ সিটো বিপ্ৰ দামোদৰ।
উদাস মহন্ত সিটো শিষ্য শ্ৰেষ্ঠতৰ॥
পৰম দুঃখিত তাৰ পূৰ্ব্বত আছিল।
পৰ অৰ্থে শ্ৰম কৰি জীৱিকা কৰিল॥
শঙ্কৰ তাহাৰ লাগি সাদৰ কৰিল।
শাস্ত্ৰক পঢ়ায়া তাক পূজাভাগ দিল॥
পাটবাউসীত সত্ৰ সভা কৰিলন্ত।
আচাৰ্য্য পাতিয়া দামোদৰক থৈলন্ত॥
শঙ্কৰে বোলন্ত শুনা বিপ্ৰ দামোদৰ।
শৰণ কৰাহঁা বিপ্ৰ কৰ্ম্মী নিৰন্তৰ॥" সাৰ্ব্বভৌম ভট্টাচাৰ্য্য।

এই দুজন লেখকৰ ভিতৰত ৰামানন্দ বিপ্ৰ ৰামচৰণ ঠাকুৰৰ অলপ পৰবৰ্ত্তী আৰু সাৰ্ব্বভৌম শঙ্কৰৰ সমসাময়িক বুলি জনা যায়। সাৰ্ব্বভৌম ঘোৰ দেৱী উপাসক আছিল। শঙ্কৰে সৈতে খুব বাদ কৰি বাদত পৰাস্ত হৈ তেওঁ পুনৰ শাস্ত্ৰ পঢ়িবলৈ বাৰাণসীলৈ যায়। তাত তেওঁ নানা শাস্ত্ৰ পঢ়ি নিজৰ মত ভুল, শঙ্কৰৰ শিক্ষা হে শুদ্ধ, ইয়াকে জানি দেশলৈ উলটি আহিল। এইসকল লেখকে যে অসত্য কথা লিখিছিল এনে অনুমান নহয়, বৰং এইটো হে অনুমান হয় যে শূদ্ৰ শঙ্কৰক এথোপ নমাই ব্ৰাহ্মণ দামোদৰক এথোপ ওপৰলৈ তুলিবলৈ যত্ন কৰাৰ মাজেই ৰামৰায়ে নানা কাল্পনিক কথা লিখিবলৈ বাধ্য হৈছিল। আজিকালি যেনেকৈ বহুতে নিজৰ বংশ মৰ্য্যাদা দেখুৱাবলৈ পূৰ্ব্বপুৰুষ কান্যকুব্জৰপৰা আহিছে অহা বুলি প্ৰমাণ কৰিবলৈ যত্ন কৰে,

ভেনেকৈ সেই সময়ত আদিস্থান ঘৰদোৱা অঞ্চল ইয়াকে দেখুৱাবৰ যত্ন আছিল যেন অনুমান হয়। অঞ্চল দামোদৰৰ নহয় হৰিদেৱৰো আদিস্থান নাৰায়ণ-পুৰ বুলি লিখা আছে। শঙ্কৰ দামোদৰৰ পিতাকৰ বন্ধু আছিল, দামোদৰক তেওঁ সকৰেপৰা জানিছিল, এনে কি দামোদৰ নাম শঙ্কৰে হে থোৱা, এই কথা সঁচা হলে শঙ্কৰৰ চৰিত্ৰত বিপৰীত ভাবে লেখাৰ কোনো কাৰণ নাছিল। ৰামৰায়ৰ মতে দামোদৰ বিষ্ণুৰ অংশে অৱতাৰ হল; কিন্তু শঙ্কৰৰ আদেশত দামোদৰে ধৰ্ম্ম প্ৰচাৰ কৰিছিল এই কথা ভেতিয়া গোপন কৰা অসম্ভৱ আছিল, সেইবাবে এইটো বুজুৱা হৈছিল যে ভগৱানে নিজে মহাদেৱক কৈছিল "কলিত হৰিনাম ধৰ্ম্ম প্ৰকাশ কৰিবলৈ তুমি আগেয়ে গৈ অৱতাৰ হোৱাঁ, মই পিছে অৱতাৰ হৈ তোমাৰ আজ্ঞাকাৰী হৈ ধৰ্ম্ম প্ৰবৰ্ত্তাম।"

"শুনা ত্ৰিলোচন তুমি আমাৰ বচন।
মৰ্ত্ত্যলোক যাইবে লাগে শুনিও কাৰণ॥
হৰিভক্তি লুপ্ত হৈল নাহি শৌচাচাৰ।
মৰ্ত্ত্যলোকে যাই তুমি কৰিও বিচাৰ॥
সনাতন ধৰ্ম্ম তুমি কৰিও বেকত।
তাকে আচৰিয়া লোক তৰিবে সাম্প্ৰত॥
স্ত্ৰী শূদ্ৰে ধৰিবেক তোমাৰ ভকতি।
শ্ৰৱণে কীৰ্ত্তনে লোক তৰিবে সম্প্ৰতি॥
আজ্ঞাকাৰী আমিও তোমাৰ হৈবোঁ যাই।
* * *
বিষ্ণু বাক্য আদৰি আপুনি ত্ৰিপুৰাৰি।
মনুষ্যত জন্মিলা শঙ্কৰ ৰূপ ধৰি॥
পাৰ্ব্বতীৰ নাথ যাক মহেশ বোলন্ত।
তেস্তে আসি কুসুমৰ বীৰ্য্যে জন্মিলন্ত॥"—ৰামৰায় দ্বিজ।

ঘৰদোৱাও থাকোঁতে শঙ্কৰ ডেকা, কিন্তু ব্ৰহ্মানন্দ আচাৰ্য্য সকলোতকৈ বৃদ্ধ আৰু প্ৰবীণ। শঙ্কৰতকৈ চৈতন্ত বয়সে বহুত সৰু, এতেকে ব্ৰহ্মানন্দ আচাৰ্য্যই চৈতন্তৰ কথা শঙ্কৰক কোৱা অসম্ভৱ। দামোদৰৰূপী নাৰায়ণে শঙ্কৰৰ আজ্ঞা-পৰ হৈ ধৰ্ম্ম প্ৰবৰ্ত্তালে কিন্তু নিজৰ তত্ত্বজ্ঞান হল এজন অজ্ঞাত সন্ন্যাসীৰপৰা

মহাজ্ঞানী চৈতন্যৰপৰা নহল, ই বৰ আশ্চৰ্য্য। ৰামৰায় বাপুৰ মতে অৱতাৰৰ লেখ-জোখ নাই। তেওঁৰ মতে নাৰায়ণে ভক্তি প্ৰবৰ্ত্তাবলৈ—

"সগুৰুৰূপে অৱতাৰ হৈলা থানে থানে॥
শ্ৰীধৰ স্বামী ৰূপ ধৰি ভগৱন্ত।
ভাগৱত পদবন্ধে টীকা কৰিলন্ত॥
বিষ্ণুপুৰী, চৈতন্য, কবীৰ ৰূপ ধৰি।
নিস্তাৰিলা লোক হৰিৰ্ণাম ব্যক্ত কৰি॥"

এনেকৈ সকলো অৱতাৰ হলে অৱতাৰৰ মূল্য কি? চৈতন্য হেন মহাপুৰুষৰপৰা শৰণ ধৰ্ম্ম পাই শঙ্কৰৰ নিচিনা মহাপুৰুষে তেওঁৰ ডেকাৰপৰা বুঢ়ালৈকে লিখা ইমানবিলাক পুথিৰ এখনতো যে নিজ-গুৰুৰ উল্লেখ নকৰিব ই বৰ অসম্ভৱ কথা। ৰামৰায়ে নিজে যেনেকৈ তেওঁৰ পুথিত নিজ গুৰুৰ চিনাকী দিছে সেইদৰে শঙ্কৰেও সেই সময়ৰ প্ৰথা অনুসৰি নিজ গুৰুৰ নাম উল্লেখ কৰিলেহেঁতেন। তেওঁৰ সকলো পুথিতে নিজৰ চিনাকী দিওঁতে কেৱল "কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ" ইয়াকে হে পোৱা যায়। শঙ্কৰে চৈতন্যৰ পৰা ধৰ্ম্ম শিক্ষা পোৱা হলে ওপৰত নাম কোৱা পাঁচজন চৰিত্ৰ লিখকৰ এজনে অন্ততঃ সেই কথা লিখিলেহেঁতেন। চৈতন্য যে কোনো সময়ত কামৰূপলৈ আহিছিল এনে কথাও চৈতন্য চৰিতৰপৰা জনা নেযায়। শঙ্কৰে ব্ৰাহ্মণ চৈতন্যৰপৰা ধৰ্ম্ম পালে বা পাবলৈ আগ বাঢ়িলে খৰ্ব্ব হোৱা ব্ৰাহ্মণ প্ৰাধান্য এদোপ উঠে এই বাবেই মহাপুৰুষে মানৱলীলা সম্বৰণ কৰাৰ বহুদিনৰ পিছত পক্ষপাতী স্বাৰ্থযুক্ত ব্ৰাহ্মণ লিখকে এনে তাল-পাত-যোৰোৱা কথা লিখি থৈ গৈ আজিলৈকে কোনো কোনো লোকৰ মনত খুকুৰি লগাই থৈছে। এনে কাল্পনিক কথা অপক্ষপাতী সত্যানুৰাগী লোকৰ কদাচিতো গ্ৰহণীয় নহয়।

এই গল দামোদৰ চৰিত্ৰকাৰ ৰামৰায়ৰ বিবৰণ; এই বাৰ দ্বিজ দিবাকৰৰ পাল। হৰে যেনেকৈ পাৰ্ব্বতীৰ আগত, শুকে যেনেকৈ পৰীক্ষিত ৰজাৰ আগত, নৈমিষাৰণ্যত নাৰদে যেনেকৈ ঋষিসমাজৰ আগত শাস্ত্ৰৰ ৰহস্য ব্যাখ্যা কৰিছিল, তেনেকৈ থানেশ্বৰ নামক এজন হৰিদেৱৰ ভক্ত ব্ৰাহ্মণৰ আগত উদাৰগোবিন্দে হৰিদেৱৰ চৰিত্ৰ-ৰহস্য ব্যাখ্যা কৰিছিল আৰু দ্বিজ দিবাকৰে তাকে পুথিত লিখিছে। এওঁৰ মতে বিষ্ণুৰ অংশত হৰিদেৱৰ জন্ম। নাৰায়ণ পুৰৰপৰা অসম

যজাব ভয়ত হৰিদেৱ ওৰেষালৈ পলাই যায় আৰু তাতে তেওঁ শঙ্কৰক লগ পায়। তাৰেপৰা হেনো দুয়ো নদীয়ালৈ চৈতন্যদেৱক দৰ্শন কৰিবলৈ যায়। চৈতন্যই শূদ্ৰ দেখি শঙ্কৰক দেখা নকৰিলে, কিন্তু হৰিদেৱক বৈকুণ্ঠৰ শাস্ত্ৰ ভাগৱত দি কলে যে শঙ্কৰে এই শাস্ত্ৰ গীত কৰিব। চৈতন্যই নিজে শঙ্কৰকো ব্ৰহ্মঅংশে অৱতাৰ বুলি কৈ তেনে শঙ্কৰক আকৌ শূদ্ৰ বুলি ওচৰলৈ যাব নিদি ভূৰ্জ্জ-পত্ৰত ভক্তি ৰহস্যৰ কথা লিখি দিয়াৰ অৰ্থ কি? যি চৈতন্যৰপৰা ৰূপ সনাতন আদি কৰি নীচকুলৰ ভক্তসকলে ধৰ্ম্মজ্ঞান পাইছিল, বৈষ্ণৱ দেখিলে যি মহাপ্ৰেমিকে আকোঁৱালি ধৰিছিল তেনে মহৎজনৰ মনত এনে সঙ্কীৰ্ণ ভাব আছিল এনে কথা লিখি প্ৰকাশ কৰা দূৰত থাওক ভাবিলেও পাপ হয়। হৰিদেৱ পূৰ্ণ অংশে বিষ্ণু অৱ-তাৰ, ৰামৰায়ৰ মতে দামোদৰও বিষ্ণু অৱতাৰ, আকৌ হৰিদেৱ, দামোদৰ, শঙ্কৰ, ব্ৰহ্মঅংশে অৱতাৰ ইয়াৰ বা অৰ্থ কি? দামোদৰ পন্থী ৰামৰায়ৰ মতে চৈতন্যই ৰামৰাম গুৰুৰ হাতত শাস্ত্ৰ পুথি দামোদৰলৈ দি পঠাইছিল, হৰিদেৱ চৈতন্যৰ গুৰিলৈ যোৱাই নাছিল, দামোদৰৰ পৰাহে হৰিদেৱে ধৰ্ম্মজ্ঞান পাইছিল। কিন্তু দিবাকৰ বাপুৰ মতে হৰিদেৱে নিজ হাতে চৈতন্যৰপৰা ভাগৱত শাস্ত্ৰ আনিছিল, দামোদৰলৈ চৈতন্যই এখন পট্টহে দি পঠিয়াইছিল। ৰামৰায়ে লিখিছে শঙ্কৰে চৈতন্যত শৰণ লৈ তেওঁৰ গুৰিত তিন দিন আছিল, কিন্তু দ্বিজ দিবাকৰ বা উদাৰগোবিন্দৰ মতে শঙ্কৰে চৈতন্যৰ গুৰিলৈকে যাব নোৱাৰিলে। এনে বিষম অনৈক্য কি নিমিত্তে হয়? সত্যক এতৰপ মিছাৰ আৱৰণেৰে ঢাকিব নোৱাৰি, কেৰাতৰপৰ আৱশ্যক হয়। সেইবাবে হে ইমান অনৈক্য আৰু ইমান কাল্পনিক কথাৰ সৃষ্টি। এদলে হৰিদেৱক আৰু আন দলে দামোদৰক শ্ৰেষ্ঠ কৰিব খোজে, কিন্তু উভয়ৰ যত্ন শঙ্কৰক শীৰ্ষস্থানৰপৰা নমাবলৈ।

মূল কথা, শঙ্কৰে হে আদিতে এই দেশত নাম-ধৰ্ম্ম প্ৰকাশ কৰে আৰু মাধৱ দেৱক সঙ্গত লৈ প্ৰথমতে অসম ৰাজ্যত আৰু পাছত কোচ ৰাজ্যত এই ধৰ্ম্ম প্ৰচাৰ কৰে।

"শুনিও সজ্জন আৰে স্বৰূপ বচন।
শঙ্কৰে সে আদি মূল ভকতিৰ লক্ষণ॥" সাৰ্ব্বভৌম ভট্টাচাৰ্য্য।

বহুত ব্ৰাহ্মণে শঙ্কৰত শৰণ লৈছিল। যিসকল ব্ৰাহ্মণে শঙ্কৰক গুৰু মানিছিল তেওঁলোকে শঙ্কৰক ঈশ্বৰৰ অংশ বুলি বিবেচনা কৰিছিল।

"শুনা সভাসদ পদ ধৰি কৰি চিত্ত।
কলিমল বিমোচন শঙ্কৰ চৰিত॥
কৃষ্ণ শঙ্কৰৰ কিঞ্চিতেকো নাহি ভেদ।
দুয়ো কথা কৰে পাতকৰ স্কন্ধ ছেদ॥"——দ্বিজ ভূষণ।

শঙ্কৰ মাধৱ কিয়, শঙ্কৰৰ নাতি দুজন, গোপাল আতা প্ৰভৃতি শূদ্ৰ গুৰুৰ আজ্ঞাপৰ হৈ বহুদিনৰ পাছত ভালেমান ব্ৰাহ্মণ আচাৰ্য্যই সত্ৰ পাতিছিল। এই কথা মুই কৰিব নোৱাৰি, সন্ত আখ্যানসকলত ভালকৈ লিখা আছে।

চৈতন্যৰপৰা শঙ্কৰ, কি দামোদৰ, কি হৰিদেৱ কোনেও ধৰ্ম্ম গ্ৰহণ কৰা নাছিল। চৈতন্যৰ ধৰ্ম্ম আৰু এওঁলোকৰ প্ৰচাৰিত ধৰ্ম্ম একে যেন দেখা গলেও দুয়োৰো ভিতৰত বিশেষ মৌলিক পাৰ্থক্য (Fundamental difference) আছে; (১) সেইবিলাক বহলাই লিখিবলৈ গলে প্ৰবন্ধৰ আকাৰ বৰ বৃহৎ হব।

---

(১) এই মৌলিক পাৰ্থক্যৰ বিষয় অলপ উল্লেখ কৰা যাওক।

"শান্ত সখ্য বাৎসল্য আৰ যে শৃঙ্গাৰ।
চাৰি ভাবেৰ চাৰি বিধ ভক্তেৰ আধাৰ॥

নিজ নিজ ভাবে সবে শ্ৰেষ্ঠ কৰি মানে।
নিজ ভাবে কৰে কৃষ্ণ সুখ আস্বাদনে॥

তটস্থ হইয়া হৃদি বিচাৰ যদি কৰি।
সব ৰস হইতে শৃঙ্গাৰে অধিক মধুৰী॥

অতএব মধুৰ ৰস কহি তাৰ নাম।
স্বকীয় পৰকীয় ৰূপে দ্বিবিধ সংস্থান॥

পৰকীয় ভাবে অতি ৰসেৰ উল্লাস।
ব্ৰজ বিনা ইহাৰ অন্যত্ৰ নাহি বাস॥

ব্ৰজবধূগণেৰ এই ভাব নিৰবধি।
তাৰ মধ্যে শ্ৰীৰাধায় ভাবেৰ অবধি॥

প্ৰৌঢ় নিৰ্ম্মল ভাব প্ৰেম সৰ্বোত্তম।
কৃষ্ণ মাধুৰ্য্য ৰস আস্বাদ কাৰণ॥

অতএব সেই ভাব অঙ্গী কৰি কৰি।
সাধিলেন নিজ বাঞ্ছা গৌৰাঙ্গ শ্ৰীহৰি।—চৈতন্য চৰিতামৃত।

শঙ্কৰক ব্ৰাহ্মণসকলে ভিন ভিন ঠাইত আৰু ভিন ভিন সময়ত কি প্ৰকাৰে হিংসা কৰিছিল তাক চৰিত্ৰ পঢ়া সকলোৱেই জানে। শঙ্কৰৰ মৃত্যুৰ পাছত তেওঁৰ স্থলত মাধৱদেৱ বহুত হিংসা আৰু বাঢ়িল। বামুণ আচাৰ্য্যবিলাক প্ৰকাশ্যে তেওঁৰপৰা আঁতৰিল। বহুত বামুণে মাধৱদেৱক আচাৰ্য্য বুলি নমনা হল। ব্ৰাহ্মণসকলৰ হিংসাত মাধৱদেৱ ঘৰপেটা বা সুন্দৰীত থাকিব নোৱাৰা হল।

"ব্ৰাহ্মণসকলে ছিদ্ৰ চাৱৈ বাৰম্বাৰ।
ই দেশত আনা আমি নথাকওঁ আৰ॥
এই বুলি বেহাৰক যাইবে সাজিলন্ত।
*　　*　　*　　*
গুৰুতক যেব বোপা কৰে যি দেশত।
আনিবা নথাকি পাৰিমাণে সি দেশত॥—দৈত্যাৰি ঠাকুৰ।

আমি পূৰ্ব্বেৰেপৰা দেখিছোঁ যে ভাৰতবৰ্ষত যি মহাপুৰুষে সাধাৰণ লোকৰ ক্ৰমোন্নতিৰ অৰ্থে ধৰ্ম্ম প্ৰচাৰ কৰি কুলীন যাজক শ্ৰেণীৰ প্ৰাধান্য খৰ্ব্ব কৰিছিল সেই মহাপুৰুষেৰে সৈতেই উক্ত শ্ৰেণীৰ যুদ্ধ হৈছিল। যুদ্ধত উক্ত শ্ৰেণীৰ পৰাজয় হোৱা যেন দেখিলেই সেই মহাপুৰুষক ঈশ্বৰাৱতাৰ বুলি প্ৰকাশ কৰা হৈছিল। বুদ্ধদেৱৰ সময়তো বৌদ্ধ আৰু ব্ৰাহ্মণ্যধৰ্ম্মৰ (২) ভীষণ যুদ্ধ হৈছিল।

---

এই মাধুৰ্য্য ভাৱত শ্ৰীকৃষ্ণ জগত শ্ৰীৰাধাৰ সমাবেশে, বৈষ্ণৱৰ জগত বৈষ্ণৱীৰ সমাবেশ। কোনোৱে এই ভাব মধুৰ আৰু সৰ্ব্বোত্তম বুলি ভাবিব পাৰে, কিয়নো ঈশ্বৰেৰে সৈতে যিমান নিকট সম্বন্ধ কৰিব পৰা যায় সিমান ভাল; কিন্তু এই ভাবে ঈশ্বৰ ঠিক সাধনা কৰা বৰ কঠিন, ৰাখিব নোৱাৰি, শেহত বিপদৰ ভয়। শঙ্কৰ পন্থী মহাপুৰুষীয়াৰ মত, দাস্য ভাবে ঈশ্বৰ-সাধনা। প্ৰভু-কিঙ্কৰ, সেব্য-সেৱকৰ ভাব। সেইবাবেই আমাৰ থান সত্ৰত বৈষ্ণৱীৰ নাম গোন্ধো নাই, ধৰ্ম্ম পথ সহজ আৰু বিপদহীন। এয়েহে বিষয়ীৰ উপযুক্ত আৰু সাৰ্ব্বজনীন ধৰ্ম্মপথ। চৈতন্য আৰু শঙ্কৰৰ মাজত গুৰু-শিষ্যৰ সম্বন্ধ থাকিলে ঈশ্বৰ সাধনাৰ পথ আদিতে এনে পৃথক হব পাৰে নে?

(২) ব্ৰাহ্মণেহে গুৰু আৰু ধৰ্ম্মযাজক ধৰ্ম্মউপদেষ্টা আৰু বেদ অৰ্চ্চনা পূজাৰ পৰাক্ৰি, অন্যান্য প্ৰাণীৰ তাত অধিকাৰ নাই। নীচ বৰ্ণৰ লোকসকলৰ ধৰ্ম্ম ব্ৰাহ্মণসেৱা, ইত্যাদিয়েই ব্ৰাহ্মণ্য ধৰ্ম্মৰ মূল কথা বুলি এই প্ৰবন্ধত ধৰা হৈছে।

শেহত বুদ্ধদেৱ এক অৱতাৰ হল। বুৰঞ্জীয়ে ঘূৰি ঘূৰি একে দৃষ্টান্তকে দেখুৱায়। History repeats itself. শঙ্কৰো এই প্ৰকাৰেই বিষ্ণুৰ অংশ অৱতাৰ অসম কামৰূপত হৈছিল। বুদ্ধদেৱৰ তিৰোভাৱৰ পাছত তেওঁক দশ অৱতাৰৰ এক অৱতাৰ বুলি মনা স্বত্বেও ব্ৰাহ্মণসকলৰ চেষ্টাত প্ৰায় ১৫০০ বছৰৰ মূৰত বৌদ্ধধৰ্ম্ম ভাৰতবৰ্ষত প্ৰায় নোহোৱা হল। সেই ধৰ্ম্ম তিব্বত, চীন, ব্ৰহ্মদেশ, শ্যাম, সিংহল, জাপান প্ৰভৃতি দেশত বেগেৰে বিয়াপিলে। ভাৰতবৰ্ষত ব্ৰাহ্মণ্যধৰ্ম্মই তাক গ্ৰাস কৰিলে।

মাধৱদেৱ, দেৱদামোদৰ, হৰিদেৱ, বংশীগোপালদেৱ, গোপাল আতা, যদুমা আতা, হৰিহৰ আতা, নাৰায়ণদাস আতা, ৰৰবিষ্ণু আতা প্ৰভৃতিৰ নিচিনা পৰৱৰ্ত্তী প্ৰচাৰক আৰু ধৰ্ম্মশিক্ষক নোহোৱাৰ বাবেই হওক বা আন কাৰণেই হওক আসাম কামৰূপত শঙ্কৰৰ ধৰ্ম্ম যেনেকৈ চাৰি চুক মাৰি বিয়াপিলে বঙ্গদেশত গৌৰাঙ্গ চৈতন্যৰ ধৰ্ম্মই তেনেকৈ বিয়াপিব নোৱাৰিলে। তাৰ ফলত আজিকালি দেখোঁ যে বঙ্গদেশত চৈতন্যৰ ধৰ্ম্ম একেবাৰে নিস্তেজ। সেই ধৰ্ম্ম এতিয়া ব্ৰাহ্মণ্যধৰ্ম্মৰ পূৰ্ণগ্ৰাসত। বৌদ্ধধৰ্ম্মৰ বেগ আৰু বিস্তৃতিৰ তুলনাত চৈতন্যৰ ধৰ্ম্ম নগণ্য, গতিকে প্ৰায় ৪০০ বছৰৰ পাছতে বঙ্গদেশত সেই ধৰ্ম্ম লুকুৱা যেন হল। আসামতো শঙ্কৰৰ ধৰ্ম্ম আগতকৈ ভালেমান দুৰ্ব্বল হৈছে। সংঘৰ্ষণত পূৰ্ব্বাপৰ দৃষ্টান্তৰ দৰে ব্ৰাহ্মণ্যধৰ্ম্মই হে ক্ৰমশঃ প্ৰবল হৈ যাবলৈ ধৰিছে। নাম কীৰ্ত্তনত লোকৰ আসক্তি কমিবলৈ ধৰিছে আৰু আড়ম্বৰযুক্ত দেবদেবীৰ পূজা ভদ্ৰ সমাজত পুনৰ প্ৰচলিত হবলৈ ধৰিছে। কোনো কোনো সত্ৰত এতিয়া মহাপুৰুষ শঙ্কৰৰ তিথিও পালন কৰা নহয়। ই বৰ দুখৰ কথা। শঙ্কৰে নানা দেশ পৰ্য্যটন কৰি, ভিন ভিন দেশৰ ধৰ্ম্ম ভালকৈ পৰীক্ষা কৰি, নানা শাস্ত্ৰ বিচাৰ কৰি ইয়াকে দেখিছিল যে যোগ যাগ আদিৰ আশ্ৰয় লৈ আচৰা ধৰ্ম্ম সাধাৰণ আৰু অজ্ঞানী লোকৰ আসাধ্য, সেই সময়ৰ তন্ত্ৰ মন্ত্ৰাদিৰে কৰা দেৱদেবীৰ পূজা অৰীতি আৰু অনাচাৰেৰে মিহলি আৰু তেনে আচৰণ ধৰ্ম্মৰ ভেকোভাওনা (caricature) মাত্ৰ; শাস্ত্ৰমতে কলিকালত হৰিসেৱা হে ধৰ্ম্ম আৰু সেই ধৰ্ম্ম আচৰণ কৰিবলৈ তপ, যপ, যোগ, যাগ, পূজা একোঁ নেলাগে। হৰিভক্তি অভ্যাবলৈ কৰ্ম্ম আৰু জ্ঞানৰো একো আৱশ্যক নাই। আন্তৰিক অনুৰাগেৰে হৰিনাম শ্ৰৱণ কীৰ্ত্তন কৰিলেই ঈশ্বৰৰ প্ৰতি

ভক্তি উপজিব ; এতেকে নাম ধৰ্ম্ম হে সকলো শ্ৰেণীৰ লোকৰ উপযুক্ত। ইয়াকে স্থিৰ কৰিহে তেওঁ শিকাইছিল—

"ভাই মুখে বোলঁা ৰাম, হৃদয়ে ধৰঁা ৰূপ,
এতেকে মুকুতি পাইবা কহিলোঁ স্বৰূপ॥" কীৰ্ত্তন।

মুখেৰে নাম উচ্চাৰণ কৰিবা আৰু অন্তৰত জগৎপিতা পৰমেশ্বৰক একান্ত মনে চিন্তা কৰিবা, তেনে হলে ঈশ্বৰ লাভ হব। তেওঁৰ নিজৰ জীৱনৰ উদাহৰণৰ দ্বাৰাই বুজাইছিল যে বিষয়ী হবা কিন্তু বিষয়ত একেবাৰে লিপ্ত হৈ ঈশ্বৰৰ চিন্তা নাপাহৰিবা, নতুবা দুৰ্লভ মনুষ্যজন্ম একেবাৰে বিফল হব। ঈশ্বৰ হে সত্য, আন সকলো অনিত্য, এই বিবেক বৈৰাগ্য লৈ সংসাৰী হবা। এনে অমূল্য শিক্ষা এনে উজ্বল দৃষ্টান্ত তেওঁ আমালৈ থৈ গৈছে।

যি ধৰ্ম্মই এসময়ত অসম কামৰূপৰ লোকক নৈতিক অধঃপতনৰপৰা ৰক্ষা কৰিছিল, যি ধৰ্ম্ম প্ৰচাৰে "পাষণ্ড মৰ্দ্দন" কৰি দেশত পুনৰ সুৰীতি আৰু সু আচাৰ প্ৰবৰ্ত্তাইছিল, যি ধৰ্ম্ম প্ৰচাৰৰ ফলত আজি আমি সভ্য সমাজত মুখ দেখুৱাব পৰা হৈ আছোঁ তাৰ ক্ৰমিক অধোগতি বাৰণ কৰা সকলো দূৰদৰ্শী আৰু দেশহিতৈষী লোকৰ কৰ্ত্তব্য। ৰজাৰ নিগ্ৰহ, ব্ৰাহ্মণ সমাজৰ দ্বেষ আৰু নানা বাধা বিঘ্ন অতিক্ৰম কৰি যিজন মহাত্মাই এই ধৰ্ম্ম প্ৰকাশ কৰে, যাৰ দ্বাৰাই নিয়োজিত হৈ ব্ৰাহ্মণ শূদ্ৰ আচাৰ্য্যসকলে ভিন ভিন ঠাইত বৈষ্ণৱ সত্ৰ সকল পাতে আৰু কালক্ৰমত সেই আচাৰ্য্য সকলৰপৰাই নানা সত্ৰ বাঢ়ে আৰু উজনীৰপৰা কোচবেহাৰলৈকে তেওঁৰ প্ৰচাৰিত ধৰ্ম্ম সকলো বৰ্ণৰ লোকৰ মাজত প্ৰচলিত হয়, যাৰ প্ৰসাদত এসময়ত যৱন, ভোট, গাৰো, মিৰিয়েও হৰি নাম ধৰ্ম্ম পাই শুদ্ধ হৈছিল, যাক ব্ৰাহ্মণাদি সকলো শ্ৰেণীৰ লোকে এক বাক্যে ঈশ্বৰাৱতাৰ বুলি মানিছিল, সেই অসাধাৰণ ধৰ্ম্মবীৰ, অসমীয়া ভাষা আৰু সাহিত্যৰ আদিগুৰু, অসমীয়া জাতীৰ গৌৰব-সূৰ্য্য, মহাপুৰুষ শঙ্কৰ গুৰুক হেয় জ্ঞান কৰি সত্য কথা গোপন কৰি অলীক বিবৰণ লেখা দেখিলে সকলো স্বদেশ আৰু স্বজাতি অনুৰাগী লোকৰ অসহনীয় হয়। সুখৰ বিষয়, কলা ডাক্তৰ গুজেদি জিলিগুলিৰ ক্ষীণ আভা দেখা গৈছে। বৰ্ত্তমান সময়ত শঙ্কৰৰ প্ৰতি আৰু তেওঁৰ ধৰ্ম্মৰ প্ৰতি বহুত অসমীয়াৰ, বিশেষ কৃতবিদ্যসকলৰ মন

আকৌ আকৃষ্ট হোৱা দেখি মৰ আশা হৈছে যে এই বিশুদ্ধ ধৰ্ম্ম পুনৰ্জীবিত হব আৰু নানা পন্থ নানা মত গুচি সকলো অসমীয়া মানুহ একেডালি ধৰ্ম্মৰ সূত্ৰেৰে গাঁথা হৈ এক হব। জগদীশ্বৰে কৰক যেন আমাৰ আশা ফলৱতী হয়। ইতি—

এজন অসমীয়া।

---

# গুৰু-চৰিত্ৰ।

( ৬ )

ৰামৰায়ে কলে দাদা এতিয়া তুমি আপোন কাৰ্য্য ভূঞা বিষয় গ্ৰহণ কৰাঁ, তুমি থকাত আমি সেই কাৰ্য্যৰ উপযোগী নহওঁ। শঙ্কৰদেৱে শুনি উত্তৰ দিলে, আমাক সেই বিষয় নালাগে, বহু কষ্ট কৰি শাস্ত্ৰ পঢ়ি সাৰ পাইছোঁ, নাম লৈ বহি থাকিম। ভূঞাসকলে এশ ঘৰ বন্দী দি সকলোৰে ওপৰত গোমোস্তা পাতিলে। ৰায়, বনগয়া, হৰি জামাই এইসকল প্ৰথমে চৰ্চ্চা কৰিছে; মহিপতি আতাই প্ৰথমে হৰিচৰণ পঙ্কত কাপ ধৰি শুকতিৰ খুটি মাৰি শাস্ত্ৰ কৰিছে। এদিন ৰায় আতাক গুৰুজনে জনালে; আমাক উত্তম দেখি গধূৰ ঠাই দেখি ঘৰ সাজি দিয়াঁ, তাতে বহি শাস্ত্ৰ আলোচনা কৰি নাম গোৱা হব। কলিয়াবৰৰপৰা কাজলি মুখলৈকে নাম-ঘৰৰ ঠাই বিচাৰি নাপালে, অৱশেষত পিতৃদেৱ কুসুম্বৰৰ সৰিয়হ খেতি কৰা ঠাই ফেৰা গধূৰ আৰু সজ দেখি জনালে, গুৰুদেৱে ভাল যেন দেখি নামঘৰ সজাবলৈ অনুমতি কৰিলে। তাত নামঘৰ মণিকুট প্ৰস্তুত হল। আৰু সকলো ভূঞাসকলৰ ঘৰও সাজিলে; সকলো জ্ঞাতি কুটুম্বে মিল হৈ ঘৰ প্ৰতিষ্ঠা কৰি তিনি প্ৰসঙ্গৰ কথা শ্ৰৱণ কৰি সুখে আছে।

সিলিখা গুটী পচাই গছ এজোপা নিজহাতে কইছে; বৃন্দাবনৰপৰা কদম্বৰ গুটী পচাই বটদ্ৰুমাত এটী পুলি কই এটী পাটবাউসীত কৰলৈ যত্ন কৰি ৰাখিছে। নতুন ঠাইত ঘৰ সজাত নদীৰ পানীয়ে বৰ উপদ্ৰৱ কৰাত আল ভেটিৰৰ আলোচনা কৰি সকলো ভূঞাঁ সকলে যোগ হৈ গুৰুজনক জনালে;

ঈশ্বৰপুৰুষে জান ভেটিবৰ কাৰণ যত্ন কৰি সকলো লোক গোটাই আনি ভেটাৰ আৰম্ভ কৰিছে, পানীৰ বল ৰেছি কোনোমতে বান্ধ নৰয় দেখি ডেকাগিৰীয়ে কলে, শান্তি নহলে ভেটা দি বৰ্থা টান হৈছে। এই কথা শুনি ব্ৰাহ্মণ আদি বিস্তৰ লোকে শান্তি অন্বেষণ কৰি কোনো ঠাইত নাপালে। এদিন পুৰ্ণানন্দ নামে নদীয়াল এজন আৰু তাৰে তিৰোতা ৰাধিকা ডুমুনী সেই জানেৰে নাৱ লৈ যোৱাত ভুঞাসকলৰ কথা বাৰ্ত্তা শুনি ৰাধিকাই গিৰিয়েকত কৈছে যদি আমাক নিলেহঁতেন তেনেহলে কিজানি বা কাৰ্য্য সিদ্ধিয়ে হয়; পুৰ্ণানন্দে ভয় পায় কৈছে, মনে মনে থাক ৰবকৈ প্ৰকাশ নকৰিবি, জগৰ লাগিব। ভেটা বন্ধা মানুহে এই কথা শুনি গুৰুজনক জনোৱাত, ৰাধিকাক মাতাই আনিবলৈ বাক্য কৰাত এজন লোক গৈ মাতাই আনিলে। দ শান্তিৰধ্ম আছি দ গুৰতে পৰিছেছি, গুৰু ঈশ্বৰে সুধিছে ৰাধিকা তুমি যোলে শান্তি ধৰ্ম্ম ৰক্ষা কৰিছা, সজ কথা, ৰাক পাঁচোটা কাঠিৰে এপল পানী আনি দিব পাৰিব নে? তাই শুনি আচৰিত মানি নিৰুত্তৰ হল, মনতো বৰ ভয় পালে। গিৰিয়েকে লাগে কাণে কলে ভাল হল, মই নকৈছিলোঁ। এতিয়া কি কৰিবা? ডুমুনীয়ে মৰোঁ জীওঁ কৰি মুৰ তুলি মনৰ ভাব প্ৰকাশ কৰি কলে, ভাল জগন্নাথ বেটীয়ে পৰা হব। প্ৰথমবাৰ পানী আনিলত চাৰি আঙুল কম হৈ আছিল, কাৰণ সোধাত কলে, প্ৰভু! এদিন ভনী-জোৱাঁই আহিছে, তাত দিবলৈ কলা-পাত নথকাত পাত কাটিবলৈ দাঁ এখানি দিওঁতে তেওঁৰ মুখ দেখা হৈছিল। এই ফেৰা দোষ ঈশ্বৰ পুৰুষে মাৰ্জ্জনা কৰিলে বেটীৰ আৰু একো দোষ নাই বাৰু তোমাৰ নামৰ সুখ্যাতি বওক, তুমি প্ৰকৃত শান্তিৰ মহিমা দেখুৱাবলৈ সুপাৰগ হোৱাঁ। ডুমুনীয়ে আশীৰ্ব্বাদ লাভ কৰি পিছৰবাৰ পানী আনিলে, চাকতকৈ চাৰি আঙুল বেছি হৈ পানী আছিল, সমাজৰ লোকে বিস্ময় দেখিলে, ৰাধিকাক ধন্যবাদ দি জয়ধ্বনি কৰিলে। বনৰ যি খড়িয়াল সজাই ৰাখিছিল, ভেটাত পেলাই শান্তিৰ পানী দিয়া মাত্ৰকে জান বন্ধ হৈ সত্ৰৰ ফালে টেমনি পৰিল; সেই দিনৰপৰা সত্ৰৰ নাম টেম্বুৱনী হল, আৰু জানৰ নাম "শান্তি-জান" হল। এতিয়াও সেই নামেৰে বিখ্যাত হৈ আছে। পুৰ্ণানন্দ আৰু ৰাধিকা উভয়ে সেৱা গ্ৰহণ কৰি ভকত হৈ থাকিল; ব্ৰাহ্মণীসকলৰ গৰ্ব্ব খৰ্ব্ব হল।

যেতিয়া ভেটা বন্ধ হল, সমুদায় বালি পৰি পানী নাইকিয়া হল, নদীৰ চৰ পৰা হেতু সত্ৰত পানীৰ বৰ কষ্ট হোৱাত এদিন ভকতসকলে গুৰুদেৱক জনালে পানীৰ উপায় কি কৰা হব? বাক বুলি নামাতি থাকি এদিন নিশা-যোগে বট গছৰ তললৈ গৈ ধেনুৰ অগ্ৰেদি চাপাকৃতি আঁক দি গঙ্গাদেৱীক আহ্বান কৰাত বটবৃক্ষ দ্ৰৱিত হৈ গঙ্গা উৎপত্তি হল, সেই দিনাৰ পৰা সত্ৰৰ নাম বটদ্ৰৱা হল। গঙ্গা আগমন হেতু পানীৰ বৰ সুচল হোৱাত প্ৰভাতে লোকসকলে দেখি আচৰিত হৈছে, সেই দিনাৰ পৰা জলাশয়ৰ নাম গঙ্গা হৈছে। এই জলাশয়ৰ জল এনে হে স্বচ্ছ স্নান কৰা লোকৰ আঙ্গঠি আদি অলঙ্কাৰ হঠাৎ পৰিলেও দেখি শুনি আনিব পাৰি। এদিন গুৰু ঈশ্বৰে ৰায়ক কলে বোপা শ্লোক কেইখনমান পীৰা কৰি দিয়া। পিছত ৰামৰায়ে শিলাকুটি আনি চাৰিখন শিলৰ পীৰা প্ৰস্তুত কৰাই দিলে, এখনিত বহি পুথি লিখে, এখনিত বহি স্নান কৰে, এখনিত বহি ভোজন কৰে, আনখন শৌচৰ পিছত মাটি-পানী লয়। এই প্ৰকাৰে সাধু ব্যৱহাৰ কৰি থকাত ক্ষেত্ৰৰ ত্ৰিহুতৰ পৰা জগদীশ মিশ্ৰ নামে ব্ৰাহ্মণ এজনে শ্ৰীমদ্ভাগৱত জগন্নাথ মহাপ্ৰভুৰ আজ্ঞা মতে শঙ্কৰ দেৱক শ্ৰৱণৰ কাৰণ লৈ টেম্বুৱনী বটদ্ৰৱা পালেহি। পথত অহাত দুই মাহ লাগিছিল; লগত দুইজন লোক আহিছিল; সত্ৰৰ দ্বাৰত আহি অপেক্ষা কৰাত কেতাইখাঁ ভকতাই গুৰুত বাতৰি জনোৱাত শীঘ্ৰে আনিবলৈ আদেশ কৰিলে। ব্ৰাহ্মণ দেখি অতি সমাদৰ কৰি আসনত বহাই সৎকাৰ কৰিলে। আগমনৰ বাতৰি শোধাত সমুদায় বিৱৰণ জনালে; আমি মহা প্ৰভুৰ মন্দিৰলৈ ভাগৱত পাঠ কৰাৰ নিমিত্তে গৈছিলোঁ; স্বপ্নাদেশ হল যে আমি জড় জগন্নাথ, ইয়াত পাঠ কৰিলে কি উপকাৰ হব, শঙ্কৰ নামে চৈতন্য জগন্নাথ পূৰ্বদিশে অৱতাৰ হৈছে; তেওঁৰাৰ ওচৰত গৈ ভাগৱত শুনালে অসংখ্য প্ৰাণীৰ মহৎ উপকাৰ হব। ইয়াকে শুনি মহা প্ৰভুৰ ওচৰলৈ অহা হৈছে, অনুমতি হলেই পাঠাৰম্ভ কৰিব পৰা হয়। ব্ৰাহ্মণৰ বাক্য শুনি শঙ্কৰ দেৱে কলে যে আমি কিছুমান ৰচনা কৰা হৈছে, প্ৰথমে তাকে শুনা হক, এই বুলি কিছুমান গীত তাল ধৰি গাই শুনালে; শ্ৰৱণ কৰি বৰ সন্তোষ পাই আহ্লাদিত হল। তদন্তৰ ভাগৱত পাঠ আৰম্ভ কৰি প্ৰতি মাহে এক এক স্কন্ধ শেষ হল, ভাগৱত শেষ হোৱা মাত্ৰেই বিপ্ৰবৰে মানৱলীলা সম্বৰণ কৰিলে।

দেখা শুনা লোকে কার্য্য দেখি আচম্বিত হল। বারবার গুরুর হজুয়াই দহন-বহন করাই প্রেতাদি কার্য্য সমারোহে শেষ করালে।

---



# মূর শুধরণী বিভ্রাট।

গ্রহ. গ্রহ, কুগ্রহ, কুগ্রহ!—

"নকাবিবর করিলে চকরি।" মহাকষ্টে

মর্ম্মান্তিক দুঃখে, পোনাই লগালে। মূর

করি শুধরণী; কিন্তু "বেটার আক্কেল"

নিবর্থা। ইচ্ছার বিরুদ্ধে ঘোর নামানি

আদেশ, লাজর চোখাই মূর করচি করচি.

উলটি রহিল; যেন পরিণিতা বধু

উপেক্ষি নির্ম্মমে ভর্ত্তৃ নব অনুরাগ.

আবাহন, ঘুরাই বহিল মুখ; যেনে
সম-আলোচকে করি সম-আলোচনা
ওলোটাই গ্রন্থার্থ ব্যাখিলে; অথবা,
ধুরন্ধর সম্পাদকে যেনে অশুদ্ধর
করি শুধরণী করিলে অশুধ পুনু।
সিমতে, হে সভাসদলোক! দুর্ভগীয়া
এই অযুগতে করি শুধরণী ভুল
মস্তকাভিষেক, অশুধ করিলে পুনু!
নাজান কি বিপদত বুরালি মুরাই
হের!—বন্ধু দেখি সম্ভাষণ মনে
যাওঁতে পিছায় পদ; করি মিষ্ট আলাপন
আলিঙ্গিবে মন, কিন্তু হাত বাঢ়ি যায়
পিছ দিনে; আনন্দত অগ্রগামী মন,
পিছুরায় পদর ক্ষেপণ; হায়! কর্কট
যিমতে পিছুরায় সম্মুখি নয়ন!
ঐক্যহীন হস্ত নেত্র পদ; গৃহকন্দলর
সূত্রপাত! আহা! অকরা বিবাদ করি
যেনে যদুবংশ সমূলি মরিল; অথবা
যিমতে অসমীয়া জাতি গৃহবিবাদত
ধ্বংসোন্মুখ সদা; সিমতে বিনষ্ট অঙ্গ
প্রত্যঙ্গাদি মোর হবর লক্ষণ হল!
নিষ্ঠুর নির্দ্দয় মুর! আওধালি ধালি
আমনি লাগিল তোক! তথাপি নেপালোঁ
মন তোর; যেনে সতী-লক্ষ্মী সেবি
ব্যভিচারী স্বামী কায়-বাক্য-মনে একোতে
নাপায় মন! কি কারণে বিশ্বাস বিঘাত
করিলি মুরাই হের দুবুজোঁ সম্ভেদ?
—বুবাঁ, বুজিছোঁ বুজিলোঁ,

পালোঁ। ভেদ,—ইটো মূৰ নিজৰ নহয়।
ভুলি কাৰোবাৰ মূৰ লৈ কৰিলোঁ।
ব্যৱসা, "ঘাহাৰে পতান যেন তণ্ডুলৰ
আশে।" যেনে, ধনাগাৰে বহি কোষাধ্যক্ষ
লাগি পৰধন আত্মভ্ৰমে আত্মসাতি
পৰে বিপদত ; সেইহি পটন্তৰ আনা।
সিহেতু নিষ্ঠুৰ ব্যৱহাৰ ! সিহেতু বিপদ
পদে পদে ! খুলি মূৰ ৰাখিছিলোঁ যত,
আছিল লোকৰো মূৰ তত। ভ্ৰমে পৰ-শিৰ
তুলি থাপিলোঁ স্কন্ধত মোৰ ; সেহেতু
বিভ্ৰাট এই। কি বুজিব পৰ শিৰে মোৰ
দুখৰাশি ! "পৰৰ জ্বৰত কোন পৰে
পিয়ে পানী, পৰৰ ভগিনী মৈলে কাৰ
কিবা হানি"? পোষ্যপুত্ৰ, বন্ধাই লোৱা
দাঁত কেতিয়াও নহয় আপোন।
যা ! দূৰ ! দূৰ ! ঘৃণনীয় পৰমূৰ !
কয় বুঢ়ালোকে, "নিজ-বুধি শিলৰ
যে খুটি। পৰ-বুধি সমূলি দুৰ্ব্বুদ্ধি॥"

কৃপাবৰ ।

---

# চন্দ্ৰ ।

পৃথিবীৰপৰা চন্দ্ৰক আমি ৰূপৰ থালৰ নিচিনা দেখোঁ ; কিন্তু ই পৃথিবীৰ নিচিনা এটা ডাঙৰ ঘূৰণীয়া বস্তু। ইয়াৰ ব্যাস প্ৰায় ৯৫০ ক্ৰোশ আৰু সেৰ পৃথিবীৰ যেৰতকৈ ৪৯ ভাগৰ এক ভাগ। ই পৃথিবীৰপৰা প্ৰায় ১,০৫, ৬০০ ক্ৰোশ দূৰত আছে, সেই কাৰণে ইয়াক সৰু যেন দেখি। চন্দ্ৰ নিজে তেজোময় নহয়, সূৰ্য্যৰ পোহৰ পৰি ইয়াক তেজোময় দেখি

চন্দ্ৰমণ্ডলৰ ওপৰৰ ভাগ পৃথিবীৰ নিচিনা কোনো ঠাই ওখ আৰু কোনো ঠাই চাপৰ। বৰং চন্দ্ৰত যিমান প্ৰকাণ্ড প্ৰকাণ্ড গহ্বৰ আছে, পৃথিবীত তেনেকুৱা নাই। ইয়াৰ ওপৰ ভাগত যিবিলাক ক'লা ক'লা কলঙ্ক দেখা যায় সেইবিলাক আন একো নহয়, কেৱল ডাঙৰ ডাঙৰ গহ্বৰ আৰু প্ৰশস্ত চাপৰ ঠাই মাত্ৰ। তাৰ মাজত সূৰ্য্যৰ কিৰণ নপৰাত সেইবিলাক ঠাই পোহৰ নেদেখি। সেইবিলাক গহ্বৰাদি উত্তৰ আৰু পূব কালে বেছি। সেইবিলাকক দূৰবীক্ষণেৰে চালে নানা ৰকমৰ দেখা পোৱা যায়। কোনো ঠাই বগা, কোনো ঠাই হালধীয়া আৰু কোনো কোনো ঠাই ৰঙা বৰ্ণৰ দেখা যায়। জ্যোতিৰ্ব্বেদী পণ্ডিতবিলাকে গণনা কৰি সেই-বোৰৰ দীঘল আৰু বহল নিৰূপণ কৰিছে। চন্দ্ৰৰ যিবিলাক ঠাই অতি উজ্জ্বল দেখা পোৱা যায় সেইবিলাক বৰ ওখ পৰ্ব্বত। উত্তৰ আৰু পূব ভাগে গহ্বৰ আৰু চাপৰ ঠাই বেছি। কিন্তু দক্ষিণ আৰু পশ্চিম ভাগ পৰ্ব্বতেৰে পৰিপূৰ্ণ। জ্যোতিৰ্ব্বেদী পণ্ডিতবিলাকে ডাঙৰ দূৰবীক্ষণৰ দ্বাৰাই চাই সেইবিলাক পৰ্ব্বতৰ আকাৰ প্ৰকাৰ, শাখা, প্ৰশাখা আদিৰ বিষয় সম্পূৰ্ণৰূপে জানিছে আৰু সেইবোৰ কিমান ওখ তাক গণনা কৰি স্থিৰ কৰিছে। এনে কি, আমি চন্দ্ৰমণ্ডলৰ যি আধা ভাগ পাওঁ, তাৰ নক্সা পৰ্য্যন্ত আঁকিছে। এইবিলাক ওখ পৰ্ব্বত আৰু ডাঙৰ গহ্বৰ থকা দেখি চন্দ্ৰমণ্ডলৰ ওপৰভাগ ভূমণ্ডলতকৈ সুন্দৰ দেখা যায়। একোটা পৰ্ব্বত ১৬, ১৯৮ হাত, একোটা ১৫, ৮৮৬ হাত, আৰু একোটা ১৫, ২১৩ হাত ওখ।

পৃথিবীয়ে যেনেকৈ এবছৰত সূৰ্য্যক এবাৰ প্ৰদক্ষিণ কৰে, তেনেকৈ চন্দ্ৰও ২৭ দিন ১৯দণ্ড, ১৭ পল আৰু ৫৮৪ অনুপলত পৃথিবীৰ চাৰিও ফালে ঘূৰে। পৃথিবীৰ যেনেকৈ আহ্নিক গতি আছে, চন্দ্ৰইও তেনেকৈ প্ৰদক্ষিণ কৰি কৰি গাড়ীৰ চকৰিৰ নিচিনাকৈ পৃথিবীক এবাৰ প্ৰদক্ষিণ কৰে।

যেতিয়া যি ভাগত সূৰ্য্যৰ পোহৰ নপৰে, তেতিয়া সেই ভাগ এন্ধাৰ হৈ থাকে; এই নিমিত্তে আমি তাক দেখা নাপাওঁ। পৃথিবীত যেনেকৈ দিন ৰাতি হয়, চন্দ্ৰতো তেনেকৈ হয়। তাৰ দিন আৰু ৰাতি প্ৰত্যেকটো প্ৰায় এক পক্ষ।

"যেনেকৈ কোনো এটা চাকিৰ ওচৰত এটা ঢোপ থাকিলে তাৰ আধা চাকিৰ পোহৰত পোহৰ হয়, তেনেকৈ সূৰ্য্যৰ পোহৰত চন্দ্ৰমণ্ডলৰ আধা ভাগ সদাই ওলায়। যেতিয়া আমি তাৰ বাকী ভাগ দেখা পাওঁ তেতিয়া আমি তাক

পূৰ্ণিমা বোলেঁ। চন্দ্ৰৰ যি ভাগ সূৰ্য্যৰ পোহৰত পোহৰ হয়, সেই ভাগ সূৰ্য্যৰ ফালে থাকে আৰু যি ডোখৰ এন্ধাৰ থাকে সেই ডোখৰ পৃথিৱীৰ ফালে থাকে। এই নিমিত্তে পৃথিৱীৰ মানুহে সেই সময়ত চন্দ্ৰক দেখা নেপায়। এইসময়কে অমাবস্যা বোলে। পিছত যেতিয়া সূৰ্য্যৰ ফালৰপৰা চন্দ্ৰ অলপ ইফালে আহে তেতিয়া তাৰ পোহৰ আমি ⅛ দেখা পাওঁ। যেতিয়া তাৰপৰা আৰু অলপ ইফালে আহে তেতিয়া ¼ ভাগ দেখা পাওঁ। আৰু তাৰপৰা আৰু ইফলে আহিলে ½ ভাগ দেখা পোৱা যায়। আৰু তাৰপৰা একেবাৰে পৃথিৱীৰ ইফালে আহিলে, তেতিয়া তাৰ গোটেই ভাগ দেখা পোৱা যায়। ইয়াকে পূৰ্ণচন্দ্ৰ (Full moon) বোলে। ই দেখিবলৈ বৰ সুন্দৰ।

চন্দ্ৰ নিজে দীপ্তিময় নহলেও আমি যেনেকৈ তাক সূৰ্য্যৰ পোহৰত দীপ্তিময় দেখোঁ, যদি চন্দ্ৰত পৃথিৱীৰ নিচিনা মানুহ আছে তেনেহলে সিইঁতেও পৃথিৱীক তেনেকুৱা দীপ্তিময় দেখে। আমি যেনেকৈ চন্দ্ৰৰ হ্ৰাস বৃদ্ধি দেখা পাওঁ, সিইঁতেও তাৰপৰা তেনেকৈ পৃথিৱীৰ হ্ৰাস, বৃদ্ধি দেখা পায়।

পৃথিৱীত যেনেকৈ চন্দ্ৰৰ পোহৰ পৰে, চন্দ্ৰমণ্ডলতো তেনেকৈ পৃথিৱীৰ পোহৰ পৰে। এই নিমিত্তে চন্দ্ৰৰ যি ভাগত সূৰ্য্যৰ কিৰণত সুন্দৰৰূপে পোহৰ পৰে তাৰ বাহিৰে অৱশিষ্ট ভাগো অলপ অলপ দেখা পোৱা যায়; সেই ভাগ সচৰাচৰ বগা বৰ্ণৰ দেখি। ১৭৭৪ খৃ, ১৪ ফেব্ৰুৱাৰিত বগা গুচি হালধীয়া পোহৰ দেখা পোৱা গৈছিল, তাক দেখি লেম্বৰ্ট নামে এজন জ্যোতির্ব্বিদ পণ্ডিতে লেখিছিল, যে তেতিয়া আমেৰিকাৰ দক্ষিণ খণ্ডৰ ভিতৰৰ মহা অৰণ্যৰ হালধীয়া পোহৰ চন্দ্ৰমণ্ডলত পৰি চন্দ্ৰৰ তেনে বৰণ দেখা পোৱা গৈছিল।

চন্দ্ৰৰ পোহৰ উপত নহয় বুলি আগৰ পণ্ডিতবিলাকে চন্দ্ৰক হিমাংশু আৰু শীতাংশু বুলি কৈছিল। কিন্তু সম্প্ৰতি মেলনি নামে এজন পণ্ডিতে চন্দ্ৰৰ তেজ থকা বুলি সপ্ৰমাণ কৰিছে।

শ্ৰীপ্ৰিয়কলাল বৰুৱা

———

# প্ৰাৰ্থনা।

হে প্ৰভু কৃপাল হৰি, মাগিছোঁ কাকুতি কৰি,
কৃপা কৰি অধমাক কৰাঁ প্ৰভু পৰিত্ৰাণ।
সুখ ভোগ যথাকালে অনুমত্ত যোগে পালে,
তোমাক বিস্মৰি প্ৰভু হলোঁ হে স্বতন্ত্ৰমান।
অবলা অজ্ঞানী অতি, নাজানো ভকতি স্তুতি,
ক্ষমা কৰি দীনবন্ধু তযু পাৱে দিয়াঁ স্থান।
পাপ-সাগৰত পৰি, ভয়ে মাতোঁ ত্ৰাহি হৰি,
তুষ্ট হোৱাঁ দয়া-সিন্ধু কৰাঁ হে করুণা দান।
ক্ষুদ্ৰ প্ৰাণে বল দিয়াঁ, পাপ দূৰ কৰি নিয়াঁ,
তোমাৰ নিৰ্ম্মল প্ৰেম দিয়াঁ হে কণিকামান।
ভোগ বাঞ্ছা হোক শেষ, নাথাকোক মোহ দ্বেষ,
হৰি নাম সুধা যেন মোৰ মনে কৰে পান।
কত সুখ ভোগ দিলা, কাঢ়ি নি বিলাই চালা,
এতিয়া গোহাৰি কৰোঁ দিয়া শান্তি দিয়াঁ জ্ঞান।
তুমি প্ৰভু জগতৰ মূলাধাৰ চৰাচৰ,
সৰ্ব্ব জীৱে তুমি হৰি আত্মা হে বিৰাজমান।
তুমি সত্য তুমি নিত্য তুমি সৰ্ব্বশক্তিমান,
তোমাৰ প্ৰসাদে প্ৰভু লাভোঁ যেন দিব্য জ্ঞান,
দিয়াঁ দিয়াঁ শান্তি দিয়াঁ, দিয়াঁ প্ৰভু প্ৰেম দিয়াঁ,
তোমাতে বিলীন যেন হয় এই ক্ষুদ্ৰ হিয়া।

শ্ৰীপদ্মাৱতী দেৱী

# পুৰণি আসামত ভুমুকি।

( ৫ )

যজুৰ্ব্বেদৰ যে এটাইবিলাক যজুৰেই অৰ্থাৎ যজুৰ্ব্বেদ গোটেইখনেই অসমীয়া ঋষিৰ দ্বাৰা প্ৰণীত এইটো ব্যাসদেৱৰ বুৰঞ্জীতে পোৱা যায়। বিশ্বামিত্ৰৰ শিষ্য গালৱে গুৰু-দক্ষিণাৰ বাবে বগা বৰণীয়া শ্যামকৰ্ণীয়া (গোটে বগা বৰণৰ কাণ শ্যাম বৰণৰ) আঠ শ ঘোৰা দিব লগীয়া হৈ ঘৰ চিন্তাত পৰাত, তেওঁৰ বন্ধু বিনতানন্দন গৰুড় আহি পুব, পশ্চিম, উত্তৰ, দক্ষিণ চাৰিও দিশৰ বৰ্ণনা কৈ ঘোৰা বিচাৰি যি দিশলৈকে যোৱাৰ মন সেই দিশলৈকে কানত কৰি গালৱক লৈ যাবলৈ গাত লয়। গৰুড়ৰ বৰ্ণনা শুনি গালৱে পুব দিশকে সকলো গুণে শ্ৰেষ্ঠ দেখি সেই পিনলৈ যোৱাৰ মন কৰাত গৰুড়ে গালৱক পুব দিশলৈ লৈ যায়। এই পুব দিশৰ বৰ্ণনাটি অসমৰ সংক্ষিপ্ত বুৰঞ্জীয়েই; সেইদেখি গৰুড়ৰ মুখৰ গোটেই বৰ্ণনাটিকে তলত তুলি দিয়া হল। পুব দিশৰ বৰ্ণনা বুলিলে যে অসমৰ বৰ্ণনা এইটি জনাই যায়, তেও কিজানি কোনোবাই আন ৰকমে বুজে, এই বিষয়েও ব্যাসদেৱ সাৱধান। দবাচলতে ব্যাসৰ ঐতিহাসিক ঘটনা আৰু ভৌগলিক বিৱৰণৰ কৌশললৈ মন কৰিলে আচৰিত মানিব লাগে। এনেখন গ্ৰন্থ যে সাধুকথাৰ কিতাপৰ লগত ঠাই পাইছে ইও আচৰিত হে। পুব দিশৰ বিষয়ে কাৰোবাৰ কিবা ভ্ৰম হয় বুলি ভগবান কৃষ্ণদ্বৈপায়নে গালৱ আৰু গৰুড়ৰ যাত্ৰা বিৱৰণটো কি দৰে বৰ্ণাই কেইটা উদ্দেশ্যৰ কাম কৰিছে দেখক। গালৱে পুব দিশে যাবলৈ মন কৰাত গৰুড়ে তেওঁক কানত লৈ যাওঁতে গালৱে গৰুড়ৰ বেগত ধুঁৱলি-কুঁৱলী দেখি বিচুতি হৈ "হেৰা বিনতানন্দন! তোমাৰ পাখিৰ কোবত পৰ্ব্বত, নৈ, সমুদ্ৰ সকলো একে হৰ এতিয়া; সমুদ্ৰৰ জলচৰ জন্তুবিলাক যেন এটাই-বিলাক বায়ত পৰিছেহি; মোৰ কাণেৰে একো শুনিবলৈ নোপোৱা হলোঁ, চকুৰেও একো নেদেখা হলোঁ, মোৰ নিজৰ গাটোকে দেখা নাই; কাবৌ কৰিছোঁ অলপ লাহে লাহে বলা; মই নো কি সকামত কলৈ যাওঁ তাকে পাহৰিলোঁ; অলপ লাহে লাহে যোৱা; মাৰ কালে আধ্যা হব এতিয়া; আৰু যাব নালাগে, মোক ঘোৰাও নালাগে, বোৱা বোৱা, বধে তোৰে ব্ৰহ্মহত্যা নকৰিবা, বিচাৰিলেও এই লক্ষণৰ

ইমানবিলাক ঘোৰা মই নাপাওঁ, গুৰুদক্ষিণাও দিব নোৱাৰোঁ, মই নিজে আত্ম-ঘাতী হৈ মৰিবলৈহে চেষ্টা কৰিছোঁ।” এই দৰে কাবৌ-কোকালি কৰিবলৈ ধৰাত গৰুড়ে গালৱক সান্ত্বনা কৰি “সৌৱা ঋষভ পৰ্ব্বতত বৈ তাতে জিৰাম আৰু খোৱা-বোৱাও কৰিম” বুলি গৈ ঋষভ পৰ্ব্বতত বাস কৰা শাণ্ডিলী নামৰে সিদ্ধা ব্ৰাহ্মণী এজনাৰ তাতে খাইবৈ ভাগৰ পলুৱাবলৈ অলপ শোৱে। অলপ পিছত সাৰ পাই দেখে গৰুড়ৰ গাত পাখি এটিও নাই, লঠবা-পিঠবা। গৰুড়ৰ এনে দশাত গালৱ বৰ শোকাকুল হৈ কাৰণ শোধাত গৰুড়ে কলে “এই ব্ৰাহ্মণীজনাক মই প্ৰজাপতিৰ তালৈ লৈ যাবৰ মন কৰিছিলোঁ, মোৰ ইচ্ছা হৈছিল যেন এওঁ মহাদেৱ, বিষ্ণু, ধৰ্ম্ম আৰু যজ্ঞৰ ওচৰত থাকে; যি হল হল, এতিয়া এওঁক কাকুতি মিনতি কৰি সন্তোষ কৰোঁ।” এই বুলি, “ভগৱতি শাণ্ডিলি! মই আপোনাৰ অনিচ্ছাৰ কাম কৰিবলৈ মন কৰাৰ ফল পালোঁ, এতিয়া নিজগুণে সন্তুষ্ট হৈ মোৰ দোষ মাৰ্জ্জনা কৰক” বুলি কাবৌ-কোকালি কৰাত শাণ্ডিলীয়ে “হেৰ’। গৰুড়, তুমি আগলৈ এনে কাম কেতিয়াও নকৰিবা, তিৰোতা মানুহ নিন্দনীয় হলেও কেতিয়াও নিন্দা নকৰিবা” এই দৰে আৰু আৰু উপদেশ দি গৰুড়ক যাবলৈ দিয়াত গৰুড়ৰ পাখি গজি আকৌ আগৰ নিচিনা হৈ গালৱৰে সৈতে ভাবপৰা গৈ, বিচাৰি বিচাৰি পুব দিশে ঘোৰা নাপাই উভতি গল (উদ্যোগ পৰ্ব্ব, ১০৫-১১২ আধ্যা)। ব্যাসদেৱে, (১) পুব মুৱাকৈ গৰুড়ক ইমান কোবেৰে ইমান পৰ অনাই, বুজাল যে পুব দিশৰ ঠাই ডোখৰ বহুত দূৰৈত। (২) গালৱৰ ইমান কাবৌ-কোকালিতো ঋষভ পৰ্ব্বত (আগেয়ে দেখুৱা হৈছে ঋষভ কৌশিকী নৈৰ ওচৰত, অসমৰ পশ্চিম সীমা) নাপাই মানে গৰুড়ক নোৱোৱাই বুজালে যে তেওঁলোকৰ দীঘলীয়া বাটৰ অন্ত ঋষভতেই আৰু তেওঁলোক অহা ঠাই ঋষভৰ পশ্চিমে নহয়। (৩) শাণ্ডিলী ব্ৰাহ্মণীৰ ঘৰতে খুৱাইবুৱাই ভাগৰ পলুৱাই বুজালে যে তেওঁলোকৰ দীঘলীয়া পথ ভ্ৰমণ কামটোৰ শেষ হল, ভাগৰ পলুৱাই ন কামত অৰ্থাৎ ঘোৰা বিচৰা কামত ধৰিব লাগিব। (৪) গৰুড়ৰ মনত ব্ৰাহ্মণীক লৈ যাব খোজা ভাবৰ নিমিত্তে গৰুড়ক লঠবা কৰাই বুজালে যে পুব দিশৰ যি ঠাইলৈ আছিছে, সেই ঠাইৰ তুৱাৰ-মুখতে এনে মহিমাৰ মানুহৰ বাস। (৫) গৰুড়ৰ মুখে শাণ্ডিলীক প্ৰজাপতি, মহাদেৱ, বিষ্ণু আদিৰ ওচৰলৈ নিব খোজা ভাবটি প্ৰকাশ

কৰোৱাই বুজালে যে তেওঁ লোক অহা পুব দিশৰ সেই ঠাইতে সেই সকলো বাস। (৩) ঋষভ পৰ্ব্বত এবিং গালব আৰু গৰুড়ক যোৱা বিচৰোৱাই আকৌ বুজালে যে ঋষভৰ পূবৰ অঞ্চলেই গৰুড়ে গালবৰ আগত বৰ্ণনা দিয়া পুব দিশৰ ঠাই। এতিয়া পাঠকসকল দেখক, ব্যাসদেৱে নাহকত একাবাৰ কথাও নকয়। গালব আৰু গৰুড়ৰ ভ্ৰমণ বিবৰণটোৰপৰা জানিব পৰা গল যে গৰুড়ৰ বৰ্ণিত পুব দিশ এই অসমেই। গৰুড়ে পুব দিশৰ বৰ্ণনা এইদৰে কৰিছিল। "সকলো লোক প্ৰকাশক ভগৱান্ মৰীচিমালী যি দিশে উদয় হয়, সাধ্যসকলে সন্ধ্যা কালত যি দিশে তপস্যা কৰে, বিশ্বব্যাপিনী বুদ্ধি প্ৰথমে যি দিশে আবিৰ্ভূত হৈছিল, যজ্ঞসকল নিয়ন্ত্ৰিত কৰিবৰ নিমিত্তে যি দিশে ধৰ্ম্মৰ দুই চকু বিদ্যমান আছে, যি দিশে আহুতি দিলে সেই আহুত হব্য সকলো দিশেই যায়, সেই প্ৰাচী দিশ দিন আৰু স্বৰ্গ পথৰ দ্বাৰ স্বৰূপ। এই দিশেই দক্ষ প্ৰজাপতিৰ জীয়েক অদিতি আদিৰ গৰ্ভত কশ্যপৰ ঔৰষত প্ৰজাসকলৰ উৎপত্তি আৰু বৃদ্ধি হৈছিল; এই দিশে দেৱতাসকলে শ্ৰীলাভ কৰিছিল, এই দিশে ইন্দ্ৰৰ অভিষেক সম্পন্ন হৈছিল, আৰু এই দিশেই দেৱতাসকলে তপস্যা কৰিছিল। পূৰ্ব্বকালত দেৱতাসকল প্ৰথমে এই দিশে বাস কৰিছিল, এই নিমিত্তে ইয়াৰ নাম পূৰ্ব্ব দিশ হৈছে আৰু পূৰ্ব্বপুৰুষসকলৰ অধিকৃত বুলি বিখ্যাত। এই দিশে দেৱসকলে সুখাৰ্থী হৈ এটাইবিলাক কাম সমাধা কৰিছিল, এই দিশে ভূতভাবন ভগবান ব্ৰহ্মাই সমস্ত বেদগান কৰিছিল, এই দিশে সাবিত্ৰী দেৱী সবিতাৰ মুখৰপৰা উৎপন্ন হৈ ব্ৰহ্মবাদীসকলক আশ্ৰয় কৰিছিল, এই দিশে সূৰ্য্যদেৱে যাজ্ঞবল্ক্যক যজুৰ্ব্বেদবিলাক দান কৰিছিল, এই দিশে সোমৰসে বৰ পাই যজ্ঞত সুৰসকলৰ পেয় হৈছিল, এই দিশে হুতাশন পৰিতৃপ্ত হৈ আপোনাৰ প্ৰসূতি সোমৰস ঘৃত আৰু দুগ্ধাদি স্বৰূপ জল উপভোগ কৰে, এই দিশে বৰুণদেৱে পাতাল আশ্ৰয় কৰি শ্ৰীলাভ কৰিছে, এই দিশে মিত্ৰ আৰু বৰুণৰ যজ্ঞকালত পুৰণি বশিষ্ঠৰ উৎপত্তি, প্ৰতিষ্ঠা আৰু নিধন হৈছিল, এই দিশে ওঁকাৰৰ দহ হাজাৰ পথ উৎপন্ন হৈছে, এই দিশে ধূমপায়ী মুনিসকলে আজ্যধূম পান কৰি থাকে, এই দিশে যৰাহ আদি অনেক পশু প্ৰোক্ষি হৈছিল, এই দিশে দেৱৰাজে দেৱতাসকলৰ নিমিত্তে যজ্ঞভাগ কল্পিত কৰিছে আৰু এই দিশে হুতাশন সমুদিত আৰু ক্ৰোধান্বিত

হৈ অহিতকাৰী কৃতঘ্ন মানৱ অসুৰবিলাকক সংহাৰ কৰে। এই পূৰ্ব্বদিশেই ত্ৰিলোকৰ দ্বাৰ, স্বৰ্গৰ দ্বাৰ আৰু সুখৰ দ্বাৰ"। এই বৰ্ণনাটিৰ এটাইবিলাক কথা বুজি নাপালেও অসম সম্পৰ্কে বহুত কথা জনা যায়। তাৰ ভিতৰত এই দুটাও জনা যায় যে অসমৰ বশিষ্ঠয়েই ঋকপ্ৰণেতা আদি বশিষ্ঠ আৰু যজুৰ্ব্বেদ গোটেইখন অসমতে ৰচিত। যজুৰ্ব্বেদ অসমত প্ৰণীত হোৱাৰ চিন এতিয়াও পোৱা যায়। প্ৰায় গোটেইখন অসমৰে ক্ৰিয়াকৰ্ম্ম এতিয়ালৈকে যজুৰ্ব্বেদ মতেই চলি আছে; মৰা মানুহৰ ভেটিটিও যজুৰ্ব্বেদৰ নিয়মৰে হে প্ৰস্তুত হয়। স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্ত আৰু ৰাজেন্দ্ৰলাল মিত্ৰই যজুৰ্ব্বেদৰ নিয়মে, মৰা মানুহৰ ভেটি প্ৰস্তুত প্ৰণালী লোপ হল বুলি কৈছে (Civilization in ancient India, Vol. I, page 184); কিন্তু তেওঁলোক কোনেও কেতিয়াও অসমৰ ফালে একো নিবিচাৰে। সেই বুলি যে অসমত আন বেদৰ চলতি নাই এনে নহয়। লোমশ ঋষিয়ে যুধিষ্ঠিৰৰ আগত মন্দাকিনীৰ গুণ বৰ্ণাওঁতে শুনা হৈছে যে মন্দাকিনীৰ পাৰত মৰীচি, পুলহ, ভৃগু আৰু অঙ্গিৰাই সামগান কৰিছিল। গৰুড়ৰ পূব দিশৰ বৰ্ণনাতো ইয়াতে ব্ৰহ্মাই এটাই কেখন বেদকে গোৱা পোৱা গৈছে। তান্ত্ৰিক ধৰ্ম্মৰ উৎপত্তিৰ ঠাইও অসমেই বুলি সকলোৰে বিশ্বাস। ইয়াৰপৰা আৰু বিজনিত অসমত ৰচিত দুদিনৰ কালিকাপুৰাণে আৰু যোগিণী শাস্ত্ৰই গোটেই ভাৰতবৰ্ষত মান পোৱাৰ পৰা বুজিব পাৰি সাম আৰু অথৰ্ব্ববেদও অসমতে প্ৰণীত আৰু সেই মতে ক্ৰিয়া কৰ্ম্মও হয়। কিন্তু যজুবিলাক সাম আৰু অথৰ্ব্বতকৈ শ্ৰেষ্ঠ হবলায়ে বুলিয়েই নে কি, সাম আৰু অথৰ্ব্বৰ আগেয়ে ৰচিত হোৱাৰ নিমিত্তেই নে কি, মহাভাৰতেও বিশেষ কৰি উল্লেখ কৰিছে আৰু যৰ দেখি কৰিয়েই অসমত চলতি।

পশ্চিম দিশৰ বৰ্ণনাত গৰুড়ে গালৱৰ আগত দেৱতাসকলৰ উৎপত্তি সেই দিশে হৈছিল বুলি কৈছিল। ইদানীন্তন পণ্ডিতসকলৰো আৰ্য্যসকল পশ্চিম ফালৰপৰা অহায়েই মত।

প্ৰাকৃতিক বিষয়ে সেই কালত এতিয়াৰ অসম নামৰ ঠাই ডোখৰ নো কেনে আছিল ইয়াকো এবাৰ মন কৰা উচিত। ইদানীক কালতে দেখা যায় শ তিনিশ বছৰে হোৱা ডাঙৰ ভুঁইকঁপৰ কথা নধৰিলে, বিভোপনীয়াও অসমক চোৰ পেলা-

ওঁভা ঠাই নাই। সৌন্দৰ্য্যত যদিও কাশ্মীৰে চেব পেলাব পাৰে কিন্তু বৰ আৰ আৰু খাদ্য সামগ্ৰীৰ নাটনিৰ নিমিত্তে কাশ্মীৰ অসমতকৈ বহুত গুণে তল। অসমত আকাল নাই, "চাইক্লোন" ( cyclone ) নাই, পুৰি নিয়া যতাহো নাই। মাউৰ, কলাজ্বৰ আদি ৰোগবিলাকো অলপ দিনৰ পৰাহে আন ঠাইৰপৰা আসামত সোমাইছেহি। আন কি এনেকুৱা পৰ্ব্বতীয়া আৰু হাবিয়লীয়া ঠাই বুলিও সাপে বাঘে মৰাৰ লেখও বিলাতে মৰুভূমিৰ ওচৰৰ ঠাই এৰি আন ঠাইতকৈ কম হে পোৱা যায়। "মটৰ" এখন হলে তিনি ঘণ্টাৰ ভিতৰতে ষড়ঋতু ভোগ কৰিব পাৰি। জাৰতো গোট বান্ধিব নালাগে, জহতো পুৰি মৰিব নালাগে। পূৰ্ব্বে যেতিয়া সমুদ্ৰ দক্ষিণ পিনে মণিপুৰৰ ওচৰলৈকে আৰু পশ্চিম পিনে দিনাজপুৰৰ আধালৈকে আছিল আৰু * কৰতোয়াও প্ৰায় সমুদ্ৰৰ নিচিনাই আছিল, তেতিয়া ছাগৈ অসমৰ নিচিনা বিতোপনীয়া আৰু বিনন্দীয়া ঠাই জগতেতই নাছিল।

ঋকবেদৰ ওপৰত কোৱা সূক্ত কেইটি, স আখৰটোৰ উচ্চাৰণ, মহাভাৰতৰ পূব আৰু পশ্চিম দিশৰ বৰ্ণনা, ইদানীক পণ্ডিতসকলৰ মত আৰু অসমৰ পূৰ্ব্বৰ প্ৰাকৃতিক অৱস্থা, এই এটাইকেটা কথালৈ মন কৰিলেই বুজা যায় যে আৰ্য্য সকল যবেইপৰা আহক ভাৰতবৰ্ষৰ পশ্চিমেদি আহি তেঁওলোকৰ এদল একেবাৰে অসম পাইছিলহি। অসমত আদিমবাসীবিলাকক বশ কৰি বিদ্যা বুদ্ধি জ্ঞান আৰু পৰাক্ৰমত যেতিয়া তেঁওলোকে নিজক জগতৰ সকলো জাতিতকৈ উন্নত দেখিলে আৰু গোটেই ভাৰতবৰ্ষৰে কি আৰ্য্য কি অনাৰ্য্য সকলোৰে পৰা কৰ ৰবঙ্গনি তুলিবলৈ ধৰিলে, তেতিয়া তেওঁলোক বাস কৰা স্বৰ্গ নামৰ যোগ্যৰ অসমৰ উত্তৰ-ভাগটিক স্বৰ্গ নাম দি বজাজনক ইন্দ্ৰ উপাধি দিলে আৰু ভৈয়াম ভাগৰপৰা খেদা খাই উত্তৰৰ পৰ্ব্বতবিলাকত বাস কৰা আদিম বাসীবিলাকক সেই পৰ্ব্বতবিলাকো অধিকাৰ কৰাৰ পিছত ভূত, গুহ্যক আদি নাম দিলে। অসমৰ দক্ষিণ ফালৰ নগা গাৰো পৰ্ব্বতলালী আদিমবাসী বিলাকৰ নিমিত্তে আছুতীয়াকৈ ৰাখি পাতাল নাম দি নিবাসীবিলাকক নাগ, গৰুড় আদি নাম দিলে। উত্তৰে ক্ৰৌঞ্চ পৰ্ব্বতত হিৰণ্যকশিপুৰ বংশ আৰু

---

* মুছলমান বুৰঞ্জী লেখকসকলৰ মতে, কৰতোয়া, বখতিয়াৰ খিলিজিৰ দিনতো বহলে গঙ্গাৰ তিনি গুণ আছিল ( Gazetteer of India, new Edition )

দক্ষিণে কাছাৰ পৰ্ব্বতত নিবাত কুৱাচ আদি যিবিলাক আদিমবাসীয়ে ইন্দ্ৰৰাজৰ অধীনভাৰ শিকলি ছিণ্ডি মাজে মাজে মূৰ ডাঙি উঠিব খোজে সেইবিলাকক দৈত্য দানৱ আৰু ৰাক্ষস নাম দিলে। আৰু কৰতোয়াৰ পশ্চিমৰ গোটেই ভাৰতবৰ্ষৰেই মৰ্ত্ত্য নাম থলে।

তেওঁলোকে স্বৰগ নামৰ উপযুক্ত ঠাইক স্বৰগ নামেৰে ভূষিত কৰি চাৰি পাঁচ হাজাৰ বছৰ দেৱতাৰ ভোগ ভুগিলে; কিন্তু নিয়তিয়ে একোৰে সৰ্ব্বতিকাল সমানে নিনিয়ায়। সমুদ্ৰ বহুত দূৰৈলে আঁতৰি যোৱাত স্বৰগৰ চিৰবসন্তও গল, সেই অতুলনীয় গানী বতাহৰ গুণও গল, স্বৰগৰ স্বৰগত্বও গল। দেৱতাসকলৰ সন্ততিবিলাকৰো একণো দেৱত্ব নোহোৱা হল, তেওঁলোক একেবাৰেই হীনবীৰ্য্য হল। এই দেখিয়েই এই স্বৰগ নামটি লুপ্ত কৰিবলৈকে কালিকাপুৰাণৰ জন্ম।

কিন্তু এটা কথা,—কালিকাপুৰাণৰ গাতে সকলো অহ দি স্বৰ্গ, মৰ্ত্ত্য, পাতালৰ নাম থিৰ কৰা হল হয়, কালিকাপুৰাণৰ বশ নমনা জাতিও তো এই অসমতেই কম কি আছে? তৈয়ামত কছাৰী, পৰ্ব্বতত ভোট, আঁকা, দফলা, নগা, গাৰো আদি জাতিবিলাকৰ ওপৰত তো কলিকাপুৰাণৰ আধিপত্য নাই? সেই বিলাক জাতিৰপৰা তো এই কথাটিৰ ভু পাব লাগে? সেইবিলাক মানুহ অসভ্য একো নাজানে বুলি যদি এৰা যায়, তেন্তে আৰু স্বৰগ কিহৰ? স্বৰগ নামটি তো কম নহয়? এই নামটি তো উপলুঙাৰ নাম নহয়? স্বৰগে স্বৰগত্ব হেৰুৱা বহুকাল হল, অমৰাৱতিও নাদিব পালে; আৰু এই আদিমবাসীবিলাকেও কালিকা-পুৰাণৰ বশ নামানিলেও, পূৰ্ব্বৰ কথা একেবাৰে পাহৰিলেও, সেই স্বৰগতেই অলপ দিনৰ আগলৈকে সিহঁতে কত ৰকম দৌৰাত্ম্য কৰিছিল; এনে স্থলত কি পোৱা যায় দেখক।

স্বৰগৰ ফালৰ—

পুৰহুৱাৰৰ কছাৰীবিলাকে ওপৰ অসমৰ ৰঙস্বৰ নামৰ ঠাইৰপৰা যোৱাৰ নিমিত্তে নিজক স্বৰ্গীয়া বুলি চিনাকি দিয়ে। বড়ো ভাষাত স্বৰ্গক ৰঙস্বৰ বা ৰঙৎস্বা বোলে ( Daltons Ethnology, page 84 )। স্বৰ্গবাসী বুলিয়েই স্বৰ্গীয়া।

ভূটানৰ ৰজা এজনৰ উপাধি দেৱৰাজ, এজনৰ ধৰ্ম্মৰাজ আৰু ৰাজসভাৰ সভ্য সাত জন (Daltons Ethnology, page 96)। ভুটীয়া পৰ্ব্বতত এতিয়া

দেৱতাসকল নাই, ভোটসকল হে আছে; কিন্তু আগৰ দেৱতাসকলৰ অনুকৰণ-তে হে ৰাজাৰ উপাধি দেৱৰাজ আৰু ধৰ্ম্মৰাজ আৰু সপ্তৰ্ষিৰ সলনি সাতজন সভ্য।

ঋষ্যশৃঙ্গ মুনিৰ পিতাক বিভাণ্ডক মুনিৰ আশ্ৰমৰ নাম পুণ্যাখ্য। যুধিষ্ঠিৰৰ তীৰ্থভ্ৰমণ কালত লোমশ ঋষিয়ে ঋষভ পৰ্ব্বতৰপৰা সোৱা কাশ্যপৰ পুণ্যাখ্য আশ্ৰম বুলি যুধিষ্ঠিৰক দেখুৱাইছিল ( মহাভাৰত, বনপৰ্ব্ব, ১০৯ অধ্যা )। সেই আশ্ৰমৰ ঠাইতে এতিয়া ভুটীয়া নগৰ পুণাখা।

কামৰূপ জিলাৰ উত্তৰৰ ভুটীয়া পৰ্ব্বত এটাৰ নাম দেৱানগিৰি। দেৱ সকল বাস কৰা গিৰি দেখিয়েই দেৱানগিৰি।

দৰং জিলাৰ কৰিয়াপৰীয়া ভোটৰ ৰজা সাতজন; আগৰ সপ্তৰ্ষিৰ অনুকৰ-ণেৰে ৰজা সাত জন। এওঁলোক জাৰকালি থকা নগৰখনৰ নাম অমৰাতল। তেঁওলোকৰ মুখত নামটি অমৰাত ভাবে হে উচ্চাৰিত হয়, অসমীয়াই শুদ্ধ কৰি অমৰাগছৰ তল কৰিছে। ইন্দ্ৰৰ নগৰৰ নামৰ অনুকৰণৰেই নাম অমৰাৱতী।

দৰং জিলাৰ চাৰিডুৱৰীয়া ভুটীয়া ৰজাও সাত জন। এওঁলোকৰ কেজনমানে স্বৰ্গীয়া বুলি পৰিচয় দিয়ে। ইয়াতো অসমীয়াই শুদ্ধ কৰিবলৈ গৈ গাঁৱৰ ঠাইত গঞা কৰি তেঁওলোকক চেৰগঞা বোলে আৰু তেওঁলোকৰ নগৰখানক চেৰগাঁও বোলে। আচলতে স্বৰ্গবাসী বুলি হে স্বৰ্গীয়া বা স্বেৰ্গীয়া।

তেজপুৰৰ উত্তৰৰ অঁকাপৰ্ব্বতৰ অঁকাবিলাকে বাণৰ বংশ বুলি এতিয়াও চিনাকি দিয়ে। হিমালয়ৰ এই ছোৱাৰ নাম ক্ৰৌঞ্চ হব পাৰে বুলি আগেয়ে কৈ অহা হৈছে।

অঁকাপৰ্ব্বতৰ পূবেই দফলা পৰ্ব্বত। ইয়াত দফলা, মিৰি, আবৰ আদি বেলেগ বেলগ নামেৰে এজাতি মানুহৰ বাস। ইহঁতৰ সাজটো দেখিলেই ইহঁতক মহাদেৱৰ গুহকবিলাকৰ বংশধৰ বুলি চিনা যায়। তাৱনাত মহাদেৱক যি ধৰণৰে সজোৱা যায়, ইহঁতৰ সাজ সাইলাশ সেয়েই, কেৱল বাঘ-ছালৰ সলনি এৰীয়াকাপোৰ আৰু সাপৰ ফেণাৰ সলনি চুলিৰ খোপা কপালৰ কাষে বন্ধা। ইহঁতৰ পৰ্ব্বতীয়া-মিৰি বোলা খেলে শঙ্কৰকেই ঈশ্বৰ

বুলিছো মানেই আৰু ইমানলৈকে কয় গৈ যে এতিয়াও সিহঁতৰ যি পুৰোহিত হয় তেঁওৰ বয়স ১৮ বছৰ হলে এদিন কোনো দেৱতাই তেওঁক হাবিলৈ লৈ যায়; সেই মানুহজন হাবিতে ১৫।১৬ দিন থকাৰ পিছত এদিন তেওঁ ডিঙিত ঘূৰে অলঙ্কাৰ পিন্ধা দৰে সাপ পিন্ধি নিজ গাঁও ওলাইছি ( North East Frontier of Bengal by Mackenzie, page 542 )। কালিকাপুৰাণতো পোৱা যায় বশিষ্ঠ ঋষিয়ে বেতাল ভৈৰৱক মহাদেৱক বিচাৰি এই দফলা পৰ্ব্বতলৈকে পঠিয়াইছিল। এই দফলা পৰ্ব্বতৰ পূবতে ছুটীয়াসকলৰ পূৰ্ব্বৰ ৰাজ্য। তেঁওলোকৰ বুৰঞ্জী এখনত পোৱা যায়, তেঁওলোকৰ প্ৰথম ৰজা গৌৰীনাৰায়ণে কুবেৰৰ অস্ত্ৰৰ সহায়েৰে দেশ জয় কৰিছিল আৰু শ্বেতগিৰিৰ ভদ্ৰসেন নামৰ ৰজা এজনকো পৰাজিত কৰিছিল ( Report on the Progress of Historical research in Assam by Mr Gait, page 19 )। এই কেটা কথাৰপৰা ভাল কৰি জনা যায় যে দফলা পৰ্ব্বতেই মহেশ্বৰ আৰু কুবেৰৰ কৈলাশ আৰু এই পৰ্ব্বত বাসীবিলাক তেওঁলোকৰ গুহ্যকবিলাকৰ সন্ততি।

এই দফলাপৰ্ব্বতৰে নামনিৰ মিৰিবিলাকে নিজক স্বৰক্ মিৰি বুলি চিনাকি দিয়ে ( N. E. Frontier of Bengal by Mackenzie, Page 34 )। স্বৰগত থকা মিৰি বুলিয়েই স্বৰগ বা স্বৰক মিৰি।

পাতালৰ কালৰ—

টঙখুন নগাবিলাকে সিহঁতৰ পশ্চিম পিনে; আৰু কুকিবিলাকে সিহঁতৰ উত্তৰ পিনে সিহঁত থকা ঠাইৰপৰা দেখা পৰ্ব্বত এলানীৰ সিপাৰেই স্বৰ্গ বুলি কয় (Census Report of Assam, 1901, by Mr. Allen, Part I. Page 47)। এইমতেও মহাভাৰতৰ মতে সীমা দিয়া অঞ্চলেই স্বৰ্গ।

কাছাৰৰ ৰাজ কৈদৰ কছাৰীবিলাকে অসমৰ পূব-উত্তৰ কোণৰ ঠাই এডোখৰৰপৰা কাছাৰলৈ যোৱা বুলি কয় আৰু নিজক বৰংস্বা বুলি চিনাকি দিয়ে। কছাৰী আৰু গাৰো ভাষাত স্বৰ্গীয় শব্দটিকে বৰংস্বা কয় (Dalton's Ethnology, page 84)। স্বৰগৰপৰা যোৱাৰ নিমিত্তে সিবিলাক স্বৰ্গীয় বা বৰংস্বা।

ক্ৰমশঃ

---

শ্ৰীৰজনীকুমাৰ দাস।

# ৺ ভট্টদেৱ।

পঞ্চদশ শতাব্দীটো আমাৰ পক্ষে এনে মঙ্গলময় দিন আছিল যে তাৰ গুণতেই আজি আমি উন্নতি-জখলাৰ ওপৰলৈ খোজ লব পাৰিছো। উক্ত শতিকাতেই শঙ্কৰদেৱ দামোদৰদেৱ হৰিদেৱ মাধৱদেৱ প্ৰভৃতি ধৰ্ম্মবীৰসকল উপজি আৰু অনন্ত কন্দলি প্ৰভৃতি কবিসকলে জন্ম ধৰি আমাক ধৰ্ম্ম, সমাজ, ভাষা, আৰু সাহিত্য আদি সকলো লাগতিয়াল বিষয়বিলাকত ওথ কৰি দিছিল। অকল অসামত নেলাগে পৃথিবীৰ সকলো ঠাইতে সেই একে সময়তে বহুত ধৰ্ম্ম-বীৰ উপজি পৃথিবীৰ অশেষ উপকাৰ সাধিছিল।

৺ ভট্টদেৱো তেওঁলোকৰ সমসাময়িক। আমাৰ আন আন পূৰ্ব্ব কবি সকলৰ দৰে এওঁৰো জীৱনী নাই, মাক পিতাকৰ পৰিচয় নাই; আছে কেৱল আলান্ধু পঁইতাচোৰাই আওৰা নিগণিয়ে খোৱা পুথিৰ পাতত নামটো। তথাপি আমি এওঁৰ বিষয়ে যি অলপ শুনিছোঁ তাকে লিখিবলৈ আগ বাঢ়িলোঁ। এওঁ পঞ্চদশ শতিকাৰ শেষ ছোৱাত বজালীত জন্ম গ্ৰহণ কৰে। ৺ দামোদৰ দেৱৰ জীৱন চৰিত গুৰুলীলাত এওঁ ভেড়া গাওঁৰ পৰা অহাৰ হে উল্লেখ আছে; কিন্তু এওঁৰে বংশৰ বৰ্ত্তমান পাটবাউসী সত্ৰৰ অধিকাৰৰপৰা আমি এওঁ বজালীৰ পৰাহে আহিছিল বুলি শুনিছোঁ। বোধ কৰোঁ পূৰ্ব্বে বজালীৰ কোনো এক অংশকে ভেড়া বুলিবও পাৰে। এওঁ সৰুৰেপৰা অশেষ শাস্ত্ৰ পঢ়ি ভাগৱতত বৰ পৈণত হৈছিল। এওঁৰ আদি নাম বৈকুণ্ঠ আছিল। ভ্ৰাতৃ মাতৃ বিয়োগৰ পাছত ৺ দামোদৰদেৱ নলচাৰপৰা ভটীয়াই আহি যোতিয়া পাটবাউসীত আছিল তেতিয়া ৺ ভট্টদেৱ আহি তেওঁৰ ওচৰত দীক্ষিত হয়। ৺ দামোদৰে এওঁক ভাগৱত শাস্ত্ৰত বৰ পৈণত দেখি নিজৰ ভাগৱতী পাতে। পিছত এওঁ ৰৰনগৰত গৈ ভাগৱত শাস্ত্ৰ পাঠ কৰে। তাত এওঁক ভগৱত শাস্ত্ৰত পৈণত দেখি "কবিৰত্ন" উপাধিৰে ভূষিত কৰা হয়। তাৰ পাচত এওঁ আকৌ পাটবাউসীলৈ উভতি আহে আৰু তাত ভাগৱত ভট্টাচাৰ্য্য নাম পায়। ৺ দামোদৰে বেহাৰলৈ যোৱাৰ সময়ত ৺ ভট্টদেৱক পাটবাউসীৰ সত্ৰাধিকাৰ নিযুক্ত কৰি যায়।

দামোদৰ দেৱৰ অজ্ঞামতে এওঁ ভাগৱত, গীতা, আৰু ৰত্নাৱলী এই তিনিখন পুথি গদ্য ভাষাত ভাঙিছিল। আসামত এওঁৱেই প্ৰথম গদ্য লিখক। যেতিয়া এওঁ গদ্য লিখে তেতিয়া গদ্য ভাষাৰ চৰ্চ্চাকৰা মানুহ আসামত নাছিল, সকলোৱে মাথোন পদ্য লিখিছিল আৰু পঢ়িছিল। কিন্তু তথাপি ভট্টদেৱৰ উক্ত গদ্য পুথি কেই-খনে মানুহৰ মন মোহিত কৰিছিল। অনেকে কয় যে ৺ আনন্দৰাম ঢেকিয়াল ফুকনৰ দিনৰপৰা হে আসামত গদ্য লিখা আৰম্ভ হয়। কিন্তু ৺ ভট্টদেৱৰ উক্ত পুথি কেইখনি পঢ়িলে প্ৰায় ৪০০ বছৰৰ পূৰ্ব্বৰপৰাই যে আসামত গদ্য লিখা প্ৰচলন আছে তাক ডাঠি কব পাৰি। উক্ত তিনিখনত বাজে ও ৺ভট্টদেৱৰ ৰচিত কিছুমান গীত, ভট্টিমা আৰু ঘোষাৰত্ন নামে এখনি ঘোষা পুথি আছে; ৰজালী পুস্তকালয়ৰপৰা এই পুথিবিলাক ছপাবৰ আয়োজন কৰা শুনি ৰং পালোঁ। সমসাময়িক কবিবিলাকৰ লগত বিজালে ভট্টদেৱক অলপ ওখ থাপৰ বুলিব পাৰি, কাৰণ আন আন কবিবিলাকে মাত্ৰ পদ্য হে লিখিছিল। কিন্তু ভট্টদেৱ গদ্য পদ্য দুয়ো বিধ লিখাতে পৈণত আছিল। তলত ভট্টদেৱৰ কথা গীতাৰ পৰা দুফাকি তুলি দিয়া হল।—

"ধৃতৰাষ্ট্ৰে সঞ্জয়ত প্ৰশ্ন কৰন্ত; হে সঞ্জয়! মোৰ পুত্ৰসব পাণ্ডুপুত্ৰসবো, ধৰ্ম্মভূমি কুৰুক্ষেত্ৰত যুদ্ধক ইচ্ছায়ে মিলিত হয়া কি কৰ্ম্ম কৰিলে তাক মোত কহা।"—১ম আধ্যা।

"অৰ্জ্জুনে বোলন্ত হে মধুসূদন! মই কাতৰে যুদ্ধ এৰিলু ই নহে; কিন্তু, অন্যায় দেখিহে নিবৰ্ত্তিলু।"—২য় আধ্যা।

অৱশেষত কওঁ যে এনে এজন বিখ্যাত কবিৰ নাম আজি ৪০০ বছৰতে লুপ্ত হব লাগিলে মনত বিষম শোক লাগে। বোধকৰোঁ অনেকেই এওঁৰ পুথি নেলাগে নামটোকে শুনিছে নে নাই কব নোৱাৰোঁ। এনেকৈ যে কি-মান গ্ৰন্থকাৰৰ নাম লুপ্ত হল তাৰ অন্ত নাই। আজিকালি কোনেও হাতেৰে পুথি নিলিখে। এই পুথি লিখা অভ্যাস গুচাৰপৰা যে কিমান ক্ষতি হৈছে তাৰ অন্ত নাই। আজিকালি ছাপাখানাৰো অভাৱ নাই, কিন্তু ছাপাখানা থাকিলেই বা হব কি? আমাৰ "সহৃদয়া" বাপুসকলে সহজত থকা পুথি ছপাই কোনো-বাই তেওঁলোকৰ ধৰ্ম্মৰ বীজটো উলিয়াব বুলি নতুন ধৰণৰ মানুহক, সেইবিলাক পুথি লিখি ছপাব নেলাগে ছুৱই নিদিয়ে। এনেকৈ যে কিমান

গ্ৰন্থকাৰৰ গ্ৰন্থ আৰু তাৰ লগতে নাম লুপ্ত হবলৈ ধৰিছে তাৰ অন্ত নাই। এতেকে যাতে পুৰণি গ্ৰন্থ আৰু গ্ৰন্থকাৰসকলৰ নাম লুপ্ত নহয় নতুন শিক্ষিত সমাজে তালৈ চকু দিয়া উচিত।

শ্ৰীসোণাপতি দেব শৰ্ম্মা।

---

# মণিপুৰ যাত্ৰা।

( ৬ )

আমাৰ আলহী-গৃহস্থই সন্ধান লৈ জানিব পাৰিলে যে ডাকবঙলাত থকা চাহাবজন তেওঁৰ অচিনাকী নহয়; কাজেই তেওঁ চাহাবৰ লগত দেখা কৰি ডাকবঙলাতে শুবৰ ঠাই উলিয়াই ললে। ইয়াৰ এটাইবোৰ ডাকবঙলাতে দুটা খোঁটালী; কাজেই কাৰো কোনো অসুবিধা নহল। আমি "মচাফিৰখানাত" থাকিলোঁ। খোৱাবোৱাতও কোনো অসুবিধা আমি অনুভৱ কৰিব নোৱাৰিলোঁ।

পাছ দিনাখন ৰাতিপুৱালত হে দেখিবলৈ পালোঁ আমাৰ যোৱা নিশাৰ আশ্ৰয়স্থল "পিকিমা"ৰ আকাৰ প্ৰকাৰ কেনে। কাঁচুগাৰদতকৈ ডাঙৰ নে সৰু কব নোৱাৰোঁ, কিন্তু "খাঁচপানীতকৈ" ই অলপৰ ডাঙৰ। কলিকতাৰ ৰাস্তায় ৰাস্তায় থকা, টিপা মাৰিলে পানী ওলোৱা পানীৰ "কল" এটাও ইয়াত দেখিবলৈ পালোঁ। আমি তাতে মুখ হাত ধুলোঁ। পৰ্ব্বতীয়া ঠাইত এনে কল বহুতৰা নিচেই টিলা; লোৰ নলি এডাল হলেই হয়। ইয়াত কেইখনমান কেঞাৰ দোকানও আছে; তাত চিৰা, গুড়, চাউল ইত্যাদি কিনিবলৈ পোৱা যায়। সকলো আড্ডাতে এইবোৰ বস্তু পোৱা নেযায়। নিজে চাউল, চিৰা ইত্যাদি লগতকৈ নানিলে মণিপুৰৰ বাটৰুৱাই খাবলৈ নেপাই মৰিবৰেই ভয় থাকে। হাতত নগদ পয়চা থাকিলেও সেই পয়চা সকলো সময়তে কামত নাহে। পিকিমাৰ কেঞা-দোকান কিথনে যে কাৰ লগত কাৰবাৰ কৰে বুজিব নোৱাৰিলোঁ। কিয়নো, ওচৰত কোনো নগা গাঁও বা তেনে আন কোনো মানুহৰ "বস্তি" দেখা নগল।

. চাহ খাই অটাইয়েই আমি খোজ ললোঁ। পিকিমাৰপৰা "জুজ্জা" আৰু "কহিমা" বেছ দেখা যায়। দেখোঁতে নিচেই ওচৰ যেন দেখি কিন্তু বাটটো আকাই-পকাই যোৱা বাবে ইয়াৰপৰা কহিমালৈ আন্দাজ ২৫। ২৬ মাইলৰ কম নহব। আমি বাটত মাজে সময়ে এজাক দুজাক নগা লগ পাই গলোঁ। দৃশ্য প্ৰায় একে ৰকমৰেই। অলপ অলপ আঁতৰেদি পৰ্ব্বতৰ ওপৰৰ পৰা নিৰ্ম্মল পানীৰ সৰু সৰু সোঁত বাগৰি আহি আলিত পৰিছেহি। বাটকৰা মানুহে সেই সোঁতবোৰৰ বাটত ফলা বাঁহ বা ঠৰুৱা গছৰ-পাত গুঁজি দি পানী খাবৰ সুবিধা কৰি থৈছে। মণিপুৰৰ গোটেইটো বাটতে এনে স্বাভাবিক "পানীৰ কল" বৰ্ত্তমান। আমাৰ পিয়াহ লাগিলেই এইবোৰ স্বাভাবিক "কল" হাতৰ ওচৰতে পাওঁ। মোৰ গা বৰ ভাল নথকা বাবে ওৰে বাটে মই এটাইতকৈ ঘনাই পানী খাইছিলোঁ। বাটত মাজে মাজে কহিমা বা মণিপুৰৰপৰা চাউলৰ বোজা লৈ অহা গাড়ী লগ পোৱা গৈছিল। জুজ্জাৰ ওচৰত আলিটো ভালেমান নামনিয়েদি গৈছে। আলিৰপৰা ভৈয়ামলৈ নামি যাব পাৰি কিন্তু ভৈয়াম বোলোঁতে কোনোবে যেন আমাৰ দেশৰ আহল-বহল ঠাই নুবুজে। যি এচমকা পৰ্ব্বতশূন্য ঠাই দেখা গৈছিল তাকে আমি ভৈয়াম বুলিছোঁ। সৰু দলং এখন পালোঁ। তাৰ ওচৰতে "মাইল ষ্টোনৰ" দৰে পুতি থোৱা পথা এচটাৰ গাত আমাৰ চিনাকী ওভাৰচিয়ৰ এগৰাকীৰ নাম লেখা থকা দেখি বৰ ভাল লাগিল। কিয়নো, এই ওভাৰচিয়ৰ গৰাকী আমাৰ ডিব্ৰুগড়ৰে মানুহ। অলপ পৰৰ পাছত "জুজ্জা" ডাকবঙলা পালোঁ। এইটো আড্ডাতে ভাত-পানী খোৱা গল। আড্ডাবোৰ দূৰৈৰপৰা দেখিবলৈ বৰ ধুনীয়া, ঠিক যেন একোখন নক্সা।

খাইবৈ উঠি আকৌ যাত্ৰা কৰা গল। জুজ্জাৰ ওচৰৰপৰাই আলিটো আকৌ ক্ৰমে ওখ হৈ গৈছে। এইবাৰ আমি কহিমা পামগৈ। মাজত আৰু কোনো আড্ডা নাই। বাটত এটা নগা-গৰখীয়া দেখিলোঁ। সি পিঠিত বন্দুক এটা ওলমাই লৈ পৰ্ব্বতৰ ওপৰত আমাৰ অলপ ওখতে থিয় হৈ আছে আৰু পৰ্ব্বতৰ গা বগাই গৰুবোৰ চৰি ফুৰিছে। গৰু সৰহ নাছিল, আঠোটা কি সাতোটা মাথোন। গৰুবোৰ বেছ শকত-আৱত আৰু আঁটিল বান্ধৰ। এইবোৰ হেনো "খুনামা" নগা। বাটতে এজন চাহাবক লগ

পালেঁ।। তেওঁ ঘোৰাত উঠি কহিমাৰ ক্ষালবপৰা অতি লাহে লাহে আহি আছিল। তেওঁৰ চাগৈ নিজৰ দূৰণিৰ জন্মভূমিৰ পৰ্ব্বতীয়া ঠাইবোৰলৈ মনত পৰিছিল। কিয়নো, তেওঁক দৃশ্য চাই চাই বৰ চিন্তাশীল ভাবেৰে আহা দেখা গল। চেলাম দিলেঁ।, তেওঁ চেলাম ললে। আমি ইতিপূৰ্ব্বেই বুজ পাইছিলোঁ এই প্ৰদেশত চাহাব দেখিলেই ছাতি বন্ধ কৰাৰ আৰু চেলাম কৰাৰ নিয়ম। পৰ্ব্বতীয়া জাতিবোৰক ভদ্ৰতা শিক্ষা দিবৰ নিমিত্তে এইটো নিয়ম কৰা হৈছে বুলি শুনিছিলোঁ।। চাহাবজনৰ আকৃতি প্ৰকৃতি হিন্দুৰ দৰে ধীৰ আৰু নম্ৰ যেন বোধ হল। এইখিনি ঠাইত বাটৰ দুই কাষৰ পৰ্ব্বত দুটা অলপ আঁতৰাআঁতৰি হৈ থকা বাবে, বেলি মাৰ যোৱাৰ দৃশ্যটো ইয়াত বৰ সুন্দৰ দেখি। আমাৰ এনে অনুমান হল যেন নক্সাত আঁকি থোৱা আলি গছ গছনি আৰু পৰ্ব্বতৰ মাজেদিহে ফুৰিছেঁ।! ভূগোল পঢ়োঁতে তাহা-নিখন কহিমা দেখিছিলোঁ, কিন্তু মেপত হে। এতিয়া সাক্ষাৎভাৱে দেখিলোঁ। আমি, এক্কাৰ নৌহওঁতেই কহিমা পালেঁাগৈ। ই যে এটা সেনানিবাস মাথোন বিগুলৰ মাতৰপৰাই তাক অনায়াসে বুজিব পৰা গল।

আমাৰ আলহী-গৃহস্থ আমাতকৈ আগ হৈছিল। কিন্তু আমি তেওঁৰ ঘৰ-বিচৰাৰ দুখ ভোগ কৰিবলৈ নহল। কিয়নো, তেওঁৰ চাকৰ এটাক বাটতে লগ পাই তাৰ লগত অনায়াসে ঘৰ পালেঁা গৈ। আমাৰ আলহী-গৃহস্থ এতিয়া আৰু "আলহী-গৃহস্থ" নহয়। তেওঁ এতিয়া প্ৰকৃত গৃহস্থ। কিয়নো, তেওঁ এতিয়া নিজৰ ঘৰ পালেহি; যদিও ঘৰটোত তেওঁ কেবেয়া দি বাস কৰিছিল।

বাস্তবিকতে আমাৰ গৃহস্থৰ মৰমৰ ধাৰ আমি কেতিয়াও শুজিব নোৱাৰিম। বাটত তেওঁ আমাৰ সুখ সুবিধাৰ কাৰণে যিখিনি কৰিছিল সেইয়ে আমাৰ বৰ বেছি যেন লাগিছিল। এতিয়া ঘৰ পালত তেওঁ আমাৰ প্ৰতি এনে সহৃদয় ব্যবহাৰ কৰিবলৈ ধৰিলে যে তাৰ তুলনা নাই। আমি এটা খোঁটা-লীলৈ গৈ দেখিবলৈ পালেঁা, আমাৰ নিমিত্তে এখন আহল-বহল বিছনা পাৰি দিয়া আছে। গৃহস্থৰ নিজৰ পৰিষ্কাৰ বিছনা-চাদৰ জপাৰপৰা উলিয়াই আমালৈ পাৰি দিয়া হৈছে। আমাৰ গৃহস্থ থকা খোটালীলৈ গৈ দেখিলোঁ তেওঁৰ বিছনাত বিছনা-চাদৰৰ সলনি চুৰিয়া এখন পৰা। তেওঁ

কহিমাত এজন মফস্বলীয়া বিদেশী মাথোন। তেওঁৰ নিজৰ জোখাৰেহে বস্তু বাহানি ইয়াত আছে। সম্ভৱতঃ তেওঁৰ ব্যৱহৃত বিছনা-চাদৰখন ধোবাৰ ঘৰলৈ দিয়াত তেওঁ দুৰ্ভাবিয়া পাৰিলৰ লগীয়াত পৰিছিল। সি যি কি নহক, আমাৰ গৃহস্থৰ আমালৈ যে অসীম প্ৰীতি, ওপৰত দিয়া দৃষ্টান্তটোৱে সেইটো প্ৰকাশ নকৰে নে? অইন ঠাইত হোৱাহেঁতেন, বা অকল সামাজিকতাৰ খাতিৰত, ইমান বেছি সমাদৰ আমি কেতিয়াও গ্ৰহণ কৰিব নোৱাৰিলোঁহেঁতেন। কিন্তু ইয়াত কথা সম্পূৰ্ণ বেলেগ। আমাৰ গৃহস্থৰ ইমান প্ৰীতিৰ আধিক্য কিয় হৈছিল সেইটো আমি পেটে পেটে ভালকৈ বুজিছিলোঁ। আৰু বোধ কৰোঁ পেটে পেটে তেৰোঁ বুজিছিল, আমি নো অমলিন মুখে কিয় তেওঁৰ ইমান বেছি সমাদৰ "হজম" কৰি নিছিলোঁ। বাস্তৱিকতে আমাৰ এনে লাগিছিল যেন গৃহস্থ আমাৰ এজন আপোন মানুহ। তেওঁৰ ওপৰত আমাৰ যিমানখিনি "দাবী" আমাৰ ওপৰতো তেওঁৰ সিমানখিনি "দাবী"। তেওঁৰ লগত আমাৰ বৰ শত্ৰুতা ঘটিলেও তেওঁৰ অমঙ্গল সংবাদে আমাক নথৈ বেজাৰ দিব আৰু মঙ্গল সংবাদে সুখী কৰিব। আমি ডাঠকৈ কব পাৰোঁ, আমাৰ সম্বন্ধেও তেওঁৰ ঠিক এনে ভাব নহৈ নোৱাৰে।

গধূলি কহিমাৰ এটাইবোৰ অসমীয়া ভদ্ৰলোক আমাৰ গৃহস্থৰ ঘৰত গোটখালেহি। আমাৰ গৃহস্থই গধূলিটো তেওঁবিলাকৰ লগত তাচ খেলাত আৰু নানা কথা বতৰাত কটালে। আমি ইফাল সিফাল কৰিয়েই গধূলিটো নিয়ালোঁ। কাৰো সৈতে চিনাকী হবৰ বিশেষ ইচ্ছা নাছিল, সেই বাবে আমি যিমানপাৰোঁ তাচ খেলাৰ "মজলিচলৈ" নোযোৱাকৈয়ে থাকিলোঁ। কিন্তু যি খোটালীত তাচখেল চলিছিল অহা যোৱা কৰা বাটটো সেই খোটালীৰ মাজেদি হোৱা বাবে আমি তাত কেইবাৰমান আবিৰ্ভাৱ হব লগীয়াত পৰিছিলোঁ। মজলিচৰ ভিতৰৰ ভদ্ৰলোক এগৰাকীক ডিব্ৰুগড়ৰ অধিবাসী বুলি চিনি পালোঁ। কিন্তু তেওঁৰ লগত মোৰ আগৰ একেবাৰে চিনাকী নাছিল। তেওঁৰ নামও মই নেজানিছিলোঁ। অকল এইমাত্ৰ জানিছিলোঁ যে তেওঁ ডিব্ৰুগড়ৰ মানুহ। আন আন ভদ্ৰলোকসকলক চিনি নেপালোঁ।

পাছদিনা ৰাতিপুৱালত যেনিয়ে তেনিয়ে বিগুলৰ মাত হে শুনা গল। সেই

মাতবোৰ পৰ্ব্বতে পৰ্ব্বতে প্ৰতিধ্বনিত হৈ ৰাতিপুৱা দিনৌ নগৰৰ মাজত ইংৰাজৰ মাহিমা ঘোষণা কৰে। মণিপুৰ অধিকৃত হোৱাৰ আজি ৯। ১০ বছৰমান হে হৈছে। এই খিনি সময়ৰ ভিতৰতে এই অসভ্য প্ৰদেশত এনে সুশাসন প্ৰতিষ্ঠিত হৈছে যে আমি নিৰাপদে এইবোৰ ঠাইত ফুৰি ফুৰিব পাৰিছোঁ। অকল ইংৰাজৰ পক্ষেহে ইমান অলপ সময়ৰ ভিতৰত এনে সুশাসন প্ৰতিষ্ঠা সম্ভৱ।

প্ৰথমতে আমি থকা ঘৰটোৰ কথা কওঁ। ঘৰটোৰ বেৰ অলপ নতুন ৰকমৰ। ঘৰগাৰ দুই ফালে বাঁহৰ চটাঁলী খিলি মাৰি দি বেৰ কৰিছে। সেইবাবে বেৰবোৰ আঁতৰৰপৰা দেখিবলৈ ডাঠ ইটাৰ "দেৱাল" যেন হৈছে, কিন্তু ওচৰলৈ গৈ টুকুৰিয়াই চালে বুজিব পাৰি যে দেৱালখন ভিতৰ-ফোপোলা। আন একো উল্লেখযোগ্য বিশেষত্ব নাই।

কহিমা এক ৰকমে অলপ ডাঙৰ ঠাইয়েই। নগাপাহাড় জিলাৰ ভিতৰত এইয়েই প্ৰধান ঠাই। ইয়াত "কেছাৰি" আছে কিন্তু উকিল মুক্তিয়াৰ নাই। আমোলা মহৰীৰ সৰহ ভাগেই অসমীয়া। পোষ্ট আফিচ্ টেলিগ্ৰাফ আফিচ্ প্ৰভৃতিৰ কৰ্ম্মচাৰীবিলাক হে বঙালী। মাইনৰ স্কুলও আছে। নগা লৰা গোটাচেৰেকেও তাত পঢ়িছে। ঠাইখন সমভূমি নহয়। বৰ ওখ চাপৰ। সৰহ ভাগ অধিবাসীয়েই হয় চিপাহী, নহয় নাম-কটা চিপাহী। ওচৰত নগা গাৱঁ আছে; দুই চাৰিখন কেঞা-গোলাও আছে।

মই ৰাতিপুৱাই অকলৈ ফুৰিবলৈ ওলালোঁ। থিয় গৰা বগাই আলিবাট পালোঁহি। ইয়াৰ প্ৰধান দোকানদাৰজন কেঞা নহয়, গাজীপুৰৰ ফালৰ হিন্দুস্থানী মানুহ। তেওঁৰ দোকানত মিঠৈৰেপৰা চোলা কাপোৰলৈকে সকলো বস্তু পোৱা যায়। তেওঁৰ দোকানত বিক্ৰিও খুব। এটাইবোৰ চিপাহীয়ে এইখন দোকানৰপৰা বস্তু কিনা দেখিলোঁ। এইখন দোকানতে মই এখন কটাৰী কিনি ললোঁ। ৯।১০ বছৰীয়া অসমীয়া লৰা এটিক মোৰ ফাললৈ চাই থকা দেখি তেওঁক কৰ লৰা বুলি শুধিলত লৰাটিয়ে তৎক্ষণাৎ উত্তৰ দিলে "মই আপোনাক চিনি পাইছোঁ"। লৰাটি ডিব্ৰুগড়ৰে। তেওঁ বাপেকৰ লগত ইয়ালৈ আহিছে। বৰ ভাল লাগিল।

অলপ ইফাল সিফাল কৰি ঘৰলৈ আহি ভাত পানী খাই উঠি আমি এটাই

কেইজন ফুৰিবলৈ ওলালোঁ। কহিমা সেনানিবাসৰ বাহিৰে আন একোৱেই নহয়। আমি এটা বাটেদি আহি আছোঁ, আমাৰ ছাতি খোলা আছিল। কিয়নো, বৰ ৰদ। এনেতে ওখ ঠাই এডোখৰৰপৰা পাহাৰা দি থকা গোৰ্খালী চিপাহী এটাই "ছাতা বন্ধ কৰ" "ছাতা বন্ধ কৰ" বুলি চিয়ঁৰিবলৈ ধৰিলে। আমি প্ৰথমতে কি কৈছে বুজিব নোৱাৰি অলপ পৰ ছাতি নজপোৱাকৈ আছিলোঁ। চিপাহীটো একে বীৰে নাচিবাগি উঠিল। এটা চিপাহী লৰি আমাৰ ফাললৈ নামি আহিবলৈ ধৰিলে। কিন্তু কথা বুজিব পৰা মাত্ৰকে আমি ছাতি জপোৱাত কথা ইমানতে খতম হল। আমি দেখিবলৈ পালোঁ সেই ঠাইত ওখত এডাল নিচান উৰিছে, সম্ভৱতঃ বৃটিচ ৰাজ পতাকা। আবেলি এগৰাকী ডিব্ৰুগড়ৰ মানুহ লগ পালোঁ। এখেত মই আগেয়ে লগ পোৱা লৰাটিৰ পিতাক। এখেতে আমাক দেখি বৰ আচৰিত হল আৰু বৰ আন্তৰিকভাবে কুশল বাৰ্ত্তাদি সুধিলে।

কহিমাত আবেলি দিনৌ নামত হে এখন বজাৰ বহে। যেচোঁতা মানুহ যেনে দুই কি চাৰিজন. কিনোঁতাও তেনে দুই কি চাৰিজন। আমি বজাৰত দুটা কি এটা পহুৰ পীৰা বেচিবলৈ অনা দেখিলোঁ। কিছুমান শুকান মাছও চকুত পৰিল। ইয়াৰ বাহিৰে বিশেষ উল্লেখযোগ্য একোৱেই নাই। এজনী বগী মাইকী মানুহ দেখিলোঁ। তাই দস্তৰ মতে সাৰী পিন্ধা। তাইক বহুতে "বাঙলী" "বাঙলী" বুলি মতা শুনিলোঁ। তাই হেনো নাগিনী। গড় চাইও সেইটো বেছ বুজিব পাৰি। তাই হেনো হচাকৈ বেছ অসমীয়া কথা কব পাৰে।

বজাৰতে এটা নগা লগ পালোঁ। ইয়াৰ নগাবোৰ আমাৰ দেশৰ নগা-তকৈ বহুত সভ্য। ইহঁতে আমাৰ দেশৰ নগাৰ দৰে লেংটী নেমাৰে, আঁঠুৰ ওপৰলৈকে মেখেলাৰ দৰে কাপোৰ পিন্ধে। ইহঁতে বোৱা কাপোৰও বৰ বঢ়িয়া। আৰু মানুহবোৰও বৰ শকত-আৱত হটঙা মজবুত-আৰু তেজস্বী। আমি নগাটোৰ লগত আলাপ কৰি জানিলোঁ সি হেনো "দোভাষী" কাম কৰে। আমি তাৰ লগত যথাক্ৰমে অসমীয়া, বঙলা, আৰু হিন্দিত আলাপ কৰিলোঁ। সি এটাই কেইওটা ভাষা বেছ বুজে আৰু কব পাৰে! আমি শুনিলোঁ ইয়াৰ বহুত নগাই হিন্দি কথাৰে আলাপ কৰিব পাৰে। ইয়াৰ নগাবোৰ এটাইবোৰ একে নহয়। সিহঁত ভিন্ ভিন্ খেলত বিভক্ত। যেনে,— খুনামা, অঙ্গামা ইত্যাদি। মা মানে সম্ভৱতঃ পৰ্ব্বত। কিয়নো ঠাইবোৰৰ

নামৰ পাছতো প্ৰায় "মা" থকা দেখা যায়। যেনে, পিফিমা, কহিমা, ইত্যাদি। এখেন নগা দেখিলোঁ। সিহঁত চাহাবৰ দৰে বগা ওখ আৰু ডাঙৰ। কহিমাৰ ওচৰতে ওখ পৰ্ব্বত এটাৰ ওপৰত এখন নগা গাঁও দেখা গল। ভালে যাবলৈ বাট আছিল কিন্তু আমাৰ ভালে যোৱা নহল। যোৱাহেঁতেনো ভালেমান উঠিব লাগিলহেঁতেন। তাৰ বাহিৰে নানা কাৰণত আমি যোৱাটো যুগুত যেন নেদেখিলোঁ।

পাছ দিনাখন মণিপুৰৰ ফাললৈ যোৱা দুখন খালি গাড়ী পাই তাৰে এখন ছটকা ৰূপলৈ কেৰেয়া কৰি লোৱা হল। তাত পানী খাইবৈ উঠি আমাৰ গৃহস্থৰ পৰা বিদায় লৈ আমি এই গাড়ীতে মণিপুৰৰ ফাললৈ বাট ললোঁ। কহিমাত "পাছ" একোখন সংগ্ৰহ কৰাৰ বিষয়ে আমাৰ গৃহস্থৰ লগত পৰামৰ্শ কৰাত তেখেতে এনেই যাৰ পৰা যাৰ বুলি কোৱাত "পাছ"ৰ নিমিত্তে আৰু চেষ্টা কৰা নগল।

স্বাস্থ্যলাভৰ নিমিত্তে কহিমাত দিনচেৰেক থাকিবলৈ বেয়া নহয়। কিন্তু স্থায়ীভাবে সৰহ দিন থাকিব লগীয়া হলে বোধ কৰোঁ আমুৱাব। মণিপুৰ বা আসামৰপৰা চাউল ডাইল ইত্যাদি নগলে কহিমাৰ মানুহে তাত নেপায়। চাৰিওফালে অকল পৰ্ব্বত হে দেখি। মাটিৰ সঁচও নেদেখিলোঁ।

ক্ৰমশঃ

শ্ৰীজ্ঞানানন্দ জগতী।

---

# গুটিদিয়েক চিন্তাৰ ঢৌ।

ভাৰতবৰ্ষ এখন দেশ নহয়, ই প্ৰায় য়ুৰোপখনৰ সমান এখন মহাদেশ। ইয়াত নানা জাতিৰ নানা ভাষা নানা আচাৰ ব্যৱহাৰ; আৰু প্ৰত্যেক জাতিৰেই নিজ বুৰঞ্জী, জাতিগুৰি কাহিনী আছে। এনে নানা তৰহৰ জাতিয়ে বাস কৰা এই মহাদেশখনক একভাষী একধৰমী একমত এক ভাবৰ কৰিবলৈ আশা কৰি চেষ্টা কৰাটো পানীৰ মিঠে বন্ধা বা আকাশতে চাং পতাৰ দৰে। এই হেতুকে আজি মই গোটেই ভাৰতবৰ্ষৰ কথা চিন্তা নকৰি মোৰ জন্মভূমি আসামৰ বিষয় ভাবি কিছু কথা কওঁ। আগতে মোৰ

ঘৰখন, তাৰ পিছত গাওঁখন আৰু তাৰ পিছত দেশখনৰ উন্নতি সাধন কৰিছে সদো তাৰতৰ উন্নতি ভবাৰ কথাই লগ ধৰিবহি।

মই আসাম দেশখনৰ চাৰিউ ফালে চাই মানুহবিলাকৰ নিশকতীয়া শৰীৰ আৰু ক্ৰমে মুজুৰা-মেমেৰা হৈ উঠি অহা নবা ছোৱালীবিলাক দেখি মোৰ মনত এনে কথাই খেলাইছে যে অসমীয়া জাতিৰ শিপা উঘলিবৰ আৰু সৰহ দিন নাই। বিশ ত্ৰিশ বছৰৰ আগতে গাৱঁত যেনে লোদোৰ-পোদোৰ বলবান মানুহ দেখা পোৱা গৈছিল এতিয়া তেনে নাই। এনে কথাৰ মূল কি তাক যদি পিটিকি চোৱা যায় তেনেহলে খাইকৈ বৰ্ত্তমান সময়ৰ ফুটত অসমীয়া উঠিব নোৱৰাটোৱেই বুলি মনত ধৰে। কোনো এখন দেশত যদি চাকৰি, ব্যৱসায় আদি নানা কামত বিদেশী মানুহ আহি নিগাজী গৰাকী হৈ পৰেহি অৰ্থাৎ বিদেশী মানুহে আহি চাৰিউ পিনে প্ৰধান্য স্থাপন কৰেহি তেনেহলে নিজাপী দেশৰ মানুহ সকলো পিনে ক্ষীণ দুৰ্ব্বল নোহোৱাকৈ নাথাকে যে ই মানৱইতিহাসৰ প্ৰমাণ-সিদ্ধ কথা। কাৰণ পৰদেশী মানুহে আহি কোনো এখন দেশত সৌভাগ্য-শালী হৈ প্ৰধান্য স্থাপন কৰিলে নিজদেশী মানুহে স্বধৰ্ম্ম পাহৰি বিদে-শীৰ বেয়া আহিবিলাক নকল কৰিবলৈ ধৰে। আমাৰ অসমত বিদেশী মানুহে প্ৰধান্য স্থাপন কৰা পতিকে অসমীয়া মানুহৰ স্ফূৰ্ত্তিৰ হ্ৰাস হৈছে যে তাৰ ভুল নাই। আৰু যুগ বা কালৰ নিয়ম অনুসৰি অসমীয়াৰ ধৰ্ম্ম আৰু সমাজ সংস্কাৰ নোহোৱাৰ দোষতে, খাইকৈ মানুহৰ ভিতৰত চৰিত্ৰহীনতা প্ৰবেশ কৰি সমাজৰূপ শৰীৰৰ সি এটি যে ক্ষয় ৰোগ হৈ উঠিছে তাক এবাৰ চিন্তাশীল পাঠকে গমি চালেই ঢুকি পাব। যি দেশৰ মানুহে বিদেশীৰ বেয়া আহিবিলাক নকল কৰি স্বধৰ্ম্মবৰ্জ্জিত হৈ সমাজত চৰিত্ৰহীনতাৰূপ ক্ষয় ৰোগক থানিকা পাতিবলৈ দিয়ে সেই দেশৰ মানুহৰ ভিতৰত কেতিয়াও একতা হব নোৱাৰে যে ই ধ্ৰুৰূপ কথা।

কোনো এখন দেশৰ মানুহৰ স্বধৰ্ম্ম বা স্বভাৱ সেই দেশৰ মাটিৰ গুণ অনুসৰি হয়। মাটিৰ গুণ অনুসৰি হোৱা স্বভাৱ কোনো দেশৰ মানুহে এৰি দি আন দেশৰ মানুহৰ স্বভাৱ অনুকৰণ কৰিব খুজিলে সেই দেশৰ মানুহ ৰাজহংস বা ঘৰ-চিৰিকা কোনোটিও নহয়। অসমীয়া হিন্দু-

যেই হওক বা মছলমানেই হওক তেওঁ অসমীয়াই হৈ থাকিব লাগিব। তেওঁ বঙ্গালী, হিন্দুস্থানী, পঞ্জাবী, বোম্বাইৱালা, মাদ্ৰাজী, কাবুলী, আৰবী, চীন, জাপানী, ইংৰাজ, জৰ্ম্মান আৰু কৰাচী ইত্যাদি কেতিয়াও হব নোৱাৰে।

আমাৰ দেশত বৰ্ত্তমান সমাজসংস্কাৰক নোহোৱাৰ গতিকেই, দেশৰ মানুহে মুৰ্খতা-দোষত যি দেশৰ মানুহকেই দেখে সেই দেশৰ মানুহৰ যেয়া স্বভাৱবিলাক অনুকৰণ কৰি, মাৰোৱাৰীক দেখি মৰোৱাৰী হব খোজে, বঙ্গালীক দেখি বঙ্গালী হব খোজে, আৰু ইংৰাজক দেখি ইংৰাজ হব খোজে। এনে স্বভাৱেই আমাৰ সমাজত নানা তৰহৰ চৰিত্ৰহীনতাৰ দোষ প্ৰবেশ কৰাইছে।

এই চৰিত্ৰহীনতাৰ দোষতেই সমাজত পাপে প্ৰবল ভাৱে সোমাই মানুহৰ মনত ঘোৰ অধৰ্ম্ম আৰু অশান্তি স্থাপন কৰিছেহি। নানা তৰহৰ পাপে যি সমাজত আধিপত্য স্থাপন কৰে সেই সমাজৰ মানুহৰ যে পতন ই ধ্ৰুৱ কথা। এনেটো যে অতি পৰাক্ৰমী প্ৰবল জাতিৰো পতনৰ মূল কাৰণ তাক পৃথিৱীৰ বুৰঞ্জীয় ভূৰি ভূৰি প্ৰমাণ কৰিছে। যদি পিতৃ মাতৃৰ দোষত সৰু কালবেপৰা লৰা ছোৱালীৰ কু অভ্যাস হয় অথবা সিহঁতৰ মনত পাপৰ জ্ঞান ওপজে তেন্তে সৰু কালবেপৰা পাপৰ কু অভ্যাসৰ কাৰণে সিহঁত হীন নিশকতীয়া আৰু অল্পায়ু হৈ পৰে। অসমীয়াৰ নেতা বোলোৱা ডাঙৰীয়াসকলৰ দোষতেই আমাৰ পুলি-পোখা জহি-খহি যাবৰ উপক্ৰম হৈছে। এই এটি খাই কাৰণত অসমীয়া মানুহ ক্ৰমে হীনশ্ৰী অল্পায়ু হৈ দিনে দিনে মৃত্যুৰ মুখত পৰিছে।

নৈতিক বল কোনো এটি জাতিৰ ভিতৰত বঢ়োৱাৰ গুৰি হৈছে ধৰ্ম্ম। মানুহ ধৰমী জীৱ, মানুহে ঈশ্বৰ আছে বুলি জানে আৰু তেওঁক বিশ্বাস কৰে, ভক্তি কৰে। এই হেতুকে মানুহে পাপ কাম কৰিবলৈ ঈশ্বৰলৈ ভয় খাগে, কিয়নো, ভাল বেয়া পাপ পুণ্য বিচাৰ কৰা মানুহৰ স্বাভাবিক ধৰ্ম্ম। মানুহৰ ভিতৰত কেতবিলাক স্বৰ্গীয় বৃত্তি আছে,—দয়া ক্ষমা প্ৰেম ভক্তি ইত্যাদি। এইবিলাক স্বৰ্গীয় গুণ মানুহৰ স্বভাৱত থকা গতিকে মানুহ পশুতকৈ শ্ৰেষ্ঠ। মানুহৰ জ্ঞান আৰু বুদ্ধি দুইকো সমানে ঈশ্বৰে দিয়া গতিকে মানুহ স্বাধীন জীৱ, এই হেতুকে একোএকোটি মানুহ নিজে নিজে

সৃষ্টিকৰ্ত্তা। ঈশ্বৰৰ আৰ্হি মানুহত যি দৰে পূৰ্ণভাৱে বিকাশিত আছে আন জন্তুত তেনে নাই। দেখিবলৈ গলে, এই পৃথিবীলৈ মানুহে ঈশ্বৰৰ মহিমা আৰু লীলা ঘোষণা কৰিবলৈ আহিছে মাত্ৰ। মানুহৰ জ্ঞান আৰু বুদ্ধিৰ কাৰ্য্য অতি আচৰিত; এই হেতুকে প্ৰসিদ্ধ পণ্ডিত এমাৰ্চন চাহাবে কৈ গৈছে যে "Why man seeks miracles while he himself is a miracle of the miracles" অৰ্থাৎ মানুহে নো কি আচৰিত বস্তু চাব খোজে, যি স্থলত তেওঁ নিজে আচৰিতত্তকৈও আচৰিত। এই আচৰিত মানুহক ভগৱানে বুদ্ধিজীৱী কৰি দিছে, গতিকে জন্তুৰ দৰে কোনো বস্তুকে তেওঁক এনেয়ে পাবলৈ দিয়া নাই, বুদ্ধি খৰচ কৰি পৰিশ্ৰমৰ দ্বাৰাই পাবলৈ হে দিছে। মানুহক যি দৰে খেতি-বাতি কৰি নিজৰ খোৱা বস্তু উৎপন্ন কৰি খাইবই জীয়াই থাকিবলৈ ঈশ্বৰে বুদ্ধিৰ ভিতৰত কৈ দিছে তেনেদৰে মনক কৰ্ষণ কৰি জ্ঞান বুদ্ধি বঢ়াবলৈকো তেওঁক বুজাই দিছে। এই ভগৱানৰ আদেশ যি মানুহে বা জাতিয়ে আলস্যপৰৱশ হৈ পালন নকৰে সেই মানুহ বা জাতিৰে সৈতে ইতৰ জন্তুৰ একো প্ৰভেদ নাই। ইতৰ জন্তুবে সৈতে মানুহক বেলেগ কৰি শ্ৰেষ্ঠ জীৱ পাতিবৰ ইচ্ছাতেই ভগৱানে মানুহৰ জ্ঞান বুদ্ধিক যিৰূপে ক্ৰমবিকাশ কৰি পূৰ্ণভাৱ স্থালে লাহে লাহে আনি আছে তাৰ প্ৰমাণ ইয়াতকৈ আচৰিত একো নাই যে, অতীজৰেপৰা পুৰুষ পুৰুষাণুক্ৰমে মানুহত ঈশ্বৰে যি যি ন জ্ঞান ন বুদ্ধি প্ৰকাশ কৰি আহিছে তাক পিছৰ বংশক শিক্ষা দিবৰ নিমিত্তে লোপ নোহোৱাকৈ মানুহৰ হতুৱাই শ্ৰুতি ৰূপে ৰখাইছে। এই শ্ৰুতিক মুখে মুখে পুৰুষ পৰম্পৰা ৰাখি থোৱাতো বিষিনি ঘটে বুলি ঈশ্বৰে মানুহৰ বুদ্ধিৰ দ্বাৰাই অক্ষৰ সৃষ্টি কৰালে। এই অক্ষৰ আন একো নহয় কেৱল মনৰ ভাৱ আৰু জ্ঞান বুদ্ধিৰ কাৰ্য্যবিলাক লিখি থৈ যোৱা বা লিখাৰ কাৰণে কেতবিলাক সাঙ্কেতিক চিহ্ন। এই চিহ্নবিলাককেই আমাৰ বেদে ব্ৰহ্ম অক্ষৰ বোলে। এই অক্ষৰ যি জাতি মানুহৰ নাই বা আন জাতিৰপৰা যি জাতি মানুহে গ্ৰহণ কৰি মানৱ জগতৰ জ্ঞান বুদ্ধিৰ তৰ্পণ উপাৰ্জ্জন কৰা নাই সেই জাতিৰ মানুহে যে ঘোৰ অসভ্য অৱস্থাত থাকি লাহে লাহে নিজ জাতীয় অস্তিত্ব লোপ কৰে ইয়াৰ ভুল নাই, কিয়নো জ্ঞানেই মানুহৰ উন্নতিৰ শুৰি।

পূৰ্ব্বত কৈছোঁ যে মানুহ জ্ঞানী জীৱ, জ্ঞানেই বুদ্ধিৰ বিকাশ কৰায়। জ্ঞানৰ উন্নতি যি জাতি মানুহৰ নাই সেই জাতি মানুহৰ ধৰ্ম্ম নাই। ধৰ্ম্ম নথকা জাতি কেতিয়াও পৃথিৱীত মানুহ হৈ থাকিব নোৱাৰে। ধৰ্ম্ম মানে সত্যক গ্ৰহণ কৰা। যি জাতিৰ মানুহে সত্যক গ্ৰহণ নকৰে সেই জাতি মানুহৰ চিৰপতন। সত্যক আন ঠাইত বিচাৰিব নেলাগে, মানুহে নিজক আৰু নিজৰ স্বৰ্গীয় স্বভাৱক বিচাৰ কৰি চালেই পায়। হে মানৱ সন্তান, তুমি বুজিব পাৰিছা যে তুমি আছা, আৰু দেখিছা যে জগত আছে; পুনৰায় তোমাৰ ইচ্ছাৰ ভিতৰত তোমাৰ বাঞ্ছা কি তাক যদি চোৱা, দেখিবা তোমাৰ ভাল হবৰ বাঞ্ছা। অতি অজ্ঞান অতি অসভ্য মানুহৰো বেয়া হবৰ বাঞ্ছা নাই যে সত্য কথা; এতেকে ইয়াতেই বুজা যায় যে মানুহে জগতত দেৱপ্ৰকৃতি লৈ ভাল অৰ্থাৎ সত্যৰ ভাব দেখাবলৈ আছিছে মুঠ কথা ভাবি দেখিলে, যেতিয়া মানুহে বেয়া হোৱাটি ভাল নেপায় অৰ্থাৎ তেওঁ এন্ধাৰত থাকিব নোখোজে, পোহৰতেহে থাকিব খোজা তেওঁৰ স্বভাৱ, তেন্তে অজ্ঞানতা অন্ধকাৰ গুচাই জ্ঞানৰ পোহৰত থকাটোৱেই হে তেওঁৰ স্বৰূপ স্বভাৱ। এই স্বৰূপ স্বভাৱকেই সত্যৰ স্বৰূপ স্বভাৱ বোলে। এই সত্যৰ স্বৰূপ স্বভাৱ যিটি যুগে যুগে প্ৰকাশ হৈ মানুহে গ্ৰহণ কৰি আছিছে তাকেই বেদ বোলে। বেদ শব্দৰ অৰ্থ বিদ্‌ ধাতু প্ৰকাশ হোৱা। যি প্ৰকাশ সেইয়েই সত্য আৰু পোহৰ। পোহৰেই অনাদি কালৰপৰা থিতাপি। যাৰ থিতাপি আছে তাকেই সত্য বোলে। সত্য শব্দৰ মূল অস্‌ ধাতু অৰ্থাৎ যাৰ অস্তিত্ব অনাদি কালৰেপৰা আছে আৰু সদায় থাকিব। এই হেতুকে জ্যোতিঃ প্ৰকাশমান। অন্ধকাৰৰ এটি বিশেষ অস্তিত্ব একো নাই। কেৱল আমাৰ বুজাৰ ভুল বা অজ্ঞানতাই অন্ধকাৰ। যি আমাৰ প্ৰত্যক্ষ-মান অন্ধকাৰ সিও এন্ধাৰ নহয় পোহৰেই হে; কেৱল আমাৰ দৃষ্টি-শক্তিৰ লাগতিয়াল অলাগতিয়াল বা বঢ়া টুটা মাত্ৰ। আমাৰ পক্ষে যি দৃশ্যমান অন্ধকাৰ, কেতবিলাক জীৱৰ পক্ষে সেইয়েই পোহৰ। আমাৰ পক্ষে যাক পোহৰ দেখোঁ সেইসকলৰ পক্ষে সি অন্ধকাৰ। সূৰ্য্যৰ ৰশ্মি আমাৰ চকুৰ বিমান লাগতিয়াল তাৰ যদি দুগুণ বা তিনি গুণ হয়, তেতিয়া আমাৰ চকুৱে পোহৰতো এন্ধাৰকেই হে দেখিব। এতেকে অন্ধকাৰ মিছা, পোহ-

বেই হে সঁচা। এই সত্যই আমাৰ অধঃ ঊৰ্দ্ধ ইপিনে সিপিনে চাৰিউ ফালে অৱস্থিতি কৰি আছে। এই কাৰণে আমি একো নোহোৱা শূন্যৰ পৰা উৎপত্তি হোৱা নাই, কিবা এটা হোৱা বা অস্তিত্বৰপৰা সৃষ্ট হৈছোঁ। এই হেতুকে সত্যই আমাৰ অন্তৰ্জ্জগতত জ্ঞানৰূপে আৰু বহিৰ্জ্জগতত বিকাশ ৰূপে পোহৰ কৰি আছে। মুঠতে দেখিবলৈ গলে সত্যকেই আশ্ৰয় কৰ, সত্যৰেইপৰা আমি উৎপত্তি হৈ, সত্যৰেই আমি থিতাপি দি আছোঁ। এই সত্যৰ প্ৰকাশ যাক ইংৰাজী ভাষাত Manifestation বোলে সেই য়েই বেদ্। মানুহৰ জন্মৰ সাৰ্থক বেদ জনা আৰু বেদ মতে চলা। আমি যি দেখিছোঁ, শুনিছোঁ, খাইছোঁ, ঘ্ৰাণ পাইছোঁ, স্পৰ্শ কৰিছোঁ, এটাইবিলা-কেই জ্ঞানৰ কাৰ্য্য। এই অনন্ত বিশ্ব অনন্ত জ্ঞানেৰেই পূৰ্ণ বা অনন্ত জ্ঞানময় বিশ্ব। "সৰ্ব্বং কৰ্ম্মাখিলং পাৰ্থ জ্ঞানে পৰিসমাপ্যতে" ( গীতা )। আমি মানুহ বুলি যে মানুহে জানিছে এই কথাই প্ৰমাণ কৰে যে মানুহ জ্ঞানী জীৱ, জ্ঞানৰ উন্নতি সাধন কৰিবৰ নিমিত্তেই মানুহ পৃথিৱীলৈ আহিছে। ঈশ্বৰৰ অভিপ্ৰায় মানুহে যে জ্ঞানৰ উন্নতি সাধন কৰিব লাগে। ইয়াতকৈ আন একো নাই। তেওঁ মানুহৰ বুদ্ধিৰ দ্বাৰাই ব্ৰহ্মঅক্ষৰ সৃষ্টি কৰাই যুগে যুগে প্ৰকাশ হোৱা জ্ঞান মানুহক পাহৰিবলৈ নিদি মহাপুৰুষসকলৰ দ্বাৰাই লিপিবদ্ধ কৰাই ৰাখিছে। এই লিপিবিলাককেই বেদ বা ধৰ্ম্মশাস্ত্ৰ বোলে।

ধৰ্ম্মশাস্ত্ৰ মানে যে কেৱল ঐশ্বৰিক বিষয়ৰ তত্ত্ব প্ৰকাশকেই বোলে এনে নহয়। সত্ব ৰজ তম Constructive, protective and destructive causes অৰ্থাৎ সৃষ্টি, স্থিতি, লয় ( ধ্বংস ) এই তিনওটি গুণৰ তত্ত্ব প্ৰচাৰকেই ধৰ্ম্ম শাস্ত্ৰ বোলে। তুমি মাটি কলহটি গঢ়িলা বা সৃষ্টি কৰিলা তাক কেনেকৈ ৰাখিলে নভগা অৰ্থাৎ ধ্বংস নোহোৱাকৈ থাকে তাক জনা হে তোমাৰ ঘাই ধৰ্ম্ম। মোটতে ৰক্ষা কৰাই ধৰ্ম্ম। এই নিমিত্তে ধ্বংসলৈ যাবলৈ দিয়া কথাই হৈছে পাপ, ৰক্ষা কৰা কাৰ্য্যই হৈছে পুণ্য। তেনেহলে মানুহে সুখে জীয়াই থাকি পৃথিৱীত মানুহ বোলাই ঈশ্বৰৰ মহিমা প্ৰচাৰ কৰিবলৈ যাবতীয় জ্ঞান বুদ্ধি শিকাৰ প্ৰয়োজনীয় কথাকেই ধৰ্ম্মশাস্ত্ৰ বোলে। কি বেদ বেদান্ত, কি পুৰাণ, কি বৈদ্যশাস্ত্ৰ, কি বিজ্ঞান আৰু শিল্পশাস্ত্ৰ,

কি কৃষিতত্ত্ব, কি আইন-কানুন ইত্যাদি সকলোবিলাকেই ধৰ্ম্মশাস্ত্ৰ। মানব জাতিৰ ধৰ্ম্মশাস্ত্ৰও একেখনি আৰু ধৰ্ম্মও একেটি। প্ৰাচীন আৰ্য্য সকলে এটাইবিলাক কথাকেই ধৰ্ম্মশাস্ত্ৰ ভুক্ত কৰি গৈছে; গতিকে হিন্দুধৰ্ম্ম শ্ৰেষ্ঠ। আমাৰ অসম দেশত বৰ্ত্তমান হিন্দু ধৰ্ম্ম লোপ পাব লগা হোৱাৰ দৰে হৈছে, এই হেতুকে আমাৰ অসমীয়া মানুহৰ গতি ধ্বংস অৰ্থাৎ নাম নুমুৱাৰ ফালে যাবলৈ ধৰিছে। ধৰ্ম্ম মানে স্বভাৱক বুজায়। মানব ধৰ্ম্ম বুলিলে মানুহৰ স্বভাৱক বুজায়। ধৰ্ম্মৰ মূল অৰ্থ ধৃ—মানে ধৰা। মানুহৰ স্বভাৱত থাইকৈ আমি এটি গুণ দেখিবলৈ পাওঁ যে মানুহে যিহকে দেখে তাকে শিকে বা অনুকৰণ কৰিব খোজে, কিয়নো মানুহ বুদ্ধি জীৱী। বুদ্ধিয়ে অনুকৰণ বা নকল কৰিব খোজে। অনুকৰণ বা নকল কৰা স্বভাৱে মানুহক কিবা এটা ধৰাই তাৰ আৰ্হিৰ ছবি তোলায়। জ্ঞানময় কৰ্ম্মময় দুবিধ আৰ্হিকেই মানুহে কিবা এটাৰপৰা ধৰা বা ধৰিব খোজা স্বভাৱটিকেই মানুহৰ ধৰ্ম্ম বোলে। এই ধৰ্ম্ম মানুহৰ স্বাভাবিক। যি জাতিৰ মানুহে ধৰ্ম্মক নধৰে বা ধৰিব নোখোজে সেই জাতিৰ পতন বা খহি পৰা অনিবাৰ্য্য। কাৰণ নধৰিলেই খহি পৰে। এই পৃথিবীয়ে যদি ধৰ্ম্মক ধৰি নেথাকিলহেঁতেন তেন্তে ই কেতিয়াবাই তললৈ খহি পৰি কোনোবা এটা গ্ৰহত লাগি ঠেকা খাই গুৰি হলহেঁতেন। কিন্তু Centrifugal and Centripetal অৰ্থাৎ কেন্দ্ৰবিমুখ আৰু কেন্দ্ৰাভিমুখ এই দুটা শক্তিয়ে ইয়াক নিয়মিত কৰি ৰাখিছে দেখি ই বিনাশ নোহোৱাকৈ এতিয়াও আছে। ধৰ্ম্মই জড় আৰু চৈতন্য উভয় জগতকেই নিয়মিত কৰি ৰাখিছে। যি জড় আৰু চৈতন্য উভয় জগতকেই নিয়মিত কৰি ৰাখিছে তাকেই নিয়ন্তা বোলে। এই বিশ্বক নিয়মিত কৰি ৰখাৰ কৌশল দেখিয়েই আমি সহজে বুজিব পাৰিছোঁ যে ই এটা জ্ঞান বুদ্ধিময় কাৰ্য্য। কাৰ্য্য দেখিয়েই বুজিব পাৰিছোঁ যে কৰ্ত্তা আছে; নিয়ম দেখিয়েই বুজিব পাৰিছোঁ যে নিয়ন্তা আছে। নিয়ন্তাৰ নিয়মেই বিশ্বজগতক ৰক্ষা কৰি আছে। নিয়ম ৰাখি থোৱা কৰ্ম্মকেই ধৰ্ম্ম বোলে; এই কাৰণে "ধৰ্ম্মঃ ৰক্ষতি সৰ্ব্বদা" ধৰ্ম্মই সৃষ্টিক সদায় ৰক্ষা কৰি আছে। গুৰিৰ কথা পটিক চাই ইয়াকেই হে দেখি যে সৃষ্টিকৰ্ত্তাই সৃষ্টিক বাহিৰে ভিতৰে একেটি নিয়মৰ অধীনত নিয়মিত কৰি ৰখিছে। আমি জগতত দুখন ৰাজ্য

দেখিবলৈ পাওঁহঁক, মনোৰাজ্য আৰু জড় ৰাজ্য ; এই দুইখনি ৰাজ্যকেই কেৱল এক জ্ঞানে শাসন কৰে। এই দুইখনি ৰাজ্য শাসনৰ নিয়মৰ অলপ ব্যতিক্রম হলেই জগতত প্রলয়ৰ সূচনা হয়। এই কাৰণে ভগৱানে সৃষ্টিক ৰক্ষা কৰিবলৈ তাৰ কামত অলপ আঁৰ লগা যেন পালেই তত্তালিকে তাক মেৰামত কৰে। কাৰ্য্য দেখিলেই সহজে কৰ্ত্তাৰ জ্ঞান মনত আহি পৰে, নিয়ম দেখিলেই নিয়ন্তালৈ মনত পৰে ; সেই দেখি দৃঢ় বিশ্বাস কৰি কোনো ভুল নোহোৱাকৈ ঠাৱৰাব পাৰি যে বিশ্বব্ৰহ্মাণ্ডৰ নিয়ন্তাৰূপে কৰ্ত্তাৰূপে এজন অনন্ত জ্ঞানবান বুদ্ধিমান আছে। এই মহান ভূমন্ বিশ্বকৰ্ত্তাকেই আমাৰ ভাষাত আমি ঈশ্বৰ বোলোঁহঁক। এই অনন্ত মহান পৰমেশ্বৰৰ আহিৰ অনেক অংশ মানুহৰ জ্ঞান-বুদ্ধিৰ ভিতৰত থকা গতিকে জগতত মানুহ শ্রেষ্ঠ জীৱ।

ক্রমশঃ

শ্রীকমলাকান্ত ভট্টাচাৰ্য্য।

# নিজৰ বিষয়ে যৎকিঞ্চিৎ।

মাঘ আৰু ফাগুণৰ "উষাত" গুৱাহাটীয়া কলেজৰ ছাত্ৰৰ শ্রীযুত চন্দ্ৰ নাথ শৰ্ম্মাই ( আমি পাহৰি আগেয়ে নাথৰ ঠাইত ধৰ লিখি তেওঁক মনকষ্ট দিলোঁ, সেই অজ্ঞানকৃত অপৰাধ তেওঁ মাৰ্জ্জনা কৰে যেন ) লেখিছে যে আনন্দৰাম বৰুৱাই অসমীয়া অভিধান লেখিবলৈ হাতত লোৱা কথা খুব সত্য ; আৰু তাৰ প্রমাণ তেওঁ আমাক দিব। প্রমাণটো পালে আমি আমাৰ ভুল স্বীকাৰ কৰি তেওঁৰ ওচৰত ক্ষমা মাগিবলৈ সাজু হৈ ৰলোঁ। মাথোন তাক সোনকালে পাওঁ যেন। ছাত্ৰৰ লেখকজনে মনৰ হেঁপাহেৰে আমাৰ ওপৰত যিবোৰ সুন্দৰ বচন বৰষিছে, সেইবোৰ আমি শিৰোধাৰ্য্য কৰিছোঁ, কাৰণ আমি নিজক মূৰ্খ বুলি তেওঁতকৈ ভালকৈ জানো। আৰু পঢ়াশলীয়া অৱস্থাতেই যদি তেওঁ এই ক্ষুদ্র প্রাণীক আক্রমণ কৰি যেগেতে খ্যাত হব পাৰে, তেন্তে বেকা বাটে আমি তেওঁৰ উপকাৰী হমেই। অৱশ্যে "মহাবিদ্যা" কেৰিও যে মনে মনে আমাৰ গাত প্রবেশ কৰিছিল, সেইটো উমান পোৱা নাছিলোঁ ; উমান দি তেওঁ আমাক ধুৰুৱা কৰিলে। ২৫ ( ? ) বছৰত পীট বিলাতত মহামন্ত্ৰী হৈছিল ; এতেকে পঢ়াশালিত পঢ়িলে বুলিয়েই যে কোনো তেনে প্ৰতিভাশালী পণ্ডিত ডেকা ছাত্ৰবে মূৰ্খ বুঢ়াক মূৰ্খ বুবুলিব তাৰে বা কি মানে আছে ?

আমাৰ নিজৰ সম্পৰ্কে "বাঁহীত" এই কেইআষাৰ কথা লেখাটো উচিত নাছিল ; লেখিলোঁ যেতিয়া, পাঠকসকলৰ ওচৰত ক্ষমা মাগিছোঁ। আৰু নেলেখোঁ। সম্পাদক।

দ্বিতীয় বছৰ, নৱম সংখ্যা

# সূচী

# শান্তি।

অতৃপ্তিত অশান্তিৰ ঘৰ,
অশান্তিয়ে অসুখ বিলায়।
অসুখত বিচাটৰ ৰাশি,
জীৱনৰ সোঁত বই যায়।
সংসাৰত তৃপিতিৰ আশা,
মৃগতৃষ্ণা মৰীচিকা প্ৰায়,
বিচাৰি বিশ্ৰান্ত, কতো নাই;
শান্তিধামত মাত্ৰ শান্তি পায়।
ঈৰ্ষা দ্বেষ মেঘৰ ওন্দোলে
মনাকাশ এন্ধাৰি পেলালে!
মোহতম বিষম বিপদে
তত্ত্বজ্ঞান-সূৰুয ঢাকিলে।
ক্ষন্তেকীয়া মেঘৰ আন্ধাৰ,
যুগমীয়া তত্ত্বজ্ঞান-ৰবি।
যুগমীয়া এৰি ক্ষন্তেকীয়া,
মণি এৰি কাঁচ কি কৰিবি?

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।



# গুটিদিয়েক চিন্তাৰ ঢৌ।

( ২ )

মানুহৰ আদি বা মূল জ্ঞান ইয়াতকৈ একো নাই যে মানুহে তেওঁৰ আৰু বিশ্বৰ এজন গৰাকী আছে বুলি আদিম অৱস্থাৰেপৰা স্বাভাবিকতে জানি ভয় আৰু ভক্তি কৰি আহিছে। এই মূল জ্ঞানকেই উপনিষদ বা বেদে ওঁকাৰ বা "ওঁতৎসৎ" বোলে; ইয়াকেই বেদান্তই "তত্ত্বমসি" অৰ্থাৎ "ত্বং তৎ অসি" বুলি, বাইবেল শাস্ত্ৰই "Thon art O Lord!", কোৰাণ চৰিফে "লা ইলাহি ইল্লিলা আকবৰ" বুলি ব্যাখ্যা কৰিছে। এই কাৰণে মানৱ জাতিৰ ঈশ্বৰো এজনেই আৰু মূল-ধৰ্ম্মশাস্ত্ৰও একেখনিয়েই। ঈশ্বৰ আছে, এই জনা কথাটি বেলে মানৱ জগতৰ আদি জ্ঞান ইয়াৰেপৰাই মহা মহা পণ্ডিতসকলে মহা মহা দাৰ্শনিক তত্ত্ব আৱিষ্কাৰ কৰিছে। আন পিনে প্ৰথমতে মানুহে অগ্নিৰ আৱিষ্কাৰ কৰিলে অৰ্থাৎ জুই ধৰিবলৈ শিকিলে, এয়েই মানুহৰ বুদ্ধিৰ মূল পৰিচয়। মানুহে যদি জুই ধৰিব নেজানিলেহেঁতেন তেনেহলে মানুহও পশুৰ দৰে থাকিব লগা হলহেঁতেন। বৰ্ত্তমান আমি যিবিলাক অতি উন্নত ধৰণৰ সভ্য মানুহৰ ৰেল গাড়ী, জাহাজ আৰু বিজুলীৰ দ্বাৰাই পৰিচালিত কল কৌশল বৃত্তান্ত আদি বুদ্ধিৰ কাৰ্য্য দেখিবলৈ পাইছোঁহক গোটেইবিলিৰ মূলত অগ্নি আৱিষ্কাৰ। মুঠতে গোটেই কথা নুটিয়াই দেখিলে ইয়াকেই হে পোৱা যায় যে মানুহে যদি জুই ধৰিব নেজানিলেহেঁতেন, তেনেহলে মানুহ খোৱা লোৱা আৰু থকা আদি কামতো পশুতকৈ অলপো প্ৰভেদ হৈ নেথাকিলহেঁতেন। আৰু মানুহে ঈশ্বৰ আছে অৰ্থাৎ এজন তেওঁৰ ভাল বেয়া বিচাৰ কৰ্ত্তা আছে এই জ্ঞান যদি নেপালেহেঁতেন তেনেহলে মানুহৰো পশুৰ দৰে একো পাপ পুণ্যৰ বিচাৰ নেথাকিলহেঁতেন। আদিৰেপৰা কি সামাজিক কি ৰাজনৈতিক যত বিলাক মানৱ সমাজক সজ বাটত ৰখাৰ কাৰণে শাসন প্ৰণালী আৱিষ্কাৰ হৈছে তাৰ মূলত মানুহৰ ভাল বেয়া বিচাৰ কৰ্ত্তা ঈশ্বৰ থকা জ্ঞানেই। এই দুটি কথাৰ তলি খুলি দেখিলে ইয়াকেইহে গমি পোৱা যায় যে মানুহৰ আদি গুৰু মাত্ৰ দুজন; এজন বিজনে মানৱ জগতত ঈশ্বৰ আছে এই জ্ঞান প্ৰচাৰ কৰিলে, আনজন বিজনে আমাক জুই ধৰিবলৈ শিকালে। এই কাৰণে সমস্ত

মানৱ জাতিৰ ধৰ্ম্ম এক। এই এক সত্য ধৰ্ম্মক বেলেগ বেলেগ নাম দি মানুহে ভাগ কৰা কেৱল অজ্ঞানতাৰ কাৰ্য্য আৰু ইয়াৰ দ্বাৰায়েই ইজাতি সিজাতিৰ লগত পৰস্পৰৰ ঘৃণা বিদ্বেষ সঞ্চাৰ হৈ পৃথিৱী মানুহৰ তেজেৰে বোকা হৈছে।

আগতে এবাৰ কৈ আহিছোঁ যে মানৱাত্মা স্বাধীন, কিয়নো মানুহে নিজ ইচ্ছাৰ অধীনত থাকি কাৰ্য্য কৰে। মানৱাত্মাটি যে স্বাধীন এই কথাটিয়েই প্ৰমাণ কৰে যে মানুহে আত্মহত্যা কৰিব পাৰে আৰু মানুহ ঈশ্বৰৰ বিদ্ৰোহী হব পাৰে অৰ্থাৎ মানুহে ঈশ্বৰক নামানিবও পাৰে মানিবও পাৰে। "Man can rebel against God and obey God ; therefore man is indipendent and superior to beasts." এতেকে ঠাৱৰাব পাৰি যে আত্মা পৰমাত্মা এক হৈও পিতা পুত্ৰ সম্বন্ধত দুইও দুটি। বেদান্ত দৰ্শনৰ মূল ভাব যে সমস্ত ব্ৰহ্মাণ্ড ব্ৰহ্মৰেই প্ৰকাশ আৰু সকলো সেই ব্ৰহ্মময়, এই কাৰণে মানৱাত্মা পৰমাত্মা বেলেগ নহয় একেই। কিন্তু ইংৰাজী ভাষাৰ Pantheismৰে সৈতে বেদান্তৰ মত এক বুলি বুজা মহা ভুল। Pantheist মতাৱলম্বী মানুহে কয় যে "All is God and God is all" এই কথাটিকেই ধৰি আজিকালিৰ দিনৰ অনেক শিক্ষিত ডেকাই, অনেক শিক্ষিত ডেকাই কিয়, অনেক অশিক্ষিত অজ্ঞান মানুহেও কয় যে মানুহে পাপ পুণ্য বা ভাল বেয়া যি কৰে ঈশ্বৰেহে কৰায়, কাৰণ ঈশ্বৰ আৰু মানুহ একেই। "চিদানন্দ ৰূপঃ শিৱোঽহং" অৰ্থাৎ ময়েই আনন্দস্বৰূপ মঙ্গলময় ঈশ্বৰ। এই অতি উচ্চ সাধকৰ ভাব যি ভক্তই তেনে ওখ অৱস্থাত পৰিছে তেওঁয়েহে বুজিব পাৰিছে। এনেৰূপ উচ্চ অৱস্থাক মানুহে ঢুকি পাই আত্মা পৰমাত্মা আৰু জড় চৈতন্য বা জগৎ ব্ৰহ্মাণ্ডক প্ৰভেদ নেৰাখি "সৰ্ব্বং ব্ৰহ্মময়ং জগৎ" সমস্ত বিশ্বব্ৰহ্মাণ্ডকেই নিজৰে সৈতে এক ( Realize) আয়ত্ব কৰাৰ ভাবেই হৈছে বেদান্ত দৰ্শনৰ অতি উচ্চ তত্ব ; কিন্তু Pantheism যাক বোলে সি এনে নহয়; পেন্‌থিজম সন্দেহবাদীসকলৰ এক প্ৰকাৰ নাস্তিকতাবাদ। এই বিশাল কথা খুচৰি খুচৰি লিখিবলৈ গলে মোৰ এই প্ৰবন্ধটিৰ যি উদ্দেশ্য সেই উদ্দেশ্য ভাঙি ইয়াক এখন গভীৰ দৰ্শন-তত্ত্ব পঢ়া হয়, এই হেতুকে ইমানৰেপৰা উলটি আমাৰ ( ধৰ্ম্মৰ নাম কৰা বা কথা পঢ়া শুনিলেই বিৰক্ত হৈ লৰ মৰা ) উধতুৱা অসমীয়া ডেকাসকলক

এই মাত্র কওঁ যে ধৰ্ম্মক নধৰিলে মানৱ জাতিয়ে একোৰেই উন্নতি সাধিব নোৱাৰে আৰু মানুহৰ ভাল হবৰ ইচ্ছাই হে তাৰ স্বাভাবিক ধৰ্ম্ম। ভাল হোৱা বেয়া হোৱা অৰ্থাৎ ওপৰলৈ উঠা আৰু তললৈ নমা এই দুইটি কথা মানুহৰ নিজৰ হাতত, কিয়নো মানৱাত্মা স্বাধীন আৰু ই ক্ষুদ্ৰ হলেও ঈশ্বৰৰ অনুৰূপ। তুমি যদি স্বাধীন নোহোৱা আৰু তোমাৰ ভাল হবৰ ইচ্ছাটিয়েই যদি স্বাভাবিক ধৰ্ম্ম নহয় তেনেহলে নিন্দা গালি অভিশাপ শুনিলেই তোমাৰ কাটিবৰ মান খং উঠে কিয়? ঘোৰ অসভ্যৰপৰা অতি সভ্যলৈকে যেই সেই মানুহকেই তুমি যদি গালি পাৰা, নিন্দা কৰা, শাও দিয়া, তেওঁ ততালিকে যেই সেই প্ৰকাৰে তোমাৰ ওপৰত তাৰ প্ৰতিশোধ লবলৈ উঠিব। ইয়াৰ মানে কি, ইয়াক যদি বিচাৰ কৰি চোৱা তেনেহলে আপোনাতেই বিচাৰি পাবা "আত্মবৎ সৰ্ব্বভূতেষু যঃ পশ্যতি সঃ পণ্ডিতঃ" যি হেতু আনে তোমাক তেনে কৰিলে তোমাৰ খং উঠে কিয়? নিজতে বিচাৰি নিজকে দেখিবলৈ পাবা যে তোমাৰ (মানৱাত্মাৰ) ইচ্ছা ভাল হোৱা বা ওপৰলৈ উঠাৰ পিনে, এই কাৰণে তুমি বেয়া হোৱা বা তললৈ নমা কথাটি ভাল নোপোৱা, কাৰণ ই তোমাৰ আত্মাৰ ধৰ্ম্ম নহয়, গালি নিন্দা অভিশাপে তোমাক তললৈ নমাব খোজে, গতিকে তোমাৰ খং উঠে। এই কথাকেই ধৰি তুমি দকৈ চিন্তা কৰি চালে বুজিব পাৰিবা যে ভালেই তোমাৰ আহিঁ, কিয়নো ভাল বা সত্য ঈশ্বৰৰ আহিঁ, বেয়া অৰ্থাৎ মিছা বা অসত্য আহিঁ নহয়; মিছা যি মিছায়েই, মিছাৰ অস্তিত্ব নাই; এই কাৰণে নোহোৱা নোপজা কথা তোমাৰ আহিঁ হয় কেনেকৈ? এইবিলাক কথাকেই ভাবি চালে আমাৰ মনত সহজে উপলব্ধি হয় যে মানুহ অদ্বৈত নহয় দ্বৈত। পৰমাত্মাৰে সৈতে মানৱাত্মাৰ পিতা পুত্ৰ সম্বন্ধৰ পাৰ্থক্য, এই কাৰণে হে ঈশ্বৰৰ ওপৰত আমাৰ ভয় ভৰসা ৰখা স্বাভাবিক।

আমি ভয় ভৰসা যাৰ ওপৰত ৰাখোঁ বা যাক কৰোঁ তাক নোশোধাকৈ বা তাৰ উপদেশ নোপোৱাকৈ প্ৰায় কোনো কামকেই কৰিবলৈ আগ নবাঢ়োঁ। ঘৰখনিৰ লৰাটি বা চাকৰটিয়ে বাপেক বা গৰাকীক নোশোধাকৈ বা তেওঁৰ অনুমতি নোলোৱাকৈ প্ৰায় কাম নকৰা স্বাভাবিক; আভুৱা অমুজাকৈ তেনেৰূপ কাম কৰিলেও কাৰ্য্যৰ শৃঙ্খল ভঙ্গ বা সি বেমেজালি

হৈ পৰে যে তাৰ ভুল নাই। মানৱাত্মা স্বাধীন হলেও এইভাৱে পৰমাত্মাৰ অধীন। মুঠ কথা মানৱাত্মাৰ স্বভাৱ পঢ়িলেই বুজা যায় যে ভেওঁক যেন ভিতৰৰপৰা আন এজনে কৰ্ত্তব্যাকৰ্ত্তব্য বা ভাল বেয়া শিক্ষা দি আছে। মানৱাত্মা অপূৰ্ণ, এইবাবে পূৰ্ণ জ্ঞান শিক্ষা দি আন এজনে যেন ভেওঁক উন্নত কৰিবৰ চেষ্টাত আছে। দেখিবলৈ গলে মানুহ শিক্ষাৰ অধীন, কাৰণ মানুহৰ স্বভাৱত দুটি গুণ যাইকে পোৱা যায়—এটি অনুসন্ধান কৰা আনটি নকল বা অনুকৰণ কৰা। অনুকৰণ কৰা স্বভাৱটিয়ে শিকিবলৈ যিচৰা স্বাভাবিক। যেই সেই কথাকেই অনুকৰণ কৰিবলৈ শিক্ষা কৰাৰ মূলত এটি আদৰ্শ বা চানেকী। চানেকী নেদেখিলে মানুহে কিহক দেখি নকল কৰিব? চানেকী দুবিধ, এবিধ ভালৰ অপৰ বিধ বেয়াৰ। ভালৰ চানেকীখনি হৈছে বিবেকৰ বা সত্যৰ, বেয়াৰ চানেকীখনি হৈছে অনিয়ম বা অসত্যৰ। মানৱাত্মাৰ জ্ঞান অপূৰ্ণ গতিকে সহজে অসত্যৰ ফালে ঢাল খায়। অসত্যৰ ফালে ঢাল খালেই মানুহে সত্যৰপৰা বিচ্যুত হৈ অৱশ্য সৃষ্টিৰ বিনাশ সাধন কৰিব বুলি ভগৱানে যুগে যুগে অৱতাৰ ধৰি আদৰ্শ পুৰুষ হৈ মানৱ জগতক শিক্ষা দেয়েহি। এই আদৰ্শ পুৰুষবিলাকেই হৈছে আমাৰ শিক্ষক বা মহাপুৰুষ। “যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত,”। বাস্তৱিক মানুহৰ একো একোটি জাতিৰ যুগে যুগে অসংখ্যাত মহাপুৰুষ বা শিক্ষক আহি জন্ম ধৰি নানা বিষয়ৰ জ্ঞান বুদ্ধি মানৱ জাতিক শিক্ষা দি যায়হি, তেনে নহলে (Protective Cause) যাইকৈ সৃষ্টি ৰক্ষা কেনেকৈ হয়। মানুহৰ জ্ঞান অপূৰ্ণ গতিকে এজন মহাপুৰুষৰ ওপৰত পূৰ্ণ জ্ঞানবুদ্ধি শিক্ষা দিয়াৰ ভাৰ ভগৱানে কেতিয়াও নিদিয়ে। আজিলৈকে পৃথিবীত যত মহাপুৰুষে জন্ম গ্ৰহণ কৰিছে এক গীতাৰ ভগৱান শ্ৰীকৃষ্ণৰ বাহিৰে কাৰো গাত তেনে দৰে পূৰ্ণ জ্ঞানৰ বিকাশ পোৱা নেযায়, কিয়নো মহাপুৰুষসকল শ্ৰেষ্ঠ মানুহেই হে। এই নিমিত্তে শ্ৰীহৰিয়ে জগতত মানুহক'ৰি যি কামৰ উপ-যুক্ত তাক সেই দৰে শিক্ষা দিয়াৰ কাৰণে, কোনো মহাপুৰুষক ঈশ্বৰ-ভক্তি শিক্ষা দিয়া, কোনো মহাপুৰুষক আত্মৰক্ষাৰ্থে বা ধৰ্ম্ম ৰক্ষাৰ্থে ৰণ-কৌশল শিক্ষা দিয়া, কোনো মহাপুৰুষক বাণিজ্য ব্যৱসায় শিক্ষা দিয়া, কোনো মহাপুৰুষক ৰাজনীতি শিক্ষা দিয়া, কোনো মহাপুৰুষক শিল্প শিক্ষা দিয়া আৰু কোনো

মহাপুৰুষক ঋষি বা খেতিৰ কাম শিক্ষা দিয়া শক্তি দি আমালৈ আদৰ্শ জীৱনৰ চানেকীবিলাক পাঠিয়াই থাকে। কিন্তু মনত ৰাখিবা, সকলোবিলাক আদৰ্শ জীৱনৰ মূল চানেকী পৰম পিতা পৰমেশ্বৰ; তেওঁৰ প্ৰতি লক্ষ্য নেৰাখিলে কোনো চানেকীয়েই ঠিক নহয়, এই কাৰণে ঈশ্বৰতত্ত্ব আত্মতত্ত্ব শিক্ষা দিয়া গুৰু আমাৰ প্ৰধান গুৰু, তেৱেঁই আন সকলো মহা পুৰুষৰো জ্ঞান শিক্ষাৰ গুৰু আৰু মানিব লগীয়া; যিহেতু জ্ঞানেই বুদ্ধিৰ গুৰি।

যুগে যুগে নানা জ্ঞান-বুদ্ধিৰ অসংখ্যাত মহাপুৰুষ পৃথিবীত অৱতাৰ হোৱাৰ মানে কি? তাৰ মানে গমি চালে ইয়াতকৈ আন একো পোৱা নেযায় যে দৰ্শন শাস্ত্ৰই সৃষ্টি-তত্ত্বৰ মূলত দুটি ক্ৰিয়া ঠাৱৰায়, এটি বিবৰ্ত্ত অৰ্থাৎ ক্ৰমবিকাশ, আনটি পৰিণাম অৰ্থাৎ লয় ক্ৰিয়া। জগৎ উৎপত্তি বিকাশ আৰু লয় এই তিনটি কথাৰ অধীন হলেও কিন্তু আদি উৎপত্তি, অন্ত লয়। বিকাশ মাজতে স্থিত। এই স্থিতি ক্ৰমবিকাশ নিয়মৰ অধীন; যেনে কেচুৱাৰপৰা চালুকীয়া, চালুকীয়াৰপৰা লৰা, লৰাৰপৰা ডেকা, ডেকাৰপৰা বুঢ়া, বুঢ়াৰ শেহত মৃত্যু। এই দৰে জ্ঞান ৰাজ্যও একে নিয়মৰেই অধীন। কেচুৱাৰ যি জ্ঞান চালুকীয়াৰ সেই জ্ঞান নহয়, চালুকীয়াৰ যি জ্ঞান লৰা অৱস্থাত তাতকৈ বেলেগ; লৰা অৱস্থাত যি জ্ঞান পোৱা যায় ডেকা অৱস্থাত সেই জ্ঞানেই নতুন আকাৰ ধৰে আৰু বুঢ়া অৱস্থাত জ্ঞানো বুঢ়া হয় অৰ্থাৎ তাৰ পূৰ্ণতা জন্মে। সেই দৰে মানৱ জগতক থিতাপিকৈ ৰাখি পূৰ্ণতাৰ পিনে নিবৰ কাৰণে দয়াময় হৰিয়ে মানৱ জাতিলৈ নতুন নতুন যুগৰ (অৱস্থাৰ) উপযোগী চলন-ফুৰণৰ ব্যৱস্থা নিয়ম আদি কৰি যোৱাৰ কাৰণে বা মানুহক শিক্ষা দিয়াৰ অৰ্থে নানাৰূপ জ্ঞান বুদ্ধি বা ধৰ্ম্ম কৰ্ম্ম শিক্ষা দিয়াৰ উপযুক্ত বিশেষ-আত্মাবিলাকক যুগে যুগে (অৱস্থান্তৰত) প্ৰেৰণ কৰে। ভগৱানে যদি এনে নকৰিলেহেঁতেন তেনেহলে মানৱ জাতিৰ স্থিতি নথকাহেঁতেন। এই কাৰণে গীতাৰ ভগৱানে স্বয়ং কৈছে যে "যদা যদাহি ধৰ্ম্মস্য গ্লানি_ভৱতি ভাৰত! অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহং। পৰিত্ৰাণায় সাধুনাং বিনাশায়চ দুষ্কৃতাম্। ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।" এতিয়া আমাৰ আসাম দেশী ৰাইজসকলে বুজক যে যুগে যুগে আমাৰ

জাতীয় জীৱন ৰক্ষা কৰিবৰ অৰ্থে যি ধৰ্ম্ম অৰ্থাৎ যেনে নিয়ম প্ৰণালীৰ ব্যৱস্থা লাগতিয়াল তাক নধৰি যদি আমি আগৰ পুৰণি দিনৰ ( এতিয়াৰ বিবিলাক অলাগতিয়াল ) নিয়ম প্ৰণালীৰ ব্যৱস্থাতেই থাকোঁ। তেনেহলে আমি বিনষ্ট নহৈ আমাৰ জাতীয় জীৱন ৰক্ষা কৰিব পাৰিম নে? হায় আসামৰ বৰ্ত্তমান কি দুৰ্দ্দিন উপস্থিত হৈছেহি! এই দেশত এতিয়াৰ যুগৰ ধৰ্ম্ম কৰ্ম্ম শিক্ষা দি জাতীয় জীৱন গঢ়োঁতা বৰ্ত্তমান কোনো মহাপুৰুষেই বাহিৰ হোৱা নাই। আসামত মধ্য-যুগত শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱেই যি দুই মহাপুৰুষ জন্ম গ্ৰহণ কৰিছিল, সেই দিনৰেপৰা আজি পৰ্য্যন্ত বৰ্ত্তমান উন্নত জ্ঞান যুগত আমাৰ মাইজক ধৰ্ম্ম শিক্ষা দিবৰ নিমিত্তে কোনো মহাপুৰুষেই বাহিৰ নহল! হায়! এতিয়া আমাৰ কি ঘোৰ এন্ধাৰ অৱস্থা! হায় হায়! আজি আমাক বাট দেখাওঁতা কোনো মানুহেই আমাৰ দেশত জন্ম গ্ৰহণ কৰা নাই নে? আমি কোনটি নো বাট কোনটি নো অবাট চিনি নেপাই দিহিঙে-দিবাঙে ফুৰিছোঁ। কোনো জাতিৰ বুৰঞ্জীয়েই আজিলৈকে প্ৰমাণ কৰিব পৰা নাই যে ধৰ্ম্মক নধৰি পৃথিৱীত কোনো জাতিয়ে উধাৰ পাৰিছে। আমাৰ অসমীয়া জাতিৰ অধঃপতনৰ মূল কাৰণ হৈছে যে আমি কোনো ধৰ্ম্মকেই ধৰা নাই। আমি হিন্দু ধৰমী বুলি কওঁহঁক হয় কিন্তু হিন্দুধৰ্ম্ম নো কি তাৰ বুজ নেপাওঁ। আমাৰ ঈশ্বৰ আছে বুলি কোৱা আৰু নাস্তিকে নাই বুলি কোৱা কথা সমান, কিয়নো নাস্তিকেও ঈশ্বৰ স্বৰূপ-গুণ কি তাক ধৰিব নোৱাৰে আমিও তাক নোৱাৰোঁ। আমি বুজোঁ মানুহক চুৰ ডকাইতি মিছা বেশ্যা আদি পাপ কাম ঈশ্বৰে কৰায় আৰু পুণ্য কামকো তেৱেঁই কৰায়। আমাক কোনে ধৰ্ম্ম শিক্ষা দিব? আমাৰ আসামত শ্ৰীশঙ্কৰদেৱ, মাধদেৱ, দামোদৰদেৱ আৰু দেউগোপাল প্ৰভৃতিয়ে যি পবিত্ৰ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি আসাম সমাজক ধৰ্ম্মেৰে পোহৰাই গৈছিল, আজিকালি সেই পবিত্ৰ ধৰ্ম্মত নতুন যুগৰ নতুন জ্ঞানৰ ভাৱ যোগ দি আমাৰ উন্নত জাতীয় ধৰ্ম্ম পাতক ছাৰি, আমাৰ ধৰ্ম্মৰ ধৰণী যোলোৱা গোসাঁই মহন্তসকলে নিজৰ পেট ভৰোৱা ধৰ্ম্ম প্ৰচাৰ কৰিছে। হায়! এনে নহয় নো কিয়? যি অসম দেশৰ গুৰু বোলা গোসাঁই বামুণ মহন্তসকলৰ ভিতৰৰ চাৰি

বেদ. চৈধ্য শাস্ত্ৰ, ওঠৰ পুৰাণ ভাটী দেশৰ ফালে আছে বুলি কোনো কোনোৱে কাণেৰে শুনিছে আৰু তেনে শাস্ত্ৰৰ পুথি এখন দুখন ভেউ-বিলাকৰ সৰহ ভাগে নিজ নিজ ৰবচাঙৰ ওপৰত এলাহুৱা হৈ যদি পৰিও আছে তাৰ বুজকে নেপাই মুখেৰে বেদ শাস্ত্ৰৰ দোহাই দি আছে, তেনেবিলাক গোসাঁই বামুণ মহন্ত হৈছে বৰ্ত্তমান আমাৰ ধৰ্ম্ম দীক্ষা দাতা গুৰু, তেন্তে আমাৰ অসমীয়া জাতি পাপৰ ভাৰত ভলনৈ নধহি কেনেকৈ পুণ্যৰ বলেৰে উধাৰ ? যি মহাপুৰুষীয়া ধৰ্ম্মই আমাৰ দেশৰ মানুহৰ মাজত এদিন হৰি ভক্তি ওপজাই গাওঁৱে গাওঁৱে পুৱা গধূলি নামঘৰ বা কীৰ্ত্তন ঘৰে ঘৰে হৰিনাম প্ৰসঙ্গ কৰাইছিল আৰু সেই নাম প্ৰসঙ্গৰ অন্তত গাৱঁৰ বুঢ়া-মেঠাই নাম ঘৰতে বহি বাদ অপবাদ দন্দ হাই অভাৰ অভিযোগ আদিৰ মেল সুধিছিল, হায় ! আজি তাৰ বদলি আসামৰ নামঘৰ-বিলাক গৰু-গোহালি হৈ পৰিছে, তাৰ মছা চঁছা ঠাই গৰুৰ খিচেৰে ভৰা হৈছে, হৰিনাম প্ৰসঙ্গৰ বদলি দিনত বদ ৰবযুণৰ প্ৰতাপত জিৰণি-লোৱা আকে আকে ভতুৱা কুকুৰৰ কাজিয়া খেং-খেঙনি, ৰাতি আকে আকে শিয়ালৰ খেকুখেকনি আৰু হোৱা দিয়া ঠাই হৈছে। তাৰপৰা মেল গোচৰবোৰ জিলাৰ কাছাৰি ঘৰলৈ নি উকীল, মোক্তাৰ, চতুৰ দৰ-খাস্ত লিখকৰ জোলোঙা ভৰোৱা হৈছে আৰু গৱৰ্ণমেণ্টৰ ঘৰৰ ভুলাপাত, টিকিট, ষ্টাম্প কিনাত খৰচ হৈ হাত সুদা কৰি উলটি আমাক কেঞা মহাজনৰ ঘৰত ধৰুৱা কৰা হৈছে ! হায় আমি মিছাই সঁচাই মোকৰ্দ্দমা কৰি কৰি দিনে দিনে নিচলা হৈ যাবলৈ ধৰিছোঁ। এনে পাপ-সঙ্কটৰপৰা জানেখে,বঢ়াই বুজাই আমাক কোনে ৰক্ষা কৰিব ? পঢ়ি শুনি মহলা দি উঠা আমাৰ অসমীয়া ডাঙৰীয়াসকলৰ ওচৰলৈকো আমি সাহ কৰি বুদ্ধি ভৰসা লবলৈ যাব নোৱাৰোঁ ; ভেউ-বিলাকে আমাক মূৰ্খ চহা গাৱঁলীয়া বুলি ঘিণ কৰে আৰু এবেলামান চৰাঘৰত খিয় দি থাকিলেও ভিতৰৰপৰা তেখেতসকলৰ মাত এষাৰিও পোৱা টান ; কিয়নো তেখেতসকল ভাগ্যৱন্ত হৈ চৰকাৰী বিষয়া হৈছে আমি লিখিব পঢ়িব নজনা হালোৱা চহা হৈয়ে আছোঁ। কথাতে কয় যোলে "মূৰ্খৰ কাৰণে পণ্ডিত, পাপীৰ কাৰণে সাধু" কিন্তু আমাৰ লিখা পঢ়া শিকা পণ্ডিত বাবু ডাঙৰীয়াসকলে আমাক সঞ্জ কথাৰ উপদেশ

দিয়ক অন্ত আমাক এই বুলি বাবে পাচি মান নিন্দা কৰে যে আমি অসভ্য মূৰ্খ, চহা, গাৱঁলীয়া, আমি এলেহুৱা অসমীয়া, কাম কাম কৰি আন দেশী মানুহক দেখিও উন্নতি নেসাধোঁ। আমি যেই পিনে যাওঁ সেই পিনে কেৱল আমাক নিন্দা কৰাহে শুনো। আমাৰ কতো সুখ শান্তি আৰু জিৰণি লবৰ ঠাই নাই! গোসাঁই বামুণ মহন্ত আদি সাধুসকলৰ ওচৰলৈ যদি ধৰ্ম্মৰ কথা ধৰ্ম্ম-ভক্তিৰ কথা শুনি মনক শাঁতাবলৈ যাওঁ তেতিয়া তেওঁবিলাকে ধৰ্ম্মৰ কথা ভক্তিৰ কথাৰ বদলি কাৰ ঘৰত কিমান ধন পান কাৰ কি বাদ-কুবাদ এনে কথাখিনি পাতি সুত কটা, কামি চছা, খৰি ফলা আদি তেখেতসকলৰ কাম কৰিবলৈ একোখন চুণ-ধপতীয়া তামোল দি দি আমাক লগাই দিয়ে। ধৰ্ম্মৰ কথা বুজালেও খাইকৈ গুৰু গোসাঁইক মনা, বাহী-ছুৱা ধুতি বিধুতি মনা আৰু ন চাউল ন পাচলি গুৰু মহন্তক পোনতে লগাই খাব পোৱা কথাকেই হে বুজায়! ইয়াৰ বাহিৰেও আউহী একাদশীত কোনে কত কেইখন হাল বাইছিল তাৰ দায় ছিদ্ৰ ধৰি দিয়াৰ বিষয় বিচাৰ খোচাব কৰে। যিবিলাক সত্ৰত উদাসীন ভকতৰ হাটী আছে তালৈ যদি ধৰ্ম্মৰ কথা শুনিবলৈ যাওঁ, ভকতসকলে আমাক দূৰতে ছেই ছেই কৰে, কাৰণ তেওঁবিলাকে ভাবে যে তেৰাসকল মাথোন শুদ্ধ পবিত্ৰ আৰু ঈশ্বৰৰ ভক্ত আমি অভকতীয়া ম্লেচ্ছ। আমাৰ গোসাঁই মহন্ত গুৰুসকলে লৰা বা ডেকা কালতে এবাৰ আমাক বান্ধি ছাতি পেলাই লোৱাৰ দৰে লৈ যি এদিন দীক্ষা দি শৰণীয়া কৰালে তাৰ বাবে বছৰি বছৰি মাত্ৰ আমাৰ পৰা কৰ তুলি নিবলৈ হে আহে, ধৰ্ম্ম আমি পালন কৰিছোঁ নে নাই আৰু ঈশ্বৰজনা নো কেনে, তাক হলে বুৰিবাৰ আমাক শোধাও নাই আৰু বুজুৱাও নাই। এই আমাৰ ধৰ্ম্ম-শিক্ষা। এভিয়া আমাৰ কৰ্ম্ম-শিক্ষাৰ ফালে যদি উলটি দেখোঁ তেনেহলে ঘোৰ অন্ধকাৰে কেউপিনে ছাতি ধৰা দেখোঁ। আমাৰ ধনী, জ্ঞানী আৰু বুদ্ধিমান ক্ষমতাশালী বোলোৱা যিবিলাক ডাঙৰ মানুহ আছে তেওঁবিলাকে আমাক কৰি খাব নজনা, ধন ঘটিব নজনা, এলেহুৱা বা সোৰোপা অসমীয়া বুলি বাবে পাচি মান মাথোন গালি পাৰিব পাৰে কিন্তু কেনেকৈ আমি তেওঁবিলাকৰ দৰে ভাল অৱস্থা লাভ কৰিব পাৰোঁ তাৰ কথা হলে বুজাইও নকয় আৰু তেনে হবলৈ অৰ্থেৰে সহায়ও নকৰে। ইয়াৰ মনে আন একো নহয়, কিজানি

আমিও বা তেওঁবিলাকৰ সমনীয়া হৈ পৰোঁ। তেওঁবিলাকৰ কথাতে আমি ভালকৈ বুজিব পাৰোঁ। যে এতিয়ালৈকে আমাৰ ভৰালত যি এমুঠি ধান, পথাৰত যি এভৰা মাটি, গোহালিত যি এহালি বলদ আৰু এজনী গাই আছে সিও যেন আমাৰ নাইকিয়া হয়, কাৰণ তেতিয়া হলে তেখেত সকলে বিনা দামতে বা আধা দাম দিয়েই আমাক তেখেতসকলৰ ধন বঢ়োৱা কাম কৰাবলৈ বৰ সুবিধা পাব। আমাক যে সোৱোপা এলেহুৱা কাম কৰিব নজনা অসমীয়া বুলি তেখেতসকলে (নিজে অসমীয়া হৈও) গালি পাৰে, তেনে গালি যে তেখেতসকলে আমাৰ অৱস্থাৰ দুখত দুখী হৈ পাৰে এনে নহয়, আমি যে নিজৰ কাম কৰি আহৰি নেপোৱা বাবে তেখেতসকলৰ ঘৰত বা কামত কুলি নেখাটোঁ। সেই বাবেহে ওপৰত কোৱা বিশেষণ মুঠি আমাৰ ওপৰত বৰ্ষণ কৰে। আৰু এটি কথা যে আমাৰ ভিতৰৰ কোনো দুখীয়া নিচলাই কেতিয়াবা তেখেতসকলৰ কাম কৰিলেও তেখেতসকলৰ প্ৰায়েই অনেকে বিনাদাম বা আধাদাম দি ঠগবাজী কৰে; সেইবাবে আমাৰ অনেক দুখীয়া মানুহে বিদেশী কেঞা বঙালৰ কাম কৰি যেতিয়া দাম লয় তেতিয়া হলে তেখেতসকলৰ ভিতৰৰ অনেকে দেশ-হিতৈষীৰ ভাও ধৰি দুখ প্ৰকাশ কৰি কোৱা শুনো যে অসমীয়া মানুহৰ স্বদেশী স্বজাতিৰ প্ৰতি সহানুভূতি নথকা কথাই হৈছে জাতীয় অস্তিত্ব লোপ হোৱাৰ মাই কাৰণ। আমাৰ মুৰত দোষখিনি থপিয়াৰ ভিতৰৰ অনেক লোক হাকিম, চিৰস্তাদাৰ, কেৰাণী আৰু মৌজাদাৰ প্ৰভৃতি বিষয়াবপৰা ১০৲ টকীয়া মহৰি পৰ্য্যন্ত যিমানবিলাক আছে সকলোবেই গুৰিতে আমাৰ ভিতৰৰ মানুহ হৈও আমাৰ ওপৰত এনেহে উধনীয়া গপ (অহঙ্কাৰ) কৰে যে আমি দেউতা বুলি নেমাতিলে তেওঁবিলাকৰ অনেকৰ খঙে মূৰত উঠে। আমি চাই থাকোঁতেই তেওঁবিলাকৰ ভিতৰৰ অনেকে আগৰ মুপা ককাৰ বংশ সলাই কোনো বৰুৱা, কোনো হাজৰিকা, কোনো শইকীয়া, কোনো ভূঞা আৰু কোনো বৰা ইত্যাদি পূৰণি কলীয়া খিতাপ লবলৈ ধৰিলে। তেখেতসকলৰ ভাগ্যত চৰ্ব্বীৰী বিষয়-বাসনা মিলাৰ বাবে তেখেতসকলে তেনেবিলাক ন খিতাপ লওক তাত আমাৰ হানি নাই কিন্তু নিজৰ চিন-ছাপ মচি আমাক যে লাও নাইকীয়াৰ ঘৰৰ সৰু মানুহৰ ঘৰৰ বুলি হাঁহে তাত হে আমি মৰ্ম্মান্তিক

বেজাৰ পাওঁহঁক। আৰু এটি আমাৰ যাই বেজাবৰ কথা পাওঁ যে ডেকেত সকলে তবি নচুৱাই চকী যাচিয়াও বেজিয়া থাকে তেতিয়া আমাক যে ওচৰলৈ গলেও চাবি কঠ এখনিকো বহিবলৈ দিলে ডেকেতসকলে মান যোৱা হেন পায়।

কেৰেণী মহৰি আদি (লগিলে চাহ বাগিছাৰ বা বাট ঘাট বন্দোবাবেই হওক) কাম পালেই আৰু ধুন পেচ মাৰি জোতা মোজা পিন্ধি হাতত চুটকা মাল হলেই অনেক ডেকাই গপ দেখুৱা আৰু আগৰ দিনৰ বকৰা হজাৰিকা আদি নোহোৱা-নোপজা খিতাপ লোৱা আহিঁ চুটিয়ে আমাৰ উঠনৰ মুখ খাইছে; কাৰণ আমাৰ গাৱঁলীয়া স্কুলত লিখা পঢ়া শিকা লৰাবিলাকে আখৰ চিনিব পৰা হলেই দেখাক দেখি ধুন পেচ মৰা হৈ পৰে আৰু কোনোমতে ৬।৭ টকা দৰমহা পোৱা চাহ বাগিছাৰ হাজিৰা মহৰি এটা হব পাৰিলেই আগৰ কলীয়া খিতাপ এটি ধৰি ভাল মানুহ বোলাব পৰা যাব বুলি ভাবি নিজে নাঙল ধৰি হাল বোৱা আৰু কোৰ ধৰা কামক সৰু মানুহ হোৱাৰ ভয়ত ঘিণ কৰি একেবাৰে এৰি পেলাইছে। এনেবিলাক আহিঁয়েই আমাৰ দেশত দিনৌ দিনৌ খেতিয়ক মানুহৰ সংখ্যা কমাই জাকে জাকে বাবুৰ সংখ্যা বঢ়াই আনিছে। নিজে কাম বন কৰিলে সৰু মানুহ হোৱা কথটো আসাম দেশত অলপ দিনৰ পৰাহে চলি আহিবলৈ ধৰিছে। ইতিপূৰ্ব্বে আগৰ কলীয়া শুদিৰৰ ভিতৰৰ অনেক ফুকন বৰুৱা আদি ডাঙৰ বংশত জন্ম গ্ৰহণ কৰা সকলে কোনো খাজাঞ্চি কোনো পেস্কাৰ কোনো চিৰস্তাদাৰ প্ৰভৃতি ওখ খাপৰ চৰকাৰী বিষয়া হৈও নিজ হাতেৰে কাম কৰিবলৈ লাজ নেপাইছিল। আন কি ডেওঁবিলাকৰ ভিতৰৰ, বামুণক এৰি, অনেকে ৯ বজালৈকে নিজে হাল বাই গা-পা ধুই কাচাৰি ঘৰত কাম কৰা দেখা গৈছিল, অথচ ডেওঁবিলাক ছোট বা সৰু মানুহ হোৱা নাছিল। কিন্তু আজিকালিৰ দিনত উঠি অহা ডেকাসকলৰ প্ৰায় সৰহ ভাগেই অলপমান লিখা পঢ়া জনা হলেই (ইংৰাজী অলপমান জানিলে যে কথাই নাই।) নিজৰ কাম কৰি খোৱা কথাক অপমান যে জ্ঞান কৰেই দেখাক দেখি ভাল মানুহ বা বৰ লোক হোৱাৰ বাটত হেঙাৰ পোতাৰ শঙ্কা কৰি শাৰিৰীক পৰিশ্ৰমৰ কামও এৰি পেলাইছে। এই কথাটিয়েই আমাৰ দেশত খেতিয়কৰ ভাগ কম কৰি দিনৌ দিনৌ বাবু

ডাঙৰীয়াৰ সংখ্যা বঢ়াই আনিছে। এই কাৰণেই আমাৰ দেশৰ সৰহভাগ মানুহে পৰিশ্ৰম কৰিবলৈ এৰি খেতি কৰাৰ ফালে পিঠি দিছে। আন পিনে নানা ৰকম বিদেশী লাহ-বিলাহৰ বস্তু ওলাই বেৰত গাঁঠি এটা দিব নজনা নপুংসক ডেকাসকলক ধুন পেচ মাৰি ফুৰিবলৈ অতিকৈ সহায়তা কৰিছে। এই লাহ-বিলাহৰ কাপোৰ-কানি জোতা মোজা আদি নানা ভৰহৰ বিদেশী বস্তুৱে, ধুনমৰা ধুনীয়াসকলক যে আন পিনে লাহে লাহে লাওখোলা লোৱা-ইছে আৰু লোৱাবলৈ ধৰিছে তাৰ পিনে আমাৰ তেখেতসকলৰ খবৰেই নাই। এই অসম দেশত বৰ্ত্তমান যিমানখিনি খোৱা লোৱা পিন্ধা-উৰা বস্তুৰ আমদানি হৈছেমানে সকলোবিলাকেই বিদেশী, দেশী বুলিবলৈ গলে এৰি মুগা কাপোৰ কেখনিৰ বাহিৰে একোৱেই নাই। আগেয়ে শিপিনীয়ে কাপোৰ-কানি ঘৰত বৈ কাটি লোৱাৰ বাবে কেঞ্চা-গোলাৰ মৰাপটীয়া বিলাতী চুৰিয়া চেলেং কিনিআমাৰ মানুহ দুখীয়া হব লগাত নপৰিছিল; কিন্তু এতিয়া আমাৰ কেউপিনে মৰণ হল, দেশৰ শিপিনীয়ে কাপোৰ বোৱা এৰি বাবুৱনী হবলৈ ধৰি বিলাতী সাৰী জেকেট আদি নানা ৰকমৰ লাহ-বিলাহৰ পিন্ধা-উৰা বস্তু দেখি পৰিশ্ৰম নকৰাকৈ ধন ভাঙি লাহতী হবলৈ শিকিছে। আমাৰ দেশৰ মানুহক ধিতিঙালি মাৰি বাবু বাবুৱনী হবলৈ শিক্ষা দিয়াৰ গুৰিত বঙ্গালী আছি যে তাৰ ভুল নাই। এতিয়া হে বঙ্গালী ভদ্ৰলোকসকলৰ চেতন আহিছে আৰু তেওঁবিলাকে টান পাই ৰাম বুলিবলৈ শিকিছে, ইতিপুৰ্ব্বে তেওঁ-বিলাকৰ প্ৰায় অনেক ভদ্ৰলোকে চৰকাৰী বিষয়া হৈ আমাৰ দেশত থাকি আমাৰ বিৰুদ্ধে এনে কথা বখনাবখনি কৰা শুনা গৈছিল যে "আসাম দেশে ভদ্ৰলোক নাই, সকলে চাষা আৰ সকলেই তাঁতী"। এনে দৰে নিন্দাবখনা কৰা যেতিয়াই আমাৰ দেশৰ মানুহে শুনিবলৈ ধৰিলে তেতিয়াৰপৰা নিজ হা-তেৰে কাম কায কৰা অভ্যাস এৰি বাবু হৈ আহিবৈ ধৰিলে আৰু আগৰ দিনৰ ভাল মানুহৰ ঘৰৰ ঘৈণী, জিয়ৰীসকলেও লুকাভুকা খেলাৰ দৰে আমোদৰ নিমিত্তে হে কেতিয়াবা কেতিয়াবা একো একো ডুখৰি কাপোৰ বৰলৈ ধৰিলে। প্ৰায় সৰহ ভাগেই-এই কামক পোট পেটে ঘিণ কৰিয়েই হওঁক বা লাহতী সাজোঁতে সময় নোপোৱাৰ গতিকেই হওক এতিয়া লাহে লাহে এৰি আহিছে। এতিয়া আমি যিবিলাক কামক অভদ্ৰ কাম বুলি ঘিণ কৰি এৰি আহিবলৈ ধৰিছোঁ আন

পিনে এভিয়া দেখা পাওঁ আৰু শুনিবলৈকো পাইছোঁ যে বঙ্গদেশী ভদ্ৰলোক সকলে টানকৈ স্বদেশী বস্তুৰ চিহ্ন ধৰি সেইবিলাকক (তিৰী পুৰুষ দুয়ো) কৰিবলৈ ধৰিছে আৰু বহলাই শিক্ষা কৰিবলৈ আৰম্ভও কৰিছে। আৰু কিছুমান বছৰৰ পিছত সেইবিলাক কামক উন্নত আহিত তুলি তেওঁবিলাকে উলটি আমাকে শিকাবহি। আমি তেতিয়া তেওঁবিলাকৰ একোটি একোটি কাপোৰৰ কাৰখানাত আমাৰ তিৰোতাকে কুলি খটাই পাইচা অনাই কাৰি কিনি খাবলৈ বাধ্য হম! আমাৰ দেশত আজিকালি যেনে কোৰেৰে বিদেশী কাপোৰ বিক্ৰী হবলৈ ধৰিছে, ইয়াতেই অনুমান হয় যে, অসমীয়া শিপিনীসকলে সূতা কটা যে পাহৰিলেই, আৰু ২।৪ বছৰৰ ভিতৰত কাপোৰ বোৱা কামটিও একেবাৰে পাহৰি পেলাব। আগেয়ে বাবু হবলৈ শিকোৱা কথাখিনি যে অসমীয়াই বঙ্গালীৰপৰা লৈ বাবু হবলৈ শিকিলে, এতিয়া কৰ্ম্মী হোৱা তেওঁ-বিলাকে "স্বদেশী" প্ৰচাৰ কৰা কথাখিনি শুনি কৰ্ম্মী হবলৈ নিশিকে কিয়? হায় অসমীয়া! এনেহুৱা হোৱাৰ পিনে হলে সোনকালে ঢাল খালা, এতিয়া দেখাৰ দেখি কৰ্ম্মী হোৱাৰ ফালে হলে আওকাণ মাৰি আছাঁ!　　ক্ৰমশঃ

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

---

# গুৰু-চৰিত্ৰ।

( ৭ )

গুৰু ভ্ৰাতা বনগয়াঁগিৰীৰ আকৌ বিবাহ কৰাবৰ মন হল। এই বিবাহৰ কন্যা—জাতি বিৰোধী কামত কোনো লোকে সন্তোষ পোৱা নাই, পূৰ্ব্বৰ বিবাহৰ গৃহিণী জেষ্ঠজনাই গোসাঁইক জনালে যে আপুনি সেই বিবাহলৈ নেযাব, বিবাহৰ দিন প্ৰসঙ্গ হক; পিছত সেই দৰে বুঢ়ী নাম সেৱা পাতিলে। গুৰু জনকো বিবাহলৈ নিমন্ত্ৰণ কৰিলে; ভ্ৰাতৃস্নেহ এৰাব নোৱাৰি নিমন্ত্ৰণ ৰক্ষা কৰিছিল কিন্তু ভোজনলৈ অনুৰোধ কৰাত গা বিষম স্নান কৰা অসুবিধা বুলি আসোঁৱাহ দেখুৱাই আহাৰ নকৰিলে; ভাতৃবধূত এই বাতৰি কোৱাত মনত ৰব সন্তোষ পালে। বাৰম্বাৰ আতাৰ আমোদ দেখিবৰ মন হোৱাত এদিন

শুকঈশ্বৰত জনালে আপুনি বহু তীৰ্থত নানাৰকম উৎসৱ দেখি আছিছে। আমালোকক এটি আমোদজনক উৎসৱ দেখুৱাবলৈ হক। বায়ৰ মন বুজি শঙ্কৰদেৱে কলে বিস্তৰ খৰচ লাগে, কি প্ৰকাৰে উৎসৱ কৰা হব। তেওঁ উত্তৰ কৰিলে যিমান লাগে দিয়া হব, কৰিবলৈ যেন হেলা নকৰে। ইয়াকে শুনি গুৰুৱে কলে বাক যোগাৰ কৰা যাওক। ফাগুণ মাহৰ পূৰ্ণিমা তিথিত বৃন্দাবনী গোপালৰ দৌলোৎসৱ, সেই দৌল কৰিবলৈ খৰচা আদি ঠিকনা কৰি বস্তুজাত সংগ্ৰহ কৰিব লাগে। এই দৰে আলাপন কৰি দৌল বন্ধাই মেষ দাহ সমাধা কৰাই তাৰ পিছ দিনা পূৰ্ণিমা তিথিত গোবিন্দক দৌলত উঠাই উৎসৱ আৰম্ভ কৰিলে, তদন্তৰ তৃতীয় দিন গোবিন্দক ফুৰাই আনি পুনৰ্ ৽নিজ মন্দিৰত প্ৰবেশ কৰালে, ভূঞাসকলে দেখি মহা আনন্দ লাভ কৰিলে। আৰু এদিন জ্ঞাতি বন্ধু সকলে শঙ্কৰদেৱক জনালে বাপ! আপুনি মনুষ্য শৰীৰ ধৰিছে হয় যদিওবা গুণ কাৰ্য্যৰ বশৱৰ্ত্তী হৈ চলিছে তথাপি ঈশ্বৰত্ব তাৰ প্ৰতিমুহূৰ্ত্তেই দেখা গৈছে; ইদানী বৈকুণ্ঠৰ আৰ্হি দেখুৱাই এটি মহোৎসৱ দেখুৱাবলৈ অনুমতি হক। ভকতসকলৰ কৰুণ বাক্য শুনি মনুষ্যৰূপী প্ৰভুৱে, সেৱকৰ বাঞ্ছা সফল কৰিবৰ ইচ্ছাৰে স্বয়ং চিত্ৰকৰ কাৰ্য্যত হাত দিলে। কোবোলা বাঢ়ৈক মতাই আনি পদুলিত থকা বেল গছজোপা কটাই মদনগোপাল প্ৰতিমা সাজিবলৈ আজ্ঞা কৰিছে। বাঢ়ৈয়ে কাঠ কাটি কি আৰ্হিৰে প্ৰতিমূৰ্ত্তি নিৰ্ম্মাণ কৰা হব সুধিবৰ কাৰণ শঙ্কৰ দেৱৰ ওচৰলৈ গৈছে; ঈশ্বৰ পুৰুষে নিজ ৰূপ ধাৰণ কৰি স্নান কৰিছে, কোবোলাই দেখি আচৰিত মানি পিছলৈ আহি বাটতে ৰৈ আছে, স্নানান্তে ৽৷৽ মৰ সমুদায় বিবৰণ জানি বাঢ়ৈত সুধিছে কি প্ৰয়োজনে অহা হৈছে; কোবোলা দণ্ডৱতে সাষ্টাঙ্গে প্ৰণিপাত হৈ জনাইছে প্ৰভু! প্ৰতিমা কোন আৰ্হিৰে নিৰ্ম্মাণ কৰা হব। যদি আন কোনো মূৰ্ত্তি তোমাৰ দেখা হোৱা নাই তেন্তে যি দেখিছা সেই, অৰ্থাৎ আমাৰ আকৃতিৰে প্ৰস্তুত কৰি সোনকালে দিবলৈ যত্ন কৰিবা; গুৰুবাক্য শিৰোগত কৰি কোবোলাই শঙ্কৰৰ আকৃতিৰে প্ৰতিমা নিৰ্ম্মাণ কৰিলে। এই নিৰ্ম্মিত মূৰ্ত্তি প্ৰতিষ্ঠা কৰি স্থাপনৰ নিমিত্তে ৰামৰায়ক কলে, সকলো ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰা, মন্দিৰ সাজি মূৰ্ত্তি স্থাপন কৰা হব; গুৰুৰ আজ্ঞাক্ৰমে ৰামৰায় ব্ৰাহ্মণসকলক

জনালে ব্ৰাহ্মণসকলে শুনি, শূদ্ৰ লোকে ভবি লগাই প্ৰতিমা সাজিছে সেই প্ৰতিমূৰ্ত্তি প্ৰতিষ্ঠা কৰি থাপিবলৈ গলে আমালোকেও প্ৰদক্ষিণ কৰিব লাগিব, গতিকে কোনো ব্ৰাহ্মণ যোৱা ভাল নহয়, এই বুলি সকলোৱে মুঠ বান্ধি নেযাওঁ বুলি শুনালে। শিৰোমণি ভূঞাই শুনি শঙ্কৰ দেৱত জনালে, দদা! প্ৰতিমা প্ৰতিষ্ঠালৈ কোনো ব্ৰাহ্মণ নাহে কি উপায় কৰা হব। গোসো-স্থাই শুনি কলে ব্ৰাহ্মণ লুভীয়া যেহে পৰিমাণে দান দক্ষিণাৰ যাওৰি পালে নিশ্চয় আহিব তালৈ ইমান ভয় হোৱাৰ একো কাৰণ নাই। এই বুলি প্ৰতিজন ব্ৰাহ্মণলৈ জাননী দিয়া যে যি ব্ৰাহ্মণে নিমন্ত্ৰণ ৰক্ষা কৰি আহিব তেওঁ একোজনী ধেনু, একোখন বস্ত্ৰ, এতোলা সোণ, ৫৲ টাকাকৈ ৰূপ পাব। ৰামৰায়ে এই মৰ্ম্মে জাননী প্ৰকাশ কৰিলত সকলো ব্ৰাহ্মণ নিমন্ত্ৰিত সময়ত উপস্থিত হল। যাত্ৰাৰ ঘৰ নিৰ্ম্মাণ কৰি কোৰোলা বাটৰ প্ৰস্তুতি মদনগোপাল মূৰ্ত্তি প্ৰতিষ্ঠাৰ উদ্যোগ কৰা হৈছে।

প্ৰথমে সপ্ত বৈকুণ্ঠৰ চিন আঁকিবৰ নিমিত্তে গুৰুজনে ইচ্ছা কৰি মনত ভাবিছে যে কোনে ভগৱান পুৰুষৰ আকৃতি ও থানৰ আৰ্হি দেখুৱাব। তেতিয়াই নিজ শৰীৰৰপৰা এজন বাহিৰ হৈ জনাইছে যে আমিয়ে দেখুৱাই দিয়া হব, মনত খেদ কৰাৰ আৱশ্যক নাই। শঙ্কৰদেৱে ঈশ্বৰৰ আকাশী-বাণী স্বৰূপ নিজ শৰীৰৰ বাক্য শুনি লিখনী হাতত লৈ চিত্ৰ অঙ্কিত কৰিছে। ঈশ্বৰৰ ইচ্ছায় সাতো বৈকুণ্ঠৰ নক্সা আঁকি গোলোকধাম পৰ্য্যন্ত অতি সুন্দৰ ৰূপে অঙ্কিত হৈছে। কিন্তু কল্পতৰু বৃক্ষ কোন ঠাইত কি প্ৰকাৰে আঁকা হব গুৰুজনে ভাবিছে, এনে সময়ত চন্দৰিয়ে ধান মাৰি আছিল, লিখনী হাতত লৈ ভাবি থকা দেখি সুধিছে বাপ, কি ভাবিছে, এই ঠাইতে বৃক্ষ জুপি দিয়ক। চন্দৰিৰ বুদ্ধিক প্ৰসংশা কৰি সেই কল্পতৰু গছ আঁকিলে। যাত্ৰাত বজাবৰ খোল নাই, খোলৰ আৰ্হিয়ো আগে নাছিল, মৃদঙ্গ মাথোন ব্যৱহাৰ আছিল। পিছত গুৰুদেৱে কপিলী-মুখৰ কুমাৰক মতাই আনি খোল গঢ়িবলৈ নমুনা দি কিছুমান মাটিৰ খোল প্ৰস্তুত কৰালে, শালমৰা গাওঁৰ মুচিয়াৰক মতাই আনি খোল ছিয়াবলৈ দিলে, কাৰিকৰে ছিয়াই দিলে হয়, খোলৰ মাত ভমজা নহল। এদিন খোল এটি ছিয়াই শুকাবৰ কাৰণে ৰদত দিছে, এজনী কাউৰীয়ে কিছুমান কৰ্‌কৰা ভাত ঠোঁটত কৰি

আনি খোলত খঁহিছে, ডেকাগিৰীয়ে দেখা পাই ভগৱানৰ প্ৰেৰিত দূত বুলি মনে ভাবি কৰ্‌কৰা ভাত আৰু লোৰ শুৰিৰ কৰাল দিলত খোলৰ মাত শুৱলা হল। সেই দিনৰ পৰা এই কৰালটিকে ঘুণ বোলে; ঘুণ নহলে এতিয়াও খোলৰ মাত নোলায়। কঁহাৰৰ হতুৱাই মন্দিৰা, খুটিতাল, বৰ তালকে আদি বহুবিধ তাল প্ৰস্তুত কৰালে। কলিয়াবৰৰ পৰা কাজলী মুখলৈ ভূঞাঁসকলৰ ৰাজ্য, সকলো প্ৰজাক চিন-যাত্ৰাৰ জাননী দিলে, কোনোৱে চাউল কোনোৱে দধি দুধ তামোল পাণ আদি বস্তু লৈ আহিব ধৰিলে, যাত্ৰাৰ আয়োজন হল, ৰামৰাম গুৰুৰ সহিত শঙ্কৰদেৱে মিল হৈ সভাঘৰ ঠাই পৰিস্কাৰ কৰাত কোৰৰ চাৰত “শ্যামৰায়” মূৰ্ত্তি এখানি পালে, শুভলক্ষণ দেখি সকলোৱে বৰ আনন্দ পাইছে। সভাঘৰ সজাই সাত বৈকুণ্ঠৰ সাতটী থাক কৰি যাত্ৰাৰ কাৰ্য্য আৰম্ভ কৰিলে। গায়ন বনগয়াঁগিৰী, বায়ন ডেকাগিৰী, সৰ্ব্বজয় আৰু কমলিধৰা পৰমানন্দ নতুৱা, এই প্ৰকাৰে প্ৰতিজনে নিজ নিজ ভাও লৈ যাত্ৰা কৰিলে। সভা শোভা কৰিবৰ নিমিত্তে মতা, চক্ৰবাণ, ফুলজাৰী প্ৰভৃতিয়ো নিয়মিত জোখত প্ৰস্তুত হৈছিল। প্ৰথমে ম ধেমালি ভাৰ পিছত নট ধেমালি ৰাগ ধেমালি ছোট বৰ ধেমালি আদি বাজনা বজাই অৱশেষত ঘোষাধেমালি গাই বাজনা-শেষ কৰে। গুৰু ঈশ্বৰে স্বয়ং বায়ুমণ্ডল ৰাগ দিছে, বৰ প্ৰবল ভাৱে বায়ু প্ৰবাহিত হোৱাত সমুদায় গছৰ পাত সৰি গৈছে; সভাত লোক থাকিব নোৱাৰা হোৱাত মেঘ মণ্ডল ৰাগ দি বায়ু নিবাৰণ কৰিছে, গছৰ পাত পুনৰ উৎপন্ন হৈছে। দৰ্শক লোক সকলে গায়ন বায়ন ভাওৰীয়া সকলো ঠাইতে কেৱল শঙ্কৰৰ ৰূপক হে দেখিছিল। এই কাৰ্য্যটিত সমুদায় মনুষ্য আচৰিত হৈ বিমোহিত হল। সাত দিন সাত ৰাতি এই যাত্ৰা ক্ৰমে চলি আছিল। পৰিদৰ্শক লোকসকলে এদিন এৰাতি বুলিহে মনত ভাবিলে। এই প্ৰকাৰে চিন যাত্ৰা শেষ হলত অধিকাংশ লোকে শঙ্কৰক ঈশ্বৰ পুৰুষ বুলি জ্ঞান কৰি শৰণ ললে। যাত্ৰা শেষ কৰি লোকসকল ঘৰাঘৰি গৈছে, এজনী বুঢ়ীয়ে চিন দেখিবৰ কাৰণ অহাত বাটত আমুহে সুধিছে তুমি কলৈ যোৱাঁ, আম্নি ডেকাগিৰীয়ে পট আঁকিছে দেখিবলৈ যাও বুলি উত্তৰ দিছে। লোকসকলে কৈছে আম্নি বহু লোক লগ হৈ যোৱাত হে দেখুৱাইছে, তোমাক অকলে দেখুৱাব নে? বুঢ়ীয়ে

কলে মোক দেখুৱাব; সত্রত আছি গুরুজনক লগ পাই সুধিলে আমাক "চিত্র-পট" দেখুৱাব লাগে। গুরুৱে কলে অকলে আহিলে দেখিব পোৱা। বহু লোক লগলাগি আহিলে হে পট দেখাব নিয়ম আছে। বুঢ়ী গুরু হৈ কলে, পূর্ব্বৰ কথা মনত আছে হবলা? কাজলী পাৰলী গৰুৱে ধান খোৱাত মই গালি পাৰিছিলোঁ। সেই বাবে মোক নেদেখুৱাবা নি কি? গুরু ঈশ্বৰে মিটিকাই হাঁহি মাৰি বুঢ়ীক বৈকুণ্ঠৰ চিত্র দেখুৱালে। বুঢ়ী পট দেখি সন্তোষ পাই মনৰ আহ্লাদে গুচি গল; আৰু লোকত প্রকাশ কৰিলে যে এওঁ সামান্য মনুষ্য নহয়, ভগবান ধার্ম্মিক মূর্ত্তি অৱতাৰ হৈছেহি।

ভুঞাসকলৰ গৰু কছাৰী ৰজাৰ প্ৰজাৰ গৰু একেলগে পথাৰত চৰো-ৱাত, এদিন উভয় দলৰ মাজত কাজিয়া হয়, পিছত ভুঞাসকলে বুদ্ধি কৰি মহ আৰু ছাগলি কাটি এটি ভোজৰ আয়োজন কৰি কছাৰীহঁতক নিমন্ত্রণ কৰে, সিহঁতে ঢাল বাৰু পেলাই খাবলৈ ধৰাত ভুঞাঁসকলে অনেক কছাৰী লোকক কাটে, কেতবোৰ প্রাণ লৈ কোনো মতে পলায় যায়। এই বোৰ ঘটনা গুরু ঈশ্বৰে জনা নাছিল; বহু প্রাণীৰ জীৱন নষ্ট কৰা শুনি বিস্তৰ খঙ কৰিলে, আৰু কলে, যে ইয়াত থকা ভাল নহয় আঁতৰ হব লাগে। এদিন এজনী মানুহে পানী অনাত মুৰৰ আৰু কাষৰ কলহ পৰি ভগাত ভাগিল ভাগিল শব্দ হল, তাতে কছাৰী আহিছে বুলি ভয় পাই, সকলো ওলাই লৰ মাৰি মুকলিলৈ গৈ দেখে যে একো নাই; পিছত আকৌ ফিৰি আহি নিজ নিজ ঘৰত থাকে। আৰু এদিন এজন আলহি আহিছে, কলাপাত নথকাত পাত কাটিবলৈ যোৱাজনে কাটিলে বুলি শব্দ কৰাত সিও দিনা সকলো লোকে ভয় পাই গৃহৰ পৰা ওলাই লৰ মাৰিলে। পিছত দেখে যে একো নাই। এইদৰে লোকসকলে অহৰহ ভয় পোৱা দেখি শঙ্কৰদেৱে কৈছে ইয়াত থকা ভাল নহয়, উজাই যাব লাগে। এনে সময়তে কছাৰীহঁতে পূর্ব্বৰ শত্রু প্রতিকাৰৰ অৰ্থে যুদ্ধ সাজে আহিছে শুনি ভুঞাসকল পলাবৰ সাজু হল; আনবোৰ লোকক আগধৰি পঠাই গুরু ঈশ্বৰ পদ শিলা দুইখানি দুই ঠাইত দুইখানি একে ঠাইত পুতি ৰাখি-বৰ কাৰণ পিছপৰে। কছাৰীহঁতে খেদি আহি লগ পোৱাত ভেকাগিৰী আগে আগে পলাই গৈছে বিপক্ষৰ লোকে পাছত খেদি নিছে। ব্রহ্মপুত্রৰ

কিনাৰ পাই দেখে যে আগে যোৱা লোকসকলো পাৰ হব পৰা নাই; নদীৰ পানী বেছি, নাও নাই, কেনেকৈ পাৰ হোৱা যাব; উপায় নেদেখি গুৰুদেৱে ব্ৰহ্মপুত্ৰত নামি গৈছে, প্ৰজাসকলো নামি গৈছে, পানী এক আঠু মাথোন হৈছে; কিছু দূৰ গৈ খোল তালবোৰ থাকিল গতিকে পুনৰ নিবৰ নিমিত্তে ফিৰি অহাত কছাৰীহঁতে খেদি লগ পালেহি। উপায় নাপাই খোলতাল পানীত পেলাই ব্ৰহ্মপুত্ৰত সাতুৰি গৈছে, জাজিত লাগি এখন গীতা পুথি উটি আহিছে দেখা পাই গ্ৰহণ কৰাত কছাৰীহঁতে যাঠি জোং মাৰিবলৈ উদ্যোগ কৰাত শঙ্কৰদেৱে কৈছে আমি তোমালোকৰ শত্ৰু নহয়, ব্ৰাহ্মণ, এই বুলি লগুণ দেখুৱাত তাঁবাক বধ নকৰি বিপক্ষীয় লোকৰ ৰাভৰি সুধিছে, আগত যোৱা ভূঞাসকলক দেখুৱাই দিয়াত পানী ৰাম বুলি নমাত কেতবোৰ পানীত ডুবি মৰিল; কেতবোৰ সাতুৰি ৰক্ষা পালে। জন্মৰ পৰা ৬০ বছৰ আলি পুখুৰিত ৭ বছৰ ৰটদ্ৰবাত আছিল; ৬৭ বছৰ বয়সৰ সময় ৰটদ্ৰৱা এৰি উত্তৰ পাৰলৈ ভাগি যায়।

ব্ৰহ্মপুত্ৰ পাৰ হৈ শিঙৰিত এক ৰাতি এক ৰাতি খিলাধাৰিত থাকি পিছ দিনা গাংমৌ পাইছে; তাতে ভূঞাসকলৰ থকাঘৰ আৰু নামঘৰ মণিকূট আদি নিৰ্ম্মাণ কৰি ভকতসকলৰ থাকিবৰ কাৰণ হাটীঘৰ সজাই দি সত্ৰ পাতি নিয়মিত শ্ৰৱণ কীৰ্ত্তন কৰি সুখে আছে। সেই থানতে বৰ পুত্ৰ ৰমানন্দ ঠাকুৰ জন্ম হৈছে। তাৰাৰ জাতকৰ্ম্মাদি কৰি সুখে আছে; সন্তানন্দ বা দেৱীদাস নামে এজন কায়স্থ শিঙৰিত কিছুদিন বিষয় কৰি থাকি বিশ্বনাথ দেৱালয়ত দেৱীভক্ত হৈ পূজা কৰি আছিল; অহৰহ পূজা কৰি থকাত সদাই হাতত পানী লাগি আঙুলিৰ মাজত ঘা হোৱা গতিকে তেওঁক পেনপেনি কায়স্থ বুলিছিল। এইদৰে দেৱীৰ সেৱা পূজা কৰি থকাত এদিন নিশা ভাগে স্বপ্নাদেশ হল যে তুমি এই ভাৱে মুক্তি নাপাবা, গাংমৌত গুৰু অৱতাৰ হৈছে তালৈ গৈ কৃষ্ণৰ নামত শৰণ লোৱা। পিছ দিনা দাড়ি নখ কমাই শুদ্ধ ভাৱে গুৰুৰ ওচৰত গাংমৌত উপস্থিত হল। গুৰুঈশ্বৰে দেৱীদাসক দেখি সম্বোধন কৰিছে আজি বৰ ভকত আহিল, পূৰ্ব্বৰ বিৱৰণ সাৰশেষে জনোৱাত গুণমালা পুথি আৰু লাকৰাগোপাল অৰ্পণ কৰি বৰ ভকতক শৰণ লগাই আজ্ঞা

কৰিছে; আৰু উপদেশ দিছে যে তোমাৰ ঘৰৰ সকলোকে সত্ত পথলৈ আনিব লাগে। তাৰ পিছত সুধিছে বৰ ভকতৰ লৰা কেইটি? আতা উত্তৰ দিছে প্ৰভুৰ দাস চাৰিটি; নাম কি বুলি জিজ্ঞাসা কৰিছে; জয়কৃষ্ণ মহা-কৃষ্ণ, ত্ৰাহিকৃষ্ণ, শ্ৰীকৃষ্ণ বুলি জনাইছে। নাম শুনি গুৰুৱে বৰ সন্তোষ পাই কৈছে যে দৈৱকীৰ ঘৰত এক কৃষ্ণ তোমাৰ ঘৰত চাৰি কৃষ্ণ জন্ম পাইছে; অতএব তুমি বৰ ভকত আমি প্ৰথমে সম্বোধন কৰা শব্দটি উত্তমৰূপে শোভা পাইছে। আজিৰপৰা তোমাৰ নাম বৰ ভকত দিয়া হল। গাঙ্গমৌত এখানি পদ্ম শিলা থাকিছে। ডফলাই আহি গোবধ কৰি দৌৰাত্ম্য কৰাত স্থান পৰিত্যাগ কৰি চাঙ্গনিত ছয় মাহ আছিল, তাতো সত্ৰৰ বিশেষ সুবিধা নোহোৱা হেতু উত্তম থান বিচাৰি ধুৱাঁহাটলৈ গৈছে; এই ঠাইত অৰ্থাৎ গাঙ্গমৌত পাচ বছৰ চাঙ্গনিত ছয় মাহ বাস কৰিছিল।

---

# আসামৰ কলিতা জাতি*

## (২য় বছৰৰ ৫ম সংখ্যা বাঁহীৰ প্ৰতিবাদৰ উত্তৰ)

আসামত কায়স্থ আৰু কলিতা নামেৰে দুই বিধ মানুহ আছে, দুই বিধ মানুহেই শূদ্ৰ জাতিৰ ভিতৰৰ। দুই বিধ মানুহৰ প্ৰাচীন আচাৰ

---

* "শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা, বি এ

মহোদয়েষু

আপোনাৰ ২য় বছৰৰ ৫ম সংখ্যা বাঁহীত আসামৰ কলিতা জাতি বিষয়ে লেখাত আমাৰ লিখিত কথা অযথাৰূপে প্ৰতিবাদ কৰিছে। সেই কাৰণে এটি প্ৰবন্ধ প্ৰণয়ন কৰি বাঁহীলৈ পঠালোঁ, অনুগ্ৰহ কৰি বাঁহীত ঠাই দি সুখী কৰিব যেন। আপুনি যদিবাও এই বিষয়ে কাৰো প্ৰবন্ধ ছাপা কৰা নহয় বুলি জাননী দিছে সেই কেৰি প্ৰত্যাহাৰ কৰিব লগা হল। সোৱা খুব দেখিও মুখত পানী দিয়া হৈছে যেতিয়া কাৰেই অলপ কষ্ট স্বীকাৰ কৰাহে ভাল। আপুনি যদি নিতান্ত নছপাই তেনে হলে যি ইচ্ছা কৰিব। কিমধিকমিতি—

ভৱদীয় শুভাকাংক্ষী

শ্ৰীকীৰ্ত্তিচন্দ্ৰদেৱ গোস্বামী

সঁচা কথা। অগত্যা মুখ পাতিব লগীয়া হলোঁ।— সম্পাদক।

ব্যৱহাৰ সমালোচনা কৰি দেখিলে কায়স্থ উৎকৃষ্ট কলিতা তাৰ পাছৰ বুলিব পাৰি। অতীজৰপৰাই এই সিদ্ধান্তই চলি আহিছে। কায়স্থ বিধ শূদ্ৰই হল বাহন, ভাৰ বহন, পৰপূৰ্ব্বা সধৱা আৰু বিধৱা স্ত্ৰী গ্ৰহণ কৰি কুণ্ডগোলক সন্তান উৎপাদন নকৰে। সেইবাবেই সিহঁতক সৎ শূদ্ৰ বা উত্তম শূদ্ৰ বোলে।

পুৰ্ব্ব কালত কলিতাও কায়স্থৰ লগৰে আছিল বুলি অনুমান কৰিব পাৰি। কিন্তু সিবিলাকে নিকৃষ্ট কৰ্ম্মবিলাক আচৰণ কৰা বাবে কুল লোপ হৈ কলিত'ত পৰিণত হল। কিন্তু শুবি বিশুদ্ধ বাবে তেওঁলোকে কেওঁট আৰু কোঁচৰ ওপৰত আসন পালে। চলিত প্ৰথামতে বোধ হয় এই সিদ্ধান্ত অপসিদ্ধান্ত নহয়।

কিন্তু ১ম বছৰৰ ১১ শ সংখ্যা বাঁহীত দেখিবলৈ পোৱা হল যে, কলিতা শ্ৰেষ্ঠ জাতি আৰু পুৰণি ক্ষত্ৰিয়। কায়স্থ জাতি বৰ্ণসঙ্কৰ, কলিতাতকৈ সকলো বিষয়ে হীন। এই বিষয়ে ২য় বছৰৰ বাঁহীৰ ১ম সংখ্যাত সংক্ষেপে লেখা হৈছিল। কিন্তু ২য় বছৰৰ ৫ম সংখ্যা বাঁহীত আমাৰ লিখিত বিষয় অবৈধৰূপে প্ৰতিবাদিত হৈছে। এতেকে আমিও আত্মশুদ্ধি বিষয়ে শাস্ত্ৰমতে অলপ লেখিবলৈ আগবাঢ়িব লগাত পৰিলোঁ। ২য় বছৰৰ ১ম সংখ্যা বাঁহীত অগ্নিপুৰাণৰ বচন উদ্ধৃত কৰি দেখুৱা হৈছে যে কায়স্থ শূদ্ৰৰ প্ৰপৌত্ৰ, কায়স্থ জাতিবাচক শব্দ নহয় নামবাচক মাত্ৰ, জাতিত শূদ্ৰ।

ইয়াৰ সাধাৰণ প্ৰমাণ,—শঙ্কৰ-চৰিত্ৰত একে ব্যক্তিকে কায়স্থ আৰু শূদ্ৰ বুলিছে।

"কুলত কায়স্থ সবে আচাৰ বিপ্ৰৰ।
গৌড়েশ্বৰে যাৰ খ্যাতি শুনিছে বিস্তৰ॥
শুনিয়া শঙ্কৰদেৱে বুঢ়ী আইক বুলিলন্ত
অসন্তোষ কৰিয়া মনত।
বিধৱাসবৰ ৰন্ধা অন্নক ভুঞ্জিবেঁ। কেনে
উত্তম শূদ্ৰৰ বৰ দোষ॥
অৰ্দ্ধশৌচি স্ত্ৰী তুমি, শূদ্ৰ কুলে উতপতি
তযু পুজা মুহিকে উচিত॥" (ৰমানন্দকৃত গুৰুচৰিত্ৰ)।

ইয়াৰপৰা বুজিব পাৰি যে কায়স্থ শূদ্ৰজাতি, শঙ্কৰৰ দিনতো কায়স্থ সংশূদ্ৰ বুলি গণ্য হৈছিল। শঙ্কৰেই অনেক ব্ৰাহ্মণ আৰু সংশূদ্ৰক আসামত বৈষ্ণৱধৰ্ম্ম প্ৰচাৰক কৰে। সেইসকলেই বৰ্ত্তমান সময়ত মহন্ত নামে পৰিচিত হৈছে। সঙ্কৰ জাতিৰ লগত যি কায়স্থৰ উল্লেখ আছে সেই কায়স্থ ব্যাসসংহিতা মতে অন্ত্যজান্তৰ্গত।

বণিক্ কিৰাত কায়স্থ মালাকাৰ কুটুম্বিনঃ।
কৈবৰ্ত্তমেদ চণ্ডাল দাসশ্চপচ কোলকাঃ।
এতেঽন্ত্যজাঃ সমাখ্যাতা যে চান্যেচগবাশনাঃ। (ব্যাস ১।১১)

কমলাকৰভট্ট কৃত জাতিমালা মতে বৈশ্যৰপৰা শূদ্ৰ কন্যাত হোৱা সন্তানক কায়স্থ বোলে। কিন্তু এই কায়স্থ শূদ্ৰতকৈ অধম।

বৈশ্যাচ্চ শূদ্ৰকন্যায়াং কায়স্থোমসিজীবকঃ।
অধমঃ শূদ্ৰজাতিভ্যঃ পঞ্চসংস্কাৰবানসৌ॥

ইত্যাদি বচন মতে যিবোৰ সঙ্কীৰ্ণ জাতি কায়স্থ সেইসকল শূদ্ৰ ধৰ্ম্ম গ্ৰাহী হলেও জাতিত শূদ্ৰ নহয়। আসামৰ কায়স্থসকল সঙ্কৰ জাতিৰ কায়স্থ নহয়, সঙ্কৰ জাতিৰ কায়স্থ হোৱা হলে সদ্ব্ৰাহ্মণৰ যাজ্য নহল হেঁতেন। আসামৰ কায়স্থসকলৰ আচাৰ ব্ৰাহ্মণৰ নিচিনা আৰু তেওঁলোক সং ব্ৰাহ্মণৰ যাজ্য।

কায়স্থ জাতিগত শব্দ নহয় কৰ্ম্মগত, কৰ্ম্মদ্বাৰা ব্ৰাহ্মণৰো কায়স্থ উপাধি হব পাৰে। যেনে—

শুচীন্ প্ৰাজ্ঞান্ স্বধৰ্ম্মাজ্ঞান্ বিপ্ৰাণ্ মুদ্ৰা কৰাধিতান্।
লেখকানপি কায়স্থান্ লেখ্য কৃত্য বিচক্ষণান্॥ পৰাশৰ ১০।১০

অতএব আসামৰ মান্য শূদ্ৰ বা সংশূদ্ৰসকল অগ্নিপুৰাণোক্ত কায়স্থৰ সন্তান বাৰেই নাইবা পৰাশৰোক্ত বচন মতে কৰ্ম্ম দ্বাৰাই কায়স্থ পদবীয; জাতিত শূদ্ৰ। কলিতা পূৰ্বণি ক্ষত্ৰিয় বুলি উক্ত কৰিছে; যদি পূৰ্বণি ক্ষত্ৰিয় হয় তেনেহলে তেওঁলোকৰ জাতিত ব্যাঘাত হল নে নাই হোৱা বিবেচনা কৰিব লগা হল।

মনুৰ মতে ক্ষত্ৰিয়ৰ উপনয়নৰ মুখ্য কাল ১১ বছৰ, ২২ বছৰলৈকে গৌণকাল থাকে। তৎপৰ উপনয়ণ নহলে ব্ৰাত্য হয়। ব্ৰাত্য উপপাতক

ব্ৰাত্য দোষ গুচিবৰ কাৰণ চান্দ্ৰায়ণ ব্ৰত আৰু গো দান কৰিলে শুদ্ধ হয়, তাৰ পাছত উপনয়ন। ক্ষত্ৰিয়ৰ "শণ্ সূত্ৰৰ" উপবীত বিহিত। ব্ৰাত্যৰ বিহিত প্ৰায়শ্চিত্ত নহলে তাৰ সহিত সংসৰ্গ কৰা নিষেধ। যজন, অধ্যয়ন, দান ক্ষত্ৰিয়ৰ ধৰ্ম্ম, অস্ত্ৰ দ্বাৰা প্ৰজা ৰক্ষণ জীবিকা। ক্ষত্ৰিয়ই বিপদ কালত অৰ্থাৎ স্ব বৃত্তি দ্বাৰা জীবিকা নিৰ্ব্বাহ কৰিব নোৱাৰিলে বৈশ্য বৃত্তিৰে জীবিকা নিৰ্ব্বাহ কৰিব। পশুপালন, কৃষি, বাণিজ্য বৈশ্যৰ বৃত্তি। ক্ষত্ৰিয়ৰ পক্ষে বৈশ্য বৃত্তি বিহিত হলেও হিংসাত্মক বাবে কৃষি বৰ্জনীয়। কিন্তু এই বৃত্তি আপদ কালত মাত্ৰ, বিপদ উত্তীৰ্ণ হলে নিজ বৃত্তি অবলম্বন কৰিব। বৈশ্যই নিজ বৃত্তি উপজীব্য কৰিব নোৱাৰিলে উচ্ছিষ্ট ভোজনাদি নিকৃষ্ট কৰ্ম্ম ত্যাগ কৰি শূদ্ৰ বৃত্তিত চলিব। শূদ্ৰ বৃত্তি হৈছে ব্ৰাহ্মণাদি বৰ্ণ ত্ৰয়ৰ যথাসম্ভৱ পৰিচৰ্য্যা। শূদ্ৰই নিজ বৃত্তিত চলিব নোৱাৰিলে শিল্প কৰ্ম্ম কৰি জীবিকা নিৰ্ব্বাহ কৰিব। (মৌ, ছাল, সুৰা, লা, মাংস ভিন্ন দ্ৰব্য বিক্ৰি কৰিবও পাৰে)। মনুসংহিতা ১০ অধ্যায়।

ক্ষত্ৰিয় নিজ বৃত্তিত চলিব নোৱাৰিলে কৃষি ভিন্ন বৈশ্য বৃত্তিৰে জীবিকা কৰিব পাৰে। কলিতা জাতি পুৰণি ক্ষত্ৰিয় হলে, পুৰুষানুক্ৰমে কৃষি আদি জীবিকা নিৰ্ব্বাহ কৰা বাবে বৰ্ণসঙ্কৰৰ লগতো গণ্য হয়।

> ব্যভিচাৰেণ বৰ্ণানামবেদ্যাবেদনে নচ।
> স্বকৰ্ম্মনাঞ্চ ত্যাগেন যায়ন্তে বৰ্ণসঙ্কৰাঃ॥ মনু ১০ অধ্যায়।

দ্বিতীয়তঃ কলিতা জাতি পুৰণি ক্ষত্ৰিয় হলে আৰু এটি সিবিলাকৰ অপায় উপস্থিত হয়। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ উপনয়ণ সংস্কাৰ বেদ অধ্যয়ন বিহিত আছে। ক্ষত্ৰিয়ৰ ২২ বছৰৰ ভিতৰত উপনয়ন নহলে ব্ৰাত্য হয়, ব্ৰাত্যৰ বিহিত প্ৰায়শ্চিত্ত নোহোৱা পৰ্য্যন্ত ব্ৰাত্যৰ সহিত সংসৰ্গকৰা নিষেধ আছে।

> অত উৰ্দ্ধং ত্ৰয়োহপ্যেতে যথাকালমসংস্কৃতাঃ।
> সাবিত্ৰী পতিতাঃ ব্ৰাত্যা ভৱন্ত্যাৰ্য্যবিগৰ্হিতাঃ॥
> নৈতৈৰপূতৈৰ্ব্বিধিবদাপদ্যপিহি কৰ্হিচিৎ।
> ব্ৰাহ্মাণ্ যৌনাংশ্চ সম্বন্ধান্নাচৰেৎ ব্ৰাহ্মণঃ সহ॥ মনু।

ইয়াৰ দ্বাৰা প্ৰথম ব্ৰাত্যৰ সহিত প্ৰায়শ্চিত্ত নহলে সংসৰ্গ নিষেধ আছে। প্ৰথম ব্ৰাত্যৰ প্ৰায়শ্চিত্ত চান্দ্ৰায়ণ ব্ৰত আৰু গো দান। ব্ৰাত্য উপপাতক হলেও, উপপাতক পুনঃ পুনঃ কৰিলে মহাপাতক হয়।

উপপাতকমাবৃত্তং মহাপাতকতামিয়াৎ। স্মৃতি।

অতএব যাৰ পিতৃ পিতামহ আদি সাত আঠ পুৰুষ ব্ৰাত্য, তাৰ সন্তান

ব্ৰাত্যশ্চান্দ্ৰায়ণঞ্চৰেৎ গো প্ৰদানঞ্চ কুৰ্য্যাৎ।

বুলি ক্ষত্ৰিয় হৈ বৰ্ম্মা পদপী লাভ কৰা অসাধ্যসাধন। এই বিষয়ে স্মৃতিকৰ্ত্তা মনুৱে কৈছে।

দ্বিজাতয়ঃ সবৰ্ণাসু জনয়ন্ত্য ব্ৰতাংস্তুযান্।
তান্ সাবিত্ৰী পৰিভ্ৰষ্টান্ ব্ৰাত্যা ইতি বিনিৰ্দ্দিশেৎ॥
ব্ৰাত্যাত্তু জায়তে বিপ্ৰাৎ পাপাত্মাভূৰ্জ্জকণ্টকঃ।
আৱন্ত্যাবাটধানৌচ পুষ্পধঃ শেখএবচ॥
ঝল্লো মল্লশ্চৰজেন্যাৎ ব্ৰাত্যান্নিচ্ছিবিৰেবচ।
নটশ্চ কৰণশ্চৈব খসো দ্ৰাবিড় এবচ॥ মনু ১০ অধ্যায়।

ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যই বিবাহিত সবৰ্ণাস্ত্ৰীত যি সন্তান উৎপাদন কৰে সেই সন্তান যদি উপনীত নহয় তেতিয়া সেই সন্তানসকলৰ ব্ৰাত্য নাম হয়। ব্ৰাত্য ব্ৰাহ্মণৰপৰা সৰ্ব্বৰ্ণাস্ত্ৰীত হোৱা সন্তানসকলৰ ভূৰ্জ্জকণ্টক, আৱন্ত্য, বাটধান, পুষ্পধ আৰু শৈখ নাম হয়। ব্ৰাত্য ক্ষত্ৰিয়ৰপৰা সৰ্ব্বৰ্ণা স্ত্ৰীত হোৱা সন্তানসকলৰ ঝল্ল, মল্ল, নিচ্ছিবি, নট, কৰণ, খস্, দ্ৰবিড় নাম হয়।

ব্ৰাত্য ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰপৰা সবৰ্ণা স্ত্ৰীত হোৱা সন্তানসকলৰে এই অৱস্থা। অসবৰ্ণা স্ত্ৰীত হলে যে আৰু কিমান নিকৃষ্ট হয় সেই কেৰি পাঠক সকলে নিজে নিজেই ভাবি বুজিব পাৰিব। এইবাবেই স্মৃতিকাৰ মনুৱে "ব্যভিচাৰেণ বৰ্ণানিত্যাদি" ওপৰোক্ত বচন দ্বাৰা ব্ৰাহ্মণাদিবৰ্ণৰ ব্যাভিচাৰ দ্বাৰা সগোত্ৰাদি অবিবাহ্য স্ত্ৰী বিবাহ দ্বাৰা আৰু উপনয়নাদি স্বকীয় কৰ্ম্ম পৰিত্যাগ দ্বাৰা বৰ্ণসঙ্কৰ হয় বুলি অকুণ্ঠচিত্তে লেখিছে।

শেষত—"শনৈকাস্ত ক্ৰিয়ালোপাদিমাঃ ক্ষত্ৰিয় জাতয়ঃ।
বৃষলত্বং গতা লোকে ব্ৰাহ্মণাদৰ্শনেন চ॥

তেনেকুৱাবিলাক সঙ্কীৰ্ণ জাতিক শূদ্ৰধৰ্ম্মগ্ৰাহী কৰি উদাহৰণ স্বৰূপে—

পৌণ্ড্ৰকাশ্চৌড্ৰ দ্ৰবিড়াঃ কাম্বোজাঃ যবনাঃ শকাঃ।
পাৰদাঃপহ্লবাশ্চীনাঃ কিৰাতা দৰদাঃ খশাঃ॥

প্ৰমাণ দেখুৱাইছে। ভবিষ্যতেও স্বকৰ্ম্মাদি ত্যাগ কৰিলে এনেবিলাক জাতিয়েই হব বুলি উদাহৰণ দিছে। প্ৰতিবাদী মহোদয়সকলে যে—

উপবীতিঃ ক্ষত্ৰিয়শ্চ দ্বাদশাহেন শুদ্ধ্যতি।
মাসেনানুপবীতশ্চ ক্ষত্ৰিয়ঃ শুদ্ধ্যতে তথা॥

এই বৃহন্নাৰদীয় বচন দ্বাৰা অনুপবীত ক্ষত্ৰিয়ৰ মাসাশৌচ বিধান কৰিছে, বিধান কৰা সঙ্গত হৈছে। কাৰণ ক্ষত্ৰিয়ত্ব হীন হলে ওপৰোক্ত প্ৰমাণ দ্বাৰা তেনে ক্ষত্ৰিয় শূদ্ৰধৰ্ম্মগ্ৰাহী হয়, কাযেই মাসাশৌচ হব।

আৰু "শূদ্ৰায়াং ব্ৰাহ্মণাজ্জাতঃ শ্ৰেয়সা চেৎ প্ৰজায়তে।
অশ্ৰেয়ান্ শ্ৰেয়সীং জাতিংগচ্ছত্যা সপ্তমাৎ যুগাৎ॥

এই বচনৰ যে "সপ্তমাৎ যুগাৎ" এই পদদ্বয়ৰ সাত যুগ অৰ্থ কৰিছে, বাস্তবিকে সাত যুগ নহয়, সাত জন্ম হে। আৰু যি নিয়মে উক্ত মনু বচনৰ অৰ্থ লেখিছে সেই অৰ্থও সঙ্গত হোৱা নাই। অভিজ্ঞপাঠকে মুল মনুসংহিতাত কুল্লুক ভট্টৰ টীকা আৰু মেধাতিথিৰ ভাষ্য দেখিলে জাতি কি নিয়মে উৎকৃষ্ট অপকৃষ্ট হয় বুজিব পাৰিব। আমি লিখিলে প্ৰবন্ধ বিস্তীৰ্ণ হয় বাবে সেই বিষয় এৰা হল। আৰু যে—

সৰ্ব্বধৰ্ম্মবহিৰ্ভূতঃ সৰ্ব্বপাপৰতঃস্তথা।
মুচ্যতে নাত্ৰ সন্দেহো বিষ্ণোৰ্ণামানু চিন্তনাৎ॥

এই বৈশম্পায়নৰ বচনৰ দ্বাৰা বিষ্ণুৰ নাম ললে বিধৰ্ম্মী আৰু পাপী পবিত্ৰ হৈ পুৰ্ব্ব জাতি প্ৰাপ্ত হয় বুলি আভাস দিছে, তেনেহলে সকলো বাট নিষ্কণ্টক হল। কিন্তু বিষ্ণুনাম দ্বাৰা বাহ্য অভ্যন্তৰ পবিত্ৰ হলেও, অন্তৰ পক্ষে, তেনে হোৱা কিছু শঙ্কট। অনেক শাস্ত্ৰীয় বাক্য অৰ্থবাদ আৰু নিন্দাবাদ অলঙ্কাৰযুক্ত, এইবাবে যুক্তি আশ্ৰয় কৰি সিদ্ধান্ত কৰিলেহে গ। সাৰিব পাৰি। এই বিষয়ে শাস্ত্ৰত আছে যে—

কেবলং শাস্ত্ৰমাশ্ৰিত্য নকৰ্ত্তব্যোহৰ্থ নিৰ্ণয়ঃ।
যুক্তিহীন বিচাৰেতু ধৰ্ম্মহানিঃ প্ৰজায়তে॥

আৰু যে লেখিছে কলিতাবিলাকে বিধৱা বিবাহ কৰায়, সেই বিষয়ে পৰাশৰীয় বচন উদ্ধৃতো কৰিছে। নামনি আসামত কলিতাই বিধৱা বিবাহ কৰাব পাৰে, কিন্তু উজনি আসামত হলে কলিতাই বিধৱা বিবাহ নকৰায়, তৎপৰিবৰ্ত্তে পৰপূৰ্ব্বা সধৱা বিধৱাক গ্ৰহণ কৰি শাস্ত্ৰীয় কুণ্ড আৰু গোলক সন্তান উৎপাদন কৰে মাত্ৰ।

স্মাৰ্ত্ত ভট্টাদি প্ৰামাণিক নিবন্ধকাৰসকলে পৰস্ত্ৰীত পুত্ৰোৎপাদন কৰা অপকৃষ্ট জাতিৰ বিষয় বুলি উল্লেখ কৰিছে। সেই উপলক্ষে অশৌচাদিৰ নিয়মো যথাশক্তি দিহিছে। যিসকল শূদ্ৰই বিধৱা গ্ৰহণ কৰে সেই সকল পৰাশৰীয় বচন মতে গ্ৰহণ কৰা নহয়। পৰাশৰীয় বচন সৰ্ব্বজাতি সাধাৰণ; কিন্তু পৰাশৰৰ বচনত কিছুমান আপত্তি থকা বাবে এতিয়ালৈকে বিধৱা বিবাহ সৰ্ব্ববাদীসম্মত হোৱা নাই। আসামৰ কলিতা জাতি পুৰণি ক্ষত্ৰিয় হলে মন্বাদি শাস্ত্ৰ মতে নিকৃষ্ট জাতি হয়, সেই কাৰণে তেওঁলোকক আমি পুৰণি ক্ষত্ৰিয় বুলিবলৈ ইচ্ছা নকৰোঁ। গুৰিত কায়স্থৰ সহিত ঐক্য হলেও কিছুমান বিৰুদ্ধ আচৰণ কৰা বাবে কায়স্থৰ সমানো হব নোৱাৰে। সঙ্কৰ জাতিৰ কায়স্থ আসামৰ কোনো ঠাইত থাকিলেও থাকিব পাৰে।

"কালোহ্যয়ং নিৰবধিঃ বিপুলাচ পৃথ্বী

কিন্তু কাৰুভী আৰু মহন্ত কায়স্থ উক্তবিধ কায়স্থৰ দৰে নহয়। সেই সকলৰ পূৰ্ব্বাপৰ বিশুদ্ধ আচৰণেই বিশুদ্ধতাৰ যাই প্ৰমাণ। কায়স্থৰ উত্তৰী গ্ৰহণ শাস্ত্ৰীয় বুলি পূৰ্ব্বে লেখা হোৱা নাই, কিন্তু কায়স্থ মহন্তসকলৰ ভিতৰত পৰম্পৰাক্ৰমে উত্তৰী লোৱা চলিত আছে। অতএব—

যস্মিন্‌দেশে যদাচাৰঃ পাৰম্পৰ্য্য ক্ৰমাগতঃ"

বুলি অশাস্ত্ৰীয় হলেও শাস্ত্ৰীয়ৰ দৰেত ধৰিব পাৰি। পিতৃ পিতামহ আদি যি সৎপথে চলে সেই পথ অশাস্ত্ৰীয় হলেও শাস্ত্ৰীয়—

পিতৰো যেন যাতাঃ স্যুৰ্যেণ যাতাঃ পিতামহাঃ

তেন যায়াৎ সতাংমাৰ্গং তেন গচ্ছন্ন দুষ্যতি। মনু।

জাতি এটিৰ বিষয়ে শাস্ত্ৰীয় মত ব্যক্ত কৰাত দোষ হলে আমাক যেন সকলোৱে ক্ষমা কৰে। কিমধিকমতি

শ্ৰীকীৰ্ত্তিচন্দ্ৰ বিদ্যাভূষণ গোস্বামী।

# ভোকেন্দ্ৰ বৰুৱাৰ মধ্যলীলা।

## প্ৰথম আধ্যা।

সমুখ ৰণত পৰি বীৰ চূড়ামণি
গোক্ষেশ্বৰ শুচি যেবে গল স্বৰ্গপুৰী
অকলৈ, কোৱাঁ হে দেবী অমৃতভাষিণি!
শোকত কৰিলে কিবা জেতুকা-ঈশ্বৰী
পতিপ্ৰাণা ?

কলিকতাৰ মিৰ্জাপুৰ ষ্ট্ৰীটৰ ঘৰ এটাৰ খোটালী এটাত থকা পাঁচ মহা যেচৰ "ভক্তাপোচ" এখনত পেট পেলাই, পৰি ভোকোন্দায়ে ( আজিকালি ভোকেন্দ্ৰ বৰুৱা ) অনেক ভাবি চিন্তি ওপৰত দিয়া কবিতা কেইফাকি ৰচনা কৰিছে মাথোন, এনেতে সেই "মেচ" নিবাসী শ্ৰীযুত সোমনাথ শইকীয়া আহি তেওঁৰ পিছ ফালে থিয় দিলে। সোমনাথ যে পিছ ফালে থিয় দি আছে-হি, সেই বাৰ্ত্তাৰি ভোকেন্দ্ৰৰ মূৰে তেতিয়াও পোৱা নাই। ইতিমধ্যতে সোমনাথৰ চকুত ভোকেন্দ্ৰ বিৰচিত কবিতা কেইফাকি পৰিল। সোম-নাথে বুজিলে যে কাব্য-কুসুমৰ মলা গঁথাত ভোকেন্দ্ৰ কবি ইমান নিমগন হৈ আছে যে সেই মলাৰ শান্তিভঙ্গ নকৰাকৈ তেওঁৰ ফালে ভোকেন্দ্ৰৰ মনযোগ আকৰ্ষণ কৰিবৰ আৰু আন উপায় নাই। সেইদেখি সোমনাথে মাত লগালে—"কি হে ভোকোন্দাই!—শ্ৰীবিষ্ণু!—ভোকেন্দ্ৰ! তুমি দেখোন মাইকেল মধুসূদন দত্ত হৈ পৰিলা! চমৎকাৰ কবিতা! আশ্চৰ্য্য!"

কাব্য-ফুলনিত বহি একান্ত মনে কবিতাৰ মলা গাঁথি থাকোঁতা ভোকেন্দ্ৰই হঠাৎ এই কথাষাৰ শুনি উচাপ খাই উঠি উভতি চাই দেখিলে যে তেওঁৰ বন্ধু সোমনাথ। অগত্যা তেওঁ বন্ধুক গুৰুত্ব আৰু কবিতাক লঘুত্ব দি হাতৰ পেঞ্চিল থৈ আগ্ৰহেৰে মাত লগালে—"অ সোমনাথ! আহাঁ, আহাঁ, বহাঁ, বহাঁ। কেতিয়া ইয়ালৈ আহিলা মই তো গমকে পোৱা নাছিলোঁ।"

সোমনাথ।—"নেপাবা তো গম ; তুমি কিবা বোলেনে—
'কালিদাস ভবভূতি,
শেলি কীটচ, লবামতি, আকে আকে কবিৰ'

মাজত বহি কাব্য-কুল তুলি লৈ কুলৰ-চাকি শুঁঘিব লাগিছা। শুৰ্থাঁ, শুৰ্থাঁ; আৰু লগে লগে তুমিও অমৰ কবিসকলৰ বৰ-সবাহত বহি তোমাৰ কবিতাৰ সুললিত বাগ দি সভাসদসকলক স্তম্ভিত কৰঁা। আসামৰ নাম থাকক।—মই এভিয়াই আহিছোঁ; বেছি পৰ হোৱা নাই। কিন্তু ভাই ভোকেন্দ্ৰ! তুমি যে এনে সুন্দৰকৈ অমিত্ৰাক্ষৰ ছন্দত কবিতা লেখিব পৰা হৈছা, মই তো আগেয়ে জনা নাছিলোঁ। তুমি মাইকেলৰ "মেঘনাদ বধৰ" নিচিনা কিবা এখন মহাকাব্য আৰম্ভ কৰিছা দেখিছোঁ। Bravo ভোকেন্দ্ৰ! Bravo Poet ভোকেন্দ্ৰ!" ভোকেন্দ্ৰই উত্তৰ দিলে,—"অন্তৰত কবিতাময় ভাবৰ ভুমুক থাকিলে সেই ভাব এইদৰে ওলায়েই। মাইকেল মিল্টন কিবা চতুৰ্ভুজ আছিল নে কি? মাইকেল মিল্টনো মানুহ, আমিও মানুহ; মাথোন Opportunity লাগে, সুবিধা লাগে, আৰু ছপাবলৈ ধন লাগে। এই দুটাই মাই কথা। মোক এই দুটা তুমি দিয়াঁ, আৰু মেঘনাদ বধ, কুম্ভকৰ্ণ বধ, ব্ৰজাঙ্গনা আৰু বীৰাঙ্গনা কাব্য কেইখন লাগে মোৰপৰা তুমি 'ফৰ্মাচ দি' লৈ থাকঁা।"

সোমনাথ।—"সঁচা কথা, সঁচা কথা। তুমি অনায়াসে পাৰিবাও; কাৰণ তোমাৰ গাত কবিতাৰ Sparks (ফিৰিঙতি) আছে। পাৰ্থৰ্বনিচিনা বীৰৰ সুবিধা আৰু কৃষ্ণৰ নিচিনা সহায়ৰ ধন পালে তোমাৰ ফিৰিঙতিয়ে যে নিশ্চয় আসাম-খাণ্ডৱবন দাহ কৰিব পাৰে তাক মই ভালকৈ বুজিছোঁ।"

ভোকেন্দ্ৰ।—"দেখাঁ সোমনাথ, তুমি ভাই মোক যেনেকৈ বুজা, মোৰ ইমানবোৰ "ফ্ৰেণ্ডৰ" (বন্ধু) ভিতৰত কোনেও মোক তেনেকৈ নুবুজে। জানা, Merit appreciate কৰিবলৈ Merit লাগে। লোকৰ মোল বুজিবলৈ নিজৰ গাত মোল থাকিব লাগে। তোমাৰ অন্তৰতো কবিতাৰ Germ অৰ্থাৎ বীজ অৰ্থাৎ পোক আছে, অলপ Cultivate কৰিলে অৰ্থাৎ চহালে তুমিও কবি হব পাৰা।"

সোমনাথ।—Quite right. সঁচা। ৰতনে হে ৰতন চিনিব পাৰে। তোমাৰপৰা খুচৰি গৈ যে কবিতাৰ পোক মোৰ ভিতৰতো সোমাইছে, সেইটো মই অলপ-অচৰপ আজি বুজিব পাৰিছোঁ। কালি ৰাতি মোক সঁচাকৈয়ে এই পোকে কামুৰিছিল; নহলে বাহিৰত তোমাক দেখি ভিত-

বৰ শোৱাপাটীত পৰি মোৰ টোপনি নাহিছিল কিয়? আৰু দুষণ্টামান পাটীতে পৰি ভাবি ভাবি—

"তোমাকে হে ভাল পাওঁ মৰমৰ সখি!"

এই কবিতা ফাকিৰ লগত—

তোমাক নাপালে উৰি যাব প্ৰাণ-পখী॥—

এই ফাকি কোনোমতে মিলাই হে শেহত মোৰ টোপনিটো আহিছে। কিন্তু মই নচহাওঁ, বুজিছা নে? কবিতাৰ Germবোৰ যদি বীজ হয় তেন্তে ভালেই, তাৰপৰা কঠীয়া হব; আৰু যদি পোক হে, তেন্তে সেই এটাইবোৰ পাখি-লগা উই-পকৰা হৈ কৰবালৈ উৰি যাবৰ সম্ভৱ।"

তোকেন্দ্ৰ।—"যাওক সেইবোৰ কথা। তুমি আহিলা ভালেই হল; তোমাৰে সৈতে মোৰ এটা ডাঙৰ বিষয় আলচ কৰিব লগা হৈছে। যাকে তাকে 'প্ৰাইভেট্' (বিশ্বাসী) কথা কয়ও নোৱাৰি। আজি পুৱা ঘৰৰপৰা এটা টেলিগ্ৰাম পালোঁ; তাত লেখিছে মোৰ 'ফাদাৰ' (পিতাদেও) গোপেশ্বৰ বৰুৱাই কালি দিনৰ দহ বজাত প্ৰাণত্যাগ কৰিলে। অৱশ্যে মাউৰত। আগেয়ে কোনো inkling (সঙ্কেত) মোক কোনেও নিদি হঠাৎ মৃত্যুৰ বাতৰি দিলে। আজি দহ দিন মানৰ আগেয়ে 'ফাদাৰৰ'পৰা এখন চিঠি পাইছিলোঁ, তাত লেখা আছিল যে তেওঁৰ গক মহ এটাই কেইটা চৰকাত পৰি মৰিল, আৰু তেওঁৰ ধাৰ-ঋণ লাগি অৱস্থা বেয়া হল; সেইদেখি তেওঁ আৰু মোলৈ মাহে মাহে ধন পঠিয়াব নোৱাৰে; সেইবাবে মই ঘৰলৈ উভতি যাব লাগে। পোনতে মই সেই চিঠিৰ কথা Mere bosh (ফাকি) বুলি ভাবি উৰাই দিছিলোঁ, কিন্তু তাৰ দুদিনৰ পিছত Uncleৰপৰা (মোমাইৰপৰা) এখন চিঠি পাই বুজিলোঁ যে ফাদাৰৰ সেই চিঠিৰ কথা সঁচা। এতিয়া ফাদাৰো ঢুকুৱা বাতৰি হঠাৎ পালোঁ। Now মই কৰোঁ কি? দুবাৰ Cursed ফাষ্ট' আৰ্টচ্ পৰীক্ষা দিও "পাছ" হব নোৱাৰিলোঁ; হতচিৰী হোৱা পৰীক্ষকবোৰে নিজৰ বিদ্যা ফলাবলৈ গৈ টান প্ৰশ্ন-দি আমাক Massacre (হত্যা) কৰিলে। সেইদেখি ফাষ্ট' আৰ্টচক kick কৰি (লাথি মাৰি) ওস্তাদ ৰাখি গান বাজনাকে শিকিবলৈ চেষ্টা কৰিছিলোঁ; ভাবিছিলোঁ আসামত "মিউজিক প্ৰফেচৰ" (সঙ্গীতৰ

অধ্যাপক) হব পাৰিলেও নাম কৰিব পাৰিম, কিন্তু সিও নহল; যেটো ওস্তাজে পইচা খাই বাগৰ তা-না-না-না শিকাওঁতেই দিলো তিনি চাকিকৈ তেল পোৰে দেখি Disgusted (বিৰক্ত) হৈ তাকো এৰি পেলালেঁ। সেই সোপা অবশ্যে তুমি জানায়েই। তাৰ পিছত ভাবিলেঁ। Author (গ্ৰন্থকৰ্তা) হম। তিনিখন নাটকৰ তিনি ছোৱা লেখি আমনি লাগি তাকো পুৰি পেলালোঁ। কবিতাৰ কিতাপো এখন লেখিছিলোঁ, খৰচৰ অভাৱত ছপাব নোৱাৰি তাকো পেলাই থৈছোঁ। আজি Father's demise news (পিতৃবিয়োগ বাতৰি) পাই যেজাব লাগি ভাবিছোঁ, যে অমিত্ৰাক্ষৰ ছন্দত এখন মহাকাব্য ৰচনা কৰোঁ। কিতাপখন ছপাবলৈ এজন Publisher (প্ৰকাশক) ঠিক কৰিব পাৰিলেই সকলো লেঠা মৰে। কলিকতাৰ এচ্ কে লাহিড়ীক বুজাই কলে যোধ কৰোঁ Publishঅৰ হবলৈ ৰাজী হব; নহলে আমাৰ ভট্টাচাৰ্য্যক ধৰিম বুলি ভাবিছোঁ। যেয়ে প্ৰকাশক হওক মই কিন্তু তেওঁক নিশ্চয়কৈ কব পাৰোঁ যে মই যি গঢ়েৰে কাব্যখন লেখিব খুজিছোঁ সেই কাব্য ছপা কৰি বিক্ৰি কৰিলে টকাই চোঁচোৱাই থাকিব। আৰু He will be amply compensated. নিশ্চয় তেওঁৰ খৰচ উঠি বিস্তৰ লাভ হব। তুমি কি বোলা?"

সোম।—"নিশ্চয় নিশ্চয়। মই তাৰ আৰম্ভনটো দেখিয়েই বুজিব পাৰিছোঁ যে সি এখন হমৰৰ ইলিয়াদ নাইবা মাইকেলৰ মেঘনাদ হব। কিন্তু এটা কথা শোধোঁ, তোমাৰ পিতৃদেৱতা সম্মুখ সমৰত পৰিল বুলি যে তুমি লেখিছা, সেইটো কোন যুক্তত?"

ভোক।—"কিয়? মাউৰেৰে সৈতে কথা যুক্ত। আৰু সেইদৰে লেখাটো মহাকাব্যৰ দস্তৰ হে। তেনেকুৱা এটা "গ্ৰেণ্ড" ধৰণ নহলে কাব্যখন Effective নহয়। মহাকাব্যৰ আৰম্ভনেই তেনে। Why don't you understand that?"

সোম।—(মূৰটো থজুৱাই) "বুজিলোঁ। এতিয়া। ঠিক হৈছে।"

ভোক।—"বৰ নাই হোৱা ঠিক। আৰু আছে। ধৰাঁ, যদি এই Ventureটো (চেষ্টা) কোনো Unforeseen কাৰণত (অদৃষ্টক্ৰমে) Successful (সিদ্ধি) নহয়; কাৰণ There is many a slip between the cup

and the lip, তেন্তে আৰু কি কৰা যায়? মই স্পষ্টকৈ দেখিবলৈ পাইছোঁ, যে মই আদালতলৈ উভতি যবই লাগিব। Question of money my friend! পইচাৰ কাম, বান্ধ! তেতিয়া কি কৰিম? চাকৰি I can't accept. চাকৰি মই লব নোৱাৰোঁ, কাৰণ সি মোৰ স্বভাৱৰ বাহিৰ। What profession do you recommend? তুমি মোক কি কামত ধৰিবলৈ পৰামৰ্শ দিয়াঁ?

সোম।—"Author (গ্ৰন্থকৰ্ত্তা) হোৱাঁ।"

ভোক।—"Provided I get a publisher to publish my book. প্ৰকাশক নহলে গ্ৰন্থকৰ্ত্তা হোৱা মিছা। কিতাপ ছপাবলৈ ধন লাগে। Suggest another my friend. আৰু এটা কোৱাঁ।"

সোম।—"খেতি-বাতি কৰাঁ।"

ভোক।—"তাতেকো Capital (মূল-ধন) লাগে। নিজে তো হাল বায় নোৱাৰি। কামত আৰ্য্য হোৱা দিন গল।"

সোম।—"বাণিজ্য ব্যৱসায় কৰাঁ।"

ভোক।—"অৱশ্যে বাণিজ্যে বসতে লক্ষ্মী; কিন্তু তাতেকো মূল-ধন আৱশ্যক। মূলধন নহলে নোহোৱা ব্যৱসায়ৰ নামকে নকৰা। Besides grand scale অত অৰ্থাৎ ডাঙৰকৈ ব্যৱসায় কৰিব নোৱাৰিলে মুদীৰ দোকান কৰিবলৈ যোৱাটো Degradation (অপমানৰ কথা)। I can't do it. মই সেইটো কৰিব নোৱাৰোঁ।"

সোম।— "তোমাৰ দেউতাৰাৰ ব্যৱসায়?"

ভোক।—"Horrible! ছিঃ! ছিঃ! তোমাৰ মুখটো গোবৰেৰে ভৰা যেন দেখিছোঁ। কাদাৰৰ ব্যৱসায়ৰ বহুত বি নাম পাইছিলোঁ তাক মৰি-মৰ-আহ দি যুজি হে গুচাইছোঁ; তাকে আকৌ তুমি কোৱাঁ! এই কথাষাৰ তুমি নকৈ যদি আন কোনোবাই কলে হেঁতেন তেন্তে তাক মই সমুচিত প্ৰতিফল দিলোঁহেঁতেন। I would not have excused him. মই তাক কেতিয়াও ক্ষমা নকৰোঁ। But you are my best friend so I excuse you. তুমি মোৰ বৰ বন্ধু, সেইদেখি হে মই তোমাক ক্ষমা কৰিলোঁ। তুমি জানা নে? সঁচাকৈ কব লাগিলে, আমাৰ

গক মহহেযাৰ মৰি গলত মই পেটে পেটে বং পাইছোঁ। আপদ গল! গল-গ্ৰহ গল! A millstone has been removed from my neck!

সোম।—"ভেন্তে এটা Noble profession ভাল ব্যৱসায় আছে, কৰিবা নে? কৰিব পাৰিলে বহু সুখ আৰু ধন এই তিনিওটা লাভ হয়।"

এই কথা শুনি আগ্ৰহেৰে ভোকোন্দাই সোমনাথৰ কাষ চাপি আহিল। আহি শুধিলে "কি ভাই সেইটো কি কোৱাঁচোন? ঠিক ভেনে এটা profession কে (ব্যৱসায়কে) মই বিচাৰি ফুৰিছোঁ। কোৱাঁ ভাই কোৱাঁ?" ভোকোন্দাইৰ আগ্ৰহ দেখি সোমনাথে গহীনকৈ মাত লগালে "Spyৰ profession চৰিয়াৰ ব্যৱসায়। এই ব্যৱসায় বৰ লাভৰ ব্যৱসায়। ধৰিবলৈ গলে ই বৰ Noble profession. এই ব্যৱসায়ত থাকিলে, কোনে কি কৰিছে কি মেলিছে, ইত্যাদি ডুনিয়াৰ কত খবৰ জানিব পাৰি; জানি মনত কি ভূমানন্দ লাভ কৰিব পাৰি আৰু লোককো সেই গোপনীয় কথাৰ ভাণ্ডৰ পৰা অমৃত বিতৰণ কৰি আনন্দ দিব পাৰি, যি সেই কাম কৰিছে সি হে তাক বুজিব পাৰে। তাৰ বাহিৰে তাৰ দ্বাৰাই দেশৰ মহৎ উপকাৰ হয়; কাৰণ চৰিয়াই দেশৰ চকু, ৰজাৰ চকু, প্ৰজাৰ চকু। 'চাৰঃ চক্ষু মহীভৰ্ত্তু যস্তনা-স্ত্যন্ধএবসঃ'। আৰু এটা কথা মই তোমাক কওঁ, আজিকালি স্পাইৰ (চৰিয়াৰ) বৰ demand (প্ৰয়োজন)। তুমি হওঁ বুলিলে এতিয়াই কিজানি কোটোৱালহঁতে তোমাক জপিয়াই চুমা খাই কোলাত তুলি লৈ যাব। তুমি দেখুৱাই শুনাই চৰিয়াৰ বিষয়ত থাবলৈ বদি অলপ লাজো কৰা, ভেন্তে গুপুতে ভেওঁলোকক সকলো খবৰাখবৰ যোগাই থাকিব পাৰিলেও মুঠিয়ে মুঠিয়ে টকা তোমাৰ হাতলৈ আহিব। সদায় ন ন সঁচা খবৰ নাপালেও অলপ বুধি খেলাই সঁচাই মিছাই একে ঠাই কৰি বান্ধি বাঢ়ি দি থাকিব পাৰিলেও চলি যায়। ইত্যাদি কাৰণত হে কৈছোঁ যে চৰিয়াৰ ব্যৱসায় বৰ লাভৰ ব্যৱসায়,—আৰু ওখও।"

ভোক,।—"ছিঃ! মই Spy হব নোৱাৰোঁ দেও হে। চৰিয়াক মই বৰ ঘিণ কৰোঁ। I hate the brood of spies। ভাল মানুহৰ নৰাই চুৰকৈ লোকৰ কল-তলে বাঁহ-তলে ফুৰি, কোনে কি কৰিছে কি মেলিছে, সেইবোৰ বিণলগা কথা চাই ফুৰা ব্যৱসায়ক যে তুমি কি বুলি noble profession

(গুপ্ত ব্যৱসায়) বুলিছা মই কৰ নোৱাৰোঁ। প্ৰাণ গলেও মই সেই কাম কৰিব নোৱাৰোঁ; তেহেলে ভাত খিয়ানেই ধন সোণ থাকক। একোকে কৰিবলৈ নেপালে মই বৰং কৰিতা লেখি উঁবুৰা আহু চাউলৰ ভাত এধাপেটীয়াকৈ খাই প্ৰাণ ধাৰণ কৰিম সিয়ো ভাল, তথাপি কাকতুল্য চৰিয়া dirty spy হব নোৱাৰোঁ।"

এই বুলি কণ্ঠৰাকৈ তোকোন্দায়ে এই উত্তৰ দি মৌনাবলম্বন কৰিলত, সোমনাথে "আছোঁ হে এতিয়া, ভাত খাবৰ হল" বুলি কৈ ভাবপৰা উঠি গুচি গল।

## দ্বিতীয় আধ্যা।

বলী চুৰ্ব্বিহাই নিশকভীয়া তোকোন্দাইক কলিকতাৰপৰা হেচুকি নি আসামত পেলাই দিলে গৈ; সেইদেখি আজি আমি তেওঁক মাজুলীৰ ঘৰত দেখিবলৈ পাইছোঁ। মাক জেতুকীয়ে অনেক কালৰ মুৰত পুত্ৰৰত্নক লাভ কৰি আঁচলৰ গাঁঠিত বান্ধি থব খোজোঁতেই তোকোন্দায়ে হাতেৰে ঠাব দি মাকৰ সেই পুৰণি অঙ্কীয়া ভাৱনা বন্ধ কৰি দি থিয়েটৰৰ গঢ়েৰে গম্ভীৰ ভাৱে মাকক স্বাগত প্ৰশ্নাদি কৰিবলৈ ধৰিলে। পুতেকৰ সংস্কৃত ভাব গতি দেখি জেতুকীয়ে নিজৰ মনত সদায় ডাঠকৈ পূছি থকা ভাৱটো আৰু ডাঠ হৈ উঠিল; সেইদেখি খন্তেকৰ নিমিত্তে তেওঁ স্বামীৰ শোক পৰিহাৰ কৰি উৎসাহেৰে মাত লগালে,—'মোৰ বোপাই, তই কলিকতাত পঢ়ি শুনি হাকিম হৈ আহিবি, সেইটো মই আগৰেপৰা জানিছিলোঁ; সেইদেখি এই দুখতো মোৰ বং। তই যে কলিকতাত থাকি মুনুচুপু সদৰামিন হৈছ সেই কথাৰ একে-বাৰকে তই আমালৈ চিঠিত নেলেখ! তোৰ এনে হে আশয়? তই নো মোক ভাবিব লাগিছে কেলেই মোৰ বোপাই? তই একেবাৰেই হাকিম হৈ আহি আমাৰ দেশত ওলাই বাৰে শত্ৰুকৰ মুখত ছাই সানিবি বুলি মই আগৰে পৰা জানি আছোঁ। তোৰ বাপেৰ হোজা মানুহ আছিল, সেইদেখি সেইটো তেওঁ বুজিব নোৱাৰিছিল, আৰু সেই কথা মই উলিয়ালেই সদায় তেওঁ মোৰে সৈতে দ্বন্দ কৰিছিল। বপূৰা মৰি গল, তোৰ সুখ সম্পদ দেখিবলৈ নাপালে! এতিয়া গোসাঁয়ে তোৰ ভাল কৰক, মোক আৰু একো নালাগে মোৰ বোপাই!" এই বুলি জেতুকীয়ে চকুৰ পানী টুকিবলৈ ধৰিলে।

ভোক,।—"Now, Now, mother, what is this? pray don't! don't! তোমালোক তিকতা মানুহ বৰ Sentimental, কথায় কথায় তোমালোকৰ চকুৰ পানী ওলায়। তোমাক কোনে কলে যে মই হাকিম হৈ আহিছোঁ। সেইটো মিছা কথা। nothing of the sort. You are very simple. তুমি বৰ হোজা বুজিছা নে?

জেতুকী।—"মোক কোনে কব লাগিছে, মই নিজেই বুজিছোঁ। মোক নো তই ভাবিব লাগিছে কেলৈ মোৰ বোপাই! মই কিবা তোৰ সুখ সন্তোষ দেখিলে বেয়া পাওঁ নে? মোক তই একো দিব নালাগে মোৰ বোপাই, তই মুন্‌চুপ সদৰামিণ বৰ মানুহ হৈ ভালে কুশলে থাকিলেই মোৰ সকলো হল।"

ভোক,।—"বাক সেইবোৰ কথা এতিয়া থোৱা, পিছত হব। ভ্ৰমৰিণী কলৈ গল? তাইক দেখা নাই দেখোন?

জেতুকী।—"কোন বোপাই? কোন কলৈ গল? ভ্ৰমলিনী কোন? অ বুজিছোঁ, ভনীয়েৰ ভুভুৰী। তই দিয়া নামটোৰে মাতিছ? তাই বাট চাই আছিল, কিন্তু তই কেতিয়া পাবিহি তাৰ ভু নেপাই, টোপনিয়ে ধৰিলত শুই থাকিল। তুলি আনো গৈ বাওঁ"

ভোক,।—"নালাগে, নালাগে এতিয়া তাইক ভুলিব! থাওক, শোৱক, কাইলৈ পুৱা দেখা হব। বাক আই কোৱাচোন, পিতায়ে কিমান ধাৰ লগাই থৈ গল"?

জেতুকী।—"গক মহ কেইটা চবকা লাগি মৰিলত, তোলৈ ধন পঠিয়াবলৈ পিতাৰে ধাৰ কৰিছিল। তিনি কুৰি ৰূপৰ ধাৰ লাগিল। তই চিন্তা নকৰিবি, তিনি কুৰি ৰূপ নো কি? তই হাকিম হৈ আহিছ যেতিয়া মই একে মাহতে সোপাকে শুজি পেলাম।"

ভোক,।—"বাক বাক সেইটো এৰা, খাবলৈ কি আছে আনা, I am hungry, মোৰ ভোক লাগিছে—"

এই কথা শুনি জেতুকীয়ে নবালৰিকৈ পুতেকলৈ ভাত বাঢ়ি আনিবলৈ ভিতৰলৈ গল।

## তৃতীয় আধ্যা।

ইয়াৰ এমাহমানৰ পিছতে সংসাৰ-শিলৰ যৰ আভথন কোনোবাই ভোকো-ন্দাইৰ পিঠিত তুলি দি ঘুৰাবলৈ ধৰিলে; আৰু তাৰ হেচাত তেওঁৰ ভবিষ্যতৰ আশা ভৰসাবোৰ দল খাই গল। ভোকোন্দায়ে কলিকতাৰপৰা উৰ্ত্তি আছি স্কুল কেচাৰিত ২০।২৫ টকীয়া চাকৰি কৰাটোও অপমানৰ কথা বুলি ভাবিছিল; অথচ "এফ্ এ ফেল্" তেওঁক তাতকৈ কোনেও সৰহ দৰমহাও নাযাচে। তেওঁৰ গাত গুণ থাকিলেও সেই গুণ দেখিবলৈ লোকৰ মুৰত চকু নাই। ভোকোন্দাইৰ হাতত এনে ৰূপ-বানও নাই যে তেওঁৰ সংসাৰ যাত্ৰা নিৰ্ব্বিবাদে চলে! গৰু মহবোৰ বাপেক গোবেশৰে ইয়াৰ আগেয়ে লগত লৈ সি-পুৰীলৈ গল; আৰু বাপেকৰ অন্তৰ্দ্ধান ভোকোন্দাইৰ অননু-মোদিত হলেও গৰু মহবোৰৰ অন্তৰ্দ্ধানটো যে অনুমোদিত হৈছিল সেইটো আমি তালকৈ জানো। ইফালে কলিকতাত থাকি তেওঁৰ খোৱা পিন্ধা আদি কাৰ্য্যবোৰ ওপৰলৈ বগাই গৈ ইমান টিং-খোপত উঠিছিল যে তাৰপৰা তেওঁ.তললৈ চালেই তেওঁৰ মুৰ-ঘুৰণীয়ে ধৰিছিল। নাদ পুখুৰীৰ পানীয়ে এতিয়া তেওঁৰ কাম নচলে, "ফিল্টৰ ওৱাটৰ" অৰ্থাৎ চেকা পানী লাগে। গধূলি "হুইস্কি" চড়া নহলে বগা পানীয়ে তেওঁৰ পিয়াহ গুচাব নোৱাৰে। জলপানৰ সময়ত বিস্কুট পাউৰুটী নেদেখি পিঠা-গুৰি কোমল-চাউল দেখিলে তেওঁৰ গাত জ্বৰ উঠে। এইবোৰ আহুকালৰ উপৰিও তেওঁৰ বাপেকে লগাই থৈ যোৱা ধাৰ সধা মানুহৰ তাপত তেওঁৰ প্ৰাণবায়ু ওষ্ঠাগত।

দুখৰ বেমেজালিয়ে ভোকেন্দ্ৰ বৰুৱাক বেড়ি ধৰি থাকোঁতাই সুখৰ জিলিঙনি এটি আহি এদিন তাৰ মাজতে তেওঁৰ গাত পৰিল। সঁচাকৈ কবলৈ গলে, সেই টোক জিলিঙনি সুবুলি এক প্ৰকাৰ বিজুলী-সেঁাতৰ খুন্দা হে বুলিব লাগে। কাৰণ খবৰটো শুনা মাত্ৰকতে তেওঁৰ গোটেইটো গা আনন্দত পুলকিত হৈ হাত ভৰিবোৰ ঠক্ ঠক্ কৰে কঁপিবলৈ ধৰিলে। এবাৰ পোটালী এটাত ভালেমান দিন বন্দী হৈ থকা বন্দী এটাই যদি দেখে যে কোনোবাই হাতত চাকি লৈ বন্দীশালৰ দুৱাৰখন মেলি দি তাক মোকোলাই লৈ যাবলৈ আহিছে, তেতিয়া সেই বন্দীৰ যেনে আনন্দ হয় ভোকেন্দ্ৰ বৰুৱাৰো তেনে আনন্দই হল।

খবৰটো এই যে, শগুণখাহী মৌজাৰ মৌজাদাৰ শ্ৰীযুত লোমল চন্দ্ৰ বৰুৱাই তেওঁৰ জীয়েক চম্পেশ্বৰীক কলিকতাত লেখা-পঢ়া শিকি অহা শ্ৰীমান ভোকেন্দ্ৰ বৰুৱালৈ বিয়া দিবৰ প্ৰস্তাৱ কৰি দূত পঠিয়াইছে। মৌজদাৰ চহকী, চম্পেশ্বৰী ধনী। লোমলচন্দ্ৰ শিব-ফুটা বৰুৱাৰ ঘৰৰ, চম্পেশ্বৰী নিম্নপ্ৰাইমেৰি পৰীক্ষাত উঠা বৰুৱাৰ ঘৰৰ জীয়ৰী। ভোকো-ন্দাইৰ একেদোপতে লক্ষ্মী সৰস্বতী দুই লাভ; আৰু উপৰি লাভ—আচল বৰুৱাৰ ঘৰেৰে সৈতে কুটুম্বিতা। এইদেখি ভোকেন্দ্ৰ বৰুৱাৰ আজি আনন্দৰ দিন।

ভোকোন্দায়ে কলিকতাত থাকোঁতে শুনিছিল, যে বিশ্ববিদ্যালয়ৰ পৰীক্ষা "পাছ"কৰা দৰা যেছি দামত বিক্ৰি হয়। "তিনখানা পাছৰ" বেচ "দুখানা পাছত"কৈ চৰা; "দুখানা পাছৰ" বেচ "একখানা পাছত" কৈ সৰহ। ভোকোন্দায়ে অন্ততঃ "একখানা পাছ" কৰিছে তো; তেনেহলে তেওঁবো দৰ নচৰিবৰ কাৰণ নাই। বিশেষকৈ আসামত "একখানা পাছেই" কলিকতত "তিনখানাৰ" সমান; কাৰণ, এইটোও চাব লাগে যে আসামত দুটা তিনটা পৰীক্ষাত উঠাই বা কেইটা দৰা পোৱা যায়? আৰু শাস্ত্ৰত বিচাৰি চালেও পোৱা যায়, যে জাম্ববন্তই কৃষ্ণক জোৱাঁই পাই জাম্ববতীৰ লগত স্যমন্তক মণি যৌতুক দিছিল। লোমলচন্দ্ৰয়েই বা ভোকেন্দ্ৰচন্দ্ৰৰ নিচিনা জোৱাঁই পাই চম্পেশ্বৰীৰ লগত নগদ পঞ্চশত স্বৰ্ণমুদ্ৰা যৌতুক নিদিয়াৰ বিপক্ষে কাৰণ কি আছে? সেইদেখি দূতৰ মুখে ভোকেন্দ্ৰই লোমল মৌজাদাৰলৈ সম্বিধান দি পঠিয়ালে যে বিয়াৰ "খৰচ খৰ্চাৰ" উপৰি ৫০০ টকা নগদ ৰূপ তেওঁক যৌতুক দিলেহে তেওঁ লোমলনন্দিনীৰ পাণিগ্ৰহণ কৰিব। কন্যাদায়গ্ৰস্ত লোমল! পুতৌ! যি দিনাই তুমি কন্যাৰত্ন লাভ কৰিলা, সেই দিনাই তোমাৰ স্বাধীনতা-ৰত্ন হেৰুৱালা। সেইদেখি তুমি ভোকেন্দ্ৰ বৰুৱাৰ এই উৎপাত সহ্য কৰিবলৈ বাধ্য। এতেক সহ্য কৰাঁ!

নিৰুপায় লোমলে ভোকেন্দ্ৰৰ প্ৰস্তাৱত মান্তি হৈ বিয়াৰ দিন-বাৰ ঠিক কৰি ভোকেন্দ্ৰলৈ সমাচাৰ পঠিয়ালে। ইয়াৰ ভিতৰতে আমাৰ ভোকেন্দ্ৰ বৰুৱাই কি কৰিলে শুনিবা নে? তেওঁ হাতত তুলাপাত আৰু পেঞ্চিল লৈ

ঝাৰীৰ পিছ ফালে সোমাই আমগছ এজোপাৰ তলত এটা ভগা মূঢ়া পাৰি লৈ বহি, একান্তমনে তলত দিয়া কবিতাটি ৰচনা কৰিলে,—

চম্পাৰ ঈশ্বৰী প্ৰিয়ে চম্পক বৰণি!
অমৃতভাষিণি বামা কুৰঙ্গনয়নি!
বিৰসবদনী কিয় কৰা অভিমান?
প্ৰেম-কুলি! কিয় নাই গোৱা প্ৰেমগান?
বসন্ত বতাহ বলে আম মলিয়ায়।
জগৎ প্ৰেমেৰে ভৰি হয় প্ৰেমময়।
এনে সুখ সময়ত ওকোন্দাই মুখ।
কিয় দিছা চম্পেশ্বৰী তোকেন্দ্ৰক দুখ?
কিবা দোষে দোষী তোক, ৰগা পদে তোৰ?
অধৰে অধৰি দূৰ কৰা তাপ মোৰ।

## চতুৰ্থ আধ্যা।

বিয়াৰ পিছত তোকেন্দ্ৰৰ গাৰ্হস্থ্য জীৱনৰ আধ্যা পৰি নগৰীয়া জীৱনৰ আধ্যা আৰম্ভ হল। তেওঁ মাজুলি এৰি তেওঁৰ ঘৰ জোৰহাটলৈ তুলি আনিলে। বিয়াৰ তিনি মাহ যাওঁতে-না-যাওঁতেই খৰচীয়া তোকেন্দ্ৰৰ হাত উদং হল, আৰু অৰ্থচিন্তাৰ খোজত বৰকৈ উৰা ধূলিয়ে চুপৰৰ নিচিনা তেওঁৰ গোহৰ মনক গধূলি কৰি পেলালে। শহুৰৰপৰা পোৱা ৫০০ টকা তেওঁৰ কলিকতীয়া আচাৰ ব্যৱহাৰৰ তোমোলা বিদাই দি সোনকালে সৰকি পৰিল। গতিকে, কেনেকৈ জীৱনযাত্ৰা নিৰ্ব্বাহিত হয় এই মহা চিন্তাই তোকেন্দ্ৰক খুলি খুলি খাবলৈ ধৰিলে। মাক জেতুকীয়ে নিজৰ ডিভিৰ মণি, কাণৰ কেক পৰ্য্যন্ত সোঁতা দি "হাকিম" পুতেকৰ সংসাৰৰ ব্যয় কিছু দিন নিৰ্ব্বাহ কৰিছিল কিন্তু তাৰো চাপত এতিয়া তোকেন্দ্ৰৰ ভৰি পৰিলহি। ডুমুনী, পোহাৰী, মুগী, কেৰ্যা, শুৱাল আদিৰপৰা উঠমাকৈ মস্ত খোৰাৰ বেচ আৰু খোৰা মাপিতৰ ফৰমহা দিব নোৱাৰাত সিহঁতৰ খেচ্ খেচনিত তোকেন্দ্ৰই অন্ধোময় দেখিলে। শেহত তেওঁৰ ওপৰত কেচাৰীত কৰা গোচৰ খোপাখোপ হৈ তেওঁৰ গাত ওলমিবলৈ ধৰিলে।

এনে নিৰুপায় অৱস্থাত এদিন ভোকেন্দ্ৰৰ মনত পৰিল, সেই সোমনাথৰ কথা। সোমনাথে কৈছিল, Spy অৰ্থাৎ চৰিয়া হোৱাটো বৰ লাভৰ কাম। চৰিয়াৰ টকা কড়িৰ দুখ গুচে। ভোকেন্দ্ৰই বিমৰিষ কৰি পালে—সোমনাথে তো কৈছিল যে চৰিয়াৰ ব্যৱসায় noble profession অৰ্থাৎ ওখ আৰু সম্মানৰ কাম; মইহে বেয়া বুলি ভাবিছিলোঁ। কোনে জানে কিজানি সোমনাথেই Right ময়েই Wrong? ভাৰ বাহিৰে, ভাল বেয়া বিচাৰিবলৈ থাওঁতে যে পেট নপ্ৰবৰ্ত্তাত পৰিলহি।—নহয়, আজিৰপৰা ঠিক কৰিলোঁ, মই নিশ্চয়কৈ Spyৰ ব্যৱসায় কৰিম; চৰিয়া হম, হৈ দেশৰ আৰু নিজৰ উপকাৰ কৰিম।”

## পঞ্চম আধ্যা।

সঁচাকৈয়ে চৰিয়াৰ ব্যৱসায় বেগেৰে চলাই ভোকেন্দ্ৰৰ ধনৰ দুখ গুচিল আৰু ধাৰ মৰিল। সেই অভিনৱ এক্কাৰ ব্যৱসায়ত যিমান পোহৰ ৰূপৰ পোহৰ পৰিল তেওঁৰ মন সিমান প্ৰফুল্লিত হবলৈ ধৰিলে। অদম্য উৎ-সাহেৰে ভোকেন্দ্ৰ বৰুৱাই লোকৰ কল-ঘৰ বাহ-ঘৰ ঢেকিশাল পিৰালি-চুক আদিত গুপ্তভাৱে ফুৰি গবেষণা আৰু অনুসন্ধান কৰি তাৰ বৃত্তান্ত যোগাব লগীয়া ঠাইত যোগাবলৈ ধৰিলে। ভোকেন্দ্ৰৰ ভয়ত আসামৰ মানুহ, যাইকৈ জোৰহাটৰ মানুহ ত্ৰস্তমান হৈ পৰিল।

কৃতজ্ঞতা ভোকেন্দ্ৰৰ চিৰকলীয়া স্বভাৱ। তেওঁৰ সুখৰ কালতো বন্ধুবৰ সোমনাথলৈ তেওঁ পাহৰা নাছিল। সিদিনা ভোকেন্দ্ৰই সোমনাথলৈ লিখা চিঠি এখনৰ নকল তলত দিলোঁ।—

“ভাই সোমনাথ!

এতিয়া ভালকৈ বুজিলোঁ যে তুমি Right মই Wrong। মাজতে মোৰ বৰ দুখ গল। কিন্তু তোমাৰ বুধি মতে এতিয়া চলি মই সুখে স্বচ্ছন্দে আছোঁ। এতিয়া মই নিজৰ আৰু দেশৰ উপকাৰ দুইটা কৰিব পৰা হৈছোঁ। মই অগুণকাৰী নহওঁ। তোমাৰ শলাগ লৈ তোমালৈ এই কুৰি টকাৰ নোট এখন এই ৰেজিষ্টৰি চিঠিৰ ভিতৰত পঠিয়ালোঁ, গ্ৰহণ কৰি তোমাৰ পুৰণি বন্ধুক সুখী কৰিবা।”

সাদিনৰ পিছত সোমনাথৰপৰা ভোকেন্দ্ৰই এই উত্তৰ পালে।—"ভাই ভোকেন্দ্ৰ, তোমাৰ চিঠি পাই সন্তোষ পালোঁ। তুমি পঠিৱা ২০ টকাৰ নোটখন এই চিঠিৰ লগতে তোমালৈ ওভতাই পঠিয়ালোঁ; কাৰণ খাকে ভাতে এক ৰকমকৈ খাই থাকি টোক্-টোক্-টাক্-টাক্কৈ চলিবলৈ মোক ঈশ্বৰে অলপ সমৰ্থ দিছে, সেইদেখি তোমাৰ "Noble professionৰ" দ্বাৰাই উপাৰ্জ্জিত টাকাৰ ভাগ মোক নালাগে; তুমি সুখে থাকিলেই মোৰ সন্তোষ। তুমি সেই ব্যৱসায়তে নিজৰ আৰু দেশৰ উপকাৰ কৰি গৈ থাকা মৰ্ষোঁ।।"

উত্তৰটো পাই ভোকেন্দ্ৰায়ে বৈৰ্ণীয়েকক মতি আনি চিঠিখন পঢ়িবলৈ দি কলে, "দেখিছ চম্পু, সোমনাথৰ বিবেচনাটো দেখিছ? মোক সি insult কৰিলে, আপমান কৰিলে। মই "ন্দাই" হওঁ যদি ভাক ইয়াৰ পোটক দিম।"

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---



## প্ৰত্নতত্ত্ব।

ক্ষুদিৰাম বাবু মহ প্ৰত্নতত্ত্বজ্ঞ পণ্ডিত। তেওঁ নজীমপুৰৰ কাছাৰীত ২৫ বছৰ লাগিকৈ নকলনবিচৰ কাম কৰি পেঞ্চন লৈ ঘৰতে আছে। পেঞ্চন

লৈ ভেণ্ড ভেণ্ডৰ গোটেইখিনি আহৰীয়া কাল প্ৰত্নতত্ত্বৰ সেৱাত উছৰ্গি দিছিল। এদিন ভেণ্ড চক্‌বজাৰলৈ গৈ মাছ এটা কিনি হাতত ওল-মাই লৈ ঘৰলৈ আহোঁতে, এজনী পোহাৰীয়ে বাজ-আলিৰ কাষৰ ঘৰৰ চোতালত বহি শিলৰ পটা এখনত হালধি বাটি থকা দেখিবলৈ পাই, তাত কিবা লক্ষ্য কৰি হঠাৎ থমকি বৈ পোহাৰীজনীক প্ৰশ্ন কৰি কেনেকৈ আহকালত পৰিছিল, সেই বৃত্তান্তটো অনেক গৱেষণা কৰি সংগ্ৰহ কৰি তলত দিয়া গল;—

ক্ষুদিৰাম।— বোৱা, বোৱা ক্ষণিতেক প্ৰসাৰী-সুন্দৰি!
অৱসৰ দিয়াঁ হেৰাঁ লুহুৰী হাতখনি!
পটাগুটি লৈ যাত বাটিছা হালধি,
জানা নে কি বস্তু সিটি প্ৰত্নতত্ত্বনিধি?
হালধি বাটোঁতে লৰাই কাণৰ কঁৰীয়া,
পিছি যাক কৰিব লাগিছা নাইকিয়া,—
আখৰ কুটিল শিল-ফলিত খোদিত,
পুৰাতন তত্ত্ব হেৰাঁ কৰিছে বিদিত।

পোহাৰী।— আইবে আই! কিনো এইটো আউলু-আপচু!
কৰপৰা আহি মোক কি কৈছে চোঁ?
চুপতি কৰিবৰ তোৰ যদি গৈছে মন।
পিৰিহঁত আহক, তই পাবি সেকাখন॥
পুৰণি হল ক্ষয় গল পটাখন মোৰ।
কাণৰ কঁৰীয়া লৰিল কিনো হল তোৰ?
বাঁটোঁতে হালধি মোৰ, যদি হাত লৰে।
বাটকৰা তই তোৰ বুকু কিয় পোৰে?
যা গুচি বাবু এইটো গৃহস্থৰ ঘৰ।
"আমাৰ ভেণ্ড" দেখা পালে দিব লাগিব লৰ॥

ক্ষুদিৰাম।— ক্ৰোধিলা কিহেতু বামা সুবুদ্ধি আশয়,
মোৰ? বৃদ্ধ মোক বুজিলা তু বাণী কিয়?
শুনা কওঁ বিৱৰি সম্ভেদ। প্ৰত্নতত্ত্ব

অনুসন্ধা পণ্ডিত হে মই, বিচাৰোঁ।
পুৰণি কথা। তোমাৰ সেই পটাখন
ৰাজদণ্ড ফলি। সম্ভৱত পালবংশী
ৰজা। গবেষণা কৰি ভাত পাম বহু
কথা আগৰ দিনৰ। সি কাৰণে
মাগোঁ পটাখনি পভাগুটিটি সইতে।
লগে বেচ দিবলৈকো সাজু সুলোচনি!
আছোঁ মই। চুপতি কি অপমান মোহে
অভিপ্ৰায়! পৰদাৰা মাতৃবং মানো।

( পোহাৰীৰ গিৰিয়েকৰ প্ৰবেশ )

গিৰিয়েক।— কিলাগে তোমাক বাবু? ঘৰ-ঘৈণীক মোৰ
কি কথা শুধিছা? কি লাগে তোমাক শীঘ্ৰে
কোৱঁা? কি কথা পাতিছ তই নো হেবেই
এইজনী?

ঘৈণীয়েক।— ভাল হল ওলালাহি তুমি।
বাবুটোৱে চাই আছে জুমি।
তাক হেনো পটাখন লাগে।
খেদি দিছোঁ তথাপি নাভাগে।
পাঁচ-মহা পটাখনৰ দাম।
তাক দি কাৰ ঘ'লৈ যাম?
চুপতি কি মন্তব্য কৰিছে।
কিজানি সি বলিয়াই হৈছে।

জু।— বলিয়া নহওঁ মই; চুপতিৰ নাই
খোৱা ধাৰ। প্ৰত্নতত্ত্ব পুৰণি কলীয়া
বিচৰা ব্যৱসা মই কৰোঁ। পাতি ধৰ
দেখি পটা কয়। গোট থাই থাকি গুটি
হয়। পোহৰাই বাটি হালধিক, হৈছে
নাম পোহাৰী ৰসিক।

গিৰিয়েক ৷—"কনিষ্টবল! কনিষ্টবল! নৰি আহ! বব এইটোক! ই কিবা দিন-ডকাইত পতানুতং ওলাইছে হেনো! ই আজি মোৰ পটাখন মিৰলৈ কচা-আজোৰা লগাইছে, কাইলৈ মোৰ ভাড-চকটোকে তুলি লৈ গুচি যাব!

(প্ৰত্নতত্ত্বজ্ঞ ক্ষুদিৰাম বাবুৰ দ্ৰুতবেগে প্ৰস্থান।)

[ আৰ-কাপোৰ পৰিল ]

কৃপাবৰ।

---

# চমু মন্তব্য।

সাহিত্য। "মাসিক পত্ৰ ও সমালোচন। শ্ৰীসুৰেশচন্দ্ৰ সমাজপতি সম্পাদিত। অগ্ৰিম বাৰ্ষিক মূল্য ৩৲ টাকা। ২।১ নং ৰামধন মিত্ৰেৰ লেন, সাহিত্য-কাৰ্য্যালয় হইতে সম্পাদক কৰ্ত্তৃক প্ৰকাশিত।" "সাহিত্য" বঙ্গদেশৰ সৰ্ব্বশ্ৰেষ্ঠ মাহেকীয়া কাকত। নামজলা সাহিত্যিকসকলৰ প্ৰবন্ধেৰে সাহিত্যৰ কলেবৰ পূৰ। তিনি ৰবৰ্ণীয়া সুন্দৰ আৰু বিখ্যাত চিত্ৰবোৰ আজিকালি মাহে মাহে সাহিত্যত ওলাব লাগিছে। আজি বাইশ বছৰ "সাহিত্যই" বঙ্গীয় সাহিত্য-আকাশত উজ্জল কিৰণ ঢালি আহিছে। সম্পাদক পণ্ডিত শ্ৰীযুত সুৰেশচন্দ্ৰ সমাজপতি, দয়াৰ সাগৰ মহাত্মা বিদ্যাসাগৰৰ দৌহিত্ৰ।

বিজয়া। "মাসিক পত্ৰিকা। সম্পাদক কুমাৰ শ্ৰীবিপ্ৰনাৰায়ণ বি, এ, সহঃ সম্পাদক কুমাৰ শ্ৰীগোলাপ সিংহ। ধুবড়ী পাৰিজাত যন্ত্ৰালয় হইতে শ্ৰীদুৰ্গাপদ বন্দ্যোপাধ্যায় কৰ্ত্তৃক প্ৰকাশিত।"—এই মাহেকীয়া কাকতখন প্ৰচাৰৰ উদ্দেশ্য "বিজয়া যাঁহাদেৰ জন্য প্ৰচাৰিত হইল তাঁহাদেৰ অল্প সংখ্যকেৰ নিকট মাসিক বা সাপ্তাহিক পত্ৰ উপস্থিত হয়। তাহাদেৰ মধ্যে এৰূপ বহু-লোক আছেন যাহাৰা জন্মাবধি কোন পত্ৰিকাই দৰ্শন কৰেন নাই। দ্বিতীয়তঃ বৰ্ত্তমানে যে সমস্ত পত্ৰ প্ৰচাৰিত হইতেছে তাহাদেৰ বিষয় সামান্য শিক্ষিত ব্যক্তিৰ পক্ষে নিতান্ত দুৰ্ব্বোধ ;...যাহাতে অল্পশিক্ষিত গৃহী মাত্ৰেই আপনাৰ অবস্থাৰ কথা ভাল কৰিয়া বুঝিয়া...উন্নতি লাভ কৰিতে পাৰে,...তজ্জন্য বিষয়ে উপদেশ প্ৰদানই আমাদেৰ উদ্দেশ্য।"

"যাহা হউক ৰাজবংশি জাতিৰ নিজেৰ একটী ভাষা আছে এবং তাহা বাঙ্গালা ভাষা হইতে জাত নহে। যে সময় বাঙ্গালা ভাষাৰ মাত্ৰ প্ৰথম বিকাশ হইতেছিল তৎকালেই ৰাজবংশি ভাষা এতদূৰ পূৰ্ণতা প্ৰাপ্ত যে আধ্যাত্মিক তত্ত্বপূৰ্ণ গ্ৰন্থ উহাতে ৰচিত হইতে পাৰিত।"

"ৰাজবংশি ভাষাই প্ৰচলিত বাঙ্গালা ও আসামী ভাষাৰ জন্মদাত্ৰী।"

আমি শোধোঁ, বঙ্গলাৰ জন্মদাত্ৰী ৰাজবংশী ভাষা থাকোঁতে "বিজয়া" উলিৱাসকলে বঙ্গলা ভাষাত বিজয়া লেখি উলিয়ালে কিয় ? নিজৰ পূৰ্ণতা। প্ৰাপ্ত আৰু আধ্যাত্মিক তত্ত্ব পূৰ্ণ গ্ৰন্থ ৰচনা কৰিব পৰা ভাষা থাকোঁতে লোকৰ বঙ্গলা ভাষাত নিজৰ কাকত লেখিবৰ মানে কি ? আমাৰ সন্দেহ হয় যে বিজয়া উলিৱাসকলে কিজানি লোকৰ কথা শুনিছে ভালকৈ নাভাবি এনে পৰস্পৰ বিৰুদ্ধ (Contradictory) ভাবৰ কাৰ্য্য কৰিছে। কোচবেহাৰৰ মাস্টেৰ শ্ৰীযুত হৰেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে "ৰাজবংশিগণেৰ মাতৃভাষা সম্ভবতঃ বাঙ্গালা ভাষাৰ একটী উপভাষা মাত্ৰ" বোলাত হৰেন্দ্ৰবাবুৰ ওপৰত বিজয়াৰ খং উঠিছে, অথচ তেওঁ সেই বঙ্গলা ভাষাৰে ওচৰত গলবস্ত্ৰ হৈ ভিক্ষা মাগি নিজক ধন্য মানিছে! আচৰিত কথা!

বিজয়াই কৈছে—"অধুনা যাহা বঙ্গদেশ বলিয়া অভিহিত তদপেক্ষা প্ৰাচীন এই মোক্ষপ্ৰদ কামৰূপ। যখন বঙ্গদেশেৰ অধিকাংশ ভূভাগ জলধিগৰ্ভে নিহিত ছিল, যখন বঙ্গদেশেৰ বহুস্থান অৰণ্যানী পৰিবৃত হিংস্ৰ জন্তুৰ আবাসস্থল ছিল, যখন বঙ্গদেশে গমন কৰিলে দ্বিজগণেৰ পুনঃ সংস্কাৰেৰ প্ৰয়োজন হইত, তখনও কামৰূপ ৰাজ্য মহা সমৃদ্ধিশালী জনবহুল ক্ষত্ৰিয় শাসনে সুপৰিচালিত দেশ।" আমিও কওঁ এৰা। তেনেহলে, এনে পবিত্ৰ সুসভ্য কামৰূপৰ ভাষা এৰি বঙ্গদেশৰ ভাষাৰ "চোগা চাপ্‌কান" পিন্ধি বিজয়াই যাত্ৰা কৰি ওলোৱাৰ মানে কি ? এই প্ৰশ্নই হে মাথোন আমাক আহকাল কৰিছে। ৰাজবংশীসকল ক্ষত্ৰিয় বুলি বিজয়াই কৈছে,—"ভগ্নক্ষত্ৰী নামে মাত্ৰ, সদা অজ্জৰিত গাত্ৰ, ৰাজবংশী নামে ব্যাপ্ত এবে এ ধৰায়। আৰ্য্য-সমাজেৰ মাঝ, সেহেতু ক্ষত্ৰিয় আজ, অনাৰ্য্য এ নামে সবে কৰে অভিহিত॥" আমিও এই কথা নামানি তেওঁলোকক মনকষ্ট নিদিওঁ। কিন্তু তেওঁলোকে নিজৰ কামৰূপীৰ ভাষা থাকোঁতেও, কিজানি লোকৰ ভয়ত, সেই ভাষা ব্যৱহাৰ

নকৰি আৰু তাৰ উন্নতিবিধান কৰিবলৈ চেষ্টা নকৰি লোকৰ বঙ্গলাভাষাৰ নেজত ধৰি লৈ পাৰ হব খুজি হে বীৰোচিত ক্ষত্ৰিয় ধৰ্ম্মৰ ওপৰত "দাবি" হেৰুৱাব খোজে হবলা।

পুৰণি কামৰূপীয়া ভাষাই আজিকালিৰ অসমীয়া ভাষা। অৱশ্যে এই অসমীয়া ভাষা পুৰণি কামৰূপীয়া ভাষাৰপৰা অনেক বিষয়ত লৰচৰ হৈছে, আৰু হোৱাটো স্বাভাৱিক; কাৰণ ই জীয়া ভাষা। জীয়া বস্তুৰ কালোচিত পৰিবৰ্ত্তন অনিৰ্ব্বাৰ্য্য। কিন্তু যিমান পৰিবৰ্ত্তনেই তাত হওক ই যে সেই পুৰণি সনাতন কামৰূপীয়া ভাষা তাত সন্দেহ নাই; কাৰণ তাৰ তেজ মঙহ আৰু আত ইয়াৰ গাৰপৰা ধুই শুচাব নোৱাৰা হৈ আছে। "ৰাজ-বংশী ভাষা" কামৰূপীয়া ভাষাৰ নামনিৰ ফালৰ মাত-কথা; আৰু অসমীয়া ভাষা কামৰূপীয়া ভাষাৰ উজনিৰ ফালৰ মাত-কথা। উজনিৰ ফালৰ ভাষাৰ ডালটো নানা কাৰণত শঙ্কৰদেৱাদিৰ কালৰ আগৰেপৰা প্ৰবল হৈ উঠা বাবে, আৰু নামনিৰ ফালৰটো তেনেকুৱা হব নোৱাৰাৰ বাবে, অসমীয়া ভাষাই কামৰূপীয়া ভাষাৰ বাই উত্তৰাধিকাৰী আৰু প্ৰতিনিধি বুলি স্বীকৃত হল। এনে স্থলত পুৰণি কামৰূপীয়াভাষা-গছৰ যেয়েৰা ডালটোৱে উজনিৰ শকত ডালটোৰে ধৰিয়াল মাপাতি আৰু সেইবাবে বং কৰি বিদেশী ভাষাৰ ওচৰত আঠু নলৈ, তাৰে সৈতে লগলাগি শকত হৈ মাতৃভাষা আৰু মাতৃ-ভূমিৰ ভালৰ অৰ্থে চিন্তা কৰাই হে বিবেচকৰ কাৰ্য্য। ৰঙ্গপুৰ দিনাজপুৰও কামৰূপীয়া আছিল, তাত থকা ৰাজবংশীসকলো কামৰূপীয়া অসমীয়া; তেওঁলোকে এতিয়াৰ বঙ্গদেশন্তৰ্গত ৰঙ্গপুৰ দিনাজপুৰত থাকি তাৰ আন আন অধিবাসীবলৰে অদৃষ্টৰ "ফেৰত" বঙ্গলা ভাষা লৈছে। তেওঁলোকৰ শুৱালপৰীয়া জ্ঞাতি ভাইসকলে পাৰে যদি তেওঁলোকক আকৌ বাপতী-শাহোন কামৰূপীয়া অসমীয়া ভাষা দিবলৈ যত্ন কৰক, নোৱাৰে যদি অগত্যা কি কৰিব? কিন্তু নিজেও আকৌ অসমত থাকি বঙ্গলা মাত মাতিবলৈ পৈ অৰ্থাৎ জানিবা অযোধ্যাত পুৰুষ-পুৰুষানুক্ৰমে বাস কৰি ৰাম্‌ৰাজৰ নাগাপট্টি-ম্বৰ মাত মাতিবলৈ পৈ যেযেবিবাং লগাবৰ সকাম কি? সেইহে আমি বিজ-ম্নাক আৰু একাষাৰ কথা সোধোঁ,— অল্পশিক্ষিত বা সামান্তশিক্ষিত যি ৰাজ-বংশীসকলৰ নিমিত্তে ( যি অদ্যাবধি কোন পত্ৰিকাই দৰ্শন কৰে নাই )

তেওঁলোকৰ নিজা মাতৃভাষাত কাকত মেলেধি বিদেশী দাঁত-ভঙা বঙলা ভাষাত কাকত লেখি দিলে সি তেওঁলোকৰ বোধগম্য হব নে? আৰু কাকত খনৰ উদ্দেশ্য ঠিক থাকিব নে?

---

# পুৰণি আসামত ভুমুকি।

## ( ৬ )

খাচীয়াসকলে কয় যে পূৰ্ব্বকালত স্বৰগ তেওঁলোক থকা পৰ্ব্বতৰ নিচেই ওচৰতে আছিল। তেওঁলোকৰ পৰ্ব্বতৰপৰা আহি সাকো এখন পাৰ হলেই স্বৰগ পোৱা গৈছিল; গছ এজোপা পৰি সাকোখন ভগাত হে স্বৰগ আঁতৰ হল (Gazetteer of Khasi and Jaintia Hills by Mr. Allen)। এতিয়া স্বৰগ ওপৰৰ পিনেই বুলি যদিও কয়, সাকোৰ কথাৰেপৰা জনা যায় যে হিন্দুৰ স্বৰগেই তেওঁলোকৰো স্বৰগ।

মিকিৰবিলাকৰ বিশ্বাস যে মৰাৰ পিছত যিবিলাকৰ শ ভাল নিয়মেৰে পুৰি সংকাৰ কৰা হয়, সেইবিলাক চুম আৰঙ্গ নামৰ গাঁও এখনলৈ যায় গৈ (Census Report of Assam, 1901 by W. Allen, Part I, page 47)। ৰভো (গাৰো) ভাষাত গাঁওক চুম বোলে; চুম আৰঙ্গ বুলিলে গাঁও আৰঙ্গ হয়। এই আৰঙ্গ গাঁও এতিয়াও সেই একে নামেই আছে। মঙ্গলদৈৰ দৰঙ্গী ৰজাসকলৰ হাউলি এই গাৱঁতে। কোচ ৰজাসকলৰ দিনলৈকে অসমৰ প্ৰখ্যাত ঠাইবিলাকৰ চিন ধৰিব পৰাতে আছিল, সেই নিমিত্তেই এই আৰঙ্গ গাঁওকেই মেখেক-সকলৰ বাসৰ নিমিত্তে বাছি লোৱা সম্ভৱ।

স্বৰ্গ, মৰ্ত্ত্য, পাতালৰ ঠাই নিৰূপণ সম্বন্ধে আদিবাসী পৰ্ব্বতীয়া জাতিবিলাকৰ পৰাও তেৰ প্ৰমাণ পোৱা গ'ল; খুচৰি উলিয়াব পাৰিলে ইবিলাকৰপৰা আৰু অনেক কথা পোৱাৰ আশা কৰা যায়। যি পোৱা হৈছে এইয়েই যথেষ্ট; সন্দেহ কৰিবৰ আৰু একো কাৰণ নাই। অসমৰ নাম কামৰূপ হোৱাৰ আগতে স্বৰগ আৰু পাতাল-হে আছিল, কামৰূপ নাম পোৱাৰ পিছত হে অসমে অসম নাম পাইছে।

অসম নামটো যে কামৰূপ নামৰ পিছত অহমসকলৰপৰাই হৈছে এইটো এক ৰকম বুৰঞ্জীতেই পোৱা যায়; কিয়নো শ্ৰীশঙ্কৰদেৱৰ সময়ৰ পুথিবিলাকত অহম মানুহসকলক হে অসম লেখা পোৱা যায়। কোচ ৰজাসকলৰ বংশাৱলীতো অসম বুলিলে অহম জাতিৰ মানুহক হে বুজায় (History of Assam by Mr. Gait, p. 241) আৰু মিৰ জুমলাৰ লগৰ মুছলমান বুৰঞ্জী লেখকেও অহমসকলক হে অসম (আচম) আৰু আনবিলাকক কুলতলীয়া (সৰ্ব্বতি কলীয়া) বুলি লেখিছে। তেনেহলে অসম বা অহমসকলৰপৰাই যে দেশখনৰ নাম অসম (আচম) হৈছে ই নিশ্চয়; মাটি ওখ চাপৰৰ নিমিত্তে অসম (আচম) নাম হোৱা মতটি আমি ভুল বুলিব পাৰোঁ। কিন্তু অসম সাহ বা পৰাক্ৰমৰ অহমৰ নাম অসম (আচম) হৈছিল এইটোও হ'ব নোৱাৰে। অসমীয়া (আচমীয়া) সৰ উচ্চাৰণ চৰ নিচিনা কেতিয়াও নহয়; সৰ পিছত আন ব্যঞ্জনবৰ্ণ যোগ থাকিলে হলে তেতিয়াহ হয়। অসমৰ স আৰু ম যদি যোগ হৈ থাকে, যেনে অস্ম, তেনেহলে উচ্চাৰণ আচমৰ নিচিনা হ'ব।

ৰাৱণে দিগ্বিজয়ত ফুৰোঁতে অশ্ম নামৰ নগৰ এখন পাইছিল (ৰামায়ণ-উত্তৰাকাণ্ড-২৩-সৰ্গ)। তেওঁ আন আন দেশলৈ যোৱাৰ পিছত ভোগৱতী পুৰীলৈ যায়; তাৰ পিছত মণিময়ী পুৰীলৈ গৈ, অশ্ম নগৰলৈ যায়; অশ্ম নগৰৰপৰা বৰুণপুৰীলৈ যায়। ছুৰ্মা উপত্যকাৰ কোনো ঠাইত ভোগৱতী পুৰী আৰু নগা পৰ্ব্বতৰ পুব কি পুব-উত্তৰ দিলে কোনো ঠাইত বৰুণপুৰী বুলি আগেয়ে কৈ অহা হৈছে। এতিয়া ৰাৱণৰ ভোগৱতী পুৰীৰপৰা বৰুণ-ঘৰলৈ যোৱা এই বাটটোলৈ মন কৰিলেই জনা যায় যে অশ্ম নগৰখন মণিময়ী পুৰী বা মণিপুৰ আৰু বৰুণালয়ৰ মাজতে অৰ্থাৎ মণিপুৰ আৰু নগা পৰ্ব্বতৰ কোনো ঠাইতে। কিন্তু নগা পৰ্ব্বত আৰু মণিপুৰৰ পুবৰ এই অঞ্চলত অহমসকলৰ পূৰ্ব্বপুৰুষসকলে এসময়ত বহু প্ৰতাপেৰে ৰাজত্ব কৰিছিল (Sketch of the Singphos by Mr. W. Rids-dale, page 51)। ৰাৱণে পোৱা অশ্ম নগৰো এই অঞ্চলৰ ভিতৰতে পৰে; কাজেই বুজা যায় যে ৰামায়ণৰ অশ্ম নগৰেই অহমসকলৰ পূৰ্ব্বপুৰুষসকলৰ নগৰ। এই অশ্ম নগৰৰপৰা অহাৰ নিমিত্তেই অহমসকলৰ নাম * অশ্ম

* অসমীয়া পুৰণি লেখকসকলে শ ৰ ঠাইত—স ব্যৱহাৰ কৰাহে প্ৰায় দেখা যায়।

বা অস্ম। কিন্তু অসমীয়া ভাষাত ইমান টান শব্দ ব্যৱহৃত নহয়; কুমলীয়া উচ্চাৰণৰ নিমিত্তে * অস্মৰ ঠাইত অসম্ (অচম) হল, যেনে ভস্মধুলাৰ ঠাইত ভসমধূলা (ভচম্‌ধুলা), স্নেহ সেনেহ (চেনেহ), ভক্ত ভকত, শক্ত শকত। নবাব মিৰজুমলাৰ আক্ৰমণৰ সময়তো অহমসকলৰ নাম হে অসম (অচম) আছিল; শেষত তেওঁলোকৰ নামানুযায়ী তেঁওলোকৰ ৰাজ্য-খনৰ নাম অসম (অচম) হৈ এতিয়া আসাম হৈছে।

প্ৰদেশখনৰ নাম অসম (অচম) হোৱাত, ইয়াৰ অধিবাসীবিলাক অসমীয়া (অচমীয়া) হল, কিন্তু ৰাজবংশীসকলৰ পূৰ্ব্বৰপৰা চলতি হৈ অহা অসম্ (অচম) নামেই থাকিল। পিছত পুথি, বুৰঞ্জী, চিঠি বা আন কোনো লেখাৰপৰা পঢ়িবৰ সময়ত অসমৰ (অচমৰ) সই নিজা উচ্চাৰণ পাই অসম (অচম) সকল অসম্ হৈ লাহে লাহে অহম হল।

আগেয়ে এবাৰ কোৱা হল যে অসম একালত গোটেই জগতৰে শীৰ্ষ স্থানীয় আছিল। এই বিষয়ে এই প্ৰবন্ধত যেছি কৰি কোৱা নিষ্প্ৰয়োজন। ভাৰতবৰ্ষৰে সৈতে আন দেশৰ জ্ঞান আৰু ধৰ্ম লোৱন দিয়ন সম্পৰ্কে ডাঙৰ ডাঙৰ পণ্ডিতসকলে আলোচনা কৰিছে। আলোচিত কেত্‌বিলাক বিষয়ত বাদ প্ৰতিবাদৰ ঠাই থাকিলেও কেত্‌বিলাক তৰ্কৰ বাট নথকা দৃষ্টান্তও পোৱা যায়। ইউৰোপত গ্ৰীচ, আফ্ৰিকাত মিচৰ, আমেৰিকাত পেৰু আদি ঠাইত বহুত শিৱলিঙ্গ আৰু সেই শিৱলিঙ্গৰ বিৱৰণ দেখি জানিব পাৰি যে এসময়ত গোটেই পৃথিৱীতেই শিৱলিঙ্গ পূজা চলতি হৈছিল। মিচৰ দেশৰ শিৱৰ ষাঁড়টি ভাৰতবৰ্ষৰপৰা নিয়া বুলি কথা এটিও আছে (সাহিত্য পৰিষৎপত্ৰিকা, কলিকাতা, ষোড়শ ভাগ, প্ৰথম ও দ্বিতীয় সংখ্যা, আচ্ছেৰ গম্ভীৰা প্ৰবন্ধ)। ষাঁড়টি ভাৰতৰপৰা নিয়াৰ কথাৰেপৰা অনুমান হয়, শিৱলিঙ্গ পূজাৰ পদ্ধতি ভাৰতবৰ্ষৰেপৰা আন আন দেশত চলতি হৈছিল। "উমুস অল অদ্বা ফিতল্ কাতুল অতবা" নামৰ মুছলমানী গ্ৰন্থ এখনত লেখা আছে, ভাৰতবৰ্ষৰ পণ্ডিতসকলে আৰবদেশৰ বোগদাদৰ ৰাজ সভাত জ্যোতিষ আৰু বেজালী শাস্ত্ৰ শিকাইছিল (সাঃ পঃ পঃ—সেই) জিয়াফেন্টচ্ নামেৰে যি জন গ্ৰীক

* ভিন ভিন জাতিৰ মুখত এই একটা শব্দয়েই, অস্ম, অসম্ (অজম), শম (ষ্টাম), শাম (হাম) এই কেইও ৰকমে উচ্চাৰিত হয়। ঠাইও হামৰ পৰাই হোৱা।

পণ্ডিতে গ্ৰীচ্ দেশত প্ৰথমে বীজগণিত বিদ্যা প্ৰচাৰ কৰিছিল, তেওঁৰ কিতাপত যাৰে যাৰে ভাৰতবৰ্ষীয় বীজগণিত শাস্ত্ৰৰ প্ৰমাণ উদ্ধৃত কৰাৰ পৰা জানিব পাৰি বীজগণিতৰ উৎপত্তিৰ ঠাইও ভাৰতেই ( সাঃ পঃ পঃ সেই )। "কাছাহোতোলহাৰ্মিয়া" নামৰ মুছলমানী কিতাপতো পোৱা যায়, ইৱলিছ চয়-তানে হিন্দুস্থানৰপৰা তিনটা "বোত" (দেৱমূৰ্ত্তি ) লৈ গৈ, মিচৰ, আৰৱ আদি দেশত পূজাৰ প্ৰথা চলতি কৰে ( সাঃ পঃ পঃ সেই )। হিন্দুৰ হোমৰ বেদি সজাৰপৰা যে জ্যামিতিৰ উৎপত্তি, এইটি প্ৰায় সকলোৱে স্বীকাৰকে কৰে। পৃথিবীৰ পুৱ সীমাৰ জাপানত ভাৰতবৰ্ষৰ পুৰণি নাম "তেনজিকু" অৰ্থাৎ স্বৰ্গদেশ। এইবিলাকৰপৰা জানিব পাৰি যে জ্ঞান আৰু ধৰ্ম্ম বিষয়ে একালত ভাৰতবৰ্ষ গোটেই পৃথিবীৰেই বাট দেখাওঁতা আছিল। ভাৰতবৰ্ষৰ যি অঞ্চলে বিদ্যা, বুদ্ধি, জ্ঞান আৰু পৰাক্ৰমত সকলোকে চেৰ পেলাই স্বৰ্গ নামেৰে ভূষিত হৈছিল, যি অঞ্চলৰ নামৰপৰাই জাপানত ভাৰতবৰ্ষ দেশখনৰে নাম "তেনজিকু," ভাৰতৰ জ্ঞান, ভাৰতৰ ধৰ্ম্ম বুলিলে যে সেই অঞ্চলৰে অৰ্থাৎ এই এতিয়াৰ সকলোৱে হেয় অসমৰে জ্ঞান আৰু ধৰ্ম্ম বুজায়, এইটি কোৱা অত্যুক্তি। যি হিলৈখাৰ সভ্য জগতৰ পৰাক্ৰম প্ৰকাশৰ একমাত্ৰ গুৰি, এই কুৰি শতিকাৰ বিজ্ঞানেও যাক সলনি দিবলৈ আন কোনো উপায় উলিয়াব পৰা নাই, সেই খাৰ আবিষ্কাৰৰ ঠাইও অসমেই। পঢ়াকালিতে এই লেখকে এনচাইক্লোপেডিয়া ( Ency-clopaedia ) এখনত খাৰ অবিষ্কাৰৰ ঠাই অসম বুলি লেখা দেখিছিল। খাৰ প্ৰস্তুত প্ৰণালী সম্বন্ধে আজিকালিও প্ৰায় অসমীয়াই যেনেকৈ অলপ আচৰণ ক'ব পাৰে আৰু অসমৰ পূৰ্ব্বৰ অৱস্থা এই দুটালৈ চালে সেই এনচাইক্লোপেডিয়াত অবিশ্বাস কৰিবৰ একো কাৰণ নাই। কিন্তু অসমীয়াৰ এতিয়াৰ অৱস্থা দেখি সভ্য জগতে সেইটি কথা আৰু বিশ্বাস নকৰে। নতুন এনচাইক্লোপেডিয়া এখনত দেখা পোৱা গ'ল অসমৰ ঠাইত ইণ্ডিয়া লেখা আছে।

স্বৰ্গৰ স্বৰ্গত্ব গ'ল, নামো গ'ল। নতুন নামকৰণত কামৰূপ নাম পোৱাতো অসম যে একেবাৰে এতিয়াৰ নিচিনা হেয় হ'ল ই নহয়। তান্ত্ৰিক ধৰ্ম্মৰ প্ৰচাৰ, কামৰূপৰ সম্মান, কুমাৰ ভাস্কৰ বৰ্ম্মাৰ দৰে মহা সাম্যমত ৰজা,

শঙ্কৰাচাৰ্য্যই তৰ্কযুদ্ধৰ নিমিত্তে কামৰূপলৈ যোৱা অহা, কোচ আৰু অহম ৰজা সকলক অসমীয়া কৰা, মহাপৰাক্ৰমী মুছলমান সম্রাট অসমত তিষ্ঠিব নোৱৰা, যোগিণীতন্ত্ৰ আৰু ৰত্নমালা ব্যাকৰণ ৰচোঁতা পণ্ডিত, শঙ্কৰদেৱ আৰু মাধবদেৱৰ নিচিনা ধৰ্ম্ম প্ৰচাৰকৰ আবিৰ্ভাব, অসমীয়া ভাষাত ৰচিত পুথিবিলাক* বঙ্গদেশৰ বৰ্দ্ধমান আদি দূৰণি ঠাইবিলাকতো ইমান কাল ইমান যতনেৰে সংৰক্ষণ, এইবিলাক ভাবি চালে বিশ্বাস হয় যে অসম অলপ দিনৰ আগলৈকে আকত জিলিকা হৈয়েই আছিল। অনুমান হয় মান-ভগণিৰপৰাহে এতিয়াৰ আসাম হৈছে।

এই আসামৰ কলিতা জাতিটো এটা অদ্ভুত জাতি। সম্বলপুৰ আৰু কটকৰ মিত্ৰৰাজ্যতো দুই এঘৰ কলিতা আছে; সেই কেইঘৰ কোনো বিপ্লৱত ইয়াৰে পৰা যোৱাব সম্ভব, নহলে ভাৰতবৰ্ষৰ আন কোনো ঠাইতেই এই নামেৰে জাত এটা নাই আৰু এই জাতৰ মানুহৰ আচাৰ ব্যৱহাৰবে ভাৰতৰ কোনো জাতৰ মানুহৰেই আচাৰ ব্যৱহাৰ নিমিলে। শ্ৰেণী বিভাগত ই এতিয়া বামুণৰ তলতে। কিন্তু এই জাতৰ লোকসকলৰ যেনে আচাৰ ব্যৱহাৰ, ভাৰতবৰ্ষৰ আন ঠাইৰ এনে আচাৰ ব্যৱহাৰৰ মানুহে বামুণৰ তলতে ঠাই পাবহে নালাগে, হিন্দুৰ লেখত পৰিগণিত হ'লহেঁতেন নে নাই ইও সংশয়। ইবিলাকৰ একেজন মানুহেই সকলো ব্যৱসায়েৰে কাম কৰা সম্ভব থাকিলেও বেলেগ ২ ব্যৱসায়ৰ নিমিত্তে বেলেগ ২ মানুহ থকা ও পোৱা যায়। কেতবিলাকে কৃষি কৰ্ম্ম কৰে, তেওঁলোকক বোলে বৰকলিতা, কেতবিলাকে সোণৰ কাম কৰে তেঁওলোক সোণাৰি কলিতা, কেতবিলাকে লোৰ কাম কৰে তেওঁলোক কমাৰ কলিতা, কেতবিলাকে নটৰ কাম কৰে তেঁওলোক নটকলিতা, কেতবিলাকে কাপোৰ ধোৱে তেঁওলোক ধোবা কলিতা, কেতবিলাকে ক্ষৌৰ কৰে তেঁওলোক নাপিত কলিতা, কেতবিলাকে শিষ্য ভজাই ধৰ্ম্ম প্ৰবৰ্ত্তায় তেঁওলোকক বোলে মহন্ত বা গোঁসাই। (ক্ৰমশঃ)

---

* শ্ৰীযুত দীনেশচন্দ্ৰ সেন ৰচিত "বঙ্গভাষা সাহিত্য" নামক কিতাপত দিয়া পুথিৰ নাম দেখি বোধ হয় অসমীয়া পুথি বহুতো বঙ্গদেশত সংৰক্ষিত হৈ আছে।

† অসমৰ কায়স্থসকল কলিতায়েই। ভাটী ৰংপুৰৰ কায়স্থসকলৰ ফালে চালেই এইটো বুজা যায়।

**দ্বিতীয় বছৰ, দশম সংখ্যা**

# সূচী

# দেৱযানী।

( স্থান—শুক্ৰৰ আশ্ৰম। )

( দেৱযানীয়ে পূজাৰ নিমিত্তে ফুল জলৰ আয়োজন কৰিছে। )

( কচৰ প্ৰৱেশ )

কচ।— নমস্কাৰ দেৱযানী!

দেৱযানী।— নমস্কাৰ কচ!

কচ।— আহিলোঁ তোমাক আজি লবলৈ বিদায়।
অতি মনদুখে আকুল কৰিছে প্ৰাণ।
লাগিছিল মোৰ নিজ ঘৰ যেন এই
ঘৰ; শুকদেৱ নিজ পিতৃ বৃহস্পতি
যেন; গুৰু-কন্যা আপোন ভগিনী প্ৰায়।
বান্ধি চেনেহ-বান্ধেৰে ৰাখিছিলা এই
ব্ৰাহ্মণক এতদিন। ইজন্মত শুজিব
নোৱাৰোঁ মই ধাৰ। মোৰ মঙ্গল কামনা
মাত্ৰ তোমাৰ মনত সততে জাগ্ৰত।
বাৰে বাৰে ব্যৰ্থ কৰি দানৱৰ চেষ্টা
ৰাখিলা জীৱন মোৰ; পালোঁ প্ৰাণ কৃপাত
তোমাৰ। এৰি ইহেন আশ্ৰম, ত্যজি
আশ্ৰমঈশ্বৰী এনে যাওঁ কোন মতে?
ইঠাইৰ প্ৰতিগাছি তৃণে বান্ধিছে
হৃদয় মোৰ; প্ৰতি কুশাঙ্কুৰে দেখোঁ স্নেহ

সদ্যঅঙ্কুৰিত ; বায়ু চিৰআনন্দ বিলায় ;
পুষ্পিত বিবিধ লতাবোৰে মূৰ্ত্তি ধৰি
কৰে সামগান। যজ্ঞ-ধূম সৰগৰ
সোপান ; কৰুণা-সৌন্দৰ্য্যে পোৱালি-হৰিণা
ৰূপ ধৰি জুৰায় পৰাণ। কিন্তু, কিন্তু,
কৰ্ত্তব্যৰ কঠোৰ শাসন এৰোৱা দুষ্কৰ।
এৰি জনক জননী আছোঁ বহুকাল ;
জ্ঞাতি বন্ধু শোকত আকুল ; আশাপালি
আছে,—অধ্যয়ন কৰি সমাপন কচ
উভতিব ঘৰ। কৰ্ত্তব্যৰ অধীন
সন্তানে সম্পাদি কৰ্ত্তব্য আজি যাব খোজে
সেইদেখি ঘৰ। আশীৰ্ব্বাদি গুৰুদেৱে
কৰি বিদ্যা দান শিষ্যক মেলানি দিলে।
তোমাৰ কাষত লভিলে মেলানি, যাব
পাৰে ত্ৰিদশআলয়ে কচ আজি সুলোচনী।

দেৱযানী।— আছে এটি নিবেদন মোৰ তোমাৰ
কাষত ;——অঙ্গিৰাৰ পৌত্ৰ তুমি
কুল শীল বিদ্যাৰে মণ্ডিত, শম দম
তপস্যাৰে অলঙ্কৃত বপু। মহৰ্ষি
অঙ্গিৰা পিতৃৰ পূজিত। বৃহস্পতি জনক
তোমাৰ সিমতে পূজিত মোৰ। কৃতবিদ্য
লভি বিদ্যা তুমি, ব্ৰহ্মজ্ঞানে পূত
কলেৱৰ। আছে মোৰ অতি ক্ষুদ্ৰ এটি
নিবেদন, শুনা সৌম্য শুনা সাৱধানে ;—
যি দিনা আহিলা তুমি আশ্ৰমে আমাৰ,
স্বচ্ছ মন শুভ্ৰ সুকোমল তাপস
নন্দন, মোৰো মন হল সেইৰূপ ; যেনে

মণিৰ সংযোগে কাঁচে ধৰে মণিৰূপ।
অলক্ষিত ভাবে আচম্বিতে আন্দোলিলে মন
মোৰ; অনুৰাগ অকস্মাৎ হল অঙ্কুৰিত।
সেই দিন ধৰি প্ৰতি পল অনুপলে
বঢ়াই শকতি তাক কৰিলে বিশাল।
হৃদাকাশ জুৰি প্ৰসাৰিছে প্ৰণয়-
পল্লৱ সেই বনস্পতি আজি, হে শোভন!
গলে তুমি ফল ফুল আহৰণ মনে
পূজাৰ কাৰণে মোৰ, প্ৰতিআগমন
থাকোঁ বাটচাই; গোধন চৰাই তুমি
আহোঁতে পলম হলে, দেখোঁ দিনতে
এন্ধাৰ; ভাবোঁ কিবা আথান্তৰ মিলিল
কচৰ। বাৰে বাৰে দুৰন্ত অসুৰে
নাশিলে তোমাক; এৰি ৰমণীসুলভ
লাজ, সলোতক নেত্ৰে ধৰি পিতৃৰ
চৰণ, মাগি পালোঁ পুনু হেৰোৱা ৰতন,
আঁচলৰ নিধি মোৰ, হে তাপস-মণি!
যজ্ঞ সমাপন অৰ্থে আহৰা সমিধ
কাঠ; বিক্ষত কণ্টকে দেহ দেখি, মচি
অশ্ৰুজল, সেৱি তপোধন তোমাক
নিকজ কৰোঁ। কুশাঙ্কুৰে বিন্ধিলে চৰণ,
পানীৰে পখালি পাৱ প্ৰদানি প্ৰলেপ
কৰোঁ নিৰাময়; তেহে সুস্থ হয় মোৰো
মন। কি সকাম সি কথা বখানি আজি?
জানা সকলোকে তুমি। লাজে মুখ মোৰ
বান্ধিছিল ৰাখি অত দিন, সিহেতুকে
আছিলোঁ নিমাত। কিন্তু দেখোঁ হয়
সৰ্ব্বনাশ আজি! হেৰায় গুৰুৰ বিত্ত,

সাঁচতীয়া ধন। সি কাৰণে প্ৰিয়তম,
পৰিত্যাগি সঙ্কোচ সংযম, প্ৰাৰ্থিছোঁ
তোমাক,—কৰি মন্ত্ৰ উচ্চাৰণ বেদৰ
বিধানে মোক কৰা পৰিণয় ঋষিবৰ!

কচ।— নাপায় এনুৱা কথা কব মোক শুভে!
গুৰু শুক্ৰাচাৰ্য্য মান্য পূজনীয় মোৰ ;
গুৰু-কন্যা তুমি পূজনীয়া সেইদৰে
মোৰ ; ভগৱান ভাৰ্গৱৰ প্ৰাণাধিকা
তুমি, গুৰুপুত্ৰী সমন্ধত মোৰ ভগিনী
সমান ; নহয় যুগুত কৰা ইহেন
প্ৰস্তাৱ। দিয়া ভদ্ৰে! হৰ্ষমনে বিদায়
ভ্ৰাতৃক, যাওঁ নিজ ঘৰ, শোকাতুৰ
জনক জননী। দেখিলোঁ সপোন, পুত্ৰৰ
বিৰহে শোকাকুলা দুখুনী জননী মোৰ।

দেৱযানী।— শুনা কচ! শুনা তপোধন! ভ্ৰাতৃ-স্থান
নহয় তোমাৰ। সন্তান নোহোৱা তুমি
জনকৰ মোৰ। পিতৃৰ গুৰুৰ পৌত্ৰ
তুমি, মাথোন সিহেতু পূজনীয় তুমি
মোৰ। কৰিছিল অসুৰে বিনাশ
প্ৰথমতে তোমাক বি বাৰ, পিতৃৰ
কাষত সকৰুণ মাগি ভিক্ষা জীয়ালোঁ তোমাক ;
সেই দিন ধৰি অনুৰক্তা দেৱযানী
তোমাৰে হে কচ! নৃত্য গীতে কৰি
বিনোদন সেৱি মই অনেক প্ৰকাৰে
সাধিলোঁ তোমাৰ প্ৰীতি ; তোমাৰ বিহনে
বিনে নাই মোৰ আন একো কাম কচ!
ধৰ্ম্মজ্ঞানী তুমি জানা সকলোকে। এনে

অনুৰক্তা মোক জুৱায় কি কৰা পৰিহাৰ ?
মৃত্যুতো অধিক কষ্ট নিকৰুণ বচনে
তোমাৰ দিছে মোক। অতএৱ হেৰঁা
ঋষি! হেৰঁা প্ৰাণপ্ৰিয়! দেৱযানী
দুখুনীক নেঠেলিবা পদে। দাসী হৈ
সেৱিম চৰণ; আচৰি একত্ৰে ধৰ্ম্ম
লম পদ সহধৰ্ম্মিণীৰ; সুখ দুখ
সুকৃতি দুষ্কৃতি যি তোমাৰ মিলিব
ভাগ্যত, ভাগ লৈ তাৰে নিজক মানিম
ধন্য, সুবাগিণী হম; তপস্যাত কৰিম
সহায় হৈ তপস্বিনী; ব্ৰহ্মৰ পূজাত
মিলাই ভকতি প্ৰেম তোমাৰে সইতে,
বিলোপি পৃথক সত্তা, সাধিম ঈশ্বৰ
প্ৰীতি; ক্ষুদ্ৰ নদী ব্ৰহ্মপুত্ৰনদে
কৰি আত্মবিলোপন যায় যৈ শীতলি
সংসাৰ। সিকাৰণে হেৰঁা সুশোভন!
নিৰপৰাধিনী মোক কৰি পৰিহাৰ
নাযাবাঁ নাযাবাঁ কদাচিতো; ৰধে ছোৱে!

কচ।— অনিযোজ্য বিষয়ত নকৰঁা নিয়োগ
মোক হে শুভব্ৰতে! গুৰুতৰা তুমি
গুৰুতো অধিক মোৰ। নকৰিবা কোপ,
সুপ্ৰসন্ন মনে মেলানি প্ৰদান কৰঁা।
আছিলোঁ অনেক কাল সুখত ইথানে;
অনুমতি দিয়াঁ যাওঁ ত্ৰিদশআলয়ে
আজি। আশীৰ্ব্বাদ কৰঁা, বাটত বিঘিনি
যেন নপৰশে মোক। কথাপ্ৰসঙ্গত
সুঁৱৰিবা দুখিত কচক, কৰোঁ আশা।

গুৰু মোৰ জনক তোমাৰ কৰিবা
শুশ্রূষা; সাৱধানে কৰি পৰিচৰ্য্যা
সাধিবা পিতৃৰ তুষ্টি, ত্রুটী নকৰিবা,
বৃদ্ধ তেওঁ। যি পৱিত্র ঔৰসত জনম
তোমাৰ, আছিলোঁ সেই উদৰত মই;
ধৰ্ম্মতঃ সিহেতু সমস্ত দেৱযানী
কচৰ ভগিনী। সেইবাবে সুনয়নী
ভেদে অশোভন কথা নানিবা মুখত।

দেৱযানী।— শুনা কচ! শুনা মোৰ স্বৰূপ বচন,—
প্রত্যাখ্যান কৰি তুমি প্রার্থকজনক
নকৰিলা ভাল। আশা ছেদ কৰি মোৰ
শালিলা অন্তৰ। বহুকাল পোহা মোৰ
প্রণয়-পখীটি মাৰিলা মুছৰি ডিঙি।
ঢালিলা তপত তেল ক্ষত স্থালোপৰি।
হাঁহি-মুখ অশোকৰ থুপিটিক ছিঙি
নিৰ্দয়ে গচকি পেলালা। নিৰমল
ঠুনুকা হৃদয় ভাঙি এচাৰি শিলত
লভিলা সন্তোষ। বৈদূৰ্য্য-বিক্রমতুল্য
নাৰীৰ প্রণয় অৱজ্ঞাৰ অৱহেলি তাক
ঠেলিলা চৰণে। আক কোন ৰমণীৰ?
পোৱঁা, কোন ৰমণীৰ প্রেম? দেৱযানী
শুক্রনন্দিনীৰ, দেৱাসুৰে সম্মানে
সদায় যাক; থাকোক আনৰ কথা,
ইন্দ্রো যত্ন হয় লভিলে ককণা যাৰ।—
যাওক সেই কথা। জানা নে হে ব্রাহ্মণ
সন্তান, ৰমণীৰ প্রেম ৰমণীৰ
জীৱন-সৰ্ব্বস্ব? সমৰ্পি এদুৰো প্রেম

ধৰিছিলোঁ। পাৰত তোমাৰ, অথলত
মুক্তাফল যেনে। নাপালে তথাপি মন
অভাগিনী নাৰী! কিনো মন্ত্ৰে মৰোহা
হৃদয়! আশা ছেদ মৰণ সমান।
কৰি আশা ছেদ মোৰ সে হে সুখী কচ?
লভিবা নে শান্তি, বিপ্ৰ, হৰি শান্তি মোৰ?
নাৰীবধ পাপৰ কি নাই পৰাচিত্ত?
আক কোন সেই নাৰী? দেৱযানী,
অপৰাধশূন্যা দেৱযানী, অনুগ্ৰহে
যাৰ তিনি বাৰ পালে প্ৰাণ অকৃতজ্ঞ
কচে! ভাবিছা নে তুমি, উপেক্ষি দুখুনী
মোক থাকিবা সুখত? নোৱাৰা, নোৱাৰা,
নোৱাৰা নিশ্চয়। ৰমণীৰ ক্ৰোধ প্ৰেমৰ
সমান অতল দুৰ্ব্বাৰ। নাৰীৰ প্ৰণয়ে
সমূলি বুৰায়; ক্ৰোধৰ অগণি দহি
কৰে ভস্ম মূল পৰিমিতে।—
শুনা কচ! শুনা হেৰা ব্ৰাহ্মণকুমাৰ!
পবিত্ৰ জাহ্নবীজল, এই দূৰ্ব্বাক্ষত,
লৈ তিল কুশ দেৱযানী দিয়ে অভিশাপ,—
কৰি তুমি কঠোৰ যতন অতকাল
যি বিদ্যা লভিলা, বিদ্যা মৃত্যুসঞ্জীৱনী
ফলৱতী নহব তোমাত, বুলিলোঁ নিশ্চয়!

কচ।— কি কৰিলা দেৱযানী? কৰিলা কি কাম?
কিয় অকাৰণে এনে দিলা অভিশাপ?
প্ৰত্যাখ্যান কৰিলোঁ তোমাক ভাবি
দোষআশঙ্কা নহয়, গুৰুপুত্ৰী বুলিহে
মাথোন। তদুপৰি অনুমতি নাছিল

গুৰুৰ। আৰ্য্যধৰ্ম্মউপদেশ দিছিলোঁ।
তোমাক। তথাপি শাপিলা তুমি নকৰি
বিচাৰ! উপযুক্ত নহওঁ শাপৰ। ধৰ্ম্মতঃ
নহয় শাপ কামতঃ হে দিয়া; সেইদেখি
দিওঁ প্ৰতিশাপ শুনা,—তোমাৰ মনত;
যিটো আছে অভিলাষ নিশ্চয় নিষ্ফল
হব; কোনো ঋষিৰ কুমাৰে নকৰিব
বিবাহ তোমাক। নিষ্ফল অধীত বিদ্যা
বুলি দিলা যিটো অভিশাপ মোক, মানি
ললোঁ তাক; কিন্তু এটি কথা ৰই গল
তাত,—শিকাম সি বিদ্যা যাক মই, সিদ্ধি
হব তাৰ।

( কচৰ প্ৰস্থান। )

[ আৰ-কাপোৰ। ]

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# গুৰু-চৰিত্ৰ।

## ( ৮ )

## বেলগুৰি সত্ৰ।

শঙ্কৰদেৱে বেলগুৰি বা ধুৱাহাটত সত্ৰ পাতি সঙ্গৰ ভকতসকলৰ সহিতে তিনি প্ৰসঙ্গ কৰি শ্ৰবণ কীৰ্ত্তন আলাপনে দিন কটাই আছে, এদিন তুলসীৰাম নামে এজন ভকত আহি শঙ্কৰদেৱৰ সমুখ হৈছে, শঙ্কৰে সুধিছে তোমাৰ শৰীৰত কি বিকাৰ হৈছে, তুলসী আতৈয়ে কৈছে বাপ! আমাৰ দেহাত শেতকুষ্ঠ হোৱাৰ নিমিত্তে কোনোৱে ঠাই নিদিয়ে; খাবৰ অন্ন নোপোৱা হৈছোঁ। গুৰুঈশ্বৰে এই কথা শুনি আতৈক কৈছে, নাম-ঔষধ

সেৱন কৰিবলৈ হক, আন কোনো ঔষধে আৰোগ্য কৰিব নোৱাৰে। তুলসী-গছ কই সজকৈ আঁতাই ৰাখি দিবা নিশি নাম লোৱাঁ, অলপতে ফলভোগ কৰিবলৈ পোৱা হব। আতৈয়ে গুৰুবাক্য শিৰোগত কৰি তুলসীৰ গুৰিত প্ৰতিদিন নাম লবলৈ আৰম্ভ কৰিলে, বেমাৰ ক্ৰমে ভাল হল, বহু সঙ্গী লগ লাগিল। কিছুদিন পিছত শঙ্কৰদেৱে এদিন জিজ্ঞাসা কৰিলে; আতৈ নামৰ মহাত্মা কেনে? তুলসীৰামে কলে, বাপ! হাতে হাতে ফল পোৱা হৈছে। তদন্তৰ আতৈয়ে চাউল সিদ্ধ কৰিবৰ নিমিত্তে স্নান কৰিবলৈ যোৱাত বৈকুণ্ঠৰপৰা বিমান আহি লৈ গল। সঙ্গৰ ভকতসকলে বিচাৰি নাপাই গুৰুঈশ্বৰত জনাইছে। আৰু এদিন বুঢ়ী ভকতনীসকলে নাম লবৰ নিমিত্তে আহিছে, বাটত হাথিয়া দলৈয়ে লগ পাই সুধিলে, ভকতনী সকল কলৈ যোৱা হৈছে? তাঁৰাসকলে উত্তৰ দিলে গুৰুজনে চৌদ্ধ প্ৰসঙ্গ পাতিছে, তালৈ নাম লবলৈ যোৱা হয়। দলৈয়ে উপহাস কৰি কলে নাম ললে কি হব; বুঢ়ীসকলে কলে, মৃত দেহত জীৱ সঞ্চাৰ হয়, আৰু জীৱে মুক্তি পায়। তেন্তে আমাৰ মৰা গৰুটি জীয়াই দিয়াঁচোন, নহলে নাম লবলৈ যাব নোৱাৰিবা। ভকতনীসকলে উপায়ৰহিত হৈ মৰা গৰুটি মাজত ৰাখি উচ্চস্বৰে নাম গাবলৈ আৰম্ভ কৰিলে, কিছু বেলি অতি ব্যগ্ৰ ভাৱে নাম লৈ থকাত গৰুটি উঠি মলমূত্ৰ ত্যাগ কৰি তিনি কামোৰ ঘাঁহ খাই আকৌ মৃত্যু হল। হাথিয়া দলৈ নামৰ মহিমা দেখি আচৰিত হৈ ভকতনীসকলক দণ্ডৱতে পৰি প্ৰণাম কৰি বিদায় দিছে। উচিত সময়ত নামত উপস্থিত হব নোৱাৰা কাৰণ শোধাত ওপৰত কোৱা কাৰণে বেলি হল বুলি জনাইছে। গুৰুজনে শুনি মনত হৰ্ষ বিষাদ উপস্থিত হৈ কৈছে আনে নামৰ পৰীক্ষা কৰে সি পৃথক কথা; ভাই বংশেও আমাক পৰীক্ষা কৰে। আৰু এদিন বংশৰ দুইজন লোকক চাউলগুড়া ভোজন কৰিবলৈ দিয়াত এজনে আগতে ভোজন কৰিলে আনজনে আৰ কৰি ভোজন কৰিলে। সাক্ষাতত ভোজন কৰা জনক সুধিলে, তুমিনো কিয় আৰালত আহাৰ নকৰিলা? তেঁও উত্তৰ দিলে আপুনি ইহপৰলোকৰ গৰাকী; আপোনাক লুকাবৰ ঠাই নাই। তেওঁৰ কথাত গুৰুৱে সন্তোষ পালে, আনজনৰ কাৰ্য্যত মনত কিছু বিৰক্ত পাই কোমোৰাকটালৈ গুচিগল; তেতিয়া বেলগুৰিত থকা

ভূএ্যাসকলৰ গক মহ মৰি নানা উৎপাত হবলৈ আৰম্ভ হল। ভূঞাঁ সকলে ভয় পাই গণক মতাই আনি গণনা কৰাই জানিব পাৰিলে যে শঙ্কৰ-দেৱে তেঁওলোকক এৰি যোৱা বাবদে নানা বিপদ উপস্থিত হৈছে। সকলো ভূএ্যাসকলৰ মাজত বিচাৰ হল যে শঙ্কৰদেৱে আমালোকক এৰি যোৱাৰ কাৰণ কি ? হাথিয়াই বিদ্রূপ কৰি পৰীক্ষা কৰাৰ নিমিত্তে মনত বেজাৰ পাই গুচি গৈছে। আটাই ভূঞাঁসকলে হাথিয়াক কলে যদি তুমি পুনৰ আমাৰ ডেকাগিৰীক আনি দিব নোৱাৰা তেন্তে তোমাক নিশ্চয় জাহিৰে খুচি মৰা হব। এই কথাত হাথিয়াই ভয় পাই শঙ্কৰৰ ওচৰলৈ গৈ তেওঁৰ বিপদৰ কথা জনোৱাত আহিবলৈ সম্মত হল; তাত ছয় মাহ থাকি পুনৰ বেলগুৰিলৈ আহিছে।

---

# পুৰণি আসামত ভুমুকি।

( ৭ )

তেওঁলোকৰ কাকো কলীয়া-গোঁসাই নামৰ বিষ্ণুমূৰ্ত্তিকো পূজা কৰা পোৱা যায়। কেতিয়াবা কাকো বাকৰিত মৰা গৰুৰ ছাল চেলিউৱাও দেখা যায়। হিন্দু-ধৰ্ম্মত থাকি পুৰুষবিলাকৰ অতপালি ইমান; তিৰোতা বিলাকৰও কম নহয়। এওঁলোকৰ নিমিত্তে অসমত তাঁতীৰ ভাত নাই বুলিলেই হয়। ঘৰৰ চাৰি বেৰৰ ভিতৰত সোমাই থকা পিছলৈ থাকক, ঘাটে বাটে য'তে ত'তে এওঁলোক নিশ্চিন্ত মনে ফুৰিবলৈ একণো সঙ্কুচিত * নহয়। বিবাহ সম্পৰ্কে যে এওঁলোক হিন্দুধৰ্ম্মৰ কট্কটীয়া নিয়মৰ তলত থাকে তেনেও দেখা নাযায়।—ইচ্ছা আৰু সুবিধা হল, বাপেক মাকৰ মনোনীত বৰৰ লগতে ৮।৯ বছৰ বয়সতে বিয়া হল, নহল ১৮।১৯ বা ততোধিক বয়সলৈকে অবিবাহিতা অৱস্থাতেই থাকিল। তেতিয়া কাৰো ইচ্ছা হল, বাপেক-মাকৰ মনৰ মতেই বিয়া হ'ল; কাৰোবা নহল, নিজৰ মনৰ মতৰ স্বামী বাছি লৈ তেওঁৰ সহধৰ্ম্মিণী হল গৈ। কেতিয়াবা এওঁলোকৰ কাকো কৃষ্ণৰ

---

* অসমত পৰা নতৰ অলপ দিনৰপৰাহে চলতি হোৱৰ সম্ভৱ গাওঁৰ ফালে এই নিয়ম আজিকালিও বৰকৈ দেখা নাযায়।

হাতত কল্মিণীৰ দৰে আজোৰণি-চোচৰণি খাইও পতিনুৰাগী হোৱা দেখা যায়। উষাই অনিৰুদ্ধক অনা নিয়মটিও বিচাৰিব পাৰিলে .বোধ কৰোঁ। উজিয়াব পাৰি। বিবাহৰ পিচত—দুৰ্দ্দৈৱ বশতঃ কোনোবা অসময়ত বিধবা হলে, তেতিয়া তেওঁ হিন্দুধৰ্ম্মৰ নিয়ম মতে নচলি নিজৰ মনৰ মতেহে চলে। যাৰ মন হল বিধবা অৱস্থাতেই থাকিল, যাৰ মন নহল নতুন স্বামীৰ লগত আকৌ গৃহবাস কৰিলে। এই জাতিটোৰ উদ্ধৃতগালি পূৰ্ব্বে আক যেছি আছিল। ইদানীক বুৰঞ্জীয়ে চুকি পোৱা কালতে এই কলিতা বিলাকে ব্ৰাহ্মণসকলৰ কৰ্ম্মবিলাকো কৰিছিল, কোচসকলৰ পুৰোহিতৰ কাম পৰ্য্যন্ত কৰিছিল ( District Gazetteers, Dalton's Ethnology, census Reports )। হিন্দুধৰ্ম্মৰ ভিতৰত থাকি এই .জাতিৰ মানুহৰ এনে বিগৰ্হিত আচাৰ, অথচ এওঁলোকক বিণাৰৰ কাৰো সাধ্য নাই। মনুৰ আইনেও বলে নোৱাৰা এই অংপা কলিতাবিলাক নো কোন? ইবিলাকেই স্বৰ্গবাসী সত্য, ত্ৰেতা আৰু দ্বাপৰৰ দেৱতাসকলৰ কুসন্তান অসমবাসী কলিৰ দেৱতা কলিতা। মনুসংহিতাৰ আধিপত্য মৰ্ত্যবাসীসকলৰ ওপৰত হে, স্বৰ্গবাসীসকলৰ ওপৰত নহয়; এই নিমিত্তে অধঃপতনৰ এই শেষ সীমা পোৱাৰ দিনতো মনুৱে ইবিলাকৰ ওপৰত কৰ্ত্তৃত্ব চলাব পৰা নাই। বৰ খেদৰ বিষয় ওমলা কালিৰ লগৰীয়া এটিৰ মুখে "ককাই কোৱা শুনিছোঁ, কলিতাবিলাক কলিৰ দেৱতা" বোলা শুনা স্মৃতি ব্যতীত লেখকৰ এই বিষয়ে আন সাক্ষী নাই। এতিয়া সেই লগৰীয়াটিও এই পৃথিবীত নাই, ককাকও নাই। কেৱল সেই কথা আযাৰি আজি ৩৯।৪০ বছৰৰ মুৰত এই লেখকৰ মনত দপ্ কৰি জলি উঠা দি উঠি সি বাজ্যৰ আগত গুপ্ত ৰহস্য এটি উলিয়াবলৈ সহায় কৰিছে। অনুমান হয় যে পুৰণি পুথিবিলাক তন্ন তন্ন কৰি বিচাৰিলে ইয়াৰ লেখা প্ৰমাণও ওলাব; কিন্তু এতিয়াও সবল মনৰে চালে ইয়াত শঙ্কা কৰিবৰ কাৰণ দেখা নাযায়। ইংৰাজ পণ্ডিতসকলেও কলিতাবিলা-কক অসমলৈ পোন-পহিলাই অহা আৰ্য্যদলৰ সন্ততি বুলি আগৰেপৰা অনুমান কৰিয়েই আছিছে। পূৰ্ব্বৰ আৰ্য্য বা দেৱতাসকলৰ সন্ততিবিলাক যেতিয়া হীনবীৰ্য্য হল তেতিয়া তেওঁলোকে দেৱতা বুলি পৰিচয় নিদি কলিৰ দেৱতা ( কলিৰ নামটো ললেই হেয় ভাৱটি বুজায় ) বুলি পৰিচয়

দিয়াত অসমত কলিতা নাম পালে। গুণত—পূৰ্ব্ব পুৰুষসকলেৰে একোণে তুলনাৰ যোগ্য হব নোৱাৰি কলিতা নাম পোৱাতও তেঁওলোকৰ পৰাক্ৰম কম নাছিল, কলিতা ৰজাৰ নামেই ইয়াৰ প্ৰমাণ। এতিয়াও অসমত এনে মানুহ নাই যি কলিতা ৰজাৰ নাম নাজানে, যাৰ মুখে এবাৰ কলিতা ৰজাৰ নাম ওলোৱা নাই, কিন্তু সেই কলিতাৰজাৰ বংশধৰসকলৰ এতিয়া আকৌ তুনাই এনে হীনাৱস্থা যে ইবিলাকে নিজেই নিজক সেই কলিতা ৰাজাৰ সন্ততি বুলি বিশ্বাস কৰিব নোৱাৰি ইউৰোপত কলিতা বিচাৰে গৈ। কলিতা ৰজাৰ দেশ যে উত্তৰত বুলি কয়, সেইটো ভাৰতবৰ্ষৰ উত্তৰকেহে বুজিব লাগে। হিমালৰ উত্তৰত বুলিলে ভাৰতবৰ্ষৰহে উত্তৰ, হিমালয়ৰ ওপৰত উঠি আৰু উত্তৰে হিমালয় বিচাৰিব নালাগে আৰু হিমালয়ৰ অকল মাজডোখৰকে যে বুজায় এনেও নহয়, খাইবাৰ পাচৰপৰা সদীয়ালৈকে বা ব্ৰহ্মকুণ্ডলৈকে গোটেইটো পৰ্ব্বতকেই বুজায়। ব্ৰহ্মকুণ্ডৰপৰা কৰতোয়ালৈকে এই ঠাই ডোখৰও এই উত্তৰৰ হিমালয়ৰে অংশ মাথোন, এই বিষয়ে আগেয়েও উনুকিয়া হৈছিল, এই নিমিত্তেই এসময়ত এই অঞ্চলৰ ৰজা কলিতাৰ ৰাজ্য উত্তৰত বুলি প্ৰসিদ্ধ।

অসমৰ কলিতাবিলাক কলিতা ৰজাৰ বংশৰ আৰু কলিতা ৰজা পুৰ্ব্বৰ দেৱতাসকলৰ বংশৰ বোলা কথাটিত এটা আঁসোৱাহ ওলায় যে তেন্তে কলিতা সকলক পূৰ্ব্বে স্বৰ্গ নামেৰে ভূষিত গোটেই অঞ্চলতেই পোৱা উচিত, কিন্তু মিচিমি পৰ্ব্বত, দফলা পৰ্ব্বত, ভুটীয়া পৰ্ব্বত আৰু কৰতোয়াৰ পুবৰ ৰংপুৰ জিলাত কলিতা পাবলৈ নাই। এই কেইঠাইত কলিতা নোপোৱাৰ কিন্তু ভাল কাৰণ পোৱা যায়।

ৰংপুৰত কলিতা যে নাই এনে নহয়, ৰংপুৰৰ কায়স্থসকলেই কলিতা। অলপ দিনৰপৰা তেঁওলোকে কায়স্থ বুলি পৰিচয় দিবলৈ ধৰাত এতিয়া কলিতা মাত আৰাৰ ভাত নোহোৱা হৈছে। কলিতা নাম থকালৈকে তেওঁলোকে ৰংপুৰত আৰু ওচৰে কাষৰে পৰাক্ৰমৰে সৈতে ৰাজত্বকেই কৰি আছিল। বুকানন হেমিল্টন চাহেবে ৰংপুৰৰ কলিতা সম্বন্ধে লেখি গৈছে The Kalitas once had grat sway in Rangpur ; and many of those remaining there have assumed the title of kaists" (Dalton's Ethnolgy, page 79)।

ভুটীয়াবিলাকৰ ভিতৰত কথা এটা শুনাশুনি কৰি চলি আহিছে যে সিবিলাকৰ দেশখন পূৰ্ব্বে তিব্বতৰ শাসনৰ তলত আছিল আৰু দেৱা, ধৰ্ম্মা, পিলৌবিলাক আৰু জুংপুংবিলাকে এতিয়া ব্যৱহাৰ কৰা ৰাজপ্ৰাসাদ আৰু দুৰ্গবিলাক আগৰ তিব্বতীয়া ৰাজকৰ্ম্মচাৰীসকলৰ ব্যৱহৃত প্ৰাসাদ আৰু দুৰ্গ; শেষত লাস্ত নেদিখি ৰাজ কৰ্ম্মচাৰীসকল ভুটীয়া ৰাজ্য এৰি দি নিজ দেশলৈ গুচি গল ( Daltion's Ethnology, page 96 )। ভুটীয়াবিলাকে তিব্বতীয়া ৰাজ কৰ্ম্মচাৰী বুলি কয় হয় কিন্তু থিবাংকৈ নহয়, শুদ্ধ কথা হে। অলপ গমি চালেই জনা যায় যে তিব্বতীয়া নহয়, পূৰ্ব্বৰ দেৱতাসকলে হে পৰ্ব্বতত লাস্ত নেদেখি ভৈয়ামলৈ গুচি আহিছিল। কিয়নো দেৱৰাজ, ধৰ্ম্মৰাজ, পুণাখা, দেৱানগিৰি, অমৰাতল এই নামবিলাকৰেপৰা জানিব পাৰি আগেয়ে ভুটীয়া পৰ্ব্বতত দেৱতাসকল হে বাস কৰিছিল। হাজোৰ মাধৱ মূৰ্ত্তি ভুটীয়া পৰ্ব্বতৰপৰা হাজোলৈ অহা ভুটীয়া কথাটিয়েও ভালকৈ প্ৰমাণ কৰে যে দেৱতাসকলে ভৈয়ামলৈ গুচি আহোঁতে তেওঁলোকৰ উপাসিত মূৰ্ত্তিও লগতে লৈ আহে। অনেকৰ ধাৰণা যে বৌদ্ধ ভুটীয়াবিলাকে হাজোৰ বুদ্ধমূৰ্ত্তি পূজা কৰেহি। ই ভুল। ইংৰাজ পণ্ডিতসকলে এতিয়া থিৰ কৰিছে যে হাজোৰ মূৰ্ত্তিজনা হিন্দুৰ হে। হাজোত পূজা কৰা ভুটীয়াবিলাক হিন্দু বুলিহে অনুভৱ হয়, হিন্দু নহলেও হিন্দু আৰু বৌদ্ধৰে মিহলি। কিয়নো কেতবিলাক ভুটীয়াই শিঙৰিত গোপেশ্বৰকো পূজা কৰেহি আৰু শুনিবলৈ পোৱা যায় মঙ্গলদৈৰ ভৈৰৱকুণ্ডৰ উত্তৰত থকা চণ্ডী মূৰ্ত্তিত ছাগলী বলি পৰ্য্যন্ত দি পূজা কৰে। সাহিত্য পৰিষৎ পত্ৰিকাৰ 'আস্তেৰ গম্ভীৰা" প্ৰবন্ধত দেখা যায় ভুটীয়াবিলাকে ইন্দ্ৰ, যম, যমান্তক (শিৱ) আৰু বৈশ্ৰৱণ আদিৰ মন্ত্ৰ আৰু স্তৱ পাঠ কৰি দিনে তিনিবাৰ তিনিবাৰকৈ অৰ্চ্চনা কৰে। অসমীয়া লৰা ছোৱালী-বিলাকে ওমলোঁতে, আগেয়ে মেঘ নিচেই চাপৰতে থকা আৰু ঠাই সাৰোঁতে কুজী বুঢ়ীৰ কুজত লগাত বুঢ়ীয়ে ৰাঢ়নীৰে খোচ মাৰি দিয়াত ওপৰলৈ সেই মেঘ যোৱা বুলি কোৱা কথাটোৰেও বুজায় যে ইবিলাকৰ পূৰ্ব্বপুৰুষসকল আগেয়ে গাত ডাৱৰ লগা কোনো ওখ পৰ্ব্বতত আছিল, পিছত ভৈয়ামলৈ আহিছে। দুই চাৰিজন পৰ্ব্বতত থাকিলেও তেওঁলোক ইমান দিন ভুটীয়াৰ লগত মিলি গল। এই নিমিত্তেই ভুটীয়া পৰ্ব্বতত কলিতা পোৱা নাযায়।

দফলা পৰ্ব্বতত কলিতা নোহোৱাৰেই কথা। কিয়নো পূৰ্ব্বেও মহাদেৱ আৰু

কুবেৰৰ প্ৰজা গুহ্যকবিলাকেই বুলিছে মহাভাৰতত পোৱা যায়। তেওঁলোকৰ আলাপচান ধৰা অলপ অচৰপ যি আৰ্য্য আছিল হয়তো ভূটীয়াপৰ্ব্বতৰপৰা অহা দৰে ভৈয়ামলৈ আহিল, নহয় গুহ্যকবিলাকৰ লগতে মিলি গল।

মিচিমি পৰ্ব্বত আৰু ইয়াৰ ওচৰতে বাৰে বাৰে দলে দলে সিফালৰপৰা ইমান নতুন মানুহ আহি বসতি কৰিছেহি যে কলিতাবিলাকৰ হীনাৱস্থাত তাত তেওঁলোক তিষ্ঠিৰ পৰাটো নিচেই অসম্ভৱ।

এই নিমিত্তেই এই কেইঠাইত আজিকালি কলিতা নাই।

পূৰ্ব্বৰ আৰ্য্যসকলৰ সন্ততি যে অকল কলিতাবিলাকেই ই অনুমেয় নহয়! বিশ্বকৰ্ম্মা, অশ্বিনীকুমাৰ আদিৰ নামৰপৰা জানিব পাৰি, মনুসংহিতাৰ মতে কুলবিভাগ নাকিলেও ব্যৱসায় লৈ দেৱতাসকলৰো শ্ৰেণী বিভাগ আছিল; কিন্তু প্ৰধানকৈ দুটা শ্ৰেণীৰ হে নাম আছিল। দেৱতা আৰু দেৱৰ্ষি। ৰাজ্যশাসন, কৃষিকৰ্ম্ম আদি কাম দেৱতা শ্ৰেণীৰ আৰু অগস্ত্য ঋষিয়ে নহুষক ইন্দ্ৰ পতা আৰু তঙ্গাৰপৰা যদিও জনা যায় যে দেৱৰ্ষিসকলে সময় বুজি ৰাজকাৰ্য্যতো হাত দিছিল, কিন্তু খাইকৈ ধৰ্ম্ম চৰ্চ্চা আৰু প্ৰচাৰেই দেৱৰ্ষি সকলৰ বৃত্তি। অসমীয়া ব্ৰাহ্মণসকলেই সেই দেৱৰ্ষিৰ সন্ততি। এওঁলোকৰো দুৰ্গতিৰ একশেষ, আন ঠাইৰ বিজ্ঞ ব্ৰাহ্মণৰ আগত মুখ ফুটাই কথা একাষাৰি কৰলেকো এওঁলোকৰ ক'ৰবাত দুই এক হে যদি সাহ কৰে। অসমীয়া ব্ৰাহ্মণসকলৰ গোত্ৰবিলাক আলোচনা কৰিলেই বোধকৰোঁ এওঁলোক সেই দেৱৰ্ষিসকলৰ সন্ততিৰ প্ৰমাণ হয়। এই বিষয়েও আমি এটি উদাহৰণ মাথোন দিবলৈ সমৰ্থ। ঋক্‌বেদৰ ৮ম মণ্ডল ৰচোঁতা ঋষি কণ্ব, আৰু তেওঁৰ আশ্ৰম গুৱাহাটীৰ ওচৰতে ব্ৰহ্মপুত্ৰৰ দাঁতিৰ কোনো ঠাইতে বুলি আগেয়ে কৈ অহা হৈছে। এতিয়া কামৰূপ জিলাৰ বেছি ভাগ ব্ৰাহ্মণেই কণ্ব মুনিৰ গোত্ৰ বুলি পৰিচয় দিয়ে (Kamrup Gazetteer)। কিন্তু কি আচৰিত, সেই ঋক্‌বেদ ৰচোঁতা দেৱৰ্ষি কণ্বৰেই যে এইবিলাক সন্ততি এইটি কোনেও টং কৰি নাচায়।

আৰু আচৰিত, অসমীয়াবিলাকৰ ভিতৰত দেৱতা শব্দটি এতিয়ালৈকে ভলে ভলে চলন্তি হৈয়েই আছে। স্বৰ্গদেও, দেউ, দেউতা, পিতাদেউ ককাইদেউ, মোমাইদেউ, আইদেউ, বাইদেউ, বৌদেউ আদি ক্ষমতাবান আৰু

মান্তবানসকল তো সকলোৱেই দেৱতা, গমনীয়া বা একেবাৰে ওলৰ খাপৰ নোহোৱাবিলাকো দেও। ওচৰৰ আৰু দূৰৈৰ সকলো প্ৰদেশৰ মানুহেই ব্যৱহাৰ কৰিবলৈ ভোচ্ কৰা এই শব্দটি এই নিছগা অসমীয়াই এনে অসংকোচভাৱে এইদৰে কিয় ব্যৱহাৰ কৰে কোনেও গমি নাচায়।

কাপোৰ-কানিতও তাকেই দেখা যায়। পুৰুষসকলৰ চুৰিয়া চেলেং আন প্ৰদেশৰে সৈতে অবশ্যে একে, কিন্তু আন প্ৰদেশত ইতৰ শ্ৰেণীত কম যেচি কৈ ব্যৱহৃত লেংটি অসমৰ আন ঠাইৰ ভাপে নোপোৱা ঠাইত একেবাৰে অধম বিলাকৰো কোনেও ব্যৱহাৰ কৰা দেখা নাযায়; আৰু মাটিৰ প্ৰতিমাত পিন্ধোৱা সাজটি যেনে দেখা যায় সেই আহিৰেই অসমীয়া তিৰোতাসকলেও ৰিহা মেখেলাজোৰ এতিয়ালৈকে ব্যৱহাৰ কৰি আছে।

শ্ৰীৰজনীকুমাৰ দাস।

---

# চমু মন্তব্য।

"মেলেৰিয়া জ্বৰ নাশ ও নিবাৰণেৰ উপায়।"—"কামৰূপের সিভিল সাৰ্জ্জন কেপ্‌টেইন সি, এ, গোৱলে, এম, এ, এম, বি, সি এইছ, বি, ডি, পি, এইছ। দ্বাৰা ৰচিত। শ্ৰীযুক্ত বাবু প্ৰকাশচন্দ্ৰ সিংহ, বি, এ, দ্বাৰা অনুবাদিত। মূল্য এক আনা মাত্ৰ। প্ৰকাশক শ্ৰীমথুৰামোহন বৰুৱা।" ভিক্টৰিয়া প্ৰেচত ছপা। এই ক্ষুদ্ৰ কিতাপখনৰ উদ্দেশ্য তাৰ নামেই কৈ দিছে। কিতাপখনে সৰ্ব্ব-সাধাৰণক বৰ উপকাৰ দিব। লেখকে নাইবা আন কোনোৱে যদি এই কিতাপখন অসমীয়া ভাষালৈ ভডাই ছপা কৰাই আসামৰ গাৱেঁ গাৱেঁ বিলোৱাই দিয়ে তেন্তে অসমীয়া গাৱঁলীয়া মানুহবো বৰ উপকাৰ কৰা হব।

"উত্তৰ বঙ্গ সাহিত্য সম্মিলন। তৃতীয় অধিবেশন। কাৰ্য্য বিবৰণ। প্ৰথম ভাগ।"—গৌৰীপুৰত হোৱা বঙ্গলা সাহিত্য-সম্মিলনৰ কাৰ্য্যবিবৰণ ছপা কৰা এই কিতাপখন পাই আমি সন্তোষ পাইছোঁ। কাকত, ছপা, ছবি ইত্যাদি বৰ সুন্দৰ হৈছে। জানিব লগীয়া কথাও ইয়াত বিস্তৰ আছে। ভুল কথাবো আটক নাই। যেনে,—"নামঘোষা প্ৰভৃতি ইঁহাৰ (অৰ্থাৎ শঙ্কৰদেৱৰ) ৰচিত অনেক গ্ৰন্থ আছে।" উত্তৰ বঙ্গ সাহিত্য-সম্মিলনৰ ভাল দেখি আমি সুখ পাইছোঁ।

"ৰঙ্গপুৰ-সাহিত্য পৰিষৎ পত্রিকা। পঞ্চম ভাগ। অতিৰিক্ত সংখ্যা। সেৰ পুৰেৰ ইতিহাস। শ্রীহৰগোপাল দাস কুণ্ডু প্রণীত"—ঐতিহাসিক গবেষণাৰে "সেৰ পুৰেৰ ইতিহাস" পৰিপূর্ণ। লেখকৰ পৰিশ্রম সার্থক হৈছে। তেওঁৰ সাহিত্যসেৱা ধন্যবাদৰ যোগ্য।

"কামৰূপৰ নতুন পঞ্জিকা। ১৮৩৩ শক। ৺ আম্নিবাড়ি সত্র নিবাসী শ্রীল শ্রীযুত নাৰায়ণ দেব গোস্বামী স্মৃতিৰত্নানুমোদিতম্। গন্ধিয়া গ্রাম নিবাসী শ্রীশুকদত্ত দেৱশর্ম্মা শিৰোমণি ও শ্রীযোগনাথ দেৱশর্ম্মা বিদ্যানিধি ও শ্রীচন্দ্র নাথ দেৱশর্ম্মা জ্যোতিষৰত্নেন গণিতম্। শ্রীযোগনাথ দেৱশর্ম্মা বিদ্যানিধিনা সংশোধিতম্। মেনেজৰ শ্রীযোগেন্দ্র নাৰায়ণ দেব গোস্বামী ও শ্রীযোগেন্দ্রনাথ দেৱশর্ম্মা বিদ্যানিধিনা প্রকাশিতম্। কামৰূপ ৺ আম্নি বাড়ি সত্র "কমলা" প্রেছত শ্রীশান্তিৰাম বর্ম্মা তালুকদাৰ দ্বাৰা ছাপা কৰা হল।"

এই অসমীয়া পঞ্জিকাখন পাই আমি আনন্দিত হৈছোঁ। পাতনিত লেখা হৈছে—"আগৰ দিনত আমাৰ আসাম দেশত সংস্কৃত ও জ্যোতিষ বিদ্যাৰ বৰ চর্চ্চা আছিল,...আগেয়ে আমাৰ দেশত...কার্য্যপদ্ধতিৰ পুথিবিলাক ব্রাহ্মণ পণ্ডিত বিলাকে নিজে নিজে লিখি লৈছিল।...আগৰ দিনত জ্যোতিষিক ব্রাহ্মণসকলে পঞ্জিকা গণনা কৰি হাতে লিখি লৈ চলাইছিল। স্বর্গীয় আসাম ৰজাসকলেও দেৱালয়বিলাকত তিথিকৰ ৰবদেউৰি নিযুক্ত কৰি সেই হাতে লেখা পঞ্জিকাৰ দ্বাৰা কার্য্য নির্ব্বাহ কৰিছিল কিন্তু এতিয়া আমাৰ দেশৰ কোনো কোনো মানুহে...বঙ্গালী পঞ্জিকা ব্যৱহাৰ কৰিব ধৰিছে। তেওঁলোকে এইটো নেভাবে যে সেই বঙ্গালী পঞ্জিকা চাই কার্য্যাদি কৰিলে তেওঁলোকৰ কার্য্য পণ্ড হব। কাৰণ সকলো দেশতে সূর্য্য এক সময়ত উদয় নহয়; আমাৰ দেশত যেতিয়া সূর্য্য উদয় হয় তাৰ ৪।৪১ পল পাছত সেই বঙ্গাল দেশত সূর্য্য উদয় হয়। সেই বঙ্গাল দেশৰ গণিত পঞ্জিকা চাই আমি কার্য্য নির্ব্বাহ কৰিলে আমাৰ কার্য্য যে ঠিক সময় মতে নহয় তাক সহজে জানিব পাৰি।"

আমি এই অসমীয়া পঞ্জিকাখন প্রত্যেক অসমীয়াৰ হাতে হাতে দেখিবলৈ আশা কৰোঁ।

"ফুল।"—উপন্যাস। "শ্রীনোমলচন্দ্র গোস্বামীৰ সহায়ত শ্রীভুবনেশ্বৰ বৰুৱাৰ দ্বাৰা প্রকাশিত।" গ্রন্থকর্ত্তাৰ নাম নাই। গ্রন্থকর্ত্তা যেয়ে হওক, আখ্যায়িকাখনি

ঘটনাৰ সমাবেশ আৰু পঢ়ি যাওঁতে মন আকৰ্ষণ কৰিব পৰা বৰ্ণনা আদিৰে শুৱলা হৈছে। এইজন লেখকে এনে ৰচনা কাৰ্য্যত লাগি থাকিলে আগলৈ আৰু কৃতকাৰ্য্য হব বুলি আমাৰ বিশ্বাস আৰু কিতাপখনত এতিয়া যি দুটা চাইটা কৃত্রিমতা দোষৰ ছাঁ পৰিছে সি নিশ্চয় নাথাকিব। লেখকৰ কিতাপত ব্যৱহাৰ কৰা কিছুমান কথা শুধ নহয়;. যেনে, "হিয়া চৰিখন" (৮ পিঠি), "চকুৰ ভুৰ" (১২), "নমত্তা কিয় ?" (১৪), "জটোৱায়েই ভেওঁৰ কাম" (২৩), দুৱাৰ মুকালি দি" (২৫), "ভাতে ৰন্ধা" (২৫) "কঁকালত টঙালি বন্ধা" (৪২), "ঘোৰাটো মুকালিৰলৈ ধৰিছে" (৪২), "সকলোটি শুয়েই থকা", (৫৬), "যশিনী "(১০১)। এইবোৰ—হিয়াকড়িখন, বা হিয়াকৰিখন; চকুৰ ভ্ৰু; নামাতা কিয়; যতনোৱায়েই বা যতোৱাই ভেওঁৰ কাম; দুৱাৰ মুকলি কৰি দি, বা দুৱাৰ মোকোলাই দি; তাতে বান্ধা; কঁকালত টঙালি বান্ধা; ঘোৰাটো মোকোলাবলৈ ধৰিছে; সকলোটি শুয়েই থাক; যখিনী; হলে হে শুধ হব। "চাৱনি" (১৭ পিঠি) শব্দটো বঙলা "চাহনি" শব্দৰ আহিত সজা হৈছে, সি অসমীয়া নহয়। ইষ্ট ইণ্ডিয়া কোম্পানীৰ বেপাৰীদলক "ইহঁত" সিহঁত" বুলি (১৯ পিঠি) এওঁলোক ভেওঁলোক বোলাটো উচিত। "বদন চন্দ্ৰয়" (১৯) সুভদ্ৰায় (২০) বদনচন্দ্ৰই, সুভদ্ৰাই হলে শুধ হব।

এই খিনিতে কোৱা উচিত যে ওপৰত দেখুৱা সামান্য ভুলবিলাক আমি ভয়ে-ভয়ে হে দেখুৱাইছোঁ; কাৰণ, আজিকালি দেখিছোঁ, সমালোচনা কৰিবলৈ পঠিয়া কিতাপৰ আগৰপৰা গুৰিলৈকে প্ৰশংসা নকৰি তাৰ দুটা চাইটা দোষও যদি দেখুৱা যায়, তেন্তে সম্পাদকজন গ্ৰন্থকৰ্ত্তাৰ কোপত পৰে, আৰু সেই গ্ৰন্থকৰ্ত্তাজন যদি পঢ়াশালিৰ ছাত্ৰ হয়, তেন্তে সম্পাদক মহাশয় তত্ লৰে।!

সাৰথি। ৰচক শ্ৰীযুক্ত সত্যনাথ বৰা বি, এল। বেচ ৷৷৶৹ অনা। এই কিতাপখন পাই আমি আনন্দিত হৈছোঁ। শুৱলা ভাষা সুন্দৰ ৰচনা প্ৰণালী আৰু চিন্তাশীলতা কিতাপখনৰ বিশেষত্ব। সুলেখক বুলি বৰা ডাঙৰীয়াৰ যি সুখ্যাতি আছে, "সাৰথিয়ে" সেই সুখ্যাতি অটুট ৰাখিছে। এই কিতাপে অসমীয়া সাহিত্যৰ সম্পদ বঢ়ালে। এই কিতাপখন বি, এ, নাইবা ইণ্ট-মিডিয়েট পৰীক্ষাৰ পাঠ্য হলে আমি বং পাম।

# কবিতাৰ কাঠ-সংস্কাৰ।

"সাগৰৰ তীৰ জুৰিলেক জুই,
শিশুৰ শুনি ক্ৰন্দন
চিতা ধূমে সবে আকাশ ছানিল,
ৰাৱণা ভৈল উচ্ছন ॥" —শঙ্কৰদেৰ।

১ নং কবিৰ বিলাপ,—

"হা হৰি হৰি বিধি কিনো লিখিল ললাটে !"

কত আশা কৰি পাখি কলম ধৰি
ৰিৰচিলোঁ "আশা" পদ্য।
তাকো হৰি নিলে কৃপাৰৰ কালে
জুইত পুৰিলে অস্ত !!
উজাগৰে থাকি, তেল তিনি চাকি
পুৰি লেখিলোঁ "আশা।"
একো ভাব মোৰ এমোন পখুৰ,
তাৰ এনে কৰিলে দশা !!

২ নং।— হু উ উ! উ উ হু! উ উ হু! হু উ উ!
তৈয়াই "ভাল পোৱা" মোৰ।
কলৈ গলি এৰি, শালডাল মাৰি
শতুক শালিলি ঘোৰ !!
ডালি ডালি কৰি হৃদয়-খলিত
গোটালোঁ প্ৰণয়-বাহ।
"ভাল পোৱা" কাব্য ৰচি উলিয়ালোঁ,
তাকো জুইত দিলি আহ !!
কোন জনগৰ শতুক আছিলি
কৃপা ৰৰ পেটা ৰেটা?
উস্ আস্ কৰি যিহনাত্ত পৰি
ৰচা কাব্য দিলি চিতা?

৩ নং।— ইস্কুলৰ পাঠ কাতি কৰি থলোঁ।
"বিৰহ" কাব্যৰ চকে।
"ষ্টৈণ্ড্ অপ্ অন্ দি বেঞ্চ" কতবো কৰিলোঁ,
ফলে পুন্দা মাৰে শোকে।
মহাকবি হৈ দেশ উজলাম,
এৰে আশা পুহি মনে।

কবিতা ছপালোঁ, প্ৰবন্ধ লেখিলোঁ,
কলম ধৰিলোঁ যনে ॥
এনে কবিটাটি হায় খৰি দিলি!
কিনো নিকৰুণ চিত।
আউৰেঙ্গজীব, কৃপা বৰ, দুইৰো মাজে
ভেদ নাই কথঞ্চিত ॥

৪ নং।— যা বাবীব পি পিছু ফালে প-পৰিছিল এটা
কু-কুলি টি-টিলিকি আমত।
দেখি ভুলি ম-মই লে-লেখিলোঁ কবিতা;
মো-মোৰ আ-আইৰে শপত ॥
এ-এনেটো ক-কবিতা পু-পুৰিলে বো-বোপাই,
হু-হুতচিৰী হোৱা ব-বৰ্বৰা!
... ...
... যোৱা ॥

৫ নং।— "পাখীহৰ কলে লব লাতি পুৰাইল"
পঢ়ি লেখিছিলোঁ "পেম" তাহাক্কো পুৰিল" ॥
বলবলুৱা বল দুষ্ট ছিংলক প্ৰধান।
আমি লেখা কাইৰবোল "বাঁহীত"নিদিয়ে থান ॥

১ নং।— মকবিৰা-শোক কবিবৃন্দ! সত্যে কওঁ
মই,——বৰ্বৰা জহন্নামে যাওক।
চিৰঞ্জীৱ হোৱাঁ তোমালোক, উঠি অহা
কবিকুল দেশৰ ভৰসা-স্থল! ঠুটিয়াওক
বা মুঠুটিয়াওক-গোফ কোনো চিন্তা নাই।
একাবিংশ ধৰিযন্ত মহামতি পীট
মহামন্ত্ৰী হল বিলাতত। যাৰ কছবত

লেখিলে কবিতা পোপে নিশ্চয় বুলিলোঁ।
বাণী মই ; লেখি থাকাঁ নাছাবিবাঁ কাপ।
লেখি লেখি পুতি থম পেটাল হিংসকক ;
জাপি জাপি কাব্য ভাবে ভাবে পেটৰ
ওপৰত ভাৰ, দিম থবি ভাক, দিছে
যেনে আমাৰ কাব্যক। অন্যত্র ছপাম
কাব্য-খোপা, কি ভয় ? কি ভয় ? — কিন্তু মোৰ
এটি কথা ৰাখিব লাগিব কবিবৃন্দ !
বীণাপাণি সেবকসমূহ হেৰাঁ কাব্য
ৰসাস্বাদী ! কবিতাৰ কুসুম কাননে
কুহু-ৰাও কাঢ়োঁতাসকল ! মানস-সৰসে
কবিতা-মৃণালভোজী ৰাজহংসজাক !
এটি কথা, ক্ষুদ্র এটিকটা কথা ৰাখিব
লাগিব মোৰ ;—কাইৰ কাৰ প্ৰশংসিবা
মোক ; নিঃকিঞ্চন অভাজনে নিবিচাৰে
আন একো ভিক্ষা তোমাসাৰ পদমূলে !

সকলোৱে।— মাত্তি আমি প্ৰভো ! লেখিম প্ৰশংসিম
নিশ্চয় নিশ্চয়।————

৩ নং।— লেখি লেখি জাপি দিম, দিম থবি ভাক।

৫ নং।— দিম থলি ভাক। গুলাইছে এতিয়াই
কবিতা সুন্দৰ মোল, হেলা জোটাতলা
কবি-পাওঁৰুলা ! শুনিবা নে এটি ?——

কলা কাউলী।
পল উভি॥
কা কলে।
প্ৰাণ হলে॥

কৃপাবৰ।

---

# সুৰা-মাহাত্ম্য।

(১)

আজি দ্বাপৰৰ শেষ দিন। মহাৰানী দুৰ্য্যোধনে দ্বৈপায়ন হ্ৰদৰ পাৰত বহি মৌন ভাবে ভাৰতৰ ভৱিষ্যত ফলাফলৰ বিষয়ে একমনে চিন্তা কৰিছে। কলিয়ে নিজৰ প্ৰাধান্য বঢ়াবৰ কাৰণে পাপবিলাক লগত লৈ ভাৰতত সোমাই লাহে লাহে নিজৰাজত্ব বিস্তাৰ কৰিবলৈ ধৰিছে।

তাকে দেখি ধৰ্ম্মৰাজে ভবিষ্যতত কলিকালৰ মাহাত্ম্য চাবৰ নিমিত্তে নৈমিষাৰণ্যৰ অলপ দূৰত এখন মায়া-উপবনৰ মাজত এখন মায়া-সৰোবৰ নিৰ্ম্মাণ কৰি সেই উপবনৰ দুৱাৰমুখত নিজেই দুৱৰী হৈ থাকিল।

দুপৰীয়া বদৰ তাপত ক্লান্ত আৰু পিয়াহত আতুৰ হৈ, সেই উপবনৰ ওচৰৰ বাটেদি এজন বাটকবা বামুণ গৈছিল। তেওঁ মায়া-উপবনৰ মাজত সেই মায়া-সৰোবৰ দেখি পানী খাই পিয়াহ গুচাবৰ আৰু গছৰ ছাঁত অলপ জিৰাই ক্লান্তি দূৰ কৰিবৰ মনেৰে তাৰ ভিতৰলৈ সোমাবলৈ গল। দুৱৰী জনে তেওঁক সুধিলে,—"ডাঙৰীয়া, কলৈ যাব খুজিছে?" বামুণজনে দুৱৰীৰ আগত পানী খাবৰ কথা জনোৱাত দুৱৰীয়ে কলে ;— "ডাঙৰীয়া, যদি আপুনি পানী খাবৰ মনেৰে এই পুখুৰীলৈ যাব খুজিছে, তেনেহলে আপুনি মোৰ ওচৰত এটি প্ৰতিজ্ঞা কৰি যাব লাগিব,—নহলে মই ভিতৰ সোমবলৈ দিব নোৱাৰো।" তৃষ্ণাৰ্ত্ত ক্লান্ত বামুণজনে সেই কথা শুনি কলে,—দুৱৰী, কি প্ৰতিজ্ঞা কৰিব লাগে কোৱা? মোৰ পিয়াহত প্ৰাণ যায়।" বামুণৰ ব্যাকুলতা দেখি দুৱৰীয়ে কলে,—"ডাঙৰীয়া, এই পুখুৰীৰ চাৰি ঘাটত চাৰি প্ৰকাৰ দৃশ্য আছে। প্ৰথম ঘাটত যি মানুহ আছে সি আপোনাক যিহকে কৰিবলৈ কয় আপুনি যদি সেই কথা পালন কৰি সেই ঘাটত পানী খায় তেনেহলে আন কেইটা ঘাটলৈ নেযাব। যদি আপুনি সেই মানুহৰ কথা নেৰাখি ইকেইটা ঘাটলে যায়, তেনেহলে প্ৰত্যেক ঘাটত যি যি বিলাক ঘটনা হয় সেই সকলোবিলাক ঘটনা আপুনি ঘূৰি অহাৰ সময়ত মোৰ ওচৰত আনুপূৰ্ব্বিক বৰ্ণনা কৰি যাব লাগিব।" দুৱৰীৰ কথা শুনি বামুণে প্ৰতিজ্ঞা কৰি লৰালৰিকৈ ভিতৰলৈ সোমাল।

( ২ )

প্ৰথম ঘাটত এজন সুৰীয়ে নানাবিধ মদ লৈ বহ মনেৰে বহি আছিল। তৃষ্ণাৰ্ত্ত বামুণজনে সেই ঘাটলৈ গৈ সুৰীটোক দেখি পানী খাবলৈ তাৰপৰা অনুমতি খুজিলে। বামুণৰ কথা শুনি সুৰীটোৱে হাঁহি-মুখেৰে উত্তৰ দিলে, "ভাওৰীয়া যদি এই পাত্ৰত থকা মদখিনি আপুনি খায়, তেনেহলেহে এই ঘাটত পানী খাব পাৰিব, নহলে আন ঘাটলে যাওক।" সুৰীৰ এই কথা শুনি বামুণে বৰ খঙেৰে কলে; "হেৰ দুৰাত্মা! মোৰ ইয়ান সাহ, পিয়াহত মোৰ প্ৰাণ যায়, বামুণ বুলি জানিও তই কি বুলি মোক মদ খাবলৈ কলি?" এই বুলি বামুণ তাৰপৰা গুচি গল।

দ্বিতীয় ঘাটত এজন ভঢ়ীয়া যৱনে গোমাংস ৰান্ধিছিল। বামুণে সেই ঘাটলৈ গৈ যৱনজনক পানী খাবলৈ অনুমতি খোজাত যৱনে কলে; "ভাওৰীয়া, এই ঘাটত পানী খাবলৈ দিব পাৰোঁ, কিন্তু পানী খোৱাৰ আগেয়ে ইয়াৰে অলপ ৰন্ধা গোমাংস খাব লাগিব।" এই কথা শুনি বামুণে ঘৃণাযুক্ত সুৰেৰে উত্তৰ দিলে; "ৰাম! ৰাম!! তোৰ ইমান সাহ! ব্ৰাহ্মণ কুলত জন্ম লৈছোঁ, কিৰূপে মোক তই অখাদ্য গোমাংস খাবলৈ কৱ?" তেওঁ এই বুলি নাকত হাত দি সেই ঘাটৰপৰা তৃতীয় ঘাটৰ ফাললৈ গতি কৰিলে।

তৃতীয় ঘাটত এজনী যোল বছৰীয়া যাতক ধুনীয়া সাজপাৰ পিন্ধি আনন্দ মনেৰে বহি আছিল। সুন্দৰীৰ নিৰূপম সৌন্দৰ্য্যৰ ছটা চাৰিওফালে বিকীৰ্ণ হৈ পৰিছিল। তৃষ্ণাৰ্ত্ত বামুণজনে পূৰ্ব্বোক্ত দুটা ঘাটত পানী খাবৰ চেষ্টাত বিফলমনোৰথ হৈ তৃতীয় ঘাটত সেই যাতকৰ ওচৰত উপস্থিত হল হি। অলৌকিক ৰূপলাবণ্যৱতী যাতক অকলশৰে এনে ঠাইত থকা দেখি বামুণে মনৰ মাজত নানাবিধ তৰ্ক বিতৰ্ক কৰি শেহত মধুৰ সম্ভাষণেৰে তেওঁক সুধিলে;—"হে চন্দ্ৰমুখি! তুমি কাৰ জীয়াৰী? কিয় অকলশৰে এই পুখুৰীৰ পাৰত বহি আছা? মোৰ বৰ পিয়াহ লগাত পানী খাবৰ নিমিত্তে এই উপবনত সোমাই প্ৰথম ঘাটত সুৰী এটা দেখিবলৈ পালোঁ; সেই মহাপাতকীক মই পানী এটোপা খাবলৈ অনুমতি খোজাত সি মোক মদ খাবলৈ কলে। দ্বিতীয় ঘাটত এটা যৱনে গৰুৰ মঙহ বান্ধি বহি আছে; সেই পাপাত্মাকো পানী খাবৰ কথা জনোৱাত সি মোক গৰুৰ মঙহ খাবলৈ কলে দেখি খংকৰি গুচি

আহিলোঁ। তৃতীয় ঘাটত তোমাক দেখা পাইছোঁ; মোৰ পিয়াহত প্ৰাণ যায়, মোক এই ঘাটত পানী খাবলৈ দি মোৰ প্ৰাণ ৰক্ষা কৰাঁ।"

বামুণৰ এইবিলাক কথা শুনি পাতকৰুনীয়ে মিচিকীয়া হাঁহি মাৰি কলে "মোক স্ত্ৰীভাৱে গ্ৰহণ কৰাঁ, বাট এৰি দিম।"

পাতকৰ এনে কথা শুনি বামুণ যৎপৰোনাস্তি লজ্জিত হল। বাস্তবিক তেতিয়া তেওঁ পিয়াহত ইমান কাতৰ হৈছিল যে আৰু অলপ সময় থাকিলেই পিয়াহত তেওঁৰ প্ৰাণ যোৱাটো নিশ্চয় ভাবি নিতান্ত নিৰুপায় হৈ পুনৰায় পাতকক কাকুতি মিনতি কৰি কলে; "সুন্দৰি! এনে পাপ কথা কিয় কোৱা? এনে কাৰ্য্যৰ দ্বাৰাই মই নৰকগামী হব লাগিব। মই পৰস্ত্ৰীক মাতৃতুল্য জ্ঞান কৰোঁ।"

বামুণৰ ইমান কাতৰোক্তিতো যুৱতীৰ দয়া নহল। তাই বাৰে বাৰে বামুণক পূৰ্ব্বৰ কথাকে কবলৈ ধৰিলে। বামুণৰ মনত বৰ ঘৃণা আৰু বেজাৰ লাগি অগত্যা তেওঁ সেই ঘাটৰপৰা গুচিগল।

চতুৰ্থ ঘাটত এজন বামুণে সংযতচিত্তেৰে বিষ্ণুপূজা কৰিছিল। তেওঁৰ ওচৰত এখন চোকা দা পেলাই থোৱা আছিল। বাটকৰা বামুণজন পূৰ্ব্বোক্ত তিনি ঘাটত পানী খাবৰ চেষ্টাত অকৃতকাৰ্য্য হৈ অৱশেষত চতুৰ্থ ঘাটত উপস্থিত হলগৈ। তেওঁ তাত উপস্থিত হৈ প্ৰথমতে সেই নিষ্ঠাবান বামুণক ভক্তিভাৱে প্ৰণাম কৰি হাত যোৰ কৰি নিবেদন কৰিলে; "হে দ্বিজবৰ! পিয়াহত মোৰ প্ৰাণ যায়, যদি অনুমতি দিয়ে তেনেহলে মই পানী খাই পৰিতৃপ্ত হওঁ। মই আন তিনটা ঘাটত কোনো কাৰণবশতঃ পানী খাব নোৱাৰি এইখিনি পাইছোঁহি, আপোনাৰ অনুমতি পালে পানী খাই পিয়াহ মাৰ নিয়াব পাৰোঁ; নচেৎ মৃত্যুৱেই স্থিৰ সিদ্ধান্ত।" ঘাটবাসী বামুণজনে হাঁহি-মুখেৰে কলে, "হে দ্বিজ! যদি তুমি এই দাখনেৰে মোক টুটুকুৰা কৰি কাটিব পাৰা তেনেহলে এই ঘাটত পানী খাব পাৰিবা।" এই কথা শুনি তৃষ্ণাৰ্ত্ত বামুণে কলে; "কি আচৰিত! বিনাদোষত ব্ৰহ্মহত্যাজনিত মহাপাপত লিপ্ত হৈ পানী খাব লাগিব? উঃ! ইয়াতকৈ পিয়াহত প্ৰাণ যোৱাই ভাল।"

(৩)

এই বুলি আক্ষেপ কৰি কৰি বামুণে তাৰপৰা অলপ দূৰ গৈ ভাবিবলৈ ধৰিলে; কি আচৰিত, এনে মায়াজাল তো মই কেতিয়াও দেখা নাই।

ইয়াৰ নিয়ন্তা কোন? মই চাৰি ঘাটত চাৰি প্ৰকাৰ কথা শুনিলোঁ; এতিয়া কোনটো কথা পালন কৰোঁ? পিয়াহত প্ৰাণ ওঁঠগত; সুতৰাং ইয়াৰ প্ৰতিকাৰৰ অৰ্থে কোনো এটা কাৰ্য্য কৰিব লাগিব। যদি এই ঘাটত পানী খাওঁ, তেনেহলে বিনাদোষতে এই বামুণজনৰ প্ৰাণ নষ্ট কৰিব লাগিব। উঃ! পিয়াহত প্ৰাণেই যাওক তথাপি মই এই কাৰ্য্য কৰিব নোৱাৰোঁ। যদি তৃতীয় ঘাটত পানী খাওঁ, তেনেহলে অগম্যাগমন পাপত লিপ্ত হব লাগিব; ইও মোৰ পক্ষে অসম্ভৱ। আৰু যদি দ্বিতীয় ঘাটত পানী খাওঁ, তেনেহলে যৱনৰ হাতে গোমাংস খাব লাগিব। পবিত্ৰ আৰ্য্যজাতিৰ পক্ষে ইয়াতকৈ ঘৃণিত কাৰ্য্য আৰু কি আছে? বৰং প্ৰাণ যোৱা ভাল, তথাপি বামুণ হৈ এই কাৰ্য্য কৰা একেবাৰেই অসম্ভৱ। প্ৰথম ঘাটত পানী খালে সুৰাপান কৰিব লাগিব। ইও বৰ সামান্য পাপৰ কাম নহয়। কিন্তু মই ইয়াকো শুনিছোঁ যে ঔষধ বুলি সুৰাপান কৰিব পাৰি; এনে কি শাস্ত্ৰতো ঔষধৰ নিমিত্তে সুৰাপান দূষণীয় নহয় বুলি লিখিছে। বিশেষতঃ মই চাৰি ঘাটত যি চাৰি প্ৰকাৰ পাপৰ দৃশ্য দেখিলোঁ, তাৰ মাজত সুৰাপানেই ক্ষুদ্ৰ পাপৰ কাৰ্য্য বুলি বোধ হয়। সি যি হওক প্ৰাণ ৰক্ষাৰ নিমিত্তে অগত্যা মই এই কাৰ্য্য কৰিম। ইয়াৰ বাবে অদৃষ্টত যি হব লগীয়া আছে হওক।

ইয়াকে স্থিৰ কৰি তেওঁ প্ৰথম ঘাটলৈ গৈ সেই পূৰ্ব্বোক্ত যুৱক সম্ভাষা কৰি কলে; "মই পিয়াহৰ নিমিত্তে অগত্যা সুৰা পান কৰিম; তুমি মোক সোন-কালে মদ দিয়াঁ।"

বামুণৰ কথা শুনি সুৰীয়ে হাঁহি-মুখেৰে তৎকালিকে পাত্ৰত মদ ঢালি বামুণৰ হাতত দিলে। বামুণে পাত্ৰত থকা গোটেইখিনি মদ খালে। তাকে দেখি সুৰীটোৱে আৰু এবাটি মদ বামুণৰ হাতত দিয়াত পিয়াহৰ উৎপাতৰপৰা হাত সাৰিবৰ কাৰণে বামুণে সেই বাটিও খালে। অলপ পাছৰপৰাই লাহে লাহে সুৰা দেৱীয়ে নিজৰ মাদকতা শক্তিৰ বলেৰে বামুণৰ মস্তিষ্ক আক্ৰমণ কৰাত, অলপ সময়ৰ পাছতে বামুণৰ হিতাহিত বিবেচনা শূন্য হৈ পৰিল, মস্তিষ্ক বিকৃত হল, নানা প্ৰকাৰ অনাচাৰ অসৎ প্ৰবৃত্তিয়ে তেওঁৰ মনত ঠাই লবলৈ ধৰিলে; অৱশেষত তেওঁৰ পবিত্ৰ আত্মাক এনেকুৱা ঘৃণনীয় কাৰ্য্যত পৰিণত কৰিলে যে, তেওঁ তৎক্ষণাৎ সেই সুৰীৰ ওচৰৰপৰা উঠি দ্বিতীয় ঘাটৰ ফাললৈ গল।

ভাত তেওঁ গোমাংসৰ অাঘ্ৰাণ পোৱাত মনে মনে চিন্তা কৰিবলৈ ধৰিলে, যেতিয়া মই মদ খাব পাৰিলোঁ, তেতিয়া নো গোমাংস খোৱাত দোষ কি? মদৰ প্ৰভাৱত অখাদ্য বস্তুও সুখাদ্যৰূপে পৰিগণিত হয়। শুনিছোঁ মাংসই মদৰ প্ৰধান অঙ্গ। এই ভাবি সেই বুদ্ধিভ্ৰষ্ট বামুণে সেই যৱনজনৰ ওচৰত বহি মহানুখে গোমাংস খাবলৈ ধৰিলে। অলপ সময়ৰ পাছতে তেওঁৰ দৃষ্টি তৃতীয় ঘাটত পৰিল। অপ্সৰাৰ সদৃশ ভুবনমোহিনী কামিনীৰ প্ৰেম কটাক্ষপাতত তেওঁৰ হৃদয়ৰ কঠিনতম স্তৰৰ গাঁঠি ছিগি গল। অলপ সময় তাইৰ ফালে সতৃষ্ণনয়নেৰে চাই থাকি তেওঁ পুনৰায় মনে মনে ভাবিবলৈ ধৰিলে, "হায়! যেতিয়া মই পূৰ্ব্বোক্ত দুই প্ৰকাৰ ঘৃণনীয় কাৰ্য্য কৰিব পাৰিলোঁ। তেতিয়া নো এই ৰমণীক স্ত্ৰীভাৱে গ্ৰহণ কৰাত দোষ কি?" ইয়াকে ভাবি তেওঁ সেই যৱনজনৰ গুৰিৰপৰা উঠি সেই কন্যাৰ সমীপবৰ্ত্তী হল।

সুৰেশ্বৰি! ধন্য তোমাৰ শক্তি। তোমাত আসক্ত হৈ এই ধাৰ্ম্মিক সুবুদ্ধি বামুণৰ এতিয়া কি দশা ঘটিল চোৱাঁ! বামুণে উন্মত্তভাৱে ষোড়শীক সম্বোধন কৰি কলে; "হে সুন্দৰী! মই ইতিপূৰ্ব্বে তোমাৰ কথা নৰখা বাবে দুখিত হৈছোঁ। মোৰ সেই দোষ তুমি ক্ষমা কৰাঁ।" অলপ সময়ৰ পাছত চতুৰ্থ ঘাটৰ ফালে তেওঁৰ দৃষ্টি পৰাত তেওঁ ভাবিবলৈ ধৰিলে; "হায়! মই তিনটা ঘাটত যি ঘৃণিত আচৰণ কৰিলোঁ, এই ঘাটবাসী বামুণজনে সেই সকলোবিলাক স্বচক্ষে দেখিছে। এতিয়া যদি তেওঁ এইবিলাক ঘটনা জন সমাজত প্ৰকাশ কৰে তেনেহলে ভৱিষ্যতলৈ মোৰ অনিষ্ট ঘটিবৰ সম্ভাৱনা। সুতৰাং এতিয়া এই বামুণক জীয়াই থাকিবলৈ দিয়া কোনোৰূপেই যুক্তিযুক্ত নহয়।" ইয়াকে স্থিৰ কৰি তেওঁ চতুৰ্থ ঘাটলৈ গৈ কালবিলম্ব নকৰি, ওচৰত পৰি থকা চোকা দাখনেৰে সেই বামুণজনক ছুটুকুৰা কৰিলে!

( ৪ )

কিছু সময়ৰ পাছত মদৰ মাদকতা শক্তি অলপ অলপকৈ কমি যোৱাত তেওঁৰ পূৰ্ব্বজ্ঞান বিকাশ প্ৰাপ্ত হল। তেতিয়া তেওঁ নিজৰ দুষ্প্ৰবৃত্তি আৰু অবিমৃষ্যকাৰীতাৰ নিমিত্তে বৰকৈ অনুতাপ কৰি লাহে লাহে উপবনৰ বাহিৰ ওলাল। দুৱাৰমুখত সেই পূৰ্ব্বৰ চিনাকী সুৰবীজনে তেওঁক সুধিলে;

"হে ধাৰ্ম্মিক সত্যপ্ৰতিজ্ঞ দ্বিজ! আপুনি মোৰ ওচৰত সত্য বাই দৈছিল। এতিয়া যথাৰ্থকৈ কওকচোন আপুনি ভিতৰত কি কি কাম কৰি আছিল?" বিষয় লাজত তলমুৰ কৰি বামুণে কোনো কথাবেই উত্তৰ দিব নোৱাৰিলে। বামুণৰ ভেনে অৱস্থা দেখি তুৰৰীয়ে উপদেশৰ ছলেৰে পুনৰায় তেওঁক কলে;— "চাওক! আপুনি পাপৰ ভয়ত প্ৰথমতে মদ নেখালে, পাপৰ ভয়ত গোমাংস নেখালে, পাপৰ ভয়ত ৰমণীৰপৰা আঁতৰিল, পাপৰ ভয়ত ব্ৰহ্মহত্যা মহাপাপত লিপ্ত নহল! কিন্তু হায়! অৱশেষত আপনি সুৰাপান কৰি হিতাহিত জ্ঞান হেৰুৱাই সেই সকলোবিলাক কামকে এটা এটাকৈ কৰিলে! আপুনি সামান্য দোষ বুলি সুৰাপান কৰিছিল, এতিয়া চাওকচোন তাত কি বিষময় ফল ফলিল। অতএব জানিব যে,—সুৰাপান কৰা সামান্য দোষ নহয়। ই সকলো দোষৰে আকৰ।"

শ্ৰীদুৰ্গাপ্ৰসাদ ফুকন।

---

# গুটিদিয়েক চিন্তাৰ ঢৌ।

(৩)

আইজসকল, তোমালোকৰ অৱস্থা কেনে হৈছে আৰু কেনে হবলৈ ধৰিছে তাক এবাৰ ভালকৈ ভাবি চোৱাঁ। বৰ্ত্তমান তোমালোকৰ যেনে বেয়াৰ ফালে ঢাল খোৱা গতি হৈছে, অসমীয়া মানুহ যে পৃথিবীৰ মুৰজীৰ ভিতৰত এটি জাতি হৈ থাকিব পাৰিব এনে ভৰসা নহয়। এখন দেশৰ ভিতৰত যেই সেই জাতিৰেই নেতাৰ প্ৰয়োজন। এই কাৰণে ভাগে ভাগে ধৰ্ম্ম কৰ্ম্মৰ জ্ঞান শিক্ষা দিয়াৰ নিমিত্তে ভাগে ভাগে শিক্ষা দাতা গুৰুৰ প্ৰয়োজন। আগতে এবেলি দেখুৱাই আহিছোঁ, একেজন মানুহৰ পাত ঈশ্বৰে পূৰ্ণ জ্ঞান দিয়া নাই আৰু দিবও নোৱাৰে; কাৰণ এটা বস্তুক যদি খণ্ড খণ্ড কৰি ভাগ কৰা যায় তেতিয়া যেই কোনো খণ্ডটিয়েই বস্তুটিৰ একখণ্ড হে হয়; সেই দৰে ঈশ্বৰৰ পূৰ্ণ জ্ঞান খণ্ড খণ্ড হৈ গোটেই অনন্ত ব্ৰহ্মাণ্ড ভাগে ভাগে প্ৰকাশ কৰি আছে। এইৰূপে ভাবি দেখাঁ, প্ৰত্যেক মানুহৰ যি দৰে ইটিৰ লগত

সিটিৰ আকৃতি নিমিলে সেইদৰে গুৰিগছ একে হলেও জ্ঞান বুদ্ধিৰ মিল নহয়। এই কথাটিয়েই প্ৰমাণ কৰে যে মানুহৰ দেহ যেনে তেওঁৰ আত্মাও তেনে অপূৰ্ণ আৰু স্পষ্ট। বেদান্ত দৰ্শনশাস্ত্ৰ আৰ্য্য হিন্দুৰ অতি উচ্চ তত্বজ্ঞানৰ শাস্ত্ৰ, মোৰ বোধেৰে আজিলৈকে পৃথিৱীত আন আন জাতিৰ ভিতৰত তত্বজ্ঞান বিচাৰ সম্পৰ্কে যিমান দৰ্শন শাস্ত্ৰ বাহিৰ হৈছে বেদান্ত সকলোৰেই আদি। এই বেদান্ত দৰ্শনে যে মায়াবাদ প্ৰচাৰ কৰি প্ৰমাণ কৰিছে, আত্মা পৰমাত্মাৰে সৈতে, মহাকাশ ঘটাকাশৰে যেনে ভিন, তেনে অৰ্থাৎ যেনেকৈ এক মহা আকাশেই অখণ্ডৰূপে থাকিও কলহ বা ঘটটিত খণ্ডাকাশৰূপে আছে, আত্মা পৰমাত্মাৰ সেইমতে খণ্ড অংশ হৈও জীৱাত্মাৰূপে বিশ্বত বিৰাজ কৰিছে মাত্ৰ। নাইবা একেটি সূৰ্য্যৰ ৰশ্মিয়েই অখণ্ডৰূপে থাকিও যি ৰঙৰ যেনে ফটিকৰ পাত্ৰ তাত পৰি তেনে ৰঙৰ হৈছে। এই মহাসত্যটিক যেয়ে যিদৰে বুজক নুবুজক, মই হলে এইদৰে বুজিছোঁ যে, যি স্থলত দুটি বস্তু হলেই কোনোটিও অনন্ত হব নোৱাৰে "Two things cannot prove infinite" তেনেহলে অনন্ত ঈশ্বৰ বিশ্বব্ৰহ্মাণ্ডত ডোখৰ ডোখৰ বা টুকুৰা হৈ গোটেই সমষ্টিটি ব্ৰহ্ম হব নোৱাৰে। এই নিমিত্তে হিন্দুশাস্ত্ৰই ব্ৰহ্মক কল্পতৰু পাতি বিজাই দেখুৱাইছে যে যদিও ফল ফুল পত্ৰ বৃক্ষৰেই অংশ তথাপি তাৰ পাত ফল ফুল বেলেগ যি বেলেগেই। মই এই কথামন্ত্ৰ ইয়াকেই বুজোঁ যে বেদান্ত দৰ্শনে ঘটাকাশ বা যি ফটিকৰ পাত্ৰৰ যেনে ৰং তদ্ৰূপ সূৰ্য্যৰ ৰশ্মিৰো বিভিন্নতাৰে সৈতে জীৱাত্মা পৰমাত্মাৰ পাৰ্থক্য বিজাই দ্বৈতবাদ প্ৰমাণ কৰি দেখুৱাইছে যে অখণ্ড পূৰ্ণ জ্ঞানে যিহত যেনে প্ৰয়োজন বা যিহত যিমান ডিগ্ৰি (Degree) পোহৰৰ প্ৰয়োজন সেইদৰে নিজৰ পূৰ্ণ জ্ঞানক ভাগ ভাগৰূপে বিকাশ কৰি অনন্ত ব্ৰহ্মাণ্ডক পোহৰাই আছে। এই চৈতন্য জ্ঞানৰূপ পোহৰৰ ক্ষুদ্ৰ ক্ষুদ্ৰ অংশবিলাকেই উপাধি (নাম) ধাৰণ কৰি বিশ্বব্ৰহ্মাণ্ডৰ কেউপিনে কাৰ্য্য কৰি আছে। এই কথাটিকেই ধৰি আগতে মই দেখুৱাই আহিছোঁ যে মানৱাত্মা অপূৰ্ণ গতিকে একেজন মানুহৰ গাত কেতিয়াও পূৰ্ণ জ্ঞান হব নোৱাঁৰে। সংচৰিত্ৰ আৰু সংসাহস এই দুইটি গুণ জগতৰ নিয়ন্তা আদিকাৰণ প্ৰভু পৰমেশ্বৰৰ কৃপা লাভ কৰিবলৈ গুৰিতে তেওঁত বিশ্বাস আৰু ভক্তি স্থাপনা কৰিব নোৱাৰিলে

কোনো মানুহৰেই হোৱা টান। মানুহৰ স্বভাৱে সদায় আৰ্হি দেখি নকল কৰে; যিহেতু মানুহৰ অস্তিত্ব জ্ঞান আছে। অস্তিত্বই অস্তিত্বৰ আৰ্হি লোৱা যেতিয়া তাৰ স্বাভাৱিক ধৰ্ম্ম, জগৎব্ৰহ্মাণ্ডৰ আদি অস্তিত্ব পৰম মঙ্গলময় শ্ৰীহৰিৰ আদৰ্শ নলদে মানুহে কিহৰ আদৰ্শ গ্ৰহণ কৰিব। এইবাবে দেশৰ নেতা জাতীয় শিক্ষকসকল অতিকৈ হৰিভক্তি পৰায়ণ হব লাগে। সত্যক চিনি সত্যৰ চানেকী আগত ৰাখি মনৰ দুৰ্ব্বলতা দূৰ কৰিবলৈ চেষ্টা কৰা কামেই জাতীয় শিক্ষকসকলৰ যাই তপস্যা যাই সাধনা। এনে সাধনা যি কোনোৱে প্ৰথমতে কৰিব নোৱাৰিলে বা কৰিবৰ চেষ্টা নকৰি পেটৰ চাউল কঠা মোকোলোৱাৰ অৰ্থেই হওক, বা অজ্ঞানী জনৰ মাজত যশ মান পাবৰ আশাত ৰাইজৰ উপকাৰী ভাও ধৰি স্বাৰ্থপৰ ভাৱতেই হওক, জাতীয় শিক্ষক বা জাতীয় নেতা বোলাই বাতৰি কাকতৰ সম্পাদক বা সাহিত্য সেৱক হোৱা বা হবলৈ চেষ্টা কৰাতকৈ তেওঁৰ দ্বাৰাই ঘোৰ অনিষ্টৰ কাম আন একো হব নোৱাৰে।

পৃথিবীৰ যেই সেই জাতীৰ উত্থানৰ বুৰঞ্জী পঢ়িলে মূলত ইয়াকেই হে দেখা যায় যে ধৰ্ম্মৰ বলেৰে বলী নোহোৱাকৈ বা সত্যৰ নিচান হাতত নোলোৱাকৈ কোনো জাতিয়েই অতিকৈ প্ৰতাপী পৰাক্ৰমী হৈ যাৱচ্চন্দ্ৰ দিবাকৰলৈকে পৃথিবীৰ বুৰঞ্জীত নাম জিলিকাই যাব পৰা নাই। এই নিমিত্তে বৰ্ত্তমান ভাৰতবৰ্ষৰ জাতীয় আন্দোলনৰ গুৰিত ধৰ্ম্মৰ ধৰণী নৰখাৰ বাবে সি উশৃঙ্খল হৈ পৰিছে।

ধৰ্ম্মৰ নিয়ম ভঙ্গ কৰাৰ যাই কাৰণ মনুহৰ আপোন-পেটীয়া স্বভাৱ। এই আপোন-পেটীয়া স্বভাৱ যেতিয়ালৈকে যি জাতিৰ ভিতৰত সোমাবলৈ নিদিয়াকৈ ধৰ্ম্ম পালন কৰি ৰখা হয় তেতিয়ালৈকে সেই জাতি ধৰমী হৈ সুখে থাকে আৰু স্বাধীন হয়। যি জাতিৰ স্বাধীনতা নাই সেই জাতিয়েই পাপী পৰাধীন। তেনে গাইগোটা ভাৱে স্বাৰ্থপৰ মানুহবিলাকক জাতি বোলা মই হলে ন্যায়সঙ্গত বিবেচনা নকৰোঁ, এই হেতুকে এনেবিলাক মানুহক মই অজাতি বুলিব খোজোঁ, কাৰণ ধৰ্ম্ম যি জাতিৰ নাই সেই জাতিৰ জাতীয় অহঙ্কাৰো নাই, কাৰণ তাৰ অস্তিত্ব নাই।

আগেয়ে দেখুৱাই আহিছোঁ যে যাৰ গুণ আছে তাৰে অহঙ্কাৰ আছে।

এই অহঙ্কাৰক মানুহে কেতিয়াও এৰিব নোৱাৰে। অহঙ্কাৰৰ নানাৰূপ আকাৰ বা ভেদ আছে। ই ৰজাৰ গাত ৰজাভাও, মন্ত্ৰীৰ গাত মন্ত্ৰীভাও, বীৰৰ গাত বীৰভাও, সাধুৰ গাত সাধুভাও, ভক্তৰ গাত ভক্তিভাও ধৰে; আন কি অহঙ্কাৰৰ ওপৰত বিৰক্ত হোৱা ঈশ্বৰ দৰে প্ৰেমিক বিনয়ী মনুষ্য সেৱককো, যেওঁ ইমান অহঙ্কাৰক চূৰ্ণ কৰিব পাৰিছে, ইমান সদৌ মানুহবোৰক সক হব পাৰিছে, এনেকুৱা মানুহৰ গোলাম হব পাৰিছে বুলিয়েই অহঙ্কাৰে ধৰে, আৰু সেই পৰম সাধুজনৰ অন্তৰতো নিজা বেশ ধৰি প্ৰবেশ কৰে। সঁচাৰ ওপৰত যি অভিমান তাকেই অহঙ্কাৰ pride বোলে, মিছাৰ ওপৰত যি উধনীয়া গপ তাকেই দেম vanity বোলে। দেম দুবিধ; এবিধ অলপ জ্ঞান ধন মান আদি পোৱা মাত্ৰকে অভপালি কৰা ভাও ধৰা, আনবিধ যি নিধৰ নাম দেমপূৰীয়া গপ; এই বিধ গপে মানুহক পশুতকৈও অধম কৰে, কিয়নো ইয়াৰ লগত ঘৃণা দ্বেষ হিংসা এলাহ পৰশ্ৰীকাতৰতা আদি মিহলি হৈ সোমাই থাকে। এনে প্ৰকাৰৰ অহঙ্কাৰে (গপে) কাপুৰুষ, পৰাধীন, অজাতি, অধৰমী, পাপী জাতিৰ ভিতৰতহে সোমাই তাক বৰকৈ অধিকাৰ কৰে। এনে জাতিয়ে ঈশ্বৰৰ আঁহি ধৰি কেতিয়াও ধৰমী হব নোখোজে। এনে জাতিয়ে সঁচাক মিছা পতা, ধৰ্ম্মক অধৰ্ম্ম পতা, নানা তৰহৰ উপধৰ্ম্ম গ্ৰহণ কৰি সভ্যৰ আদৰ্শ বা চানেকীক নিচিন্মা হৈ পৰে। এনে জাতিকেই চৈতান বা অবিদ্যাৰ শিষ্য বোলে।

আমি অসমীয়া জাতি এই অজাতি অধৰমী কাপুৰুষ জাতিৰ ভিতৰৰ। আমাৰ অহঙ্কাৰ কৰিবৰ ঠাই নাই। আগতে এবাৰ কৈ আহিছোঁ যে অহঙ্কাৰৰূপ বৃকজুপিৰ নামনিৰ ফালে ওলমি পৰা বা সৰিৰলৈ ধৰা ঠাল ঠেঙ্‌নিবিলাকক কৰ্ম্ম-শিলত ধৰোৱা জ্ঞান-অস্ত্ৰখনিৰে যদি কলম দি থকা নহয় তেনেহলে তাক মানৱধৰ্ম্মৰ ( আত্মৰক্ষাৰ Protective cause ) পোহৰ পৰিবলৈ নিদি অজ্ঞানতা-এন্ধাৰেৰ ছাঁ পেলাই ৰাখা হয়। আমি কিহৰ ওপৰত অহঙ্কাৰ কৰিব পাৰোঁ? প্ৰত্যেক দেশ বা জাতিৰেই হৈছে গৌৰৱ কৰিবৰ বস্ত স্বদেশৰ আদৰ্শ সুকৃতী পুৰুষবিলাক। আমাৰ দেশত বৰ্ত্তমান আমি এনে এজন স্বজাতিৰ মঙ্গলসাধক বা দেশৰ সেৱক পুৰুষ দেখুৱাব নোৱাৰোঁ যাৰ নামৰ গৌৰৱত আমি গৌৰৱান্বিত হব পাৰোঁ।

আৰু এনে এজন ধাৰ্ম্মিক চৰিত্ৰবান মহাপুৰুষ আজিকালি আমি দেখুৱাব নোৱাৰোঁ। যাৰ চানেকী বা আদৰ্শ গ্ৰহণ কৰি আমাৰ দেশৰ লৰা ডেকা গাভৰু আদি উঠি অহা বংশই নিজক সেই মহাপুৰুষৰ ফুটত তুলিব পাৰে। পণ্ডিতৰ ফালে যদি চাওঁ ভাৰতৰ আন প্ৰদেশৰ দৰে বেদ শাস্ত্ৰ জনা এজন পণ্ডিত আমাৰ দেশত আঙ্গুলিয়াই দেখুৱাব নোৱাৰোঁ। কবিৰ পিনে যদি চাওঁ এনে এজন কবি আমাৰ দেশত এতিয়া ওলোৱা নাই যি জনে বৰ্ত্তমান যুগধৰ্ম্মৰ চিত্ৰ আঁকি আমাৰ জাতীয় জীৱন-সাহিত্য বিকাশ কৰিব পাৰে। দাৰ্শনিকৰ পিনে যে সি সপোনৰ কথা। বৈজ্ঞানিকৰ পিনেও তথৈবচ। বৈয়াকৰণিক আৰু সাহিত্যলিখক যদি বিচাৰি চাওঁ এজনকো উলিয়া টান। বাতৰি কাকতৰ সম্পাদক আমাৰ দেশত এতিয়া কোন তাক যদি মনত পেলাওঁ বিষাদৰ ডাৱৰে মনক ঢাকি ধৰে। আন দেশৰ জাতীয় নেতা বাতৰি কাকতৰ যোগ্য সম্পাদকৰে সৈতে আমাৰ দেশৰ এখন দুখন বাতৰি কাকতৰ সম্পাদকক বিজাই দেখিলে তেওঁলোক যেন চাউল কঠা মোকোলাবৰ নিমিত্তে হে সম্পাদক হৈছে। প্ৰত্যেক জাতিৰ বাতৰি বা আলোচনী কাকতৰ সম্পাদকবিলাকেই হৈছে বৰ্ত্তমান দিনত পৃথিৱীৰ সভ্য জাতিৰ আদৰ্শ পুৰুষ; তেওঁবিলাকৰ অকল যে খবৰ বতৰা লিখি মানুহক জনোৱাই কাম এনে নহয়, তেওঁবিলাক প্ৰত্যেক জাতিৰ নেতা আৰু ঘাইকৈ ধৰ্ম্ম সমাজ আৰু ৰাজনীতি বিষয়ৰ শুধাৰক ( Reformers ) ; এই হেতুকে সম্পাদকক সেই জাতিৰ সেৱক বোলে। আন পিনে দকৈ ভাবি চাবলৈ গলে জাতিৰ জাতীয় সেৱকবিলাকেই হৈছে জাতীয় শিক্ষক বা গুৰু; যেয়ে যি গুণৰ বাবে জাতীয় শিক্ষক বা গুৰু হব তাক জাতীয় সেৱক বোলা অতি গৌৰৱৰ কথা। এনে গৌৰৱৰ খিতাপ তপস্যাৰ দ্বাৰাই সাধনা নকৰিলে যেই সেই লোকে সহজে পাব নোৱাৰে। এই কাৰণে জাতীয় সেৱক বাতৰি কাকতৰ সম্পাদক বা সাহিত্য সেৱক কোনো হবৰ ইচ্ছা কৰিলে তেওঁৰ গাত গুণ অনেক লাগে। ঘাইকৈ তেওঁ স্বাৰ্থত্যাগী, ন্যায়পৰায়ণ, নিৰপেক্ষ বিচাৰক আৰু মধুৰ ভাবৰ ভাবুক হব লাগে। এই কেইটি গুণ পাবলৈ গোনতে তেওঁ একাগ্ৰভাবে সাধনা কৰি সৎ-চৰিত্ৰ লাভ কৰিবলৈ যত্নবান হৈ তাত সিদ্ধি লাভ কৰা অতিকৈ

লাগতিয়াল। কঠোৰ তপস্যা কৰি সংচৰিত্ৰ তেওঁ লাভ কৰিব পাৰিলেই সংসাহসেও সহজে আহি তেওঁক লগ ধৰিব যে তাৰ অকণো ভুল নাই। জ্ঞানৰ নিদৰ্শন স্বৰূপ মানুহক ভগবানে পূৰ্ণ জ্ঞান শিক্ষা দিয়াৰ অৰ্থে এই ব্ৰহ্মাণ্ডখনক চাৰিউপিনে জ্ঞানেৰে সজাই ৰাখিছে। জ্ঞান বুদ্ধিৰ গুণতেই যে মানুহ বিনাশ নোহোৱাকৈ আজিলৈকে পৃথিবীত অৱস্থিতি কৰি আছে তাক ভাবুক পাঠসকলে দকৈ চিন্তা কৰিলেই বুজিব পাৰিব। এই কাৰণে ভগবানে প্ৰত্যেক মানুহক প্ৰত্যেক মানুহে নিজ জ্ঞান বুদ্ধিৰে সহায়তা কৰিবলৈ পৃথিবীলৈ পঠাইছে। এই কথা ভাবি দেখিলে বুজিব পাৰি যে এই হেতুকে গীতাত ভগবান শ্ৰীকৃষ্ণই কৈছে যে "চাতুৰ্ব্বৰ্ণং ময়া সৃষ্টং গুণ কৰ্ম্ম বিভাগশঃ।" অৰ্থাৎ বামুণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই চাৰি জাতিক নিজ নিজ গুণ আৰু কৰ্ম্ম অনুসাৰে ভগবানে ইটিক সিটিয়ে জ্ঞান বুদ্ধি মানৱ জগতত প্ৰচাৰ কৰাৰ অৰ্থে সহায় কৰিবলৈ সৃষ্টি কৰিছে। তেনেহলে জ্ঞান বুদ্ধিৰ ভাগ ভাগ মতে জাতিভেদ গুণ আৰু কৰ্ম্ম লোৱা হৈছে; ই কাৰো বাপতীশাহোনীয়া সম্পত্তি নহয়, আৰু ইয়াৰ দ্বাৰাই এনেও দেখা যায় যে প্ৰত্যেক মানুহলৈ প্ৰত্যেক মানুহটিয়েই এই পৃথিবীত গুৰু বা শিক্ষকৰূপে অৱতীৰ্ণ হৈছে। এতেকে মানুহ কাৰো ওচৰত কোনো বৰ কোনো সৰু নহয়, কিয়নো কোনো মানুহৰ গাতেই পূৰ্ণ জ্ঞান বুদ্ধি নাই। তুমি যদি কবি আৰু দাৰ্শনিক বুলি জান চহা খেতিয়ক বাঢ়ৈ কমাৰক মূৰ্খ বুলি অহঙ্কাৰ কৰা, তেওঁ বিলাকৰো সেইদৰে তেওঁবিলাকৰ বিদ্যা বুদ্ধি তোমাত নথকা বাবে তোমাক মূৰ্খ বুলি ঘিণ কৰিবৰ অধিকাৰ আছে। হে মদগৰ্ব্বী অসমীয়া ডাঙৰীয়া সকল, ওপৰত কোৱা কথা কেইটিলৈ যদি আপোনাসকলে এবাৰ কাণ দি ভাবি চায় তেন্তে মোৰ পৰিশ্ৰম সাৰ্থক হয়। এই দেশখনক বৰ্ত্তমান কিহে তললৈ নিয়াবলৈ ধৰিছে তাক যদি পিলিকি চায় তেনে হলে দেখা পাব যে কেৱল এক অজ্ঞানতাৰূপ অহঙ্কাৰেই মাথোন। আমাৰ দেশত সিয়েই সমাজৰ বিশৃঙ্খলতা ঘটাইছে। অসমীয়া মানুহক অহঙ্কাৰী বোলা কথাটো মোৰ ভুল হৈছে, কিয়নো অহঙ্কাৰৰ গতি ওপৰলৈ বা ওখলৈ, তললৈ বা নামলৈ নহয়। অহং কৰোমি, মইয়েই কৰাও, মইয়েই কৰোঁ, মইয়েই সকলো "I am all in all" মুয়েই গৰাকী "I am the monarch

of all I survey" এনে ভাবেই হৈছে অহঙ্কাৰ। মুঠতে গমি চালে জীবাত্মাৰ স্বকীয়া অস্তিত্বৰ অনুভৱ ক্ষমতাৰ নামকেই উপাধি দিয়া হৈছে। এই উপাধিয়েই জীবাত্মাক পৰমাত্মাৰপৰা বেলেগ কৰি ৰাখিছে। আত্মাৰ যেতিয়ালৈকে এই উপাধি নুগুচে তেতিয়ালৈকে তাৰ মুক্তি নাই। এনে কথাকেই ধৰি সোঽহং অৱস্থালৈ আত্মাক উধোৱাৰ অৰ্থে বেদান্ত মহাশাস্ত্ৰই মায়াবাদ প্ৰচাৰ কৰাৰ মূল ভিত্তি। স্বকীয়া অস্তিত্ব অনুভৱৰ ওপৰত যেতিয়া অহঙ্কাৰৰ খিতাপি তেতিয়া কিবা এটা থকাৰে সৈতেহে অহঙ্কাৰৰ সম্বন্ধ। যাৰ বিদ্যা আছে, বুদ্ধি আছে, জ্ঞান আছে, মান আছে, ধন আছে, পৰাক্ৰম আছে তাৰেই অহঙ্কাৰ আছে। এনে অহঙ্কাৰৰূপ অভিমান কৰা শক্তি মানুহৰ আছে দেখি মানুহ জগতত শ্ৰেষ্ঠ জীৱ। জীবাত্মাৰ অহঙ্কাৰ যিমান দিনলৈ থাকিব সিমান দিনলৈ তাৰ কৰ্ম্মফলো থাকিব, কিয়নো কৰ্ম্মফল অহঙ্কাৰৰ লগৰীয়া। অহঙ্কাৰৰ বিনাশ সাধন সাধনাৰ ফল। দুৰ্লভ নৰ-জন্মৰো সাৰ্থক এই অৱস্থা লাভ কৰা। বাস্তৱিকত অহঙ্কাৰ ধ্বংস নহলে আত্মাৰ মুক্তি নাই। এই নিমিত্তে মহাভক্ত ৰামকৃষ্ণ পৰমহংসক এদিন এজনে "মুক্তি হবে কবে" এই কথা প্ৰশ্ন কৰাত তেওঁ তাৰ উত্তৰ দিছিল যে "আমি যাবে যবে"। অহঙ্কাৰ যি স্থলত কৰ্ম্মৰে সৈতে সমবায় সমসূত্ৰ সম্বন্ধীয়া, কৰ্ম্ম কৰি কৰি তাৰ ক্ষয় নকৰিলে সি কেতিয়াও নুগুচে। গোনতে প্ৰবৃত্তিমাৰ্গক নধৰিলে নিবৃত্তিমাৰ্গলৈ যাব নোৱাৰি কাৰণ জ্ঞানৰূপ অস্ত্ৰধনক কৰ্ম্ম-ৰূপ শিলডুখৰিত লাহে লাহে ধৰাই ধাৰ নুতুলিলে কোনোৱে কেতিয়াও অহঙ্কাৰৰূপ মূল ৰিপুৰ আগ বাঢ়নি মুৰটি চকলিয়াই তাক জেলত ৰাখি ৰক্ষা-কাৰণৰ (Protective cause) লাগতিয়াল কৰি ৰাখিব নোৱাৰে। এই কাৰণে গীতাত ভগৱান শ্ৰীকৃষ্ণই জ্ঞানযোগ আৰু কৰ্ম্মযোগ দুইকো টানকৈ একেলগে আটি ধৰি জ্ঞান নহলে কৰ্ম্ম নহয় কৰ্ম্ম নহলেও জ্ঞান নহয় বুলি আমাক দঢ়াই দঢ়াই বুজাই গৈছে। কোনেও কৰ্ম্মত প্ৰবৃত্ত নহলে নিষ্কামত নিবৃত্ত হব নোৱাৰে।

ক্ৰমশঃ।

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

# মণিপুৰ যাত্ৰা।

(৭)

কেইআষাৰমান কথা ইতিপূৰ্ব্বেই কব লাগিছিল, কিন্তু পাহৰণত এৰা পৰি আহিছে। ৰুহিমা এৰিবৰ আগেয়েই কথা কেইআষাৰ কৈ নেপেলালে সেইবোৰে মোৰ মনত উথল-মাথল লগাই থাকিব; গতিকে এই খিনিতে কওঁ।

প্ৰথম কথা এই যে, আমি যিজন ভদ্ৰলোকক "আলহী গৃহস্থ" "গৃহস্থ" ইত্যাদি বুলি বৰ্ণনা কৰি আহিছোঁ তেখেত আমাৰ প্ৰতি নথৈ ভদ্ৰ নথৈ প্ৰীতিশীল হলেও আমাৰ লগত কথা-বতৰা কৰৰ বেলিকা তেখেতে অলপ অসুবিধা বোধ কৰিছিল। প্ৰথমতেঃ তেখেতে মোক "তুমি" বুলিব নে "আপুনি" বুলিব সেইটোৰ এটা থাওাং মীমাংসা কৰিব নোৱাৰি অলপ দোধোৰ-মোধোৰত পৰিছিল আৰু অধিকাংশ স্থলতে ইংৰাজীৰে কথা কৈ "you" ৰ সহায়ত কাৰ্য্যোদ্ধাৰ কৰিছিল; কিন্তু নিচেই এৰাব নোৱৰা ঠাইত "আপুনি"কে বুলিছিল। মই তেখেতৰ এই অসুবিধাটো বেছ উপলব্ধি কৰিব পাৰিছিলোঁ আৰু এই উপলক্ষে তেখেতৰ সূক্ষ্ম-ভদ্ৰতা-বোধ-সম্ভূত অৱস্থালৈ চাই অনেক সময়তে যে মোৰ হাঁহি উঠিব খুজিছিল সেইটো বৰ ডাঠকৈ কব নোৱাৰোঁ। "মোক অসঙ্কোচে 'তুমি' বুলি সম্বোধন কৰিলে মই ভাল পাওঁ" বুলি তেখেতক কবলৈ মোৰ একাধিক বাৰ ইচ্ছা হৈছিল, কিন্তু কথাত সেই ইচ্ছা প্ৰকাশ নোপোৱাকৈয়ে গল। প্ৰকৃততে, বয়স, শিক্ষা, আৰু অৱস্থালৈ চাই কোনোমতেই মই তেখেতৰ আগত "আপুনি" বোলা-ৰৰ "লায়েক" নাছিলোঁ।

মোৰ প্ৰথম সঙ্গীজনৰ লগতো আমাৰ "আলহী-গৃহস্থৰ" বৰ হলহলীয়া ভাৱে বাক্যালাপ ঘটা নাছিল। যি সামান্য কথোপকথন হৈছিল সেই খিনিও অধিকাংশ স্থলতে দ্বিতীয় পুৰুষৰ কোনো কৰ্ত্তাপদ ব্যৱহাৰ নকৰি অকল ক্ৰিয়াৰ সহায়তে সম্পন্ন হোৱা যেন বুলহে এতিয়া মনত পৰে। আমাৰ "আলহী গৃহস্থৰ" যি একেৰি "বিশ্ৰম্ভালাপ" ঘটিছিল, সেই ফেৰি আমাৰ দলৰ ৩ নং ভ্ৰমণকাৰীৰ লগতহে হৈছিল। সিও আমাৰ এক প্ৰকাৰ অসাক্ষাতত। আগেয়ে কোৱা হৈছে, আমাৰ দলৰ ৩ নং ভ্ৰমণকাৰী আমাৰ

আলহী গৃহস্থৰ আগৰ চিনাকী আৰু তেওঁ বয়সেও আমাৰ আটাইতকৈ সৰু। তেওঁ নিচেই সৰামতীয়া আছিল আৰু তেওঁক "তুমি" বুলি মতাতও সঙ্কোচ বোধ কৰিবৰ একেৰিকে কাৰণ নাছিল।

বহুতে তয়াহয়াঁকৈ ৰং ধেমালিৰে কথা কোৱাটোহে গভীৰ প্ৰীতিৰ চিন বুলি ভাবে। বাক্যসৰ্ব্বস্ব এওঁলোকৰ প্ৰীতি আৰু প্ৰকৃত সজ মানুহৰ অকৃত্ৰিম প্ৰীতিৰ ভিতৰত বহুত পাৰ্থক্য। "আলহী গৃহস্থৰ" এটা পদমৰ্য্যাদা আছিল। সেইটো তেওঁ অটুট ৰাখি চলিবলৈ বাধ্য। আমি নো আচলতে কি প্ৰকৃতিৰ মানুহ সেইটোও তেওঁ বিশেষকৈ নেজানিছিল। আমি কিজানি "Give them an inch and they will take an ell" প্ৰকৃতিৰ মানুহেই বা? কাজেই তেওঁ অলপ tactfully চলিবলৈ বাধ্য হৈছিল। কিন্তু সি যি কি নহক, তেওঁৰ বাহিৰ আবৰণ ভেদ কৰি অন্তৰৰ গভীৰ প্ৰীতিৰ জিলিকনি স্বতঃ-প্ৰকাশ হৈ পৰাটো তেখেতে কোনোমতে বন্ধ কৰিব পৰা নাছিল। আমি তেখেতৰ অৱস্থা বেছকৈ বুজিব পাৰিছিলোঁ।

মানুহে কয় "No knight is a hero to his valet" এইষাৰ অতি সত্য কথা। মহৎ মানুহৰ বাহিৰে আন কোনেও একেজন মানুহৰপৰা, ঠাই বুজি, সমনীয়াই পোৱা প্ৰীতি, বুঢ়াই পোৱা ভক্তি, আৰু ৰজাই পোৱা সম্মান আদায় কৰিব নোৱাৰে। যি জনে এনেদৰে গাম্ভীৰ্য্য ৰাখি অথচ নেৰাখি চলিবলৈ সক্ষম তেওঁ হে দায়িত্বপূৰ্ণ কামৰ প্ৰকৃত যোগ্য।

মোৰ দ্বিতীয় কথা কহিমাৰ অসমীয়া ভদ্ৰলোকসকলৰ সম্বন্ধে। এই সম্পৰ্কে ইয়াকে কলে যথেষ্ট হব যে তেওঁলোকৰ ভিতৰৰ এজন কি দুজনৰ বাহিৰে আন কাৰো আমাৰ সম্পৰ্কে একেৰিকে কৌতুহলৰ উদয় হোৱা নাছিল; অন্ততঃ আমাৰ এনে অনুমান হৈছিল; কিয়নো, তেওঁবিলাকে আমাৰ ফাললৈ ভ্ৰূক্ষেপকে নকৰিলে। অসমীয়া জাতিটো ভাৰতবৰ্ষৰ "জনবুল" নে কি? সকলো কথাতে "জনবুল" হব পাৰিলে তাতকৈ আনন্দৰ বিষয় আৰু কি আছে? কিন্তু অসমীয়াৰ গাত "জনবুলৰ" পৰ্‌কিতি সচাঁকৈয়ে আছে নে?

যি হক, আমি গাড়ীত উঠিলোঁ। যি ঠাইত আমি গাড়ীত উঠিলোঁ সেই ঠাই ডোখৰ কহিমাৰ অতি সুন্দৰ ঠাই। ঠাই ডোখৰ এচমকা, প্ৰায় ১০০

"ইডেন গাৰ্ডেনৰ" Band standঅৰ আগত পাতি থোৱা বেঞ্চবোৰলৈ মাৰ মনত পৰিছিল। ঠাই ডোখৰত গছ-গছনি প্ৰায় নাছিল। কিন্তু ই "খাদৰ" ঠিক ওপৰতে হোৱা বাবে ইয়াত পৰধূলি বহিবলৈ বৰ ভাল। এই ঠাই ডোখৰত বহিলে কহিমা প্ৰবাসী অসমীয়াৰ নিশ্চয় আমামলৈ মনত পৰে। কোনো অসমীয়া ডেকাই ইয়াতে বহি কেতিয়াবা কেনেবাকৈ "অসমীয়া মেঘদূত" এখন যপ্ কৰে লেখি পেলাব বুলি মোৰ ধাৰণা হয়।

আমি যাবলৈ ধৰিলোঁ। তিনি জন মানুহ এখন গৰুৰ গাড়ীত উঠি যোৱা বৰ সুখকৰ নহয়। কিন্তু সুখ সুবিধাতকৈ খৰচলৈহে আমাৰ বেছি দৃষ্টি আছিল। আমি পুব-মুৱা হৈ যাবলৈ ধৰিলোঁ। আমাৰ আলিটো কহিমাৰ সৰহ ভাগ ঠাইতকৈ ওখ। কাজেই প্ৰায় গোটেইখন কহিমা এখন পটৰ দৰে আমাৰ চকুৰ আগত প্ৰসাৰিত হৈছিল। কহিমা নগৰখন প্ৰায় এমাইল আৰু পুতলে পোৱা মাইলতকৈও কম বুলি কলে, বোধকৰোঁ, মানুহে মনতে নগৰ খনৰ এটা কাল্পনিক ছবি অনুমান কৰি লব পাৰিব। নগৰখন বৰ খলা-বমা। পৰ্ব্বতীয়া ঠাই বুলিলেই এনেকুৱা। দুই ফালে ওখ পৰ্ব্বত। মাজৰ খলাবমা চাপৰ পৰ্ব্বতৰ ওপৰত কহিমা স্থাপিত। ভালেমান বাটলৈকে কহিমা আমাৰ চকুৰ আগৰপৰা লুপ্ত হৈছিল। গাড়ীত বহি ভাল নলগাত আমি খোজ কাঢ়ি যাবলৈ ধৰিলোঁ। প্ৰায় দেড় দুই মাইল মানলৈকে ওৰেবাটে সেনাবিভাগৰ গোৰ্খালী মতা মাইকীবিলাকক লগ পাই যাবলৈ ধৰিলোঁ। সিহঁত এই পৰ্ব্বতীয়া ঠাইত আনন্দত বিভোৰ। বোধকৰোঁ ঠাই ডোখৰ সিহঁতৰ মনত ঠিক নেপালৰ পৰ্ব্বত যেন লাগিছিল। কিছুমানে আৰু পাতি পাতি আলিবাটে বাটে নেপালী গান গাই গৈছে। কিছুমানে সৰু পৰ্ব্বতৰ জোপাৰ মাজত সোমাই কিবাকিবি বুটলিছে বা কাটিছে আৰু নাম গাইছে। পৰ্ব্বতীয়া মানুহৰ জীৱনৰ সুন্দৰ দৃশ্য এটা আমাৰ চকুৰ আগে যোৱা যেন লাগিল।

অলপ দূৰ গৈ গৰু চৰিবৰ আৰু পানীৰ সুবিধাজনক ঠাই এডোখৰ চাই গাড়োৱান কিটাই গাড়ী ৰাখিলে আৰু গৰু মেলি দি বন্ধাবঢ়াৰ দিহা কৰিবলৈ ধৰিলে। আমি খাইবৈ আহিছিলোঁ, কাজেই অলপ পৰ গা মেলাই ফুৰাৰ আৰু কথা-বতৰা পতাৰ পাছত, শুই বিশ্ৰাম কৰাটোকে ভাল যেন পালোঁ।

ইয়াতে গাড়োৱান দুটাৰ অলপ পৰিচয় দি থওঁ। গাড়োৱান দুইটা হিন্দু-

স্থানী বা ভোজপুৰীয়া দেচোৱালী। হিন্দুস্থানীবিলাকক দেচোৱালী কলৈ বোলা হয় মই ঠিককৈ কব নোৱাৰোঁ। সম্ভৱতঃ "দেশ ওৱালা" শব্দটোৰ পৰা এই শব্দটো ওলাইছে। এটা হিন্দী যোজোনা আছে,—

"বড়া" বানাৰচ্ দিল্লী "বে"।

"বোৰঁা" ভোজপুৰ, মিথিলা "ছেইয়াছে"॥

ইয়াৰ অৰ্থ এই যে বেনাৰচৰ মানুহে "বড়া," দিল্লীৰ মানুহে "বে," ভোজ-পুৰৰ মানুহে "বোৰঁা" আৰু মিথিলাৰ মানুহে "ছে" কথাটো বৰ বেছি ব্যৱহাৰ কৰে। অসমীয়াটো এনেকুৱা যোজোনা এটা আছে,—

"অটে ৰামা বটে গৌৰি।

মিথিলায়াং থিপৌ থিপৌ।

কামৰূপে হেৰি হেৰি॥"

অৰ্থাৎ অযোধ্যাত "ৰামা," গৌৰদেশত "বটে," মিথিলাত "থিপৌ" আৰু কাম-ৰূপত "হেৰি" কথাটো বৰ বেছি ব্যৱহাৰ কৰা হয়।

সি যি কি নহক, আমাৰ গাড়োৱানটো "বোৰঁা" ব্যৱহাৰ কৰা দেচোৱালী। জাতত চমাৰ। কিন্তু গৰু কিহালক সিহঁতে বৰ যত্ন কৰিছিল। নকৰিব কিয়, নিজৰ বস্তু নহয়। ইহঁতে ডিমাপুৰত চাউল বেচি উভতি আহিছে। খালি গাড়ী এনেই যোৱাতকৈ আমাক কেবেয়ালৈ দি কেইটকামান যটি লোৱা ভাল বুলি তাকে কৰিছে। ইহঁতে দুপৰীয়া দিনত গৰুকো জিৰাবলৈ দিয়ে, নিজেও জিৰায়; ওৰেৰাতি আৰু বেলি ওলাবৰ এপৰলৈকে গাড়ী চলায়। আমি কেবেয়া নিচেই কম দিছোঁ, কাজেই সিহঁতৰ নিয়ম মতেই আমি চলিব লাগিব। মণিপুৰৰ ওচৰৰ চিংমাই নামৰ ঠাইত সিহঁতৰ ঘৰ আছে। সিহঁত যিমান সোনকালে পাৰে ঘৰ পাবলৈ ব্যস্ত। দিনৰ বদৰ ৰহত গাড়ী চলালে গৰুৱে দুখ পায়; নিশা সেইদেখি সিহঁতে গাড়ী চলায়।

ক্ৰমশঃ

শ্ৰীজ্ঞানানন্দ জগতী॥

# "পুৰণি আসামত ভুমুকি"ৰ প্ৰতিবাদ।

যোৱা শাওণ মাহৰ বাঁহীত "পুৰণি আসামত ভুমুকি" নামৰ যি প্ৰবন্ধটো ছপা হৈ গল তাৰ এষাৰ কথাত আমাৰ আপোঁৱাহ বৈছে; সেই আপোঁৱাহ লগতে মৰিবৰ উদ্দেশ্যত তাক লিখি পঠিওৱা হল। "অসমৰ কায়স্থসকল কলিতায়েই। ভাটী বঙ্গপুৰৰ কায়স্থসকলৰ ফালে চালেই এইটি বুজা যায়।" ই লিখকৰ সম্পূৰ্ণ ভুল। যদি তেখেতে "অসম" মানে উজনি-আসাম আৰু মধ্য-আসামৰ আদ খিনি ধৰিছে তেন্তে তেখেতৰ কথা সঁচা বুলি নোৱাৰোঁ। কিন্তু আমাৰ বোধেৰে "অসম" মানে আমি যি বুজোঁ। তেখেতেও তেনে ভাবেই লিখিছে, সেই বাবে হে আমি এই কেইআষাৰ কথা লেখিব লগীয়াত পৰিলোঁ।

অন্য-অন্যতে আমি তেখেতক সোধোঁ,—নগাওঁৰ চিং অঞ্চলৰ, দৰঙ্গৰ মঙ্গলদৈৰ পশ্চিমাংশৰ, গুৱালপাৰৰ আৰু কামৰূপৰ কায়স্থসকলে কলিতাৰ লগত, আন কি কামৰূপৰ চূড়াকৰণ অন্নপ্ৰাশণ কৰা হাল নোযোৱা বৰকলিতা ভদ্ৰলোকৰ লগত খোৱালোৱা বা বিয়াবাৰু কৰোৱা আদি কিবা সংশ্ৰৱ ৰখা দেখিছে নে? যদি তেখেতে সেইবোৰ দেখা নাই, নাইবা সেই বিষয় অনভিজ্ঞ, তেন্তে আমাৰ বিবেচনাত তেখেতে এনে উৰা বাতৰি পাঠক পাঠিকা সকলক দিয়া উচিত যেন নেদেখোঁ। কায়স্থ কুলতিলক শ্ৰদ্ধেয় শ্ৰীযুক্ত গৌৰীপুৰ ৰজা বাহাদুৰ নাইবা গুৱাহাটীৰ বৰকলিতা সমাজপতিস্বৰূপ শ্ৰীযুক্ত চিদানন্দ চৌধুৰী ডাঙৰীয়াক নাইবা আন কোনো সম্ভ্ৰান্ত ভদ্ৰলোকক শুধিলেই আমাৰ কথাৰ প্ৰমাণ পোৱা যাব।

লেখকে ভাটী-বঙ্গপুৰৰ কায়স্থৰ লগত আমাৰ ইয়াৰ কায়স্থৰ কি অমিল দেখিলে কব নোৱাৰোঁ। কামৰূপ, গুৱালপাৰা আৰু কোচবিহাৰ আদি ঠাইৰ কায়স্থসকলৰ মাজত দেখোন বৰ্ত্তমানত কন্যাৰ আদান-প্ৰদান চলিয়ে আছে। বঙ্গদেশৰ বহুতো কায়স্থ ব্ৰাত্য দোষত দূষিত, কিন্তু আমাৰ উপৰোক্ত জিলা কেইখনৰ কায়স্থসকল যেখোন পূৰ্ব্বৰেপৰা ব্ৰাত্য দোষেৰে দূষিত নহয়; এনে স্থলত তেওঁ কি ভাবি তেনেকুৱা কথা লিখিলে আমি একো বুজিব পৰা নাই। কামৰূপৰ যি কেইঘৰ কায়স্থই কলিতাৰ লগত বৈবাহিক

সম্বন্ধ কৰিছে তেওঁলোকক কায়স্থ সমাজে আভ্যন্তৰ বুলি ধৰিছে আৰু তেওঁলোকৰ লগত আজিকালি কায়স্থৰ কোনো সম্বন্ধ নাই।

নামনি-আসামৰ কায়স্থসকলে উপনয়ন বেলেগকৈ নকৰে সচা; কিন্তু চূড়াকৰণৰ দিনাখনেই উত্তৰী গ্ৰহণ কৰে। সেই উত্তৰী কিছুমানে সদায় ডিঙিত নাৰাখে। ইয়াৰ কাৰণ বোধকৰোঁ এয়ে হব পায়—

"গৃহীত্বাধ্যাত্মিকং জ্ঞানং কায়স্থা বিপ্ৰমানদাঃ।
তত্যজুশ্চ যজ্ঞসূত্ৰং গায়ত্ৰীঞ্চ তথা পুনঃ।
ততঃ কালে গতে চাপি আগমাদ্দীক্ষিতাভবন্॥" ধ্ৰুবানন্দ মিশ্ৰ—বঙ্গজ কাৰিকা।

অৰ্থাৎ কায়স্থসকলে উপনিষদৰ আধ্যাত্মিক জ্ঞানলাভ কৰি ব্ৰাহ্মণসকলৰ সন্মান ৰক্ষাৰ্থে যজ্ঞসূত্ৰ আৰু বৈদিক গায়ত্ৰী এৰিছে। কিছু দিন হৈ গলে তেওঁলোক আগমমতে দীক্ষিত হয়।

জ্ঞানপিপাসু ক্ষত্ৰিয়সকলৰ দ্বাৰা * ভাৰতত চাৰি হেজাৰ বছৰ জুৰি যি ধৰ্ম্মবিপ্লৱ উপস্থিত হয় সেই সময়ত ৰুতেই বাহ্যিক চিন যজ্ঞসূত্ৰ এৰিছিল। আন কি বহুত ব্ৰাহ্মণেও যজ্ঞসূত্ৰ হেৰুৱাইছিল; পাছত শঙ্কৰাচাৰ্য্যৰ যত্নত যেতিয়া ব্ৰাহ্মণ্যধৰ্ম্ম ভাৰতত সংস্থাপিত হয় অনেক ব্ৰাহ্মণে তেতিয়াহে যজ্ঞসূত্ৰ লৈছে। ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলৰ আৰু উৎকল বিহাৰৰ বহুত কায়স্থই যজ্ঞসূত্ৰ এৰে আৰু পাছত তেওঁবিলাকে লাহে লাহে গ্ৰহণ কৰে। নামনি-আসামৰ কায়স্থসকলো ইয়াৰ ভিতৰুৱা; কিন্তু শূৰবংশীয় ৰজাসকলৰ দিনৰেপৰা বৰ্ত্তমান সময়লৈকে তেওঁলোকে দশ কৰ্ম্ম কৰি আহিছে, যদিও তেওঁলোকৰ কিছুমানৰ ডিঙিত যজ্ঞসূত্ৰই শোভা নকৰে। অতি প্ৰাচীন কালৰেপৰা ব্ৰাহ্মণসকলৰ লগে লগে আসামত কায়স্থৰ বসতিৰ প্ৰমাণ পোৱা যায়। হিন্দুশ্ৰেষ্ঠ ব্ৰাহ্মণসকলে কায়স্থক প্ৰায় লগৰ পৰা নোৰিছিল। আদিশূৰ ৰজাই যেতিয়া নৱনাৰায়ণ ৰজাৰ বাতৰি লবলৈ বাৰজন ব্ৰাহ্মণ পঠিয়ায় তেওঁলোকৰ লগতে বাৰজন কায়স্থও পঠিয়াইছিল। শ্ৰীশঙ্কৰ গুৰুৰ বংশাৱলীলৈ মন কৰিলে খৃষ্টাব্দৰ পূৰ্ব্বৰেপৰা ইয়াত

---

* কায়স্থসকল শ্ৰীশ্ৰীচিত্ৰগুপ্তদেৱৰ বংশজ আৰু ক্ষত্ৰিয়। সময়ত এই বিষয় আলোচনা কৰা হব। (কায়স্থতত্ত্ব কালীপ্ৰসন্ন সৰকাৰ।) + "আৰ্য্য কায়স্থ প্ৰতিভা" ২য় বছৰ, তৃতীয় সংখ্যা, ৮০ পৃষ্ঠা।

কায়স্থৰ বসতিৰ প্ৰমাণ পোৱা যায়। ইয়াৰপৰা আমি সুন্দৰকৈ নিশ্চয় কৰিব পাৰোঁ যে ব্ৰাহ্মণৰ বসতিৰ লগে লগে আসামত কায়স্থৰো বসতি হয়। ভীষ্মক ৰজাৰ জীয়েক ৰুক্মিণীয়ে শংকটত পৰি বেদনিধি ব্ৰাহ্মণক কটকীৰূপে দ্বাৰকাৰ ভগৱান শ্ৰীকৃষ্ণৰ ওচৰলৈ পঠিয়াইছিল। বেদনিধি ব্ৰাহ্মণ, এতেকে দ্বাপৰ যুগৰপৰা আসামত ব্ৰাহ্মণৰ বসতি বুলি ধিবাং কৰিব পাৰি; আৰু লগতে কায়স্থৰ বসতিও দুই কৰিব নোৱাৰি। তেতিয়াৰপৰা আসামৰ কায়স্থই যজ্ঞসূত্ৰ গ্ৰহণ কৰে। আৰিমত্ত ৰজাৰ মন্ত্ৰী মনোহৰ, তেওঁৰ জীয়েক লক্ষ্মী আই; লক্ষ্মী আইৰ পুত্ৰ শান্তনু আৰু সামন্ত। তেওঁ লোক আসামৰ মহাপুৰুষ শঙ্কৰ গুৰুৰ উপৰি পুৰুষ। শান্তনু আৰু সামন্তৰ জন্ম কৰ্ম্মৰ বিষয়ে এইদৰে লিখা আছে,—

"দশ কৰ্ম্ম কৰি যজ্ঞ সূত্ৰ গলে দিলা।
দেৱৰ তনয় দেখি কায়স্থ বুলিলা।"—ভূঞা চৰিত্ৰ ॥

কিন্তু বৌদ্ধধৰ্ম্ম প্ৰচাৰৰ লগে লগে কিছুমানে যজ্ঞসূত্ৰ এৰে; পাছত শূৰ, পাল আৰু সেন বংশীয় ৰজাসকলৰ * যত্নত পুনৰ বৈদিক আচাৰ প্ৰচলিত হয়। কামৰূপ আসামত নৰকাসুৰ ভগদত্ত আদি অসুৰ বংশীয় ৰজাসকলে ৰাজত্ব কৰি গৈছে। যদি আবুলফজলৰ মত ঠিক হয় আৰু বঙ্গীয় কায়স্থ কুলপঞ্জিকা শুদ্ধ হয় তেন্তে এই ৰজাসকল কায়স্থ আছিল যে তাত সন্দেহ নাই। (১) হিংউয়েনচাং যেতিয়া প্ৰাগজ্যোতিষপুৰলৈ আহিছিল তেতিয়া তেওঁ ভাস্কৰ বৰ্ম্মণক ৰাজত্ব কৰা পায়। বৰ্ম্মণ উপাধি কায়স্থ ক্ষত্ৰিয়ৰ হে †; সুতৰাং ভাস্কৰ বৰ্ম্মণকো কায়স্থ নুবুলি নোৱাৰি। এওঁ হিন্দু ৰজা হৈও বৌদ্ধ ভিক্ষু আৰু পণ্ডিতসকলক আদৰ কৰিছিল; এওঁৰ ৰাজত্বৰ সময়ত ইয়াত হিন্দুধৰ্ম্মই সিমান বল কৰিব পৰা নাছিল। পাছত জনচেৰেক বৌদ্ধ পাল বংশীয় ৰজাৰ দিনতো কামৰূপ আসামত হিন্দুধৰ্ম্মই উন্নতি কৰিব পৰা নাছিল কিন্তু অন্তত বঙ্গদেশৰ দৰে ৰজা প্ৰজা সকলোকে হিন্দু কৰে। আদিশূৰ, বিজয় সেন, লক্ষ্মণ সেনে সময়ে সময়ে উত্তৰ পশ্চিম অঞ্চলৰপৰা, বিশেষকৈ কান্যকুব্জৰপৰা সাগ্নিক ব্ৰাহ্মণ

---

* আবুলফজল কৃত আইন ই আকবৰী মতে এওঁলোক কায়স্থ ক্ষত্ৰিয় আছিল।

† কালীপ্ৰসন্ন সৰকাৰ কৃত "কায়স্থ তত্ত্ব।" (১) আচৰিত-মত।—সম্পাদক।

আৰু বৈদিক আচাৰ থকা বৈদিক উপাসনাত সুদক্ষ কায়স্থসকলক গৌড়লৈ আনে আৰু মিথিলাকৰ হতুৱাই পুনৰ সেই অঞ্চলত বৈদিক আচাৰ বহলায়, * সেই চৌৰে আসাম নোপোৱাকৈ থকা নাই। তদুপৰি কিছুমান শুদ্ধ কায়স্থ পোনে পোনে কান্যকুব্জৰপৰা কামৰূপ আসামলৈ অহাৰো প্ৰমাণ আছে। † গতিকে আসামৰ কায়স্থসকলক ব্ৰাত্য দোষে চুলেও সেই সময়ত নিশ্চয় তেওঁলোক ভালেই আছিছিল, নহলে বৰ্ত্তমানত আমি তেওঁলোকক এনে শুদ্ধাৱস্থাত কেতিয়াও দেখা নাপালোঁহেঁতেন। শুদ্ধাচাৰী সৎব্ৰাহ্মণ সকলে নামনি আসামৰ প্ৰায় সকলো কায়স্থ ভদ্ৰলোকৰ ঘৰত চিৰা, পিঠা আদি খায়, কিন্তু উজনি অঞ্চলৰ কোনো কলিতা বা মহন্তৰ (কায়স্থ বুলি পৰিচয় দিয়া) ঘৰত সেইবোৰ গ্ৰহণ কৰা দেখা নাযায়।

নামনি আসামৰ কায়স্থ সাধাৰণতঃ ঠাকুৰ, অধিকাৰী, ৰায়, দত্ত, চৌধুৰি, আৰু বৰুৱা উপাধিৰে ভূষিত। এই ছয় উপাধিৰ ৰায় আৰু দত্ত প্ৰাচীন। প্ৰথম দুটি মহাপুৰুষ শঙ্কৰ গুৰুৰ পাছৰ আৰু শেষৰটি আসাম ৰাজ দত্ত। উপাধিৰ তাৰতম্যত তেওঁলোকৰ সামাজিক কোনো বাছবিচাৰ নঘটে। সকলোৰে ভিতৰত খোৱা-লোৱা বা বৈবাহিক সম্বন্ধৰ বাবে কোনো শোধ-পোছ নাই। নামনি আসামৰ সকলোৱে ঠাকুৰ, অধিকাৰী, ৰায় আৰু দত্ত এই চাৰিটি উপাধি ভালকৈ চিনি পায়।/ অৰ্থাৎ এই উপাধিধাৰী কোনো মানুহৰ নাম শুনিলেই কায়স্থ বুলি সকলোৱে জানে, জাতিৰ পৰিচয় লবলৈ আৰু বেচি পৰিশ্ৰম কৰিব নালাগে। কিন্তু উজনিৰ কালৰ কলিতা, কেওঁট, কোঁচ, প্ৰায় সকলোৱে, নামনি আসামৰ কলিতা আদি সকলোৱে "দাস" উপাধি লিখাৰ দৰে "দত্ত" উপাধি গ্ৰহণ কৰে; বোধকৰোঁ দিনদিয়েকৰ

---

*"আৰ্য্য কায়স্থ প্ৰতিভা"—২য় বছৰ তৃতীয় সংখ্যা ৮৩ পৃঃ।

† (অপ্ৰকাশিত) নন্দগঞা বৰুৱা বংশাৱলী।

।/ দুখৰ বিষয় আজিকালি কামৰূপৰো অনেকেই (বোধকৰোঁ উজনীয়া ভাইসকলকে অনুসৰণ কৰি) 'দত্ত' উপাধি গ্ৰহণ কৰিবলৈ ধৰিছে আৰু জাতিৰ কথা সুধিলে 'কায়স্থ' বুলি পৰিচয় দিয়ে। ইয়াৰপৰা যে, নিজৰ স্বকীয় জাতিৰ অস্তিত্ব হেৰায় সেইটো তেওঁলোকে বোধকৰোঁ ভবা নাই। আন জাতি এটাৰ গাত আওজি সেই জাতিক শকত কৰা টান কথা নহয় কিন্তু নিজৰ জাতিক সকলো দিশরে শকত কৰাহে টান।

পাহুত উজনি অঞ্চল 'দত্ত'বে পূৰ্ণ হব। আৰু এটি কথা কবলৈ পাহৰিলোঁ, তেখেতসকলে তাৰ লগতে নিজক "কায়স্থ" বুলি চিনাকি দিবলৈও নাপাহবে। ধন্য কায়স্থ জাতি! তোমাৰ জীৱন ধন্য!! তোমাৰ কোলাতে সকলোৱে আশ্ৰয় লয়।

আমি নামনি আসামৰ কিছুমান শুদ্ধাচাৰী কলিতা ভদ্ৰলোকক দেখিছোঁ। তেখেতসকলে নিজক কায়স্থ বুলি পৰিচয় দিবলৈ লাজ কৰে, কিন্তু আমাৰ উজনি অঞ্চলত তাৰ বিপৰীত।

নামনি আসামৰ কায়স্থসকলে পুষ্পৱতী ছোৱালী বিয়া নকৰায়; তেওঁলোকে বৈদিক আচাৰ মতে ব্ৰাহ্মণৰ দৰে ৯।১০ বছৰতে ছোৱালী বিয়া দিয়ে। কোনো কায়স্থই অন্নপ্ৰাশন, চূড়াকৰণ আদি নকৰি নাথাকে। তেওঁলোকৰ বৃত্তি লিখা-পঢ়া কৰা, শিষ্য ভজোৱা আৰু চাকৰি আদি ধৰি খেতিবাতি বা বেহাবেপাৰ কৰা। তেওঁলোকে কেতিয়াও হাল তাৰ নবয়।

নামনি আসামৰ প্ৰায় সকলো কায়স্থ বৈষ্ণৱ গতিকে তেওঁলোকে গায়ত্ৰী আদিৰ সলনি নাম জপ কৰে, কিন্তু কোনো কোনোজনে গায়ত্ৰী আদিও লেবে। মৃতাশৌচৰ শাস্ত্ৰোক্ত ব্ৰহ্মচৰ্য্য হবিষ্য গ্ৰহণ ইত্যাদি নিয়ম পালন কৰে। অশৌচান্তে শ্ৰাদ্ধ, ব্ৰাহ্মণ আদি ভোজন, অৱস্থাপন্নসকলে বৃষোৎসৰ্গ আদি কাৰ্য্য সম্পাদন কৰে।

এনে অৱস্থাতো আমাৰ "পূৰণি আসামত ভুমুকি" প্ৰবন্ধ লিখকে কি সূত্ৰত গোটেই আসামৰ কলিতা আৰু কায়স্থক এক কৰিলে আমি একো কব নোৱাৰোঁ। আশা কৰোঁ তেখেতে এই বিষয় বহলাই লিখি আমাক বুজাই দিব। নহলে তেখেতৰ সেই হেন এটা সাৰুৱা প্ৰবন্ধত এনে এটা থাকিব নলগীয়া দোষ থকা উচিত যেন নেদেখোঁ।

শ্ৰীহৰিনাৰায়ণ বৰুৱা।

---

# মৌ-খোৱা বীৰ।

## প্ৰথম অধ্যা।

কছুহাটী বৰ প্ৰতাপী ৰাজ্য। মহাৰাজ ৰাজসিংহ এই ৰাজ্যৰ ৰজা। ৰাজসিংহ গুণত বা ক্ষমতাত প্ৰতাপী মহত্বেও সামন্ত এজন অদ্বিতীয়। সিংহ

যেনেকৈ পশুৰ ভিতৰত ৰজা, সেইদৰে আমাৰ ৰজাও ৰজাৰ ভিতৰত সিংহ। সিংহ যেন পশুৰাজকো এটা সামান্য শহাই ঠেকত পেলাইছিল। কিন্তু আমাৰ ৰজাক কোনেও তেনে কৰিব পৰা নাই।

তেওঁৰ মনৰ স্থিৰতা আৰু শক্তি বৰ প্ৰবল; সেইদেখি যেয়ে যেনিয়েই হয় বুলিছিল তেওঁ তাকে হয় দিছিল।

দ্বিতীয় আখ্যা।

মৌখোৱা।— "হেৰ শুনিছনে অ!"
ঘৈণীয়েক—"কি হল?"
মৌ— "বোলোঁ আজি বহুত দিনৰপৰা মোৰ মৌ খাবৰ মন গৈছে"।

ঘৈ— "পাছে মো কি কৰিব লাগে? হাবিৰপৰা মই মৌ কাটি আনি দিলেহে হব। তোমাৰ চুৰিয়াখন মোক দিয়া মই পিন্ধি মৌ বিচাৰি যাওঁ।

মৌ— "হেৰ খংটো মো তোল কিয়? সেই বুলি আনো তোক মৌ আনিবলৈ হাবিলৈ যাবলৈ কৈছোঁ। বোলোঁ মই উভতি আহোঁতে ৰাতি হব, তুই গৰু ছাগলী কেটা চপাবি। মই হাবিলৈ মৌ বিচাৰি যাওঁ।"

ঘৈ— "তেন্তে গলেই হয়। মৌ খোৱা মুখখন দেখিছোঁৱেই নহয়। খেৰপত্ৰ চুড়োখৰ কৰিব নোৱাৰা মানুহটোৱে আকৌ মৌ খায়! বাৰু গৰু ছাগলী কেটা সুমুৱাও কোনো কথা নাই। এই দৰে গছত গৰু উঠা হোলোঙাৰে কাণ বিন্ধা কথা কৈ নেথাকিবা"।

মৌ খোৱা বীৰ বৰ বীৰ। মানুহটো বৰ শকত-আৱত আৰু দেখিবলৈ ভীমকায়। কিন্তু কামৰ পিনে কুটা এডাল চুড়োখৰ কৰাটোও তেওঁৰ পক্ষে এটা বৰ টান কাম। তেওঁ বৰ খুটাত আউজি বহি থাকিব; কেবল ঘৈণীয়েকে আজুৰি-পিজুৰি কটনা কাটি বস্ত্ৰা-খাৱনেৰে তেওঁক খুৱাব। এনেজন বীৰে আজি ওপৰত কোৱা কথা কেষাৰ কৈ মৌ খাবলৈ বুলি ঘৰৰপৰা ওলাল।

মৌখোৱা গৈ হাবিয়ে হাবিয়ে মৌ বিচাৰি "হাইৰাণ" হল, কতো মৌ-বাহ দেখা নাপালে। অৱশেষত তেওঁ এজোপা বৰ ওখ চোম গছত মৌ এবাহ দেখিলে। মৌবাহ বহুত ওখত। আমাৰ বীৰে তাক হাতেৰে চুকি নাপাই ডাল পাত যোৰা দিলে; কিন্তু কোনোমতে তেওঁ মৌ চুকি নেপালে। তেওঁ বৰ ভীমকায়, গছতো উঠিব নোৱাৰে। অৱশেষত তেওঁ হতাশ হৈ চোম গছজোপাৰ তলতে বহি গছৰ তলৰপৰা মৌ বাহটোলৈকে একে খিৰে চাই আছে।

মৌবাহৰ ঠিক তলতে ষৰষুণৰ এডোঙা পানী ডোঙাবান্ধি আছিল। ঠিক তলতে পানী ডোঙা দেখি বীৰে ভাবিলে, "ওপৰৰ মৌ চাকৰপৰা জৰি জৰি পৰি এইয়া মৌ-ৰস গোট খাইছে। এতেকে মই নো গছত উঠিবলৈ গৈ মিছাতে গাটে। টানি আজুৰি মৰোঁ কিয় ? ইয়াকে খাই গুচি যাওঁ"। তেওঁ ইয়াকে ভাবি তাকে খাই ষৰলৈ গুচি আহিল।

তৃতীয় আধ্যা।

ষোঁটনিমাৰি বৰ প্ৰতাপী ৰাজ্য। এই ৰাজ্যৰ ৰজাৰ নাম প্ৰতাপ সিংহ। এওঁ আমাৰ ৰজাৰ মিত্ৰ ৰজা। ৰজাজনো বৰ প্ৰতাপী। গলধন ধৰা মহৰ দৰে নোজোকোৱাকো তেওঁ জোকাইঃ লৈছিল; আৰু যাকে যুদ্ধত ৰটুৱাইছিল তাকে ভালকৈয়ে এখোটা দিহে এৰিছিল। ওচৰৰ প্ৰায় সকলো ৰাজ্যকে তেওঁ লাং-লাং-ঠাং ঠাং কৰি নিজৰ তলতীয়া কৰি দিনে দিনে অদম্য প্ৰতাপেৰে ৰাজ্য বিস্তাৰ কৰিবলৈ ধৰিলে।

মহৰ এবাৰ গলধন ধৰিলে সেই গলধন নথহে মানে সি ফেৰ পাতিবই; আৰু নোজোকালেও জোকাব, এই কথা মহ ৰাখাল বাপুৰ ষৰৰ গোন্ধাই পৰ্য্যাক শুধিলেই খোলোচা পোৱা যাব। এইবাৰো আমাৰ ৰজা ৰাজসিংহক প্ৰতাপ সিংহই জোকাই চাবলৈ মন মেলিলে। সেই বাবে ভাল ভাল মাল বাছি তিনিটা মাল কচুহাটী ৰাজ্যলৈ তেওঁ পঠিয়াই দিলে।

মাল আহি কচুহাটী নগৰ সোমালহি। ৰাজসিংহ চ'ৰাত মেল মাৰি বহি আছে; এনেতে মালে যথানিয়মে দীঘল দি পৰি সৰ্গদেৱত জনালে, "সৰ্গদেউ আমি মাল। আমাক ৰজা প্ৰতাপ সিংহই আপোনাৰ গুৰিলৈ পঠিয়াই দিছে। আৰু কৈ পঠিয়াইছে হয় ৰাজ্য দিয়ক, নহয় যুদ্ধ দিয়ক"।

ৰজাৰ মূৰত আকশীচৰগ ভাগি পৰিল। মূৰৰপৰা ভৰিলৈকে ঘামি-জামি তেওঁৰ ভয়-জোল বৰলৈ ধৰিলে। এনেতে মন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াই মাত লগালে—"সৰ্গদেউ চিন্তা নকৰিব, এই মালৰ লগত যুজিব পৰা আমাৰো মাল আছে। আমাৰ মৌ-খোৱা বীৰ নো গৈছে কলৈ ? আৰু মৌ-খোৱা থাকোঁতে আমাৰ কি হব চিন্তা ? এই কথা শুনি ৰজাৰ ধাতু আহিল, আৰু মৌখোৱা বীৰক মাতিবলৈ টেকেলা পঠিয়ালে।

চতুৰ্থ আধ্যা।

নিশা ছুপৰ হল। আমাৰ বীৰে মৌ খাই আছি ঘৰ পালেহি।

ঘৈণীয়েক।— "মৌ খালা নে?"

মৌ-খোৱা।— "হেৰ নেখাবৰ নো কাৰণ কি?"

ঘৈণীয়েক।— মৌখোৱাৰ চিন কি আৰু মোলৈ বা কণ্ডা আনিলা?

মৌ।— "মৌ মুখে খালোঁ। পেট পালে গৈ। আকৌ চিনটো কি হব?"

ঘৈ।— "ৰাৰু কেনেকৈ খালা কোৱাঁচোন?"

মৌ।— "ৰাৰু শুন। মৌ বিচাৰি গৈ হাবি পালোঁ গৈ। তাতে বৰ ওখ চোম এজোপাত এবাঁহ মৌ পকি আছিল। গছজোপা বৰ শকত নহয় আৰু তাত মানুহ উঠিবলৈকো ভয় লাগে। মই ভাবিলোঁ এইজোপাত যদি উঠোঁ ভেস্তে ভাগি পৰি মৰি থাকিম। পাছে মই জানো কিবা উলামুলা মানুহটো? গছজোপাৰ গুৰিত ধৰি চেপা মাৰি পঠিয়ালোঁ। একে চেপাতে মৌ আছি জৰি জৰি ৰস হৈ তলত পৰিবলৈ ধৰিলে—। মই ধৰোঁ কিহত? একো নেপাই মুখ পাতি দিলোঁ। আকৌ তোলৈ নো কেনেকৈ মৌ আনোঁ হঁয়?

বীৰৰ কথা শুনি আজলী ঘৈণীয়েকে আচৰিত মানিলে। আৰু সেই দিনাৰপৰা "আমাৰ বীৰ বৰ বীৰ" বুলি তেওঁ সকবোৰে আগত ঘোষণা কৰিলে।

মৌ-খোৱা বৰ বীৰ এই কথাই ঠাল-ঠেঙ্গুলি মেলি ৰাজসিংহৰ কাণ পালেগৈ। ৰজায়ো কথাটো পতিয়াই আচৰিত মানিলে; আৰু সেই দিন ধৰি হুকুম হল যে ৰজাৰ ভঁৰালৰপৰা সেই মহাবীৰে এনেই সদায় সিধা খাই থাকিব পাৰিব।

পঞ্চম-আধ্যা।

মৌখোৱা বীৰ সুখেৰে ঘৰতে বহি খাই আছে। তেওঁৰ একো ভাবনা নাই। তেওঁ যেনিয়েই যায় তেনিয়েই জয়-জয়-ময়-ময়। এনেতে ৰজাৰ টেকেলা গৈ ঘুমুহকৰে তেওঁক কলেগৈ যে "ৰজাৰ তালৈ মাল আহিছে, সেই দেখি ৰজাই তোমাক মাতি পঠিয়াইছে।"

এই কথা শুনি বীৰৰ তালুৰ আগে জীৱ গল। ঘৈণীয়েকৰো শ্রুতি বুদ্ধি হেৰাল।

ৰজাৰ হুকুম মেধানিলে পোনেই খিয়পোতা দিব। কাজেকাজেই মৈ খোৱা বাবলৈ বাধ্য হয়। বীৰ গজগমনেৰে গৈ ৰজাৰ সমখ পালেগৈ। ৰজাই বীৰক দেখিয়েই সমাদৰ কৰি ধুহিবলৈ আসন দিয়ালে আৰু গম্ভীৰ ধ্বনিৰে কবলৈ ধৰিলে।—"বীৰ এইবাৰ ৰক্ষা কৰিলেহে কথা। সৌৱা ৰুজা প্ৰতাপসিংহই তিনটা মাল পঠিয়াইছে; আৰু কৈ পঠিয়াইছে 'হয় ৰাজ্য দিয়ক, নহয় যুদ্ধ দিয়ক'। এতেক তুমি এই তিনটা মালৰ লগত যুজি মোৰ ৰাজ্য ৰাখিব লাগে।" বীৰে উত্তৰ কৰিলে "স্বৰ্গদেউ, কোনো কথা নাই, কাইলৈ সৰ্গদেউৰ ৰবচৰাৰ আগতে মালযুদ্ধ হব। আৰু আপোনাৰ ৰাজ্য পৰমেশ্বৰে ৰক্ষা কৰিব। কিন্তু বন্দীৰ এটি নিবেদন আছে; মোৰ ঘৰত আজি মাল কেটা থাকিবলৈ স্বৰ্গদেৱৰ হুকুম হব লাগে।" ইয়াকে কৈ মাল তিনটাৰে সৈতে মোখোৱা নিজৰ ঘৰলৈ গুচি আহিল।

ষষ্ঠ আধ্যা।

ৰজাৰ ঘৰৰপৰা মালে খাবলৈ সিধাপাতি পঠাই দিলে। বীৰে তিতৰৰ পৰা সকলো বস্তু দিহাপোহা কৰি সিহঁতলৈ দিয়ালে আৰু মাল কেইটাইও খা ধুই ভাত ৰান্ধিবলৈ গল।

সিহঁতে ভাত ৰান্ধি অভাইছে; শাক ৰান্ধিবলৈ কাৰবাৰ কৰিছে। ৰান্ধনি মালে তেল বহাবলৈ তেল বিচাৰি দেখে তেল নাই। গৃহস্থ মোখোৱা বীৰৰ তিতৰলৈ কৈ পঠালে যে তেল লাগে। এই কথা শুনি বীৰে আলেহীয়ে শুনাকৈ কৈ উঠিল,—"হেৰ আলহিয়ে খাবলৈ তেল দিয়া নাই কিয়?"

মৈ—। "আজি তেল নাই, আৰু ৰজাৰ ভঁৰালৰপৰাও নিদিলে।"

বীৰ—। "হেৰ ৰজাৰ ঘৰৰপৰা নিদিলে, নিদিলে; সেই বুলি মোৰ ঘৰত সৰিয়হো নাই নে? সৰিয়হ তুটামান দেখোন মোৰ আগত দিলেই মই তেল চেপি দিব পাৰোঁ।"।

আগয়ে আমাৰ বীৰে মৈণীয়েকেৰে আলচি এইটো বুদ্ধি পাতি থৈছিল যে "আজি আমাৰ ঘৰলৈকে মালক ভাত খাবলৈ মাতিব লাগে; আৰু আহিলে ভাত খাবলৈ বুলি সকলো বস্তুকে দিবি কেৱল তেল নিদিবি। তেল খুজিলে ভই নাই বুলি কবি আৰু এটা বাটিত এবাটি তেলত কিছুমান সৰিয়হ পেলাই থবি যে, যেতিয়া মই তেল নাই যদি সৰিয়হকে দে বুলি কম,

ভেতিয়াই তই সেই সবিয়হৰ বাটিটোকে উলিয়াই দিবি”। এতিয়া বৈণীয়েকে সেইদেখি সেই দৰে সেই বাটিটোকে বীৰৰ আগত উলিয়াই দিলে। বীৰে মাল কেটাৰ আগতে সবিয়হবাটি চেপি তেল উলিয়াই আলহিক খাবলৈ দিলে।

আলহিয়ে ভাত খাইবৈ অভালে আৰু শুবলৈ দিহা কৰি দিয়ামতে শুই থাকিল। নিশা দুপৰমান হৈছে, এনেতে মাল তিনটাৰ মাজত পৰমিল হল। এটাই মাত লগালে—“হেৰ ককাইহঁত, মই হলে কথা বিসঙতি পাইছোঁ। যদি এইটো মাগেৰে কাইলৈ ৰজাৰ চৰাত যুজিব লগা হয় তেন্তে আমাৰ পোনে আহঁৰি। যিটো বীৰে সবিয়হ চেপি তেল উলিয়ায়, আকৌ তেনেটো বীৰৰ লগত কেনেকৈ যুজ অ?” ই দুটাইও কথাষাৰ ভাবি চালে যে কথা ঠিক। সেইদেখি কেঁহজালি নৌদিওঁতেই বীৰক ঘৰবপৰা মালকেইটা পলাই পত্রং।

পাছদিনা পুৱাই বীৰৰ ঘৰত ধুম-ধুমনি লাগিল যে প্ৰতাপ সিংহই পঠোৱা মাল কেইটা বীৰৰ ঘৰৰপৰা বাতিয়েই পলাল। ৰজাই বীৰক মতাই শুধিলত বীৰে সকলো কথা কৈ ৰজা আৰু সভাসদসকলক আচৰিত কৰিলে। ৰজাই বীৰৰ তেজ আৰু বুদ্ধি দেখি অনেক প্ৰশংসা কৰি এক লাখ টকা বটা দি তাক ভেটিৰে সৈতে ঘৰলৈ পঠাই দিলে।

শ্ৰীভীমসেন শৰ্ম্মা।

---

# যশোগান।

জয় হে পঞ্চম জৰ্জ্জ ভুবন বিজয়॥
মঙ্গল কামনা কৰে তৱ প্ৰজাচয়॥
ভাৰতে আৰাধ্য তুমি ৰাজ ৰাজেশ্বৰ।
তোমাৰ বিপুল কীৰ্ত্তি ব্যাপ্ত চৰাচৰ॥
ভাৰতৰ ৰজা প্ৰজা তোমাৰ অনুগত।
তৱ যশোগান গায় হই আনন্দিত॥

হে ভাৰতেশ্বৰ তুমি অতি পুণ্যবান।
"দশ বিপ্ৰ সমো ৰাজা বেদত ব্যাখ্যান" ॥
তোমাৰ পালনে সুখী ভাৰতৰ প্ৰজা।
কত তপ কৰি তোমা হেন পালে৺া ৰজা॥
ভাৰত ৰাজেন্দ্ৰ তুমি ভাৰত বিধাতা।
ভাৰত প্ৰজাৰ তুমি সুমঙ্গলদাতা ॥
ভাৰত প্ৰজাৰ তুমি মস্তকৰ মণি।
তুমি আগমনে প্ৰজা সুখী দিন গণি ॥

ধন্য ভাৰত ভূমি, যাৰ পতি হলা তুমি,
জয়যুক্ত হোক ৰাজেশ্বৰ।
তোমাৰ মঙ্গল অৰ্থে ঈশ্বৰ নিকট প্ৰাৰ্থে
যত প্ৰজা আছে ভাৰতৰ ॥

শ্ৰীশ্ৰীবাঙ্কিমোহন চন্দ্ৰ
(মাজুলেখৰা) ৮ শিৱিংখাতি।

---

# চিঠি।

সম্পাদক ডাঙৰীয়া,

দুখেৰে জনাওঁ যে আহাৰৰ সংখ্যা বাঁহীত ৺ "ভট্টদেৱ" প্ৰবন্ধটোত যে "ঘোষাৰত্ন" নামে পুথিখন ৺ ভট্টদেৱৰ ৰচিত বুলি লিখা হৈছিল, সেইটো ভুল; সেই পুথিখন ৺ ভট্টদেৱৰ ৰচিত নহয়; কবিৰত্ন উপাধিধাৰী গোপালদেৱ নামে আন এজন কবিৰ দ্বাৰাইহে ৰচিত।

নিবেদক
শ্ৰীসোণাপতি দেৱ শৰ্ম্মা।

---

**দ্বিতীয় বছৰ, একাদশ সংখ্যা**

# সূচী

# বাঁহী !

মোৰ একেটি সুৰত বাঁহীটি বজা,
একেটি মাথোন মাত।
বাজিয়ে দিলে এটি হুমুনিয়া,
একেটি আনন্দ তাত॥
সুখৰ হাঁহিটি খন্তেকতে যাবে,
দুখৰ এন্ধাৰ খন্তেকতে হবে,
শান্ত হৃদয় আবেগে আকুল,
একেটি সুৰৰ আঘাত॥
শবদ কঁপনি সপ্তম, পঞ্চম,
উচ্চাৰে "একমেৱ অদ্বিতীয়ম,"
শোকৰ যাতনা, সুখৰ বাসনা,
মিহলি এটি তাত॥
বৈচিত্র্য বিলয়, ভেদ সমন্বয়,
খণ্ডত অখণ্ড, বাঁহীটিয়ে কয়,
হাঁহোন কান্দোন, প্ৰখৰ মধুৰ,
এটি ধ্বনি উঠে তাত॥
অন্ত অনন্তৰ মাজত আসন,
বাঁহীটিত হয় আত্মবিলোপন,
শুনা হে শুনা হে অমৃত-সন্তান,
আত্মা পৰমাত্মাত॥

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।



# গিন্‌লট আৰু আধাকটা।

সকলো দেশত সকলো সমাজত সাধুকথা কোৱা দস্তৰ আছে। যেতিয়া মানুহে ঘৰৰ বনবাৰি কৰি অঁতাই গধূলি লৰা ছোৱালী তিৰোতাৰে সৈতে চোতালত বহি যামকালি জুৰ লয় আৰু জাৰকালি জুহালৰ ওচৰত বহে বা পাটীঢাৰীত পৰি বহুত নিশালৈকে ইকাতি সিকাতি কৰি থাকে, তেতিয়া চামোনৰদৰে নিবোকৃবোক্ কৰে বহি শুই নানা ৰকমৰ পানীৰ ঔটেঙা নাসাজি সাধুকথা কবলৈ ভাল পায়। যি দেশৰ মানুহৰ যি বস্তুত আসক্তি সাধুকথাবোৰো তেওঁলোকে সেইদৰেই গঢ়িছে। কোৱাৰ তাও অনুসাৰে সাধুকথাই হঁহুৱাইও কন্দুৱাইও। এতেকে সেইবোৰৰপৰা অনেক কথা শিকিব পাৰি। এনেকুৱা শুৱলা সাধুকথা আছে যে সেইবোৰে অতি দুৰাচাৰী মহাপাপীৰো মন বিচলিত কৰি দয়াৰ উদ্রেক, দীঘল হুমুনিয়াহেৰে মনস্তাপ প্ৰকাশ কৰায় আৰু সি নিজকে পাপী বুলি জানি পাপৰ মথিমুৰ আৰু ধৰ্ম্মৰ জয় হোৱা শুনিলে অপাৰ আনন্দ আৰু নিৰ্ম্মল সন্তোষৰ চিন দেখুৱাবলৈ বাকী নথয়। যদিচ মানুহে দুৰৱস্থাত পৰি, পেটৰ পোৰণিত ভং নাপাই বা লৰা ছোৱালীৰ বিকলতাত অস্থিৰ হৈ বা লোভ সামৰিব নোৱাৰি ছল পাই বিবেক জ্ঞানক পুৰি থাই ভয়ানক জঘন্য কুকাম কৰে আৰু কৰিবলৈ আগ বাঢ়ে, তথাপি দেখা যায় যে মানুহ যিমানেই পাপপঙ্কত পৰি তললৈ যাওক পৰমেশ্বৰৰ অনুকম্পা মহৎগুণৰ মোহিনী শক্তি অনুভৱ কৰিবলৈ একেবাৰে অপাৰগ নহয়।

ফ্ৰান্স দেশত খুনী আচামী আদি ডাঙৰ অপৰাধীবিলাক ৰাখিবলৈ এটা বৰফাটেক আছিল। সেই ফাটেকত মাথোন মুনিহবোৰক ৰখা হৈছিল। সিহঁতে তাৰ ভিতৰত খাবলৈ শুবলৈ ফুৰিব-চাকিবলৈ আৰু বন কৰিবলৈ এনে সুবন্দবস্ত আছে যে অতি নিগাখিত ঘৰবাৰী নোহোৱা দীনদৰিদ্ৰ মানুহে ইচ্ছাপূৰ্ব্বক চুৰ ডকাইতি আদি কুকৰ্ম্ম কৰি সেই ফাটেকত সোমাবলৈ বিচাৰে। তাত ফাটেকিয়ালবোৰে নিজৰ মনোমত লগৰীয়া বাচি লৈ সময়মতে জুম পাতি সিঁহতৰ মনৰ কথা কৈ আস্ফালন কৰে বা খেদ কৰে। এইবোৰৰ মাজত সাধুকথা জনা বুঢ়া এটাও আছিল।

সি তাৰ ফাটেকত পৰা কথা নগৰীয়াবোৰক এইদৰে কৈছিল,—"মই ফাটক খাটি খাটি বুঢ়া হলোঁ। আৰু ফাটকতেই হাড় পেলাম বুলি থিৰ কৰিছোঁ। গাত ডেকা তেজ আৰু বল নাই। ফাটকৰপৰা ওলাই ক'তে কাম বিচাৰোঁ। ক'তো নাপাওঁ আৰু ফাটকিয়াল বুলি মোক কোনেও বিশ্বাস নকৰে। সেইবাবে ফ্ৰান্সৰ ৰাজধানীত বুধিসন্ধি কৰি জীবিকা আৰ্জিব পাৰিম বুলি সেই ফালে খোজ ললোঁ।। আটুল নগৰ সাজ লাগোঁ লাগোঁ হওঁতেই পালোঁহি। বাটবুলি ভাগৰ লাগি কাঁইটৰ জেওৰা এখনৰ ওচৰতে দীঘল দি পৰি মনত বহুত কথা পাতিভাঙি থাকোঁতেই টোপনি আহিল। পাছে জেওৰাৰ সিপাৰে মানুহৰ মাত শুনিহে সাৰ পালোঁ। তেতিয়া খোপ-মৰা এন্ধাৰ হৈছিল। মতা এটাই মাইকী এজনীক কৈছে বোলে "কোনে নো আমাৰ ঘৰ চুৰ কৰিব? আমি দুৱাৰ মাৰি ঘৰবাৰী এৰি কতবাৰ এইদৰে গৈছোঁ।" মাইকীজনীয়ে বোলে, "তেতিয়া আমাৰ পাই পইচা নাছিল, এতিয়া যে গোটাদিয়েক হৈছে।" "কোনে নো জানে আমাৰ পাইচা আছে বুলি?" মতাটোৱে এনে বোলাত দুয়ো একছাটেই গুচি গল। জেওৰাৰ আঁৰত থকা বাবে আৰু এন্ধাৰ বাবে সিহঁতে মোক নেদেখিলে। মই লাহেকৈ উঠি চাৰিও পিনে চালোঁ। আৰু সিহঁত কিছু আঁতৰ হবলৈ বাট চালোঁ।। তাৰ পাছত ফুৰি বেওঁমানৰ আঁতৰত সৰু ঘৰ এটা দেখিলোঁ।। সেই ঠাইত আন মানুহৰ ঘৰ নাছিল। সিহঁতে সেই ঘৰতে টকা থোৱাৰ কথা কৈছিল। এতিয়া এন্ধাৰ নিশা; জনপ্ৰাণী কোনো নাই; কুকুৰলৈহে কিছু ভয়; এনে বুলি সাহসৰ ওপৰত নিৰ্ভৰ কৰি সেই ঘৰটোৰ ফালে আগ বাঢ়িলোঁ।। কুকুৰ থকা একো গম নাপালোঁ।। তেতিয়া মন আৰু ডাঠ হল। দুৱাৰৰ খাপ ছিঙি ঘৰৰ ভিতৰলৈ সোমালোঁ। আৰু জুহালত জুই জলাই ক'ত কি আছে আটাইবোৰ চাইচিতি পেৰাটো চেপেনা এডালেৰে মেলি সিহঁতে থোৱা টকা পুৰণি মোজা এপাটত সুমাই বান্ধি কাপোৰৰ তলত থোৱা পালোঁ।। সেই টকা লৈ খিলিকি-দুৱাৰেদি জাপ মাৰি—কি দুৰ্দৈৱ—পহৰীয়া এটাৰ পিঠিতে পৰিলোঁ।। তেতিয়া জোন ওলাইছিল। পহৰীয়াটোৱে মোক সেইভাৱে অহা দেখি ডভালিকে ধৰিলে। সি যেনেহে মতলব মানুহ, মই ফুৰিমুৰি কৰিবকে নোৱাৰিলোঁ।। সি মোক দি

মাজিষ্ট্ৰেৰ আগত হাজিৰ কৰিলে গৈ। মই টাংবাং নাগাই সকলো কথা কৈ কাঢ়িলোঁ। ভেণ্ডিয়াই হাত-কেৰেয়া লগাই মোক ইয়ালৈ পঠিয়ালে।”

ফাটেকত তাক দেখা কৰিবলৈ এদিন তাৰ ভনীয়েক আহি মদপী আৰু সোঁৰোপা গিৰিয়েকৰ বিষয়ে আৰু গাভৰু ছোৱালী এজনীৰে দুটা সৰু লৰা লৈ তাই নো কেনে দুখ কষ্টেৰে দিন নিয়াইছে এইবোৰ কথা ককায়েকক কৈ কান্দি মনৰ শোক পাতলাইছিল। “এনে মতাৰে কি সুখ হব, বিয়াৰ খোৰোচা মোকোলাবলৈ নাচা কিয়?” “সেই বিষয়ে উকীলক সুধিছিলোঁ, কিন্তু যিমান টকাৰ কথা কলে শুনি বিচুৰ্ত্তি।” ভনীয়েকৰ অৱস্থা জানিব পাৰি বুঢ়াৰ সহায় কৰিবলৈ মন গল। ফাটেকিয়ালবোৰৰ ভিতৰত এটাই বুঢ়াক চিনি পাই কলে, “আপদেও! তুমিও ইয়াতে? সাধুকথাৰ জোলোঙা উদং হল নে কিবা আছে?” “সততকাই কি উদং হয়? অলপ মাননি পালেহে জাৰিব-জোকাৰিবৰ মন যাব।” সিহঁতৰ ভিতৰত ১০।১৫৲ টকা তুলিবলৈ সি প্ৰস্তাৱ কৰিলে আৰু মুহূৰ্ত্তেকতে ২০৲ টকা তুলি বুঢ়াৰ হাতত দিলে। বুঢ়াই বংমনেৰে এইদৰে সাধু কবলৈ ধৰিলে:—

ফ্ৰান্সত সকপোলণ্ড নামে এখন সামান্য গাওঁ আছিল। তাত মাজিষ্ট্ৰেৰ এজনত বাজে আইন ডাঙৰ চহকী মানুহ নাছিল। তাত মাথোন বাজীকৰ, বান্দৰ ভালুক আদি নচুৱা, টোকাৰী বেহেলা আদি বজোৱা আৰু আইন বিধৰ সামান্য খেল কৰি জীবিকা অৰ্জ্জা মানুহ আৰু কিছুমান দুৰন্ত বদমাচ্ মানুহ বাস কৰিছিল। সদাই তাত পুৱাৰপৰা গধূলিলৈকে গধূলিৰপৰা পুৱালৈকে “পাহাৰাৱালা! পাহাৰাৱালা! খুন! খুন! ডকাইত! ডকাইত!” ইত্যাদি চিঞৰ হে শুনা যায়। এইবোৰ মানুহৰ মাজত আধাকটা নামে এটা অতি দুৰন্ত নিদাৰুণ মানুহ আছিল। ইয়াৰ জাঁতিগুৰি কোনেও নাজানে। তাৰ বৰণ ক'লা, চুলি বগা আৰু জিভাখন কলা বাবে বুঢ়ীবোৰে তাক যাদু জনা বা ভেলেকী বাজীকৰ বুলিছিল। সি কাছ, বান্দৰ, মৰা, বগা নিগনি, শিয়াল, উদ, ভালুক আদি জন্তু গোটাইছিল আৰু সেইবোৰ লৈ খেল কৰি দেখুৱাবৰ নিমিত্তে কিছুমান কেঁও-কিছু-নোহোৱা নিৰাশ্ৰয় লৰা ৰাখিছিল। প্ৰতিদিন পুৱাই লৰা একোটাক বাহী ক'লা কটা একোডোখৰ সি খাবলৈ দি যাৰ যিটো জন্তু তাক সেইটো দি গাৱেঁ গাৱেঁ

খেল দেখুৱাই এশিকি এশিকি লৈ গধূলি তাৰ ওচৰলৈ উলটি আহিব লাগে বুলি পঠিয়াই দিয়ে। যিকিটাই শিকিব কম আনে সিহঁতক সি এনেদৰে কোবাই যে গোটেই গাৰঁত সিহঁতৰ চিএগৰে খলকনি লগাই দিয়ে।

আধাকটা গাঁৱৰ যি কালে আছিল সেই কালে তাৰ ওচৰত এজন বয়সীয়া বাজবিৰয়াও আছিল। তেওঁ যেনে শকত-আৱত বলী, তেনে দুৰ্ব্বলীৰ সহায় আৰু দুষ্টৰ যমও আছিল। লৰাবোৰৰ কান্দোন-কাটোনে তেওঁৰ মন অস্থিৰ কৰি তুলিলে। তেওঁ আধাকটাৰ যাহৰলৈ আহি কলেহি,—"তই যদি লৰাবোৰক এইদৰে মাৰ কিল কৰ, মই তোৰাই নেৰিম; তোকো সিহঁতৰ দৰে কৰুৱাম।" সেই দিনাৰপৰা লৰাবোৰে ৰৰকৈ নকন্দা হল হয়, কিন্তু আধাকটাই সিহঁতক নানাৰকম যাতনা দিছিল। মাৰ খাই কান্দিলে মাৰকিল চাৰ হয় বাবে তয়ত লে সিহঁতে কান্দিবলৈ এৰিলে। হাকিমৰ ওচৰত যে গোচৰ দিব লাগে এই কথাৰ সিহঁতে ভুকে নাপায়। এশিকি এশিকি আনি আধাকটাক দিব পাৰিলে লৰাটোৱে পতি পুৱা গধূলি এডোখৰ এডোখৰ ক'লা বাহী কটী খাবলৈ, চিৰলী চিৰলী দহ-বোৰা দিয়া কাপোৰ পিন্ধিবলৈ আৰু জন্তুবোৰৰ লগত খেৰে বনে শুবলৈ পায়। খোটালি এটাত জন্তুবোৰৰ লগত লৰাবোৰ সুমুৱাই দুৱাৰত সঁচাৰকাঠিমাৰি আধাকটাই নিজৰ খোটালিত ডাঙৰ যাম্বৰটো জৰিপথানৰ কালে বান্ধি শুই থাকে। পাছে কিবাৰকপে গৰালটোত হাই উকমি হৈ কোড়াল লাগিলে আধাকটাই লাহেকৈ উঠি হাতত চাবুক এডাল লৈ গৰালৰ দুৱাৰ মেলি এন্ধাৰত যাকে পায় তাকে সাৰোপ লাৰোপ কৰে কোবাবলৈ ধৰে।

দিনৰ দিনটো ঘুৰিপকি লৰাবোৰে যি পইচা আনে আধাকটাই তাৰে ভালকৈ পেটভৰাই ভাত মদ খাই তুটকা দহ মহা দিনে দিনে যাহি কৰিবও পাৰিছিল। সি দিনে দিনে মদ নাখালে হেনো তাৰ মুৰ কামোৰে * আৰু ইমানকৈ মদ খায় যে তাৰ গাত হঁচ নাথাকে। লৰাখিনিৰ মাজত গিন্‌লট নামে অতি জুকলা আঁতশুকান লৰা এটাও আছিল। তাক দেখিলে মানুহে ১৪ বছ-

* আমাৰ দেশৰ কানীয়াবোৰে যেনেকৈ কানি খোৱাৰ দেছু এটা উলিয়ায়।

বীয়া দুৰ্যুলি ৭।৮ বছৰীয়াহে বুলিব। খাবলৈ নিদিয়েই আধাকটাই তাৰ তেনে দশা কৰিছিল।

এদিন আধাকোটাই গিন্‌লটক বাটত পৰি কেঁকাই থকা দেখি তুলি লৈ আহিল। দুৰ্ব্বলী মাত্ৰেই ভয়াতুৰ হয়, আক ভয়াতুৰ দেখিলেই দুষ্ট নিগ্ৰহ-কুটীয়া মানুহে তাক আজু বিপিজুৰি নানা উপদ্ৰব কৰি ৰং চাবলৈ ভাল পায়। সেইদেখি তাৰ লগৰ লচ্‌পচীয়া লৰাবোৰেও তাক ৰব আমনি কৰি জোকাই ৰং কৰে। তেতিয়া গিন্‌লটে মাথোন ইয়াকেহে কয়,—"মই শকত-আৱত বলী হোৱা হলে, দুৰ্ব্বলীক পুত্ৰে কৰি বলীৰ অত্যাচাৰৰপৰা ৰখালোঁহেঁতেন। কিন্তু মোক দুৰ্ব্বলী দেখি তঁহতে দুখ কষ্ট যাতনা দি কি ৰং পা মই বুজিব নোৱাৰোঁ।" তাৰ গাত বল নাই বুলিও সি তাঙৰ অন্তৰে সক জন্তুক মাৰিবলৈ এৰি নিদিয়ে। ইয়াৰপৰা বুজিব নালাগে যে সি বাঘ ভালুক আদি হিংসক জন্তুৰ মুখৰপৰা সক জন্তুবোৰক একৰাই আনিবলৈ যায়; সি তেনে কাম কৰিবলৈ মন কৰিলেও তাৰ গাত শক্তি সাহ বল নাই; এতেকে শক্তি অনুসাৰে ভক্তি কৰিবলৈহে সি আগ বাঢ়ে অৰ্থাৎ মকৰাৰ জালত পৰা সক সক পোক পকৱা একৰাই দি মকৰাক খেদাই দিয়ে আক মকৰা যেখিলই সি চেঁাচা ......।

১ম কইদী—এনে চোঁচা মাৰে আনিবা কোনো মানুহে বাঘৰ মুখৰ পৰা গক-পোৱালিহে একৰাবলৈ গৈছে।

২য় কইদী—বা কোনো এটা মানুহে আধাকটাৰ হাতৰপৰা গিন্‌লটক টানি একৰাই আনিবলৈহে গৈছে।

সাধু কোৱা মানুহটোৱে কলে যে তোমালোকে যি দৰে তাৰা সেইদৰেই কথা মিল খাব। আন এদিন উঁইচিৰিঙা এটা পানী এডোঙাত পৰি কতুৰকাই ডুবু ডুবু হওঁতেই গিন্‌লটৰ চকুত পৰিল আক সি তাক তুলি আনি জীয়ালে। এইদৰে পোক পকৱাবোৰক বিপদৰপৰা উদ্ধাৰ কৰি সি কেনে সন্তোষ পায়।

১ম কইদী—কিন্তু সি সেইদৰে মকৰি পোক পকৱাবোৰক মৰিবলৈ এৰি দিহে হোৱ ভুলিব লাগিছিল। তেনে কৰাৰপৰা তাৰ কি লাভ আছে?

২য় কইদী—অইনে অনিষ্ট কৰে বুলি সিও অনিষ্ট কৰিব লাগে নে কি?

মই আনিছোঁ। সি মো কিয় এনেবোৰ কাম কৰি ফুৰে ; সি মনতে ভাবে যে তাকো কোনোবাই সেইদৰে আধাকটাৰ হাতৰপৰা এদিন এৰুৱাব।

সাধুকোৱা মানুহটিয়ে বোলে ময়ো তাকে কব খুজিছিলোঁ। গিন্নলট হিংসাকুৰীয়া নাছিল ; ঈশ্বৰত তাৰ অটল ভক্তি আৰু বিশ্বাস আছিল। সিমান দৌৰাত্ম্যতও সি পলাবলৈ মন নকৰিছিল। পাছে এদিন সি এটা পইচাও আনিব নোৱাৰাত আধাকটাই তাক বৰকৈ কোবাই ডিঙিত জৰী লগাই আৰি থবলৈ হমিয়াইছিল। তেতিয়া প্ৰাণৰ আশঙ্কাত সি পলাবলৈ বিচাৰিলে ; আৰু আধাকটাই গৰালৰ দুৱাৰ মেলি জন্তুবোৰক আহাৰ খুৱাবলৈ ধৰোঁতে গিন্নলটে সুৰুকুৰকৈ ওলাই পলাবলৈ ধৰিছিল।

১ম কইদী—বাহাবা! তাৰ সাহ শলাগিব লগীয়া। কিন্তু সেই কথা মাজিষ্ট্ৰৰ চাহাবক কোৱা হলে আধাকটাই ভালকৈ এপালি পালেহেঁতেন।

তাকে কৰিবলৈ গিন্নলটৰ সাহ কিমান ফেৰা? শেহত সেইদৰে সি পলাই সাৰিব খুজিছিল। কিন্তু দুখীয়াৰ দুখ যাওঁকেওটিকাল ; তেকুলীও ওলাল, সাপেও দেখিলে। আধাকটাই জন্তুবোৰক আহাৰ খুৱাইছে বুলিও চাৰিও পিনে চকু দিছে আৰু গিন্নলটক সুৰুকামৰা দেখি খেদা মাৰি ধৰি চোঁচোৰাই আনি গৰালত সুমালেহি। তেতিয়া গিন্নলটৰ গা থকৃ থকৃ কৰে কঁপিবলৈ ধৰিলে, আৰু যা কপালত কি আছে তাকে ভাবি তাৰ কণ্ঠেকণ্ঠে শুকাই গল।

এই খিনিতে বান্দৰটোৰ কথা ফেৰা কৈ থোৱা ভাল। বান্দৰটো আধাকটাৰ বৰ মৰমৰ আছিল ; সি গায়ে-পাৰিয়ে ওখই-পাখই গিন্নলটতকৈ ডাঙৰ। তাক আবৰ মানে লবা এটাইহে লৈ ফুৰাব পাৰে, ইযোৰ লবাই তালৈ ভয় কৰে। আবৰো কেতিয়াবা কেতিয়াবা বান্দৰটোৱে যুজ কৰি তেজেৰে তুংবলি হয়। সেই বাবে বান্দৰটোলৈ তাৰ আক্ৰোশ আছেই। এদিন সি বান্দৰটো শিকলি ধৰি লৈ বাওঁতে গছ এজোপাৰ তলত পোতক তুলিবৰ মন কৰিলে। বান্দৰক কিবা এটা খাবলৈ দি আবৰে জৰী এডাল শিকলিয়ে দি সুমাই গছৰ সিপাত বান্ধিলে আৰু হেঁপাহ পলুৱাই তাক পিটিলে। যেতিয়া বান্দৰে মৰভাও জুৰি দীঘল দি পৰিল, তেতিয়া আবৰে দেখে যে বান্দৰ মৰিল ; ভয় লাগি আবৰে তাৰপৰাই পলাই ফাঁট মাৰিলে। ইপিনে আবৰক নেদেখি বান্দৰ লাহেকৈ উঠি পেওাই পেওাই আধাকটাৰ ওচৰ পালেগৈ।

তেতিয়া আধাকটাই সকলো কথা জানি উঠিল। সেই দিনৰপৰা বান্দৰে সক লৰাবোৰক দেখিব নোৱাৰা হল আৰু সক লৰা পালেই যেন সি ডিঙিত টিপা মাৰি মাৰিব এনে খং দেখুৱায়। সেইবাবে আধাকটাই বান্দৰটোক কোনো লৰাৰ হাতত নিদি তাৰ ওচৰত বান্ধি থবলৈ ধৰিলে।

ইপিনে আধাকটাই গিন্‌লটক ধৰি আনি গৰালত সুমাই তলাছাৰি মাৰি কলে, কাইলৈ পুৱা লৰাখিনিক পঠিয়াই দি পলৱীয়াব ব্যৱস্থা কৰা যাব। ভাবিচিন্তি গিন্‌লটৰ বহুৎ নিশালৈকে টোপনি অহা নাছিল, পাছে চিলমিল তোপানি আহেঁাতেই সি সমাজিক এটা দেখিলে ; সমাজিকটো এইঃ—সি হেনো জাল এখনত মেৰ খাই পৰিছে ; তাৰ ফালে আধাকটাৰ নিচিনা মকৰা এটা লাহে লাহে ওচৰ চাপি আহিছে। তেতিয়া সি জালৰপৰা এৰাবলৈ যিমান আজোৰ-পিজোৰ কৰিছে সিমান জালৰ মেৰত সোমাইছে ; শেহত মকৰা আহি তাৰ গাত ঠেং কিটা লগোৱা যেন সি গম পাই তাৰ জীৱ উৰি গল ; সি চিয়ঁৰ মাৰিব খুজিছিল, কিন্তু মাৰিব নোৱাৰি মোকুমোকাবলৈ ধৰিলে। এনেতে সোণপকৰা এটা উৰি চাৰিও ফালে ঘূৰি আহি গিন্‌লটৰ কাণে কাণে গুণ-গুণাই কলে—"বোপাই! তই পোক পকৰা ৰাখি ফুৰ, সেই বাবে মকৰা......" বোলোঁ-তেই সি সাৰ পালে। যদিও বা সি সমাজিকৰ শেহ ছোৱা দেখা নেপালে তথাপি তাৰ মনত আশ্বাস এটা হল যে সোণপকৰাই মকৰাক খুদাই নেৰিব। এনেতে ৰাতি পুৱাল আৰু ইবোৰ লৰাক নিজ নিজ কামলৈ যাবৰ নিমিত্তে সাজু হোৱা দেখি গিন্‌লটে আধাকটাৰ হাতৰপৰা ৰক্ষা পাবৰ মনেৰে লগৰ লৰাবোৰৰ হাতে ভৰিয়ে কাঁওৰাও কৰি ধৰিলে। কিন্তু আধাকটালৈ সিহঁতৰো ভয় ; সেইদেখি সকলো লৰাই তাৰ ফালে আওকাণ কৰিলে।

১ম কইদী—সিহঁতৰ ভাল সং ; অলপো মৰম নালাগিল ; সংসদোষত পৰি আৰু সদাই মাৰকিল খাই সিহঁতৰ হিয়া শিল যেন টান হল।

২য় কইদী—এনেকুৱা নিৰ্দ্দয় স্বভাৱৰ কথা শুনিলে মনত শোকে বেজাৰে খুন্দা মাৰি ধৰেহি।

আধাকটাই গৰালৰ দুৱাৰ মেলি লৰাবোৰক নাম ধৰি এটা এটাকৈ মাতিলে আৰু সিহঁত আহিলত গাইপতি হাতে হাতে ৰাহী কটী একো-

ডোখৰ দি যাব বি জন্তু তাক সেই জন্তু দি দিহাদিহি পঠিয়ালে। ইপিনে গিন্‌লটে অদৃষ্টত যি আছে সেয়ে হব বুলি মূৰে কপালে হাত দি বহি আছিল। এনতে "গিন্‌লট গিন্‌লট!" বুলি মতা শুনি, গিন্‌লটৰ বুকু কঁপি গল আৰু "মই ইয়াতে আছোঁ" বুলি কোনোমতে মাত লগালে। "নামি আহিবি নে চোঁচোৰাই আনিব লাগিব?" সি এনে বোলাত গিন্‌লটে ভাবিলে যে তাৰ অন্তিম কাল আহিল, আৰু থৰকৃবৰক কৰি তিতৰৰ'পৰা ওলাওঁতেই আধাকটাই তাৰ ঠেঙত ধৰি চোঁৰ্ চোঁৰ্ কৰে চোঁচোৰাই আনিলেই।

১ম কইদী—আহাহা! মাজিষ্টৰ চাহাব এনে সময়ত নাথাকিল, আধাকটাৰ ধুন দেখুৱাই দিলেহেঁতেন। এই বাবেহে মানুহৰ গাত বল শক্তি লাগে।

এৰা, মাজিষ্টৰ চাহাবজনা তেতিয়া নাছিল। আধাকটাই গিন্‌লটক চোঁচোৰাই নি তাৰ শোৱা কোঠালিত সুমালে গৈ। তাতে তাৰ তবিপিধানৰ কালে বান্দৰটো বান্ধি থোৱা আছে। বান্দৰে গিন্‌লটক দেখিয়েই দাঁত নিকটাই জাপ মাৰি যেন তাৰ ওপৰত পৰিব; কিন্তু সি শিকলিৰে বান্ধ খাই থকা বাবে তেনে কৰিব নোৱাৰিলে।

১ম কইদী—আহাহা! গিন্‌লটক কি কৰিবলৈ ধৰিছে? মোৰ মনে উথল-মাথল কৰিছে!

২য় কইদী—বেচেৰা বান্দৰৰ হাতত পৰা হলে বান্দৰে তৎক্ষণাৎ তাক ডিঙিত চেপা দি মাৰিলেহেঁতেন, নহয় নে?

গিন্‌লটে জ্বৰে ধৰা মানুহৰ দৰে থৰ্‌থৰ্-কৰে কঁপি-জপি আধাকটাৰ ভৰিত পৰি কলে, দেউতা সৰ্গদেও! বন্দীক এইবাৰলৈ ক্ষমা কৰক, মই আৰু নপলাওঁ। তথাপি আধাকটাই তাক বান্দৰৰ ফালে হেঁচুকি দিলত বান্দৰে জাপ মাৰি তাৰ পিঠিত উঠিল আৰু তাক আঁচুৰি বাকুহি তত নাইকিয়া কৰিলত গিন্‌লট হাম্‌খুৰি খাই পৰি গল। সি বান্দৰৰ আঁচোৰত থৰ্‌কৰাই কেঁকাবলৈ ধৰি সেহাই সেহাই ঈশ্বৰক স্তুতি কৰিলে—"হে প্ৰভু ৰক্ষা কৰাঁ; হে সোণপকৰা কলৈ গলা? মকৰাৰ হাতত মোৰ প্ৰাণ যায়!" তেতিয়া কইদীবোৰৰ গা শিঁয়ৰি উঠিল আৰু ইটোৱে কালে সিটোৱে চাবলৈ ধৰিলে। ইপিনে আধাকটাই মনে মনে নাথাক নে, মনে মনে নাথাক নে, বুলি তাক গোৰ

খোধাবলৈ ধৰিলে। গিন্‌লটে চিঞৰিবলৈ এৰি চকু মুদি আঠু কাঢ়ি হাত যোৰ কৰি থক্‌থক্‌-কৰে কঁপি আছে আৰু বান্দৰে এফালৰপৰা আঁচুৰি বাকুহি তাৰ চুলিবোৰ সোপাসোপে উঘালিছে। মাথোন মাজেসময়ে আধা-কটাৰ মুখৰ ফালে চাই সি এক্ষেৰা বয়; আৰু আধাকটাৰ চকুটিপনি পাই আকৌ গিন্‌লটক ধৰেগৈ।

১ম কইদী—কি নিদাৰুণ কাণ্ড! মই থকা হলে বান্দৰৰ নেজত ধৰি তাক তিনি পাক ঘুৰাই মাটিত আচাৰ মাৰি তাৰ মুৰৰ লাওখোলা ভাঙি দিলোঁ। হেঁতেন।

২য় কইদী—কি ভয়ঙ্কৰ বান্দৰ! মানুহৰ দৰে সিও দুৰাচাৰ নৃশংস!

৩য় কইদী—মানুহ কস্মিনকালেও এনে নিৰ্দ্দয় হব নোৱাৰে।

কি কোৱা, মানুহ ইয়াতকৈ দুৰন্ত নহয়? এনেবোৰ নৃশংস কাৰ্য্যৰ আধাকটাক পাহৰিলা নে কি? আধাকটাই গিন্‌লটৰ অৱস্থা দেখি হাতচাপৰি মাৰি হাঁহি বাগৰি ফুৰিছে। পাছে লৰাটো লালকাল হলত আধাকটাই বান্দৰৰ ওচৰৰপৰা তাক নি শিকলিৰ সিমুৰত বান্ধিলে গৈ আৰু এনে কৰাৰ কুঅভিসন্ধি আছিল। এইটি কোনেও মুই কৰিব নোৱাৰে যে অতি হিংসক জন্তুতকৈও নৰৰূপী পিশাচ এই সংসাৰত বিৰাজ কৰিছে। মানুহে বান্দৰ নচুৱায়; কিন্তু আধাকটাই বান্দৰৰ হতুৱাই গিন্‌লটক নচুৱাবলৈ বিচাৰি গিন্‌লটক যি জীয়াতু দিছিল সেইবোৰ কথা লেখিলে পাৰ্ব্ব তেজ গোটমাৰে, চকু থিৰ হব খোজে। আধাকটা শোৱা কোঠালীৰপৰা ওলাই আগ কোঠালীলৈ গল আৰু বান্দৰে ঋেতেৰে কোবাই গিন্‌লটক আগত লৈ সেই ঠাই পালেগৈ। তেতিয়া আধাকটাই বান্দৰে খাবলৈ ভাল পোৱা বস্তু এটাৰ মুৰটো কামুৰি দেখুৱাই গিন্‌লটবো তেনে কৰিব লাগে বুলি বান্দৰক চিয়ঁৰেৰে কলে; বান্দৰে বুজিব পাৰি জঁাপ মাৰি গিন্‌লটৰ মুৰত উঠি মুৰটো কামুৰি তেজেৰে বঙা কৰিবলৈ ধৰিলে। গিন্‌লটে "হে প্ৰভু, কলৈ গলা! হে প্ৰভু, ৰক্ষা কৰঁা! অ মোৰ-সোণপকৰা!" এনে বুলি সেহাবলৈ ধৰিলে। এনেতে দুৱাৰত কোনোবাই খুন্দিয়ালেহি। কইদীবোৰে সমস্বৰে কৈ উঠিল মাজিষ্টৰ পালেহি মাজিষ্টাৰ পালেহি বুলি।

এবা, এইবাৰ সেইজনা বিষয়াই হয়। তেওঁ আধাকটাক দুৱাৰ মেল দুৱাৰ মেল, বুলি ৰখকৈ দুৱাৰ ঘট্‌ঘটাবলৈ ধৰিলে। আধাকটাই পোনতে শুশুনা ভাও জুৰিছিল ; পাছে মাজিষ্টৰে নেৰানেপেৰাকৈ লগাত হে অগত্যা দুৱাৰ আধা মেলি, কোন কিলাগে বুলি সোধোঁতেই মাজিষ্টৰজনাই খপ্‌-কৰে সেই দুৱাৰেদিনি ভিতৰলৈ সোমাল আৰু বান্দৰক গিন্‌লটৰ গাত দেখি খেদা মাৰি গৈ বান্দৰৰ নেলুত চেপা মাৰি ধৰি লৰাটোক একৰাই স্থানিবলৈ ধৰোঁতে দেখে যে তাক শিকলিৰে বন্ধা। তেতিয়া তেওঁ আধাকটাৰ ফালে অগ্নি-শৰ্ম্মা হৈ কলে “এই মুহৰ্ত্ততে বেচেৰা লৰাটোক মোকোলাই দে।” আধা-কটাই ভয়ত কোঁচ-মোচ খাই লৰাটোক তেতিয়াই মোকোলাই দিলে। ইপিনে তেওঁ বান্দৰটোক নেলুত ধৰি আনি বুট জোতাৰে গোৰ শোধাই দহ হাত মানৰ আঁতৰত পেলালে আৰু সি কেকোজেকো কৈ উঠি চুক এটাত সোমাল গৈ। গিন্‌লটৰ মুখলৈ পানী আহিল, শুই থকা মানুহৰ দৰে সি চকুমকু খাই উঠিল। আধাকটাই গহীনকৈ মাত লগালে, “আপুনি মোৰ বান্দৰটোক কিয় গোৰ মাৰিলে ?” “এই লৰাটোৰ এনে দুৰ্দ্দশা কৰাত তোক যে কিয় মৰা নাই সেইটোহে শুধিব লাগিছিল” এনে বুলি বিষয়াজনে উত্তৰ দিলে। “তই পুৱাৰপৰা মদ খাই বলিয়া হৈছ—।” আধাকটা কথা সজাৰ পাকে ৰৰ পাৰ্গত, সেইবাবে সি তাতলিকৈ কলে, “মই বলিয়া নহওঁ, ম্যাথোল বান্দৰ-টোক এই লৰাটোৰে সৈতে খেল কৰিবলৈহে শিকাইছোঁ। এনে স্থলত, মোৰ ব্যৱসায়ত মাজিষ্টৰে এইদৰে অনধিকাৰচৰ্চ্চা কৰা উচিত নহয়।” মাজিষ্টৰে কলে, “কি অনধিকাৰচৰ্চ্চা ? পুৱা মোৰ ঘৰৰ আগেদি ইবোৰ লৰাক যোৱা দেখি এই লৰাটোৰ কথা সোধাত সিহঁতে সদুত্তৰ দিব নোৱাৰাত মোৰ মনত আশঙ্কা হৈছিল ; আৰু এতিয়া সেই আশঙ্কা সঁচা পালোঁ। মই তোক ভালকৈ চিনি পাওঁ। এতিয়াৰপৰা মনত ৰাখিবি, অইনবোৰ লৰাৰ লগত এই লৰাটো মোৰ ঘৰৰ আগে যোৱা নেদেখিলে মই তৎক্ষণাৎ এই খিনিত ওলাম্বহি আৰু মোক লৰাটো দেখুৱাব লাগিব। তাৰ অন্যথা হলে তোৰ মুৰ ভাঙিম! বুজিছ ?” আধাকটাই যোজে “মোৰ ঘৰত মোৰ যেনে মন যায় তাকে কৰিম, অইনে মোক হুকুম দিয়া কোন ? মোৰ ঘৰৰপৰা এতিয়াই নোলালে মই তোমাক তদাই দেখিম।” এনে ধ্যাৰ্ঘা কথা শুনি আজিষ্টৰে

আধাৰকটাক চৰ গোৰ কিল ভুকু মাৰি কলে, তেওঁ এই ঠাইৰ মাজিষ্ট্ৰৰ, তেওঁক এনে বঢ়া বচন বোলা বাবে তাৰ ফল সি হাতে হাতে পালে।

১ম কইৰ্ৱী—সেয়ে বহুত নহল ; মই হোৱা হলে তাক উঠিব নোৱাৰকৈ জলপান খুৱালে হেঁতেন।

মাজিষ্ট্ৰৰজনা বয়সিয়াল বুলিও থুলমূৰ পুৰুষ আছিল আৰু তেওঁৰ গা শকত বুলিও গাত বৰ বল আছিল। সেইবাবে আধাৰকটাই মাৰ কিল খাই থোৰ্‌থোৰ পাতি থাকিল ; কিন্তু সি গিন্‌লটৰ আগত মাৰ খোৱা বাবেহে তাৰ মনত খং আৰু বেজাৰ হল। আকৌ মাজিষ্ট্ৰৰে তালৈ চাই কলে "তই যদি এই লৰাটোক ভবিষ্যতে কিবা অনিষ্ট কৰ, তোক ইয়াৰপৰা সত্ৰ একৰা যাব ; নচেৎ ইয়াৰ সকলো মানুহ লগাই তোক ভালকৈ এপিটন দিওৱা হব ; কাৰণ, ইয়াৰ কোনো মানুহে তোক ভাল নাপায়। এই কথা ঠিক বুলি ভালকৈ মনত ৰাখিবি।" আধাকটা যেনে নিষ্ঠুৰ তেনে ভয়াতুৰ ; সি এতিয়া কিলোৱা কুটুমৰ সংৰতাই কৰলৈ ধৰিলেঃ—"মই শাস্তি পাবৰ উপযুক্ত কোনো অপৰাধ কৰা নাই ; গিন্‌লটৰো কোনো অনিষ্ট কৰিব খোজা নাই ; মাথোন লৰাটোৰে সৈতে বান্দৰটোক এটা নতুন খেল কৰিবলৈ শিকাইছোঁ। কিন্তু বান্দৰটো কিছু খঙাল বাবে জোঁটাপুটি লাগি লৰাটোক সি অলপ কামুৰিলে।"

তেতিয়া মাজিষ্ট্ৰৰে তাৰ ফালে কেৰাহিকৈ চাই কলে, "তই যি কৈছ সেয়ে সঁচা নে ? বাৰু, তই যদি খেল শিকাব খুজিছিলি, গিন্‌লটক বান্ধি লোৱাৰ কি সকাম আছিল ?" আধাকটাই উত্তৰ দিলে, "গিন্‌লটেও সেইটো জানিবলৈ। মোৰ পেটৰ কথা হৈছে এইঃ—বান্দৰটোক ৰঙা কোট-চোলা এটা আৰু পাখীলগোৱা টুপি পিন্ধাই লৰাটোক এখন মাচিয়াত বহুৱাম আৰু ডিঙিত ক্ষটাকানি এডোখৰ আৰিম। তেতিয়া বান্দৰটোৱে কাঠৰ খুৰ এখন লৈ লৰাটোৰ গোঁফ ডাঢ়ি খুৰুৱাৰ দৰে খুৰখন ফুৰাব।" মাজিষ্ট্ৰৰে ধূৰ্ত্ত দগাবাজৰ কথাত ভোল গৈ মিচিকীয়াই হাঁহিলে ; তাতে আধাকটাই ছল পাই কলে "এনে খেলত মানুহে নাহাঁহি থাকিব পাৰিব নে ? কিন্তু ইয়াকে শিকাবলৈ কেবাদিনো লাগিব ; সেইবাবে দুইকো বান্ধি লৈ শিকাইছোঁ।" "তোৰ কথা যদি সঁচা তেন্তে অইন এটা লৰা নলৈ ইয়াক লৈছ কেলৈ ?"

"কাৰণ, অইনবোৰ লৰাতকৈ ই ঢুটি আৰু ভূৰ আছে, আৰু বহিলে বাৰ্দ্ধকটো ভাতকৈ ওখ হয়। তদুপৰি এই খেলাৰপৰা দি পইচা পোৱা যায় তাৰ আধা তাক দিম বুলিছোঁ।" "সি যি হক তই ভৱিষ্যতলৈ সাৱধান হবৰ নিমিত্তে হে হাত লগালোঁ। আৰু লৰাটোৰ প্ৰতি যাতে কোনো অত্যাচাৰ নহয় তালৈ লক্ষ্য ৰাখিবি।" এই বুলি ম্যাজিষ্ট্ৰেটে কলে, আৰু লৰাটোৰ কালে ভেওঁ চাই কলে "হেৰ গিন্‌লট! আধাকটাই তোক যদি লাভৰ আধাৰিনি দিয়ে, তই অলপ দুখ কষ্ট খাবলৈ বেয়া নাপাবি!" এই বুলি ম্যাজিষ্ট্ৰেট গুচি গল।

এইবোৰ কথাবাৰ্ত্তা হাং-উৰুমি হওঁতে গিন্‌লটে মনে মনে একেঠৰেৰে চাই আছিল। আৰু ভাবিছিল ম্যাজিষ্ট্ৰেটে তাক লৈ যাব বুলি; কিন্তু শেহত মকৰাৰ হাতত এৰি যোৱা দেখি তাৰ কণ্ঠত থাতু নাই। ম্যাজিষ্ট্ৰেট যোৱা মাত্ৰকে আধাকটাই গিন্‌লটক যাবলৈ কলে। সি তাৰ খেৰত দীঘল দি পৰি কথা ভাবি অলপ পৰ কান্দিলে। এনেতে গিন্‌লট! গিন্‌লট! বুলি মতা শুনি সি গৰালৰপৰা ওলাওঁতেই আধাকটাই ঠেঙত ধৰি তাক চোঁচোৰাই নিলে, জানিবা মানুহ নহয় সি খেৰৰ পোঁটা হে!! সেইদৰে নি আধাকটাই তাক তাৰ শোৱা খোটালিত সুমালে আৰু মাচিয়া এখনত বহুৱাই জৰী এডালেৰে মেৰাই মেৰাই বান্ধি পেলালে। তেতিয়া মদৰ বাগী ৰৰকৈ ধৰাত আধাকটাই কি কৰিছে কষই নোৱাৰে। গিন্‌লটে তোতোঁনাই ইয়াকেহে কলে যে "এইবাৰ মৰণ নিশ্চয়; আৰু কোনেও একৰাবলৈ নাহে। হে প্ৰভু! তোমাৰ বাহিৰে মোৰ কোনো নাই, এতেকে "সঙ্কটে মধুসূদনং"।

গিন্‌লটে ভৰা কথা সঁচা। তেতিয়া আধাকটাই নিশঙ্কমনেৰে গিন্‌লটৰ ওচৰ চাপি আহি গিন্‌লটক কলেঃ—"বদ্‌জাত! তোৰ নিমিত্তেই মোৰ ইমান লঘু লাঞ্ছনা হল; তোক আৰু জীয়াই নথওঁ।" এনে বুলি তাৰ জেপৰ পৰা তিৰ্ব্বিৰাই থকা নকৈ ধৰোৱা খুৰ এখন সি উলিয়াই মেলি লৈ সোঁ হাতত ললে; আৰু বাওঁ হাতেৰে লৰাটোৰ চুলিত ধৰি তাৰ কাতিকৈ লওঁতেই সি কান্দি কাকূতি কৰিবলৈ ধৰিলে—"দেউতা! এইবাৰ ক্ষমা কৰক; মই নপলাওঁ; মোক নাকাটিব। অ সোণপকৰা, কলৈ গলা? মকৰাই বধিবলৈ ধৰিছে! ৰাখাঁহি!"

"মই মকৰা, নহয় নে বদ্‌মাচ? তোক কাটিলে মইও সাৰিব নোৱাৰোঁ। এতেকে বান্দৰৰ হতুৱাই এই কাম কৰাব লাগে।" এনে বুলি আধাকটাই শিকলি ধৰি বান্দৰক ওচৰচপাই খুৰধনেৰে গিনুলটৰ ডিঙিত কেনেকৈ ৰেপ দিব লাগিব তাক দেখুৱাই খুৰধন বান্দৰৰ হাতত দিলে। গিনুলটও আৰু গিনুলট নাই। কি ঈশ্বৰৰ মহিমা, আধাকটাই খুৰধন বান্দৰক দিওঁতেই সিফালৰপৰা সেউজীয়া পোক এটা উৰি আহি থপ্ কৰে আধাকটাৰ চকুত সোমালহি আৰু আধাকটা বান্দৰৰ গাত্তে পাৰি গল। প্ৰভু! ধন্য তোমাৰ মহিমা!

কইদীবোৰে "সেউজীয়া পোকৰ জয়! সেউজীয়া পোকৰ জয়!" বুলি আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। চকুত পোক পৰিলত আধাকটাই অজ্ঞান হৈ চিৎ হৈ বান্দৰৰ গাত পৰি 'বান্দৰক চেপি মৰাত' হে বল। বান্দৰে বৰ দুখ পাই আধাকটাৰ বুকুত উঠি খুৰধনেৰে তাৰ ডিঙিত ৰেপ দি নেলু কাটি পেলালে। ইয়াকেহে কয় "লোকলৈ বুলি দল চাঁছিলে আপুনি মৰে ফুটি।"

ইপিনে সন্ধ্যা আহিল আৰু সবাবোৰো পালেহি। সিহঁতে দুৱাৰ মৰা পাই হেঁচুকি ঘট্‌ঘটাই চিঞৰি খলকনি লগাই দিলে। সিমানতো দুৱাৰ নেমেলা দেখি সিহঁতে দুৱাৰ ভাঙি ভিতৰ সোমাই চাকি লগাই দেখে যে আধাকটাৰ নেলু কটা, তেজে ডোঙা পাতিছে, আৰু তাৰ বুকুত বান্দৰে খুৰধন লৈ বহি আছে। অলপ আঁতৰতে গিনুলটক মাচিয়া এখনত বান্ধি থোৱা পালে। এই কথা ভেটিয়াই গাঁওময় বাত্ৰ হলত গাঁৱৰ সকলো মানুহ এই ভয়ঙ্কৰ কাণ্ড চাবলৈ ভাগি পৰিলহি। সকলোৰে মুখত বান্দৰৰ প্ৰশংসা, আধাকটাৰ গৰিহণা আৰু ঈশ্বৰক ধন্যবাদ।

ধূৰ্ত্ত পৰপীড়ক খল মানুহ সাৱধান! দুৰ্কৰ্ম্মৰ ফলভোগ ইহজন্মতেই হয়, পৰজন্মলৈ বাট চাব নালাগে।

শ্ৰীউপেন্দ্ৰ নাথ বৰুৱা।

# অসমীয়াভাষা আৰু বঙ্গালীৰ চকুত টোপনি।

আছে আৰু নাই। আসামত অসমীয়াৰ স্বকীয়া ভাষা আছে, বঙ্গালীৰ চকুত টোপনি নাই। আগেয়ে অসমত আলহী বঙ্গালীসকলেই এই নবীয়াত পৰিছিল, "বঙ্গৰ অঙ্গচ্ছেদ" হবৰপৰা সেই ৰোগে খুচৰি গৈ কলিকতাৰ বঙ্গালীবো গা পাইছে, আৰু সি এনে আহুকলীয়া নবীয়া যে ওবেৰাত আলহী হৈ থকা বঙ্গালীকো সি নধৰি এৰা নাই। আমি নিশ্চয় বুজিছোঁ "অঙ্গচ্ছেদৰ" ইও এটা বৰ বেঙ্কুন্দা ফল। চহকী লৰ্ড কৰ্জন ডাঙৰীয়াই "বঙ্গৰ অঙ্গচ্ছেদৰূপ' পাপ কৰি সম্রাট পঞ্চম জৰ্জৰ অভিষেকৰ উপলক্ষে "আল" খিতাপ ভুগিবলৈ পাইছে, আৰু নিমাখিত অসমীয়াই তেওঁৰ সেই পাপৰ সংসৰ্গ দোষত নিজৰ ভাষাটোৰ ওপৰত ধনঞ্জয় চিকুট পাইছে! "তুনিয়াখন" এনেকুৱাই!

শ্ৰীযুত যোগেশচন্দ্ৰ ৰায় নামে কটকপ্ৰবাসী বঙ্গালী বাবু এজনে বহাগৰ আৰু আহাৰৰ "প্ৰবাসী" নামে বঙ্গলা মাহেকীয়া কাকত এখনত "আসামী ভাষা" নামে দুটা প্ৰবন্ধ লেখিছে। ইয়াৰ আগেয়েও তেওঁ "মৃন্ময়ী" নামে বঙ্গলা কাকত এখনত এনেকৈ অসমীয়া ভাষা ফেৰেঁাকিছিল। যোগেশ বাবুৱে অসমীয়া ভাষা লিখিকা'ৰ সমন্ধে ইতিহাসটো আগৰেপৰা ধৰোঁ।—"মৃন্ময়ীত" যাঁহীৰ প্ৰবন্ধ এটাৰ ভাঙনি এটা ওলাইছিল। যোগেশ বাবুৱে তাক পঢ়িলে আৰু অসমীয়া ভাষাটো ফঁহিয়াই চাবৰ হেঁপাহটো তেওঁৰ মনত গজি উঠিল। তেতিয়া তেওঁ অসমীয়া ভাষা আৰু আসামৰ বিষয়ে একেবাৰেই যে এৰঁা আছিল সেই কথা তেওঁ নিজেই সৈ কাঢ়িছিল। * কিন্তু সেই একো-নজনা জ্ঞানেৰেই মৰ-সাহ দি তেওঁ মৃন্ময়ীত এটা প্ৰতিবাদ প্ৰবন্ধ লেখিলে, যি গাম্ভে পাৰিয়ে ইমান ভইৰ যে কৌৰৱৰ সৈন্যৰ ওপৰত, মৰিবৰ সময়ত ঘটোৎকচৰ বিমানটো ডাঙৰ হৈ জুবি পৰিছিল, সেই কাকতৰ ওপৰতো সি সিমানটো ডাঙৰ হৈ জুবি পৰিল! আমি ফু-ফা-কৈ ভয়ে-ভয়ে কওঁ যে সেই প্ৰবন্ধটোৱে মৃন্ময়ীৰ দহ পাত জুবিছিল! তাকে দেখি হে আমাৰ শ্ৰদ্ধাস্পদ বন্ধু

* "আমি আসামেৰ ইতিহাস, আসামেৰ ভাষা কিছুমাত্ৰ জানি না।"—শ্ৰীযোগেশচন্দ্ৰ ৰায় বিদ্যানিধি।—মৃন্ময়ী, জ্যৈষ্ঠ, ১০১৭।

শ্রীযুত ভুবনচন্দ্র বরুয়াই মৃণ্ময়ীত (আশ্বিন, ১৩১৭ "ভাষা-বাদ রহস্যোদ্ঘাটন" নামে প্রবন্ধত লেখিছিল,—"বিদ্যানিধি মহাশয়ের আসামী বাঙ্গলা ভাষাবাদ সংক্রান্ত সারগর্ভ চিন্তাশীল অসীম সাহসবাসী প্রবন্ধটি, দেখিলাম, মৃণ্ময়ীর প্রায় দশ পৃষ্ঠা অধিকার করিয়াছে। অথচ তাহার ভিত্তি, তিনি নিজেই স্বীকার করিয়াছেন, স্রেফ্ আন্দাজ! উহা পড়িয়া মনে পড়িল ইংরেজ কবির শূকরের বাচ্চার ক্ষুদ্র পুচ্ছের উপর লিখিত একটি সুদীর্ঘ কবিতার কথা। অনুমান অর্দ্ধশত পংক্তি লিখিয়া কবি দম্ভ সহকারে সমাপ্তি করিয়াছেন:—

"Happy thrice and thrice again
Happiest he of happy men
Who with tail of little pig
Thus can run a rhyming jig."

"প্রথমেই ত প্রবন্ধের শীর্ষ দেখিয়াই আমার চক্ষু স্থির। "আসামের ও উৎকলের বঙ্গ-ভাষা।" বোধ হয় ইহার পরে শুনিতে হইবে বেহার ও সাঁওতাল পরগণার বঙ্গভাষা! সন্দেহ নাই। বঙ্গভাষার অশ্বমেধ যজ্ঞের ঘোটকরাজ আজ দিগ্‌বিজয়ার্থ বহির্গত হইয়াছে, আর বিদ্যানিধি বেশে মহাবীর ধনঞ্জয় তাহার রক্ষক স্বরূপ পশ্চাৎ পশ্চাৎ ধাবিত হইতেছেন।

'তাহার পরে, প্রবন্ধের প্রথম পংক্তি পড়িয়াই আমার আক্কেল গুড়ুম। বিদ্যানিধি মহোদয় বলিয়াছেন—'সময়ে সময়ে শুনিতে পাই আসামের ভাষা বাঙ্গালা ভাষা নহে; সে একটা পৃথক ভাষা।' কোথায় বা শুনেন আর কেই বা বলে? আমরা ত ঠিক উল্টো শুনি। মাঝে মাঝে এক এক জন পণ্ডিত পুঙ্গব জনসাধারণের সমক্ষে হঠাৎ আবির্ভাব হইয়া ভীষণ চীৎকার করিয়া উঠে:—'আসামের ভাষা বাঙ্গলা ভাষাই; সে একটা পৃথক ভাষা নহে।' তখন আসামীরা আবশ্যক থাক আর না থাক দম প্রাণ খুলিয়া দু একটা কথা বলিয়া থাকে। এই তো ব্যাপার। অথচ বিদ্যানিধি মহোদয় গোড়াতেই একটি অলীক অবয়ব লইয়া তাহার কাল্পনিক বিবৃতি প্রমাণ করিতে চলিলেন, বাহাদুরি বটে!!

"প্রবন্ধারম্ভেই বিদ্যানিধি মহোদয় বলিতেছেন:—'আমি আসামের ইতিহাস আসামের ভাষা কিছুমাত্র জানি না।' আমিও বলি, না জানিলেন বা? তা বলিয়া কি শূকরের বাচ্চার এক রত্তি পুচ্ছের উপর সুদীর্ঘ কবিতা লেখা যায় না!"

বিদ্যানিধিৰ অসমীয়া ভাষাজ্ঞানৰ একেবাৰেই এনে অৱস্থাতেই এনে ব্যাপাৰ, আজিকালি আকৌ সি দৈ মাৰিছে; গতিকে সি যে কেনে যেন হৈ পৰিছে পাঠকসকলে অলপ উমান কৰি লওক, আমি নকওঁ। আজিকালি তেওঁ শঙ্কৰদেৱ মাধৱদেৱৰ পুথি আনি মেজত মেলি লৈছে, "হেমকোষ" খিলিকুটি পঢ়িছে। "সাধুকথাৰ জোলোঙা" কিতাপ মোলাই লৈছে,

আৰু সেইবোৰ ওপৰত, আসামৰ বিদ্যাচকুৰে সৈতে মিল হৈ বিলোপিত হৈ পৰিছে, এনে স্থলত প্ৰবাসী কাকতৰ ওপৰত যে তেওঁৰ প্ৰথমুৰা প্ৰবন্ধৰ চল আহিব, আৰু সেই বৰ চলে বঙ্গলা মলুক বুৰাই পেলাব, তাত আশ্চৰ্য্য কি ?

আমি তাহানি কলিকতাত "পঞ্চাননতলা লেন" নামেৰে এটা গলিত আছিলোঁ। আমাৰ ঘৰৰ ওচৰতে, এজাক উড়িয়া পাল্কীভাৰী আছিল। গধূলি নিতৌ সিহঁতৰ ভিতৰত এনে দন্দ্ব লাগে যে দন্দ্বৰ কোবত সেই ঠাই ডোখৰ দিনৌ তল-ওপৰ হৈ থাকে। কিন্তু আমি ভালকৈ লক্ষ্য কৰি দেখিছিলোঁ যে সেই দন্দত সিহঁতৰ মুখ হে বৰকৈ চলে, হাত সমুলি নচলে। এদিন গধূলি আমি আমাৰ ঘৰৰ পিৰালিত থিয় দি আছোঁ, এনেতে সিহঁতৰ ভিতৰত তুমুল সংগ্ৰাম লাগিল। সিহঁতৰ সংগ্ৰামো পকি আহিল, চিয়ঁৰ-বাখৰেও লগতে পক ধৰিলে। শেহত দেখিলোঁ সিহঁতৰ ভিতৰৰ সেনাপতি দুটাই গলিয়াগলি কৰি ঘৰৰপৰা ওলাই আহি আলিত থিয় দিলে। এটাই আনটোক জ্বলি-পকি কলে,—"আহ্‌চোন আহ! তোক মাৰি গুৰি কৰি থওঁ"। আনটোৱে উত্তৰ দিলে—"আহ্‌চোন আহ, তোক মাৰি গুলি পিহি খাওঁ।" এনেকুৱা শণাইত কাঁড়ৰ বৰষুণ ইটোৱে সিটোৰ ওপৰত ইমানকৈ বৰষিছিল যে বাটটো ধোঁৱাকোৱা হৈ পাৰিছিল। কিন্তু ভাবুকিৰে সৈতে যুদ্ধখন যিমান বৰকৈ পকি আহিল, দেখিলোঁ, সিমান দুয়ো আঁতৰি যাবলৈ ধৰিলে। শেহত দুয়ো হতাহাতি লগাবৰ সুবিধা কৰিবৰ মনেৰেই হবলা, আঁতৰি গলিটোৰ দুমুৰ পালেগৈ। আমি সিহঁতৰ তেনে আসন্নবিপদ দেখি পিৰালিৰ ওপৰৰপৰা বিৰিঙাই মাত লগালোঁ—"ৰ, ৰ, ৰ, দাসপো ৰ! আমি চাই থাকোঁতেই এতিয়া তহঁত দুয়ো খুনাখুনি হৈ মৰিবি। তহঁতৰ গতি যেনে দেখিছোঁ, অলপৰ পিছতে তহঁত দুয়ো দুখন চিঠি লৈখি ডাকত পেলাই দি তুমুল বিপদগ্ৰস্ত হবি আৰু সেই দুৰ্ঘটনা ঘটাই আমাকো টনা-আজোৰা লগাবি! 'কৰণৰৰ আদালতত' (Coronor's Court; সাক্ষী দিবলৈ আমি যাব লাগিব দেখিছোঁ! এতেকে দুয়ো ওচৰ চাপি আহি নিৰাপদ হ, নহলে আমি লেৰোঁ, কনিষ্টবলক মাতি তহঁতক থানালৈ পঠিয়াই দিম।" দুখৰ বিষয়, আমাৰ উপদেশ আৰু ভাবিয়ে গুটি ধৰিলে।

এভিয়াও দেখিছোঁ, যে অসমীয়া ভাষাৰ খৰিয়ালখন বিদ্যানিধি মহাশয়ৰে সৈতে যিমান পকি আহিছে, সিমান তেওঁ আমাৰপৰা আঁতৰি গৈ মৃণ্ময়ী-পঞ্চাননভলাৰ গলিৰ মূৰ অৰ্থাৎ “প্ৰবাসী” পাইছে গৈ; আৰু অলপতে তেওঁ কিআনি হৎকঁড়ৰ মাহেকীয়া কাকতত প্ৰবন্ধ লেখি আমালৈ ডাকত দি দুৰ্যোৰ বিপদৰ সূত্ৰপাত কৰিব। প্ৰবাসী কাকতৰ আমি গ্ৰাহক নহওঁ, গতিকে তাত তেওঁ কি লেখিছিল ইমান দিন দেখা নাছিলোঁ। সিদিনা বন্ধু এজনে বহাগ আৰু আহাৰৰ প্ৰবাসী দুখন আমালৈ পঠিয়াই দি বিদ্যা-নিধিৰ প্ৰবন্ধৰ বিষয়ে আমাৰ কি কবলৈ আছে শোধাত হে, মন নথকাতো, আমি আজি আষাৰচেৰেক কথা কব লগীয়াত পৰিলোঁ।

বহাগৰ সংখ্যাত বিদ্যানিধিয়ে “আসামী ভাষা প্ৰাচীন” আৰু আহাৰৰ সংখ্যাত “আসামী ভাষা নবীন”ৰ ওপৰত প্ৰাচীন-নবীন বিধৰ মন্তব্য প্ৰকাশ কৰিছে। বিদ্যানিধিয়ে কটকত অধ্যাপকৰ কাম কৰে, সেইদেখি ব্যাকৰণ ঘোদালি ছাত্ৰক নিজন্ত, তিঙন্ত, সুবন্ত, কৃদন্ত আদি শিকোৱা তেওঁৰ অভ্যাস আছে; গতিকে তেওঁ প্ৰবন্ধ লেখিবলৈ গলেই তেওঁৰ থুনপাকৰপৰা সেইবোৰ সদায় সৰ্ সৰ্ কৰে ওলায়। কলিকতাৰ “সাহিত্য পৰিষৎ পত্ৰিকাতো” তেওঁ তাকে কৰা দেখি-ছিলোঁ, মৃণ্ময়ীতো তাকে কৰা দেখিছিলোঁ, আৰু প্ৰবাসীতো তাকে কৰা দেখিছোঁ। পুং-স্ত্ৰীং-ক্লীং-লিং-ফট্ অৰ ঢাল তৰোৱাল লৈ তেওঁ সংস্কৃত ভাষাৰ “কিল্লা ফতে” কৰিবলৈ যায়; আৰু তেওঁ সেই অস্ত্ৰ হাতত লৈ আজি এবছৰ মানৰপৰা “গুৰিলা ৱাৰফেয়াৰ” (guerrilla warfare) কৰি অসমীয়া ভাষাৰ কিল্লাকো “ফতে” কৰিবলৈ নথৈ পুৰুষাৰ্থ কৰিব লাগিছে। সেই দেখিহে বন্ধুবৰ শ্ৰীযুত ভুবনচন্দ্ৰ বৰুৱাই মৃণ্ময়ীত লেখিছিল :--

“বিদ্যানিধি মহোদয়ের প্রবন্ধ আদ্যোপান্ত পাঠ করিয়া কিছুই বুঝিতে পারিলাম না। আবার পড়িলাম। বৃথা চেষ্টা। প্রবন্ধে বিস্তর সং, আং, বাং, ওং, আছে, কর্ত্তা, ক্রিয়া আছে। ধাতু বিভক্তি বিস্তর আছে। চাটর্গী, পাড়াগাঁ আছে। আরও কত কি আছে। আমি বুঝিবার চেষ্টা করি আর অমনি সব গুলিয়ে যায়।

“ওসব পড়িয়া মনে পড়িল স্কুলে থাকিতে পড়িতে হইয়াছিল :—সং পিতৃ, বাং পিতা, পাং পাদৰ, লেং পেটার, ইং ফাদর, ইত্যাদি ইত্যাদি।

“আরও পড়িয়াছিলাম :—‘A comparicon of Sanskrit with English will show that in addition to this resemblance between separate words, the two lan-

guages bear an unmistakable likeness to each other in their inflexions— as in the endings that distinguish the cases of nouns, the comparative and superlative degrees of adjectives and the persons of verbs ......... Similar resemblance may readily be traced between English and each of the other languages mentioned (i. e. Bengali, Persian, Latin) ......... Many words of pure English origin are found in slightly different forms in other Aryan languages.'

"কিন্তু কৈ তখন তো মাষ্টাৰ মহাশয় বলিয়া দেন নাই যে এসব যুক্তি যুক্তাদিৰ সাহায্যে যে কোন ৷ দুটো কিম্বা ততোধিক ভাষা লইয়া পড়িয়া পিটিয়া একটি কৰিতে পাৰা যায় ?

"আৰও পড়িতে হইয়াছিল :—'The number of words in an English Dictionary is about 1,00, 000 and some two thirds of them are derived words, taken from Greek and Latin, directly or indirectly from Latin through the Romance languages. But the pure English element (the remaining ⅓ only) comprises those parts of speech that are most necessary to the construction of sentences and the common terms without which the simplest conversation cannot be carried on.'

"কৈ তখন ত মাষ্টাৰ মহাশয় বলেন নাই যে তা বলেই লেটিন, গ্ৰীক আৰ ইংৰাজী এক জিনিষ হইতে পাৰে ?

"আৰও কত কি যে ছাই ভস্ম পড়িয়াছিলাম ভাগ্যবশতঃ মনে নাই। আমাৰ ক্ষুদ্ৰ মস্তকে স্থান সঙ্কুলান হওয়াতে ও সবকে বিদায় গ্ৰহণ কৰিতে হইয়াছে। পড়িয়াছিলাম বটে কিন্তু কখনও স্বপ্নেও ভাবি নাই যে এৰূপ যুক্তিযুক্তাদি অবলম্বন কৰিয়া কেহ কখনও কাৰ্য্যক্ষেত্ৰে দুইটা কিম্বা ততোধিক ভাষাকে একটি কৰিয়া দিতে গম্ভীৰ ভাবে প্ৰস্তাব কৰিবে।

"কথায় বলে যে যাহা অচিন্তিত ও অসম্ভাবিত তাহাই সচৰাচৰ ঘটিয়া থাকে। তাই আজ পাশ্চাত্য জগতে 'এসপাৰেণ্টো' আৰ প্ৰাচ্য জগতে বাঙ্গালাৰ বিজয় দুন্দুভি বাজিয়া উঠিয়াছে। এই দুয়েৰ মধ্যে মাত্ৰ প্ৰভেদ যেমন ব্ৰহ্মা আৰ মহেশ্বৰেৰ। 'এসপাৰেণ্টো'ৰ সৃজন মূৰ্ত্তি সমস্ত ভাষা হইতে কিছু কিছু লইয়া একটা সাৰ্ব্বজনিক ভাষা সৃষ্টি কৰা আৰ বাঙ্গালাৰ কাল কৰাল মূৰ্ত্তি। শুধু গ্ৰাস কৰিয়াই খুসী নয়, বেমালুম হজম কৰিয়া ফেলিতে চায়।"

বিদ্যানিধিয়ে শব্দৰ ব্যুৎপত্তি আৰু মূল (Derivation) বিচাৰি উলিয়াই দুই ভাষা একে কৰিবলৈ বিচৰা দেখি, আৰু তেওঁ বঙ্গালী হৈও অসমীয়া লিখিকাকৈ

পঢ়ি বুজিব পাবি অসমীয়াক বঙ্গলাবে একে বোলা দেখি শ্রদ্ধাস্পদ বাবিষ্টব বন্ধু শ্রীযুত জ্ঞানদাভিবাম বৰুৱাই মৃণ্ময়ীত লেখিছিল—

"কিছুদিন পূর্ব্বে জিব্রল্টাবে একখানি স্পেনিশ সংবাদ পত্র কিনিয়াছিলাম। স্পেনিশ ভাষা একেবাবে জানিতাম না কিন্তু লাটিন এবং ফ্রেঞ্চ ভাষাব সাহায্যে অনেক বুঝিতে পবিয়াছিলাম। এই সংবাদ পত্র পাঠেব পবই যদি স্পেনিশ এবং ফ্রেঞ্চ ভাষা যে স্বতন্ত্র নহে তাহা বুঝাইতে যাইতাম তাহা হইলে লোকেব নিকট হাস্যাস্পদ হইতাম সন্দেহ নাই। ভাদ্র মাসেব মৃণ্ময়ী পড়িয়া জানিলাম শ্রীযুক্ত বিদ্যানিধি মহাশয় শ্রাবণ মাসেব 'বাঁহী' নামক আসামী মাসিক পত্রিকা হইতে কয়েক পংক্তি উদ্ধৃত কবিয়া আসামী এবং বাঙ্গালা ভাষা যে বিভিন্ন নহে তাহা সমর্থন কবিয়া যুক্তি সহ লিখিয়াছেন। বিদ্যানিধি মহাশয় বিজ্ঞ ব্যক্তি, মৃণ্ময়ীব বিজ্ঞাপনে দেখিয়াছি তিনি অনেক বিজ্ঞান বিষয়ক পুস্তক লিখিয়াছেন, এহেন ব্যক্তি কি প্রকাবে তাঁহাব যুক্তি কয়েক পংক্তিব ন্যায় এমন সামান্য পদার্থেব উপব বচনা কবিয়া সর্ব্ব সমক্ষে প্রকাশ কবিয়াছেন বুঝিতে পাবিতেছি না।

"সজ্ঞানে কোন আসামীই অস্বীকাব কবিবেন না যে তাহাব ভাষাব জন্মদাত্রী সংস্কৃত ভাষা। ভাবতবর্ষেব—আসাম হইতে কাশ্মীব পর্য্যন্ত—সকল ভাষাই সংস্কৃতমূলক। সংস্কৃত সকল ভাষাবই গর্ভধাবিণী। আসামী, বাঙ্গলা, উড়িয়া, হিন্দি, মহাবাষ্ট্রীয়, গুজবাটী সমস্তই সহোদবা। যেমন এক মায়েব পেটেব সন্তানেব যে কোনও একজন ভাই বোনেব চেহাবা চেনা যায়, এক ভাইয়েব ভাবভঙ্গী দেখিয়াই যেমন আব এক ভাইয়েব ভাবভঙ্গী দেখিলেই ভাই বলিয়া তৎক্ষণাৎ জানা যায়—এই আমাদেব আসামী বাঙ্গলা ভাষাব সাদৃশ্যও ঠিক তেমনটী।

"হাড়িব একটী চাল টিপিয়া দেখিলে চাউল সিদ্ধ হইয়াছে কিনা জানা যায় সত্য কিন্তু ভাষা বিষয়ে সেই নিয়মে চলিলে অতি লজ্জিত হইতে হয়। ফ্রেঞ্চ, স্পেনিশ, ইটালীয়ান ভাষা যে বিভিন্ন ভাষা তাহা সকলেই জানেন কিন্তু এই তিন ভাষাব একটি ভাষা ভাল কবিয়া জানিলে অন্য দুই ভাষা বুঝিতে কি পড়িতে কষ্ট বোধ হইবে না। বিদ্যানিধি মহাশয়েব ঠিক তাহাই হইয়াছে। তিনি সংস্কৃত জানেন, আসামী ভাষা বুঝিতে যে তাঁহাব বেশী কষ্ট হইবে তাহা নিশ্চয়ই নহে। যে কয়েকটী কথা বাঁহী হইতে উদ্ধৃত কবিয়া তাঁহাব মতেব সমর্থন স্বরূপ দেখাইয়াছেন তাহা হইতে দুইটী মাত্র কথা উদ্ধৃত কবিয়া দেখাইতেছি, যে তাঁহাব ব্যাখ্যা নির্ভুল নহে। তিনি 'সোঁৱবণী' মানে লিখিয়াছেন 'স্রোতস্বিনী'। ইহা যে ঠিক নহে তিনি আসামী ভাষাব অভিধান 'হেম কোষ' দেখিলেই বুঝিতে পাবিবেন। 'ওপজি'ব অর্থ স্থিব কবিয়াছেন 'উপবে যাওয়া'। লেখক অন্ধকাবে ঢিল নিক্ষেপ কবিতেছেন। 'বিলাতব কথা' শীর্ষক প্রবন্ধেব দুই একটা garble (পবিবর্ত্তন) কবিয়া নিজেব যুক্তিব অস্ত্র স্বরূপ কবিয়াছেন।"

কিন্তু লেখিলে কি হব, তেওঁ সেই বিষয়তে হে পৈণত, আৰু সেই অস্ত্র হে তেওঁ ধৰিব জানে ; কাৰণ তেওঁ স্কুল মাষ্টৰ।

বিদ্যানিধি মহাশয়ৰ প্রবন্ধ দুটাৰ বহলকৈ সমালোচনা কৰিবলৈ যাবৰ সকাম নাই, কাৰণ সাধু ভাষাত তাৰ নাম চর্ব্বিতচর্ব্বন, আৰু আমাৰ ঘৰুৱা মাতত পাগুলাকে পাগুলা। অলেখবাৰ তেনেবোৰ কথাৰ আমি আলচ কৰি সমিধান দি আহিছোঁ, আৰু কিমান দিম ? অনুজনক বুজোৱা আৰু টেকৰাৰ ঠাবি সিজোৱা সমান কথা। ভাষাৰ পার্থক্য বুজিবৰ নিমিত্তে ব্যাকৰণৰ বিষয়ে আমি মৃণ্ময়ীত লেখা কথা ফু মাৰি উৰাই দি যোগেশ বাবুয়ে যি লেখিছিল তাৰ প্রতিবাদ কৰি সুপণ্ডিত সুলেখক শ্রীযুত বিজয়চন্দ্র মজুমদাৰে মৃণ্ময়ীত (কাতি, ১৩১৭) লেখা কথা ইয়াত তুলি দিলোঁ।—

"মৃণ্ময়ীতে আসামী ও বাঙ্গলা ভাষা লইয়া কয়েক মাস ধৰিয়া বাদ প্রতিবাদ চলিতেছে। এ বিষয়েৰ তর্কটি তুলিয়াছেন আমাৰ পৰম সুহৃদ সুপণ্ডিত যোগেশচন্দ্র ৰায়। ঐ বাদ প্রতি-বাদ লইয়া কোন কথা কহিব না ; তবে যোগেশ বাবুৰ মত পণ্ডিত ব্যক্তি একটি বিষয়ে বিষম ভুল কৰিয়াছেন, সেই বিষয়টিৰ উল্লেখ কৰিব। ঐ বিষয়ে সাধাৰণেৰ মধ্যে ভুল ধাৰণা আছে বলিয়াই আমাৰ কথা এই পত্রিকায় লিখিতেছি ; নহিলে যোগেশ বাবুকে পত্র লিখিলেই চলিত।

"শ্রীযুক্ত লক্ষ্মীনাথ বেজবৰুৱা মহাশয় ঠিকই লিখিয়াছিলেন যে ব্যাকৰণ দিয়া ভাষাৰ একতা বা পার্থক্য বুঝিতে হয়। যোগেশ বাবু তাহা সম্পূর্ণ স্বীকাৰ কৰেন নাই ; তিনি বলিতে চাহেন যে ভাষাৰ প্রচলিত শব্দ দ্বাৰাও একতা বা ভিন্নতাৰ বিচাৰ হইতে পাৰে। কোন ভাষাতত্ত্ববিৎ পণ্ডিত একথা স্বীকাৰ কৰিবেন না।

"মানুষেৰ 'জাতি' সম্বন্ধে একথা যেমন নিশ্চিত সত্য, যে খাঁটি জাতি পৃথিবীতে কুত্রাপি নাই,—সর্ব্বত্রই "মিশ্রণ" দেখিতে পাওয়া যায় ; সেইৰূপ উল্টাপক্ষে ভাষাৰ সম্বন্ধে বলা চলে যে "মিশ্র" ভাষা বলিয়া একটা জিনিষ কদাচ হইতে পাৰে না। গোড়ায় যে ৰকম ভাবেই একটা ভাষাৰ উৎপত্তি হউক না কেন, যে মুহূর্তে একটি ভাষাৰ নির্দ্দিষ্ট সর্ব্বনাম, এবং ক্রিয়াৰ যোগ ও ৰূপ নিহিত হইল, সেই মুহূর্তেই সেটা স্বতন্ত্র ভাষা হইল। বিশেষ্য প্রভৃতিতে যত ভিন্ন শব্দই ব্যবহাৰ কৰি না কেন, যদি 'গ্রামাৰ' এক হয় তবে ভাষা এক। নহিলে ভাষা সম্পূর্ণ স্বতন্ত্র। মেলা-মেশা, নিকটবর্ত্তীতা, প্রভৃতি কাৰণে প্রতিবেশীয় এবং বিদেশীয় অনেক শব্দ আমৰা ব্যবহাৰ কৰিতে পাৰি, কিন্তু ব্যাকৰণ না বদলাইলে ভাষা বদলায় না। কতকগুলি পাৰ্শি কিম্বা আৰবী শব্দ বেশি ব্যবহৃত দেখিয়া মূর্খেৰা উর্দ্দু বলিয়া স্বতন্ত্র ভাষা স্বীকাৰ কৰে। কিন্তু পণ্ডিতেৰা হিন্দি ভিন্ন উহাকে স্বতন্ত্র ভাষা বলিয়া স্বীকাৰ

করেন না। করিতে পারেনও না। হিন্দির ব্যাকরণ ঠিক রাখিয়া ইংরাজি, পার্সি, প্রভৃতি যত শব্দ ব্যবহার করিলেও হিন্দি পরিবর্তিত হয় না। আর্য্যাবর্তের সকল ভাষাতেই অল্প বিস্তর পার্সি প্রভৃতির শব্দ ব্যবহৃত হয়। ঐ প্রকারের শব্দ কি পরিমাণে ব্যবহার করিলে স্বতন্ত্র ভাষা নাম দিতে হইবে, তাহা যদি কেহ বলিতে পারেন, তাহা হইলে কথাটার বিচার করা যায়। ইংরাজিতে হাজার হাজার লাটিন এবং ফরাসী শব্দ ব্যবহৃত হয়। উহাতে ইংরাজ ভাষা "মিশ্র" হয় নাই, উহার টিউটনিক ব্যাকরণও বদলায় নাই। ওড়িশা বাঙ্গালা, আসাম প্রভৃতি দেশে পার্শ্ববর্তী দেশের অনেক শব্দ ব্যবহৃত হয় বলিয়া একটি দেশের ভাষাকে অন্য দেশের ভাষার অন্তর্গত করা চলে না।

"ভাষার প্রাণ এবং শরীর উহার "গ্রামার" এবং ইডিয়ম্ (রীতিসিদ্ধি)। বালকেরা স্তন্য দুগ্ধের সঙ্গে ঐ রীতিসিদ্ধি এবং ব্যাকরণ হজম করিয়া কথা কহিতে শিখে। কদাচ কোন দেশে ঐ ভাষা কেহ ইচ্ছা করিয়া বদলাইতে পারে না। বদলাইতে তাহাদের সর্ব্বনাশ হয়। প্রাকৃত রকমে ভাষা শিখিতে না পারিলে, অর্থাৎ জোর করিয়া নূতন ভাষা চাপাইয়া দিলে, মস্তিষ্ক অসাড় হইতে পারে; মানসিক বিকাশের সহজ পথ নষ্ট হইয়া যায়। হইতে পারে যে অতি অলক্ষ্যে নানা প্রকার সংঘর্ষণে ধীরে ধীরে একটা ভাষা মরিয়া যাইতে পারে; এবং কালে তাহার স্থলে সম্পূর্ণ নূতন ভাষার উদয় হইতে পারে। কিন্তু বুদ্ধি বিবেচনা করিয়া কেহ ঐ প্রকার নূতন পরিবর্তন ঘটাইতে পারেন না।

"একালের সর্ব্বশ্রেষ্ঠ মানবতত্ত্ববিদরা (anthropologists) একথার সমর্থন করেন। Pigeon English প্রভৃতির সমালোচনা করিয়া সুপ্রসিদ্ধ Keane লিখিয়াছেন :—"They are not mixed languages but rather mixed vocabularies with little trace of gramatical forms of the idoms from which the words are brought together, and gradually organised on a fresh basis."

"এবিষয়ে Waitz (Anthropology p. 241.) লিখিয়াছেন :—

"Never has the grammatical structure of a language accommodated itself to a new one; but rather the whole language has disappeared, has been supplanted by the new one; for such a change in the structure of a language would presuppose a transformation of ideas and the mode of connecting the elements of thoughts, which we deem next to impossible.

"আসামী ভাষায়, আহম জাতির অনেক শব্দ ব্যবহৃত আছে; কিন্তু ঐ ভাষা 'আহম্' নয়। উহাতে বাঙ্গালা দেশের শব্দ এবং বরোয়া "এডাক্" প্রভৃতি অনেক গৃহীত হইয়া থাকিতে পারে; তবুও উহা সম্পূর্ণ স্বতন্ত্র ভাষা। ঐ ভাষাটি আসাম দেশের মস্তিষ্কে;

হাড়ে এবং প্রাণে জড়াইয়া আছে। বালকেৰা ঐ ভাষায় কথা কহিতে শিখে—এবং ঐ ভাষা ছাড়িলে উহাদেৰ মানসিক বিকাশেৰ পথে বাধা জন্মিবে। সমস্ত আসামেৰ পণ্ডিতবৰ্গ যদি যোগেশ বাবুৰ মত সমৰ্থন কৰিয়া বাঙ্গালা চালাইতে চেষ্টা কৰেন, তাহা হইলেও ফল দৰ্শিবে না। বিদেশেৰ হাওয়ায় বাহিৰেৰ জিনিষ কিছুতেই বাড়িতে দিবে না। মাতাৰ ক্ৰোড়ে, বন্ধুৰ হাস্য পৰিহাসে, চাষাৰ ক্ষেত্ৰে, এবং বিপদেৰ দিনে ভগবানেৰ সিংহাসনেৰ নীচে, যে ভাষা আপনি ফুটিয়া উঠে, সেই ভাষা সে দেশেৰ জীৱন, এবং মুক্তি

"আমৰা যদি পৰস্পৰেৰ জন্য কোন একটা নূতন 'ব্যবসায়েৰ ভাষা' গড়ি, সংকেতই তাহা পোষাকী ভাষাৰ মত ব্যবহাৰ কৰিব এইমাত্ৰ। তাহাৰও প্ৰয়োজন আছে কিনা সন্দেহ। প্ৰীতি থাকিলে আমৰা পৰস্পৰেৰ ভাষা শিখিব; প্ৰয়োজন থাকিলেও শিখিব। ইউৰোপেও এই প্ৰথাই চলিতেছে।"

যোগেশ বাবুৱে কয় "যাঁহাৰা বাঙ্গালা সাহিত্যৰ সংবাদ ৰাখেন, তাঁহাৰা জানেন বাঙ্গালা পুথীৰ নাম ধামে বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকাৰ কত পৃষ্ঠা পূৰ্ণ হইয়াছে এবং হইতেছে। শ্ৰীৰামপুৰে পাদ্ৰীদিগেৰ আগমনেৰ বহু পূৰ্ব্বে এই সকল পুথী লিখিত হইয়াছিল। বাঙ্গালায় এক খানি নয় বাইশ খানি মহাভাৰত পাওয়া গিয়াছে, এবং তন্মধ্যে অনেক কাশীদাসী অপেক্ষা প্ৰাচীন।"

আমি কওঁ, পুৰণি কামৰূপ-আসামৰ যতবোৰ পুথি আছে, অৰ্থাৎ ডাকৰ পুথিৰপৰা আৰম্ভ কৰি অনন্ত কন্দলি, সাঞ্জয়, কবীন্দ্ৰ, কংসাৰি আদি যত যি আছে, সেইবোৰকে তেওঁলোকে লম্বোদৰ বঙ্গলা ভাষাৰ ভিতৰত ভৰাই থাওক, এখন বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকাৰ পাত কিয়, কুৰিখন মানে ও আঁটিব বুলি আমাৰ বিশ্বাস নহয়। আৰু যোগেশ ৰায়, দীনেশ সেন আৰু নগেন বসু বাবুৰ নিচিনা সাহিত্যিক লেখকসকল ভালে কুশলে থাওক, চিন্তা কৰিবৰ একো নাথাকে। "বাঙ্গালায় একখানি নয় বাইশখানি মহাভাৰত পাওয়া গিয়াছে," সঁচা, কিন্তু তাৰ প্ৰায় ২০ খানি বাদ ২২ খানি; কিয়নো, ২০ খনি পৰৰ অৰ্থাৎ অসমীয়া। আমি ওপৰত লেখ দিয়া আমাৰ পণ্ডিত ভায়াসকল কুশলে থাকিলে আৰু বেলিকৈ এনে দিনত কিজানি আৰু ২২ খন পামহঁক।

যোগেশ বাবুৱে কয়—"আসামী ভাষাৰ বুৰঞ্জী লইয়া আসামী অবশ্য গৰ্ব্ব কৰিতে পাৰেন। এই বুৰঞ্জী যেমন, বাঙ্গালাৰ অসংখ্য কুলজী তেমন। ইং ১৩শ শতাব্দী হইতে বুৰঞ্জী লেখা আৰম্ভ। প্ৰায় এই সময় হইতে ওড়িয়া মাদলা পাঞ্জীৰ আৰম্ভ। ইহাৰ পূৰ্ব্ব হইতে বাঙ্গালা কুলজী গ্ৰন্থেৰ আৰম্ভ হইয়াছিল।"

কেনেকৈ লেখকে আমাৰ মুখ মাৰিলে দেখিলা? নাজানা যদি শিকি লোৱাঁ, যে বুৰঞ্জী (ইতিহাস – History) আৰু (কুলপঞ্জী) একেই; আৰু বঙ্গালীৰ কুলজী অসমীয়াৰ বুৰঞ্জীৰ কত আগ! আমি তেওঁৰ কথাতে ঢোকা দি কওঁ যে বঙ্গালীৰ ঠিকুজী (সোৰঁৰণী) তাৰ আগেয়েও আছিল, সেইটো বিদ্যানিধি মহাশয়ে কবলৈ পাহৰিলে! কি যেজাইৰ কথা!

"বাস্তবিক আসামী, ওড়িয়া, বাঙ্গালা, মৈথিলী ভাষায় পরস্পর এমন সাদৃশ্য যে বোধ হয় এক হইতে চরির উৎপত্তি হইয়াছিল। চারিরই মূল সংস্কৃত।"—যোগেশ রায়।

"দুই বস্তুর মধ্যে প্রয়োজনীয় সাদৃশ্য পাইলেই আমরা দুইকে এক মনে করি।"—যোগেশ রায়।

"আমার ভাষা তুমি বুঝিলে এবং তোমার ভাষা আমি বুঝিলে তোমার আমার ভাষা এক। কারণ ভাষার প্রয়োজন সিদ্ধ হইল"—যোগেশ রায়।

আমি দেখিছোঁ, যে যোগেশ বাবুৱে অনেক সুং পুং হিং লিং বিশেষ্য বিশেষণ কৰি অসমীয়া ভাষাৰে সৈতে বঙ্গলা ভাষাৰ সাদৃশ্য উলিয়াইছে; তাৰ উপৰিও সেইদৰে সাদৃশ্য উলিয়াই অসমীয়া শব্দৰ ক্রিয়াপদ বিভক্তি আদি পিটিক পিটিকি তাৰ মানে বুজি পাইছে; সেইদেখি তেওঁৰ সিদ্ধান্ত অসমীয়া আৰু বঙ্গলা যে এক ই বুঠাৰেৰে কাটিব নোৱাৰা পকামিঠৈ। আমিও কওঁ "এবমেব" অর্থাৎ তেওঁৰ মিঠৈটো পকা! তেওঁ আৰু কয় "ইহার দ্বারা (অর্থাৎ বঙ্গলা ভাষার দ্বারাই অসমীয়ার) কাজ চলে কি না এই বিচারই সার বিচার। গঙ্গার জল সর্ব্বদা এবং সর্ব্বত্র এক থাকেনা। উপাদানে প্রভেদ অবশ্য ঘটে। তথাপি গঙ্গার জল, পুষ্করিণীর জলও জল। গঙ্গার জলে পিপাসা শান্ত হয় পুষ্করিণীর জলেও হয়। অতএব দুই ই জল।" ইত্যাদি। এনে বিধৰ তার্কিক লেখকক বলে পৰা বৰমতা জন কত আছে তেওঁৰ মুখখন চাওঁ? সঁচাকৈয়ে যোগেশ বাবুৰ তর্ক দেখি আমাৰো তর্কশক্তিটো উজাব খাই উঠিছে; গতিকে আমিও কওঁ,—যোগেশ বাবুৰ কটকৰ ঘৰটোৰ আৰু বাঁহী সম্পাদকৰ বংপুৰৰ ঘৰটোৰ "মধ্যে প্রয়োজনীয় সাদৃশ্য" ভালেমান আছে; যেনে, দুৱাৰ, বেৰ, মুধ, চটি, কৰা, ইত্যাদি। আমি আৰু দেখিছোঁ যে তেওঁৰ ঘৰটোৰেও বাঁহী সম্পাদকৰ "কাজ চলে।" এতেকে আমি এই দৰে যেতিয়া দুইটা এক প্রমাণ কৰিব পাৰিছোঁ তেতিয়া বাঁহীৰ সম্পাদকক তেওঁ যেন দয়া কৰি তেওঁৰ কটকৰ ঘৰটি এৰি দিয়ে, কাৰণ সি

সম্পাদকৰ ঘৰবে সৈতে একে, গতিকে সম্পাদকৰ। যোগেশ বাবুৱে বাঁহীৰ সম্পাদকৰ ভাষা বুজিলে, বাঁহীৰ সম্পাদকেও যোগেশ বাবুৰ ভাষা বুজিলে, গতিকে যোগেশ বাবুৰ তৰ্ক মতেই যোগেশ বাবুৰ ভাষা অসমীয়া হল ; আমাৰ ভাষাটো তো বঙ্গলা হৈয়েই আছে। ইয়াৰ পিছত যোগেশ বাবুৰে সৈতে ভাষা সলনাসলনি কৰি দিয়ন-থোৱন কৰি বিয়নীমেলধন পাতি আমাৰ কোলাকুলি কৰিবলৈ হে বাকী বল। আৰু এটা কথা, যোগেশ বাবুৱে যেনেকৈ মুগ্ধবোধ আৰু হেমকোষৰ সহায়ত অসমীয়া ভাষা বুজিছে, বঙ্গলা ভাষা লবলৈ পৰামৰ্শ দিয়া অসমীয়া ৰাজমেধি, সাজতোলা, বাঢৈ, আৰু হালোৱা সকলকো, আৰু অসমীয়া বুজিবলৈ যোৱা বঙ্গালী মুদী, তেলী, গুৱালকো তেনেকৈ একোখন ব্যাকৰণ আৰু অভিধান তেওঁ কিনি দিবৰ দিহা কৰিবৰ অৰ্থে তেওঁৰ ওচৰত আমাৰ খাটনি বল। বাস্তবিকতে অধ্যাপক যোগেশচন্দ্ৰ ৰায় বিদ্যানিধিৰ নিচিনা ধুৰন্ধৰ পণ্ডিত বঙ্গালীসকলে এনে ভাবে তৰ্ক কৰা দেখিলে বঙ্গলা মলুকৰ হকে আমাৰ সোনকালে "নাশংসে বিজয়ায় সঞ্জয়" বুলি কবৰ মন যায়।

যোগেশ বাবুৱে যিবোৰ পুৰণি কথা কৈ তেওঁৰ ফোপোলা প্ৰবন্ধ দুটা ফুৰাই ফুলাই ডাঙৰ কৰিছে. সেইবোৰৰ উত্তৰ দি দি আমি আমাৰ মুখ বুটি কৰিলোঁ, আৰু নোৱাৰোঁ। আমি বৰং হাৰিলোঁ তেওঁ জিকিল বুলি বলৈকে মান্তি, তথাপি সেইবোৰ উৰাইঘূৰাই পাগুলি থাকিব নোৱাৰি বাপু হে।

তেওঁ এঠাইত কৈছে—"সাত-আট-শত বৎসর পূর্ব হইতে ওড়িয়া অক্ষর . । পুরীর মাদলা পাঁজিতে সাত শত বৎসরের পূর্বের লেখা নাই পরের আছে। সে সময়ের আসামী পুথীও পাওয়া যায় না।" আমি কওঁ—'আজ্ঞে না ; আসামী ভাষা ও সাহিত্যের ইতিহাসটা আপনাকে আরও একটু পড়িতে হচ্ছে।'—১৩ শ, ১৪ শ বছৰৰ আগৰ অসমীয়া পুথিও পোৱা গৈছে। ডাকৰ পুথিখন আপোনাসকলেই অষ্টম কি নৱম শতিকাৰ বুলিছে, * আমি যদিও তাক তাৰ আৰু আগৰ বুলিছোঁ। অৱশ্যে আমি পাহৰা নাই যে আমাৰ ডাকৰ পুথিখন আপোনাসকলে আপোনা সকলৰ বৰ পেৰাৰ ভিতৰত সুমাইছে। সুমাওক আৰু যি কৰে কৰক, আমি কিন্তু নিবেদন কৰোঁ যে, "সে আমাৰ, আমি তাৰ, তাৰে বলি যে আপন।"

---

* "ভাষা ও ভাব দৃষ্টে বোধ হয় ৮০০-১২০০ খৃঃ অব্দের মধ্যে এই সকল বচন রচিত হইয়াছিল।"—দীনেশচন্দ্র।

যোগেশ বাবুয়ে পুৰণি পদ্য তুলি দি তাৰে সৈতে তেওঁৰ মাতৃভাষা বঙ্গলাৰ সাদৃশ্য উলিয়াইছে। আমি দুটা কথা কওঁ—(১) আপোনালোকে আপোনালোকৰ পুথিৰ বুলি তোলা পদবোৰ আমাৰ হে। কাৰণ, পূৰ্ব্ব উত্তৰ বঙ্গত পোৱা সেইবোৰ পুৰণি পুথিৰ সৰহ ভাগ কামৰূপৰ কামৰূপীয়া ভাষাৰ সম্পত্তি। বাকী কেৱল কামৰূপীয়া ভাষাৰ ছাঁত ৰচিত; কাৰণ কামৰূপীয়া ভাষা তেতিয়াৰ বঙ্গালী লেখকৰ আহি আছিল। (২) পদ্যত বিভক্তিবিকাৰ আৰু শব্দৰ ৰূপ পৰিবৰ্ত্তনলৈ ৰৰকৈ চকু পদ্য লেখকে নিদয়ে। পুৰণিত নালাগে নতুন পদ্যতো তেনে কথাই, তেহেলৈ সেই পদ্য বঙ্গলাই হওক বা অসমীয়াই হওক। মাইকেলৰ পদ্যৰ ভাষা অপোনালোকে মুখেৰে কোৱা ভাষা নহয়। আজিকালি আপোনাসকলে বিভক্তি আৰু শবদৰ ৰূপ পৰিবৰ্ত্তন কৰি যি পদ্য লেখিব লাগিছে, কথা কওঁতে সেইদৰে নকয়। ষ্টাৰ থিয়েটৰত গিৰীশ বাবুৱে "হৰিৰাজৰ" ভাও দিওঁতে মতা বিভক্তিৰ-দুখীয়া পদ্য কথাবোৰৰ নিচিনা কথাৰে আপোনালোকে কথা নিশ্চয় নকয়। সেইদৰে শঙ্কৰ মাধৱে লেখা পুথিৰ বিভক্তিশূন্য লঠৰা-মুৰা শব্দবোৰ যে সেই কালৰ অসমীয়াই কথা কওঁতে বা গদ্য লেখোঁতে ব্যৱহাৰ নকৰিছিল সেইটো অলপ দকৈ টং কৰিলেই বুজিব পাৰি। সেইদেখি পুৰণি অসমীয়া (বঙ্গলাৰে সৈতে যাৰ সাদৃশ্য দেখি বুলি আপুনি কৈছে) এৰি আজিকালিৰ অসমীয়া লেখকে যি নতুন অসমীয়া ভাষা সৃজন কৰা বুলি আপুনি কৈছে, সেই কথাৰ ভেটি হেলেকুলেক। শুনি আচৰিত মানিব যে অসমীয়া ভাষা পুৰণি কালত যেনে আছিল এতিয়াও প্ৰায় তেনেই আছে, তাৰ অলপ-অচৰপ হে লৰচৰ হৈছে; আপোনালোকে হে আপোনালোকৰ লেখা আৰু কোৱা ভাষাৰে সৈতে বামুণ শূদ্ৰিৰ প্ৰভেদ ঘটাইছে, কাৰণ আপোনাসকল "উন্নতিশীল"; অসমীয়া নহয়।

যোগেশ বাবুয়ে তেওঁৰ প্ৰথম প্ৰবন্ধৰ অন্তত কৈছে—"আসামী ভাষাৰ প্ৰকৃতি বুঝিতে আৰ বাগ্‌বাহুল্যেৰ প্ৰয়োজন নাই। পৰবৰ্ত্তী প্ৰবন্ধে বৰ্ত্তমান আসামী ভাষা বুঝিতে চেষ্টা কৰা যাইবে।" আমিও বোলোঁ। ধ্ৰুৰূপ কথা। এই প্ৰবন্ধতে যে তেওঁৰ অসমীয়া ভাষাৰ জ্ঞানটো টনটনীয়া হৈ পৰিছে সেইটো আমি দেখিছোঁ; পিছৰটোত নিশ্চয় তাক মৰহি সৰা দেখিম। "ভেনিটি"! তোমাৰ অন্ত কত?

দ্বিতীয় প্ৰবন্ধত যোগেশ বাবুয়ে "আসামী ভাষা নবীন"ৰ আলচ কৰি আমি

ঘুগুলা-পচলা কৰা পুৰণি কথা ভাবে ভাবে পাঠকক যোগাইছে। অধিকন্তু যোগেশ বাবুৰ আৰু তেওঁৰ বঙ্গালী পাঠকৰ পক্ষে সেইবোৰ নতুন। যোগেশ বাবুযে লেখিছে "গ্রামাবে আসামী বাঙ্গালা এক বলা যাইতে পাবে। গ্রিয়ার্সন সাহেবের মতও তাই (১)। আধুনিক কালে দুই একটা নূতন শব্দ বিভক্তি স্বরূপ প্রযুক্ত হইয়া পুৰাতন হইতে বিচ্ছিন্ন হইতেছে। হেমচন্দ্র বৰুয়া মহাশয়ের আসামী ব্যাকরণে পাই, বিলাক, বোৰ, হঁত বহুবচনের বিভক্তি। তন্মধ্যে হঁত হয়ত শেষ স্বৰ অনুনাসিক করিবার রীতি হইতে আসিয়া এখন গ্রাম্য বিবেচিত হইতেছে। ক্রিয়াপদ কাৰিবেঁা, পদ্যে কৰিবোহেঁা পাই। হঁত এব ত পাদপূৰণে। (অর্থাৎ ধৰক, যেনে "বিদ্যানিধি"ৰ "ধি"!—সম্পাদক।) "বোৰ" হয় ত বড় হইতে। (অর্থাৎ ধৰক, যেনে "সবিয়হ যোৰ"ৰ, "বালিচাহী বোৰ"ৰ, "খুদকণবোৰ"ৰ "বোৰ" মানে বৰ, অর্থাৎ বৰ ডাঙৰ সবিয়হ, ডাঙৰ বালিচাহী, ডাঙৰ খুদকণ!—সম্পাদক)। অনেক অর্থে বড় বাঙ্গালা প্রয়োগেও আছে। বিলাক শব্দের মূল নির্ণয় কঠিন। (বিদ্যানিধিয়ে বঙ্গলা গুলা, গুলি, কিয় পাহৰিলে? উজনিৰ অসমীয়াৰ 'বিলাকেই' নামনিৰ অসমীয়াত পিলাক বা পিলা, আৰু পূর্ব্ব পশ্চিম বঙ্গত গুলি, গুলা, গুলো, হৈছে। আমি কওঁ,—বঙ্গলা ভাষা যে অসমীয়া ভাষাৰ অপভ্রংশ, ইও তাৰ এটা প্রমাণ।—সম্পাদক)। প্রাচীন আসামীতে 'হন্তে', বাং 'হাতে'; এখন প্রায়ই 'পৰা' দেখিতে পাই। (পুৰণি অসমীয়াৰ "হন্তে"ৰ পৰা বঙ্গলাৰ হইতে ওলাইছে, সেইটো বুজিলে বঙ্গলা যে অসমীয়াৰ

---

(১) "গ্রাম্যৰূপত অসমীয়া ভাষাৰে সৈতে বিহাৰী ভাষাৰ সম্বন্ধ বঙ্গলাতকৈ ওচৰ।"—গ্রিয়েৰ্চনৰ, ১৮৯৬ পৃ, অন্দ। (২) "যদি মাথোন গ্রাম্যৰ বিচাৰ কৰা যায় তেনেহলে অসমীয়া ভাষা যে বঙ্গলাৰ 'ভাষা' নহয় সেইটো প্রমাণ কৰা টান। চিটাগাংৰ ভাষা বঙ্গলা, কিন্তু কলিকতাৰ ভাষাৰপৰা তাৰ ভাষা যিমান দূৰত অসমীয়া ভাষা সিমান দূৰত নহয়। কিন্তু যদি লিখিত সাহিত্যলৈ চকু দিওঁ, তেন্তে অসমীয়াক সুকীয়া ভাষা বুলিব লাগে।"—গ্রিয়েৰ্চন, ১৯০৩ পৃ, অন্দ।

ইয়াৰ ওপৰতে ভিৰ দি বিদ্যানিধিয়ে কয়, গ্রিয়েৰ্চনে অসমীয়া আৰু বঙ্গলাৰ গ্রাম্যৰ একে বুলি কৈছে। আচৰিত নহয় নে? "যত দূৰে তত দূৰে নহে" মানে একে!! যোগেশ বাবুৰ গাত বৰ, বল লেখিছেঁ।। তেওঁ অকল বিদ্যানিধিয়েই নহয়, বল-নিধিও। —সম্পাদক।

বিকৃত ভাষা তাক বুজিব পাৰি।—সম্পাদক) ; বং-ৰৰ হইতে ; আং ঘৰৰ পৰা। 'ঘৰেৰ পৰে আসিয়া বলিল' (ঘৰেৰ উপৰে—ঘৰে) এই ৰূপ প্ৰয়োগ বঙ্গেৰ স্থানে স্থানে আছে।" আমি কওঁ, বিদ্যানিধি কটকৰপৰা কলিকতালৈ আহিল, এই কথাৰ মানে, 'কটকেৰ পৰে বিদ্যানিধি কলিকাতায় আসিল,' অৰ্থাৎ কটক চহৰখন কলিকতালৈ আগয়ে আহিল, তাৰ পিছত বোধকৰোঁ তাত তেওঁৰ ভৰি দিবলৈ ঠাই নোহোৱা বাবে বিদ্যানিধি অগত্যা কলিকতালৈ গুচি আহিল! এই খিনিতে কওঁ যে আজিকালিৰ বঙ্গালী সাহিত্য-পৰিষদৰ সভ্য সকলৰ ভিতৰত এই বিদ্যানিধি মহাশয় এটি ডাঙৰ হিলৈ। বিদ্যাসাগৰ আৰু বঙ্কিমৰ আত্মাই পৰিষদৰ এই হিলৈৰ ধুমুধুমনিত ভালকৈ স্বৰ্গত শুব পাৰিছে নে নাই কব নোৱাৰোঁ। যোগেশ বাবুৱে কয়,—"আমি তুমি বাস্তবিক মান্যে বহু বচন।" প্ৰাচীন বাঙ্গালা আহ্মি তুহ্মি (১) আমি আৰু তুমি, ঘাইকৈ তুমি যে বঙ্গলাত "মান্যে বহুবচন" এইটো নতুন সাধু শুনি আমি মনত ৰাখিলোঁ। "কালে বহুবচন একবচন মনে হইয়া বাঙ্গালাতে আমৰা তোমৰা" হৈছে হেনো। যোগেশ বাবু বিদ্যানিধিয়ে আজিকালিৰ বা আগৰ যিবোৰ অসমীয়া শব্দ বুজিব নোৱাৰে, সেই বোৰ গ্ৰাম্য বুলি কৈ গা সাৰে, আৰু যিবোৰ বুজিব পাৰে, সেইবোৰ বঙ্গলা বুলি ফুটংগিৰী মাৰে ; ফাকটিটো বেছ! "গ্ৰাম্য" শব্দটো তেওঁলোকৰ সৰ্ব্বঢাক মন্ত্ৰ। তেওঁলোকৰ গোবিন্দপুৰৰ, সুতানুতিৰ, পৰ্ট কেনিঙৰ, ডায়মণ্ড হাৰ্ব্বৰৰ, আৰু হাওড়াৰ মাত আচল সাধু, আৰু আমাৰ প্ৰাগ্‌জ্যোতিষপুৰৰ, শোণিতপুৰৰ, ৰত্নপুৰৰ, কমতাপুৰৰ, কুণ্ডিনৰ, চম্পাৱতীৰ মাত গ্ৰাম্য, গাৱঁলীয়া! বঢ়িয়া বিচাৰ! দিপ্‌লিপ্‌ দাবী!

আমি যোগেশ বাবুক Seriously সোধোঁ, তেওঁ এইদৰে সংস্কৃতৰ জীয়ৰী অসমীয়া আৰু বঙ্গলাক মিলাই দুইকো একে প্ৰমাণ কৰিবলৈ গৈ যে অসমীয়াৰ

---

(১) "ত্রিপুরা ও চট্টগ্রাম, নোয়াখালি প্রভৃতি স্থানে প্রাপ্ত ।১৫০ বৎসরের পূর্ব্ববর্ত্তী সমস্ত হস্তলিখিত পুঁথিতেই 'আমি' ও 'তুমি' স্থলে সর্ব্বত্রই 'আহ্মি' ও 'তুহ্মি' দৃষ্ট হয়। পরাগলী মহাভারত, সঞ্জয় রচিত মহাভারত প্রভৃতি প্রাচীন পুস্তকেও এই প্রকারের প্রয়োগ দৃষ্ট হইবে।—" দীনেশচন্দ্রৰ 'বঙ্গভাষাও সাহিত্য' কিতাপ। পাঠকে অনায়াসে বুজিব যে এই আহ্মি তুহ্মি পুৰণি কামৰূপীয়া অসমীয়া আহ্মি তুহ্মি, বঙ্গলা নহয় ; কাৰণ পশ্চিম বঙ্গলাৰ পুথিত সি নাই।—সম্পাদক।

হঁাহি তুলিছে, তেওঁ সেইটো বুজ পোৱা নাই নে? সংস্কৃতমূলক ভাষাৰ তো কথাই নাই, আৰ্য্যবংশীয় আনবিলাক ভাষাৰ ভিতৰতো বিচাৰিলে এইদৰে হেজাৰ সাদৃশ্য ওলাব। অসমীয়া ভাষাত 'আমি' বহুবচন বঙ্গলাত এক বচন, অসমীয়াত তেওঁ, সি, তাই, তেখেত, বঙ্গলাত মাথোন সে, তিনি; অসমীয়া সাধাৰণ বিভক্তিবিলাক, বোৰ, হঁত, হঁক, বঙ্গলাত নথকা;-( তেওঁ কয় পূৰণি কালত আছিল; আমি কওঁ মধ্য-আচিয়াত একে লগে থাকোঁতে য়ুৰোপীয় আৰ্য্য আৰু ভাৰতীয় আৰ্য্য ভাষাৰো তেনে মিল আছিল)—শব্দৰূপ, বিভক্তিৰূপ, বিশেষ্য, বিশেষণ, ক্ৰিয়াপদ, যিবোৰ আজিকালি অসমীয়াত আছে আৰু আগৰ অসমীয়াতো আছিল, এতিয়াৰ বঙ্গলাত নথকা,—( প্ৰাচীন বঙ্গলাত আছিল হেনো)—এইবোৰলৈ চাই অসমীয়া ভাষা বঙ্গলাৰে যে একে আৰু সেইষাৰে অসমীয়াই বঙ্গলা যে লব লাগে, যোগেশ বাবুৰ এই কথা আমি মানিব লগীয়াত পৰিলোঁ বেই দেখিছোঁ! বাস্তবিকত অসমীয়াই বঙ্গলা ভাষা নহলে "মাংসক খালে"! হায়!—বিদ্যানিধিৰ এই বিধৰ কথা শুনি আমাৰ পেডিৰ বন্দুকলৈ ( Paddy's gun ) মনত পৰিছে।—পেডিয়ে এজনক তাৰ বন্দুকটো বেচিব খুজিছিল; কিন্তু বন্দুকটোৰ সকলো আছিল, মাথোন lock, stock and barrel, অৰ্থাৎ ঘোৰাটো, নলিচাডাল আৰু পিছৰ কাঠডোখৰ নাছিল! বিদ্যানিধিয়ে অসমীয়াক বেচিব খোজা তেওঁৰ বঙ্গলা ভাষাৰ বন্দুকটোৰ, অসমীয়াই ব্যৱহাৰ কৰিবলৈ সকলোবোৰ আছে; মাথোন সৰ্ব্বনাম, অব্যয়, ক্ৰিয়াপদ, বিভক্তিৰূপ, শব্দৰূপ, বৰ্ণবিন্যাস প্ৰণালী আদিৰ ঘোৰা আৰু নলিচাডাল এতিয়া নাই! পূৰণি কালত আছিল!—বাস্তবিকতে আজিকালিৰ এই শ্ৰেণীৰ বঙ্গালী লেখকসকলৰ লেখা পঢ়িবলৈ গলে ধৈৰ্য্য ৰখা মস্কিল হৈ পৰে।

এই প্ৰবন্ধত বিদ্যানিধিয়ে কেইবাডোখৰো অসমীয়া ৰচনাৰ বঙ্গলালৈ ভাঙনি দিছে। আমি তাহানি মৃন্ময়ীত এডোখৰ অসমীয়া ৰচনা তেওঁক ভাঙিবলৈ দিছিলোঁ, তেওঁ আমাৰ অনুৰোধ নাৰাখিলে। পাহৰিছোঁ, যে তেতিয়া তেওঁৰ হাতত হেমকোষ, হেম বৰুৱাৰ ব্যাকৰণ, আৰু গুৱাহাটীয়া "আসামী ভদ্ৰলোক" বন্ধু পণ্ডিতৰ সহায় নাছিল!

এই প্ৰবন্ধতে বিদ্যানিধিয়ে তেওঁৰ "এক আসামী ভদ্ৰলোকেৰ নিকট যে উত্তৰ পাইয়াছি তাহা দীৰ্ঘ হইলেও উদ্ধৃত হইল" এই বুলি এটা দীঘল বঙ্গলা

প্ৰবন্ধ তুলি দিছে। এই চিঠি বা উত্তৰ বা প্ৰবন্ধৰ সম্পৰ্কে আমি ইয়াকে কওঁ যে এই ভদ্ৰলোকজনৰ প্ৰবন্ধটো পঢ়ি আমি তেওঁক চিনি পেলাইছোঁ। —"বঁধু হে, তোমায় চিনেছি হে!" "নয়ন কোনে চাইবি যত। বাণ খাবি বাণ হান্‌বি তত!"—তেওঁৰ এনে লেখা আমি আগেয়েও যুকটিবলৈ পাইছিলোঁ। তেওঁ আমি যাক অসমীয়া বোলোঁ তেনে আসমীয়া বুলি বুকুত হাত দি কব পাৰে নে? আসামত চৰ্কাৰী চাকৰি আৰু কলেজৰ বৃত্তিৰ বেলিকা, আৰু কলিকতালৈ আহিলে কলিকতাত অসমীয়া বুলি দাবি কৰিবৰ বেলিকা আৰু ভাষাৰ বেলিকা বঙ্গলা ভাষা তেওঁলোকৰ মাতৃভাষা বুলি কওঁতা "অসমীয়া" তেওঁ নহয় নে? তেওঁলোকক আচল অসমীয়াই নিচিনে নে? এই "অসমীয়াজনৰ" চিঠি বা প্ৰবন্ধটো বিদ্যানিধিয়ে অসমীয়া ভদ্ৰলোকৰপৰা পোৱা চিঠি বোলাত বিদ্যানিধিৰ আৰু তেওঁৰ বন্ধুৰ টেঙৰালিৰ বাহিৰে আন একো বুলি আমি বুজা নাই, আৰু সেইদেখি তাৰ মূল্য ফুটুকাৰ ফেন সোপা।

বিদ্যানিধিৰ কোলাত উঠি "প্ৰবাসী" কাকতৰ সবাহত বহা "আসামী ভদ্ৰ লোক" জনে তেওঁৰ চিঠিত অসমীয়া মাহেকীয়া কাকতৰ বিষয়ে উল্লেখ কৰোঁতে লেখিছে—"ডিব্ৰুগৰিয়ানী মাহিলী আলোচনী", "কলিকতানী বাঁহী" ইত্যাদি। আমি ভদ্ৰলোকজনৰ লিঙ্গজ্ঞান প্ৰখৰ হোৱা দেখি সন্তোষ পাইছোঁ। তেখেঁ৷ বিদ্যানিধিৰে সৈতে যেনেকৈ পুং ক্লীং সুবন্ত হলন্ত আদিত যোগ দিছে, এনে নোহোৱাটোৱেই হে আচৰিত। "আসামী ভদ্ৰলোকজনৰ" চিঠিখনত নানা কথা আৰু বহু চোক আছে; পঢ়িলে মনত খেলায় যে he has got his own axe to grind also" অৰ্থাৎ অসমীয়া ভাষা আৰু লেখকসকলৰ বিৰুদ্ধে, ঘাইকৈ বাঁহীৰ বিৰুদ্ধে তেওঁৰো নিজৰীয়া "আখেজ" আছে, যাৰ পোটক তেওঁ বিদ্যানিধিৰ লগতে লগ লাগি তুলিবলৈ গৈছে। তেওঁৰ চিঠিখনত নতুন "দোকা" বা "চাদা-ধপাতৰ" নিচিনা ইমান চোক আছে, যে বিদ্যানিধিয়েই তাত অলপ "চুণ আৰু খয়েৰ" দি তাৰ চোক কমাই দিবলৈ চেষ্টা কৰিছে,— "পত্ৰলেখক মহাশয় নানা বিষয়ের আলোচনা করিয়াছেন। হয়ত স্থানে স্থানে অত্যুক্তি ও তীব্ৰতাব দোষে পড়িয়াছেন। আসামী ও বাঙ্গালা ভাষা এক বলি আৰ না বলি, সংস্কৃত ভাষাৰ বিবৰ্তনে কোন ভাষা কোন দিকে চলিয়াছে, তাহা বুঝা স্পষ্ট হইতেছে।"

সিদিনা বঙ্গলা কাকত এখনত গোটাচেৰেক গুজৰাটী কবিতা পঢ়িছিলোঁ, তাৰ ফাকিচেৰেক তলত তুলি দিলোঁ ।—

(১) "ও ঈশ্বৰ অৰজী উৰ ধাৰো, দুনিয়ানা দুঃখ নিবাৰো বাজ, দয়া কৰ হৰে দীনবন্ধু ।"

(২) "যে পৰোপকাৰী হে পূৰা, এপন নথি ৰক্ষাঃ অধুৰা বাজ। জো বস্ত অড়গ্‌ ডগমে জ্যাৰে, জগ বেহেলে সাঃআধাৰে বাজ।"

(৩) সামল যে শ্ৰীকৃষ্ণ অমাৰি বিনতি ; কৰৰী কেৰা দুঃখনী কহ কথায় জো। যে দুঃখ টালী অবলীনা আধাৰতু; অমৰী বাৰো তমে ৰাম যেহি ৰাখজো।"

(১) ভাঙনি—হে ঈশ্বৰ। প্ৰাৰ্থনা (অৰজী—আৰ্জি) শুনা ; হে ৰাজ। দুনিয়াৰ দুখ নিবাৰণ কৰাঁ ; হে হৰে দীনবন্ধু। দয়া কৰাঁ।।

(২) যি পুৰা পৰোপকাৰী, (ছে—আছে), হে বাজ এতিয়া (এপন) তাৰো ৰক্ষা নাই (নথি)। যি বস্তুৰ (জো বস্ত) ওপৰত জগৎ স্থিত সি ভাগিলে জগৎ কিহৰ ওপৰত ৰব ?

(৩) হে কৃষ্ণ আমাৰ বিনতি শুনা (সামল, সম্ভাল, চম্ভাল), কৰৰী কেৰাই (কবিৰ নাম) দুখ বৰ্ণনা কৰিছে, দুখ দূৰ কৰাঁ, তুমিয়েই অবলীৰ আধাৰ ; হে ৰাম তুমিয়েই (তমে) আমাক ইয়াত (অমৰী) ৰাখিছা সেইৰাবে আছোঁ।

আমি গুজৰাটী ভাষাৰ একো নাজানো, আমাৰ হাতত গুজৰাটী ভাষাৰ অভিধান বা ব্যাকৰণ একো নাই, আমি স্কুলত পুং ক্লিং নিজত্ব শিকোৱা পণ্ডিতো নহওঁ, তথাপি ওপৰৰ তিনি ডোখৰৰ এক ৰকম মানে বুজিছোঁ ; কাৰণ সি সংস্কৃতমূলক। অধ্যাপক বিদ্যানিধিক কওঁ যে তেওঁ এই গুজৰাটী কেডোখৰৰ শব্দবোৰৰ ব্যুৎপত্তি উলিয়াই চাওক, আৰু চালে দেখিব যে সেইবোৰ বঙ্গলাৰে সৈতে মিলে। এতেকে গুজৰাটী তেওঁ বঙ্গলাৰ ভিত্তৰা কৰক। অকল আমাৰ দুখীয়া অসমীয়া ভাষাটোৰ ওপৰতে তেওঁ ইমানকৈ "নজৰ" দি থাকে কিয় ? তেওঁ ভাৰতীয় প্ৰধান ভাষাবোৰৰ একোখন কোষ আৰু ব্যাকৰণ গোটাই লৈ কাৰ্য্যত প্ৰবৃত্ত হলে, অলপতে নিশ্চয় সেই বোৰৰে সৈতে বঙ্গলাৰ সাদৃশ্য উলিয়াই সেইবোৰ বঙ্গলা ভাষাৰ ৰাজ্যৰ কৰতলীয়া কৰিব পাৰিব। তেওঁৰ গোটোইটো বিপুল energy অসমীয়া ভাষাৰ ওপৰতে খৰচ নকৰি আন ফালেও ভগিয়াই দিয়ক। অসমীয়া ভাষাৰ ওপৰত তেওঁ ইমান কৃপাকটাক্ষপাত কৰা দেখি, তাহানিৰ "সন্ধ্যা" কাকতৰ সম্পাদক

ব্ৰহ্মবান্ধৱ মহাশয়ৰ আহিত আমিও একাকি গীত ৰচনা কৰি গোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ। গাওঁ,—"বিদ্যানিধি পৰম দয়ালু!

তোমাৰ কৃপাত (অসমীয়া ভাষাৰ) ডাড়ি গজে,

আৰকালি (অসমীয়া ভাষাই) খায় শাক আলু॥"

শেহত কওঁ যে আমি এই প্ৰবন্ধটো বঙ্গলাত লেখি বঙ্গলা কাকতলৈ পঠিয়াব খুজিছিলোঁ। কিন্তু পিছত ভাবিলোঁ ওহঁ! নপঠিয়াওঁ; কিয়নো, বিদ্যানিধি আগেয়ে যি আছিল আছিল, এতিয়া তেওঁ অসমীয়া ভাষাত বিদগ্ধ হৈছেই যেতিয়া, তেওঁ আমাৰ প্ৰবন্ধৰ মানে সৰ্ সৰীয়াকৈ বুজিবই; আৰু বুজি তেওঁৰ বক্তব্য বঙ্গলা ভাষাৰ "গ্ৰাম্য" তাঙ্গৰণ আমাৰ অসমীয়াত লেখি বাঁহীলৈ কিজানি পঠিয়াবই; আৰু পঠিয়ালে বাঁহীয়ে সেই শ্ৰীবৎসটি বুকুত কিজানি ধাৰণ কৰিবই।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# প্ৰতিবাদ। *

সম্পাদক ডাঙ্গৰীয়া! যোৱা জুন মাহৰ ২য় বছৰ ৮ম সংখ্যা বাঁহীত যে "মহাপুৰুষ শঙ্কৰদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ" নামে এটি প্ৰবন্ধ ওলাইছিল সেই সম্বন্ধে আমি দুই চাৰি আখৰ কথা লেখিলোঁ, অনুগ্ৰহ কৰি আপোনাৰ মূল্যবান কাকতৰ এচুকত ঠাই পায় যেন।

* * * প্ৰবন্ধ লেখকে তেখেতৰ প্ৰবন্ধৰ আদিতে লেখিছে যে "আসামত আদিতে বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰোঁতা মহাপুৰুষ শঙ্কৰদেৱ, এই কথা সকলোৱে মানে"। এই কথাটি বা তেখেতে ক'ত পালে? তেওঁৰ মতে ৺ শঙ্কৰদেৱৰ জন্মৰ আগেয়ে তেন্তে আসামত বৈষ্ণৱধৰ্ম্ম নাছিল? বাৰু এই সম্বন্ধে ৺ শঙ্কৰে নিজে কি লেখি গৈছে দেখা যাওক:—শঙ্কৰ ৰচিত উত্তৰ কাণ্ড

---

* এই প্ৰবন্ধটোৰ গিবোৰ ঠাইত আমি ডবা চিন দিছোঁ, সেইবোৰ ব্যক্তিগত আক্ৰমণ আৰু গালিৰে পৰিপূৰ্ণ আছিল। গতিকে সেইবোৰ ছপাই বাঁহীৰ পাত মলিয়ন কৰিব নোৱাৰোঁ। কাৰো সৈতে মত নিমিলিলেই যে তেওঁক গালি পাৰিব পায় এনেটো ডবা অন্যায় কথা।—সম্পাদক।

ৰামায়ণত এনে ৰূপে লেখা আছেঃ—যেনেঃ—

"পূৰ্ব্ব কবি অপ্ৰমাদী, মাধব কন্দলি আদি, † তেহে বিৰচিলা কৃষ্ণ কথা। *
হস্তীৰ দেখিয়া লাদ, শশা যেন ফাৰে মাৰ্গ, মোৰ তৈলা তেহুয় অৱস্থা॥"

ইত্যাদি

১। ইয়াৰ দ্বাৰা দেখা গল যে শঙ্কৰে মহাকবি পৰম বৈষ্ণৱ মাধৱ কন্দলিয়ে যি ৰূপে পদ ভাঙ্গি কৃষ্ণ-কথা (১) ৰচি গৈছিল সেই আৰ্হি লৈ মাধৱ কন্দলিক আদি কবি-গুৰু বুলি কবি পদ জগাত হাত দিছিল। এই কাঁকি পদতেই মাধৱ কন্দলি যে এজন কৃষ্ণভক্ত বৈষ্ণৱ আছিল আৰু শঙ্কৰৰ বহু কাল আগয়ে বহু শাস্ত্ৰ ৰচনা কবি আসামত কৃষ্ণ-ভক্তি (৭-স,।) অৰ্থাৎ বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰি গৈছিল তাত কোনো সন্দেহ নাই। ইয়াৰ বাহি-ৰেও প্ৰসিদ্ধ কবি মাধৱ কন্দলি যে এজন পৰম বৈষ্ণৱ আছিল তাক তেওঁৰ ৰচিত "দেৱজিৎ" নামেৰে পদ্য গ্ৰন্থ পাঠ কৰিলে বিশেষকৈ জানিব পৰা যায়। সুতৰাং প্ৰবন্ধ লেখকৰ প্ৰথম শাৰীয়েই ভুল বা মিছা কথা।

২। তেখেতৰ প্ৰবন্ধৰ চতুৰ্থ শাৰীত লেখিছে যে "শঙ্কৰৰ পাছত তেওঁৰ প্ৰদৰ্শিত পথেৰে ব্ৰাহ্মণ দামোদৰদেৱ আৰু হৰিদেৱে সেই ধৰ্ম্মকে ভিন্ ভিন ভাৱেৰে লোক-সমাজত প্ৰাচাৰ কৰিছিল।" এই কথা বা লেখকে কি যুক্তিৰে প্ৰমাণ কৰিব খোজে কব নোৱাৰোঁ। এই কথাটি ভালকৈ আলোচনা কৰিব লাগিলে দেখা যুগুত যে শঙ্কৰেইবা কোনেকুৱা ধৰ্ম্ম প্ৰচাৰ কৰিছিল। আৰু ৺ দামোদৰেই বা কেনেকুৱা ধৰ্ম্ম প্ৰচাৰ কৰিছিল। প্ৰথমে দেখা যাওক যে শঙ্কৰে কেনে ধৰ্ম্ম প্ৰচাৰ কৰিছিল, আৰু সেই ধৰ্ম্ম শাস্ত্ৰীয় নে তেওঁৰ স্বকপোলকল্পিত। যি ধৰ্ম্ম বেদ, বেদান্ত, স্মৃতি, পুৰাণ আৰু তন্ত্ৰৰ দ্বাৰা প্ৰতিপাদিত হৈছে তাক শাস্ত্ৰীয় ধৰ্ম্ম বোলে; আৰু সেই ধৰ্ম্মই আস্তিক হিন্দু মাত্ৰৰে আদৰণীয়। শঙ্কৰৰ ধৰ্ম্মক আমি কোনো শাস্ত্ৰীয় ধৰ্ম্ম বুলিব নোৱাৰোঁ, যি হেতু "আন দেৱী দেৱ, নকৰিবা সেৱ" অৰ্থাৎ কৃষ্ণ ভিন্ন

---

† আদি শব্দই বহুতক বুজাইছে; বোধকৰোঁ অনন্ত কন্দলি প্ৰভৃতিক বুজাইছে।—প্ৰবন্ধ লেখক।

* "তেহে" বিৰচিল ৰাম কথা" হে হব পায়।—সম্পাদক

(১) ৰামৰ কথা হে।—সম্পাদক।

আন দেবী দেৱক সেৱা পূজা নকৰিবা। এই মহামন্ত্র যি ধৰ্ম্মৰ মূল মন্ত্র, যি ধৰ্ম্মত বেদ, পুৰাণ, তন্ত্রোক্তাদি দেৱ দেৱীৰ পূজা সেৱা একেবাৰে নিষিদ্ধ, যি ধৰ্ম্মত হিন্দুধৰ্ম্মৰ আদি গুৰু পৃথিবীপূজ্য ব্ৰাহ্মণৰ প্ৰাধান্য স্বীকাৰ নকৰে আৰু ব্ৰাহ্মণৰ সন্ধ্যা, পূজা, গায়ত্রী, নিত্যহোম, আদি ক্রিয়া কৰা নিষিদ্ধ বুলি কয়, সেই ধৰ্ম্মটি হিন্দুধৰ্ম্মৰ এটি উপশাখা স্বকপোলকল্পিত বৌদ্ধধৰ্ম্মৰ নামান্তৰ, নাম মাত্র হিন্দুধৰ্ম্মত থাকে আন কি ধৰ্ম্ম বুলিব পাৰি? ইত্যাদি ইত্যাদি। শঙ্কৰৰ প্ৰচাৰিত ধৰ্ম্ম ভালকৈ আলোচনা কৰিব লাগিলে কেৱল এই বিষয়ে সুকীয়াকৈ এখনি ডাঙৰ পুথি হৈ পৰে; সুতৰাং এই বাৰলৈ সংক্ষেপে ইয়াতে সামৰণি মাৰিলোঁ।

আন ফালে ঈশ্বৰ দেৱ দামোদৰৰ প্ৰচাৰিত ধৰ্ম্মটি কেনেকুৱা তাকো অতি সংক্ষেপে আলোচনা কৰি চোৱা যাওক। দেৱ দামোদৰৰ প্ৰচাৰিত ধৰ্ম্ম বেদ, বেদান্ত, স্মৃতি আৰু পুৰাণৰ দ্বাৰা প্ৰতিপাদিত অৰ্থাৎ বেদাদিৰ দ্বাৰা নিশ্চিত নিখুত পবিত্র হিন্দুধৰ্ম্ম। কাৰণ দেৱ দামোদৰে শিষ্যক যিৰূপে উপদেশ দিছে তাত কোনো অশাস্ত্রীয় দোষ ঘটা দেখা নাযায়। তেওঁৰ প্ৰিয় শিষ্য ভট্টদেৱক তেওঁ এইৰূপে উপদেশ দিছে:—

"ভাগৱত ব্যাখ্যা তুমি আপুনি কৰিবা। লোকক হৰিৰ ভক্তি উপদেশ দিবা॥ ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰিবাবা। আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা॥"
—গুৰু লীলা ৬৭ পৃঃ।

শঙ্কৰে বজা, ব্ৰাহ্মণ, স্ত্রীক কেতিয়াও শৰণ নকৰাওঁ বুলি নিজে উক্তি কৰি গৈছে। সেই অনুসৰি এতিয়াও মহাপুৰুষীয়াৰ ভিতৰত স্ত্রীক শৰণ দিয়া নিয়ম নাই *। কিন্তু ৺দেৱ দামোদৰে শঙ্কৰে সৈতে একে সময়তে স্ত্রী, বজা, ব্ৰাহ্মণ সকলোকে সমান ভাৱে শৰণ দি গৈছে। আৰু আজিও সেই নিয়ম প্ৰচলিত আছে। ইত্যাদি বহুতৰ প্ৰভেদ থকা স্বত্বেও প্ৰবন্ধ লেখকে কেনেকৈ সাহ কৰি শঙ্কৰৰ ধৰ্ম্মকে তেওঁৰ পাছত দেৱ দামোদৰে লোকসমাজত প্ৰচাৰ কৰি যোৱা বুলি লেখিছে বুজা নাযায়। ওপৰোক্ত কাৰণে কওঁ যে লেখকৰ ওপৰোক্ত কথা ভুল বা মিছা। তাৰ পাছত প্ৰবন্ধ লেখকে এটা গুৰুতৰ কথা অৰ্থাৎ ৺ দেৱ দামোদৰক শঙ্কৰৰ শিষ্য

* লেখকে এই কথা কোনে কলে? আছে। —সম্পাদক।

আৰু পুৰোহিত ৰামৰাম দ্বিজৰ শিষ্য বুলি দেখুৱাবলৈ চেষ্টা কৰিছে। দেখা যাওক এই বিষয়ত তেখেত কিমান কৃতকাৰ্য্য হৈছে। ৰামৰাম দ্বিজ শঙ্কৰৰ শিষ্য আৰু পুৰোহিত বুলি এই প্ৰবন্ধত উক্ত নকৰিলেও মহাপুৰুষীয়া মাত্ৰেই এই কথাটি অস্বীকাৰ নকৰিব বুলি আমাৰ বিশ্বাস।

প্ৰথমতঃ শঙ্কৰৰ নিজৰ উক্তি মতেই তেওঁৰ নিজৰ জীৱনীত আমি দেখিবলৈ পাওঁ যে তেওঁ ব্ৰাহ্মণ,— (যাজক ব্ৰহ্মণৰ হে।—সম্পাদক।) বজা আৰু স্ত্ৰীৰ গুৰু নহওঁ বুলি বাবস্থাৰ কৈছে। এনে স্থলতো যে তেওঁ ৰামৰাম দ্বিজক শিষ্য কৰি লৈ নিজৰ গুৰু পুৰোহিত পাতিব ই কথা আমি কেতিয়াও বিশ্বাস কৰিব নোৱাৰো আৰু সঁচা বুলি বিশ্বাস কৰিবলৈ যদি কোনবাই আমাক অনুৰোধ কৰে তেন্তে শঙ্কৰক মিছলীয়া বুলিবলৈ বাধ্য হওঁ। আৰু নিজৰ শিষ্যটিক প্ৰত্যেক দেৱ আৰু পিতৃৰ কাৰ্য্যত আগত বহাব বলৈ "সাধু-ভবানাস্তাং সধ্বহমাসে, ভবন্তং অহং অৰ্চ্চয়ামি" ইত্যাদি বাক্যেৰ (হে সাধো! সাধো! আপুনি বহিছে; সাধো মই বহিছোঁ; তেন্তে আপোনাক মই অৰ্চ্চনা অৰ্থাৎ পূজা কৰোঁ; কৰক;) সম্বোধন কৰি, ফুল, তুলসী, তাম্বুল, পাণ দি পূজা কৰিবলৈ, কাম কৰি উঠি শেষত "ব্ৰাহ্মণং জগত্তং তীৰ্থং পবিত্ৰং পাপ নাশনং, ভূদেব হৰমে পাপং, অময়া দুস্কৃতং কৃতং" অৰ্থাৎ ব্ৰাহ্মণ জগতৰ তীৰ্থস্বৰূপ, পবিত্ৰ পাপনাশকাৰী; হে ভূদেৱ! মই যিমান দুষ্কৰ্ম্ম কৰিছোঁ আৰু তাৰ ফলস্বৰূপ যিমান পাপ হৈছে তাক হৰণ কৰক, এই বুলি প্ৰণাম কৰাটো (শিষ্যক গুৰুৱে এই ভাবে প্ৰণাম কৰাটো) আমি কোনো ৰকমে ধাৰণা কৰিব নোৱাৰোঁ। মহাপুৰুষীয়া ধৰ্ম্মত গুৰুৱে শিষ্যক প্ৰণাম কৰা নিয়ম আছে যদি লেখকে আমাক বুজাই দিব। তাৰ পাছত প্ৰবন্ধ লেখকে বাঁহীৰ ৩২৪ পৃষ্ঠাত ৰামানন্দ দ্বিজৰ পদ উদ্ধাৰ কৰি যে লেখিছেঃ—

"শুনিয়া শঙ্কৰ দেৱে সন্তোষ পাইলন্ত। ৰাম ৰাম গুৰুক পাছে মাতি আনিলন্ত॥ বুলিলন্ত ৰাম ৰাম গুৰু শুনিয়োক। দামোদৰ গুৰুক শৰণ কৰিয়োক॥ ৰাম ৰাম গুৰু শুনি হৰি মন্দিৰত। কৰাইলা শৰণ পুনু হৰি চৰণত॥" শঙ্কৰে হেনো ৰামৰাম গুৰুক মাতি আনি কলে যে গুৰুদেৱ! দামোদৰ গুৰুক শৰণ কৰক। ৰাম ৰাম গুৰুৱে এই কথা শুনি হৰি মন্দিৰত পুনৰপি অৰ্থাৎ আকৌ এবাৰ দেৱ দামোদৰ গুৰুক হৰিৰ চৰণত শৰণ কৰালে।

ইয়াৰ অৰ্থই বা কি আমি যুক্তিসঙ্গতৰূপে একো বুজিব নোৱাৰিলোঁ। প্ৰথমতঃ যদি ৰামৰাম দ্বিজ শঙ্কৰৰ শিষ্য হয় তেন্তে শঙ্কৰে তেওঁক গুৰু বুলি সম্বোধন কৰা কথাটো আৰু বিজন ব্ৰাহ্মণ (দেৱ দামোদৰ) তেওঁৰ শৰণ লবলৈ গৈছে তেওঁক গুৰু বুলি স্বীকাৰ কৰা কথাটো দেখোঁতেই অতি অসম্ভৱ, কঠালৰ আমতাৰ নিচিনা হয় দেখোঁ? * তথাপি যদি মহাপুৰুষীয়া ধৰ্ম্মত আছে লেখকে বুজাই দিয়ক। আৰু পুনু শব্দটি লগাই আকৌ সোণত সুৱগা দিয়াৰ নিচিনাকৈ পদ্যটিত ৰং চৰাই দিছে। পুনু শব্দৰ অৰ্থ যদি পুনৰপি (আকৌ) হয়, তেন্তে ইয়াৰ দ্বাৰা বুজা যায় যে ৺দেৱ দামোদৰে আগেয়ে এবাৰ ক'তবা শৰণ লৈছিল; কিন্তু সেই শৰণে তেওঁৰ হেঁপাহ নপলোৱাত হে এপঁল পানীত পৰি শঙ্কৰৰ শিষ্য হবলৈ গৈছিল, কিন্তু কি হব, নিঃকিন বামুণৰ দুৰ্ভাগ্যলৰ গুণে সিও নঘটিল। অভিপ্ৰায়টি ভাঙ্গি কোৱা মাত্ৰেই গুৰুজনে শিষ্যজনক গুৰু বুলি হাত যোৰ কৰি তেওঁৰ শিষ্য গুৰু এজনক শৰণ কৰিবলৈ আদেশ দিলে। এই গল ৰামানন্দ দ্বিজৰ উক্তি পটল। তাৰ পাছত সাৰ্ব্বভৌম ভট্টাচাৰ্য্যঃ—

“পৰম বৈষ্ণৱ সিটো বিপ্ৰ দামোদৰ। উদাস মহন্ত সিটো শিষ্য শ্ৰেষ্ঠতৰ॥”

এই শিষ্য বা কাৰ শিষ্য বুজালে? ওপৰ কেইফাকিলৈ মন কৰিলে শঙ্কৰৰ শিষ্য যেন বুজোঁ। অৰ্থাৎ দামোদৰ যেন মহা দুখীয়া বামুণৰ লৰা আছিল, দয়াৰ আকৰ শঙ্কৰে জানিবা প্ৰিয় শিষ্যৰ দুৰ্গতি দেখিব নোৱাৰি পঢ়াই শুনাই তেওঁক ডাঙৰ দীঘল কৰি পূজা কৰিবৰ অধিকাৰ দি পাটবাউসীত এখন সত্ৰ পাতি তাতে তেওঁক থৈ গ্লিলে আৰু কন্মী বামুণবিলাকক শৰণ দিবলৈ এটি সৰু হুকুম দিলে। প্ৰবন্ধ লেখকে এই দুইজনৰ ওপৰতে বিশেষকৈ নিৰ্ভৰ কৰি নিঃকিন দামোদৰক শঙ্কৰৰ শিষ্য বুলি দেখুৱাবলৈ চেষ্টা কৰিছে। তেখেতে লেখিবৰ সময়ত জানিবা অবাধে ৰামকাণেৰে লেখি গৈছে কিন্তু আমাৰ নিমাখিত প্ৰাণীৰ বুজাত হে মহা বিভ্ৰাট ঘটিছে। একেফাকি

---

* শঙ্কৰদেৱৰ কালত ব্ৰাহ্মণ মাত্ৰকেই আন জাতৰ লোকে গুৰু বুলি সম্বোধন কৰিছিল; লেখকে বুজা শিষ্যৰ গুৰু ভাৱত নহয়। ‘ৰুক্মিণীহৰণত’ ৰুক্মিণীয়ে বেদনিধিক “গোপ্য কৰি যাইবা গুৰু” বুলি সম্বোধন কৰা আছে। কৃষ্ণই ও গুৰু বুলিছে। আৰু অনেক প্ৰমাণ আছে।—সম্পাদক।

পদ্যৰ ভিতৰতেই ৰামানন্দে কয় ৰামৰামৰ শিষ্য আৰু সাৰ্ব্বভৌমে কয় শঙ্কৰৰ শিষ্য, এতিয়া নিঃকিন বামুণৰ লবাৰ এই দুই টানত পৰি প্ৰাণ যায় যেন দেখোঁ ; কোনটি স্চাঁ বুলি ধৰোঁ ? ইফালে কবি, কিন্তু এওঁলোক দুইজনেই সত্য কথা লেখিছে বুলি তাৰ তলতে ডড়াই ডড়াই আমাক দুয়োজনক বিশ্বাস কৰিবলৈ কৈছে ; এতিয়া আমাৰ উপায় ? লেখকৰ মতে এই দুইটিয়েই স্চাঁ, কিন্তু কোনটি কেই অনা স্চাঁ তেওঁ আমাক স্চাঁৰ ওজনটি বুজাই দিব নে ? ইফালে দেখোঁ যে ৺দেৱ দামোদৰে যেতিয়াই শঙ্কৰৰ লগত দেখা সাক্ষাৎ কৰিছে তেতিয়াই তেওঁক শঙ্কৰে গুৰু বুলি সম্বোধন কৰি নিজে আসন দি বহুৱাইছে ; নানাৰূপ উপদেশ কথা শুনিছে। সেই সম্বন্ধে কৃষ্ণা-নন্দই কৰা ৺দামোদৰ ব্যাখ্যাত এইৰূপে লেখা আছেঃ—

ৰামে ৰায়ে প্ৰশ্ন কৰাত শঙ্কৰ মাধৱো পৈ ৺দেৱ দামোদৰ ওচৰত কেনেকৈ উপদেশ লৈছে শুনা :—

"বিশ্বাস থানত বহি আছে দামোদৰ। অনন্তযে বাত্রি যে গৈলেক দুই পৰ ॥
বিশ্বাস কথাক পুছিলন্ত ৰাম ৰায়। যাৰ জন তক্ত সমে আছে এক ঠাই ॥
হে প্ৰভো দামোদৰ দেৱ আদিদেৱ। ইহ পৰকালে তুমি বিনে নাই কেৱ ॥

*　*　*　*　*

বাড় গোটা যোগ বুলি কহয় শাস্ত্ৰত। কহিয়োক বাড় যোগ ভৈলা কেন মত ॥

*　*　*　*　*　*

এহি বুলি দামোদৰে কহিবাক লৈলা। শঙ্কৰ মাধৱ আসি উপস্থিত ভৈলা ॥

*　*　*　*

শঙ্কৰে বোলন্ত আগে শুনিয়ো গোঁসাই। গোধন্তা জনত মাত্ৰ কহিতে জুৱাই ॥

*　*　*　*

ভাৰত বৰিষে আছে কথা যত যত। সবাক কহিয়ো শুনো তোমাৰ মুখত ॥
তোমাৰ আমাৰ কিছু ভিন্ন ভাব নাই। গোপ্য নাৰাখিবা মোত কহিও গোসাঁই ॥"

এই প্ৰশ্নত শঙ্কৰ মাধৱ আৰু ৰামৰায় আৰু ১২ জন শিষ্যৰ আগত ৺দেৱ দামোদৰে যেনেকৈ স্থূলিপাতন আৰু ভক্তিযোগ ব্যাখ্যা কৰিছে শুনিলে আশ্চৰ্য্য হব লাগে। এইবিলাক দেখিলে শুনিলেহে ৺দেৱ দামোদৰ যে কিমান আগাঢ় পণ্ডিত আৰু জ্ঞানী আছিল তাক বুজা যায়।

তাৰ পাছত দেখোঁ যে শঙ্কৰে ৺ দামোদৰক "পঢ়াই পূজা ভাগ দিলে ;" ইয়াৰ বা অৰ্থ কি? শঙ্কৰে ৺ দেৱ দামোদৰক নিজে পঢ়াইছিল নে কি? নাইবা খৰচ দি ক'তবা ইস্কুল বা পঢ়াশালত পঢ়ুৱাইছিল? আমি চিৰকাল শুনি আৰু পুথিত পঢ়ি আহিছোঁ যে ৺ দেৱ দামোদৰে কোনো দিন কোনো শূদ্ৰৰ মুখে পঢ়া নাছিল, কলাপাচাৰ্য্য নামে এজন ব্ৰাহ্মণ পণ্ডিতৰ মুখে সংস্কৃত পঢ়িছিল। আকৌ শঙ্কৰে বা তেওঁক কেতিয়া পঢ়াইছিল? বোধকৰোঁ "ৰজনী স্থূলত" হব পায়? তাৰ পাছত "পূজা ভাগ দিয়াৰ" বা অৰ্থ কি? শঙ্কৰে হুকুম নিদিলে ৺ দেৱ দামোদৰে পূজাপাটল একো কৰিব নোৱাৰিছিল হবলা? নাইবা তেওঁক শঙ্কৰে পূজা শিক্ষা দিছিল? শূদ্ৰই ব্ৰাহ্মণক পূজা শিকাইছিল বোলা কথাটো দেখোঁ শুনাতেই শুকক বেদ পঢ়োৱা বা পিতা-মহক গৃহস্থী শিকোৱা কথা হেন লাগে। যি হওক পূজা ভাগ কেনেকৈ দিলে আৰু পাটবাউসীত কেনেকৈ আচাৰ্য্য পাতি থলে ইয়াৰ ভুভটং আমি একো নাপাওঁ। পাৰে যদি প্ৰবন্ধ লেখকে আমাক এটা বুজ দিয়ক।

শঙ্কৰে সত্ৰ পাতি ৺ দেৱ দামোদৰক স্থাপন কৰাটো দূৰৰ কথা, তেওঁৰ দিনতো দেখোঁ তেওঁ কোনো সত্ৰ পতাই আমি নোজানো *। মহাপুৰুষীয়াৰ প্ৰধান সত্ৰ বৰপেটাখনি মাধৱে পতা। বৰপেটা সম্বন্ধে পুৰণি পুথি এখনিত আমি এই দৰে পঢ়িছোঁ যে বৰপেটা নামে এজন মুছলমানৰ সেই ডোখৰ মাটি আছিল, পিছে মাধৱে সেই ঠাইত সত্ৰ পাতিবলৈ মাটি খুজাত বৰপেটাই কলে যে মই মাটি দিম কিন্তু মোৰ এটি অনুৰোধ তুমি ৰাখিবা বুলি শপত খোৱাঁ। মাধৱে সেইৰূপ কৰিলত, বৰপেটাই কলে যে মোৰ মাটিত সত্ৰ পাতিলে মোৰ নাম সত্ৰখনিৰ আগত থাকিব লাগিব। মাধৱে একান্ত এৰাব নোৱাৰি সত্ৰৰ নাম বৰপেটা থলে।

তাৰ পাছত শঙ্কৰে দামোদৰক হুকুম দিলে যে কিছুমান কৰ্ম্মী অৰ্থাৎ নীচ (?) বামুণক তুমি শৰণ কৰাবা। সিফালে দেখোঁ আসামত প্ৰধান মুখ-পাত চাৰিখনি সত্ৰই ৺ দেৱ দামোদৰৰ প্ৰধান আচাৰ্য্যসকলে পতা, (১) আৰু আসামৰ ভিতৰত সেই সময়ত যিমান ডাঙৰ পণ্ডিত, গোস্বামী,

* লেখকে নাজানিলেও, শঙ্কৰদেৱে বৰদোৱা বেলগুৰি আদি অনেক সত্ৰ পাতিছিলে। —সম্পাদক। (১) ইয়াৰ কাৰণ কি লেখকে নাজানে।—সম্পাদক।

ব্ৰাহ্মণ, কায়স্থ আৰু উচ্চ বংশৰ ধনী মানী মানুহ মদিয়াৰপৰা তাহীৰ কোচবেহাৰ-লৈকে সীমা ধৰি ইয়াৰ ভিতৰত যি যি বসতি কৰিছিল সকলোৱে ৺ দেৱ দামোদৰত শৰণ লৈছিল। হকুমদাৰীজনৰ ভাগত দেখোঁ আসাধৰ নিতান্ত নীচ কুলৰ অৰ্থাৎ ডোম, হাৰি, চণ্ডাল, যুগী, শৰণীয়া কছাৰী, মেছ, সূত, মোৱামৰীয়া, মিৰি, কাছাৰী, তেলী, মালী, শুঁৰী, কমাৰ, তাঁতী এইবিলাক হে পৰা দেখা পাওঁ। যি জনে ভগাই দিয়ে তেওঁৰ ভাগত ভাল বস্তু লোৱাৰ নিয়ম নাই হবলা ?

এতিয়া ওপৰত লেখা কাৰণে দেখা গল যে প্ৰবন্ধ লেখকে যি দুইজন পণ্ডিত ব্ৰাহ্মণৰ লেখাৰ ওপৰত একান্ত বিশ্বাস কৰি দামোদৰক শঙ্কৰদেৱৰ শিষ্য কৰিব খুজিছে তেওঁলোক দুইজনৰ কোন জনৰ কথা সঁচা আৰু কোন জনৰ মিছা তাক আমি একো থিৰাং কৰিব নোৱাৰিলোঁ। এই দুই জনৰ কথা যদি বিশ্বাসযোগ্য নহয় তেন্তে লেখকে ৺ দামোদৰক ৰাম ৰাম ব্ৰাহ্মণৰ বা ৺ শঙ্কৰদেৱৰ শিষ্য বুলি প্ৰমাণ কৰিব খোজাটো বাউ-নাই চন্দ্ৰ ধৰিব খোজাৰ নিচিনা হাত মেলা কথা যেন দেখা যায়। ৰাম ৰাম দ্বিজক লেখকে অবিশ্বাস কৰিছে গতিকে আমিও সম্প্ৰতি তেওঁক এৰি দিলোঁ। এতিয়া বাকী আছে কেৱল শঙ্কৰদেৱৰ নিজৰ উক্তি। শঙ্কৰে নিজে যিবোৰ শাস্ত্ৰ ৰচনা কৰিছে বা মহাপুৰুষীয়া ধৰ্ম্মত যিবিলাক আহি চৰিত্ৰ আছে তাত দেৱ দামোদৰ যে শঙ্কৰদেৱৰ বা ৰামৰামৰ শিষ্য এনে কথা ক'ত বা আছে নে ?

শঙ্কৰৰ মৃত্যুৰ পাছত শ্ৰাদ্ধলৈ অন্যান্য সকলো ভকত গৈছিল, আৰু ৺ দেৱ দামোদৰকো নিমন্ত্ৰণ কৰিছিল ; কিন্তু শূদ্ৰৰ শ্ৰাদ্ধলৈ যোৱা নিয়ম নথকা গুণে তেওঁ শ্ৰাদ্ধলৈ নগল। তেতিয়াই মাধৱে শিষ্যবিলাকক কলে যে অন্যান্য বহু ব্ৰাহ্মণ আৰু শিষ্যবিলাক গুৰুৰ শ্ৰাদ্ধলৈ আহিল, কিন্তু দামোদৰ দেৱে যেতিয়া আমাক ঘিণ কৰি ( শূদ্ৰৰ বুলি নহয়,-স, ) শূদ্ৰৰ শ্ৰাদ্ধলৈ বুলি নাহিল তেতিয়া আজিৰপৰা তেওঁৰ লগত আমাৰ সম্ভাষ কথা উচিত নহয় ; এই বুলি কোৱাত তেতিয়াৰপৰা মহাপুৰুষীয়া আৰু দামোদৰীয়াৰ ভিতৰত কিছু মনান্তৰ হল। সেই ভাব আজিলৈকে চলি আহি আছে। ৰামৰাম দ্বিজৰ বা শঙ্কৰদেৱৰ শিষ্য হলে এনে পবিত্ৰ শ্ৰাদ্ধক ৺ দেৱ দামোদৰে ঘিণাইছিল নে ? ইত্যাদি

অসংখ্য কথা আছে, থাক লেখিলে প্ৰবন্ধ অতিশয় ডাঙৰ হৈ পৰে। মই বোধকৰোঁ ওপৰোক্ত প্ৰমাণবিলাক তালকৈ পঢ়ি চালেই প্ৰবন্ধ লেখকে নিজৰ ভুল ভালকৈ দেখিবলৈ পাব। ৰামানন্দ আৰু সাৰ্ব্বভৌম দুইজনেই শূদ্ৰসেবী বা শূদ্ৰোচ্ছিষ্টভোজী মহাপুৰুষীয়া ব্ৰাহ্মণ। তেওঁলোকে নিজৰ জাতি ধৰ্ম্ম পৰিত্যাগ কৰি শূদ্ৰক সেৱা কৰি জাতিভ্ৰষ্ট হৈ, * * ৺ দামোদৰৰ নিচিনা এনে নিষ্কলঙ্ক ঈশ্বৰ পুৰুষক সেইৰূপে আধাফুটীয়া অসঙ্গতীয়া কথাৰে এতোথৰ কাকতত লেখি থৈ গলেই ৺ দেৱ দামোদৰৰ জাতি গল নে? বা সেইটোকে এটা authority বুলি মানিব লাগিল নে? যাৰ নিজ ধৰ্ম্মত বিশ্বাস নাই তেনেকুৱা মানুহৰ আগগুৰি নোহোৱা কথা ধৰি প্ৰবন্ধ লেখাও * * মাত্ৰ। কামৰূপ চিৰকাল এখন ব্ৰাহ্মণপ্ৰধান পণ্ডিতৰ দেশ বুলি প্ৰসিদ্ধ; তাত এজন শূদ্ৰসেবী জাতি-যোৱা ব্ৰাহ্মণে হাজাৰ হাজাৰ ব্ৰাহ্মণ পণ্ডিত আৰু আসামৰ উচ্চ বংশীয় লক্ষ লক্ষ শিষ্যক পদজল খুৱাই শিষ্য কৰি ৺ দামোদৰী পন্থা এটি স্থাপন কৰি গল নে? * * * *।

এতিয়া দেখা যাওক শঙ্কৰদেৱৰ গুৰু কোন আছিল। ৺ শঙ্কৰদেৱৰ গুৰু কোন আছিল তাক আমি তেওঁৰ জীৱন-চৰিত্ৰত কতো স্পষ্টৰূপে পোৱা নাই। কিন্তু তেওঁৰ গুৰু যে এজন আছিল তাৰ কোনো ভুল নাই; যিহেতু তেওঁ নিজেই তলত লেখা পুথিত তেওঁৰ গুৰু আছে বুলি কৈ গৈছে। উত্তৰ কাণ্ডৰামায়ণত লেখিছে, যথাঃ—

"ৰাম পাদপদ্ম দুই হৃদয়ত ধৰি। গুৰুৰ চৰণ মনে নমস্কাৰ কৰি॥" ইয়াৰ দ্বাৰা সুন্দৰ ৰকমে বুজিব পাৰি যে তেওঁৰ গুৰু এজন আছিল। এতিয়া সেই গুৰু জন কোন? যাক তেওঁ দেখিলেই কৰযোৰে গুৰু বুলি সম্বোধন কৰি পৰম সমাদৰেৰে বহিবলৈ আসন বসন দি পূজা কৰিছিল, যাৰ ঠাইত সদায় আমি ওপৰত কৈ অহাৰ দৰে পৰম ভক্তি ভাৱে ধৰ্ম্মোপদেশ লৈছিল, সেই পৰম জ্ঞানী ঈশ্বৰ পুৰুষ ৺ দেৱ দামোদৰ নহয় নে? নহৱৰ কাৰণ কি? (নাই; কাৰণ গাৰ বল,-স,) কোন গুণে তেওঁ শঙ্কৰদেৱৰ গুৰু হৱৰ উপযুক্ত নাছিল? নে বংশমৰ্য্যাদাত? নে পাণ্ডিত্যগুণত? নে অন্য কি কাৰণত শঙ্কৰদেৱে ৺ দামোদৰ দেৱত শৰণ লোৱাৰ বাধা আছিল? কেৱল এটা কথা কব পাৰে যে ৺ শঙ্কৰদেৱ ৺ দেৱ দামোদৰতকৈ বয়সে ডাঙৰ আছিল;

কিন্তু কম বয়সৰ গুৰুত ধৈছি বয়সৰ শিষ্যই শৰণ লোৱা কথাটি নতুন নহয়; হেজাৰ হেজাৰ দৃষ্টান্ত আমি দেখুৱাই দিব পাৰোঁ। পণ্ডিত প্ৰৱৰ গোপাল মিশ্ৰ কবিৰত্নই ৺ শঙ্কৰদেৱৰ মৃত্যুৰ পূৰ্ব্বেই (?) লেখা তেওঁৰ "ঘোষা ৰত্নত" শঙ্কৰ আৰু মাধৱৰ বিষয়ে কি লেখি থৈ গৈছে চাওক।—

"শ্ৰীমন্ত শঙ্কৰ শুভাশয়, দামোদৰ যশ প্ৰকাশয়, ভাগৱত ক্ষীৰ পয়োধিত গৈলা তল। * * শ্ৰীমন্ত মাধৱ নাম ধৰি, বিষয় সুখক পৰিহৰি, কৃষ্ণ যশ ৰস কৰিলা যিটো বিস্তাৰ। দামোদৰ মত অনুসৰি, মুখে গোবিন্দৰ নাম ধৰি, সন্ত হৰি নাম বখানিলা সাৰেসাৰ॥"

ইয়াৰপৰাও বুজা নাযায় নে যে ৺ দেৱ দামোদৰৰ মত অনুসৰণ কৰিয়েই শঙ্কৰদেৱ আৰু মাধৱদেৱে ধৰ্ম্ম প্ৰচাৰ কৰিছিল। পুৰণি অসমীয়া সাহিত্যত এনে ভূৰি ভূৰি প্ৰমাণ আছে। আৱশ্যক হলে প্ৰকাশ কৰা হব।

এতিয়া পৰিল অৱতাৰৰ পাল। প্ৰবন্ধ লেখকে তেখেতৰ শঙ্কৰদেৱ হে এজন অৱতাৰ আৰু ৺ দেৱ দামোদৰ অৱতাৰ হব নোৱাৰে বুলি বাৰে বাৰে ডঢ়াই ডঢ়াই আমাক মানিবলৈ কৈছে; এতিয়া শঙ্কৰদেৱৰ অৱতাৰটো আমি তেখেতৰ ধমকানিতে মানি লব লাগে নে অন্য কিবা শাস্ত্ৰীয় প্ৰমাণ চাবৰ আমাৰ অধিকাৰ আছে? তেখেতে জানিবা বাম কাপৰ বলত একে দোপে লেখি গৈছে যে যাক (শঙ্কৰক) "ব্ৰাহ্মণাদি সকলো শ্ৰেণীৰ লোকে ঈশ্বৰাৱতাৰ বুলি মানিছিল" ইত্যাদি। আমি কব খোজোঁ যে, যি কেইজন বামুণে নিজৰ স্বধৰ্ম্ম অৰ্থাৎ ব্ৰাহ্মণৰ জীৱন স্বৰূপিণী গায়ত্ৰী আৰু সন্ধ্যোপাসনাদি নিত্যকৰ্ম্ম আৰু জাতি কুল এৰি শূদ্ৰ ৺ শঙ্কৰদেৱক গুৰু ভজি জাতিভ্ৰষ্ট হৈছিল সেই কেই জন বামুণত বাজে আৰু অন্য কোনেও শঙ্কৰদেৱ ঈশ্বৰাৱতাৰ, অসমীয়া ভাষা আৰু সাহিত্যৰ আদি গুৰু বুলি স্বীকাৰ নকৰে; কৰিবৰ একো কাৰণো নাই। যি হেতু, শঙ্কৰৰ পূৰ্ব্বে বহু ব্ৰাহ্মণ, মহাকবি মাধৱ কন্দলি, অনন্ত কন্দলি আদিয়ে অসমীয়া ভাষাত অতি সুন্দৰ সুন্দৰ গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। ৺ শঙ্কৰদেৱে তেওঁবিলাকক (যেনে সংস্কৃত ভাষাত মহাকবি বাল্মিকিক আদি গুৰু বুলি মানি অন্যান্য কবিপ্ৰৱৰে তেওঁৰ আহি লৈ গ্ৰন্থ ৰচনা কৰি গৈছে) কবিগুৰু বুলি মানি তেওঁবিলাকৰ আহি চাই পিছে গ্ৰন্থ ৰচনাত হাত দিছে বুলি নিজেই লেখি গৈছে, ভাত আৰু' অসমীয়া ভাষাৰ আৰু

সাহিত্যৰ আদি গুৰু" বিশেষণ শব্দৰক দিয়াত লেখকৰ ** হে প্ৰকাশ পাইছে মাথোন। বৰঞ্চ মহাকবি পণ্ডিতপ্ৰবৰ ভট্টদেৱক এই বিশেষণ দিলে উপযুক্ত হয়; যিহেতু তেখেতে প্ৰথমে গদ্য সাহিত্য "কথা ভাগৱত" আদি গ্ৰন্থ আসামত লেখি গৈছে; সেই সময়ত আসামত নহয়, তাতকৈ বহুৎ উন্নত বঙ্গদেশতো গদ্য সাহিত্য আছিল বুলি আমি প্ৰমাণ নাপাওঁ।

প্ৰবন্ধ লেখকে কেৱল শঙ্কৰদেৱ হে আসামত বিষ্ণু অংশে জন্ম গ্ৰহণ কৰি অৱতাৰ হৈছিল, ৺ দেৱ দামোদৰক অৱতাৰ বুলিলে অৱতাৰৰ সংখ্যা বাঢ়ে অৰ্থাৎ আগেয়ে আছিল অৱতাৰ ১০টি মাথোন, পিছে টানিমানি এটা বঢ়াব পাৰি; কিন্তু তাতকৈ বেছি বঢ়ালে অৱতাৰৰ জৰীডালি ছিগি যাব বুলি, হিন্দুধৰ্ম্মৰ মঙ্গল চিন্তি যাতে অৱতাৰ কেইটি ঠিক থাকে তাৰে চেষ্টা কৰিছে হবলা? নতুবা আক অন্য ভয়ৰ একো কাৰণ নেদেখোঁ। কাৰণ যদি হিন্দু শাস্ত্ৰ চাই শাস্ত্ৰ মতে অৱতাৰ নিৰ্ণয় কৰিব খোজে তেন্তে সেই সম্বন্ধে শাস্ত্ৰই কয় যে—"মৎস্য কূৰ্ম্মো বৰাহশ্চ নৰসিংহোহথ বামন।

ৰামোৰামশ্চ ৰামশ্চ বুদ্ধ কল্কিশ্চতে দশ॥"

মৎস্য, কূৰ্ম্ম, বৰাহ, নৃসিংহ, বামন, পৰশুৰাম, শ্ৰীৰাম, হলিৰাম, বুদ্ধদেৱ, কল্কি এই দশটি অৱতাৰ। পিছে দশটিৰ অতিৰিক্ত একাদশ শঙ্কৰাৱতাৰ আছে বুলি আমি শাস্ত্ৰত কতো দেখা মনত নপৰে; পিছে তেখেতে যদি ১০ অৱতাৰৰ অতিৰিক্ত একাদশ অৱতাৰ ধৰিব পাৰে, তেন্তে দ্বাদশ বা ত্ৰয়োদশ ধৰাত কিয় ইমান ভয় কৰিছে আমি তাৰ যুক্তিসঙ্গত কাৰণ একো নেদেখোঁ। হৰিদেৱ সম্বন্ধে আলোচনা কৰা আমাৰ উদ্দেশ্য নহয়, যিহেতু হৰিদেৱ সম্বন্ধে আমি শাস্ত্ৰ আদি ভালকৈ চোৱা নাই; কেৱল ৺ দেৱ দামোদৰ সম্বন্ধে যৎসামান্য লেখা হল। আৱশ্যক হলে পিছত বহলাই লেখিবলৈ সাজু আছোঁ।

অৱশেষত আমি কওঁ যি শঙ্কৰদেৱে প্ৰথমে মহেন্দ্ৰ কন্দলি নামে এজন ব্ৰাহ্মণ পণ্ডিতৰ মুখে সংস্কৃত পঢ়ি সংস্কৃতত ব্যুৎপত্তি জন্মিলত কিছুমান সংস্কৃত শাস্ত্ৰ ভাঙি পদ ৰচনা কৰি গৈছে, তেওঁ নিজৰ মস্তিষ্কৰপৰা নিজে কোনো নতুন শাস্ত্ৰ লেখা নাই বা বুদ্ধদেৱ, যিযুখ্ৰীষ্ট আৰু মহম্মদৰ নিচিনা কোনো নতুন ধৰ্ম্ম প্ৰচাৰ কৰা নাই, কেৱল শূদ্ৰাদিৰ ভিতৰত সহজ ভাৱে

নাম-ধৰ্ম্ম প্ৰচাৰ কৰি গৈছে, তাকে দেখি শঙ্কৰদেৱৰ গুণত মুগ্ধ হৈ দুই এজন অল্পবুদ্ধিৰ বামুণে যদি তেওঁৰ উপদেশ গ্ৰহণ কৰিছিল, কৰিছিল; তেনেকৈ এতিয়াও ২।৪ জন বামুণ খ্ৰীষ্টিয়ান, বৌদ্ধ আৰু ব্ৰাহ্ম হব লাগিছে। সেই বাবে ৺ শঙ্কৰদেৱে কেতিয়াও আজিকালিৰ তেওঁৰ ভকতবোৰৰ নিচিনা ব্ৰাহ্মণক অবমাননা কৰি মই ব্ৰাহ্মণৰ গুৰু হলোঁ। বুলি কণো গঙপ মাৰি যোৱা নাই। বৰং সদায় তেওঁ ব্ৰাহ্মণক শীৰ্ষ স্থানত ৰাখি গুৰু বুলি মানি ধৰ্ম্ম প্ৰচাৰ কৰি গৈছে। তেওঁৰ ভক্তবিলাকেও তেওঁৰ মান ৰাখি ৺ শঙ্কৰ দেৱৰ আহি লৈ চলাটোৱেই যুগুত। আমি বঙ্গালীক বঢ়াই দেখুৱাবলৈ (১) শঙ্কৰ মহাকবি আসামৰ এজন প্ৰধান গৌৰৱ-সূৰ্য্য, ইত্যাদি বিশেষণ দি আজিকালিৰ নতুন নিয়মে "এনিভাচে'ৰি" আদি কৰাত একো আপত্তি নকৰোঁ। যেনে দণ্ডিপৰ্ব্বত পাণ্ডৱে কৃষ্ণৰ লগত যুদ্ধ কৰিবৰ সময়ত শত্ৰু হলেও কৌৰৱক তেওঁলোকৰ পক্ষে যুদ্ধ কৰিবলৈ নিমন্ত্ৰণ কৰাত দুঃশাসনে আহিবলৈ আপত্তি কৰিছিল কিন্তু ৰাজা দুৰ্য্যোধনে কৈছিল যে নহয়, যেতিয়া কৌৰৱ আৰু পাণ্ডৱৰ ভিতৰত যুদ্ধ লাগে তেতিয়া পাণ্ডৱ পাচ ভায়েক আৰু আমি ১০০ ভাই বুলি বিবেচনা কৰিম; কিন্তু যেতিয়া অন্যৰ লগত লাগে তেতিয়া আমি কৌৰৱ পাণ্ডৱে মিলি ১০৫ ভাই বুলি বিবেচনা কৰা উচিত। এতেকে আমি অৱশ্যে যাম। বঙ্গালীৰ লগত তৰ্ক কৰিবৰ সময়ত সেই নীতি ধৰি আমিও তাত যোগ দিওঁ। ভাতে সাহ বাঢ়ি গৈ ইমানলৈ উঠি আৰু বিনা কাৰণত এনেকৈ * * (২) প্ৰবন্ধ লেখকক আমি আগলৈ সাৱধান কৰি দিব খোজোঁ। অৱশেষত আমি বেঙ্গৰুৱা ডাঙৰীয়াক কওঁ যে তেখেতৰ নিচিনা * * (৩) সম্পাদকৰ কাকতত এনে একলীয়া বিদ্বেষ মূলক প্ৰবন্ধ প্ৰকাশ হোৱাত আমি বাস্তৱিকতে অন্তৰেৰে সেতে দুখ পাইছোঁ। এতিয়া তেখেতে আগেয়ে সেই প্ৰবন্ধ যেতিয়া প্ৰকাশ কৰিছে তাৰ সমালোচনা

---

(১) আমি অচৰিত মানিছোঁ যে প্ৰবন্ধলেখকে এইবাৰ কথা কবলৈ অলপো সঙ্কোচ বোধ নকৰিলে।—সম্পাদক।

(২) এই খিনিত অতি জঘন্য গালি এবাৰ আছিল। প্ৰবন্ধ লেখকৰ ৰুচি দেখি আমি অবাক।—সম্পাদক।

(৩) এই খিনিত আমাৰ প্ৰশংসা আছিল।– সম্পাদক।

স্বৰূপ এই সক ( ?—স, ) প্ৰবন্ধটিও যেখেতৰ বাঁহীৰ এচুকত ( এই এচুকে বাঁহীৰ চাৰিউ চুকৰ কণ-কঠীয়া মাৰিলে!—স,। ) ঠাই দি সমদৰ্শীতাৰ পৰিচয় দিব বুলি আমি আশা কৰিলোঁ।

এজন কামৰূপীয়া।

---

# প্ৰতিবাদৰ উত্তৰ।

আমি লিখা প্ৰবন্ধৰ দোষ দেখুৱাবলৈ "এজন কামৰূপীয়াই" দীঘল প্ৰতিবাদ লিখিছে; কিন্তু দুখৰ বিষয় তেওঁৰ প্ৰতিবাদত যুক্তিৰ পৰিবৰ্ত্তে অযথা কটূক্তি আৰু কুবাক্যই হে সৰহ ঠাই অধিকাৰ কৰিছে। প্ৰতিবাদ লিখক নিজে এজন দামোদৰীয়া পন্থৰ ভক্ত হৈও দামোদৰদেৱে কি ধৰ্ম্মমত প্ৰবৰ্ত্তাবলৈ যত্ন কৰিছিল তাকে নেজানে, ই বৰ আচৰিত কথা। মহাপুৰুষ শঙ্কৰে প্ৰচাৰ কৰা বিশুদ্ধ নাম-কীৰ্ত্তন ধৰ্ম্ম "নাম মাত্ৰ হিন্দুধৰ্ম্ম," "বৌদ্ধ ধৰ্ম্মৰ নামান্তৰ," ই "শাস্ত্ৰীয় ধৰ্ম্ম নহয়" এনেকৈ লিখি প্ৰতিবাদ লিখকে নিজৰ পাণ্ডিত্য আৰু শাস্ত্ৰত ব্যুৎপত্তি কিমান তাকে দেখুৱাইছে। যি শঙ্কৰে এঠাইত নহয়, এবাৰ নহয়, ভিন ভিন ঠাইত বাৰে বাৰে কুতৰ্কী ব্ৰাহ্মণসকলক শাস্ত্ৰৰ তৰ্কত পৰাস্ত কৰিছিল, যিজনে হিন্দুৰ পবিত্ৰ শাস্ত্ৰ ভাগৱত, গীতা উপনিষদ প্ৰভৃতিৰ সাৰোদ্ধাৰ কৰি তাৰ মৰ্ম্ম দেশীয় ভাষাত লিখি সৰ্ব্ব-সাধাৰণৰ মাজত হৰিভক্তি প্ৰচাৰ কৰিছিল, তেনেজনে প্ৰবৰ্ত্তন কৰা ধৰ্ম্ম "শাস্ত্ৰীয় ধৰ্ম্ম নহয়" বুলি প্ৰতিবাদ লিখক আৰু তেওঁৰ দলৰ লোকৰ বাহিৰে আন কোনো নিৰপেক্ষ লোকে নকয়। (১)

---

(১) আহাৰ মাহৰ "সন্মিলন" পত্ৰিকাত কটন কলেজৰ প্ৰফেচৰ পণ্ডিত পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ মহাশয়ে এই বিষয়ে লিখিছে:—"শঙ্কৰ দেব ও মাধব দেব উভয়েই শাস্ত্ৰজ্ঞ ছিলেন, শাস্ত্ৰ গ্ৰন্থাদিৰ অনুবাদ কৰিয়া সাধাৰণ্যে বিষ্ণু ভক্তিৰ প্ৰচাৰ কৰিয়াছিলেন। কোনওৰূপ শাস্ত্ৰ বিগৰ্হিত কাৰ্য্যেৰ প্ৰশ্ৰয় তাহাৰা দেন নাই। বৰং অনেক অনেক বিষয়ে তাহাদেৰ সমকালে প্ৰবৰ্ত্তিত চৈতন্য সম্প্ৰদায়েৰ বৈষ্ণব অপেক্ষাও যে তাহাদেৰ মতানুবৰ্ত্তীগণ স্মাৰ্ত্তৰ শাস্ত্ৰাচাৰেৰ অনুষ্ঠান কৰিতেছে ইহাই প্ৰতীত হয়।"

বিদ্যাবিনোদ মহোদয়তকৈ প্ৰতিবাদ লিখক বেছি শাস্ত্ৰজ্ঞ যেন অনুমান নহয়।

প্ৰতিবাদ লিখকে লিখিছে "শঙ্কৰৰ ধৰ্ম্মক আমি কোনো শাস্ত্ৰীয় ধৰ্ম্ম বুলিব নোৱাৰোঁ; যিহেতু "আন দেবী দেৱ নকৰিবা সেৱ" অৰ্থাৎ কৃষ্ণ ভিন্ন আন দেবী দেৱক সেৱা পূজা নকৰিবা, এই মহা মন্ত্ৰ যি ধৰ্ম্মৰ মূল মন্ত্ৰ, যি ধৰ্ম্মত বেদ পুৰাণ তন্ত্ৰোক্তাদি দেৱ দেবীৰ পূজা একেবাৰে নিষিদ্ধ, যি ধৰ্ম্মত হিন্দু ধৰ্ম্মৰ আদি গুৰু পৃথিবীপূজ্য ব্ৰাহ্মণৰ প্ৰাধান্য স্বীকাৰ নকৰে আৰু ব্ৰাহ্মণৰ সন্ধ্যা, পূজা, গায়ত্ৰী, নিত্য হোম আদি ক্ৰিয়া কৰা নিষিদ্ধ বুলি কয়, সেই ধৰ্ম্মটি এটি হিন্দুধৰ্ম্মৰ উপজাতৰ স্বকপোল-কল্পিত বৌদ্ধধৰ্ম্মৰ নামান্তৰ, নাম মাত্ৰ হিন্দু ধৰ্ম্মত বাজে আন কি ধৰ্ম্ম বুলিব পাৰি? ইত্যাদি ইত্যাদি।" ঠিক এনে প্ৰকাৰ আপত্তিকে ৰাজা নৰনাৰায়ণৰ সভাত ব্ৰাহ্মণসকলে কৰিছিল। শেহত, শঙ্কৰৰ শাস্ত্ৰীয় যুক্তি খণ্ডন কৰিব নোৱাৰি ব্ৰাহ্মণসকল পৰাস্ত হল, তেওঁৰ মতেই শাস্ত্ৰসম্মত বাবে গ্ৰহণীয় হল। দামোদৰদেৱে প্ৰচাৰ কৰা ধৰ্ম্মৰ বিৰুদ্ধেও ৰাজা পৰীক্ষিতনাৰায়ণৰ সভাত এনে প্ৰকাৰ আপত্তি পুনৰ ব্ৰাহ্মণসকলে কৰাত দামোদৰক ৰাজাই মাতি নি সুধিছিল :—

"শুনা মহাসন্ত, ৰজায়ে পুছন্ত, কেনে নেদা প্ৰত্যুত্তৰ। দেবীক পুজন, তীৰ্থক সেৱন, প্ৰসিদ্ধ ইটো লোকৰ॥ বেদৰ বিহিত, ধৰ্ম্ম কৰ্ম্ম যত, দ্বাদশ যেন নিয়ম। পিতৃ মাতৃ শ্ৰাদ্ধ, গায়ত্ৰী সন্ধ্যাক, আন যত নিত্য কাম॥ দ্বিজৰ আচাৰ, কৰি পৰিহাৰ, বৌদ্ধ মত প্ৰবেশিলা। তযু উপদেশে, প্ৰজাক নিঃশেষে, কৰ্ম্মত বিমুখ ভৈলা॥"—গুৰুলীলা বা দামোদৰ চৰিত্ৰ। দেৱ দামোদৰে কি উত্তৰ দিলে পাঠকসকলে দেখক:—

"তীৰ্থক সেৱন, দেবী উপাসন, ধৰ্ম্ম কৰ্ম্ম যাগ যোগ। ৰাম কৃষ্ণ নামে, সকলে সিজয়, নলাগে একো উদ্যোগ॥ তহিতে ৰহন্ত, গঙ্গা যমুনাও, গোদাৱৰী সৰস্বতী। আন তীৰ্থ যত, আছে পৃথিবীত, স্নানে পায়ে সদগতি॥ অচ্যুতৰ যৈতে, উদাৰ চৰিত, প্ৰসঙ্গ কৰে সতত। তীৰ্থৰ সমান, হোৱে সেহি স্থান, গীতা ভাগৱত মত॥ (২) এতেকেসে ৰাম কৃষ্ণ নাম বিনে, নজানোহোঁ।

---

(২) "তত্ৰৈৱ গঙ্গা যমুনাচ তত্ৰ গোদাৱৰী সিন্ধু সৰস্বতী চ।
সৰ্ব্বানি তীৰ্থানি বসন্তি তত্ৰ যত্ৰাচ্যুতোদাৰ কথা প্ৰসঙ্গঃ॥"

শঙ্কৰে এই শ্লোক মাতি শুনোৱাৰ পাছত পদ্মাপাণি তেওঁৰ শিষ্য হয়। শঙ্কৰে পদ্মাপাণি নাম গুচাই তেওঁৰ নাম ৰামদাস ৰাখিলে।

আগ্নি আন। কৃষ্ণৰ নামত, ধৰ্ম্ম কৰ্ম্ম যত, সবাৰ আশ্ৰয় স্থান॥ সত্যযুগে ধ্যান, ত্ৰেতাযুগে যজ্ঞ, দ্বাপৰে পূজা সম্প্ৰাপ্তি। কলিত কৃষ্ণৰ, নাম ব্যতিৰেকে, নাই নাই আন গতি॥ "—গুৰু লীলা। (৩)

প্ৰতিবাদ লিখকৰ অৱলম্বন ৰামৰায় দ্বিজ ৰচিত দামোদৰ চৰিত্ৰ বা "গুৰু লীলাৰ"পৰাই গুপৰৰ পদবিলাক তুলি দিয়া হল। (৪) যি বাৰে নৰনাৰায়ণ ৰজাৰ দিনত শঙ্কৰক শাস্ত্ৰবিৰোধী বুলি আক্ৰমণ কৰা হৈছিল আৰু এতিয়াও যি কথাত প্ৰতিবাদ লিখকৰ নিচিনা ব্ৰাহ্মণে তেওঁৰ ধৰ্ম্ম "শাস্ত্ৰীয় ধৰ্ম্ম নহয়" বুলি উক্তি কৰিছে সেই এটাইবিলাক দামোদৰদেৱতে দেখোঁ খাটে। তেন্তে শঙ্কৰৰ প্ৰদৰ্শিত ধৰ্ম্ম আৰু দামোদৰে প্ৰচাৰ কৰা ধৰ্ম্মৰ কি পাৰ্থক্য? শঙ্কৰৰ ধৰ্ম্ম শাস্ত্ৰবিৰুদ্ধ হলে দামোদৰৰ ধৰ্ম্ম কেনেকৈ শাস্ত্ৰসম্মত হয়? দামোদৰে যে তান্ত্ৰিক আচাৰে দেৱ দেৱীৰ পূজা কৰিবলৈ শিকাইছিল এনে কথা প্ৰতিবাদ লিখকে প্ৰমাণ কৰিব পাৰে নে? আজিকালি শূদ্ৰই কি কৰে ভালৈ আঙুলিয়ালে নহব। বেদাচাৰ পৰিত্যাগ কৰিবলৈ, ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক এৰিবলৈ আৰু ব্ৰাহ্মণক অসম্মান কৰিবলৈ শঙ্কৰে শিক্ষা দিয়া তেওঁ কত পালে?

---

(৩) "কৃতে যদ্ধ্যায়তে বিষ্ণুং ত্ৰেতায়াং যজতে মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰি কীৰ্ত্তনাৎ॥"

এই শ্লোক মাধৱদেৱে ভাঙিছে :—

"সত্য যুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্ত্তন বিনাই
আউৰ নাহিকে যুক্তা॥"

(৪) উক্ত গুৰুলীলাতে শঙ্কৰৰ বিষয় এই দৰে লিখা আছে:—

"কায়স্থ কুলত সূৰ্য্য প্ৰায় প্ৰকাশিলা। শিশু কাল হন্তে যেন ঈশ্বৰৰ লীলা॥
চাৰি বেদ অষ্টাদশ শাস্ত্ৰ পঢ়িলন্ত। পুৰাণ ভাৰত আৰ ন্যায় যথানন্ত॥
ইতিহাস ৰামায়ণ যোগ শাস্ত্ৰ যত। যত শাস্ত্ৰ আছে তান সবে কণ্ঠাগত॥
গৃহস্থৰ ধৰ্ম্মক কৰিলা মহানন্ত। বিবাহাদি সংস্কাৰক সবে কৰিলন্ত॥
পুত্ৰ পুত্ৰী জন্মাইলন্ত মনুষ্যৰ ন্যয়। তীৰ্থ ক্ষেত্ৰ কৰিলন্ত কুসুম তনয়॥
পাষণ্ডৰ যত বাদ কৰা খণ্ডাইলন্ত। কুতৰ্কী পণ্ডিতে তাতে ভঙ্গ মানিলন্ত॥"

ইয়াত কাক পাষণ্ড বোলা হৈছে প্ৰতিবাদ লিখকে বিবেচনা কৰি চাব।

প্ৰতিবাদ লিখকৰ লিচিলা লোকে মহাপুৰুষ শঙ্কৰক "মিছলীয়া" বুলাবলৈ যত্ন কৰাৰ পৰা অকণো হ্ৰাস বৃদ্ধি নহয়, তাৰ দ্বাৰা লিখক হে নিজে উপ-হাসৰ পাত্ৰ হৈছে।

প্ৰতিবাদ লিখকে দেখুৱাবলৈ যত্ন কৰিছে যে দামোদৰে শঙ্কৰৰপৰা ধৰ্ম্ম শিক্ষা পোৱা নাছিল, শঙ্কৰৰ প্ৰদৰ্শিত পথে ধৰ্ম্ম প্ৰচাৰ কৰা নাছিল, বৰং দামোদৰ হে শঙ্কৰৰ গুৰু আছিল। কিন্তু দুখৰ বিষয় লিখকৰ আশ্ৰয় "গুৰু লীলাতে" দেখা যায় যে দামোদৰে শঙ্কৰৰ "আজ্ঞাকাৰী" হৈ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ জন্ম গ্ৰহণ কৰিছিল। যাৰ আজ্ঞা পালন কৰা হয় তেওঁ গুৰু বা উপদেশক নে যিজনে আজ্ঞা পালে তেওঁ ? "আজ্ঞাকাৰীৰ" দ্বাৰাই প্ৰচাৰ কৰা ধৰ্ম্ম শাস্ত্ৰসম্মত, কিন্তু যাৰ আজ্ঞা লৈ ধৰ্ম্ম প্ৰচাৰ কৰা হল তেওঁৰ ধৰ্ম্ম মত শাস্ত্ৰবিৰুদ্ধ। ই কেনে অপূৰ্ব্ব যুক্তিপূৰ্ণ মীমাংসা! শঙ্কৰে সব্ৰাহ্মণক অসম্মান কৰা দূৰত থাওক তেওঁ লোকক গুৰু বুলি সম্বোধন কৰিছিল, যেনে ৰামৰাম গুৰু, দামোদৰ গুৰু, হৰি গুৰু; কিন্তু সেই বুলি এটাই কেজনেই শঙ্কৰৰ গুৰু হল নে কি? গুৰু লীলা মতে শঙ্কৰ বৰদোৱাৰপৰা ভটীয়াই কোচ ৰাজ্যৰ বৰপেটালৈ অহাৰ পাছত দামোদৰ কিছুদিন নিজ দেশত বিমৰ্ষভাৱে থাকি পাছত ভটীয়াই আহি বৰনচুঙ্গ বা পাটবাউসীত শঙ্কৰৰ গুৰি পালেহি। গুৰুৱে শিষ্যক আকৰ্ষণ কৰে নে শিষ্যৰ অনুসৰণ কৰে? গোপাল মিশ্ৰৰ পুথিৰপৰা উদ্ধৃত কৰা পদ কেঁফাকিৰ লিখকে কি আচৰিত অৰ্থ ব্যাখ্যা কৰিছে! শঙ্কৰে দামোদৰৰ শিষ্যত্ব গ্ৰহণ কৰা হলে "গুৰু-লীলা" মতে সেই দামোদৰে শঙ্কৰক চৈতন্যৰ গুৰিলৈ আকৌ শৰণ লবলৈ পঠাইছিল কিয়? প্ৰতিবাদ লিখকে লিখিছে "কোন গুণে তেওঁ (দামোদৰ) শঙ্কৰদেৱৰ গুৰু হবৰ উপযুক্ত নাছিল? নে বংশ মৰ্য্যাদাত? নে পাণ্ডিত্য গুণত?" মহাত্মাসকলক এই দৰে পৰস্পৰ তুলনা কৰা যে নিতান্ত অমাৰ্জ্জনীয় তাত কোনো সন্দেহ নাই, আৰু লিখকৰ শ্ৰেণীলৈ নামি আমি তেনে তুলনা কৰিব নোখোজোঁ। প্ৰতিবাদ লিখকৰ পৰা চাৰ্টিফিকেট নেপালেও মহাপুৰুষ শঙ্কৰৰ অসাধাৰণ পাণ্ডিত্য সৰ্ব্ব-কালত সৰ্ব্ববাদীসম্মত হৈ থাকিব। শঙ্কৰে নানা শাস্ত্ৰ মথি অসমীয়া পুথিৰ ভঁৰাল কেৰাশতিকাৰ পূৰ্ব্বে চহকি কৰি থৈ গৈছে। তেওঁক অসমীয়া সাহিত্যৰ ওজা বা আদি গুৰু বোলা একো "মূৰ্খতা আৰু বাতুলতা" নহয়।

আমাৰ দুৰ্ভাগ্যবশতঃ দামোদৰে এখনিও পুথি লিখি থৈ নগল। এতিয়াও আসামৰ গাৱেঁ গাৱেঁ দামোদৰীয়া বৈষ্ণৱসকলে শঙ্কৰ মাধৱে লিখা কীৰ্ত্তন, ঘোষা আদি পুথিৰ পদ মাতি হে কীৰ্ত্তন প্ৰসঙ্গ আদি কৰে।

প্ৰতিবাদ লিখকে ৰামানন্দ আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্যক শূদ্ৰসেৱী "জাতি ভ্ৰষ্ট" ব্ৰাহ্মণ বুলিছে। বুৰঞ্জীয়ে চুকি পোৱা সময়ৰ ভিতৰতে ক্ষত্ৰিয় ৰাজ কুমাৰ বুদ্ধক দশ অৱতাৰৰ এক অৱতাৰ বুলি মানি ভাৰতবৰ্ষৰ ব্ৰাহ্মণমণ্ডলি জাতিভ্ৰষ্ট হৈছে নে কি? (১) এতিয়ালৈকে আসামত ভালেমান মহাপুৰুষীয়া ব্ৰাহ্মণ গোঁসাই আৰু অপৰ অপৰ ব্ৰাহ্মণ আছে। আমি সোধোঁ, সঁচাসঁচিকৈয়ে এওঁলোক জাতিভ্ৰষ্ট বুলি সমাজৰপৰা বৰ্জ্জিত হৈছে নে? মিছাতে ৰামানন্দ আৰু সাৰ্ব্বভৌম ভট্টাচাৰ্য্যক গালি পাৰিলে কি হব?

শঙ্কৰে মহম্মদ নাইবা খ্ৰাইষ্টৰ নিচিনাকৈ নতুন ধৰ্ম্ম সৃষ্টি কৰা নাছিল আৰু শঙ্কৰৰ জন্মৰ আগৰপৰা ভাৰতবৰ্ষত বৈষ্ণৱধৰ্ম্ম আছিল এই কথা পঢ়াশলীয়া লৰাইও জানে। কিন্তু শঙ্কৰৰ জন্মৰ সময়ত কি প্ৰকাৰ ঘোৰ তান্ত্ৰিক আচাৰবিলাক দেশত চলি আছিল তাক জানিবলৈ লিখকে শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "শঙ্কৰদেৱৰ" ত্ৰয়োদশ আধ্যা পঢ়ক।

লিখক নিজে ব্ৰাহ্মণ বাবে "ডোম হাৰি চঁড়াল" প্ৰভৃতি জাতিক ঘৃণা কৰিব পাৰে কিন্তু এইসকল জাতিৰ মানুহবোৰে হে শঙ্কৰ মাধৱ দামোদৰ আদি মহাপুৰুষসকলৰ প্ৰচাৰিত ধৰ্ম্ম এতিয়ালৈকে শিৰোধাৰ্য্য কৰি তাৰপৰা অলপো লৰচৰ নকৰাকৈ আছে। উচ্চজাতি বুলি অহংকাৰ কৰাসকলৰ কোনো কোনো দলে হে গুৰুজনসকলৰ মূল শিকনি সুবিধা মতে পাহৰি বৰ্ত্তমান সময়ত নানা প্ৰকাৰ নিষিদ্ধ আচাৰত ধৰিছে।

প্ৰতিবাদৰ শেষ অংশ পঢ়ি বুজা যায় যে লিখকে যে শঙ্কৰৰ "এলি ভাচেৰ্ঁৰীত" যোগ দিয়ে সি শঙ্কৰৰ "গুণত মুগ্ধ হৈ" বা অকপট ভাৱে নহয়! এনে কপট ভাৱে যোগ দিয়াতকৈ নিদিয়াই ভাল, কাৰণ লিখকৰ নিচিনা এজন কপট admirer নহলেও মহাপুৰুষ শঙ্কৰৰ পবিত্ৰ নাম চিৰকাল অসমীয়াৰ অন্তৰত জাগৰুক হৈ থাকিব।

---

(১) বুদ্ধ তো মানুহেই, মাছ, কাছ, সিংহ, বৰাকো ব্ৰাহ্মণে অৱতাৰ বুলি মানি সেৱা কৰি জাতিভ্ৰষ্ট হোৱা নাই।—সম্পাদক।

আমি পেহত কওঁ যে মহাপুৰুষীয়া আৰু দামোদৰীয়া বুলি ভিন্ন সম্প্ৰদায় হলেও মূলতে অসমীয়া বৈষ্ণৱ সমাজ একে ধৰ্ম্ম মতাৱলম্বী। ঐভিয়াও উভয় পন্থৰ লোক একে সমাজতে মিলি আছে। বাজহুৱা নামঘৰত নাম কীৰ্ত্তন কৰাত বা প্ৰসাদ লোৱাত মহাপুৰুষীয়া আৰু দামোদৰীয়াৰ চিন নেথাকে। এই দুটি পন্থৰ ধৰ্ম্ম ভিন্ন, এটি শাস্ত্ৰীয় আৰু আনটি শাস্ত্ৰবিৰুদ্ধ, এনে প্ৰতিপন্ন কৰিবলৈ প্ৰতিবাদ লিখকৰ নিচিনা "দেশহিতৈষী" লোকে যি যত্ন কৰিছে সি কেতিয়াও ফলৱতী নহয় ই আমাৰ দৃঢ় বিশ্বাস।

এজন অসমীয়া।

---

# চমু মন্তব্য।

"অসমীয়া আৰু বঙ্গলা ভাষা।"—শ্ৰীযুত দেবেশ্বৰ চলিহাৰ দ্বাৰা ৰচিত। আমি এই কিতাপখন পাই বৰ সন্তোষ পাইছোঁ। অসমীয়াৰ মাতৃ ভাষাৰে সৈতে বঙ্গলা ভাষা বিজাই, আৰু পণ্ডিতসকলৰ মত তুলি দি লেখকে তেওঁৰ কথাৰ সমৰ্থন কৰি এই কিতাপত দেখুৱাইছে। এই কিতাপখন পঢ়ি সকলোৱে উপকাৰ পাব, আৰু অনেক কথা জানিব। সকলো অসমীয়াৰ হাতত, মাইকৈ প্ৰত্যেক ছাত্ৰৰ হাতত আমি এই কিতাপ একোখন দেখিবলৈ আশা কৰোঁ।

প্ৰতিমা।—শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা দ্বাৰাই ৰচিত। বেচ ॥০। প্ৰতিমাৰ কেইবাটাও কবিতা বাঁহীত ওলাইছিল; সেইদেখি তাৰ বিষয়ে আমি কোনো কথা কোৱাটো উচিত নহয়। কিন্তু উচিত অনুচিত যি হওক, এইটো আমি নকৈ নোৱাৰোঁ যে, ভালেমান দিনৰ মুৰত এখন প্ৰকৃত কবিতাৰ কিতাপ পাই, আজিকালিৰ অসমীয়া পদ্য-সাহিত্যৰ ভবিষ্যত যে সমূলি এন্ধাৰ নহয় এই কথা বুজিব পাৰিছোঁ। আজিকালি "অসমীয়া কবিৰ" ভাবে ভাবে পদ্য পঢ়ি আমি বানপ্ৰস্থী হবৰ কথা এক প্ৰকাৰ ভাবিছিলোঁৱেই; এনে সময়ত আগৰৱালা ডাঙৰীয়াই তেওঁৰ "হৃদয়ৰ মন্দিৰত লুকুৱা প্ৰতিমা" বাহিৰলৈ উলিয়াই যে আমাৰ কি মহোপকাৰ কৰিলে তাক কি কম। "প্ৰতিমাৰ" খনিকৰজন "বাঁহীৰ" সম্পাদকৰ পৰম বন্ধু। কিন্তু সেই বুলিয়েই যে সম্পাদকে সঙ্কোচ কৰি কৰ্ত্তব্যৰ অনুৰোধ নাৰাখি সঁচা

কথাযাৰ নকৰ এনে নহয়। সেই আযাৰ হৈছে,—

"প্ৰতিমা" ৰচোঁতা কবিৰ আসন আজিকালিৰ গোটেইবোৰ অসমীয়া কবিৰ আগত। "প্ৰতিমা"খন সৰু, কিন্তু সি নিভাঁজ সোণৰ।

---




## ৰৰবকৰুৱা আৰু দুমুখীয়া।

ৰৰবকৰুৱা।—হাউঅ! এইটি আমাৰ আমুকা বোপা নহয় নে? চিনিবকে নোৱাৰা হলোঁ। দেখোন! ডাড়িয়ে গোফে ভোবোকাৰ আৰু এখন মুখ কৰপৰা পালা?

আমুকা।—এই নতুন মুখখন নতুনকৈ "পাছ" হৈছে, আৰু আগৰখন "কেন্সেল্" হৈছে। পুৰণি "বদ," নতুন "বাহাল,"—অৱশ্যে বাহিৰত; ৰবৰ ভিতৰত নহয়। ৰবৰ ভিতৰত থাবৰ আজ্ঞা মাকৰ তলেদি গুজোঁতেও পুৰণিখন বিকল্পে ব্যৱহৃত হয়। ন মুখ খলনা মাতত আৰু

বসগোল্লাত; পুবণিথন ষকবা কথাত আৰু থাবৰ আল্লাত। মুঠতে ন খন "পোছাকী", পুবণিথন ষকৰা।

ববৰকৰা।—বুজিলোঁ, সেইদেখিহে এভিয়া ন মুখখনেদি বস-গোল্লা আৰু পুবণিথনেদি থাবৰ আল্লা মাটি সৰকাবৰ চেষ্টা হৈছে। ভাল, ভাল!—সেইথন গাত কি কাকত?

আমুকা।—নবমী। মাসিক পত্রিকা। বিশুদ্ধ বাঙ্গলা ভাষায় মৎ-কর্ত্তৃক 'সৃষ্টিত'। সৃষ্টিৰ প্রথম নিশ্বাসেই বেদ জানেন তো?

ববৰকৰা।—জানো, জানো। কিন্তু বোপা শাস্ত্রত এটা বচন আছে—"স্বধর্ম্মে নিধনং শ্রেয়ঃ পৰধর্ম্মো ভয়াবহঃ।" স্কুল কলেজত আজিকালি তোমালোকক আত্মসম্মান বুলি এটা কথা নিশিকায় নে?

( পাচ বছৰীয়া জীয়েক সুধাংশুবালাৰ প্রবেশ )

সুধা।—বাবা, মাই শুধিছে, তোৰ চাহ বাহিৰলৈ পঠিয়াব নে, তই ভিতৰলৈ যাবি?

আমুকা।—বাহিৰেই পাঠাইতে বল।　　কৃপাবৰ।

---

# অসমীয়া।

## ( জভুৰা গীত )

আমি আচল অসমীয়া।
আমি থাচ অসমীয়া।
থুকপ জানিবা, স্বৰূপ বুজিবা,
নহওঁ দোভচীয়া।
আমাৰ থাব থৰিচা থাদ্য,
আমাৰ লাও-টোকাৰী বাদ্য,
আমি সৰগৰপৰা নামি অহা,
আচল ডাঙৰীয়া।

আমাৰ ভিতৰে যদিও চকুৰাৰ ঘেৰ,
বাজত বৰ চুৰিয়াৰ ফেৰ,
ভিতৰে লাগে বি কি নহওক,
বাজে ৰংচঙীয়া।
আমাৰ এক পুৰুষে সাত হাল বায়,
সাত পুৰুষে তাৰ নাম কৈয়ে খায়,
পৰৰ মূৰত খোৱা আৰু ভটীয়া পানীত যোৱা,
আমাৰ ৰীতি যুগমীয়া।
আমি পুঠি মাছৰ কঙাল,
নহওঁ লেংটি মৰা বঙাল,
গাখীৰ বেচা নেপালী নহওঁ,
নহওঁ নিঃকিনীয়া।
আমাৰ ৰুপা-ককাৰ পুৰুষালি,
পৰি আছে চিন খোদৰ আলি,
আমাৰ লেজুত ধৰি বল নিদিয়া,
বৃত্তি খিলঞ্জীয়া।
আমাৰ হাতত যদিও নাই খুদ কণ,
বৰ সৰাহলৈ নিডে যায় মন,
আমাৰ আকালো নাই, ভঁৰালো নাই,
কেনে বিনন্দীয়া!
গাইগোটা আমাৰ পৰম ধৰম,
চকুচৰহা আমাৰ নিতৰ কৰম,
কানিৰ খোলা, ৰবাগীৰ জোলা,
আমাৰ সাহোন বাপতীয়া।
আমি আচল অসমীয়া।

লিগ্‌লি ভাউৰীয়া।

**দ্বিতীয় বছৰ, দ্বাদশ সংখ্যা**

# সূচী

# দেৱযানী।

( স্থান—উপবন। )

( দেৱযানী, শৰ্ম্মিষ্ঠা আৰু সখীসকলৰ প্ৰৱেশ )

( গীত )

( কালাংড়া—আড়াখেম্‌টা। )

সকলোৰে মিলি।— চোৱাঁ হেঁ চোৱাঁ হেঁ চোৱাঁ আজি হেৰা
কিনো বিনন্দীয়া বন!
কুঁহি পাত লবাই নাচিছে শিৰীষে,
নাচিছে ময়ূৰী কদম্ব বিৰিখে,
চম্পক খদিৰ নাচে কৰবীৰ,
নাচিছে হৰিণীকণ।
আহাঁ আহাঁ সখী মাধবীলতা,
দুয়ো মিলি কওঁ মনৰ কথা!
মকৰা, মালতী, মধাই, জুই, যূতি,
আহাঁ হৃদয়ৰ ধন!
এই বনত বহি গাওঁ আমি গীত,
বিভোৰ সুখত জুৰাওঁ আহাঁ চিত!
মলয়া সুমন্দ, কেতেকী সুগন্ধ,
গোৱাঁ ফুলি বিমোহন।

দেৱযানী।— আঃহা কি মধুৰ উপবন! প্ৰাণ মন
কৰিছে শীতল! লহ লহ মলয়াৰ
প্ৰভাহ বলিছে বসন্তৰ বাতৰি বৰ্ণাই।
বঙা বৰণীয়া পাত মৃদুল কোমল

সবাই বিবিধবোৰে নাচিছে ঘঙত।
কৃষ্ণচূড়া ৰঙা ফুল মণ্ডিত মস্তক
প্ৰকাশিছে আনন্দ উচ্ছ্বাস। ফুল-ভৰা
অশোক কিংশুকে কৰিছে দীপিতি
যেন হাঁহি-ভৰা দেৱাঙ্গনা মুখ। শ্যাম
স্বৰ্ণীয়া নতুন দুবৰি শোভিছে
কানন ভূমি সজল জলদ যেন।
চৈত্ৰৰথ সদৃশ কাননে ধৰিছে অপূৰ্ব্ব
শোভা। নিৰমল সুশীতল সৰোবৰ
জল হৈছে সুগন্ধিত পৰি পদুমৰ
ৰেণু। ৰাজহাঁহ জাকে ঘুৰাইছে তাত,
যেন গলপতা শাৰী পদ্মিনী ৰমণী
গল মৃদুল আন্দোলি শোভে বিভোপন।
ডাউক ডাউকী যেন দুটি তিল গালত
ভোমাৰ হেৰাঁ বৃষপৰ্ব্বাৰ নন্দিনী
সঙ্গিনী শৰ্ম্মিষ্ঠা। জলৰ লহৰী, মদনিকা
সখীৰ মুখত হাঁহিৰ লহৰী যেন।
আহাঁ সখীহঁত, স্ফটিক-নিৰ্ম্মল এনে
শীতল জলত স্নানি আমি কৰোঁ জলকেলি।

( গীত )

( সুৰ মিশ্ৰ বেহাগ। খেম্‌টা )

সকলোৰে।— সখি আহাঁ নামো পানীত,
সাতুৰি গাওঁ আহাঁ গীত,
সখি নামো পানীত।
আজি সুমধুৰ সাজে বনলিত ফুল বাজে,
পানীত পদ্মিনী শোভে হাঁহি প্ৰফুল্লিত।
আকাশত বেলি জ্বলিছে,

দখিণৰ বায়ু বলিছে,
সবালী ভুৰিয়ে কেনে চাঁৰ ফুৰিছে।

আহঁা সখি ৰাংঢালী,　　খোজেপতি তালিজালি,
পোলোকাই কাপোৰ　　আহঁা নামাহি পানীত।

[সকলোৱে সৰোবৰৰ পাৰত পিন্ধা-
[কাপোৰ থৈ গা ধোৱে আৰু ধেমালি
[কৰে।

মদনিকা।— সখীহঁত. মিলিল মস্কিল। চোৱাঁ হেৰাঁ
ধুমুহা বতাহ যেন এচাটি বতাহে
মিহলালে আমাৰ কাপোৰ। শুনো
দূৰত শবদ, যেন আহিছে কোনোবা
এই ফালে। উঠাঁ লৰালৰি কৰি পিন্ধি
বস্ত্র হওঁ সমাহিত। বিবস্ত্র শৰীৰ
ঢাকি কৰোঁ তত্তালিকে লজ্জা নিবাৰণ।

[সকলোৱে লৰলৰিকৈ পানীৰপৰা উঠি
[যেয়ে আগতে যাৰ কাপোৰেকে
[পালে তাকে পিন্ধিলে। শৰ্ম্মি-
[ষ্ঠাই নাজানি দেৱযানীৰ
[কাপোৰ পিন্ধিলে।

দেৱযানী।— হুঁয়েৰা শৰ্ম্মিষ্ঠা বৃষপৰ্ব্বাৰ জীয়ৰী!
কোনটো সাহেৰে তই পিন্ধিলি কাপোৰ
মোৰ? শুক্রাচাৰ্য্য-কন্যা তোৰ গুৰুৰ
নন্দিনী; শিষ্যা তই মোৰ; নকৰি সঙ্কোচ
পিন্ধিলি বসন মোৰ? দেখি অনুবৰ
জীয়ৰীৰ স্পৰ্দ্ধা মানো আচৰিত! যেন
দেৱযানী সমনীয়া তাইৰ! ফুৰোঁ একেলগে
দেখি পাইৰিলি নিজা ঠাই? গললৈকে দিলি
জাঁপ পাই আশ্ৰয়? নাই দেখা, নাই

শুনা অত্যাচাৰ এনে ; অগোচৰ সপোনৰ
মোৰ। আন নে কি হ'য়, এই অত্যাচাৰৰ
ফলত শ্ৰেয়োলাভ কদাপি নহয় তোৰ ?

শৰ্ম্মিষ্ঠা।— কিহৰ নো বাবে কৰিছা ইমান খং
হেৰ'া দেৱযানী ? কি হৰ নিমিত্তে ভীমটোকা
ভয়-লগা গপ দেখুৱাইছা এনে ?
চাৰ'া যেন এনে গেলা গপৰ কাৰণে
নিচিগে তোমাৰ মূৰ। মিহলালে বতাহে
কাপোৰ। উঠি লৰালৰি কৰি পিন্ধিলে'া
বসন যেয়ে যতে পালে'া, আহিছে কোনোবা
ভাবি। নাছিল সময় নিজ বস্ত্ৰ বাছি
থাতে কৰে'া পৰিধান। নাভাবি সুবুজি
কিয় উঠিছা উতলি, ডাক-জুইত ঘিউৰ
নিচিনা ? পাহৰি সংযম ভয়া-হ'য়া
শৰ্ম্মিষ্ঠাক কৰা কি কাৰণে ? জানা নে হেঁ
ভিকহুৰ জীয়ৰী, কাৰ কন্যা শৰ্ম্মিষ্ঠা
এইজনী ? দিনে ৰাতি পিতাৰে তোমাৰ
স্তুতি কৰে যাক, কৰি আশা এমুঠি
অন্নৰ, তাৰ কন্যা মই। যি বস্ত্ৰৰ
অৰ্থে আজি জোকাৰিছা মুখ, সেই বস্ত্ৰ
লভিবৰ আশে পিতাৰে তোমাৰ স্তৱ
কৰি যাক কটায় জীৱন, সেই শ্ৰেষ্ঠ
অসুৰ ৰজাৰ আদৰৰ কন্যা মই।
পিতা মোৰ উপবিষ্ট অথবা শয়ন
কৰি থাকে যেবে, তোমাৰ পিতাৰে বহি
নিবাসনে স্তুতিপাঠকৰ দৰে বিনত্ৰ
ভাৱেৰে কৰে স্তৱ যাক, দুহিতা তেওঁৰ
মই। যাচ্ঞা প্ৰতিগ্ৰহ প্ৰশংসাক কৰি

কৰে জীৱিকা নিৰ্ব্বাহ, তাৰ কন্যা তুমি।
সকলোৱে কৰি আৰাধনা থাকে যাক
নিত্যে, দানি প্ৰাৰ্থনাৰ অধিক অৰ্থক
প্ৰাৰ্থকৰ পূৰে মনকাম সততে যি
জনে, তাৰ কন্যা শৰ্ম্মিষ্ঠা নিশ্চয় জানা।
টোকোনা বিপ্ৰৰ পুত্ৰী হেৰঁা দেৱযানী,
যিমানকে হিংসা কৰা মোক, ক্ৰোন্ত কৰি
দিয়া অভিশাপ, নিশ্চয় জানিবা, দেৱযানী
শৰ্ম্মিষ্ঠাৰ নহয় সমান , ৰাজকন্যা মই।

দেৱযানী।— কি কলি দানৱী? কি কলি অসুৰ কন্যা
তই? সক মুখত দোখোঁ বৰ কথা?
নচস্থালি কৰ দোখোঁ কথা? বুলিছ মে
সঁচাই দানৱী, দেৱযানী নহয় সমান
তোৰ? ইমান পালিছি দেখোঁ বাঢ়ি
লাহে লাহে? দেৱযানী স্তাৱক-দুহিতা?
যাৰ পদধূলি লৈ পবিত্ৰ বাপেৰ
তোৰ সপ্তম পুৰুষ, এনে শুক্ৰাচাৰ্য্য
পিতা যাচক প্ৰাৰ্থক পৰঅন্নভোজী?
অসুৰ কুলৰ গুৰু ভাৰ্গৱ মহান্
পৰঅনুগ্ৰহে কৰে জীৱন ধাৰণ?
পৰপদ সেবি কৰে অন্নৰ সংস্থান?
ভিক্ষা বৃত্তি কৰি আচৰণ পিন্ধে কটিত
বসন?—
অপবিত্ৰ অসুৰৰ তেজ, নীচ মন
নীচৰ স্বভাৱে গঁথা অস্থি মজ্জা তোৰ,
উচ্চ সঙ্গ উচ্চ সংঘৰ্ষণে নাযায়
কদাপি। ঘৃণনীয়া দানৱী পাপিনী,
কিয়া লাভ সম্ভাষণি তোক?—নাচাবি

পোল্লাই চকু মোক, অসুবৰ জীয়ৰী!
ঘূৰি দিম চকু তোৰ নিশ্চয় জানিবি।
দে মোৰ কাপোৰ দুষ্টা হস্তচিৰীহঁতী!

[দেৱযানীয়ে শৰ্ম্মিষ্ঠাৰ কাপোৰ ধৰি
[টানে।

শৰ্ম্মিষ্ঠা।— কিয় টান বস্ত্র মোৰ হঁয়? বোলোঁ এৰি
দে এতিয়াই কাপোৰ। বলেৰে পাৰিবি
বুলি ভাবিছ হবলা, আবৈ চাউল
চোবোৱাৰ জীয়ৰী? নাই পোৱা বুজ
শৰ্ম্মিষ্ঠাৰ খঙৰ প্ৰকোপ? এঠেলাতে
পেলোম নাদত তোক জানিছ নে তই?

[শৰ্ম্মিষ্ঠাই ঠেলা মাৰি দেৱযানীক
[পাটনাদ এটাত পেলাই দি সখী-
[য়েকহঁতৰে সৈতে গুচি যায়।

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

---

# গুৰু-চৰিত্ৰ।

## ( ১ )

## মাধৱদেৱৰ চৰিত্ৰ।

গোবিন্দ নামে এজন কায়স্থ বাণ্ডুকা দেশত বাস কৰিছিল। তেওঁৰ অনু-চিন্তা নামে এজনা প্ৰণয়িনী আছিল; এটি লৰা জন্ম হোৱাৰ পিছত মৃত্যু হয়। সেই লৰাটিৰ নাম দামোদৰ। কিছুদিন তাত থাকি মনত বৈৰাগ্য উপস্থিত হোৱাত টেম্বুৱনি মুখে যাত্ৰা কৰি ভূঞাঁৰ সমাজত বাস কৰি ঘটদ্ৰৱা নিবাসী কায়স্থ কুলৰ কন্যা শ্ৰীমতী মনোৰমাক বিবাহ কৰায়। গোবিন্দৰ কাণ কিছু লম্বা আছিল, সেই হেতু ভূঞাঁসকলে তেওঁক বৰকণা বুলি সম্বোধন কৰিছিল; তেতিয়াৰপৰা তেওঁৰ নাম বৰাকণাগিৰী হৈছে। কোচৰ উপদ্ৰৱত গাওঁ ভগাত লোকবিলাক পলোৱাত বৰকণাগিৰীয়ো দাস দাসী সহিতে দোলাত উঠি বস্ত

বেহানি লৈ হাৰিবলৈ পলাল। সেই সময় ধৰ্ম্মমূৰ্ত্তি মাতৃগৰ্ভত পাঁচ মাহ থিতি লভিছে। তদন্তৰ হাৰিত গোবিন্দে পত্নীসহ বিশ্ৰাম লাভ কৰি নিদ্ৰা যোৱাত, লগৰ লোকে আটাইবোৰ বসনভূষণ চুৰি কৰি লৈ পলাই গল। দম্পতী-দ্বয় জনশূন্য অৰণ্যত নিৰাশ্ৰয় হৈ মহাকষ্টে সময় কটাব লগা হৈছিল। সূৰ্য্যদেৱ ক্ৰমশঃ উদয়াচল পৰিত্যাগ কৰি অস্তাচললৈ গমনৰ বেগ বেছি হোৱাত ৰশ্মিৰ তেজ অসহনীয় হৈ উঠিল। মনোৰমা আইয়ে স্বামীৰ মুখলৈ নিৰীক্ষণ কৰি কলে বৰ পিয়াহ লাগিল, আৰু সহিব নোৱাৰি। এই কাতৰোক্তি শুনি আতাই জল আনিবৰ কাৰণ লোহিতলৈ গল। নদীত স্নান কৰি নিজে জল ভুঞ্জি পত্নীৰ অৰ্থে নলৰ নলা কৰি জল ভৰাইছে; এনে সময়ত হৰিশিঙ্গা বৰাৰ নাও ওচৰ পালেহি। বৰাৰ নৌকা বজাঃঘৰীয়া খুত লৈ উজাই গৈছিল। নাওৰ লোকে আতাক বস্ত্ৰহীন দেখি আচৰিত হৈ বৰাক জনাইছে, ইমান অতি অৰণ্যৰ মাজত বিবস্ত্ৰ সুন্দৰ পুৰুষটি কিয় আছেহি। এওঁ দেৱতা নে মনুষ্য, ওচৰলৈ গৈ পৰিচয় লোৱাঁ। বৰাৰ আজ্ঞা পোৱাত লোকজন আতাৰ ওচৰলৈ যোৱাত বাধা দি কৈছে, তোমালোক মোৰ নিকটলৈ নাহিবা, আমি নাঙটা হৈ আছোঁ। এই কথা শুনি হৰিশিঙ্গা নিজে গৈ বিবৰণ সোধাত কৈছে, আমাৰ লগৰ দাস দাসীবোৰে আমালোক দুজনৰ গাৰ কাপোৰ পৰ্য্যন্ত চুৰি কৰি লৈ পলাইছে। বৰাই শুনি মনত দুখ পাই আতালৈ এখনি ভুনি আইলৈ এজোৰা কাপোৰ দিলে; আৰু নিৰ্ভয় দি কলে, তুমি আমাৰ পিতৃ, তোমাৰ পত্নী মাতৃ স্থানীয়া হল; কোনো বিষয় শঙ্কা নাৰাখিব, মাতৃ আইক লৈ আহি নাৱৰ মাজৰ কুঙ্কিত ঠাই লোৱাঁহি। বৰকণাগিৰী মনত সন্তোষ পাই নিজ পত্নীক আচল বৃত্তান্ত জনাই নাৱত উঠিলহি। হৰিশিঙ্গা বৰাই বাজঘৰত খুত সোধাই নিজ ঘৰ পাই তেওঁৰ গৃহিণীত কৈছে, আমি পিতা মাতা পাই আনিছোঁ; তুমি অতি আদৰেৰে প্ৰতিপাল কৰিবা, কোনো বিষয়ত যেন মনত বেজাৰ না পায়। কোৱামতে বৰাণীয়ে বৰঘৰৰ ভিতৰত ঠাই দি পোহপাল কৰি আছে; কোনো বিষয়ত কষ্ট পোৱা নাই।

দহ মাহ পূৰ্ণ হোৱাত ১৪১১ শকৰ জেঠ মাহৰ পূৰ্ণিমা তিথিত ৰবিবাৰে মধ্য নিশাত এজনা পুৰুষ জন্ম লাভ কৰিছে। জন্মকালিন হাতী যোৱাই চিয়ঁৰিছে; ডগা ভেক আদি বাদ্যবোৰ স্বয়ং বাজিছে, দেৱমূৰ্ত্তিসকল কাতি হৈ পৰিছে, অনেক

বস্তি নুমাইছে আৰু বহুত সৰিয়হৰ ডুলি কাতি হৈ পৰিছে। আকাশৰ অপ্সৰা পাঁচজনী আহি প্ৰসবিনীৰ আল ধৰিছে। এইদৰে নিশাৰ কাৰ্য্য শেষ হৈ গল, ৰাতিপুৱা ৰবাৰ গৃহিণীয়ে বুজ পাই আইক সুধিছে, কিয় মোক ৰাতৰি নিদিলা? আইয়ে কলে, আটাইকেইজনীয়ে আহি কাৰবাৰ কৰি গৈছাহঁক, এতিয়া কোৱা কিয়? ৰাতৰি নকলা ই কি কথা? এই কথা শুনি সকলো লোক আচৰিত হৈছে। ৰাজাই নিশাৰ অদ্ভুত ঘটনা শুনি ৰাতিপুৱা দূত পঠাই নগৰত খবৰ কৰাইছে কিজানি কাৰবাৰ ঘৰত কোৱঁৰ জন্ম লৈছে। দূতে সংবাদ দিলে ৰবাৰ ঘৰত লৰা এজন জন্ম হৈছে; ৰজাক ৰাতৰি জনোৱাত গণক অনাই গণনা কৰি চোৱাত ঈশ্বৰ অৱতাৰ হৈছে বুলি কোৱাত মনৰ ভয় আঁতৰাই সুখে আছে। পাঁচ দিনৰ দিনা গস্তি কৰি গুপ্তনাম ৰত্নাকৰ, প্ৰকাশ্য নাম মাধৱদেৱ ৰাখিছে। মাধৱদেৱ দিন দিন একোকলা কৰি বৃদ্ধি পাই ক্ৰমে লৰি ফুৰিব পৰা হল। এদিন ৰবা খুত তুলিবৰ কাৰণ গাওঁলৈ ওলাইছে, মাধৱদেৱে মইও যাওঁ বুলি লগ ধৰাত কোনোমতে এৰাই যাব নোৱাৰি লগত লৈ গল। পথত যোৱাত চম্পা ফুল দেখি ফুল লাগে বুলি ৰবাক কোৱাত তেওঁ খং কৰি কলে, ইমান ওখ গছৰ ফুল কেনেকৈ পাবিবা; এইবোৰ কথাৰ নিমিত্তে হে মই লগত আনিবলৈ ইচ্ছা নকৰোঁ। এনে সময়তে পুষ্পৰ ডাল ভাগি আগতে পতিত হল; ৰবাই দেখি বিস্ময় মানিছে। বালক মাধৱে কেইটিমান পুষ্প তুলি লৈছে, লগৰ আন মানুহেও ফুল লৈ আহ্লাদেৰে মাধৱক পূজা কৰিছে। এইদৰে লীলা কৰি গৈ গাওঁত সোমাইছে, কোনো লোকে কৰ নিদিলে; পিছত মাধৱদেৱে নানা উপদেশ বাক্যেৰে বুজনি দিয়াত সকলো প্ৰজাই দিব লগীয়া কৰ আদায় কৰিছে। আন দিন যিমান আদায় হয় সেই দিনা ত্ৰিগুণ পৰিমানে পোৱা হল; মানুহ বোৰে মাধৱৰ বুদ্ধি দেখি অতিশয় আচৰিত হৈছে। সেই দিনাৰপৰা ৰবাই খুত তোলা কামত মাধৱক চমুজাই দিলে; তেঁৱাই প্ৰজাৰপৰা খুত তুলি আনি দিয়ে হৰিশিঙ্গা ৰবাই ৰজাত শোধায়; আৰু ৰবাৰ ঘৰত থাকি সকলোৰ ওপৰত গৰাকী হৈছে। এইদৰে কিছু দিন ভাত থাকি এদিন ৰবাত কলে আমাক তোমাৰ পাম জেংটকু-পুখুৰীৰ পাৰত ঘৰ সাজি থাকিবলৈ অনুমতি কৰক। বাৰু বুলি মাস্তি হৈ থাকিবৰ ঘৰ সজাই দিয়ালে। কিছুদিন থকাত

ঘৰকণা গিৰীৰ জিকৰি ৰোগ উপস্থিত হল, অধিক তাপ ললে কিছু ভাল পায় সেই কাৰণে খৰিৰ বেচি আৱশ্যক হোৱাত মাধৱদেৱে প্ৰতিদিন খৰি লুৰি আনি দিয়ে, যি অলপ টকা কৰি আছিল সিয়ো বেমাৰতে খৰচ পৰিল। কিছু ঔষধ ব্যৱহাৰ কৰাত বেমাৰ আৰাম হল; কিন্তু খাবলৈ অৰ্থৰ নাটনি হলত, চিৰকলীয়া বন্ধু (মিত্ৰ) এঘৰ আছে, পিতা পুত্ৰ দুয়োজন তেওঁৰ ঘৰলৈ গল; গধূলি সময় ঘৰ পালে গৈ, কিন্তু আদৰ সম্ভাষণ নকৰি চেঁকীশালিত ৰহিবলৈ দিলে। বহু নিশা হলত চাউল চক আনি দিলে, মনৰ অসন্তোষেৰে ভোজন কৰি ৰাত্ৰি শয়ন কৰি থাকিল। প্ৰাতেঃ উঠি নিজ ঘৰলৈ আহিছে; পথত আতা কৈছে বোপা, দুখৰ সময় কোনোৱে মুখলৈ নেচায়। এইদৰে পিতা পুত্ৰে আলাপ কৰি নিজ গৃহ পালেহি; আইয়ে দেখি সুধিছে, তুমাহাতে অহা হল দেখোঁ একো পেহ্ৰা নহল হবলা? আতাই কলে সম্পদৰ বেলা কুটুম্বৰ সীমা নাই; আপদৰ বেলা চিনো বোলন্তাও নাই, ইয়াকে কে মনত দুখ কৰিছে; পিছত আইয়ে ঘৰত যি আছিল শাকে পাতে ৰন্ধন কৰি ভোজন কৰালে। নন্দৰ গৃহক লাগি উপজি পলাইলা। মাধৱ স্বৰূপে সেই লীলাক দেখাইলা॥ আৰু এদিন ভ্ৰাতাৰ ঘৰলৈ তিনিওজন গৈছে, দেখা পাই মাতিও লতো মাত নিদিলে, চোতালতে ৰহিবলৈ দিলে, এজনি বুঢ়ী ওলাই আহি গাঁঠি থকা খৰি এডোখৰ আনি ফালিবলৈ দিলে; শ্ৰীমাধৱদেৱে কুঠাৰ ধৰি ফালিছে, ফলা খৰি বুঢ়ীয়ে নিজৰ ভিতৰলৈ নি আছে, তাকে দেখি গোসাঁঞী খৰি নাফালি বৈ আছে, বুঢ়ীয়ে কৈছে আৰু ফালাঁ, তেওঁ উত্তৰ দিছে ভাগৰ লাগিছে ফালিব নোৱাৰি। পিছত নিশা তিনি কঠি চাউলেৰে বোজ দিছে, আইয়ে পাক কৰিছে, আতা শয়ন কৰিছে, সিদ্ধ চাউল তাকৰ দেখি আতাই কৈছে তোমালোক দুইজনে খাবলৈ হক, আমি স্নান নকৰোঁ; আইয়ে কলে আপোনা সকল দুইজনে খাবোক আমিয়ে উপবাসে থাকোঁহঁক। এইদৰে তিনিওজনে কথা বাৰ্ত্তা আলাপ কৰি অৱশেষত অন্ন সমানে তিন ভাগ কৰি দুই ভাগ আতাই এভাগ মা পোৱে ভোজন কৰিলে; আতাক অন্নে নুজুৰিলে, কাৰণ অকলে তিনি কঠি চাউল আৱশ্যক কৰে। ভোজনান্তে শয়ন কৰি শ্ৰীমাধৱে পিতৃ দেৱতাত সুধিছে আৰু কোনো কুটুম্ব আছে নে? দীঘলাগিৰীয়ে কৈছে বোপা আপদ কালত কোনে কাক পুতো কৰিব। তাহানিখন এজন মানুহক

কাটিথলে অমাত্ত ৰক্ষা কৰিছিলোঁ, যদি সি পাহৰা নাই তেন্তে যতন কৰিলে কৰিব পাৰে। এইদৰে আলাপ কৰি থাকি পিছ দিনা ৰাতিপুৱাই শুই উঠি মাজিৰ ঘৰৰ পিনে গমন কৰিলে। পথত যাওঁতে আতাৰ শৰীৰ ক্ষুধাত অস্থিৰ হল, মাধৱত কলে বোপা মই আৰু যাব নোৱাৰোঁ। ক্ষুধাই বৰ পীড়া কৰিছে, এই কথা শুনি মাধৱ ছদ্মগ্ৰামলৈ গৈ এটি লাও খুজি আনিলে। লগত কটাৰী নথকা বাবে বাহঁৰ চেচুৰে চুলি মাজৰ সাহটি আতালৈ প্ৰস্তুত কৰিলে। আতা নদীত স্নান কৰি বৰ প্ৰীতিৰে ভোজন কৰিলে। ওপৰৰ খিনি স্নান কৰি দুয়োজনে ভোজন কৰিলে। আতা ভোজন কৰি বৰ সন্তোষ পায় বৰ দিছে যে মোৰ যেনে থায়ৰ কৰিলা তুমিও সেই দৰে থায়ৰ হবা। বাটত বিশ্ৰাম লৈ মাজিৰ পদূলি পালে গৈ; পানী নিবলৈ অহা মানুহ এজনী লগ পাই সুধিছে মাজি ঘৰত আছেনে? যদি আছে তেন্তে আমাৰ কথা কোৱাঁ গৈ। তাই আস্তেব্যস্তে দৌড়ি গৈ মাজিত কৈছে, পূৰ্ব্বৰ চিনাকী দীঘলা গিৰী আহিছে; মাজিয়ে শুনি মনত সন্দেহ হৈ ভাবিছে, ইমান অৰ্থ কৰি থকা লোক কিয় আহিব; এবাৰ ভাবিছে আহিবও পাৰে, এই বুলি যেগাই আহি দেখে যে সঁচাকৈয়ে বৰকণা গিৰী আহিছে। তেতিয়াই দণ্ডৱতে পৰি আগবঢ়াই নি বহিবলৈ পিড়া দিলে; ঘাৰৰি মাজি নিজে পানী লৈ ভৰি ধুৱাইছে। আইক গৃহিণীসকলে ধুৱাইছে, মাধৱদেৱে নিজে ভৰি ধুইছে। তাৰ পিছত চিৰা দৈ দি ভোজন কৰাইছে; ভোজনান্তে মুখ শুদ্ধি দি বাণ্ডকাকে প্ৰমুখ্য কৰি সকলো ঠাইৰ বাতৰি সুধিছে। খোৱা বস্তুবাৰ বাচন, কাপোৰ, সমস্তকে সুবিধা কৰি দি একো কৰিব নিদিয়াকৈ ৰাখিছে। ঠাই সাজি বাচন আদি পৰিষ্কাৰ কৰি দি সুখেৰে ৰাখিছে। এদিন আয়ে মাজিক কলে, আমাক এটি পৃথক ঘৰ দিবলৈ হক; তাতে আমি বাস কৰি ভিক্ষা কৰি কাল কটাওঁ। মাজিয়ে কলে আমাৰ বহুত খোৱা পৰিল, ভিক্ষা কৰিব লগা হল; এনে বাক্য কেতিয়াও নকব, যিমান দিন থাকে আমিয়ে পুহিম। উৰ্ব্বসী কন্যা ঘাৰৰি মাজিৰ ঘৰতে জন্ম পাইছে; মাজিৰ ঘৰৰ আনবোৰ লোকে সময়ত মনে মনে বিষম ভাবে; তিনি চাৰিজন মানুহ একো বন কাম নকৰাকৈ বহি বহি খায়। ডেকা লৰাটিয়ে বন কৰিলেও হয়, এই বুলি এদিন মাধৱক ধান নিৰাবলৈ

মাতিলে; মাজিয়ে শুনি মাধৱক মতাই আনি বুদ্ধি দিলে; বোপা তুমি নিৰাবলৈ গলে থানে বনে জপাই কাটিবা আৰু মই খেদা মাৰিলে লৰ মাৰিবা। মাধৱে খন্তি লৈ থান চিকুণাইছে; থানে বনে জপাই কাটি দিছে। ঘাঘৰিয়ে দেখি খং কৰি খেদা মৰাত লৰ মাৰিছে। তাৰ পিছত দাস দাসী বোৱক ধমকি দি কৈছে কোনে এই লৰাটি মাতি আনিছিলাহঁক; থানখোৰ জেনেই কাটিলে। সাধুৰ সন্তান কাহানি থান চিকুণাইছে; আজিৰপৰা কোনোৱে এওঁক মতি নানিবা। এই প্ৰকাৰে কিছুকাল আছে এদিন মাজিয়ে কলে, বোপা, আমাৰ ইয়াত থকাত আমাৰে থাই থাকিবা, আন ঠাইলৈ গলে কি খাবা; এতেকে আমাৰ খেতিৰ ভিতৰতে একোখনি মোৰ বুলি লবা। এই দৰে সকলো খেতিৰ সময়তে লৈ আছিল। মাহৰ খেতিৰ সময় পৰিলহি, দুই কঠা মাটিত এদোন মাহ সিঁচিলে, মাহ ঘৰকৈ ঘন হৈ গজিল। এদিন মাজিয়ে মাধৱক লৈ গৈ দেখিলে যে এনে ভাবে মাহ সিঁচিলে কি হব, এই বুলি বেজাৰ কৰি আতাত কৈছেহি; মাজি আৰু পিতৃদেৱৰ কথাত বিৰক্ত হৈ এজাক গৰু নি গজা মাহ খুৱালে, এই কাৰ্য্য দেখি মাজিয়ে আৰু বেচিকৈ খং কৰিছে। কিছু দিন পিছত দেখে যে খোৱা মাহ আকৌ দুগুণ হল, চেঁইও ঘৰকৈ ধৰিলে। পুনৰ মাহৰ অৱস্থা দেখি মাজিয়ে মাধৱৰ বুদ্ধিক প্ৰশংসা কৰিছে। এই দৰে খেতিৰ উৎপন্ন বস্তু বেচি কিছু টকা পাই জমা কৰিছিল।

ঘৰকণাগিৰীয়ে মাজিক কলে লৰা ছোৱালী ডাঙৰ হল, লৰাক উত্তৰি দিব লাগে, ছোৱালী বিবাহ দিব লগীয়া হল, স্বজাতি লোক বিচাৰি দিয়া। মাজিয়ে বহুত ঠাইত বিচাৰি কায়স্থ লোক নাপালে। আতাত এই কথা কোৱাত তেওঁ কলে তেনেহলে মোক তুমি কি পাবা দিয়া মই জাতি বিচাৰি যাওঁ। মাজি ঘৰকণা গিৰীৰ কথাত মান্তি হৈ পাচখন নাও ভৰাই বস্তু দিলে। আৰু কেইজনমান লোক নাওবৈচা কৰি পঠালে; সিহঁতক কলে আতা যত থাকিব খোজে তাতে ঘৰ দুৱাৰ সাজি দি আহিবাহঁক। যেতিয়া ঘৰকণা আতা টেম্বৰণি মুখে নাও মেলি আহিবলৈ উদ্যোগ কৰিলে, তেতিয়া ঘাঘৰি মাজি আৰু তেওঁৰ গৃহিণী মনোদুঃখ প্ৰকাশ কৰি কিছুবান বাটলৈ আগবাঢ়ি আহিল। কিছুদূৰ আহি ফিৰি গল; আতা নাওলৈ টেম্বুৰনি লৈ অহাত বতা পাইছেহি। পদ্মপাণি নামে একজন

কায়স্থে নদীত স্নান কৰিছে, তেওঁৰ নিবাস হোকোৰাকুঁচিত। গোবিন্দে লোকজন নিশিষ্ট দেখি জিজ্ঞাসা কৰিছে ইয়াত কায়স্থ লোক আছে নে? তেওঁ উত্তৰ দিছে আমিয়ে কায়স্থ, কিয় সুধিলে। প্রয়োজন আছে হেতু শোধা হৈছে। মাজি নাও বাধি ঘাটলৈ উঠি থান পৰিদর্শন কৰি গঙ্গাপাণিৰ ওচৰতে ঘৰ সজাই বাস কৰিলে। নাও বিদায় দি মাজিলৈ সম্ভাষণ জনাই পঠালে। নাৱৰীয়া লোক সকল ফিৰি আহি ঘাঘৰি মাজিক সমুদায় বিৱৰণ জনালে; তেওঁ শুনি মনত বৰ সন্তোষ লাভ কৰিলে। বৰকণা আতা কিছুদিন সুখে থাকি শ্রীমাধৱৰ জাতকর্ম্ম উপনয়ন আদি সমাধা কৰি উর্ব্বসী কন্যাক গঙ্গাপাণি বা ৰাম দাস অতাত বিবাহ দিলে। তৎপৰ মনোৰমা আই আৰু কন্যা উর্ব্বাসীক ৰামদাসৰ ঘৰত ৰাখি পিতা পুত্র উভয়ে বাণ্ডুকালৈ গুচি গল। বৰ পুত্র দামোদৰে পিতৃ আগমনৰ সংবাদ পাই, কিছু বাটলৈ আগ বাঢ়ি গৈ সেৱা ধৰি আগ বঢ়াই আনিলে, মাধৱক লগত দেখি পৰিচয় লোৱাত তোমাৰ কনিষ্ঠ ভ্রাতা বুলি চিনাকী কৰি দিছে। এওঁৰ কনিষ্ঠা ভগিনী এটিও আছে আৰু তোমাৰ বিমাতাকো ৰামদাসৰ ঘৰত ৰাখি আহিছে। দামোদৰে ভ্রাতৃজনক সাবটি ধৰি চুম্বন কৰিছে, মাধৱেও জেষ্ঠজনক প্রণিপাতে প্রণাম কৰিলে। পিতা পুত্র তিনিয়োজন এই প্রকাৰে সুখে আছে। শ্রীমাধৱক সংস্কৃত পঢ়াশালিলৈ বিদ্যা শিক্ষাৰ কাৰণ পঠালে। অতি অল্প দিনৰ ভিতৰতে শাস্ত্র অধ্যয়ন কৰিলে, ন্যায়, তর্ক নীতি প্রভৃতি শিক্ষা লাভ কৰি গৃহাগত হলত পিতৃদেৱ বৰকণা আতা পৰলোক গমন কৰিলে। অন্ত্যেষ্টি ক্রিয়া সমাপ্ত কৰি উচিত দিনত দশকর্ম্ম কৰা হল, আদ্য শ্রাদ্ধলৈ খৰচৰ নাটনি পৰাত দামোদৰে কনিষ্ঠ ভ্রাতা মাধৱত কৈছে, ৰোপা টকা কড়ি নাই কি উপায় কৰা হব। দক্ষিণাৰ নিমিত্তে ব্রাহ্মণসকলে ঘৰ বাৰী লুট কৰি নিব খোজে, জ্ঞাতিসকলক ভুটি ভোজ দিব লাগিব। দদায়েকৰ কথা শুনি মাধৱদেৱে কৈছে, ভয় নকৰিব সকলো সমুদায় লেঠা মাৰিম। এই বুলি কিছুমান তামোল পাণ লৈ ব্রাহ্মণ সমাজৰ প্রত্তিগাওঁ আৰু পঢ়াশালিলৈ গৈ প্রধান প্রধান লোক গোটাই আনি জনাইছে আমাৰ পিতৃ দেৱতা পৰলোক প্রাপ্ত হৈছে; দক্ষিণা দিবৰ উপায় নাই, আপোনাসকলে অনুগ্রহ নকৰিলে উপায় নাই; ব্রাহ্মণ মণ্ডলি বাক্যত সন্তোষ লাভ কৰি শ্রাদ্ধলৈ মাতিল।

জ্ঞাতিসকলক এটি ভোজ নিজে যত্ন কৰি খুৱাইছে, তাতে মান্তি হৈছে, এইদৰে পিতৃ শ্ৰাদ্ধৰ দায় অলপ খৰচতে সামাধা কৰাত দামোদৰে কনিষ্ঠক নথৈ শলাগিছে। কিছুদিন বিশ্ৰাম কৰি থাকি মাতৃ দৰ্শনৰ ইচ্ছাে কিছুমান তামোলৰ বেপাৰ হাতত লৈ নৌকাযোগে টেম্বুৱনিলৈ আহি মাতাৰ চৰণ সেৱা কৰি পিতৃদেৱৰ স্বৰ্গগামী বাতৰি জনোৱাত আই মনোৰমা কন্যা উৰ্ব্বসী শোকত অস্থিৰ হৈ ৰবকৈ কান্দিছে; সান্ত্বনা বাক্যেৰে প্ৰবোধ দিয়াত শোক নিবাৰণ হৈছে; আইয়ে সধবা চিহ্ন পৰিত্যাগ কৰি বৈধব্য অবলম্বন কৰিলে। তেতিয়াৰপৰা গুৰু মাতাই সাম্বিষ ব্যৱহাৰ ৰৰ নাই; শাস্ত্ৰানুসাৰে বিধবাৰ ব্যৱহাৰে ব্ৰতী হৈ থাকিল। শ্ৰীমাধৱদেৱে গুৱা বিক্ৰি কৰি যি লাভ পালে সেই টকাৰে কিছু খৰচ কৰি এজনী কন্যাৰ জোৰণ পিন্ধালে। কেইদিনমান মাতৃ গৃহত থাকি পুনৰ বাণ্ডুকালৈ গমন কৰিলে। তাত গৈ জেষ্ঠ ভ্ৰাতা দামোদৰৰ সহিত ঘিলাতৰ ভাগৰ কাৰণ কাজিয়া উপস্থিত হল। অনেক যত্ন আৰু দৰবাৰ কৰি পৈত্ৰিক ভাগ গ্ৰহণ কৰি কিছুদিন বিষয় কৰি আছে। বিষয় কামত বহুত অধৰ্ম্ম হয় দেখি পুনৰ দদাকক অৰ্পণ কৰিলে, দামোদৰে সন্তোষ পাই তেওঁক খেতি কৰিবৰ কাৰণ ঘৰলৈ পঠালে। খেতিৰ কামত মন দি হালোৱা বনুৱাৰ লগত মিল হৈ খেতি কৰাইছে; আন বছৰ যিমান মাটিত শস্য হৈছিল এই বছৰ তিমান মাটিত খেত কৰিব নোৱাৰিলে। কাৰণ আগে হাল বহু বেলিলৈ বোৱাইছিল, এতিয়া সোনকালে মেলাই, গৰু আৰু হালোৱাক কষ্ট কৰিব নিদিয়ে। দামোদৰ আহি মাটি বোৱাটো কম দেখি কৈছে আন কাল ইমান সৰহ মাটি বোৱাত নোজোৰে এইবাৰ নো জুৰিব নে? মাধৱদেৱে কৈছে এইবাৰ আৰু এটি ভঁৰাল সজাব লাগিব, সেই দৰে সময়ত ফল হোৱা দেখি দামোদৰে মাধৱক প্ৰসংশা কৰিছে। এইদৰে কিছুকাল বাণ্ডুকাত আছে এদিন বাতৰি শুনিলে যে টেম্বুৱনিত মাতাৰ ডাঙৰ নৰিয়া হৈছে, মনত বৰ দুখ কৰি দুৰ্গা দেবীলৈ দুটা বগা ছাগ আগ কৰি কৈছে মা! আমাৰ মাতাৰ নৰিয়া আৰাগ কৰোক তোমাৰ চৰণত দুটি ছাগ বলি দিয়া হব। এইদৰে গোসাঁনীলে আগ বঢ়াই গুৱা বেপাৰিৰ নাওত উঠি দুই দিন উজাই আহিছে, পিচদিনা উদৰৰ বিকাৰ হৈ খৰ ধৰি গ্ৰহণী জ্বাৰ ধৰাত

নাৱৰীয়াহঁতে বাঁহত তুলি থৈ উজাই গল। পিছত ভটীয়নী নাও পাই পুনৰ বাওঁকালে ভটীয়াই গল, তেওঁলোকৰ ঘাটত নাৱৰীয়াই তুলি থৈ গুচি গল। পিছত গৰখীয়াহঁতৰ মাত শুনি হাবিৰপৰা মুকলিলৈ আঠু কাঢ়ি আহি মাত লগোৱাত চিনি পাই কোলা কৰি নি দামোদৰৰ ঘাটত ৰাখিলে। তেওঁৰ গৃহিণী পানী আনিবলৈ গৈ দেখি স্বামীৰ আগত কোৱাত দামোদৰে নি ঔষধ ব্যৱহাৰ কৰাত অলপ আৰাম হৈছে। এদিন বৌয়েকক কলে মোৰ মাংস খাবৰ মন হৈছে; কিন্তু দদাকে বাধা দিয়া বাবে দিবলৈ ভয় কৰি প্ৰথমে দিয়া নাছিল, পিছত কাতৰোক্তি এবাৰ নোৱাৰি খাহীৰ মাংস ৰন্ধন কৰি দিলে, বেমাৰিয়ে খাই বৰ তৃপ্তি লাভ কৰি সেই দিন উত্তম ৰূপে নিদ্ৰা হল। দদাকে সুধিছে, আজি মাধৱক কিহেৰে আহাৰ দিছিলা, আচল কথা ভাঙ্গি কলত বেমাৰিৰ ভাল অৱস্থা দেখি একোকে নকলে। কিছু দিনৰ মূৰত বেমাৰ সম্পূৰ্ণ আৰোগ্য হল। মাধৱক বৌয়েকে অত্যন্ত স্নেহ কৰিছিল। যেতিয়া শৰীৰ সম্পূৰ্ণ আৰাম হল পুনৰ গুৱা ভৰা দি মাতৃ সন্নিধানে গমন কৰিছে। ঘৰ পাই মাতাক সেৱা শুশ্ৰূষা কৰি ৰামদাস বৈনাইয়েকৰ হাতত গোসাঁনী পূজাৰ পাঠা কিনিবলৈ ৰূপ এটকা দি মাধৱদেৱে গুৱা বেচিবলৈ উজাই গৈছে। ইয়াৰ আগেয়ে অনেক লোকৰ সহিত পশ্চিমে তীৰ্থ স্নানলৈ গৈ নীলাচল জগন্নাথ ক্ষেত্ৰত বাস কৰিছে। মহাপ্ৰভুত প্ৰাৰ্থনা কৰিছে আমাক যেন সাধু সঙ্গ দিয়ে; প্ৰভু প্ৰাৰ্থনাত সন্তুষ্ট হৈ এজন দৈৱজ্ঞক স্বপ্নাদেশ কৰিছে, হোকোৰাকুচীয়াক কৰা, পুব দিশে বিশিষ্ট সাধু আছে তালৈ গলে সৎ সঙ্গ লাভ হব, তীৰ্থ কৰাৰ আৱশ্যক নকৰে। প্ৰাতে দৈৱজ্ঞ উঠি আহি গয়পাণিক স্বপ্নৰ বৃত্তান্ত কোৱাত তেওঁ মহাপ্ৰভুৰ আদেশ মতে উজাই নিজ ঘৰত আছেহি। মাধৱৰ কথা মতে দেৱী পূজাৰ ছাগলি কিনিবলৈ গৈ শঙ্কৰদেৱক লগ পাইছে। আগমনৰ বাতৰি পোৱাত ছাগলি কিনিবলৈ অহা হৈছে বুলি কোৱাত পুনৰ গুৰুঈশ্বৰে জিজ্ঞাসা কৰিছে ছাগেৰে কি কৰিবা। আমাৰ জেঠেৰি মাধৱক দুৰ্গা পূজিবলৈ লাগে ৰাম ৰাম শব্দ স্মৰণ কৰি কৈছে এতিয়া তুমি কাটিবা পিছত সি তোমাক কাটিব। তুমি পঢ়িব জানানে ? তেওঁ কলে অলপ পাৰোঁ। তেনেহলে এটি শ্লোক পঢ়াঁচোন ? আতাই এই শ্লোকটি তিনি বাৰ পঢ়িছে ;—

( শ্লোক )

তত্ৰৈব গঙ্গা যমুনা চ তত্ৰ গোদাবৰী সিন্ধু সৰস্বতী চ।

সৰ্ব্বানি তীৰ্থানি বসন্তি তত্ৰ যত্ৰাচ্যুতোদাৰ কথা প্ৰসঙ্গ ॥

গুৰুৱে সুধিছে ইয়াৰ অৰ্থ জানানে। অতাই কৈছে নাজানো। তেনেহলে মই তাঙ্গনি কওঁ শুনা;—যি ঠাইত কৃষ্ণদেৱৰ উদাৰ চৰিত্ৰ প্ৰকাশ হয়; তাত গঙ্গা, যমুনা, গোদাবৰী, সিন্ধু, সৰস্বতী আদি সমস্ত বাস কৰে। আতাই ব্যাখ্যা শুনি কৈছে তেন্তে তীৰ্থ ভ্ৰমণৰ আন দেৱ দেৱী পূজনৰ আৱশ্যক কি? এই বুলি এক দেৱতা কৃষ্ণ নামত শৰণ লৈছে; সেই দিনাৰপৰা গয়াপাণিৰ নাম ৰামদাস দিছে। তেতিয়াৰপৰা হোকোৰাকুচীয়া ৰামদাস আতা বুলি প্ৰখ্যাত হল।

মাধৱ গুৰা বিক্ৰি কৰি ফিৰি আহি ঘৰ পালেহি; স্নান কৰি ভোজন কৰিবলৈ বহি ৰামদাসত সুধিছে ছাগলি কিনা হল নে? আতাই বঙ্গ ছলে কৈছে আনিছোঁ। পাবা। ছাগলি ক্ষীণ নে মোটা। ৰামদাসে কলে কি ছাগলি। মাধৱৰ মনত সন্দেহ হৈ কৈছে ছাগ আনা নাই হবলা। তেতিয়া প্ৰকৃত উত্তৰ দিছে নাই অনা; কাৰণ পোধাত কৈছে ছাগলি বধ কৰিলে কি হব, এতিয়া তুমি কাটিবা, পিছত তোমাক কাটিব। মাধৱৰ খং উঠি কৈছে হোকোৰকুচীয়া তুমি বুদ্ধিত পাগল। কিয় আনি নেদা মোক পূজাৰ ছাগল। এইদৰে অনেক খং কৰাত আতাই কৈছে; আমাৰ আগত দেখোৱাহা ঘৰ গোট। শঙ্কৰৰ আগত হইবাহা লোটসোট ॥ এই কথা শুনি মাধৱে সুধিছে মোতকৈও কোনোৱা পণ্ডিত আছেনে? ৰামদাস কৈছে তুমিয়ে ঘৰ পণ্ডিত বুলি অহঙ্কাৰ কৰা হবলা? যাক কাইলৈ বাতিপুৱা যোৱা হব। আজিয়ে গলেঁাহেঁতেন এতিয়া সময় নাই। সন্ধ্যাৰ সময় পৰিলহি। মাধৱে কৈছে ৰাক ৰাজত যি পৰ্য্যন্ত তঙ্গাৰ লোৱাৰে তেতিয়ালৈকে কেতিয়াও সেৱা নকৰোঁ।।

---

# বাঁহী।

পশ্চিমীয়া-বৃন্দাবন মাজে——
বজাই মোহন বাঁহী সুললিত সুৰে।
আসাম প্ৰদেশ-ব্ৰজে, শুনিছে গোপিনী সবে
লগ লাগি উলাহেৰে গোপ সকলেৰে॥
শুনি শুনি মোহ যায়, লভি সংজ্ঞা পুনৰায়
ঘূৰি ঘূৰি বজাবলৈ কয় আগ্ৰহেৰে।
বাঁহীৰ শুনিলে মাত, নেলাগেও পানী ভাত,
আৰু কিবা লাগে বুলি মনতো নপৰে॥
উঠনী ফলীয়া বতা- হৰ লগে লগে আহি,
চকু কাণ বাটে সুৰ যেতিয়া সোমায়,
দহোটি ইন্দ্ৰিয় স'তে, বুদ্ধি অহঙ্কাৰ মনে,
বাঁহীৰ সুৰতে একবাৰে লয় যায়॥
কূল ঈৎ বীজ লই, বাঁহীয়ে আসাম ঘূৰে,
চল পাই য'তে ত'তে বীজ সিচি দিয়ে।
উৰবৰা গোপ গোপী মন-পথাৰত পৰি,
গজি ভাতে ডাল পাত ঠন ধৰি জীয়ে॥
বাঁহীৰ মাতত আছে, মূৰ্ত্তিময়ী তিনি গতি,
সাত্বিকী ৰাজসী আৰু তামসী মামেৰে।
যেয়ে যি গুণত চৰা, সেয়ে গতি-গোত্ৰ জানে,
সেয়ে সিদৰেই ভাবি সি সি অৰ্থ ধৰে॥
সততে বজাই বাঁহী, চকু পদুমৰ পাহি,
ম'ৰাপাখী বিভূষিত মেঘৰ বৰণ।
কোটি-কাম-কমনীয়, আদি গোবিন্দক সেই,
সুৰঁৰি কৰিম মাত বাঁহীৰ শ্ৰৱণ॥
চঞ্চল চন্দ্ৰৰ কলা দৰে বনমালাধাৰি,
বাঁহীটি হাতত আৰু বাজু ৰতনৰ।

প্ৰণয় ধেমালি কলা সমূহেৰে বিলসিত,
ত্ৰিভঙ্গ ললিত আৰু বৰণ মেঘৰ ॥
সততে প্ৰকাশ কৰা, আনন্দ চিন্ময় সদা,
নিৰন্তৰ কৰে শোভা মুৰতি মোহন।
সকলো ইন্দ্ৰিয় শক্তি নিতে আছে পূৰ হই,
জগতে নেদেখা বস্তু কৰিছে দৰ্শন ॥
পালিছে জগত আৰু কৰিছে সতত লয়,
দুই বুলি আছে যদি একোৱেই নাই।
অচ্যুত অনাদি আদি, অনন্ত স্বৰূপ আৰু
পুৰণি পুৰুষ নব যৌবনে শুৱায় ॥
বেদৰ দুৰ্লভ নিজ ভকতৰ সুলভ তেওঁ,
বায়ুবেগী মুনি গনে কোটি বছৰত
পাব পৰা যোগ বাট, যাৰ পদ তলতেই
বিৰাজিছে, তত্ত্ব যাৰ ভাবৰ দূৰত ॥
এক হৈয়ো জগতকে ৰচিব পাৰিছে যেয়ে,
যাৰ ভিতৰতে আছে গোটেই জগত।
জগতৰ পৰমাণু মাজত বিহাৰে যেয়ে,
তেৱেঁই বজাই বাঁহী আমাৰ দেশত ॥

শ্ৰীগোলোকচন্দ্ৰ বৰুৱা কাব্যবিনোদ।

---

# মণিপুৰ-যাত্ৰা।

( ৮ )

খাই-বৈ উঠাৰ পিছত আবেলি বেলিকা গাড়ী এৰি দিয়া হল। এতিয়াৰে পৰা আমাৰ আৰু ডাকবঙলাৰ লগত কোনো সম্পৰ্ক নোহোৱা হল। গাড়ীয়েই আমাৰ "চেলুন" গাড়ীয়েই আমাৰ ডাকবঙলা। দিনত, ইচ্ছামতে কেতিয়াবা উঠি, কেতিয়াবা খোজ কাঢ়ি, বাওঁ। ৰাতি হেঁচা-টেপা কৈ তিনিজন মানুহে

টোপনি যাবলৈ বৃথা চেষ্টা কৰি গাড়ীতে দীঘল দি যাওঁ। ৰাতি নথৈ অসু-বিধা হয়। বাটত ডাকবঙলা বা চাবৰ যোগ্য আন কোনো ঠাই পালে, আমাক কবৰ নিমিত্তে গাড়োবানটোক কৈ থোৱা হৈছিল। সি বেচেৰাই আমাৰ কথা পৰাখিনিত পেলোৱা নাছিল।

এই থিনিৰেপৰা বাঁও হাতৰ পৰ্ব্বতবোৰ অলপ চাপৰ হৈ যাবলৈ ধৰিলে ; আৰু এফালৰ ওখ পৰ্ব্বত শ্ৰেণীও কিছু দূৰৈ হৈ গ'ল। অৱশ্যে সকলো ঠাইতে এনে হোৱা নাছিল। এইবোৰ ঠাই দেখা আজি ভালেমান দিন হল। স্মৃতিয়ে যিমানলৈকে ঢুকি পাইছে তাকেহে লেখিছোঁ। ঠাইবোৰৰ বৰ ঠিক বৰ্ণনা দিব পাৰিছোঁ বুলি কবলৈ বৰ সাহ কৰিব নোৱাৰোঁ। কিন্তু প্ৰখৰ কল্পনা শক্তি থকা পাঠকে ইয়াৰপৰাই বাটৰ প্ৰাকৃতিক অৱস্থাৰ এটা "আন্দাজী" অনুমান কৰি লব পাৰিব বুলি আশা কৰিলোঁ।

আমি অলপ দুৰ যোৱাৰ পাছতে দেখিলোঁ এজাক নগা কৰবাৰপৰা ওলাই আহি নিজৰ ভিতৰত বিং-বিং-বাং-বাংকৈ কিবা কথা পাতি পাতি আৰু আমালৈ চাই হাঁহি হাঁহি আমাৰ গাড়ীৰ পাছে পাছে আহিবলৈ ধৰিলে। মোৰ যত-দূৰ মনত পৰে, সিহঁতৰ সৰহ ভাগৰ চকুৰ দৃষ্টি বান্দৰৰ চকুৰ দৃষ্টিৰ দৰে ধূৰ্ত্ততাপূৰ্ণ আছিল। কিন্তু সেই কথা এতিয়া বৰ ডাঠকৈ কব নোৱাৰিলোঁ। সিহঁত আমাৰ গাড়ীৰ নিচেই ওচৰে ওচৰে আহিবলৈ ধৰিলে। গাড়ো-ৱানটোৱে আমাক আমাৰ বেগ, ছাতি, কাপোৰ ইত্যাদি সাৱধানে ৰাখিবলৈ কলে ; কিয়নো নগাবোৰে হেনো কেতিয়াবা ছল পালে গাড়ীৰ বস্তু আজোৰ মাৰি লৈ পৰ্ব্বতীয়া সৰু বাটেদি অদৃশ্য হৈ যায়। এনে ঘটনা বহুত বাৰ ঘটি গৈছে। আমি সাৱধান হলোঁ। অলপ পৰৰ পাছত আমি নগাজাকৰ লগ এৰালোঁ। গাড়োৱানৰ মুখে শুনিলোঁ, এইজাক নগা হেনো গৱৰ্ণমেণ্টৰ তৰফৰপৰা আলি মেৰামতৰ কাম কৰিবলৈ গৈছিল। আজি কালি হেনো বহুত নগা কুলি এনে কামত লগোৱা হয়। পিন্ধনে-উৰণে আৰু চেহেৰায় এই নগাবোৰক আমাৰ ফালৰ নগাতকৈ ভাল যেন দেখিলোঁ।

আলিৰ দাঁতিৰ নগা গাঁৱৰ ওচৰত আমাৰ যেলি মাৰ যাওঁ যাওঁ হল। মণিপুৰ যোতৰ নিচেই আলিৰ দাঁতিতে এইখন হে একমাত্ৰ নগা গাওঁ। ঘৰবোৰ বৰ ডাঙৰ নহয়। টকোপাত কি তেনে অইন কিবা খেৰেৰে ছোৱা। মুখেদি

দুৱাৰ কটা। দুৱাৰৰ ওপৰতে ঘৰৰ চালত শিঙৰ দৰে বৰ ডাঙৰ ডাঙৰ তক্তা লগাই ৰং দি থৈছে, ঠিক যেন ঘৰৰ শিং। শিংও গঢ়িছে ঘৰৰ জোখাৰে ডাঙৰ। কিন্তু কিছুমান ঘৰৰ শিং অপেক্ষাকৃত সৰু দেখিলোঁ। ঘৰৰ গিৰিহঁতৰ পদ মৰ্য্যাদা অনুসাৰে শিং ডাঙৰ সৰু কৰা যেন অনুমান হল। গাৱঁৰ মাজতে আলিৰ কাষতে, ইটাৰ দৰে যোৰা দি, ওখকৈ এটা শিলৰ "বৈঠকী আড্ডা" কৰা হৈছে; কেইটাও নগা ডেকাক তাত বহি গপ্প পাতি থকা দেখিলোঁ। সম্ভৱতঃ সেইটিয়েই গাৱঁৰ ডেকাবিলাকৰ "আড্ডা"। আসামৰ আহোম কছাৰী প্ৰভৃতি জাতীয় মানুহৰ, অশিক্ষিত গাওঁবোৰৰ বহুততে দেখা যায় যে, গাৱঁৰ ডেকাবোৰে ৰাতি নিজ নিজ ঘৰত নোশোৱে। সকলোৱে গোট খাই এঠাইত শোৱে। সাধাৰণতঃ সিহঁতে শোৱা বেলেগ একোটা ৰাজহুৱা ঘৰ গাওঁখনেপতি বিদ্যমান থাকে। স্থান বিশেষে পোৱা যায় আৰুবিলাকৰো গাওঁখনেপতি দুটাকৈ ডাঙৰ ৰাজহুৱা ঘৰ থাকে। এটাত গাৱঁৰ এটাইবোৰ বিয়া নকৰোৱা ডেকা লগ লাগি শোৱে আৰু আনটোত গাৱঁৰ এটাইবোৰ বিয়া নিদিয়া গাভৰু লগ লাগি শোৱে। এই সম্বন্ধে সিহঁতৰ ভালেমান ৰীতি নিয়ম আছে। ইয়াৰ নগাবোৰৰ ভিতৰতো সম্ভৱতঃ তেনে কিবা নিয়ম আছে। গাওঁখন আমাৰ আলিতকৈ অলপ ওখ ঠাইত আছিল।

অলপ পৰৰ পাছতে আমি এটা "আড্‌ডা"ও পালোঁ। এই "আড্ডা"টোৰ নাম "নয়াবাংলা"। গছেগছনিৰে "আড্ডা"টি বৰ মনোহৰ। আমাৰ কিন্তু "আড্‌ডা"ত থকা নহল। আলিতকৈ কিঞ্চিৎ ওখ ঠাইত "আড্ডা" স্থাপিত। "আড্ডা"ৰ ঘৰবোৰ আলিৰ দুই কাষে থকা দেখিলোঁ। এই "আড্‌ডাবোৰতো নিঃসহায় অকলশৰীয়া অচিনাকী মানুহৰ অকলৈ থাকিবলৈ স্বভাৱতে ভয় লাগিবৰ কথা। আমি কিন্তু তিনিজন আপোন মানুহ একেলগে থকা বাবে আমাৰ ক'তো কোনো ভয় কৰিবৰ কাৰণ নাছিল।

অলপ নিগা খলত পানীৰ সুবিধাজনক ঠাইত অৰ্থাৎ নিজৰা বাগৰি আহি আলিত পৰা ঠাইত গাড়ী ৰল। গাড়োৱান কিটাই গৰুক ঘাঁহ পানী খাবলৈ দি নিজলৈ ভাতপানী ৰান্ধিবলৈ ধৰিলে। আমি কহিমাৰপৰা কিবাকিবি জলপান কিনি লৈ গৈছিলোঁ, তাকে খাই গাড়ীতে শুই থাকিলোঁ। মোৰ চাহ খোৱা অভ্যাস নাছিল। কিন্তু সঙ্গী দুজনৰ চাহৰ অভ্যাস থকাত চাহো

তপতোৱা হৈছিল। গাড়োৱান কিটাই কাণসাৰে থাকি এটি ঘুমটি মাৰিলে।

ভালেখিনি ৰাতি থাকোঁতেই গাড়ী এৰি দিলে। আমি গাড়ীত দীঘল দি গলোঁ। হয় কিন্তু টোপনি নাহিল। কেনেবাকৈ গাড়ীয়ে ছাবিয়ে কুকুৰে বাগৰি যায় বুলি ভয়তে টোপনি আমাৰ নাহিল। মই সাৱধানে মুৰ উলিয়াই যিমান দেখা পাওঁ চাই যাবলৈ ধৰিলোঁ। কিয়নো, কেবাবাৰো টোপনিৰ জালত গাড়োৱানটোৰ চকু মুদ খোৱাত গাড়ী কুকুৰৰ একেবাৰে দাঁতি পাইছিল গৈ; পাছৰ গাড়োৱানৰ চিঞৰত সাৰ পাইহে সি গাড়ী চম্ভালিছিল! আমাৰ লেখিয়া মহামূলীয়া জীৱনকিটালৈকো তাৰ এনে উদাসীন ভাব দেখি তালৈ আমাৰ সেই সময়ত যে নথৈ খং উঠিছিল সেইটো বোধকৰোঁ প্ৰকাশকৈ কব নেলাগে। কিন্তু এনে ঘটনাৰ পাছত টোপনিয়ে আমাৰ চকুকপৰা সম্পূৰ্ণৰূপে বিদায় ললে। জীৱন ডাঙৰ নে টোপনি ডাঙৰ? ধন্য মণিপুৰীয়া গৰুৰ স্বাভাৱিক বুধি! নহলে, জীৱনলৈ এনেদৰে আওহেলা কৰা এই গাড়োৱানৰ হাতত পৰি আমাৰ কিবা এটা বিপদ ঘটাত একো আচৰিত নাছিল। মণিপুৰীয়া গৰু ত্ৰিহুটৰ বলদ গৰুবোৰৰ দৰে ডাঙৰ নহলেও আমাৰ আসামৰ সাধাৰণ গৰুতকৈ ভালেমান ডাঙৰ আৰু পৰিশ্ৰমসহ। গৰুবোৰৰ পৰিশ্ৰমলৈ চাই সিহঁতলৈ আমাৰ বৰ মৰম লাগিছিল। নিমাত জন্তু বেচেৰাহঁত! মানুহৰ কাম কৰি জীৱন পাত কৰিবলৈকে সিহঁতৰ জন্ম! সিহঁতে বিপজ্জনক পৰ্ব্বতীয়া বাটত নিজেই সাৱধান হৈ গাড়ী টানি নিয়ে। কেনেবাকৈ বৰ আওচলীয়া ঠাইত গাড়ী পৰি সিহঁতৰ শক্তিৰ অতীত অৱস্থালৈ গলেহে গাড়ী মৰা পৰে।

বেলি ওলাবৰ অলপ পাছতে আমি "মৌথানা" আড্ডা পালোঁ গৈ। ইয়াত ডাকবঙলা আছিল নে নাই এতিয়া মনত নপৰে; কিন্তু এটা কথাৰ বাবে থানাটোৰ কথা হলে খুব মনত আছে। বাওঁ ফালে আলিৰ সমানে সমতল (পৰ্ব্বতৰ) ঠাই এডোখৰত "মৌথানা" অৱস্থিত। ইয়াৰপৰাই মণিপুৰ ৰাজ্যৰ সীমা আৰম্ভ। সেইবাবে মণিপুৰৰ ৰজাৰ তৰফৰপৰা ইয়াত এখন "থানা" পাতিছে। আমি গাড়ীৰপৰা ভুমুকিয়াই থানাটো চাই নৌএটাওঁতেই থানাৰ মাঁহুহে মণিপুৰীয়া দোৱানেৰে ৰিঙিয়াই গাড়ী ৰখাবলৈ কোৱাত গাড়োৱানে গাড়ী ৰখাই আমাক থানালৈ যাবলৈ কলে। "থানা" আৰু "পুলিচ" এই দুই নামত সকলোৰে অলপ নহয় অলপ ভয় লাগে। আমাৰ

যে অলপ কেনেবা কেনেবা নেলাগিল এনে কথা শপত খাই কব নোৱাৰোঁ। গাড়োৱানটোৱে দুই চাৰি কথাৰে তৎক্ষণাৎ আমাক বুজাই দিলে যে ইয়াত এজন মণিপুৰীয়া দাৰোগা আৰু কিছুমান কনিষ্টবল্ থাকে। আৰু আমাৰ এজনক মাতিছে। বিদেশী নতুন মানুহক এই থানাতে পৰীক্ষা কৰি চাই হে ৰাজ্যৰ ভিতৰলৈ সোমাব দিয়া হয়। মোৰ লগৰীয়া বন্ধু কিজনে থানালৈ যোৱা বাবটো মোলৈকে ঠেলিয়ালে। এবাৰ নোৱাৰি মইয়েই গাড়ীৰপৰা নামিলোঁ। ন'টা কি দহোটা মণিপুৰীয়া কনিষ্টবল দেখিলোঁ। সিহঁতৰ কৌপীন মাত্ৰ সম্বল। কিন্তু গাই-গাৰিয়ে শকত-আৱত সিহঁতক দেখি মোৰ গুৰ্খা বুলি ভ্ৰম হল। মই একেবাৰে "বেপৰোৱাই" ভাবেৰে থানাৰ ভিতৰলৈ সোমাই গলোঁ। থানাৰ ভিতৰত কাগজ-পত্ৰাদি অফিছৰ কোনো চিন, বা বন্দুক পোছাক ইত্যাদি পুলিচৰ আন কোনো চিন্ নেদেখিলোঁ। অকল, বৰ দীঘল বহল তক্তাৰ চাং এখন হে দেখিলোঁ। এজন ভীষণকায় গহীন গম্ভীৰ দীঘল গুফীয়া মণিপুৰীয়া ভদ্ৰলোকক থিয় হৈ কিবা লুকং-খুকং কৰি থকা দেখিলোঁ; অনুমানত বোধ হল তেৱেঁই দাৰোগা। মই ভাবিছিলোঁ, দাৰোগা যেতিয়া তেওঁ নিশ্চয় ইংৰাজী জানে। সেই বিশ্বাসতে তৎক্ষণাৎ মই তেখেতক সম্বো-ধন কৰি কলোঁ। "Good morning, Sir, we come from Assam and want to go to Monipur for sight-seeing. I hope you will permit us to proceed." দাৰোগাই মুখ জোকাৰি আৰু হাত ডাঙি "official মেজাজেৰে" মোৰ "good-morning" ওভোতাই দিলে আৰু মুখেৰে কেইআষাৰমান মোৰ অবোধ্য কিবা কথা কলে। কনিষ্টবলবোৰে ঢেকুঢেকাই হাঁহিবলৈ ধৰিলে। সিহঁত মোৰ পাছে পাছে বাহিৰৰপৰা থানাৰ ভিতৰলৈ যাহিছিল। মই তৎক্ষণাৎ বুজিব পাৰিলোঁ, দাৰোগাই ইংৰাজী নেজানে। মোৰ ইংৰাজী দাৰোগাই নুবুজে, দাৰোগাৰ মণিপুৰীয়া মাত মই নুবুজোঁ। দাৰোগাৰ গহীন মুখতো অলপ হাঁহিৰ ছাঁ পৰিল। শেষত তেওঁ এআষাৰ "যাও" বুলি, আমি আগ বাঢ়িব পৰাৰ অনুমতি জ্ঞাপন কৰিলে। মই দাৰো-গাক আকৌ "good-bye" কৰি কনিষ্টবলবোৰৰ হাঁহিৰ মাজেদি আহি গাড়ীত উঠিলোঁহি। এই ঘটনাটো বাটত ভাবেমান পৰলৈকে আমাৰ এটাইকিজনৰে ৰং ভামোচাৰ বিষয় হৈছিল। কিন্তু দাৰোগাৰ চেহেৰাই আৰু কনিষ্টবলবোৰৰ

আটিন সাই আমাক মণিপুৰীয়াবিলাকৰ সম্বন্ধে খুব "prepossessed" কৰিলে। আমি এতিয়া আৰু ঈশ্বৰে কৰিলে মণিপুৰ দেখিবলৈ পাম। কিয়নো, আমাক ওভতাই পঠোৱাহেঁতেন এই "মোথানাৰ" পৰাই পঠালেহেঁতেন। আমি শুনিবলৈ পালোঁ, কিছুমান পাঠান আৰু গুৰ্খা জাতীয় মানুহৰ দ্বাৰাই মণিপুৰত তিৰোতাৰ প্ৰতি অত্যাচাৰ সম্বন্ধীয় কেইটামান বৰ ডাঙৰ ঘটনা ঘটিছিল। তেতিয়াৰেপৰা হেনো তেনে বিধৰ মানুহৰ যাকে তাকে ৰাজ্যলৈ সোমাব দিয়া বন্ধ হৈছে। অইন বিদেশীৰ নিমিত্তে নিয়ম তেনে "কড়া" নহয়।

কিছুদূৰ আগবাঢ়ি সুবিধাজনক ঠাই চাই গাড়ী ৰখালে। জৰণাৰ পানীত গা ধুই বৰ ভাল লাগিল। চাহ আৰু জলপানৰ দ্বাৰাই আমাৰ আহাৰ শেষ কৰা হল। খাই-বৈ অলপ জিৰাবৰ পাছত গাড়ী আকৌ এৰি দিলে। এই বাৰ আমি নিজে গাড়ী চলাই চাব খুজি তাকে কৰিলোঁ। "গাড়ী চলাব নেজানিলে, বাগী চলাব নেজানি" এই কাৰণ দেখুৱাই মোৰ প্ৰথম সঙ্গীজনে নিজক গাড়ী চলোৱা কামত সুদক্ষ বুলি প্ৰকাশ কৰিলে। মণিপুৰীয়া গৰু চলোৱাৰ এটা বিশেষত্ব আছে। "অৰ্, অৰ্" বুলি সোঁফালৰ গৰুটোৰ পিঠিত হাত দিলে সি বেগাই চলে। আৰু "ভিভি ভিভি" বুলি বাঁওফালৰ গৰুটোৰ গাত হাত দিলে সি খৰকৈ চলিবলৈ ধৰে। কোনটোক "অৰ্" বুলিব লাগে আৰু কোনটোক 'ভিভি" বুলিব লাগে সেইটো বুজি লৈ আমি, প্ৰত্যেকে পালক্ৰমে গাড়ী চলাবলৈ ধৰিলোঁ। মোৰ পালত মইও চলাবলৈ বহিলোঁ। মোৰ বিশ্বাস আছিল মই গাড়ী চলোৱাত দক্ষ। সেইবাবে নিশ্চিন্ত মনেৰে আগ বাঢ়িলোঁ। গাড়োৱানটোৱেও আমাক গাড়ীখন নিজে নিজে চলাব পৰা দেখি, অলপ পাছ পৰি, পিছৰ গাড়ীৰ লগত আহিছিল। অলপ দূৰ যোৱৰ পাছতে খৰকৈ চলাবৰ মনেৰে 'অৰ্ অৰ্" 'ভিভি ভিভি" বুলি গৰুৰ পিঠিত হাত দি সিহঁতক খেদাবলৈ ধৰিলোঁ। গাড়ী খৰকৈ যাবলৈ ধৰিলে হয় কিন্তু হঠাৎ একেবাৰে কুকুৱৰ মিচেই ওচৰ পালে গৈ। গাড়ীত উঠি থকা বন্ধু এজনে জাঁপ মাৰি গাড়ীৰপৰা নামি পৰিল। আন জনে নিমিষৰ ভিতৰতে নামিব পৰা অৱস্থাত বল। "হঁা হঁা" বুলি চিঞঁৰি গাৰোৱানটো পাছৰপৰা লৰি আহিল। মইও ইফালে গাড়ী এৰি দি জাঁপ মাৰি নামো নামো হৈ আছিলোঁ। কিন্তু গাৰোৱানে আহি গাড়ীখন তৎক্ষণাৎ ঠিক বাটলৈ

নিলে। ডেভিদ্দ্বাৰেপৰা আমি গাড়ী চলাই যুক্তি কৰিবলৈ এৰি দিলোঁ। গাড়ী কুকণ্ডৰ নিচেই দাঁতি পাইছিল গৈ। আক এখোজমান আগবঢ়াহেঁতেনেই হয়তো মহা বিপদ ঘটিলহেঁতেন। যিটো গৰুক "অৰ্" বুলিব লাগে তাক ভুলত "ডিডি" বোলাত, আনটোক "ডিডিৰ" ঠাইত "অৰ্" বোলাত এনে হৈছিল।

এডোখৰ ঠাই দেখুৱাই গাড়োৱানটোৱে কলে, সেই খিনিত হেনো কিছু মান দিন আগেয়ে, গাড়ীত শুই যোৱা গাড়োৱান এটাই গাড়ীয়ে গৰুয়ে কুকণ্ডত পৰি মৰিছিল। সি মৰি ভূত হৈ হেনো বৰ উৎপাত কৰিবলৈ ধৰিছে। কেনো অকলশৰীয়া গাড়ী পালে তাক হেনো কুকণ্ডলৈ বগৰাই দিয়ে। আক নিদ্ৰিত গাড়োৱান পালে গৰুৰ কান্ধৰপৰা যুৱঁলি ডাডি লৈ মানুহে সৈতে গাড়ীখন কুকণ্ডলৈ বগৰাই দিয়ে। এইদৰে ইয়াত বহুত দুৰ্ঘটনা ঘটি গৈছে। সেইবাবে জানি শুনি পাৰেঁাতে কোনেও এইডোখৰ ঠাই ৰাতি পাৰ্ নহয়; ইত্যাদি। আমি দেখিলোঁ আলিটো সেই খিনি ঠাইত এটলীয়া আক ঠাইতে অলপ ঘূৰিছে। সাৱধানে নগলে, এন্ধাৰ ৰাতি সেই খিনি ঠাইত কুকণ্ডলৈ বাগৰি যোৱা একো আচৰিত নহয়। বিপদৰ সম্ভাৱনা থকা ঠাই-বোৰত চৰকাৰে আলিকাষত (পুলৰ দৰে) ঠায়ে ঠায়ে ওখ ভেটা দি থৈছে, এই খিনিত কিন্তু তেনে ভেটা নাছিল। এইখিনি ঠাই কহিমাৰপৰা কেই মাইল আঁতৰত পাইছিলোঁ এতিয়া মনত নপৰে।

শ্ৰীজ্ঞানানন্দ জগতী।

---

# আক্ষেপ।

আক কিনো গাবি,　　কাক নো শুনাবি,
গাঁথি থোৱা কথাকিটি ?
সুৰ বন্ধা বীণ　　শুলকি পৰিল,
আশাটিও গল উটি।
থাক থাক বীণ,　　নেলাগে বাজিব,

মইও নকওঁ কথা;
চেনেহৰ তাঁৰ চাচোঁ ছিগি গ'ল,
কোনে নো কৰিব বেথা।?
মনতেই ৰ'ল মনৰ কথাটি
আৰু তো নহল কোৱা;
বীণৰ লগতে জঁয় পৰি গল
বুকু-জোৰা ভাল-পোৱা।
প্ৰাণৰ কুলি ঐ কিনো গাবি আৰু,
কোনে নো ধৰিব সুৰ;
ধুনীয়া হাঁহিটি কোনে নো হাঁহিব
হিয়া উথলাই মোৰ?
নুফুলিল ফুল, কলিতে সৰিল,
হিয়াত ছবিটি ৰল;
দয়া মায়া এৰি কোন শত্ৰুকৰে
এনেকুৱা কৰি গল?

শ্ৰীযোগেশচন্দ্ৰ বৰা।

---

# বঙ্গনাদ শাস্ত্ৰী।

মাদ্ৰাজ প্ৰেচিডেন্সীৰ চিত্তুৰ নগৰৰ কোনো এখন গাৱঁত ১৮১৯ খৃষ্টাব্দত বঙ্গনাদ শাস্ত্ৰীৰ জন্ম হয়। এওঁৰ পিতাক এজন বৰ সংস্কৃত ভাষানুৰাগী পুৰুষ আছিল আৰু সেই ভাষাত তেওঁ সম্যকৰূপে ব্যুৎপত্তি লাভ কৰিছিল। সেইদেখিয়েই বঙ্গনাদে তেওঁৰ বাৰ বছৰ বয়সলৈকে পিতাকৰ পৰা সংস্কৃত শিক্ষাৰ বাহিৰে আন কোনো শিক্ষা কৰিব পৰা নাছিল।

বঙ্গনাদৰ পাৰিবাৰিক অৱস্থা বৰ ভাল নাছিল; আন কি নিজৰ মাটিৰ খাজানাও নিয়মিতৰূপে শোধাব নোৱাৰাৰ নিমিত্তে বঙ্গনাদৰ পিতাক কাৰাবাস খাটিব লগীয়াত পৰিছিল। ঘৰৰ এনে শোচনীয় অৱস্থা, তাতে

আকৌ তাক চলাওঁতাজনৰ এনে দুৰৱস্থা; গতিকে বঙ্গনাদ আৰু তেওঁৰ মাতৃৰ মানসিক যন্ত্রণাৰ বিষয় লিখা বাহুল্য মাত্র। মাকে দিনে ৰাতিয়ে কান্দি কান্দি চকুৰ পানী মচি ভৰণি নাপাইছিল। মাকৰ শোক-লগা কান্দোনত বঙ্গনাদৰ কোমল প্রাণত বিষম আঘাত লাগিল; তেওঁ অকলৈ অকলৈ চিন্তুৰলৈ গল আৰু তাৰ জজ চাহাব বাহাদুৰৰে সৈতে অতি সাহসেৰে দেখা কৰি কাতৰ স্বৰেৰে পিতাকৰ কাৰামুক্তি প্রার্থনা কৰিলে। বঙ্গনাদে সৰুৰে পৰা এই দৰেই বিপদ-শত্রুৰে সৈতে যুদ্ধ কৰিব লগাত পৰিছিল। এটি কুমলীয়া বয়সৰ লৰাই বিপদত পৰি পিতাকৰ কাৰামুক্তি প্রার্থনা কৰিবলৈ অহা দেখি জজ চাহাবৰ হৃদয়ত দয়াৰ উদ্রেক হল; তেতিয়া তেওঁ বঙ্গনাদক কলে, "তোমাৰ পিতাৰৰ যদি কোনোৱে জামিন হব পাৰে মই তেওঁক মুক্তি দিব পাৰোঁ।"।

ইয়াৰ উত্তৰত বঙ্গনাদে কাতৰ স্বৰেৰে এই দৰে হে কলে, "দুখীয়া মানুহক সহায় কৰোঁতা এই সংসাৰত অতি বিৰল বুলিলেও অত্যুক্তি নহয়। আমি অতি দৰিদ্র, সেইগতিকে মোৰ পিতৃৰ যে জামিন হওঁতা কোনো দয়াশীল পুৰুষ ওলাব সি সন্দেহৰ কথা। সেইনিমিত্তে মই ইয়াকেহে খাটিব খোজোঁ যে আপুনি যদি মৰম কৰি মোৰ পিতাক মুক্তিদান কৰে, মই তেওঁৰ সলনি কাৰাবাস খাটিব পাৰোঁ।"

কুমলীয়া বয়সৰ লৰা এটিৰ এই কেইআষাৰ কথাই জজ চাহাবৰ মন বৰকৈ আকর্ষণ কৰিলে। বঙ্গনাদৰ পিতৃ-ভক্তিত জজ চাহাব মোহ গল। পিচত মহানুভৱ বিচাৰক চাহাবে নিজে বঙ্গনাদৰ পিতাকৰ দায়িত্ব লৈ তেওঁক মুক্তি প্রদান কৰিলে। আৰু পিচদিনা বঙ্গনাদক তেওঁৰে সৈতে দেখা কৰিবলৈ কলে। পিতা পুত্র দুয়ো ঘৰলৈ আহিছে, ইয়াকে দেখি মাকৰ আনন্দৰ সীমা নোহোৱা হল। তেওঁ ঈশ্বৰৰ চৰণত ভক্তিপূর্ব্বক কৃতজ্ঞতাপূর্ণ পুষ্পাঞ্জলি দিবলৈ ধৰিলে।

স্বামীৰ মুখৰপৰা তেওঁৰ মুক্তিৰ বিষয়ে সকলো কথা জানিব পাৰি, স্নেহালিঙ্গনেৰে পুত্রৰ কোমল মুখত মাকে চুমা খালে আৰু মাতৃৰ পবিত্র গালেদি সৰ-সৰ-কৰে দুধাৰি চকুৰ লো বৈ গল।

জজ চাহাবে কোৱামতে নির্দ্ধাৰিত সময়ত বঙ্গনাদ জজ চাহাবৰ ওচৰত

উপস্থিত হ'লগৈ। বিচাৰক চাহাব ৰঙ্গনাদৰ সৰলতাপূৰ্ণ কথাত বৰ সন্তুষ্ট হ'ল আৰু দুখীয়া অৱস্থাৰ বাবে ৰঙ্গনাদৰ ইংৰাজী শিক্ষা হোৱা নাই বুলি শুনি চাহাবে নিজে তেওঁৰ শিক্ষাৰ ভাৰ গ্ৰহণ কৰিলে। তেওঁ প্ৰথমে নিজে ৰঙ্গনাদক ইংৰাজী শিক্ষা দিবলৈ ধৰিলে আৰু কেইমাহমানৰ পিছত মান্দ্ৰাজলৈ পঠিয়াই দি তাত এখন আদৰ্শ স্কুলত পঢ়িবলৈ নাম লগাই দিলে।

ৰঙ্গনাদ যেনে বুদ্ধিমান তেনে বিনয়ীও আছিল। ৰঙ্গনাদৰ বিদ্যানুৰাগ আৰু স্বভাৱৰ অমায়িকতাত মুগ্ধ হৈ স্কুলৰ অধ্যক্ষই তেওঁক পুত্ৰৱৎ স্নেহ কৰিবলৈ ধৰিলে আৰু যত্নেৰে শিক্ষা দিবলৈ লাগিল। এইদৰে কেইবছৰমান পঢ়াৰ পিছত ৰঙ্গনাদ সেই সময়ৰ সৰ্ব্বোচ্চ পৰীক্ষাত অতিশয় প্ৰশংসা লাভ কৰি উত্তীৰ্ণ হ'ল। যি লাই বাঢ়িব তাৰ দুপাততে চিন; ৰঙ্গনাদ যে এজন আদৰ্শ পুৰুষ হ'ব এই কথা তেওঁৰ লৰা কালৰ কাৰ্য্যকলাপবপৰাই বেছ বুজা গৈছিল। ৰঙ্গনাদে যি দৰে পঢ়া শুনাত উন্নতি লাভ কৰি দোপত-দোপে উঠি যাবলৈ ধৰিলে সেই অনুসাৰে তেওঁ নম্ৰতা, সুশীলতা আৰু আন আন প্ৰশংসনীয় গুণবিলাকৰো অধিকাৰী হৈ সৰ্ব্বগুণী হ'ব পাৰিছিল। ৰঙ্গনাদৰ গুণ আৰু জ্ঞান বৃদ্ধিত জজ চাহাবৰ আনন্দৰ সীমা নোহোৱা হ'ল।

জজ চাহাবৰ চেষ্টাত ৰঙ্গনাদে সোতৰ টকাৰ এটি চাকৰিও পালে। বহুতে লিখা পঢ়া শিকি কোনোমতে এটা চাকৰি পালে আৰু লিখা পঢ়াৰ চৰ্চ্চা অনাৱশ্যক বুলি বিবেচনা কৰে। কিন্তু এই কথা ৰঙ্গনাদৰ গাত বিপৰীতৰূপে প্ৰকাশ পাইছিল। তেওঁ নিজৰ কামৰ পিছত যি অলপ অ.জৰি পাইছিল সেইখিনি সময় বিদ্যাচৰ্চ্চাত নিয়াইছিল।

"তামিল' ভাষা ৰঙ্গনাদৰ মাতৃভাষা আছিল, গতিকে তেওঁ তেওঁৰ মাতৃভাষা বিশেষ মনযোগ দি শিকিছিল। সংস্কৃত ভাষা তেওঁ উত্তমৰূপে শিকিছিল আৰু ইংৰাজী ভাষাতো তেওঁৰ প্ৰগাঢ় পাণ্ডিত্য জন্মিছিল। লাহে লাহে তেওঁ হিন্দি, কাণাৰী আৰু পাৰ্চী ভাষা শিকিবলৈ প্ৰবৃত্ত হ'ল আৰু অতি অলপ দিনৰ ভিতৰতে তেওঁ ওপৰত কোৱা প্ৰত্যেক ভাষাতে সম্পূৰ্ণ ৰূপে প্ৰভুত্ব লাভ কৰিলে।

বিদ্যা চৰ্চ্চাৰ লগে লগে ৰঙ্গনাদৰ আৰ্থিক অৱস্থাও উন্নত হৈ আহিল।

তেওঁ বেছি দিন ১৭ টকাৰ কামতে পৰি থাকিব নালাগিল। মাদ্ৰাজৰ চুপ্ৰীম কোৰ্টৰ সৰ্ব্বপ্ৰধান বিচাৰালয়ৰ 'ইণ্টাৰ প্ৰেটাৰৰ" পদ খালি হোৱাত ৰঙ্গনাদে অন প্ৰাৰ্থীসকলক পৰীক্ষাত চেব পলাই সেই পদ লাভ কৰিলে।

বৰ্ত্তমান সময়তকৈ তেতিয়াৰ ইণ্টাৰ প্ৰেটাৰৰ পদ লাভৰ আৰু সম্মানৰ আছিল। ৰঙ্গনাদে বহু ভাষাত অভিজ্ঞ থকাৰ নিমিত্তেই অকলে বহুত কাম কৰিব পাৰিছিল। সেই কাৰণেই তেওঁৰ মাসিক আয় দুহাজাৰ টকাৰ পৰা আঢ়ৈ হেজাৰ টকালৈকে হৈছিল। তেওঁৰ ভদ্ৰোচিত ব্যৱহাৰ আৰু অগাধ পাণ্ডিত্যৰ নিমিত্তে চুপ্ৰীম কোৰ্টৰ সকলো জজেই তেওঁৰ প্ৰতি প্ৰসন্ন আছিল আৰু তেওঁৰ প্ৰশংসা কৰি সুখ পাইছিল। ৰঙ্গনাদৰ পৰামৰ্শ নোলোৱাকৈ হিন্দুশাস্ত্ৰ সংক্ৰান্ত কোনো কথা থকা মোকৰ্দ্দমা জেওঁলাকে কেতিয়াও নিষ্পত্তি নকৰিছিল।

ক্ৰমান্বয়ে ৰঙ্গনাদৰ প্ৰতিপত্তি ইমান বাঢ়িবলৈ ধৰিলে যে মাদ্ৰাজৰ শাসনকৰ্ত্তা আৰু চুপ্ৰীম কোৰ্টৰ প্ৰধান বিচাৰকেও তেওঁক বন্ধুৰ নিচিনা হে জ্ঞান কৰিছিল।

ইতিমধ্যতে মাদ্ৰাজৰ সৰু আদালতৰ এটি জজৰ পদ খালি হয়। মাদ্ৰাজৰ শাসনকৰ্ত্তাই ৰঙ্গনাদকেই সৰ্ব্বাপেক্ষা যোগ্য পাত্ৰ বিবেচনা কৰি সেই পদত নিযুক্ত কৰিলে। ইয়াৰ পূৰ্ব্বে মাদ্ৰাজৰ কোনোৱে এনেকুৱা উচ্চ পদ লাভ কৰা নাছিল। সময়ৰ কি অদ্ভুত সলনি! যাৰ পিতৃ এসময়ত ভূমিৰ কৰ শোধাব নোৱাৰাৰ নিমিত্তে কাৰাৰুদ্ধ হৈছিল, আৰু যি সময়ে সময়ে দৰিদ্ৰতাৰ নিমিত্তে অনাহাৰ ক্লেশ সহিব লগাত পৰিছিল, আজি তেওঁ নিজৰ বুদ্ধি, জ্ঞান, আৰু গুণৰ বলেৰে এনে এটি সম্মানজনক উচ্চ পদত অধিষ্ঠিত হল। এই উচ্চ পদ অকল তেওঁৰ পৰিয়ালটোৰে গৌৰৱৰ বিষয় নহয়, মাদ্ৰাজ নিবাসী সকলো লোকৰ গৌৰৱৰ বিষয়, কিয়নো, ওপৰত কোৱা হৈছে যে এনে উচ্চ পদ মাদ্ৰাজৰ কোনোৱে ইতিপূৰ্ব্বে লাভ কৰা নাছিল।

সোত্তৰ টকা দৰ্ম্মহাত কাম কৰোঁতে আগেয়ে তেওঁ যি দক্ষতা দেখুৱাইছিল, এতিয়াও তেওঁৰ, বিচাৰকৰ দায়িত্বপূৰ্ণ কামতো আগৰ দক্ষতাৰ হ্ৰাস হোৱা নাছিল। বয়স বৃদ্ধি আৰু অৱস্থাৰ ক্ৰমোন্নতিৰ লগে লগে অনেকৰ বিদ্যানুৰাগ কমি আহে, কিন্তু ৰঙ্গনাদৰ বিদ্যানুৰাগ তাৰ লগে লগে

আশাতীতৰূপে বাঢ়ি হে গৈছিল। বুঢ়া বয়সতো তেওঁ নতুন নতুন ভাষা শিকিবৰ অভিলাষ কৰি, নিয়মিত দৰ্মহা দি শিক্ষক ৰাখিছিল আৰু স্কুলীয়া ছাত্ৰৰ দৰে নিয়মিতৰূপে বছা বছা পুথি অধ্যয়ন কৰিছিল। তেওঁ ফৰাচী আৰু লেটীন ভাষাও উত্তমৰূপে শিকিছিল। এই দুটি ভাষা শিকি ইঁতোৰাৰ পিছত তেওঁ আৰবী আৰু জাৰ্ম্মাণ ভাষা শিকি তাত উত্তম জ্ঞান লাভ কৰে। এই দৰে তেওঁ ১৪টি বিভিন্ন ভাষাত পাৰদৰ্শিতা লাভ কৰি উঠিছিল। যেতিয়া তেওঁ এই জজৰ কামৰপৰা অৱসৰ ( পেনচন্ ) ললে, তেতিয়া নিজাম ৰাজ্যৰ প্ৰধান মন্ত্ৰী সুপ্ৰসিদ্ধ চাৰ চালাৰজঙ্গে তেওঁক আঢ়ৈ হাজাৰ টকা দৰ্ম্মহাত তেওঁৰ "প্ৰাইভেট চেক্ৰেটৰীৰ" কামত নিযুক্ত কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু লিখাপঢ়াতে জীৱনৰ শেহছোৱা শান্তিময় কৰি কটা-বলৈ মানস কৰি বঙ্গনাদে এই কাম গ্ৰহণ নকৰিলে।

বঙ্গনাদ নিজে যেনে বিদ্বান আছিল সেই দৰেই বিদ্যাৰ উৎসহদাতাও আছিল। নিজে দুখীয়া অৱস্থাৰপৰা লিখা পঢা শিকিছিল বুলিয়েই তেওঁ দুখীয়া বিদ্যাৰ্থী সকলক নানা প্ৰকাৰে সহায় কৰিছিল।

স্ত্ৰীশিক্ষা বিস্তাৰৰ নিমিত্তে তেওঁৰ আন্তৰিক যত্ন আৰু অনুৰাগ আছিল। এইবিলাক সংগুণৰ নিমিত্তে তেওঁ তেওঁৰ নিজৰ দেশী লোক আৰু ৰাজ পুৰুষ সকলৰো স্নেহ আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈছিল।

১৮৭৭ খৃষ্টাব্দৰ দিল্লীৰ দৰবাৰলৈ তেওঁ নিমন্ত্ৰিত হৈছিল আৰু তাত তেওঁ সন্মানসূচক পদ আৰু প্ৰশংসাপত্ৰ লাভ কৰিছিল। এইদৰেই ৰাজদত্ত সন্মানেৰে ভূষিত আৰু স্বদেশীয়সকলৰ দ্বাৰা সন্মানিত হৈ ১৮৮১ খৃষ্টাব্দত সেই প্ৰাতঃস্মৰণীয় মহাপুৰুষ স্বৰ্গগামী হয়।

যত্ন পৰিশ্ৰম আৰু অধ্যৱসায়ৰ গুণত মানুহে সামান্য দুখীয়া অৱস্থাৰপৰা কিৰূপে উন্নতি কৰিব পাৰে বঙ্গনাদৰ জীৱনত তাৰ অতি সুন্দৰ উদাহৰণ দেখিবলৈ পোৱা যায়। লিখা পঢ়া বহুতে শিকে, কিন্তু বিনয়, ভক্তি, কৰ্ত্তব্য-নিষ্ঠতা গুণ সকলোৰে গাত দেখিবলৈ পোৱা নাযায়। বঙ্গনাদৰ জীৱনত প্ৰগাঢ় বিদ্যা আৰু বুদ্ধিৰ লগত এইবিলাক গুণো দেখা গৈছিল।

তেওঁ যি স্কুলতে অধ্যয়ন কৰিছিল সেই স্কুলৰে শিক্ষকসকল তেওঁৰ সাধুতাত মুগ্ধ হৈছিল আৰু যত্তে ৰাজকাৰ্য্য কৰিছিল তাৰে উচ্চপদস্থ কৰ্ম্মচাৰী

সকলোৱে এক বাক্যে তেওঁৰ কৰ্ত্তব্যনিষ্ঠতাৰ প্ৰশংসা কৰিছিল।

পিতৃদেৱতাক সুখে ৰাখিব পাৰিলেই সকলো দেৱতা সন্তুষ্ট হয় এই মহাবাক্য তেওঁৰ জীৱনত সাৰ্থক হৈছিল।

শ্ৰীনগেন্দ্ৰনাথ ফুকন।



## ৰবৰুৱা আৰু ঢোকাৰাম শৰ্ম্মা।

"সখি আমায় ধৰ ধৰ!"

ৰবৰুৱা।—ধৰঁা, ধৰঁা, মোক ধৰঁা! "কাইবৰ" ভাবৰ ভৰত মই পিছফালে ইমান হলি যাব লাগিছোঁ যে পৰিম এতিয়া! মোৰ পেটৰ ভৰতকৈও কাইবৰ ভৰ বেছি হৈছেহি।

ঢোকাৰাম শৰ্ম্মা।—নপৰে; মই ঢোকা দি ধৰিছোঁ। আপুনি কাইবৰ ভাবৰ সেইটোও আৰু ফু দি ফুলাওক; ফুলাই মোৰ গাতে আউজি থাওক, ভয় নকৰিব।

# গুটিদিয়েক চিন্তাৰ ঢৌ।

( ৪ )

অহঙ্কাৰ গুণ প্ৰায় সকলো জীৱ জন্তুৰ গাত আছে। মূলত দেখিবলৈ গলে ই এক ভাবে চেতনশক্তিৰ বিকাশ মাত্ৰ। অহঙ্কাৰ নথকাহেঁতেন জীৱই আত্মৰক্ষা কৰিবৰ চেষ্টা নকৰিলেহেঁতেন আৰু তেনে কৰাৰ ইচ্ছাও তাৰ নেথাকিলহেঁতেন। অহঙ্কাৰে জীৱৰ নিজ অস্তিত্বকে ধৰি সকলো বস্তুৰেই ওপৰত স্বত্ব দখল কৰায়; যথা,—মোৰ দেশ, মোৰ ঘৰ, মোৰ দেহ, মোৰ লৰা-তিৰোতা, মোৰ পিতা, মোৰ আই, মোৰ ধন বস্তু, মোৰ মাটি, ইত্যাদি। এই স্বত্বৰক্ষা কৰাৰ নামেই হৈছে বহলভাৱে আত্মৰক্ষা। পৰমপিতা পৰমেশ্বৰে যেনেকৈ তেওঁৰ বিশ্বব্ৰহ্মাণ্ডক বিনাশ নোহোৱাকৈ সদায় পালক নাম ধৰি পালি আছে, মানুহেও সেইদৰে নিজ স্বত্বক ধ্বংস হবলৈ নিদি ৰক্ষা কৰাৰ নামেই হৈছে মানৱধৰ্ম্ম। এই ধৰ্ম্মৰ আন নাম স্বাধীনতা। এই স্বাধীনতাক নিজৰ হাতত যি মানুহে বা জাতিয়ে ৰাখিব নোৱাৰে বা নেৰাখে তাৰেই অধৰ্ম্ম হয়। এনে অধৰ্ম্ম হলেই যেই সেই জাতিৰেই বিনাশ বা পতন অনিবাৰ্য্য।

যেই সেই বস্তুৰ থিতাপি দেশৰ ওপৰত; এই কাৰণে অস্তিত্ব থাকিলে দেশ কাল তাৰ লগত থাকিবই থাকিব। দেশ কাল পাত্ৰ তিনিও তিনিৰ এৰাএৰি নোহোৱা লগৰীয়া। যেই সেই বস্তুক থাকিবলৈ পোনতে দেশ লাগিবই লাগিব। এই কাৰণে দেশক এই অৰ্থে আগ কৰিব লগা হৈছে।

আগতে দেশ নেপালে অহং কিহৰ ওপৰত থিতাপি হব? কোনো এডোখৰ ঠাইত মানুহে পোনতে যেতিয়া ঘৰ সাজি থাকিব খোজে, আগয়ে সেই ঠাই ডুখৰিব হাবি বন কাটি পৰিস্কাৰ কৰি লয়, তাৰপৰা বাঘ, সাপ আদি হিংস্ৰক জন্তু আতঁৰ নহলে প্ৰাণৰ বিঘিনি ঘটে। মোৰ অটব্য আৰণিত এঘৰীয়া হৈ মানুহ কেতিয়াও নেথাকে আৰু থাকিবলৈকে সাহ নকৰে। তেওঁ তেনে কৰাৰ কাৰণ, অকলশৰীয়া হৈ হিংস্ৰ জন্তুক জিনি সেই ঠাই দখল কৰিবলৈ অপাৰ্গত। এই কাৰণে ধৰ্ম্ম ৰক্ষা কৰিবলৈ মানুহৰ প্ৰকৃতিয়ে লগ খুজি আৰু লগ বান্ধি থকা ধৰাৰক্ষা কথা

যি ঠাইখনিত আত্মৰক্ষা কৰাৰ অৰ্থে বসতি কৰে তাকেই গাওঁ বোলে। এইৰূপে বহুত গাওঁ মিলি একেভাষী মানুহে যিখনি বহল ঠাইত বাস কৰে তাকেই দেশ বোলে। মানুহলৈ নিজক ৰক্ষা কৰাৰ কাৰণে যেনেকৈ দহ ঘৰৰ সহায়ৰ প্ৰয়োজন, এখনি গাৱঁক ৰক্ষা কৰাৰ অৰ্থে তেনেকৈ এখনি দেশৰ সহায় লাগতিয়াল। এই বাবে এক তাক বশীভূত কৰি গোটেই দেশৰ মানুহে ৰখা যাইকৈ লাগতিয়াল। একতা যি জাতিৰ থাকে সেই জাতিয়েই আত্মৰক্ষা কৰিবলৈ সমৰ্থ হয়। মানৱধৰ্মক যেই পিনে পোনোৱা যায় সেই পিনেই সি আত্মৰক্ষা কৰাকেই হে বুজায়। এতেকে এইখিনিৰ পৰা আত্মৰক্ষা শব্দৰ সলনি আমি ধৰ্ম্ম শব্দ ব্যৱহাৰ কৰিম। একতা আন একো নহয়, মাথোন ধৰ্ম্ম। যেই কোনো জাতিৰ ভিতৰতেই হওক একতাক অধিষ্ঠান কৰি ৰাখিবলৈ মানুহে ধৰ্ম্মক ধৰি তাৰ নিয়মবিলাক কঠোৰ সাধন কৰি পালন কৰিব লাগে।

ধৰ্ম্মৰ অৰ্থ ধৰা, ইংৰাজী ভাষাত ধৰ্ম্মক বিলিজন Religion বোলে। Ligo to bind অৰ্থাৎ বন্ধা। ভাবি দেখিলে বন্ধা আৰু ধৰা প্ৰায় দুইটিৰ একেই অৰ্থ। যিহক ধৰা যায় বা যিহত বান্ধ খোৱা যায় তাকেই ধৰ্ম্ম বোলে। তেনেহলে মানৱজাতিয়ে এক সত্যক নধৰিলে যে উধাৰ নোৱাৰে ই কোনো সংশয় নোহোৱা সঁচা কথা। কাৰণ, মিছা বা অসত্যৰ অস্তিত্ব নাই, তাক ধৰিবলৈ যেই কোনো মানুহ বা জাতি গলেই খহি পৰে বা উধাৰ নোৱাৰি তলত পৰি থাকে। আলাসতে কি চাং পতিব পাৰি? মানুহ যে স্বাধীন জীৱ আৰু তেওঁ যে নিজ ইচ্ছাৰ অধীন তেওঁৰ জ্ঞান বুদ্ধিয়েই তাৰ প্ৰমাণ কৰে বুলি আগতে এবাৰ দেখাই আহিছোঁ। আৰু বেদান্তৰ অদ্বৈতবাদ যে অতি উচ্চ ভক্ত সাধকৰ অৱস্থা মাত্ৰ তাকো কৈছোঁ। এতিয়া তাকেই আন প্ৰকাৰে উলটি এবাৰ কওঁ যে যি স্থলত আদিম অৱস্থাৰেপৰা মানৱ প্ৰকৃতিত এই এটি কথা দেখা যায় যে মানুহে নিজক অপায় অমঙ্গলৰ হাতৰপৰা ৰক্ষা কৰিবলৈ তেওঁৰ ওপৰত কোনোবা এজন আছে বুলি ভৰসা ৰাখি আহিছে। যদি তেওঁৰ ওপৰত কোনোবা আছে বুলি মানুহে নেজানিলে হেঁতেন তেনেহলে চালুকীয়া লৰা ছোৱালীয়ে যেনেকৈ পিতৃ মাতৃৰ ওপৰত নিজক আপদৰপৰা উদ্ধাৰ কৰি সদায় সুখেৰে লালন পালন কৰি ৰাখিবলৈ

ভৰসা ৰাখে মানৱ সন্তানেও ঈশ্বৰৰ ওপৰত আজিলৈকে তেনে ভৰসা নেৰাখিলেহেঁতেন। অতি মদগৰ্ব্বী ঈশ্বৰ নমনা নাস্তিকেও “টানত পৰিলে হৰিনাম লয়” অৰ্থাৎ তেওঁৰ প্ৰাণৰ সঙ্কটৰ অৱস্থা ঘটিলেই নভবা অচিন্তা কৰি স্বাভাবিকতে তেওঁ “হে হৰি, হে ভগবান, ৰক্ষা কৰঁা,” এনে প্ৰাৰ্থনা নকৰি নোৱাৰে। মই আগতে এবাৰ উহুকিয়াই আহিছোঁ যে স্বাৰ্থপৰতা যি জাতি বা মানুহৰ গাত ধৰে তাৰ যে অচিৰে অধঃপতন হয় এই কথাৰ কোনো ভুল নাই। স্বাৰ্থপৰতা এই গুণটি অহঙ্কাৰৰ বিকৃত অংশ, বা অহঙ্কাৰত জ্ঞানৰ পোহৰ পৰিবলৈ নিদিয়াকৈ ৰথা ভল ফালৈলে নামি ওলমি অহা জপোপোৰা ঠাল। এই ঠালটিৰ অনেক ঠাল ঠেগুলি আছে। মূলত অহংতত্ত্বৰ আলোচনা পাতি স্বাৰ্থপৰতাৰ আগ গুৰি কাৰণ কিটাক চোৱা যাওক। আমাৰ দৰ্শনশাস্ত্ৰই দেখুৱা যে সৃষ্টিৰ আদিকাৰণ মহদাংতত্ত্ব। ইয়াক ইংৰাজী ভাষাত Eternal enegy অৰ্থাৎ অনন্তব্যাপক Aetivity উত্তপনি শক্তি বোলে। এই আদি শক্তিকেই সূক্ষ্ম কাৰণো বোলে। আমাৰ সাংখ্যদৰ্শনে এই শক্তিটিক প্ৰকৃতিৰ নিগুৰ্ণ অৱস্থা বোলে, যথা, “সত্ত্বঃ ৰজস্তমসাং সাম্যাবস্থা প্ৰকৃতিঃ”। গধুৰকৈ ভাবি দেখিলে ইয়াকেই হে বুজা যায় যে মহং অহংকাৰ শক্তিটি সৰ্ব্বব্যাপকৰূপে অনন্ত জ্ঞানময় চৈতন্য শক্তি। এই সৰ্ব্বব্যাপক চৈতন্যময় শক্তিয়েই কম-বেছি যত যেনে লাগতিয়াল সেইদৰে অনন্ত অংশত ভাগ ভাগ হৈ বিকাশ হোৱাকেই সগুণ ব্ৰহ্ম বোলে। সগুণত্বৰ সৃষ্টি, স্থিতি, লয়, বা জনম, পালন, মৰণ এই তিনটি ক্ৰিয়াৰ তিনটি গুণকেই সাত্ত্বিক, ৰাজসিক আৰু তামসিক গুণ বোলে। মইয়ে (অহংকাৰে) যেতিয়া অনন্ত চৈতন্যৰ এচিকটা বিকাশৰ অংশ হৈ স্বধৰ্ম্মমতে ক্ৰিয়া কৰে তেতিয়া সি সজা ৰখা ভঙা বা নাশ হোৱা এই তিনটি ক্ৰিয়াৰ অধীন হবই হব। যি অনন্তময় চৈতন্য শক্তিটি যে সগুণ ভাৱে অনন্ত ব্ৰহ্মাণ্ডত সদাসৰ্ব্বতি কাল থতিথুন নোহোৱাকৈ ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ নতুবা ৰজঃ সত্ত্বঃ তমঃ এই তিনটি গুণৰ তিনটি বেলেগে মুত্তিৰে ক্ৰিয়া কৰি আছে সেই শক্তিটিয়েই সগুণ ব্ৰহ্ম বা ঈশ্বৰ। ঈশ্বৰৰ জ্ঞানময় বুদ্ধিময় আৰু কৌশলময় কাৰ্য্যবিলাক দেখিয়েই জানিব পাৰিছোঁ যে তেওঁৰ পূৰ্ণ অনন্ত জ্ঞান আছে। জ্ঞানৰ ধৰ্ম্ম জনা অৰ্থাৎ নিজক জনা। আমি

মানুহে যে নিজক জানিব পাৰিছো বা নিজ অস্তিত্ব বোধ কৰিব পাৰিছো, "ধুমাৎ বহ্নি" অকাট্য প্ৰমাণৰ অনুমানকে সিদ্ধান্ত কৰি ডাঠ বিশ্বাসৰে ঠাৰ-যাৰ পাৰি যে ঈশ্বৰ যে আছে ঈশ্বৰে নিজকে নিজে জানিব পাৰিছে, নহলে জীৱৰ অস্তিত্ব জীৱই কেতিয়াও বুজ নেপালেহেঁতেন আৰু তেনে হোৱা-হেঁতেন জীৱৰ মৃত্যুভয় কেতিয়াও নেথাকিলহেঁতেন। জীৱৰ মৃত্যুভয় থকা কথাটিয়েই প্ৰমাণ কৰে যে জীৱই নিজক থিতাপি ৰখাটিয়েই তাৰ ধৰ্ম্ম (স্বভাব)। এই স্বভাৱেই জীৱৰ স্বাতন্ত্ৰ্য বা স্বকীয়া বা গাইগোটা ভাৱৰ জ্ঞান ওপজাই জীৱক যেনেগে তেনেগে আত্মৰক্ষা কৰিবলৈ সৰ্ব্বতিকাল শিক্ষা দি থাকে। এনে স্বকীয়া ভাৱৰ জ্ঞানকেই অহংজ্ঞান বা অহঙ্কাৰ বোলোঁ ইক। জীৱৰ অহঙ্কাৰ নথকা হলে তাৰ মৃত্যুভয়ও নেথাকিলহেঁতেন আৰু আত্মৰক্ষা কৰিবৰ চেষ্টাও নেথাকিলহেঁতেন।

জীৱজগতৰ ভিতৰত মানুহত আন সকলো জীৱতকৈ অহঙ্কাৰ বেছি ভাগ থকা গতিকে মানুহৰ স্থান জন্তুৰ ভিতৰত শ্ৰেষ্ঠ। আন জন্তুতকৈ মানুহে শ্ৰেষ্ঠ অহঙ্কাৰ লাভ কৰিছে দেখি মানুহে জগতত শ্ৰেষ্ঠতা লাভ কৰিবলৈ ইচ্ছা কৰা এটি বিশেষ গুণ। কোনো মানুহ বা জাতিয়েই কাৰো ওচৰত সৰু হব নোখোজা স্বাভাবিক। আন পিনে ইয়াকো দেখা যায় যে মানুহে নিজে যি জ্ঞান বুদ্ধি ধন সম্পত্তি যিবোৰকে উপাৰ্জ্জন কৰে সেইবিলাকৰ ভিতৰৰ আনৰ যিটি অভাৱ তাক বোধ দিয়েই হওক, শিক্ষা দিয়েই হওক, বা ধাৰে দিয়েই হওক, আনক দি ধকৰা কৰিব খোজে। যি মানুহে যেতিয়া যিৰূপে যি বিষয়ৰ অভাৱ বোধ কৰে তাক আনৰপৰা শিক্ষা কি ধাৰ কৰা মানুহৰ বা জাতিৰ স্বাভাবিক গুণ। এনেবিলাক কামেই হৈছে মানুহৰ আত্মৰক্ষা কৰাৰ কাৰ্য্য। আত্মৰক্ষা কৰাৰ নিয়ম আৰু কাৰ্য্য-বিধাকেই মানুহৰ ধৰ্ম্ম। এই ধৰ্ম্মৰ অপব্যৱহাৰ বা বিৰুদ্ধ কামকেই স্বাৰ্থপৰতা বোলে। স্বাৰ্থ মানে স্ব + অৰ্থ, অৰ্থাৎ নিজৰ নিমিত্তে মানুহক বা জাতিক যিটি স্বভাৱে অকলশৰীয়া কৰি আনৰ সম্পৰ্কৰ প্ৰতি উদাসীন কৰাই কেৱল নিজক ৰক্ষা কৰিব খোজায় তাকেই স্বাৰ্থপৰতা বোলে। অতি সুৰলাকৈ বুজিব খুজিলে আমাৰ গাৱঁলীয়া কথাত ইয়াক আপোনপেটীয়া স্বভাৱ কয়। যি স্বভাৱে আন মৰকেই বা তৰকেই কেৱল নিজৰ পেট তুষ্ট হলেই হয় এনে ভাবলৈ নমায় সেইটোৱে আপোনপেটীয়া স্বভাৱ বা স্বাৰ্থপৰতা। এই স্বভাৱটিয়ে গুৰিৰ

অহংকাৰৰ ধৰ্ম্ম ৰক্ষা কৰিবলৈ যাওঁতে তাক মাজ বাটতে অবিদ্যাই পাই (যাক খৃষ্টিয়ান আৰু মুছলমানে চয়তান বোলে) বাট হেৰুৱাই দিয়ায়।

এই স্বভাৱে প্ৰকৃতপক্ষে আত্মৰক্ষা কৰিবলৈ চেষ্টা নকৰি মোটত তাৰ বিনাশ হে ঘটায়। ভাবি দেখাঁ, দিয়া নিয়া দুটি কথাই সংসাৰ সদায় চলাই আছে। ইয়াৰ ভিতৰৰ তুমি যদি আনলৈ এটি বন্ধ কৰা, আনেও তোমালৈ উলটি সিটি বন্ধ কৰিব। আনে লঘোনে থকা দেখিও যদি তুমি তেওঁক মাতি আনি এসাজ নুখুৱা, তোমাৰো তেনে দুৰ্দ্দিন অহিলে তেওঁ তোমাক তেনে কৰিব। এই ঘোৰ অজ্ঞানতাপূৰ্ণ আপোনপেটীয়া স্বভাবটিক পৃথিবীত যদি মানুহে ভাল দৰে জ্ঞান চকু ফুৰাই দেখিলেহেঁতেন তেতিয়া হলে কোনো জাতিয়েই পাপী হৈ কাৰো তলতীয়া নহলহেঁতেন। হায়! এই মহাপাপ স্বাৰ্থপৰতাই ভাৰতবৰ্ষক আন জাতিৰ ভৰিৰ তলতীয়া কৰিলে। স্বাৰ্থপৰতা স্বভাৱত এটাইবিলাক ইন্দ্ৰিয়-বিকাৰৰপৰা জন্ম হোৱা ষিণ লগা মহাপাপেই লোমাই থাকে, কিন্তু ষাইকৈ ই লোভৰপৰা উৎপত্তি হৈ পৰশ্ৰীকাতৰতা হিংসা-খিয়াল এই দুইটি পুত্ৰ লগত লৈ সংসাৰ-বনত পশি পতি পুত্ৰ সমনিতে একতাৰূপ ধেনু ধৰি খায়। অৰ্থাৎ মানৱ ধৰ্ম্ম নষ্ট কৰি পৃথিবীক অশান্তিময় পাতে। আমাৰ গাৱঁলীয়া মানুহে পৰশ্ৰীকাতৰতা স্বভাৱক চকুচৰহা স্বভাৱ বোলে। ইয়াৰ মানে আনৰ কোনো প্ৰকাৰৰ উন্নতি দেখিলেই এই স্বভাৱে নিজৰ চকুকে চৰহি ফুটাই পেলায়। আনৰ উন্নতি বা ভালটি চাই থকাতকৈ নিজৰ চকু ফুটাই পেলোৱাই উচিত। ভাবাৰ্থত আনৰ ভাল হোৱাটি এনে অসহনীয় যে এই কথাই নিজক সদায় ডেই, পুৰি, ভাজি থাকে। আমাৰ আসাম দেশৰ সৰহ ভাগ মানুহ যে এই স্বভাৱৰ অধীন তাৰ ভুল নাই। এই স্বভাৱ যে স্বাৰ্থপৰতা স্বভাৱৰেই এটি ঠাল তাক এবাৰ প্ৰকাৰান্তৰে দেখাই আহিছোঁ; এতিয়া স্বাৰ্থপৰতাৰ লগৰীয়া আৰু কি কি গুণ আছে তাক দেখাবৰ চেষ্টা কৰা যাওক।

পৰশ্ৰীকাতৰতাক ৰূপান্তৰ ভাৱে দেখিবলৈ গলে ই আন একো নহয় কেৱল দ্বেষেই হে; এতেকে দ্বেষ স্বাৰ্থপৰতাৰ লগৰীয়া কাৰণ (Relative cause)। স্বাৰ্থপৰতাক দুভাগকৈ বেলেগে কৰিব পাৰি। এভাগ পৰশ্ৰীকাতৰতাপ্ৰধান স্বাৰ্থপৰতা, আন ভাগ মদ (মইয়েই বৰ! প্ৰধান

স্বাৰ্থপৰতা। মদপ্ৰধান স্বাৰ্থপৰতা অতি ভয়ানক ; কাৰণ ইয়াত মদ আৰু পৰশ্ৰীকাতৰতা দুইটি ককাই ভাইয়ে লগ লাগি কাম কৰে। অকল পৰশ্ৰীকাতৰতা থকা স্বাৰ্থপৰতা বিধে এলাহৰ শয্যাত জিৰণি লৈ থকা গতিকে তাত কৰ্ম্মৰ উদগণি activity অনেক কম ; এই গতিকে পৰাধীন, কাপুৰুষ, খলুৱা, মিছলীয়া, এলেহুৱা মানুহক বা জাতিক এই বিধ স্বাৰ্থপৰতাই ৰবকৈ অধিকাৰ কৰে। কিন্তু মদপ্ৰধান স্বাৰ্থপৰতা তেনে নহয়, তাত কৰ্ম্মৰ উগদগণি থকা গতিকে সি নিজে আনক বিনাশ কৰি বা তললীয়া কৰি কেনেকৈ সকলোতকৈ বৰ হব পাৰি তাৰ হে চেষ্টাত থাকে। মদপ্ৰধান স্বাৰ্থপৰতাত "হাম বৰা" I am all in all এই স্বভাবটি অতিকৈ প্ৰবল ভাবে থকা হেতু ই "তৃণবৎ মন্যতে জগৎ" ভাব ধাৰণ কৰে। এই বিধ স্বাৰ্থপৰতাই, যি মানুহ বা জাতিয়ে যেতিয়া এবাৰ ধৰ্ম্মৰ বলত পৃথিবীত বল বিক্ৰমে জ্ঞানে মানে ধনে উন্নতিৰ আগলিত উঠি গছৰ গুটী পকি সৰি পৰাৰ অৱস্থা পাবৰ সময় হয় তেতিয়া তাক ৰবকৈ ধৰি অধোগতি কৰায়। মদৰ আন এটি নাম দৰ্প। ই "তৃণবৎ মন্যতে জগৎ" জ্ঞান কৰা মানুহ বা জাতিত হে তাক খহনীয়া ৰোগে পোৱাৰ সময়ত ৰবকৈ আশ্ৰয় কৰে।

স্বাৰ্থপৰতাৰ লগত আৰু কেৱাবিধো দৰ্প আছে তাৰ নাম কেনাটাও ; যথা,- ফুটনি, গপ, গঁ, ভেম, ইত্যাদি। এই কেইটি গুণ মদ বা দৰ্পৰ অপভ্ৰংশ মাত্ৰ। যি এবাৰ পাই হেৰুৱাইছে বা আনৰপৰা ভালখিনি ভুলকৈ বিকৃত ভাবে এবেলি নকল কৰিছে অথবা নকল কৰিবলৈ শিকিবলৈ ধৰিছে তেনে মানুহ বা জাতিক হে সেই কেইবিধ ( vanity ) ফুটনি আৰু গপে ৰবকৈ লগ ধৰে।

বৰ্ত্তমান আমাৰ ভাৰতবৰ্ষীয় মানুহৰ গাত এই কেইবিধ পাপ গুণ ৰবকৈ লম্ভিছে ; কাৰণ ভাৰত এদিন বল বিক্ৰম শৌৰ্য্য বীৰ্য্য জ্ঞান মান ধন আদি সভ্যতাৰ বিভূতিৰে পৃথিবীৰ শিৰৰ মুকুট থাকি এতিয়া তাৰ পতন হৈছে। এই কেইবিধ গুণপ্ৰধান স্বাৰ্থপৰতাই যি মানুহ বা জাতিৰ গাত লম্ভে তাৰ গতি একেবাৰে সুমাই যোৱাৰ কালে যে তাত অকণো সংশয় নাই। বুৰঞ্জীয়ে প্ৰমাণ কৰে যে সত্যযুগৰেপৰা এতিয়ালৈকে অনেক প্ৰবল পৰাক্ৰমী জাতিক এই কেইবিধ ক্ষয় ৰোগেই একেবাৰে

নাম নথকা কৰিছে। আগৰ দিনৰ চিৰিয়া, এচিৰিয়া, নিনেভ, বেবিলিয়ন, কার্থেজ, মিচৰ আৰু এতিয়াৰ পোলাণ্ডৰ নাম এই ক্ষয় বোগেই একেবাৰে-নাইকিয়া কৰিলে। ভাৰতৰ সভ্য হিন্দু জাতিক এতিয়া এই ক্ষয় বোগে নেনে নকৰিব যে তাৰ আশা কি ? চাৰিউ কাষৰে কেৱল নিবাশৰ ডাৱৰে ভাৰতক ঢাকি ৰখা মাথোন দেখা যায়। যি স্থলত ভাৰতে দেখি আৰু েখিও একতা-ডোলত বান্ধ খাব জনা নাই, আৰু যি স্থলত ভাৰতবাসীয়ে স্বধৰ্ম্ম অর্থাৎ দেশৰ মাটিৰ গুণ অনুসাৰে যি স্বভাৱ সেই স্বধৰ্ম্ম এৰি পৰধৰ্ম্ম বা অধৰ্ম্ম ধৰিছে, তেনে স্থলত এই ভাৰতবৰ্ষৰ জাতীয় জীৱন একেবাৰে লোপ নহব যে তাত ভুল কি। মনে ধৰে এই কাৰণেই গীতাত শ্ৰীকৃষ্ণই অৰ্জ্জুনক উপদেশ দিয়া ছলত ডঢাই ডঢাই কৈ গৈছে যে "স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম্মো ভয়াবহঃ"। এই খিনিৰেপৰা ভাৰতৰ পুৰণি ইতিহাসৰ গৌৰৱকাহিনী সুৱঁৰি সুৱঁৰি শোকত বিহ্বল হৈ তলৰ কেষাৰি চকুৰ পানীৰে লিখোঁ।—হে ভাৰত ! যি দিন তোমাৰ পঞ্চনদৰ পাৰত ঋগ্বেদী সুৰেৰে আৰ্য্য ঋষিসকলে গান গাইছিল, যি দিন তোমাৰ নৈমিষাৰণ্যত শৌনকাদি ঋষিবিলাকে তপস্যাৰ আসনত বহি বহি গভীৰ আত্মতত্ত্ব চিন্তাত নিমগ্ন আছিল আৰু তাত যেতিয়া সকলোৱে বহি ব্যাস, শুকদেৱ আৰু সূত প্ৰভৃতি মহৰ্ষিসকলৰপৰা ব্ৰহ্মতত্ত্বৰ ব্যাখ্যা শুনিছিল আৰু তাৰেপৰাই বেদ উপনিষদকে ধৰি নানাৰূপ তত্ত্ববিদ্যাৰ প্ৰচাৰ আৰু সমালোচনা হৈছিল, আজি সেই দিন কলৈ গল ? যি দেশৰপৰা ছয়খনি দৰ্শন হৈছিল, যি দেশত কপিল, জৈমিনি, কণাদ, পাতঞ্জল, ভৃগু, অঙ্গিৰস আদি মহা জ্ঞানবান দাৰ্শনিক ঋষিয়ে জন্ম গ্ৰহণ কৰিছিল, যি দেশত বাল্মীকি ব্যাস প্ৰভৃতি পৃথিবীৰ আদৰ্শ আদিকবি আছিল, যি দেশত এদিন মহাকবি কালিদাস, ভবভূতিয়ে সুললিত সুৰেৰে গান গাই পৃথিবীক তবধ লগাইছিল, যি দেশৰ মহাদৰ্শন বেদান্তৰে বিজাবৰ কোনো দৰ্শনশাস্ত্ৰও আজিলৈকে পৃথিবীত ওলোৱা নাই, যাৰ শ্ৰীমদ্ভগৱৎগীতা বৰ্ত্তমান জগৎ-ঘোষিত, যত শ্ৰীকৃষ্ণই জন্মগ্ৰহণ কৰিছিল, যত প্ৰভু ৰামে ৰাজত্ব কৰিছিল, যি দেশ কুৰু পাণ্ডৱৰ লীলাক্ষেত্ৰ, যত মহামানী ৰাজচক্ৰবৰ্ত্তী জৰাসন্ধ, দুৰ্য্যোধন আৰু ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰ ৰত্নসিংহাসনে টলমলাইছিল, যি দেশৰ বীৰ-

দন্তুত মহা মহাবীৰ অতিৰথী মহাৰথীসকলে এদিন পৃথিবীক কপাঁইছিল, যি দেশত বলি বেণ মান্ধাতা কাত্তবীর্য্যার্জ্জুণ যামদগ্ন ভৃগুৰামে জন্মগ্ৰহণ কৰিছিল, যি দেশত ভীম, অৰ্জ্জুন, ভীষ্ম, দ্ৰোণ, কৰ্ণ, অশ্বত্থমা আৰু অভিমন্যু প্ৰভৃতি বীৰ চুড়ামণিসকলে জন্মগ্ৰহণ কৰি এদিন পৃথিবীক তোলপাৰ লগাইছিল, মহাৰাজ বিক্ৰমাদিত্যই যি দেশত ৰাজত্ব কৰি নৱৰত্নৰ সভাৰে ভাৰত ভূষিত কৰিছিল, যি দেশ ৰাজপুত বংশৰ আদি গৌৰৱৰবি মহাবীৰ বাপ্প ৰাউলৰ জন্ম ঠাই, যি দেশ প্ৰজাৰঞ্জক আকবৰ বাদস্যাহৰ সিংহাসনে গৌৰৱ কৰিছিল, যত তাজমহল আছে, হায় ভাৰত! আজি তোমাৰ গৌৰৱ সূৰ্য্য কোন ফালে উদয় হল? আজি কলৈ গল বল্লাল সেন, কলৈ গল নৰনাৰায়ণ চিলাৰায়, কলৈ গল মহাৰাজা ৰুদ্ৰ সিংহ? যি ভাৰতে এদিন পৃথিবীত কাৰো ওচৰত হাত নেপাতিছিল আজি সেই ভাৰত ভিকহু! যি ভাৰতৰ শিল্পই এদিন পৃথিবীৰ ওপৰত গপ কৰিছিল আজি সেই ভাৰতে নিজৰ শিল্প পাহৰি দিনে দিনে দুখীয়া হৈ যাব লাগিছে!

শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য।

---

## চমু মন্তব্য।

বিশ্ববাৰ্ত্তা।—সাদিনীয়া অসমীয়া বাতৰি কাকত। ঢাকাৰপৰা ওলাইছে। এই কাকতখন পাই আমি যে কিমান সন্তোষ পাইছোঁ তাক কৈ অন্ত কৰিব নোৱাৰোঁ। ইমান দিনৰ মুৰত আমি এখন অসমীয়া ওখ শাৰীৰ বাতৰি কাকত পালোঁ, যাক লাজ নলগাকৈ কোনো এজন বিদেশীৰ হাতত "এইখন আমাৰ অসমীয়া কাকত চাওক" বুলি তুলি দিব পাৰি। "পাৰ্টিচনৰ" অৰ্থাৎ বঙ্গলা মলুকখন ফালি তাৰ এছোৱা আসামেৰে সৈতে লগ লগাই দিয়া বাবে আমি যি অলপ-অচৰপ বেজাৰ পাইছোঁ, সেই বেজাৰৰ ক্ষতিপূৰণ এই অসমীয়া বিশ্ববাৰ্ত্তাই ভালেখিনি কৰিলে। এখন ভাল অসমীয়া বাতৰি কাকতৰ যে আমাৰ কি ডাঙৰ অভাৱ, আৰু এখন তেনে কাকত দেশত সাহিত্য আৰু জ্ঞান প্ৰচাৰৰ যে কি ডাঙৰ সাৰথি তাক

চিন্তাশীল অসমীয়াই বুজিছে। বঙ্গদেশত বঙ্গবাসী, সঞ্জীবনী আৰু বসুমতীয়ে থাইকৈ এই দুই বিষয়ত বঙ্গালীক উন্নতিৰ বাটত যে কিমান আগবঢ়াই নিলে যিয়েই সেই বিষয়ে চিন্তা কৰিছে সিয়েই ভালকৈ বুজিছে। সেই দেখি হে অসমীয়া বিশ্ববার্ত্তা দেখি আমাৰ মনত আশা হৈছে যে আসাগৰ ভবিষ্যত পোহৰ। ইমান দিনে আমি অসমীয়াই এখন respectable অসমীয়া বাতৰি কাকত ( অসমীয়া ভাষাত ) উলিয়াব পৰা নাই ; মাজে মাজে একোখন * উলিয়াই থাখোন তাকে আমি আমাৰ বাতৰি কাকত বুলি কওঁহঁক। প্ৰকৃত অসমীয়া বাতৰি কাকত "আসাম নিউচ" ওলাল, অসম-আকাশত অসমীয়া ভাষাৰ বাতৰি কাকতৰ বেলিও ওলাল ; "আসাম নিউচ" গল, লগেলগে সেহ বেলিও মাৰ গল। তাৰ পিছত এক্কাৰ, এক্কাৰ, এক্কাৰ, "চাম-চিকা" আৰু চুডা-বাহুলি। বিশ্ববার্ত্তা গৱৰ্ণমেণ্টৰ সহায় পোৱা কাকত। সেইদেখি কোনো-কোনোৱে এডাই কৈছে, সি Subsidised paper ! আমি শোধোঁ, গৱৰ্ণমেণ্টৰ সহায় পালে কাকত অশুচি হয় নে কি ? বঙ্গদেশত গৱৰ্ণ-মেণ্টৰ সহায় পোৱা "সুলভ সমাচাৰ"কো আন আন বঙ্গলা কাকতে ইডিকিং কৰা দেখিছোঁ ; আৰু তাকে দেখি অসমীয়াইও বিশ্ববার্ত্তাক তেনে কৰিবলৈ শিকিছে। আমি দেখিছোঁ "সুলভ সমাচাৰ" ষঢ়িয়া কাকত ; আৰু ভাল ভাল লেখকৰ ভাল ভাল প্ৰবন্ধেৰে সি পৰিপূৰ্ণ। এনে হোৱাতো আন কাকত বোৰে "সুলভ"ক পেংলাই কৰাৰ মানে ? আচল মানে কি সকলোৱে বুজে। কোনখন কাকতে গৱৰ্ণমেণ্টৰ সহায় পালে গঙ্গবস্ত্ৰ হৈ নলয়, আনিব খোজেঁ। ? ঢুকি নাপালেই, ইংৰাজীত কবৰ নিচিনা, আঙুৰ ফলবোৰ টেঙা হয়। গৱৰ্ণ-মেণ্টৰ দৰমহা, পেঞ্চন, খিতাপ, অনুগ্ৰহ, আৰু বাতৰি কাকতত দিয়া বিজ্ঞাপন আদি সকলো ভাল, কিন্তু বাতৰি কাকতক দিয়া ধনৰ সহায়টোহে ছুৱা! অৱশ্যে বঙ্গদেশত অনেক বঙ্গলা বাতৰি কাকত আছে, সেইদেখি গৱৰ্ণমেণ্টে সহায় কৰা বাতৰি কাকত তাত নহলেও কাম চলে ; কিন্তু আসামত সেই কথা নুহয়। সেইদেখি অসমীয়া অসমীয়া-বিশ্ববার্ত্তাৰ বাবে গৱৰ্ণমেণ্টৰ ওচৰত কৃতজ্ঞ হোৱা উচিত নহয় নে ? আমি দেখিছোঁ, বিশ্ববার্ত্তাত সকলো জানিব লগীয়া বিষয় চমুকৈ দিয়া হৈছে। তাৰ প্ৰবন্ধবোৰে সুন্দৰকৈ লিখা হৈছে। কাকতখনৰ খেচ কম ; সুন্দৰ ছপা ; অসমীয়াৰ লাগতিয়াল কথাবে

গীস-ভব-পুৰ। তেনেহলে আৰু কি লাগে? অৱশ্যে বৰ্ণবিন্যাসত যি দুটা চাইটা দোষ বিশ্বাবাৰ্ত্তত দেখা যায় সেইবোৰ মাৰ-যাট-মৰা নহয়, আৰু ক্ৰমে আহে নিশ্চয় গুচিব বুলি আমাৰ বিশ্বাস।

আমি বিশ্ববাৰ্ত্তাক আমাৰ সাদৰ সম্ভাষণ জনাইছোঁ, আৰু আশা কৰিছোঁ প্ৰত্যেক অসমীয়াৰ ঘৰ বিশ্ববাৰ্ত্তাৰ আনন্দ বাৰ্ত্তাৰে ধ্বনিত হব।

---

# তুমি।

তুমি—মোৰ উষাৰ পবিত্ৰ জ্যোতি আতুৰ নয়নৰ ;
তুমি—মোৰ শীতল মলয়া বায় তাপিত দেহৰ ;
তুমি—মোৰ নিৰমল প্ৰাণবায়ু জীৱন পোষণ ;
তুমি—মোৰ সুৰদি অমৃত ৰস পৰাণ তোষণ ;
তুমি—মোৰ লক্ষ্যস্থল, সুখৰ বোঁৱতী নৈ ;
ক্ষন্তেক জুৰাওঁ হিয়া যাৰ পাৰত বৈ।

তুমি মোৰ ললিত ৰাগিণী ৰাগ, হিয়া পমা সুৰ ;
তুমি—মোৰ ৰসাল ভাবৰ ভাৱ ভাব-জগতৰ ;
তুমি—মোৰ চিকুণ কোমল কেওঁ ধাউতি-বেটুৰ ;
তুমি—মোৰ নিভাঁজ নিখুঁত কণ চঞ্চল মনৰ ;
তুমি—মোৰ কাম্য ধন শীতল জোনাবাই,
লেবেলা জীৱন যাৰ কিৰণে জীপাই।

তুমি—মোৰ সুৱলা কবিতা পদ বিবিধ ছন্দৰ ;
তুমি—মোৰ জুলীয়া ভকতি ৰস অতি হেঁপাহৰ ;
তুমি—মোৰ গভীৰ টোপনি আই শান্তি প্ৰদায়িনী ;
তুমি—মোৰ নিস্তাৰ চেতনাশক্তি মুক্তিবিধায়িনী ;
তুমি—মোৰ জ্ঞান বল দুপৰৰ বেলি,
মানস-কমল উঠে যাৰ গুণে ফুলি।

তুমি মোৰ ৰঞ্জিতা নাচনী ভঙ্গী আশাকুহকিনী ,
তুমি—মোৰ আলসুৱা ইচ্ছা-তিৰী মায়াপ্ৰকাশিনী ;
তুমি—মোৰ স্নেহৰ শকত গাঁঠি সন্তান সন্ততি ;
তুমি—মোৰ পূজিত দেৱাদিদেৱ, তন্ত্ৰ, মন্ত্ৰ, তুতি ;
তুমি—মোৰ কল্পনাকল্পিত পুৰী শুৱনী ফুলনী,
কুলু কুলু নাদে যত আনন্দ তটিনী।

তুমি—মোৰ আদৰ সাদৰ, চুমা, চুমা চোপহনী ;
তুমি—মোৰ সন্তোষ, জেউতি প্ৰভা, হাহি মিটিকনি ;
তুমি—মোৰ মাণিকী মধুৰী মউ কথাৰ মাজৰ ;
তুমি—মোৰ ৰূপহ ৰাঙলি ঢউ মুখ-কমলৰ ;
তুমি—মোৰ ফটিক ৰাজ্যৰ মণি হীৰা কহিনুৰ,
জিলিঙণি তেজে যাৰ চৌদিশ পোহৰ।

তুমি—মোৰ ৰাঙলি মোহিনী কান্তি ভাটী গগনৰ ;
তুমি—মোৰ নীলিম পৰ্ব্বত পান্তি দূৰ প্ৰদেশৰ ;
তুমি—মোৰ নিশান্ত নিতাল ৰাতি গম্ভীৰ মূৰতি ;
তুমি—মোৰ প্ৰভাত প্ৰকৃতি-পট সুন্দৰ ছবিটি ;
তুমি—মোৰ মেঘৰ ফটিক ধাৰ বিৰিঙি ওলায়,
চাওতে চাওঁতে যাৰ জ্যোতি বাঢ়ি যায়।

তুমি—মোৰ শৰতৰ পূৰ্ণ শশধৰ নীল আকাশত ;
তুমি—মোৰ কোকিলৰ কুহুধ্বনি, কেতকীৰ মাত ;
তুমি—মোৰ মধুময় মধু ঋতু চিত্তবিনোদন ;
তুমি—মোৰ কুসুম সুষমা ঘ্ৰাণ মানসৰঞ্জন ;
তুমি—মোৰ স্বৰ্গীয় নন্দনবন অমৰাৱতীৰ,
স্মৰণ মাত্ৰকে যাৰ বোমাঞ্চ শৰীৰ।

তুমি—মোৰ মহান মহান পতি ত্ৰিলোকেশ্বৰ ;
তুমি—মোৰ ধ্ৰুৱ সত্য তপোলোক, বিধি, মহেশ্বৰ ;

তুমি—মোৰ দুৰ্গা, শ্যামা, কালী, ভীমা, অসুৰনাশিনী ;
তুমি—মোৰ দয়া, ক্ষমা, ধৃতি, শ্ৰদ্ধা, বুদ্ধিস্বৰূপিণী ;
তুমি—মোৰ আগম, নিগম, বিদ্যা দেৱী সৰস্বতী,
করুণ কটাক্ষে যাৰ স্থিৰা বসুমতী।

তুমি—মোৰ পতিতপাৱনী গঙ্গা নদী স্ৰোতস্বতী ;
তুমি—মোৰ কাবেৰী, সৰযূ, কৃষ্ণা, কচ্ছ, সৰস্বতী ;
তুমি—মোৰ প্ৰয়াগ, মথুৰা, কাশী, বিন্ধ্য, নীলাচল ;
তুমি—মোৰ পুণ্যভূমি কুৰুক্ষেত্ৰ তপস্যাৰ স্থল ;
তুমি—মোৰ সন্তাননি কল্পতৰু বৰাভয়হাত,
বাঞ্ছিত সুফলে কৰা দেহ মন শাঁত।

নোহোৱা মিসৰ তুমি—

তুমি—মোৰ সৌন্দৰ্য্য-আওভা ধন, জানো কিবা কিবা ;
তুমি—মোৰ উত্তমৰ উত্তমখিনি, জানো কিবা কিবা ;
তুমি—মোৰ চিকুণৰ চিকুণকণ, জানো কিবা কিবা ;
তুমি—মোৰ প্ৰাণৰ প্ৰাণৰ প্ৰাণ প্ৰাণৰ লগত সনা,
কিবা কিবা কিবা তুমি নিচিনা নজনা।

তুমি—মোৰ মনেৰে নোপোৱা চুকি, জানো কিবা কিবা ;
তুমি—মোৰ ভাবৰ অভাব ভাব, জানো কিবা কিবা ;
তুমি—মোৰ কথাৰ আকাশ কথা, জানো কিবা কিবা ;
তুমি—মোৰ গুণৰ অতীতে থকা, জানো কিবা কিবা ;
তুমি—মোৰ ৰূপৰ অতীত ৰূপ দেহ-জগতৰ,
কিবাকিবি নাম যাৰ নিনাও ভাষাৰ।

তুমি—মোৰ নয়ণা নেদেখা তুমি, জানো কিবা কিবা ;
তুমি—মোৰ নেগেলা নপচা তুমি, জানো কিবা কিবা ;
তুমি—মোৰ মৰহা নপয়া তুমি, জানো কিবা কিবা ;
তুমি—মোৰ ফুটুটা নমৰা তুমি, জানো কিবা কিবা ;
তুমি—মোৰ পাপ তাপ হীন তুমি,—কেনেকৈ কেনেকৈ

মোৰ আমি তেওঁৰপৰা লাটিন্ গ্ৰীক ভাষাৰ পুৰণা, বহুতো নজনা সাধুকথা কওঁতে শুনিছিলো। এনে সাধুকথা তেওঁ বহুতো জানিছিল।

১৮৯৩ চনত কলিকতাৰ প্ৰেচিডেন্সি কলেজৰপৰা তেওঁ বি এ পৰীক্ষাত পাচ হয়। তেওঁ এই পৰীক্ষাত ৪০ টকাকৈ জলপানী পায়;—ডবল অনৰ্চ্ লৈছিল, অৰ্থাৎ তেওঁ দুটা বিষয়ত বিশেষকৈ পাচ হৈছিল,—ইংৰাজী আৰু লাটিন। আৰু সেই বছৰতে তেওঁ লাটিন ভাষাত এম্, এ, পাচ কৰি এটি সুবৰ্ণ পদক পায়। তাৰ অলপ পাছত তেওঁ বিলাতৰপৰা উভতি আহি গ্ৰীকত এম্ এ, পাচ কৰি আকৌ সুবৰ্ণ পদক পায়। ১৯০০।১৯০১ চনত কেম্ব্ৰিজৰ ক্লেচিকেল্ ট্ৰাইপচ্ ( Classical Tripos ) পৰীক্ষাত প্ৰথম বিভাগত পাচ হয়। ভাৰতবৰ্ষীয় লবাৰ পক্ষে প্ৰথম শ্ৰেণীত এই পৰীক্ষা পাচ হোৱা কম গৌৰৱৰ বিষয় নহয়। তেওঁ পেৰিচৰ চৰ্বন্ (Sorbonne) বিশ্ববিদ্যালয় আৰু জৰ্ম্মণি দেশৰ এটি বিশ্ববিদ্যালয়ৰো সভ্য আছিল। কলিকতা বিশ্ববিদ্যালয়ৰপৰা পালী আৰু সংস্কৃত ভাষাতো তেওঁ এম্ এ, পৰীক্ষা পাচ কৰিছিল। ভাৰতত বোধকৰোঁ তেওঁৰ দৰে ইমান নানান্ ভাষা জনা মানুহ আৰু নাই। পৃথিবীৰ তেওঁ উনত্ৰিশ ত্ৰিশটি ভাষা জানিছিল। খেৰ্হৈ দেশৰ ( চীন ) ভাষা, জাপানী ভাষা, তুৰ্কী ভাষা, কচইভৰ ভাষা, চায়ামী ভাষাও তেওঁ জানিছিল। সৰ্ব্বসাধাৰণে জনা ভাষাৰ তো কথাকে নাই; আৰবী, , পাৰ্চী, স্পেনিচ্ ইটালীয় ভাষাও তেওঁ জানিছিল,।

তেওঁৰ পুৰণি পুথি গোটোৱাৰ বৰ হেঁপাহ আছিল। আমাক তেওঁ আৰু অসমীয়া পুৰণি পুথি খুজিছিল। তেওঁ তিব্বতীয় ভাষাৰপৰা বৌদ্ধ ধৰ্ম্মৰ ইতিহাসৰ বিষয়ে কেখনমান পুথি অনুবাদ কৰিছিল; কিন্তু দুখৰ বিষয় এখন পুথিও সম্পূৰ্ণ কৰি থৈ যাব নোৱাৰিলে। সম্পূৰ্ণ নহল বুলিও এইবোৰ অনুবাদৰ মূল্য নকমে।

তেওঁৰ স্মৰণশক্তি বৰ চোকা আছিল। আমাৰ মনত আছে, এদিন শনিবাৰে আবেলি লণ্ডনৰ দক্ষিণ-পশ্চিম কালৰ ব্ৰিক্সটন উপনগৰৰ অচেকিন্ এভেনিউ নামে বাটৰ এটি ঘৰত বহুতো ডেকাই পড়াৰ আজৰিৰ সময়ত দাচ্ খেলিছিল, গপ পাতিছিল, কোনোৱে আকৌ ৰবাৰ্ট চিয়েৰ-বাখৰকে খুৰিছিল। হৰিনাথ দেই এই গোলমালৰ মাজতে চিভিল চৰ্ভিচ পৰীক্ষাৰ

নিমিত্তে সংস্কৃত কিতাপ এখন পঢ়ি আছিল। উপন্যাস কি সাধুকথাৰ কিতাপ পঢ়া নহয়, এটা বৰ টান পৰীক্ষাৰ নিমিত্তে টান কিতাপ পঢ়া, আৰু যেনে তেনে পঢ়া নহয়—আটাইবোৰ মনত ৰাখি পঢ়া। আমি তেওঁক সুধিলোঁ। "দে, তোমাৰ এই গোলমালত পঢ়া হৈছে নে"? তেওঁ আমাক সেই কিতাপৰ কেখনমান পাত (কেইখন পাত কব নোৱাৰো, বহুতো) দেখুৱাই কলে, "এই ইমানখিনি পঢ়িলোঁ।।" তেওঁ চিভিল চাৰ্ভিচৰ পৰীক্ষাত অকৃত-কাৰ্য্য হৈছিল; কিন্তু সেই অকৃতকাৰ্য্য হোৱা শাপত বৰ হে হল। তেওঁ যি কামত সোমাইছিল সেই ঠাইতেই তেওঁৰ ঠিক ঠাই আছিল। তেওঁ ইম্পীৰিয়েল এডুকেচনেল চাৰ্ভিচত কাম পাইছিল—গৱৰ্ণমেণ্টে তেওঁক এই উচ্চ শিক্ষা বিভাগত কাম নিদি তাৰ তলতীয়া থাপত কাম দিয়া হলে গৱৰ্ণমেণ্টে নিজক অপমান কৰিলেহেঁতেন। তেওঁৰ দৰে বিদ্বান মানুহজন শিক্ষা বিভাগত নাথাকি যদি চিভিল চৰ্ভিচত কাম পালেহেঁতেন তেনে হলে শিক্ষা বিভাগে এজন পণ্ডিত মানুহক হেৰুৱালেহেঁতেন।

হৰিনাথ সকবেপৰা চোকা লৰা আছিল। তেওঁ মাইনৰ পৰীক্ষা পাচ কৰি পাঁচ টকা বৃত্তি পাইছিল। সেই তেতিয়াৰেপৰা আৰম্ভ কৰি শিক্ষা বিভাগত উচ্চ পদ পাইও তেওঁৰ পৰীক্ষা পাচ কৰাৰ ওৰ নপৰিল। সংস্কৃত আৰু আৰবী ভাষাত ডীপাৰ্টমেণ্টেল পৰীক্ষা পাচ কৰি দুহাজাৰ দুহাজাৰ কৈ টকা পুৰস্কাৰ পাইছিল আৰু উৰিয়া ভাষাত পাচ কৰি এহেজাৰ টকা পাইছিল। সংস্কৃত আৰু আৰবী ভাষাত উচ্চ থাপৰ ডীপাৰ্টমেণ্টেল পৰীক্ষা পাচ কৰি তেওঁ দহ হাজাৰ টকা পুৰস্কাৰ পাইছিল।

হৰিনাথৰ জীৱনত যে লেশ মাত্ৰও দোষ নাছিল সি নহয়, কিন্তু যি অলপ আছিল সেই দোষে এনেহেন বিদ্বান মানুহৰ জ্যোতি কম কৰিব পৰা নাছিল। তেওঁৰ ছাত্ৰসকলে তেওঁক ভক্তি কৰিছিল। ইয়াৰ চানেকী,—যদিও তেওঁৰ শেষ কেটা দিন কলিকতাৰ কয়লাঘাটৰ, ওচৰৰ মেটকাফ হল অথবা ইম্পীৰিয়েল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান হৈ থকাৰ নিমিত্তে ছাত্ৰৰ সকলৰ সৈতে তেওঁৰ সিমান সংশ্ৰৱ নাছিল, ইয়াতে গম পোৱা যায় যে তেওঁৰ মৃত্যুৰ বাতৰি বিজুলী-সঞ্চাৰে কলিকতাৰ চাৰিউফালে যোৱা মাত্ৰকতে কলেজৰ ছাত্ৰবেৰে তেওঁৰ ঘৰ ভৰি গল।

মৃত্যুৰ সময়ত তেওঁৰ বয়স কেৱল মাথোন ৩৪ বছৰ হৈছিল। ইমান কম বয়সত মৃত্যু হৈও যে তেওঁ ইমান নাম ৰাখি গৈছে ই বৰ প্ৰশংসনীয়। তেওঁ মধ্যপ্ৰদেশৰ উকীল স্বৰ্গীয় ৰায় কৃষ্ণনাথ দে বাহাদুৰৰ পুত্ৰ। ধন্য পিতা, ধন্য মাতা, আৰু ধন্য জন্মভূমি, যে এনে এজন সুপুত্ৰ তেওঁ লোকৰ আপোনতকৈও আপোন আছিল।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

---